# নীলকণ্ঠ পখীৰ সন্ধানত

( প্ৰথম খণ্ড )

অতীন বন্দোপাধ্যায়

অনুবাদ

অৰুণ শৰ্ম্মা



নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নিউদিল্লী

# ভূমিকা

প্ৰকৃতিৰ লৈতে সম্বন্ধ স্থাপনেই হৈছে ভাৰতীয় শিল্পৰ বৈশিষ্ট্য। মনত পৰে সেই প্ৰথম শ্লোক, গছৰ ডালত দুটি চৰাই, ব্যাধ ধনুৰ্বান এৰিবৰ কাৰণে উদ্যত, বাল্মিকীয়ে কৈ উঠিল,

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥

প্ৰকৃতিৰ প্ৰতি এই প্ৰেম আৰু উদ্বেগ সংস্কৃত সাহিত্যত উপচি আছে। ৰামৰ বনবাসত শঙ্কাৰ ছায়া আহি নপৰালৈকে নিৰ্বাসনৰ দুখ-যন্ত্ৰণা পূৰ্ণ হৈ উঠা নাই; চিত্ৰকূট পৰ্বত, মাল্যৱতী নদী আৰু দণ্ডকাৰণ্যৰ স্নিগ্ধ ছায়াতহে সেই বনবাস পূৰ্ণ হৈ উঠিছে। স্বৰ্গাৰোহণৰ পথত পঞ্চপাণ্ডৱক এটা কুকুৰে অনুসৰণ কৰিছিল। দেখা গ'ল, সমস্ত পথ অতিক্ৰম কৰাৰ শক্তি সেই কুকুৰৰহে আছিল। দৰাচলতে, জীৱজগতৰ ওপৰত কৰ্তৃত্ব আৰোপ কৰিবৰ কাৰণে সংস্কৃত সাহিত্যত চৰিত্ৰ সৃষ্টি হোৱা নাই; প্ৰকৃতিৰ লৈতে আত্মিক যোগসূত্ৰ ৰচনাৰ মাজেৰেহে মানুহে তাত পূৰ্ণতা লাভ কৰিছে। আনকি গুপ্তযুগত প্ৰাচীন ভাৰত যেতিয়া আৰ্থিক দিশৰ পৰা সবাতোকৈ উন্নতশীল আছিল, তপোবনৰ আদৰ্শ তেতিয়াও ম্লান হোৱা নাছিল। কালিদাসৰ কাব্যসমূহেই তাৰ শ্ৰেষ্ঠ প্ৰমাণ। শকুন্তলাক ভৰা হৈছে আশ্ৰমৰ পৰিবেশতহে, অলকাত প্ৰবেশ কৰাৰ পূৰ্বে মেঘদূতে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰ্বত-নদী-নগৰ-চহৰ-ৰাজপথ পাৰ হৈ যাবলগীয়া হৈছে। সংস্কৃত কাব্যত মৃগয়াৰ হিংস্ৰতাৰ পৰিবৰ্তে শুনা গৈছে পশুপক্ষীৰ আৰ্তৰৱ। 'কাদম্বৰী'ৰ কথা-সাহিত্যিক বাণভট্টৰ প্ৰকাশ-বেদনাই শত শতাব্দী পাৰ হৈ আজিও আমাৰ হৃদয় স্পৰ্শ কৰে। এখন

সাম্প্ৰতিক বাংলা উপন্যাসৰ ভূমিকা লেখিবলৈ বহি ইমানবোৰ কথা কোৱাৰ প্ৰয়োজন অলপ পিছতে বুজিব পাৰিব। এটা জাতিৰ স্মৃতিত যি অভিজ্ঞতা গচ্ছিত হয় লেখকসকলে তাকে মূলধন কৰি বহুতসময়ত সাফল্যৰ সেতু বিচাৰি লয়, আৰু হৃদয়ৰ আবেগ বিনিময়ৰ অবিচ্ছিন্ন পথ বিচাৰি পায়। ভাৰতবৰ্ষৰ সংস্কৃতি যে বহুবৰ্ণা আৰু বহুধৰ্মী হৈও মূলতঃ এক তাৰ কাৰণ এই ঐতিহ্যৰ অভিব্যক্তি। সহস্ৰ আঞ্চলিক ভেদ সত্বেও এই ঐতিহ্যৰ সূত্ৰ আছিল। অৱশ্যে প্ৰথমেই বিশিষ্টতাৰ কিছুকথা কৈ ল'ব খুজিছো।

জাতীয়সঙ্গীত 'বন্দেমাতৰম্' ৰচয়িতা বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় ( ১৮৩৮-৯৪ ) আছিল বাংলাভাষাৰ প্ৰথম সাৰ্থক ঔপন্যাসিক। ১৮৬৫ খৃষ্টাব্দত 'দুৰ্গেশনন্দিনী' প্ৰকাশৰ লগেলগেই বাংলা উপন্যাসৰ জয়যাত্ৰা প্ৰথম আৰম্ভ হয়। ৰামমোহন ৰায় (১৭৭২-১৮৩৩) আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ( ১৮২০-১৮৯১ ) হাতত এই গদ্যৰ বীজ ৰোপন আৰু অঙ্কুৰণ হয় ; বঙ্কিমৰ হাতত গজি উঠে ফুলেৰে সুশোভিত বৃক্ষ। 'মৃণালিনী' ( ১৮৬৯ ) 'দুৰ্গেশনন্দিনী', 'সীতাৰাম' ( ১৮৮৭ ) 'দেবীচৌধুৰাণী' ( ১৮৮৪ ) 'আনন্দমঠ' ( ১৮৮৪ )। বঙ্কিমচন্দ্ৰৰ এই উপন্যাসসমূহ প্ৰকাশৰচনাৰ পৰিবৰ্তে বিষয়বিন্যাস অনুযায়ী যদি সজোৱা হয়, দেখা যাব, তাৰ মাজেদি ঐতিহাসিক ধাৰা এটা ফুটি উঠিছে। মুছলমানৰ আক্ৰমণৰপৰা ৱাৰেণ হেষ্টিংছৰ আমোললৈকে ( ১৭৭২-১৭৭৮৫ ) বাংলাদেশৰ বুৰঞ্জী এই ৰচনাকালছোৱাত বিধৃত। মোগল-ৰাজপুত দ্বন্দ্বৰ পটভূমিত ৰচিত উপন্যাস 'ৰাজসিংহ' ( ১৮৮২ )। বুৰঞ্জীৰ পটভূমিত ৰচিত এই উপন্যাসত বঙ্কিমৰ প্ৰধান প্ৰেৰণা আছিল—স্বাধীনতাস্পৃহা ; কিন্তু তাৰ লগেলগে ব্যক্তিগত ভোগবাসনাৰ পৰিণামো ভাষাৰ বৰ্ণাঢ্য আৰু ওজস্বিতাৰ মাজেৰে প্ৰকাশ পাইছে। দেশক মাত্ৰ কিছুমান ইটা কাঠ আৰু শিলৰ সমষ্টি বুলি নাভাবি তেওঁ সাহিত্যত দেশক মাতৃময়ী ৰূপত প্ৰতিষ্ঠা কৰিলে। 'আনন্দমঠ'ত 'বন্দেমাতৰম্' গীতৰ অবতাৰণা হোৱাৰ আগে আগে নায়ক ভবানন্দৰ মুখত আমি শুনো :

"আমাৰ কাৰণে আৰু অন্য এগৰাকী মা-নাই,—জননী জন্মভূমিশ্চ স্বৰ্গাদপী গৰিয়সী, আমি ক'ম, জন্মভূমিয়েই আমাৰ জননী, আমাৰ আৰু মা নাই, পিতা নাই, ভাই নাই, স্ত্ৰী নাই, পুত্ৰ নাই, ঘৰ-দুৱাৰ নাই, আমাৰ মাত্ৰ আছে সেই সুজলা সুফলা মলয়জ শীতলা শস্য-শ্যমলা— ।"

সমাজৰ ওচৰত শিল্পীৰ যি দায়িত্ব বাংলা উপন্যাসৰ জন্মলগ্নতেই বঙ্কিমে সেই তিলক পিন্ধাই দিয়ে। ৰামমোহনৰ গদ্য আছিল প্ৰধানতঃ শাস্ত্ৰ-বিচাৰক, সমাজসংস্কাৰক বিদ্যাসাগৰৰো প্ৰায় একেই আছিল, অৱশ্যে তেওঁৰ ৰচনাৰীতি বহুতখিনি সৌকৰ্যমূলক আৰু মূলতঃ তেওঁ আছিল শিক্ষাদাতা। স্বাদেশিকতাৰ ভেটিত উপন্যাস প্ৰণয়ণৰ কৃতিত্ব কিন্তু প্ৰথম বঙ্কিমৰহে। তেওঁৰ বিৰুদ্ধে কোনো কোনোৱে সাম্প্ৰদায়িকতাৰ অভিযোগ আনিছে, কিন্তু তেওঁৰ প্ৰেম অকৃপণভাবে হিন্দু-মুছলমান নিৰ্বিশেষে কৃষক আৰু সাধাৰণ মানুহৰ ওপৰত বৰ্ষিত হৈছিল : 'সাম্য' (১৮৭৯) প্ৰবন্ধগ্ৰন্থই তাৰ প্ৰমাণ। উপন্যাসৰ কাল নিৰ্বাচনৰ উপৰিও মুছলমানৰ আক্ৰমণৰ সন্মুখত হিন্দুসকলৰ পৰাভৱৰ কথাও যে তেওঁ অধিকভাবে অঙ্কিত কৰিছিল : এই তথ্যও তাৎপৰ্যপূৰ্ণ। বঙ্কিমে বাঙালী হিন্দুৰ উন্নতি বিচাৰিছিল সঁচা, কিন্তু পৰধৰ্মৰ প্ৰতি অসূয়াভাব পোষণ কৰি নহয়। তেওঁৰ শেষ বয়সৰ লেখা এটিত সেই মনোভাব ব্যক্ত হয় : "সৰ্বত্ৰ সমান জ্ঞান, সকলোকে আত্মবৎ জ্ঞান কৰাই যেতিয়া বৈষ্ণৱ ধৰ্ম, তেতিয়া হিন্দু-মুছলমান নাইবা, এইটো জাতি সৰু, এইটো জাতি ডাঙৰ, এনেধৰণৰ ভেদজ্ঞান হোৱা উচিত নহয়।" অতীন বন্দোপাধ্যায়ৰ 'নীলকণ্ঠ পাখীৰ খোঁজে' লেখাৰ সময়তো যি উদাৰ দৃষ্টিকোণৰপৰা নিম্নবিত্ত মুছলমান-জীবনৰ ওপৰত দৃষ্টিপাত কৰা হৈছে বাংলা উপন্যাসত তাৰ মূল বঙ্কিম পৰ্যন্ত প্ৰসাৰিত।

ৰবীন্দ্ৰনাথ ঠাকুৰে (১৮৬১-১৯৪১) এই মনোভাবক আৰু এক স্তৰ উন্নীত কৰিলে। তেওঁ আছিল ভিন্ন যুগৰ মানুহ। ১৯০৬ চনত প্ৰকাশিত তেওঁৰ নিজৰ উপন্যাস 'নৌকাডুবি' প্ৰসঙ্গত ক'বলৈ গৈ পৰবৰ্তী কালৰ এটি উক্তিত তেওঁ নিজেই নিজৰ বিষয়ে আলোচনা কৰিছে :

আজিকালি কাহিনীৰ কৌতুহল দিশটো হৈ উঠিছে মনোবিকলনমূলক। ঘটনাগ্ৰন্থণ হৈ পৰিছে গৌণ।' চৰিত্ৰসমূহক বিশ্লেষণ কৰি স্বভাৱ-ধৰ্মৰ ওচৰ চপাই দিয়াই হৈছে উপন্যাস ৰচনাত ৰবীন্দ্ৰনাথৰ লক্ষ্য। তেওঁৰ কবি সত্তাই হয়তো তেওঁক ত্যাগ কৰা নাই। বৰং ব্যঞ্জনাৰ গুণেৰে অফুৰন্তভাবে প্ৰকাশ ক্ষমতাক বৃদ্ধি কৰিছে। প্ৰথম অৱস্থাত লেখা 'বউঠাকুৰাণীৰ হাট' ( ১৮৮৩ ) বা 'ৰাজৰ্ষি' ( ১৮৮৭ ) সেই সময়ৰ সমাজত হলেও আজিকালিৰ বিচাৰত সেই ৰচনা দোষযুক্ত নহয়। 'চোখেৰ বালি'ত ( ১৯০৩ ) তেওঁ নিজৰ চিন্তা আৰু তাৰ লগে লগে ভাষাৰ নতুন পথ গ্ৰহণ কৰিলে, আখ্যানভাগ অপেক্ষাকৃত কম হ'ল, চৰিত্ৰ চিত্ৰণত অধিক গুৰুত্ব দিয়া হ'ল। গান্ধীজিয়ে গুৰুদেব বুলি তেওঁক যি আখ্যাৰে অভিহিত কৰিলে, চিন্তাবিদৰূপে তাৰ প্ৰতিফলন আমি তেওঁৰ কথা-সাহিত্যত দেখিবলৈ পালো। কেতিয়াবা,—যেনে, 'গোৰা' ( ১৯১০ ) নাইবা 'ঘৰে বাইৰে'ত ( ১৯১৬ ), স্বদেশী আন্দোলনক সংকীৰ্ণ জাতীয়তা-বাদত পৰিণত কৰাৰ বিৰুদ্ধে সাবধান-বাণী জনাইছে, আকৌ কেতিয়াবা যেনে, 'চাৰ অধ্যায়'ত ( ১৯৩৪ ) ৰাজনৈতিক ব্যূহ ৰচনাই মানবী বৃত্তি-বোৰক কিদৰে নিয়ন্ত্ৰণ কৰে তাৰ মৰ্মান্তিক ৰূপ দাঙি ধৰিছে। ভোগ-লিপ্সাৰ সৈতে সনাতন আধ্যাত্মবাদৰ দ্বন্দ্ব দেখা পাওঁ—'চতুৰঙ্গ'ত (১৯১৬) আকৌ লগে লগেই ১৯২৯ চনত যথাক্ৰমে প্ৰকাশিত দুখন উপন্যাস 'শেষৰ কবিতা' আৰু 'যোগাযোগ'ত তেওঁক দেখা পাওঁ ৰোমাণ্টিক প্ৰেমৰ প্ৰস্ফুৰণ আৰু দাম্পত্য জীবনৰ কলি-সৰি-পৰা পৰিবেশৰ স্ৰষ্টা ৰূপে। ৰবীন্দ্ৰনাথৰ উপন্যাসত কিন্তু তত্বকথা প্ৰক্ষিপ্ত নহ'য়। চৰিত্ৰসমূহৰ ক্ৰমশঃ আত্মোপলব্ধিৰ ফল আৰু কথাবাৰ্তাৰ মাজে মাজে চিন্তাকণা সিঁচৰিত হৈ পৰে।

বাঙালী জীবনৰ সমুদায় কিন্তু ৰবীন্দ্ৰনাথৰ উপন্যাসত ধৰা পৰা নাই। সমাজত পতিতসকলৰ কথা প্ৰথম লেখে শৰৎচন্দ্ৰ চট্টোপাধ্যায়ে ( ১৮৭৬-১৯৩৮ ) চাৰিখণ্ডত বিভক্ত তেওঁৰ 'শ্ৰীকান্ত' উপন্যাসত ( ১৯১৭-'৩৩ )। স্বয়ং ৰবীন্দ্ৰনাথৰ স্বীকৃতিত তেওঁৰ "দৃষ্টি ডুব দিছিল বাঙালীৰ হৃদয়

ৰহস্যত।” বাঙালীৰ কোমলতাই যে বোকাতো পদুম ফুলাব পাৰে শৰৎচন্দ্ৰই তাকে মুৰ তুলি দেখুৱাইছে। সমাজ শতদোষেৰে দুষ্ট হলেও সংস্কাৰাতীত নহয়, এই বোধৰ পৰাই তেওঁৰ ৰচনাৰ চৰিত্ৰসমূহ ৰূপায়িত হৈছে। অথচ সেই চৰিত্ৰসমূহৰ সামাজিক নিগ্ৰহৰ দিশটো কিন্তু তেওঁৰ দৃষ্টিৰ পৰা আঁতৰি যোৱা নাই। শৰৎচন্দ্ৰৰ উপন্যাসৰ মুখ্য উপজীব্য হৈছে প্ৰেম ঃ মাত্ৰ ৰোমান্টিকতাৰ কাহিনী বা সাংসাৰিক জীৱনৰ জটিল দাবীকে যথাক্ৰমে ‘দত্তা’ ( ১৯১৮ ) আৰু ‘দেনা পাওনা’ত ( ১৯২৩ ) তেওঁ আঁকি দেখুৱাব খোজা নাই। আনহাতে পতিহীনা আনকি সধবা নাৰীৰো পৰপুৰুষৰ প্ৰতি আসক্তিৰ মত বিষয়ক তেওঁ অতি কৰুণাৰ দৃষ্টিৰে ‘পল্লীসমাজ’ ( ১৯১৬ ) ত ৰূপায়িত কৰিছে। পতিতা মানেই যে মনেপ্ৰাণে কলুষিতা নহয়; বৰং অৱস্থাৰ হেঁচাত অনেক সময়ত সেই বৃত্তি গ্ৰহণ কৰিবলৈ বাধ্য হয় শৰৎচন্দ্ৰই বাঙালীৰ মনত এই গভীৰ বোধ আৰু অনুকম্পাৰ সঞ্চাৰ কৰিবলৈ সক্ষম হৈছে। তেপান্নবছৰীয়া জন্মবাৰ্ষিকী উপলক্ষে তেওঁ দিয়া এটি ভাষণত তেওঁৰ এই মূল্যবোধ অতি স্পষ্টভাবে প্ৰকাশ পায় ঃ “ত্ৰুটি, বিচ্যুতি, অপৰাধ, অধৰ্মই মানুহৰ সকলো বিচাৰ নকৰে। এই সকলোৰে মাজত থকা বস্তু যিটো প্ৰকৃত মানুহ, যাক আত্মা বুলিও ক’ব পাৰি—সি তাৰ সকলো অভাব, সকলো অশান্তিৰ ওপৰত।”

ৰবীন্দ্ৰনাথৰ অসামান্য ধীশক্তি নাইবা শৰৎচন্দ্ৰৰ ভাববাদে প্ৰথম মহাযুদ্ধোত্তৰ লেখক গোষ্ঠিৰ মন কিন্তু ভৰাই তুলিব নোৱাৰিলে। ‘কল্লোল’ক আশ্ৰয় কৰি ( ১৯২৩-২৯ ) দেহজ কামনা বাসনা আৰু উদ্দাম জীবনস্ৰোতৰ মাজেৰে তেওঁলোকৰ ৰচনাসমূহ প্ৰকাশ পালে। ‘কল্লোল গোষ্ঠী’ ৰূপে তেওঁলোক পৰিচিত হ’ল। তেওঁলোকৰে এজন, শৈলজানন্দ মুখোপাধ্যায়ে ( ১৯০০ ) চুটি গল্পত অধিক কৃতকাৰ্যতা লাভ কৰিলেও ‘ষোলআনা’ ( ১৯২৫ ) নাইবা ‘শহৰ থেকে দূৰে’ ( ১৯৪৭ ) আদি লেখাত তেওঁ প্ৰথম আঞ্চলিকতাৰ স্বাদ দিবলৈ চেষ্টা কৰি এক নতুন পথৰ সন্ধান দিলে। তাৰাশংকৰ বন্দোপাধ্যায়ে এই ৰীতিক ‘ধাত্ৰীদেবতা’

( ১৯৩৯ ), 'কালিন্দী' ( ১৯৪০ ), 'গণদেবতা' 'পঞ্চগ্ৰাম' ( ১৯৪২-৪৩ ), 'হাঁসুলি বাঁকের উপকথা' ( ১৯৪৭ ) প্ৰভৃতি বিশিষ্ট ৰচনাসমূহত ৰূপান্বিত কৰিলে। ৰুক্ষ দিগন্তপ্লাবী ৰাঢ়ৰ সৌন্দৰ্য, ময়ুৰাক্ষীৰ আকস্মিক বান, ঘেঁটুৰ গান, নবান্নৰ ঢাক-ঢোলৰ শব্দ, ডকাইতৰ সংকেত, জমিদাৰীৰ চালচলন—এই সকলো যন্ত্ৰশিল্পৰ স্পৰ্শত আহি কিদৰে পুনৰ্বিন্যস্ত হৈছে, তাৰাশংকৰৰ উপন্যাসসমূহত তাৰেই অন্তৰঙ্গ চিন ফুটি উঠা আমি দেখিবলৈ পাওঁ। একেদৰেই 'পদ্মা নদীৰ মাঝি'ত ( ১৯৩৬ ) মাণিক বন্দ্যোপাধ্যায়ে ( ১৯০৮-৫৬ ) পূৰ্ববঙ্গৰ জলজীৱনৰ ছবি আঁকিছে। অৱশ্যে দুয়োৰে মূল জিজ্ঞাসাৰ ৰূপ সম্পূৰ্ণ ভিন্ন। মাণিক বন্দ্যোপাধ্যায়ক নগৰৰ মধ্যবিত্ত আৰু নিম্নবিত্ত জীৱনৰ প্ৰশ্নই অধিক মুখৰ কৰি তুলিছে। অৰণ্য-প্ৰান্তৰৰ পাঠ লবলৈ হ'লে যাব লাগিব বিভূতিভূষণ বন্দোপাধ্যায়ৰ ( ১৮৯৪-১৯৫০ ) ওচৰলৈ। 'পথেৰ পাঁচালী' ( ১৯২৯ ), 'অপৰাজিত' ( ১৯৩২ ), 'আৰণ্যক' ( ১৯৩৮ ) আদি উপন্যাসসমূহে যি প্ৰকৃতি-প্ৰেমৰ সমুখত আমাক থিয় কৰায়, বাংলা কথাসাহিত্যত এই পৰ্যন্ত সি ৰাবীন্দ্ৰিক ৰূপে পৰিচিত আছিল। দৰাচলতে তাৰাশংকৰৰ 'ধাত্ৰীদেবতা'ৰ শেষৰ পিনে পেহীটিয়ে নায়ক শিবনাথক শ্ৰদ্ধা নিবেদন কৰা দৃশ্য আৰু 'অপৰাজিত'ৰ শেষৰপিনে বিভূতিভূষণৰ উক্তি বিচাৰ কৰি চালেই বুজা যায়, বাঙালী জীৱনৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ কিমান গভীৰ, অনবিচ্ছিন্ন : প্ৰাদেশিকক সাৰ্বজনীন আৰু স্থানিকক চিৰন্তন কৰাৰ অভিপ্ৰায় আৰু বৈশিষ্ট্য সেই সাহিত্যত পৰিস্ফুট।

"জীৱৰ ধাত্ৰী যি ধৰিত্ৰী, জাতিৰ মাজত তেওঁৱেই যে দেশ, মানুহৰ কাৰণে তেওঁৱেই বাস্তু, সেই বাস্তুৰ মূৰ্তিমতী তুমি।......তুমিতো বাস্তুৰ চিনাকী দিছা, তাতেই মই দেশকো চিনিছো। আশীৰ্বাদ কৰা, ধৰিত্ৰীক চিনাৰ মাজেৰে যেন তোমাক চিনি পোৱা শেষ কৰিব পাৰো।"

'ধাত্ৰীদেবতা', তাৰাশঙ্কৰ।

ত্ৰিশ, পঞ্চাচ, এশ, হাজাৰ, তিনি হাজাৰ বছৰ পাৰ হৈ যাব। সেই-দিনাও এনে এটি আবেলি ; এনেদৰেই কালবৈশাখী—তিনিহাজাৰ বছৰ

পিছৰ কোনো এক বহাগৰ শেষত ধৰালৈ নামি আহিব। তেতিয়াও একেদৰেই চৰায়ে মাতিব, একেদৰেই আকাশত জোন উঠিব। ...... শৰতৰ নিজান দুপৰীয়া বননিৰ মাজে মাজে খেলি থকা সেই নবছৰীয়া সৰু শিশুৰ মনৰ বিচিত্ৰ অনুভূতিৰাজিৰ ইতিহাস ক'ত লেখা থাকিব বাৰু ?"

'অপৰাজিত', বিভূতিভূষণ।

তাৰাশংকৰ, বিভূতিভূষণ, মাণিক—সেই গৌৰৱময় দিনৰ ঔপন্যাসিক কেজনৰ নাম পথিকৃৎ ৰূপে অতীন বন্দ্যোপাধ্যায়ে সকৃতজ্ঞ চিত্তে স্মৰণ কৰে। ব্যক্তিগতভাবে তেওঁৰ প্ৰিয় গদ্যকাৰ হ'ল বঙ্কিমচন্দ্ৰ আৰু অবনীন্দ্ৰনাথ ঠাকুৰ (১৮৭১-১৯৫১)। ৰবীন্দ্ৰনাথৰ ভতিজা অবনীন্দ্ৰনাথ ঔপন্যাসিক নহ'লও তেওঁৰ কথাসাহিত্যৰ সহজ, সুৰীয়া প্ৰকাশ বাংলা ভাষাত অনন্য। অতীন এওঁলোকৰ অনুগামী হোৱা কথাটো সহজেই বুজিব পাৰি যেতিয়া দেখা পাওঁ এওঁলোকৰ দৰেই অতীন চিত্ৰকল্পৰ প্ৰতি আগ্ৰহী। তেওঁৰ কাৰণে উপন্যাস লেখা আৰু আত্মকথন একে। 'নীলকণ্ঠ পাখীৰ খোঁজে'ৰ মাজেৰে তেওঁৰ স্বীকাৰোক্তিতেই তেওঁ যেন নিজক ধৰা দিব খুজিছে—অৱশ্যে শিল্প-সুলভ ভাবে যিখিনি দিব পাৰি; কাৰণ বাস্তৱে কল্পনাৰ ৰঙৰ মাজেৰে বিন্যাসৰ মুক্তি বিচাৰে।

ঢাকা জিলাৰ ৰাইনদী গাঁৱত ১৯৩০ চনত অতীন বন্দ্যোপাধ্যায়ৰ জন্ম। সম্পূৰ্ণ নাম অতীন্দ্ৰশেখৰ বন্দ্যোপাধ্যায়। পূব বাংলাৰ যি পৰিবেশত 'নীলকণ্ঠ পাখীৰ খোঁজে'ৰ কাহিনী ৰূপায়িত হৈছে তাৰ সৈতে তেওঁৰ কৈশোৰৰ স্মৃতি জড়িত হৈ আছে। ঢাকাৰপৰা আহি তেওঁ পশ্চিমবাংলাৰ বহৰমপুৰ জিলাত উঠেহি আৰু তাৰ পৰাই প্ৰাইভেটে মেট্ৰিক পাছ কৰে। কলেজত তেওঁ বাণিজ্যশাখাৰ ছাত্ৰ আছিল, কিছুদিন বাতৰি কাগজৰ অফিচতো কাম কৰিছিল। তাৰ পিছত এসময়ত ১৯৫৩ চনত এখন সাগৰীয় জাহাজত শিক্ষানবীশৰ চাকৰী লয় আৰু এবছৰকাল বিভিন্ন বন্দৰৰ অভিজ্ঞতা সঞ্চয় কৰি বাংলা সাহিত্যৰ চ'ৰাত নতুন প্ৰতিভাৰ সাক্ষ্যদান কৰে। ১৯৬০ চনত তেওঁৰ উপন্যাস

'সমুদ্র-মানুষ' প্ৰকাশ পায় আৰু সেই উপন্যাসে মাণিক বন্দ্যোপাধ্যায়ৰ নামত আগবঢ়োৱা মাণিকস্মৃতি পুৰস্কাৰ লাভ কৰে। লগে লগেই তেওঁ বাংলা সাহিত্যৰ এজন আগ শাৰীৰ লেখকৰূপে স্বীকৃত হয়। এতিয়ালৈকে তেওঁ বাইশখন উপন্যাস ৰচনা কৰিছে। কিন্তু বিভিন্ন আকাৰত প্ৰকাশিত তেওঁৰ এটাইবোৰ শিল্পকৰ্মৰ যি মূল সুৰ, তেওঁৰ নিজ উক্তি অনুসৰি, সেইবোৰ সাৰ্থকভাবে 'নীলকণ্ঠ পাখীৰ খোঁজে'ত পোৱা যায়। ১৯৬১ৰ পৰা ১৯৭১ চনলৈকে দহবছৰ কাল ধৰি এই উপন্যাসৰ সৃষ্টিয়ে তেওঁক ব্যাপৃত কৰি ৰাখিছিল; এই লেখাৰ মাজেদিয়েই তেওঁ নিজক সাৰ্থক কৰি তুলিবলৈ সমৰ্থ হৈছে।

নীলকণ্ঠ পাখীৰ সন্ধান কিহৰ—কাৰবাবে? এটা কথা মনত ৰখা প্ৰয়োজন, উপন্যাসৰূপে গ্ৰথিত হোৱাৰ আগেয়ে চুটিগল্পৰ আকাৰত ইয়াৰ ওঠৰটা অধ্যায় ৰচিত হৈছিল। পৰিচ্ছেদবিলাক সেয়ে স্বতন্ত্ৰ, কিন্তু তথাপিও অতি নিবিড়ভাবে সন্নিবদ্ধ। উপন্যাসত প্ৰতিটো অংশই নিজ গুণেৰে স্বকীয় হোৱা উচিত—এই আদৰ্শৰপৰা অতীন বন্দ্যোপাধ্যায় কেতিয়াও আঁতৰি অহা নাই। বৰ্তমান তেওঁ এখন নিৰীক্ষামূলক চুটি-গল্পৰ আলোচনীৰ অন্যতম সম্পাদক। 'নীলকণ্ঠ পাখীৰ খোঁজে' বহু-কৌণিক জিজ্ঞাসাৰ মিশ্ৰফল, কোনো একক চৰিত্ৰ নাইবা এটি মাত্ৰ চৰিত্ৰৰ সংশ্লিষ্ট ঘটনাৱলীৰ সন্ধানমাত্ৰ নহয়। কৌতূহল অবসানৰ কাৰণে অবশ্যে প্ৰথম অধ্যায়তেই নিৰ্দেশ সুস্পষ্ট ভাবে দিছে। 'এইবাৰ বৰকৰ্তাই সঁচাকৈয়ে দুইহাত ওপৰলৈ তুলি চাপৰি বজাবলৈ ধৰিলে, যেন আকাশৰ কোনোবা প্ৰান্তত তেওঁৰ পোহণীয়া হাজাৰ হাজাৰ নীলকণ্ঠ পখীবোৰ হেৰাই গৈছে। হাততালি বজাই তেওঁ যেন সিহঁতক ঘূৰাই আনিবলৈ চেষ্টা কৰিছে।......দেখিলে এনে লাগে যেন মধ্যযুগীয় কোনোবা নাইটে—নিশাৰ আন্ধাৰত পাপ অন্বেষণ কৰি ঘূৰি ফুৰিছে।' বৰকৰ্তা—অৰ্থাৎ মণীন্দ্ৰনাথে নীলকণ্ঠ পখীৰ প্ৰতীকৰূপে—যাক বিচাৰি ফুৰিছে—তেওঁৱেই হৈছে পলিন। পলিনৰ সৈতে তেওঁৰ আৰু কেতিয়াবা দেখা হোৱাৰ সম্ভাৱনা নাই; কিন্তু সেই পলিনৰ টানত মণীন্দ্ৰনাথ হঠাত

হাতীৰ পিঠিত উঠি উধাও হয়, গছৰ ডালত নিজক বান্ধি ৰাখে, নদীৰ বুকুত দিশ হেৰুৱায়। ব্যক্তি-বিশেষৰ পৰা আঁতৰি পলিনে এটি কল্পসত্যৰ ৰূপ লৈছে: অপ্ৰাপ্তনীয়, অথচ বহুবাঞ্ছিত, অস্পৃশ্য অথচ মনশ্চক্ষুত ইমান স্পষ্ট যে পৰিভ্ৰমণক্লান্ত মণীন্দ্ৰনাথে দেখে খিড়িকীৰ বাহিৰত মুকলি হেমলক গছৰ তলত পলিন থিয় হৈ আছে, কি মোহিনী তেওঁৰ ৰূপ—যাৰ প্ৰকাশক্ষমতা মণীন্দ্ৰনাথে হেৰুৱাই পেলাইছে, কবিতাৰ চৰণত মাত্ৰ মণীন্দ্ৰনাথে তেওঁৰ আবেগৰ প্ৰতিধ্বনি বিচাৰি পাইছে:

'নীলকণ্ঠ পাখীৰ খোঁজে' সেয়ে এটি ৰোমান্টিক অন্বেষণ। ই এনে এক লাবণ্যৰ সন্ধান দিয়ে যি বিদেহী হ'লেও আশাৰ সীমাতিক্ৰান্ত নহয়। বাংলা-সাহিত্যত মধ্যযুগীয় বৈষ্ণৱ-সাহিত্যৰ যি হৃদয়াবেগৰ প্ৰকাশ আমি দেখা পাওঁ মণীন্দ্ৰনাথৰ তেজত তাৰেই চাঞ্চল্য যেন আমি অনুভব কৰো। জ্ঞানদাসৰ ভাষাত,

'অমিয়া সাগৰে সিনান কৰিতে
সকলি গৰল ভেল
সখী, কি মোৰ কৰমে লেখি।'

মণীন্দ্ৰনাথৰ আকুতি বাধাহীন, তেওঁ অপ্ৰকৃতিস্থ। কিন্তু 'নীলকণ্ঠ পাখীৰ খোঁজে'ৰ অন্যান্য চৰিত্ৰসমূহো নিভাঁজ নহয়। এক ৰুদ্ধ বাসনাৰ টান সেই চৰিত্ৰসমূহৰ আকৃতিৰ মাজেৰে অনুভব কৰিব পাৰি। স্ত্ৰীচৰিত্ৰসমূহৰ ভিতৰত জোটন বিবাহিত হলেও নিজ প্ৰবৃত্তিৰ তৃপ্তি বিচাৰি নাপায়। মালতীৰ বৈধব্য দুঃসহ, কামনাৰ সৈতে বিবেকৰ প্ৰখৰ দ্বন্দ্ব। জোজনে নিজকে ধিক্কাৰ দিয়ে—'এইপাত দেহাই মাথোন খাওঁ খাওঁ কৰে।" বাল্যবন্ধু ৰঞ্জিতৰ পদযুগৰ কাষলৈ মালতীৰ প্ৰেম গোপনে বৈ যায়। কিন্তু শেষ পৰ্যন্ত ৰঞ্জিতৰ সৈতে ওলাই যোৱাৰ সৌভাগ্য অৰ্জন কৰিও ইতিমধ্যেই অনাহৃতা হৈ পাশব ক্ষুধাৰ চিকাৰ হ'ল মালতী। আৰু এটি নাৰীচৰিত্ৰই তেওঁৰ আবেগৰ স্বীকৃতি নাপালে। মাজুবিবিৰ সৈতে ফেলুৰ মিলন সম্ভৱ নহ'ল। ফেলুৱে, তাৰ যৌবনৰ সামৰ্থ্য হেৰুৱাই বুজি পাইছে আন্নুবিবিক ধৰি ৰখা সাধ্যাতীত হৈ পৰিছে। সংস্কাৰ

আৰু আবেগৰ মাজত এই যে ঘাত-প্ৰতিঘাত তাৰ প্ৰতিক্ৰিয়াত বৃদ্ধ মহেন্দ্ৰনাথকো ক্ষতবিক্ষত হোৱা দেখা যায়। তেওঁ আশংকা কৰে তেওঁৰ চিতাৰোহণৰ সময়তো পুতেক মণীন্দ্ৰনাথৰ দৃষ্টিয়ে তেওঁক অপলকে ভৎ´সনা কৰিব। 'নীলকণ্ঠ পাখীৰ খোঁজেৰ' লেখকে যে প্যেশ্যনৰ ৰক্তিমাভা আঁকি ফুটাই তুলিব খুজিছে তাৰ কাব্যময় প্ৰকাশ হয়তো পিতাৰ প্ৰতি উদ্ধত পুত্ৰৰ এই তিৰস্কাৰতেই দেখা পাওঁ: "আপুনি সেই মানুহ। মোৰ আত্মাৰ কাষতে আছিল সেই যুবতী। যুবতীৰ নাম পলিন—ওখ দীঘল নাক আৰু নীলা জাদু সেই যুবতীৰ—তেওঁক আপুনি আঁতৰ কৰি পঠালে। মই সমুদ্ৰ দেখা নাই পিতা, কিন্তু বসন্তৰ আকাশ দেখিছো, আকাশৰ তলত সোণালী বালিৰ নদীৰ পানী, সেই পানীত তেওঁৰ মুখ ভাঁহি উঠে। আকাশৰ কোনোবা ডাঙৰ নক্ষত্ৰই অন্ধকাৰত পানীৰ বুকুত প্ৰতিবিম্ব পেলালে ভাব হয়, সেই যুৱতীয়ে কিমান দূৰ-দেশৰপৰা মাতিছে, মণি তুমি নাযাবা! উইলো গছৰ কাষত বহি আমি চান্তাক্লুজৰ গল্প কৰিম। তুমি নাযাবা। আৰু দেখা পাইছো শীতৰ মুকলি ঘাহঁনিত কিমান নিয়ৰৰ বিন্দু! নিয়ৰৰ বিন্দুৰ দৰে সেই পবিত্ৰ মুখ আপুনি কাঢ়ি নি দলিয়াই দিলে, পিতা।"

মহেন্দ্ৰনাথৰ কাৰণে পলিনক গ্ৰহণ কৰাত ধৰ্মৰ বাধা আছিল। আকৌ এই ধৰ্মই বাংলাদেশৰ দুই বৃহত্তম সম্প্ৰদায়—হিন্দু আৰু মুছলমানৰ মাজত প্ৰাচীৰ ৰূপে থিয় দিছিল। অৱশ্যে সদায় নহয়। গ্ৰন্থৰ আৰম্ভতে দেখা যায়, ঢাকাত ৰায়টৰ খবৰ শুনাৰ পিছতে আবেদালি ততালিকে অহিন্দু হ'ব পৰা নাইঃ মুছলমান জবাই হোৱা শুনিলে সি যেন উত্তেজিত হৈ পৰে, কিন্তু বৰকৰ্তা, ধনকৰ্তা আৰু ওচৰৰ গাঁৱৰ অন্যান্য অনেক হিন্দুৰ উদাৰতা আৰু পুৰুষানুক্ৰমে যি আত্মীয় সম্পৰ্ক, সি সকলো দুঃখ আৰু উত্তেজনা মনৰপৰা মচি দিয়ে।" চামচুদ্দিনে যেতিয়া নিৰ্বাচনত প্ৰথম মুছলিম লীগৰ পক্ষ লয়, তেওঁৰ স্ত্ৰী আলিজানে প্ৰশ্ন কৰে কিয় তেওঁ সেই কাম কৰিছে! আচলতে বিদ্বেষৰ বীজ আছিল আৰু গভীৰ। তাৰ মূল আছিল আৰ্থিক বিন্যাসত। ফেলুৱে কাউৰী খেদি থকাৰ সময়ত

তাৰ মনৰ ভাবৰ বৰ্ণনা লেখকে এইদৰে দিছে : "ভিতৰি ভিতৰি এইবিলাক সুখী হিন্দু পৰিবাৰৰ বিৰুদ্ধে তাৰ মন ভয়ঙ্কৰ আক্ৰোশত পীড়িত হ'লে চামুৱে যেন তাক মোল্লা মৌলবীৰ দৰে কিছু আশ্বাসবাণী শুনাব পাৰে। চামুৰ লীগ পাৰ্টি জিন্দাবাদ—আমাৰ কাৰণে এখন স্বকীয়া দেশ লাগে।" সাম্প্ৰদায়িক অন্ধতা আৰু কিছু ক্ৰূৰ স্বাৰ্থৰে চালিত হৈ প্ৰকাশ্য সংঘৰ্ষত পৰিণীত হ'বলৈ আৰু বেছি পৰ নালাগে। "আনন্দময়ীৰ মন্দিৰৰ পাছ-পিনৰ মাটিত মুছলমান খেতিয়কবিলাকে নামাজ পঢ়িব। অথচ সেইটো মছজিদ নহয়। কাৰোবাৰ প্ৰাচীন ভগ্না দুৰ্গ. হয়তো ঈশা খাঁৰ হ'ব পাৰে, হয়তো চাঁদ ৰায় কেদাৰ ৰায়ে সাজিব পাৰে। এতিয়া সেই ভগ্না দুৰ্গৰ তলত নামাজ পঢ়িবৰ কাৰণে মানুহক উত্তেজিত কৰা হৈছে। আজি পুৱা কাছাৰীঘৰত তেনে খবৰকে দিবলৈ মাতিছিল, মুছলমানবিলাক বিশেষকৈ বজাৰৰ মৌলবীচাব বাবুহঁতৰ পিছত লাগিছে। এই মৌলবীচাবৰ ডাঙৰ সূতাৰ কাৰবাৰ আছে, নদীৰ চাপৰিত প্ৰকাণ্ড ধাননী আছে, তাৰ উপৰি অন্যান্য খেতিৰো হেজাৰ বিঘাৰ মাটি আছে—সেই মৌলবীচাব এতিয়া বাবুহঁতৰ পাছত লাগিছে।" কিন্তু বোধহয়, এই যে দেবী, দেবীৰ মহিমাতেই সকলো উঠি যাব। কাৰ সাধ্য আছে দেবীৰ বিৰুদ্ধে থিয় দিয়ে। যেন দেবীৰ হাতৰ তৰবাৰিয়ে এতিয়া সেই মহিষাসুৰকেই বধ কৰিবলৈ উদ্যত।" এইদৰেই শাস্ত্ৰৰপৰা শাস্ত্ৰ আছে, পাৰম্পৰিক হত্যাকাণ্ডত উন্মত্ত মানুহ, কিন্তু তথাপিও মনুষ্যত্বৰ লক্ষণসমূহ কেতিয়াও বিলুপ্ত হৈ নাযায়। মালতীক জবৰে অপহৰণ কৰাৰ পিছত, হিন্দু-মুছলমান একত্ৰে মুঠ বান্ধে, মালতীৰ ধৰ্ষিত দেহ জোটনে উদ্ধাৰ কৰি আনে, আৰু কাহিনীৰ শেষৰ পিনে ৰঞ্জিতে মালতীক গ্ৰহণ কৰাৰ পিছত কিছুদিনৰ কাৰণে জোটনৰ কাষতে গটাই থৈ যোৱাৰ কথা ভাবে। সেই সময়তে আৰু এটি প্ৰশ্ন উদয় হয়, আক্ৰোশৰ প্ৰতিপক্ষ কোন, জবৰৰ নে সন্তোষ দাৰোগা—দেশপ্ৰেমিক দেখিলেই যি দাৰোগাই হাতকেৰেয়া লগোৱাৰ কথা ভাবে। বিভেদ কম সত্য নহয়, কিন্তু উত্তৰণৰ পথ সমানেই মুক্ত, স্বাধীন বাংলাদেশ গঠন তাৰে পৰিচয়। 'নীলকণ্ঠ পাখীৰ খোঁজে' উপন্যাসখনি

বঙ্গবন্ধু শেখ মুজিবৰ ৰহমানক নিবেদন কৰা একো আচৰিত কথা হোৱা নাই, কাৰণ ৰাষ্ট্ৰৰ কৰ্ণধাৰ হিচাপে তেওঁৱেই তেওঁৰ দেশবাসীক যুগান্তৰৰ তোৰণত উপস্থিত কৰিছে।

'নীলকণ্ঠ পাখীৰ খোঁজে' উপন্যাসত সামাজিক আৰু ব্যক্তিগত ঘাত-প্ৰতিঘাতৰ মাজেৰে অগ্ৰসৰমান চৰিত্ৰৰ শোভাযাত্ৰাত আৰু এটা সত্ত্বাৰ উপস্থিতি সকলো সময়তে লক্ষনীয়; ভাৰতীয় শিল্পৰ সাধাৰণ বৈশিষ্ট্যৰ সৈতে সেই সত্ত্বাৰ সংযোগ অত্যন্ত নিবিড়; সেই সত্ত্বা হৈছে প্ৰকৃতি। কাহিনীৰ প্ৰথমেই নবজাতকৰ বাৰ্তা লৈ সেই যে ঈশম চেখৰ আগমন তেতিয়াই তাৰ আৰম্ভণ দেখা পাওঁ: "তাক দেখি ভাব হয় তৰমুজৰ খেতিৰপৰা অথবা সোনালী বালিৰ চৰৰ পৰা এনে এটি খবৰ দিবলৈকে সি উঠি আহিছে।" তাৰ পিছতে ক্ৰমে ভাষাৰ বিস্তাৰৰ মাজেৰে বৰ্ণিত হয় বহু বিচিত্ৰ দৃশ্য: "তৰমুজ খেতি, তামোলৰ গছ, শীতলক্ষাৰ পানী আৰু একমাত্ৰ তাৰেই সৈতে তুলনীয় আকাশী প্ৰবাহ; সৰব হৈ উঠে চৰাই-চিৰিকতিৰ শব্দ, সমাবেশ হয় গাঁৱৰ পশু। এক স্বতন্ত্ৰ জগৎ এইখন য'ত মাত্ৰ পশু-পক্ষীৰ অধিকাৰ। আনকি যি মাছ মানুহৰ খাদ্যৰ তালিকাত মাত্ৰ স্থান পায়, সিও যেন বিলৰ পানীত জালতে মৰিবৰ সময়ত তাৰ স্বত্ব দাখিল কৰে। 'মাছটোৰ গাত আজন্ম-কালৰপৰা কত মানুহৰ শেল আৰু জাঠিৰে খোচা চিন। মাছটোৰ মুখৰ সোঁফালে দুটা বৰবৰশী নাকফুলৰ দৰে ওলমি আছে।...মাছটোৱে এইবাৰ আনন্দ আৰু উত্তেজনাত বিলৰ পানী ফালি আকাশৰ পিনে যেন জপিয়াবলৈ ধৰিলে। তাৰ পিছত পাৰৰ মানুহবিলাকে পাত্ৰ এখন অকলে ভাঁহি যোৱা চাই হাঁয় হাঁয় কৰি থকা সময়ত দেখা পালে, বিলৰ পানীত তেনেকুৱা এটা মাছ নহয়, যেন হাজাৰ লক্ষ মাছ সেই প্ৰাচীন বিলৰ পানী ফালি আকাশৰ পিনে জপিয়াই উঠিছে আৰু নামিছে।...সিহঁতে যেন সন্তৰ্পণে সকলোকে সাৱধান কৰি দিলে—'বাপুহঁত, চোৱা চোৱা, আমাৰ খেলা চোৱা। আমি জীৱ, পানীত আমাৰ কি সুখ!"

সমান্তৰালভাবে নহয়, পশুজগৎ আৰু মনুষ্যজগৎ প্ৰতিবেশীৰ দৰেই পাৰস্পৰিক সম্পৰ্কৰ বিনিময়ী। সোনাৰ জন্ম হ'বৰ সময়তে পথাৰত কাছৰ কণী পৰাৰ সময়। আৰু এই সময়ৰ ব্যৱধান কেতিয়াও নাবাঢ়ে। ভাৰত-শিল্পৰ বৈশিষ্ট্যৰ বিষয়ে আৰম্ভতে কৈছিলো, প্ৰকৃতিৰ সৈতে বন্ধুত্ব স্থাপনত বঙ্কিমৰপৰা বিভূতিভূষণ পৰ্যন্ত বাংলা উপন্যাসৰ ধাৰা পাৰ হৈ আহি পালেহি এনে এটি কাহিনী, যি কাহিনীৰ ৰোমাণ্টিক উচ্ছ্বাস, ঘৰভঙাৰ হা-হুতাশ, খুনীবৃত্তিৰ সংগ্ৰাম, সাম্প্ৰদায়িক সংকীৰ্ণতা, মানবিয় মুল্যবোধ ধৰা পৰিছে এটি প্ৰতীকত, যি গছৰ ডালত থাকিও নভোচাৰী গতিত, ধূলিকণা আৰু তৰাৰাজিৰ যুগ্ম আকৰ্ষণত এক জ্ঞানীৰ দৰে স্বৰ্গ আৰু মৰ্তৰ কেন্দ্ৰবিন্দুত নিজকে মিলাই দিয়ে,—সেই প্ৰতীক নীলকণ্ঠ পখী।

নিখিলেশ গুহ

সোণালী বালিৰ নদীৰ চৰত ৰ'দ হালি পৰিছেহি। ঈছম চেখে চৈৰ তলত বহি ধপাত হুপিছে। হেমন্তৰ আবেলি। নদীৰ পাৰে পাৰে হাট কৰি কিছুমান মানুহ গাঁৱলৈ ঘূৰিছে। বহুত দূৰৈত গাঁও আৰু পথাৰবোৰ দেখা গৈছে। তৰমুজৰ লতা এতিয়া আকাশমুখী। হোকা টানি টানি ঈছম চেখে সকলোবোৰ চাই আছিল। বতাহত ফৰিং কিছুমান উৰি ফুৰিছে। সোণালী ধানৰ গোন্ধ পথাৰ ভৰি বিয়পি পৰিছে। আঘোণৰ এই শেষ দিনকেটাত খাল-বিলৰ পানী শুকাই তললৈ নামিছে। পানী নামি আহি নদীত পৰিছে। সেই পানী আহি নদীত পৰাৰ শব্দ তাৰ কাণলৈ আহিছে। পথাৰৰ সিপিনে সূৰ্য্য লাহে লাহে ডুবিছে। পাৰৰ বট গছৰ ছাঁই চৰৰ বালি ঢাকি ধৰিছে। কাষতে এঠাইত পলস পৰিছে। ঠাণ্ডা পৰিছে। শীতৰ কাৰণে মাছবোৰে এতিয়া পানীত বেছিকৈ অহাযোৱা নকৰা হৈছে। মাত্ৰ সোণ পোকৰ শব্দ শুনা যায় চাৰিওপিনে। সিহঁত ধান খাবলৈ উৰি ফুৰিছে। নদীৰ পানীত কিছুমান চৰাইৰ ছাঁ পৰিছে। দক্ষিণপিনৰ পথাৰৰপৰা সিহঁত জাকে জাকে উৰি আহিছে। এদল মানুহ গাঁৱৰ বাটৰপৰা এইপিনে আহি আছে। সিহঁতে যেন কিবা কোৱামেলা কৰিছে। কাৰোবাৰ ঘৰত বোলে কেঁচুৱা হৈছে, এতিয়া একেটাই খবৰ, ঠাকুৰৰ ঘৰৰ ধনকৰ্তাই আঘোণৰ শেষত ল'ৰাৰ মুখ দেখিছে।

ঈছম চেখে কথাটো শুনিয়েই হাতৰ হোকাটো চৈৰ কাষত গুলোমাই থলে। চিলিমটো হোকাৰ মুৰৰপৰা নমাই উবুৰিয়াই থলে। তাৰ পিছত

চাপৰি বাহিৰলৈ ওলাই আহিল। মূৰৰ ওপৰত আকাশ, তলত তৰমুজ খেতি আৰু কাষেদি বৈ যোৱা সোণালী বালিৰ নদী। পানী, ফটফটীয়া, তলিলৈকে দেখা পোৱা পানী। ঈছমে ছায়াঘন পৃথিৱীখনৰ পশ্চিমলৈ চাই থিয় হ'ল। ক'লে, ছোভান আল্লা! সি বেছি সময় থিয় হৈ নাথাকিল। নদীৰ পাৰ এৰি বাটটোৱেদি খোজ ল'লে। ধনকৰ্তাই ল'ৰা পোৱালি পাইছে—বৰ আনন্দ—বৰ আনন্দৰ কথা। সকলো খোদাৰ মেহেৰবানী। বাটটোৰ দুফালে ধান—মাথোন ধান—কিমান দূৰলৈকে যে এই ধানৰ পথাৰখন গৈ আছে! ঈছমে চকু তুলি সকলো আকৌ এবাৰ চালে। বিয়লি বেলাৰ এইবিলাক বিচিত্ৰ ৰং চাই চাই তাৰ এনে লাগিল যেন ওচৰে পাঁজৰে এই গাঁওবোৰ—তাৰ কিমান চিনাকি! কিমান দিনৰ আপোন সকলো······বাটৰ দাঁতিত খাল, মাছবোৰে পানীত জপিয়াইছে। সি বাটটোৰ একাষত মাটিত গামোচাখন পাৰি ল'লে। ঘাঁহত কা নিয়ৰত গামোচাখন তিতিবলৈ ধৰিলে। তালৈ সি মন নকৰিলে। আঁঠুকাঢ়ি দাড়িখিনিত কেবাৰমান হাত বুলালে। ইবাৰৰ পিছত সিবাৰকৈ মাটিত কেবাৰমান মূৰটো লগাই লগাই তাৰ পিছত এবাৰ তন্ময় হৈ আকাশলৈ চাই ৰ'ল। আঘোণৰ শেষ আবেলিত ঈছমে নামাজ কৰিছে। বেলি ডুবিবলৈ ধৰা কাৰণে তাৰ ছাঁটো বহুত দূৰলৈকে দীঘল হৈ গৈছে। খালৰ পানীবোৰ বতাহত কঁপিছে। তাৰ ছাঁটোও কঁপিল। হালধীয়া ৰঙৰ ফৰিং কিছুমান মূৰৰ ওপৰত উৰি ফুৰিছে। সূৰ্য্যৰ সোণালী ৰঙত ঈছমৰ মুখখন আচৰিত ধৰণে ৰঙা হৈ উঠিছে। যেন কোনোবা ফেৰেস্তাৰ অলৌকিক পোহৰ আহি মানুহটোৰ মুখত পৰিছেহি। সি নামাজ শেষ কৰি আকৌ খোজ ল'লে। আৰু বাটত যাকে লগ পালে তাকে ক'লে, ধনকৰ্তাৰ ল'ৰা হৈছে। সি যেন সেই খবৰটোকে সকলোকে দিবলৈ তৰমুজ খেতিৰপৰা নাইবা সোণালী বালিৰ নদীৰ চৰৰপৰা উঠি আহিছে। সি বাটটো শেষ কৰি তামোল বাৰী এখনলৈ সোমাই গ'ল। বৈঠকখানাত মানুহৰ ভিৰ। কিছুমান বাহিৰতে বৈ আছে। সি সকলোকে আদাব দিলে আৰু ভিতৰলৈ

সোমাই গৈ সি সদায় বহা নিজৰ ঠাইখিনিতে বহি ধপাত সজাবলৈ ধৰিলে।

সোণালী বালিৰ নদীত বেলি ডুবিছে। কাছবোৰে ধান গছৰ আন্ধাৰৰ মাজে মাজে জুপুকা মাৰি আছে। এই কাছবোৰ ওপৰলৈ উঠি আহি অলপ টান মাটি পালেই কণী পাৰিবলৈ লয়। টোডাৰবাগৰ পিনে পথাৰত শিয়াল কিছুমানে মাতিলে। পানীৰ ডবকাবোৰৰ কাষত দুই এটা জোনাকী পৰুৱা জিল্‌মিলাই উঠিল। আন্ধাৰত পাখি মেলি মেলি জোনাকী পৰুৱাবোৰ উৰিবলৈ ধৰিছে। চৰাইবোৰৰ শেষ জাকটো গাঁৱৰ ওপৰেদি উৰি গ'ল। নিৰ্জন নিৰিবিল এই পথাৰ আৰু গাঁও। আন্ধাৰতো গম পোৱা যায়—মূৰৰ ওপৰেদি এজাক চৰাই উৰি গৈছে। চৰাইৰ জাকটো ক'লৈ উৰি গৈছে সি জানে। সিহঁত হাচান পীৰৰ দৰগাৰ ওচৰত থকা গছকেজোপালৈ যাব। তাতেই সিহঁতৰ বাহ। শীতৰ প্ৰকোপ নামি আহিলে সিহঁত দক্ষিণপিনৰ বিললৈ গুচি যাব। ঈছম এইবাৰ বহাৰপৰা উঠিল। ঈছমে ডাঙৰকৈ ক'লে, বুঢ়ীআই মই আহিছোঁ।।

দুৱাৰৰ বাহিৰলৈ আহি সৰুকৰ্তা থিয় হ'লহি।

—ঈছম আহিছিলি ?

—হয়। পিছে ধনকৰ্তাক খবৰ দিবলৈ পঠাইছেনে নাই ? কাকো পঠোৱা নাই যদি মোকে পঠাওক, খবৰ দি আহোঁ। লুঙি এখনো আদায় কৰি লৈ আহোঁ।

সৰু কৰ্তাই ক'লে, যা তেনেহলে। ধনদাদাক কবি, কাইলৈকে যেন ৰাওণা হয়। আৰু কবি চিন্তাৰ কোনো কাৰণ নাই। সকলো ভালেই আছে।

—অহ্‌ মই কিবা নকমনে আৰু! আপুনি কি যে কয়! পিছে আই বা ক'ত আছে।

—মা এতিয়া অশৌচীয়া ঘৰত আছে। তই বৰং বৰবৌক কগৈ তোক ভাত দিয়ক।

ঈছমে কলাপাত এখন কাটি আনিলে আৰু নিজেই পানী এঘটি লৈ

ভিতৰপিনে ভাত খাবলৈ বহিলগৈ। ক'লে, অ' বোলো বৰমামী এইফালে মোক দিয়ক।

বৰবোৱাৰী ওলাই আহিল আৰু ক'লে, হেৰ পাতখন ধুই ল।

ঈছমে পাতখনৰ ওপৰত পানী ছটিয়াই ল'লে। ক'লে—দিয়ক।

বৰ বোৱাৰীয়ে ঈছমক খাবলৈ দিলে। ঈছমে যেতিয়া খাই বৰ নিবিষ্ট মনে খায়। কেনিও এটা ভাত নেপেলায়। সি খোৱা চাই বৰ বোৱাৰীৰ বৰ ভাল লাগে। ঈছমলৈ চাই চাই তেওঁৰ তাৰ বিবিৰ কথা মনত পৰিল। নৰা খাগৰিৰ বেৰাৰে ঈছমৰ ভগা ঘৰত থকা তাৰ পঙ্গু বিবিৰ কথা মনত পৰি বৰ বোৱাৰীৰ যেন কিবা এটা মায়া উপজিল। আনদিনাৰ দৰে আজিও তেওঁ ক'লে, পেট ভৰাই খা—ঈছম। আৰু অলপ দালি আৰু মাছ দিম নেকি? ভালেখিনি দূৰ বাট যাবি নহয়, যাওঁতে যাওঁতেই ৰাতি পুৱাব।

ঈছমে একান্তমনে খাবলৈ ধৰিলে, আৰু দহহাতমান দূৰৰ অশৌচীয়া কোঠাটোলৈ মাজে মাজে মূৰ দাঙি চালে। সেইটো ঘৰতে ধনমামী আছে আৰু বুঢ়ীআই আছে। ঈছমে ঘৰটোৰ চাৰিওপিনে বেতগছৰ পাত আঁৰি থোৱা দেখিলে।······গছৰ ডাল এডাল দুৱাৰমুখত সি দেখা পালে। কোঠাৰ ভিতৰত চাকি জ্বলি আছে। কেঁচুৱাটোৱে দুবাৰ কেওঁ কেওঁকৈ কান্দি উঠিল। তিতা কাঠৰ গোন্ধ, ধোঁৱাৰ গোন্ধ, ধূপৰ গোন্ধ সকলো মিলি ঘৰখনত এটি নবজাতকৰ জন্মৰ পৰিবেশ সৃষ্টি কৰিছে। টিঙৰ ঘৰটো, কৰদৈ গছৰ ছাঁ—ধনমামী বৰমামী—এই ঘৰৰ বৰকৰ্তাৰ মূৰৰ বিকাৰ, কথাটো মনত পৰাৰ লগে লগেই ঈছমে সুধিলে, বৰমামী, বৰমামাক দেখা নাই দেখোন!

বৰবোৱাৰীয়ে ডাঙৰ ডাঙৰ চকু দুটা মেলি ঈছমৰ পিনে মাত্ৰ এবাৰ চালে। মুখেৰে একো নামাতিলে। মুখেৰে কিবা ক'লেই হয়তো দু-চকুৰেদি পানী বাগৰি আহিব। ঈছমে তেওঁৰ চকু দুটা দেখিয়েই যেন বুজিব পাৰিলে বৰমামা ঘৰত নাই। নাইবা ক'ত থাকে, ক'লৈ যায় কোনেও একো খা-খবৰ নাৰাখে। খবৰ ৰাখিবলৈ কাৰো সময়ো নাই।

নাইবা খবৰ ৰখাৰ প্ৰয়োজনো নাই। ঈছমে দালিৰে সানি লোৱা ভাত গৰাহ হাপোচ্‌কৈ শব্দ এটা কৰি মকৰাই পোক গিলাদি গিলি থলে। বৰমামী এতিয়া ওচৰত নাই; বৈঠকখানাতো মানুহৰ ভিৰ পাতলি আহিছে। বৰমামীৰ ডাঙৰ ল'ৰা আৰু ধনমামীৰ ডাঙৰ ল'ৰা দুয়ো পাকঘৰত বহি লৰালৰিকৈ ভাত খাই লৈছে।

ঈছমে বৈঠকখানাৰপৰা লাঠী এডাল আৰু লেম্ এটা ল'লে, গামোচাখনেৰে মূৰত পাগুৰি এটা মাৰি ল'লে। এই আঘোণমহীয়া ঠাণ্ডাত বোকাপানী ভাঙি যাব লাগিব। খাল পাৰ হ'ব লাগিব, বিল পাৰ হ'ব লাগিব। মূৰত গামোচা মাৰি সি দহ মাইল বাট বুলিব লাগিব। ক'ৰবাত খালৰ পাৰে পাৰে, ক'ৰবাত দলঙৰ ওপৰেদি, কেতিয়াবা মনে মনে নিমাত হৈ, কেতিয়াবা গাজীৰ গীত গাই গাই ঈছমে সুদীৰ্ঘ পথ খোজকাঢ়ি যাব! ঈছমে পাকঘৰটো পাৰ হৈয়ে দেখিলে কুৱঁাৰ পাৰত আন্ধাৰত থিয় হৈ বৰমামীয়ে যেন কাৰোবাৰ কাৰণে বৈ আছে। ঈছমক দেখিয়েই তেওঁ ক'লে, ঈছম চাবিচোন—তোৰ মামাৰক বৰগছৰ গুৰিত পাৱনেকি? তইতো সেই বাটেদিয়েই যাবি।

ঈছমে বাঁহ কেজোপা পাৰ হৈ সমুখৰ মুকলি পথাৰৰ আন্ধাৰৰ পিনে আগুৱাই যোৱাৰ লগে লগে ক'লে, আপুনি ঘৰলৈ যাওক বৰমামী, বাটত যাওঁতে যদি পাওঁ পঠাই দিম। এইবুলি ঈছম লাহে লাহে পথাৰৰ অন্ধকাৰত মিলি গ'ল। ঈছমক আৰু দেখা নোপোৱা হ'ল. মাত্ৰ পথাৰৰ মাজত তাৰ হাতৰ জ্বলি থকা লেমটো দুলিবলৈ ধৰিলে।

ঈছমৰ সোঁ হাতত লাঠী, বাঁও হাতত লেম। আঘোণ মাহ। নিয়ৰ পৰিছে। এতিয়াও ধানখেতিৰ মাজৰ আলিবোৰ ওলোৱা নাই। ধাননিৰ কাষে কাষে মাথোন সৰু বাট এটা। বাটটোৰপৰা বাৰিষাৰ বৰষুণৰ পানী নামি গৈছে যদিও বাটৰ মাটি এতিয়াও শুকুৱা নাই, বোকাত ভৰি সোমাই যাব খোজে যদিও একেবাৰে সোমাই নাযায়। যেন কোমল মাটিৰ ওপৰত তাল দি দি ঈছমে খোজ কাঢ়িবলৈ ধৰিলে। গাঢ় অন্ধকাৰত ঈছমে হাতৰ লেমটো আৰু নিজৰ গাটোৰ বাহিৰে অন্য একো

দেখা নাপালে। এই অঞ্চলত হেমন্ত কালতে শীত পৰিবলৈ আৰম্ভ কৰে। শীতৰ কাৰণে জোপোহা বনৰ মাজত কীট পতঙ্গবোৰ যেন একেবাৰে নিমাত হৈ আছে। ঈছমে লেমটো ওপৰলৈ তুলি ধৰি এটুকুৰা ওখ ঠাইত উঠিল। কাষতে কেৰেলা খেতি। সিকাষতে টেবাৰ পুখুৰী আৰু সেইজোপা বটগছ। ইয়াতে বহুত ৰাতিলৈকে বৰকৰ্তা বহি থাকে। ইয়াতেই বহুতদিন গভীৰ ৰাতি বৰকৰ্তাক বিচাৰি পোৱা গৈছে। ঈছমে লেমটো তুলি লৈ বৰকৰ্তাক বিচাৰিলে। জোপোহাবোৰৰ মাজে মাজে জোনাকী পৰুৱা। বটগছৰ জৰীবোৰ মাটিলৈকে নামি আহিছে। গছৰপৰা নামি অহা অতি পুৰণি জৰীবোৰে বেলেগ বেলেগ কিছুমান ঘৰৰ নিচিনা আকৃতি আৰু ছায়া সৃষ্টি কৰিছে। সি মাতিলে—বৰমামা আছেনেকি ? সি একো উত্তৰ নাপালে। তথাপি লেমটো ওপৰলৈ তুলি ধৰি সি গছজোপাৰ চাৰিওপিনে বিচাৰিবলৈ ধৰিলে। তেওঁ ইয়াত নাই। সি ভাবিলে, বৰমামা আজি অন্য ক'ৰবালৈ গৈছে। ঈছমে আকৌ ওখ ঠাই টুকুৰাৰপৰা তললৈ নামি আহিল, আৰু চাৰিওপিনে এবাৰ চাই দেখিলে—দূৰত গাঁও, গাঁৱৰ ঘৰবোৰত জ্বলি থকা লেম চাকিৰ পোহৰ ; হাচিমৰ মনিহাৰি দোকানত হেচেক লাইটৰ পোহৰ, হঠাৎ নলাটোৰ এঢ়াতিৰপৰা ঈছমে কোনোবা মানুহৰ মাত শুনা যেন পালে।

সি মাতিলে—কোন সেয়া ?

অন্ধকাৰৰ মাজৰপৰা উত্তৰ আহিল, তুমি কোন ?

—মই ঈছম চেখ। টোঙাৰবাগৰ ঈছম। ঈছমে যেন আৰু ক'ব খুজিলে, মই গয়না নাৱৰ মাঝি আছিলোঁ। এতিয়া ঠাকুৰহঁতৰ ঘৰত খাই বৈ দিন কটাইছোঁ। আন্ধাৰলৈ মোৰ ভয় নাই। বাবু ভদ্ৰলোকৰ সৈতে মোৰ বাস। নদীৰ চৰত খেতিৰ পহৰা দিওঁ। ঠাকুৰহঁতৰ ঘৰৰ চাকৰ মই। বয়স বাঢ়িছে, এতিয়া আৰু গয়না নাও চলাব নোৱাৰা হৈছোঁ।

—মই এইপিনে আছোঁ, হাচিম ভূঞা, কলাগছা গাঁৱৰ হাচিম।

—অহ্ হাচিম ভাই হেৰা, কৰিছা কি ইয়াত ?

—মাছ ধৰিছোঁ। পানীৰ মুখত কাৰৈ মাছৰ জাল পাতি ৰহি আছোঁ। পিছে এই ঘিট্‌মিটিয়া আন্ধাৰত ক'লৈ ওলালা ?

—মুড়াপাড়া পামগৈ। ধন কৰ্তাৰ ল'ৰা হৈছে। খবৰটো দি আহিব-গৈ লাগে।

—ধন কৰ্তাৰ ল'ৰা-ছোৱালী কেইটিনোহে ?

—এইটো ধৰি ল'ৰা দুটা। হেৰা তোমাৰ হাতত কাঠি আছেনে, বিৰিটো জ্বলাই লওঁ।

ঈছমে বিৰি এটা জ্বলালে। বৰকৰ্তাৰ কাৰণে তাৰ মনটো বেয়া লাগি আছে। বৰমামা ঘৰলৈ ঘূৰি নাযায় মানে বৰমামী সেই আন্ধাৰত মানুহটোৰ কাৰণে বাট চাই ৰৈ থাকিব। সি সুধিলে, হেৰা বৰমামাক দেখিছিলানে ?

—দুপৰীয়াতে দেখিছিলোঁ, নদীৰ চৰেদি খোজকাঢ়ি গৈ থকা !

ঈছমে যেন দুখৰ সুৰত ক'লে, তোমাৰ আমাৰনো কি দুখ ভাই ! ঈছমে পুনৰ খোজ ল'লে। সি হন্‌হন্‌কৈ আগুৱাই গ'ল। ফাওচাৰ খাল যাতে সময় মতেই পাৰ হ'ব পাৰে সেই চিন্তাত সি বেগাই খোজ দিলে। হাট ভঙাৰ আগে আগে যাব পাৰিলে সি গুদাৰা নাৱৰ মাঝি পাব। নহলে এই ঠাণ্ডাত সাঁতুৰি খাল পাৰ হ'ব লাগিব। ঠাণ্ডাৰ কথা ভাবিয়েই তাৰ গাটো যেন কোঁচ খাই যাব খুজিলে।

ইচ্ছা কৰিলে ঈছমে এটা চমু বাটেদি খালৰ পাৰ পাবগৈ পাৰে। কিন্তু এটা অজান ভয়, বিশেষকৈ বামন্দি চুকৰ বুঢ়া শিমলুজোপা আৰু গছজোপাৰ স্বৰগ পৰি মৰা ডাল দুটালৈ যথেষ্ট ভয়। তাৰ তলতেই কবৰতলী, অনাদি কালৰপৰা থকা মানুহৰ কবৰ, এহেজাৰৰ ওপৰ হ'ব, বেছিও হ'ব পাৰে—। সেই ভয়তে সেইটো বাটেদি খালৰ পাৰত গৈ উঠিবলৈ ঈছমে মন নকৰিলে।

ঈছমে হাতৰ লাঠিডাল আৰু টানকৈ খামুচি ধৰিলে। ভয় লাগিলেই সি আকাশলৈ মূৰ তুলি চায়। আল্লা মেহেৰবান। সি যেন আচমানত তাৰ সেই মেহেৰবানক বিচাৰি থাকে। অজস্ৰ তৰা বিন্দু বিন্দু হৈ

জ্বলিছে। তলত মাত্ৰ গাঢ় অন্ধকাৰ। দূৰত গাঁৱৰ চাকিৰ পোহৰ, হেচেক লাইটৰ পোহৰ, গছ-গছনি আৰু জোপোহাবনৰ ফাঁকে ফাঁকে এতিয়া দেখা পোৱা যায়। অলপ দূৰেদি পানী ভাঙি ভাঙি কোনোবা মানুহ গৈছে—সিহঁতৰ হাতত লেমচাকি একো নাই—পানীত সিহঁতৰ ভৰিৰ শব্দ মাত্ৰ শুনা গৈছে। সিহঁতৰ কিছুমান কথা-বতৰা ঈছমৰ কাণত পৰিল।

সি ক্ৰমে খালৰ পিনে নামি গৈ থাকিল। ধান গছত লাগি থকা নিয়ৰত তাৰ আঁঠুলৈকে তিতিছে। ঈছমে পথাৰৰ বাটৰপৰা লাহে লাহে সোঁফালে আঁতৰি যাবলৈ ধৰিলে। এই অঞ্চলত কোনো মানুহৰ সাৰসুৰ নাই। বহল পথাৰখন এজনী গাভিনী গৰুৰ দৰে অন্ধকাৰত শুই আছে। হাটৰপৰা উভতি অহা কোনো মানুহ এতিয়া এইটো বাটত নাই। ধানৰ ভৰত গছবোৰ বাটৰ ওপৰত আহি পৰিছেহি। সি লাঠীৰে গছবোৰ দুইকাষে আঁতৰাই আঁতৰাই বাট উলিয়াই গৈছে। খালৰ পাৰত গৈ দেখা পালে গুদাৰা সিপাৰত। মাঝিয়ে সিপাৰত নাও বান্ধি গুচি গৈছে। নাওখন অস্পষ্টভাৱে দেখা যায়। বাঁও হাঁতিয়েদি সি কেখোজমান আগুৱাই গ'ল। অদূৰত যেন এনে লাগিল আকাশৰ সতে এটা লণ্ঠন ওলমি আছে। ঈছমে জানে, এই সময়ত জালোৱাৰ নাও থাকিব লাগে। বাৰিষাৰ পানী এতিয়া বিলৰপৰা নামি আহিছে। বাৰিষা এই অঞ্চলত জোৱাৰত উঠা পানী এতিয়া আঘোণ মাহত শুকাই তললৈ নামিবলৈ ধৰিছে। পানীৰ সৈতে মাছ আৰু কাছও নামিছে। জালোৱাবিলাকে থিয় জাল লৈ ইয়াত মাছ ধৰিবলৈ আহে। খালত জাল পেলাই থৈ জালোৱাবিলাকে আন্ধাৰত জুপুকা মাৰি বহি থাকে। ঈছমে জ্বলি থকা সেই লণ্ঠনটোৰ ওচৰলৈকে খালৰ পাৰেদি আগুৱাই গ'ল, আৰু পাৰৰপৰাই থিয় হৈ মাতিলে. হেৰা মই ঈছম। মোক পাৰ কৰি দিবানে? মই খবৰ এটা লৈ আহিছোঁ, এঠাইত দিবগৈ লাগে। ধনকৰ্তাৰ ল'ৰা হৈছে।

তাৰ পিছত সি চাৰিওপিনে চাই ডাঙৰকৈ ক'লে, বৰ মামা ইয়াত

আছেনেকি! বৰমামা! বৰমামীয়ে আপোনাৰ কাৰণে বাট চাই বহি আছে। আপুনি ঘৰলৈ যাওক।

কোনো উত্তৰ নাহিল। মাত্ৰ নাও এখন সিপাৰৰপৰা ভাঁহি আহিল। নাৱৰপৰা শুনা গ'ল, ধন কৰ্তাৰ ল'ৰা হৈছে?

ঈছমে ক'লে—হোঁ।

—তেন্তে কাইলৈ যাব লাগিব। ডাঙৰ মাছ এটা লৈ যাম। মাছ এটা দি কামিজ এটা খুজি লম। সেইবুলি সি নাৱৰ পাটখন তুলি জীয়াই থোৱা ডাঙৰ মাছ এটা উলিয়াই আনিলে। ঈছমে যেন কিবা এটা ভাবিলে। অতি অবলা দুটি চকু। যেন এটা পগলা মানুহ, নিৰন্তৰ পথেঘাটে ঘূৰি ফুৰিছে। ফলফুল পখী চাই ঘূৰি ফুৰিছে, এই চকু দুটা দেখিলে পগলা মানুহটোৰ চকু দুটা মনলৈ ভাঁহি উঠে। বৰ-মামীয়ে ডাঙৰ ডাঙৰ চকু দুটা মেলি আশাৰে বাট চাই আছে। কেতিয়া ঘূৰিব মানুহজন। সি সুধিলে, বৰমামাক দেখিছিলানে?

মানুহটোৱে উত্তৰ দিলে, নাই বৰকৰ্তাক আজি দেখা নাই। ঈছমে আৰু একো কথা নক'লে। এই পথাৰ আৰু চাপৰিতে পগলা মানুহ-জন সদায় ঘূৰি ফুৰে। আন্ধাৰত ক'লৈ যায়, কাক বিচাৰি ফুৰে, সেই-বোৰ সি একো বুজি নাপায়। জালোৱাটোৱে ঈছমক খাল পাৰ কৰি দিলে। সি আকৌ পথাৰৰ বাটেদি খোজ ল'লে।

এতিয়া ইয়াত মৰাপাটৰ কাৰণে মানুহে মাটি ভাঙিছে। পথাৰত এতিয়া কোনো শস্য নাই। এই সময়ত মাটিমাহ, খেচাৰিমাহ আদি ইয়াত থাকিব লাগিছিল। কিন্তু একোৱেই নাই দেখোন! মাত্ৰ শূন্য পথাৰ। মাত্ৰ কোঁচা কোঁচা দাড়িৰ দৰে মৰাপাটগছৰ গুৰিবোৰ থিয় হৈ আছে। যোগীপাৰাত ইমান ৰাতিও তাঁত বোৱাৰ শব্দ শুনা গৈছে। সি গাঁৱৰ বাটত উঠিবলৈ পথাৰৰ মাজেৰে পোনাই খোজ লৈছে। জালোৱাইঁতৰ নাওবোৰ আৰু এতিয়া দেখা নোপোৱা হৈ আহিল। মাত্ৰ থিয় জালৰ দীঘল খুটিৰ মূৰত লণ্ঠনৰ পোহৰে যেন পিছফালৰপৰা ধ্ৰুবতৰাৰ দৰে পথৰ দিক নিৰ্দেশ দিছে। সি কিমান পথ

খোজ কাঢ়িলে, আৰু কোনপিনে উঠিবগৈ লাগিব—অন্ধকাৰত সেই পোহৰখিনিয়ে জনাই দিলে। এই পথাৰ শেষ হ'লেই সেই বুঢ়া শিমলু-জোপা দেখা যাব। দিনত এই পথাৰৰপৰাই গছজোপা স্পষ্ট দেখা যায়। সেই গছজোপাৰ ওচৰৰ গাঁওখনত এবাৰ মড়ক লাগিছিল—ঈছমে যেন ভয়ে ভয়ে বেগাই খোজ ল'লে। শিমলুজোপা ইমান দূৰত থকা সত্ত্বেও ঈছমে মনৰপৰা ভয় আঁতৰাব পৰা নাই। সি যিমান দূৰে দূৰে গৈছে তিমানেই অনুভৱ কৰিছে যেন গছজোপা তাৰ ওচৰ চাপি আহিছে। সোঁহাতলৈ প্ৰায় দুমাইলমান পথ গলেহে সেই গছ আৰু কবৰস্থান পোৱা যাব,—সি টিলা এটাৰপৰা উঠি সেইপিনে চাওঁতেই সেই দূৰত্ব অনুমান কৰিব পাৰিছিল। এদিন হাটৰপৰা ঘূৰি আহোঁতে ৰাতি সি শিমলুজোপাৰ মূৰত বন্তি এগছি জ্বলি থকা দেখিছিল —সি অতি বেগাই খোজ কাঢ়ি গৈ যোগীপাৰাত উঠিছিলগৈ। সি ভাবিলে কোনোবাই যদি তাক দেখে সি ক'ব, আহিলোঁ এই কবৰস্থানৰ মাজেৰেই। কাৰণ ঈছমৰ দৰে সাহসী মানুহ আৰু কোনোবা আছে জানো! এই গোটেই তল্লাতে সি এটা অতি সাহসী মানুহ বুলি সকলোৱে জানে। গতিকে শিমলুগছজোপালৈ তাৰ ভয়ৰ কথা সি কাকো খুলি নকয়। নিজকে সাহসী বুলি ভাবি, সি দিনত বা ৰাতি যেতিয়া হওক, মনৰ ভিতৰতে ভয় লুকাই ৰাখি, চকু মুদি এই ঠাই টুকুৰা পাৰ হয়। যোগীপাৰাত উঠিয়েই মানুহৰ শব্দ, যতঁৰ আৰু মাকোৰ খট্‌খট্ শব্দত ভয়টো পাতলিল। তাৰ পিছত এটা চিনাকি মাত শুনা যেন পাই সি ডাঙৰকৈ ক'লে, সেইটো আমাৰ চাচাৰ মাত যেন পাইছোঁ!

—তুমি?

—মই ঈছম।

—ইমান ৰাতি!

—মুড়াপাড়ালৈ যাওঁ। ধনঁ কৰ্তাই ল'ৰা পোৱালি পাইছে খবৰটো দি আহোঁগৈ। পিছে আপোনাৰ গা কেনে?

—ভাল নহয় অ' ভাইজান। ভাল নহয়। অলপ বৈ ক'লে, বৰ-কৰ্তাৰ মূৰৰ গণ্ডগোলটো আৰু ভাল নহ'লেই নহয়?

—নাই, ভাল হোৱা নাই চাচা—

—শুনিলোঁ বুঢ়া কৰ্তাই আৰু এতিয়া চকুৰে একেবাৰে নেদেখা হৈছে।

এৰা নেদেখাই হৈছে। গোটেই দিন ঘৰতে বহি থাকে। বৰ মামী আৰু বুঢ়ী আয়ে অনবৰত দেখা শুনা কৰি থাকিব লাগে।

—ডাঙৰ পুতেকটো হ'ল পগলা, তেওঁ হ'ল চকুৰে নেদেখা—

—হয় দিয়ক চাচা!

—অলপ বহি যা। ধপাত এচিলিম খা।

—অইন এদিন বহিম চাচা। আজি যাবলৈ দিয়ক। ঈছমে কৈ কৈ চৈয়দ মিস্ত্ৰিৰ শুকান মৰাঠাৰিৰ ছাং পাৰ হৈ ৰামপদ যোগীৰ আম বাগিচাৰ মাজেৰে যোৱা বাটত উঠিল। তাৰ পিছত গাঁৱৰ মচ্‌জিদ পাৰ হৈ আকৌ পথাৰৰ মাজৰ বাটত উঠাৰ লগে লগেই শিমলু গছজোপাৰ কথা মনত পৰিল। মনৰ ভিতৰত সাহস আনিবলৈ জোৰে জোৰে ক'লে, এলাহী ভৰসা! গছজোপা যেন ক্ৰমে চয়তান হৈ উঠিছে। চয়তানৰ দৰে যেন তাৰ পিছ লৈছে! মাজে মাজে তাৰ হাতৰ লাঠীডাল আৰু লেমটো বৰ গধুৰ গধুৰ লগা হৈছে। সি ভাবিলে, এনে হোৱাৰতো কথা নাই! সি ভাবিলে, কত নিশা, কিমান দূৰ কত মানুহৰ ভালবেয়া কত খবৰ লৈ সি এইপিনে অহাযোৱা কৰিছে। কিন্তু আজি দেখোন ফওচাৰ চুক পাৰ হওঁতেই ইমান পৰ লাগিছে। শিমলু গছজোপা বৰ ওচৰ চাপি অহা যেন লাগিল তাৰ। তাক যেন পাছ ফালৰপৰা খেদি আহিছে, মাজে মাজে গছজোপা সমুখৰ পৰাও অহা যেন লাগিল তাৰ। সি দুবাৰমান লাঠীডাল মূৰৰ ওপৰত শূন্যতে বন্‌বন্‌কৈ ঘূৰালে। তাৰ পাইক খেলাৰ কথা মনত পৰিল। লাঠীখেলৰ ওস্তাদ ঈছমে এই পথাৰৰ গছজোপাকে প্ৰতিপক্ষ বুলি ভাবি লৈ মাজে মাজে লাঠী ঘূৰাই যাবলৈ ধৰিলে। লেমটো সি বাঁওহাতে লৈ সোঁহাতেৰে মূৰৰ ওপৰেদি লাঠী ঘূৰাই

ঘূৰাই গৈ থাকিল। ধান গছবোৰে যেতিয়া ভৰিত পকাই ধৰে সি লাঠীৰে গছবোৰ আঁতৰাই আগুৱাই গৈ থাকে। ভৰিত নালাগিলেও সি মাজে মাজে লাঠীডালেৰে ধান গছবোৰ এফলীয়া কৰি গৈছিল, কিছু নিজক অন্যমনস্ক কৰি ৰাখিবলৈ, কিছু বাটটো মুকলি কৰাৰ উদ্দেশ্যে। পথকুৱা বাটটোত নামিয়েই ঠাণ্ডাত তাৰ গাটো জঠৰ হৈ পৰা যেন লাগিছে। ভীষণ টান হটঙা শৰীৰ ঈছমৰ। এই বুঢ়া বয়সতো সি গলধন থিয়কৈ ৰাখিব পাৰিছে! অথচ এই ৰাতি, অন্ধকাৰ, প্ৰকাণ্ড বিলৰ কাষে কাষে অন্তহীন পথাৰ আৰু এইযে শিমলুজোপাই তাক ইমান পৰে পাছে পাছে খেদি আহি আছে—এই সকলো মিলি তাৰ যেন কিবা এটা গোলমাল লাগি গৈছে। ঈছমে লেমৰ পোহৰত যেন বাটটো নেদেখা হৈ পৰিছে। এই বিলখন শেষ হ'লেই আকৌ এখন গাঁও, কিছুদূৰ গাঁৱৰ মাজে মাজে বাট —তাৰ পিছত গোলকোন্দাৰ ভূতৰ দলং আৰু পুৰী পূজাৰ বাকৰি। তাৰ পিছত আকৌ ইখনৰ পিছত সিখনকৈ গাঁও। কিছুদূৰ গৈ বুলতাৰ বিল আৰু নমঃশূদ্ৰ পাৰা—পেড়াব—পোনাৰ আৰু মাচাৰ গাঁও।

অন্ধকাৰ কাৰণেই আকাশত তৰাবোৰে ইমান বেছি জল জল কৰিছিল! বিলৰ মাটি, তললৈ নামি নামি যেন পাতাললৈহে গৈ আছে। খৰালিৰ আলিবোৰ এতিয়াও ভালদৰে ওলোৱা নাই। আঘোণ গৈ পুহ আহিলে, ধান কটা হ'লে আলিবোৰ ওলাই পৰিব। এতিয়া বিলৰ মাজেৰে বাট উলিয়াই সিপাৰত উঠা বৰ কষ্টকৰ।

বহুত সময় ধৰি ঈছমে আগৰ চিনাকি আলি এটা বিচাৰিবলৈ ধৰিলে। মেলা চাবলৈ নাইবা, গাঁৱৰ উচৰলৈ যাওতে মানুহবোৰে সেই আলিটোৱেদি বিলৰ সিপাৰত উঠে। ধানৰ মাজত সোমাই আলিটো যেন ক'ত লুকাই আছে! সি লাহে লাহে সন্তৰ্পণে ধান গছ তুলি তুলি আগুৱাই যাবলৈ ধৰিলে। সি এবাৰ বাটটোত উঠা যেন পালে, কিন্তু অলপ দূৰ গৈয়েই গম পালে, নাই সি ঠিক বাটেদি যোৱা নাই। বাটটোৱে তাৰ সৈতে এই বিলৰ পাৰৰ ধাননিৰ মাজত যেন লুকাভাকু খেলিছে। তাৰ পিছত সি ঠিক কৰিলে বিলৰ মাটিৰ মাজেদি নগৈ কাষে কাষে গৈ

থাকিলেই নিশ্চয় গাঁৱৰ বাটত উঠিবগৈ পাৰিব। সি মনতে আকৌ মাতিলে, এলাহী ভৰসা। সি ৰাতিৰ ভিতৰতেই এই বিল এই পথাৰ অতিক্ৰম কৰিব লাগিব, অন্ধকাৰ বাট যিমান অচিনাকি হওক চয়তানৰ চকু যিমান ভয়ংকৰ হওক সি এইখন পথাৰ পাৰ হৈ পিছৰ পথাৰখনত উঠিবগৈ। ধনকৰ্তাক সি খবৰ দিবই।

একোবাৰ তাৰ মনটো অতি দৃঢ় হৈ উঠিল, আকৌ কেতিয়াবা ভয় আৰু সংশয়ত তাৰ মন দুৰ্বল হৈ পৰিল। সি যেন ক্ৰমে বিলখনৰ মাজত ডুবি যাবলৈ ধৰিছে! তাৰ এনে লাগিছে যেন সি একে ঠাইলৈকে ঘূৰি ঘূৰি উভতি আহিছে। সি অকলে আগুৱাই যাব পৰা নাই। এবাৰ সি নিজে নিজে ক'লে, খোদা ভৰসা। সি যেন ঘূৰি ঘূৰি একে ঠাইলৈকে উভতি আহিছে। তাকে পৰীক্ষা কৰি চাবলৈ হাতৰ লাঠীডাল ধান গছ অলপ ফাঁক কৰি বোকা মাটিত পুতিলে। সি নিৰ্দিষ্ট ঠাইখিনিৰ চিন ৰাখিবলৈ কেজোপামান ধান তুলি পেলালে। এটা ক্ৰচৰ দৰে কৰি ধান কেজোপা মাটিত মেলি থলে।

বহুত সময় ধৰি এই বিল আৰু বিচাৰি নোপোৱা বাটটোৱে তাৰ সৈতে যেন ধেমালি খেলিলে। সি অলপ পৰ বহিল। বিশ্বচৰাচৰ নিথৰ, কোনো সাঁৰসুৰ নাই। এনে লাগিল যেন এই বিলখনো সেই পগলা ঠাকুৰৰ দৰে ৰহস্যময়। সি নিজৰ মনতে হাঁহিবলৈ চেষ্টা কৰিলে। কিন্তু ডিঙিটো তাৰ শুকাই গৈছে। ডিঙিৰপৰা সামান্য কাহ এটা উঠি আহিল। কাহৰ শব্দটো ততালিকে বিলৰ চাৰিওপিনে বিয়পি পৰিল। নিজৰ সেই শব্দটোকে তাৰ যেন অচিনাকি লাগি গ'ল। সি কাণ পাতি থিয় হৈ থাকিল। হঠাত তাৰ এনে লাগিল যেন বিলৰ পথাৰখন আৰু পগলা ঠাকুৰৰ দৰে ৰহস্যময় নহয়। নিঃসঙ্গ পথাৰখন আঘোণৰ নিয়ৰত তিতি তাৰ পঙ্গু স্ত্ৰীৰ দৰে যেন শুই আছে, নাইবা নিশাৰ কীট-পতঙ্গ জিলি উঁইছিৰিঙা সকলো মিলি শীতৰ বতৰৰ কাৰণে আৰ্তনাদ কৰিছে। শীত কেতিয়া আহিব, শীত কেতিয়া আহিব, কেতিয়া পথাৰ উদং হৈ পৰিব, ধানৰ কণবোৰ মুকলি পথাৰত পৰি থাকিব, আমি উৰি উৰি খাম,

উৰি উৰি নাচিম খেলিম, পোকবোৰে যেন সেইবুলি কৈ আছে। লগে লগে সি যিমানেই সেই আৰ্তনাদ শুনিবলৈ ধৰিলে যিমানেই সি বিষণ্ণ চিন্তা কিছুমানত মগ্ন হৈ পৰিল, তিমানেই আকৌ সেই ভয়াবহ শিমলু-জোপা মূৰত বন্তি জ্বলাই তাৰপিনে আগুৱাই অহা যেন লাগিল। সি যেন দেখা পালে শিমলু গছজোপাৰ মূৰত বন্তিগছ এবাৰ জ্বলিছে, এবাৰ নুমাইছে নাইবা নুমাই গৈ আকৌ ধনগুলৈ হৈ পৰিছে, তাৰ পিছত দূৰে দূৰে যেন খেলা দেখুৱাইছে। সি নিজকে ক'লে, ভাল এইখন হ'ল আজি ! এইদৰে বহি থাকিলে ভয়তে সি কোঙা হৈ যাব। সি এতিয়া উলটি ইয়াৰপৰা বেগাই দৌৰি গুচি যাব পাৰিলেই কোনোবা এখন গাঁৱত উঠিবগৈ পাৰিব।

সি হাতত লেমটো লৈ বেগাই দৌৰিবলৈ ধৰিলে। এবাৰ হাতৰ লেমটো দপ দপ্কৈ জ্বলি উঠিল। লেমটো নুমাই যায় বুলি সি বেগাই দৌৰিবও নোৱাৰা হ'ল। আঁঠু দুটাত তাৰ জোৰ নোহোৱা যেন লাগিল। বাৰে বাৰে সি পিছলৈ ঘূৰি ঘূৰি চাবলৈ ধৰিলে। সি এবাৰ দেখিলে, স্পষ্ট দেখা পালে, শিমলু গছজোপা সঁচাই আগুৱাই আহিছে। সি দেখিলে গছৰ মূৰত বন্তি এগছ আৰু গছৰ ডালে ডালে মৰা শ কিছুমান ওলমি আছে। সি যেন আকৌ সেই ক্ৰুছ দিয়া ঠাই টুকুৰালৈকে উভতি আহিল। ইমানপৰে সি তেন্তে একেটা বৃত্ততে ঘূৰি আছে। ঈছমে ভয়ত বিবৰ্ণ হৈ দস্যুৰ দৰে মাটিতে দুটামান গোৰ মাৰিলে। উভালি থোৱা ধানৰ কোচাবোৰ অন্ধকাৰত বিলৰ বুকুৰ বতাহত উৰিবলৈ ধৰিলে।

সি ভূতক উদ্দেশ্য কৰি ক'লে, হেৰ ভূতৰ পো, তই কি ভাবিছ ? বিলৰ পানীত মোক ডুবাই মাৰিবি ? কৈয়েই সি লাঠীডাল সমুখলৈ আনি ওপৰলৈ তুলি ঘূৰাবলৈ ধৰিলে। যিদৰে সি মহৰমৰ দিনা বাজনাৰ লগে লগে আগুৱাই পিছুৱাই, সোঁৱে বাঁৱে লাঠী ঘূৰায়, লাঠী আগুৱাই দিয়ে, পিছুৱাই আনে, সেইদৰে খেলা দেখুৱাই দেখুৱাই বিলৰ পাৰলৈ উঠিবলৈ ধৰিলে। বিলখন আৰু শিমলুজোপাৰ ভয়ত সি মৰো মৰো হ'ল। কিন্তু

খেলা দেখুৱালে হ'ব কি—কোনোবাই যেন তাক পিছলৈ টানিবলৈ ধৰিছে। তাৰ চাৰিওপিনে যেন আৰু কোনোবাই খোজ কাঢ়ি যাবলৈ ধৰিছে। এনে লাগিল যেন গোটেই বিলৰ বুকুত বহুতো মানুহৰ ভৰিৰ শব্দ ভাঁহি উঠিছে। এদল অবয়বহীন ভূত তাৰ লগে লগে খোজ লৈছে, মাতবোল কিন্তু একো নাই। অন্ধকাৰত সি যেন বিলৰ ওপৰলৈ উঠি যোৱাৰ সলনি তললৈহে নামি গৈছে। এবাৰ সি চিঞৰি উঠিল, খোদা এইবোৰ কি হৈছে! অ' ধনমামা—মোক ভূতে ধৰিলে, ধন মামা। সি হাতৰ লাঠী লেম সকলো দলিয়াই পেলাই বিলৰ পাৰত আলিয়ে আলিয়ে ঘূৰিবলৈ ধৰিলে। ধানৰ শীহে তাৰ ভৰি কাটিছে। সি বাৰে বাৰে একে ঠাইতেই ঘূৰিবলৈ ধৰিলে। আৰু তেনেতে দেখিলে, সেই ভূতৰ পোহৰটো ঠিক তাৰ চকুৰ ওচৰতে জ্বলিছে আৰু নুমাইছে। সেই পোহৰ হেজাৰটা চকুৰ দৰে হৈ পৰিল, আন্ধাৰত ভূতৰ দৰে চকুবোৰ জ্বলিবলৈ ধৰিলে। ঈছম আৰু লৰিব নোৱাৰা হ'ল, ধীৰে ধীৰে আলিৰ ওপৰত সংজ্ঞাহীন হৈ পৰি গ'ল।

লণ্ঠন এটা হাতত লৈ আগে আগে সুন্দৰ আলি আৰু পিছত ধন কৰ্তা,—চন্দ্ৰনাথ। চাৰিদিন আগতে তেওঁ স্ত্ৰী ধনবৌৰপৰা চিঠি এখন পাইছে। তেওঁ লিখিছে, মোৰ গা ভাল নহয়, এই সময়ত তুমি যদি কাষত থাকিলাহেঁতেন! চিঠি পায়েই চন্দ্ৰনাথে আৰু পলম নকৰিলে। মাজুদাদা বৰ কাছাৰীত আছিল। তেওঁৰ ওচৰলৈ গৈ ক'লে, দাদা মই এবাৰ ঘৰলৈ যাওঁ, আপোনাৰ বোৱাৰীয়েকে চিঠি দিছে, তেওঁৰ গা ভাল নহয়, সেয়ে এপাক আহোঁগৈ। ভূপেন্দ্ৰনাথেই লগত সুন্দৰ আলিক পঠাই দিছে। যাওঁতে বাটত ৰাতি হ'ব। চেৰেস্তাত কামৰ ছাপ বেছিকৈ পৰিছে, নহ'লে তেওঁ নিজেও এবাৰ ঘৰলৈ গ'লহেঁতেন। ইতিমধ্যে ল'ৰা হোৱা কথাটো জানিলে চন্দ্ৰনাথ হয়তো ইমান উদ্বিগ্ন নহ'লহেঁতেন! তেওঁ বেগাই খোজ দিবলৈ ধৰিলে। লগত লণ্ঠন সহ সুন্দৰ আলি। শীতলক্ষ্যাৰ পাৰে পাৰে কিছুদূৰ আহি, বাঁওহাতে বজাৰ এৰি থৈ মাচাৰ—পোনাৰ হৈ

বুলতাৰ বিল ধৰি ক্ৰমে আগুৱাই আহি আছে। পিয়দা সুন্দৰ আলিয়ে মাজে মাজে মাত্ৰ কাহি আহিছিল। চন্দ্ৰনাথৰ মুখত কোনো শব্দ নাই। নিৰ্ভয়ে নিঃসংকোচে সিহঁতে এতিয়া আহি এইখন পথাৰ পাইছেহি। পথাৰ পাৰ হ'লেই ফাওচাৰ খাল, তাৰ পিছত চাৰিমাইল পথ। ঘৰ পাবলৈ আৰু বেছি পৰ নাই। এনেতে হঠাত সুন্দৰ আলিয়ে চিঞৰি উঠিল, নায়েব মশাই খুন! সুন্দৰ আলিৰ হাতৰপৰা যেন লেমটো পৰি যাব খুজিলে। সুন্দৰ আলিয়ে পিছলৈ ঘূৰি দৌৰি পলাব খুজিলে। চন্দ্ৰনাথ হতভম্ব হৈ পৰিল, ইয়াত খুন ডকাইতি!

সুন্দৰ আলিয়ে ক'লে, পথাৰৰপৰা ওপৰলৈ উঠি আহক, নায়েব, মই তলেদি নাযাওঁ। চন্দ্ৰনাথে এইবাৰ ধমকি দি ক'লে, চাওঁ আহ কি খুন, কোনে খুন কৰিলে চাওঁ; চন্দ্ৰনাথে লেমটো তুলি সন্তৰ্পণে মাটিত পৰি থকা মানুহটোৰ মুখৰ ওপৰত লেমটো ধৰিলে। মুখখন চিনি পোৱা যেন লাগিল। ঠিকেই। তেওঁ তাৰ গাত ধৰি লৰাই দিলে। দেখিলে শ্বাস-প্ৰশ্বাস আছে। তেওঁ মাতিলে, ঈছম, তোৰ হ'ল কি? ঈছম, অ' ঈছম! ঈছমৰ গাত কোনো আঘাতৰ চিন নাই; তেওঁ তন্ন তন্নকৈ ঈছমৰ গোটেই গাটো চালে। তাৰ চকু দুটা হাতেৰে মেলি দি চালে। নাই, সকলো ঠিকেই আছে। তেওঁ বুজিলে ঈছমে আন্ধাৰত বিলৰ পথাৰত বাট হেৰুৱাইছে। তেওঁ বিলৰপৰা পানী আনি ৰুমালেৰে তিয়াই ঈছমৰ চকুৰে মুখে দিলে। অলপ পৰৰ পিছত ঈছমে জ্ঞান ফিৰাই পালে। চন্দ্ৰনাথে সুধিলে, ঈছম কি হ'ল তোৰ? ভয় খাইছ নেকি? মই তোৰ ধনমামা।

ঈছমে চকু মেলি লাহে লাহে চালে। প্ৰথমে সি বিশ্বাস কৰিব পৰা নাছিল। হয় নহয় ভাবি সি মাতিলে, ধনমামা, আপুনি ধনমামা! তাৰ পিছত যেতিয়া সঁচাই বুজি পালে, ধনমামা হয়—তেতিয়া তেওঁলৈ চাই চাই সি কান্দি পেলালে। ধনমামা মোক আজি ভূতে ধৰিছিল—পৰুৱাই পাইছিল। গোটেইখন বিল পথাৰ ঘূৰাই মাৰিলে। মোৰ এইটো আৰু মানুহৰ দেহা হৈ থকা নাই ধনমামা।

—ব'ল, এতিয়া লাহে লাহে খোজ ল। বিললৈ তই আহিছিলি কিয় ?

এতিয়াহে ঈছমৰ সকলো কথা মনত পৰিল। কিয় আহিছিল এই পথাৰলৈ, ক'লৈ যাব, কি কৰিব, কি খবৰ দিবগৈ লাগে—সকলো এটা এটাকৈ মনত পৰিল। ধনমামা—আপোনাৰ—আপোনাৰ ল'ৰা হৈছে। মই আপোনাৰ ওচৰলৈকে খবৰ দিবলৈ আহিছিলোঁ, বাটত এই কাণ্ড—ভূত।

ধনকৰ্তাই কি ক'ব একো ভাবি নাপালে। বিলৰ মাটিত আন্ধাৰত থিয় হৈ ওপৰলৈ চালে, আকাশত হাজাৰ নক্ষত্ৰ। ঠাণ্ডা বতাহ এছাটিয়ে নতুন ধানৰ গোন্ধ কঢ়িয়াই আনিছে। ঈছমে ক'লে, ব'লক এতিয়া ধনমামা, লাহে লাহে গৈ থাকোঁ। খোজ লবলৈ ধৰি অতি সংকোচেৰে সি ক'লে —মোক কিন্তু লুঙি এখন দিব লাগিব।

তেওঁলোকে গৈ গৈ এসময়ত ট্যাবাৰ পুখুৰীৰ পাৰত উঠিল। জৰী গছজোপা পাৰ হ'ব খোজোঁতেই ঈছমে কিবা এটা মন কৰি মাতিলে, বৰমামা আছে নেকি ? অ' বৰমামা ! কোনো উত্তৰ নাহিল। পুখুৰীৰ পাৰত বহুতো জোপোহা হাবি। ইমান ৰাতি এই জোপোহাবোৰৰ মাজত কোনোবা বহি থাকিলে কোনো ৰকমেই ধৰিব নোৱাৰি। দিনৰ পৰতে তাত কোনোবা সোমাই থাকিলে ধৰিব নোৱাৰি। ঈছম আৰু চন্দ্ৰনাথে অযথা আৰু বিচৰাৰ চেষ্টা নকৰিলে। কেৰেলা খেতি পাৰ হৈ আকৌ পথাৰৰ আলিত খোজ লওঁতেই হঠাত ধাননিৰ মাজত যেন কিবা এটা খচ্‌খচ্‌ শব্দ শুনা গ'ল। ধাননিত এতিয়াও অলপ অলপ পানী আছে। ভৰিৰ পতা ডুবোঁ নুডুবোঁ হৈ থাকে। ঈছমে লেমটো তুলিয়েই দেখিলে, বৰকৰ্তা। ধাননিৰ মাজত তেওঁ যেন তলমূৰকৈ বহি আছে। ঈছম ধাননিৰ মাজলৈ সোমাই গ'ল—উঠক, ঘৰলৈ যাব লাগে। বৰমামী আপোনাৰ কাৰণে বৈ আছে। বৰকৰ্তাৰ মুখত কোনো পৰিৱৰ্তনৰ ৰেখা ফুটি নুঠিল। যিদৰে বহি আছিল তেনেদৰেই থাকিল। কোনোৰকমে উঠিব নোখোজে। কিবা কথাত যেন খং কৰি বহি আছে। ধাননিৰ মাজত

অন্ধকাৰ। খচ্খচ্ শব্দ এটা হ'ল। ধান গছবোৰ লৰিছে। ঈছমে লেমটো তললৈ নমাই চালে। হঠাত দেখিলে এটা প্ৰকাণ্ড কাছ চিৎ কৰি ধৰি তাৰ ওপৰত বৰকৰ্তা বহি আছে। কাছটোৱে ভৰি আৰু মুখখন উলিয়াই উলিয়াই কামুৰিবলৈ চেন্টা কৰি আছে, কিন্তু পৰা নাই। ধান গছবোৰ সেই কাৰণেই লৰি আছে। ঈছমে কিবা এটা কব খুজিছিল, এনেতে কাছটোৰ বুকুত বহি বৰকৰ্তাই চিএঃৰ এটা মাৰি দিলে, গ্যাৎচোৰেৎচালা।

ঈছমে ক'লে, বৰমামা আপুনি এইবোৰ কি কৰিছে? ইমান ডাঙৰ কাছ এটা তেনেকৈ ধৰি আছে! অলপ বৈ সি আকৌ ক'লে, আপুনি ঘৰলৈ যাওক, ধনমামা আহিছে, ধনমামাৰ ল'ৰা হৈছে।

ধনকৰ্তাইও ক'লে, উঠি আহক ডাঙৰ দাদা, কাছটো ঈছমে লৈ যাব। বৰকৰ্তাই শান্তভাৱে ধনকৰ্তাৰ আগে আগে যাবলৈ ধৰিলে! বৰকৰ্তা কোন পাকত দৌৰিবলৈ আৰম্ভ কৰে, কেতিয়া হাতচাপৰি বজাই নাচিবলৈ ধৰে—তেনেবোৰ ঘটনাৰ সম্মুখীন হ'বলৈ মনে মনে সাজু হৈ ধনকৰ্তা সন্তৰ্পণে পাছে পাছে যাবলৈ ধৰিলে। এবাৰ বৰকৰ্তা আন্ধাৰতে দৌৰিব খোজোঁতেই ধনকৰ্তাই ক'লে, মোৰ হাতত লাঠী আছে ডাঙৰ দাদা, দৌৰিলে ভৰিত কোবাই দিম। ঠেং ভাঙি দিম।

চন্দ্ৰনাথৰ মুখত এনে কথা শুনি বৰকৰ্তাই ঘূৰি চালে। মোক তই গালি দিছ চন্দ্ৰনাথ! তেওঁ এখন করুণ মুখ লৈ চন্দ্ৰনাথৰ পিনে চাবলৈ ধৰিলে। কোনো কথা নোকোৱাকৈয়ে নীৰৱে, অপলক দৃষ্টিৰে তেওঁ চন্দ্ৰনাথলৈ চাই ৰ'ল। আদহীয়া মানুহজনে এতিয়া যেন কিবা প্ৰাৰ্থনা কৰিব খুজিছে, আকাশলৈ হাত তুলি তেওঁ এতিয়া চাপৰি বজাব। আকাশত চাৰিওপিনে লাহে লাহে জোনাক বিয়পি পৰিছে। সঁচাকৈয়ে এইবাৰ বৰকৰ্তাই হাত দুখন ওপৰলৈ তুলি চাপৰি বজাবলৈ ধৰিলে, যেন আকাশৰ কোনো প্ৰান্তত তেওঁ পুহি ৰখা হেজাৰ হেজাৰ নীলকণ্ঠ পখী ক'ৰবাত হেৰাই গৈছে। হাত তালি বজাই তেওঁ যেন পখীবোৰ ঘূৰাই আনিবলৈ চেষ্টা কৰিছে। ধনকৰ্তাই থিয় হৈ সকলো নতুনকৈ লক্ষ্য কৰিলে—ডাঙৰ দাদাৰ ডাঙৰ

ডাঙৰ চকু দুটা, দীঘল নাক, প্ৰশস্ত কপালৰ কাষত এটা মাহ—আৰু সকলোতকৈ আশ্চৰ্য্য, সূৰ্য্যৰ দৰে তেওঁৰ দেহৰ ৰং আৰু চাৰে ছয় ফুট ওখ শৰীৰ। দেখিলে এনে লাগে যেন মধ্যযুগীয় কোনো নাইট ৰাতিৰ অন্ধকাৰত পাপ অন্বেষণ কৰি ফুৰিছে। চন্দ্ৰনাথে দেখিলে, ডাঙৰ গভীৰ চকু দুটা সমস্ত দিনৰ উপবাসত কোটৰাগত। দুখত চন্দ্ৰনাথে চকুৰ পানী ৰোধ কৰিব নোৱাৰা হ'ল। ক'লে, ডাঙৰদাদা, আপুনি আৰু কিমান কষ্ট ল'ব খুজিছে, সকলোকে আৰু কিমান কষ্ট দিব খুজিছে!

বৰকৰ্তা ওৰফে মণীন্দ্ৰনাথে মাত্ৰ ক'লে, গ্যাৎচোৰেৎচালা। এইবাৰ তেওঁ নিজৰ অপ্ৰকাশৰ দুখত নিজেই যেন দুঃখিত হৈ পৰিল—আকাশত ইমান নক্ষত্ৰ, অথচ তেওঁৰ বলিয়া চিন্তাৰ সমভাগী হ'বলৈ কোনেও নিবিচাৰে। সকলোৱে যেন তেওঁৰ ঠেং ভাঙিবলৈহে বিচাৰে। মণীন্দ্ৰ নাথে আৰু কোনো কথা নোকোৱাকৈ মাত্ৰ সৰুভায়েকক অনুসৰণ কৰি খোজ ল'লে।

ঢাক-ঢোলৰ বাজনা শুনা গৈছে। ব্যাগ পাইপ বাজিছে—কোনোবাই দামামা বজাইছে। এদল মানুহে ঢাক-ঢোল বজাই গাঁৱৰ অহা বাটেদি আহি আছে। শচীন্দ্ৰ নাথে পুখুৰীপাৰত থিয় হৈ সেই শব্দ শুনিছিল। হয়তো নাৰায়ণগঞ্জৰপৰা ফেলু ঘূৰি আহিছে। ফেলুৰ ডিঙিত ক'লা ৰুমাল বন্ধা। সি হাই ডু ডু খেলি ঘূৰি আহিছে। ক'লা কাপোৰ এখনেৰে কাপ-মেডেল ঢাকি আনিছে।

এইবাৰো তেন্তে ফেলুৱে গোপালদিৰ বাবুহঁতৰ বিপক্ষে খেলি আহিছে। ফেলুৰ মুখত লম্বা দাড়ি। কান্ধত সি সকলো সময়তে এখন গামোচা পেলাই থয়। গেঞ্জিৰে ঢকা তাৰ বুকুখন কাছৰ দৰে, কিমান বহল যেন জুখিব নোৱাৰি।

কিন্তু ওচৰ পাওঁতে দেখা গ'ল সেইটো যেন ফেলুৰ দল নহয়, অন্য

কাৰোবাৰহে দল। তেন্তে ফেলু এইবাৰ হাৰিলনেকি ! তাৰ দলটো দেখোন ঘূৰা নাই ! এই প্ৰথম তেন্তে ফেলুৰ দল হাৰিল। ফেলুৰ যৌৱন তেন্তে শেষ হৈ আহিছেনেকি ! তাৰ পূৰ্ণ যৌৱনৰ দিনত এই তল্লাত দুটা মানুহেই আছিল, ফেলু আৰু চাবু—দুজন ডাঙৰ খেলোৱাৰ, হাইডু ডু খেলোৱাৰ। তেতিয়া এই তল্লাত বিশ্বাসপাড়া, নয়াপাড়া আনকি একুৰি দুকুৰি মাইল দূৰৰ গোপালদি আদিৰপৰাও নদী পাৰ হৈ মেঘনাৰ বালিত সিহঁতৰ খেল চাবৰ কাৰণে দলে দলে হিলদ'ল ভাঙি মানুহ আহিছিল। ফেলুৱে যেতিয়া হাই ডু ডু বুলি চিনটোৰ ওপৰত বাঘৰ দৰে জপিয়াই পৰে—যেতিয়া ফাইনেল খেলৰ দামামা বাজে, ব্যাগ পাইপ বাজে, তেতিয়া ফেলুক দেখিলেই বুজিব পাৰি সি কিমান কুশলী খেলোৱাৰ। তেতিয়া তাৰ ডিঙিত কিমান যে মেডেল আঁৰি থোৱা থাকে। কিমান কাপ সি তাৰ দলৰ হৈ লাভ কৰিছে ! দিন নাই, ৰাতি নাই ফেলুৱে কুৰি পঁচিছ মাইল পথ খোজ কাঢ়ি খেলিবলৈ যায়। এবাৰ সি এখন ডাঙৰ চহৰত খেলিবলৈ গৈছিল, ঘূৰি আহিছিল পাল্কীত উঠি। ফেলুৰ জয়-জয়কাৰ। পাল্কীৰ দুকাষে দুটা মানুহৰ মূৰত দুটা প্ৰকাণ্ড কাপ, ডে-লাইট জ্বলাই, দামামা বজাই চহৰৰ পৰা সিহঁত গাঁৱলৈ ঘূৰিছিল।

লাঙল বন্দৰৰ চাপৰি আৰু নদী পাৰ হৈ গাঁৱৰ মানুহ, ল'ৰা-ছোৱালী শাহু-বোৱাৰী—সকলো লানি লাগি থিয় হ'ল, তাৰ যেন আৰু শেষ নাই। মানুহবোৰে ফেলুক চাইছিল, ডাঙৰ কাপ দুটা চাইছিল, যেন ঢাকাৰ ঝুলন যাত্ৰাহে গৈছে। সেই ফেলু তেন্তে এইবাৰ হাৰিল। অন্য দল এটাৰ মানুহবোৰে জয় গোপালদিৰ বাবু কি জয়......বুলি কৈ কৈ চিঞৰি যাবলৈ ধৰিলে। শচীন্দ্ৰনাথৰ, কিয় জানো, এই সময়ত ফেলুৰ মুখখন চাবলৈ ইচ্ছা হৈছিল। ফেলু হয়তো হাৰি আগেয়েই ঘৰলৈ গুচি আহিছে। অন্য একো কৰিব নোৱাৰিলেও হয়তো তাৰ বিবি আন্নুকেই ধৰি মাৰ-পিট কৰিছে।

চন্দ্ৰনাথে সেই সময়ত অশৌচীয়া ঘৰত তাৰ নৱজাতক শিশুটিলৈ

চাই আছিল। শশীবালাই চন্দ্ৰনাথক আৰু অলপ চাপৰি কেঁচুৱাটোক চাবলৈ ক'লে। কেঁচুৱাৰ মাকে পাণ খাই ওঁঠ ৰঙা কৰি আছে। এই কেদিন কপালত সেন্দুৰ লব নাপায়—সেয়ে কপালখন তেওঁৰ শুদা হৈ আছে। ঘৰৰ ভিতৰত তিতা কাঠ জ্বলি আছে। একোণত জুইকুৰা গমগমাই আছে। কিছুমান ফটাকানিৰ টুকুৰা। মাকে দুহাতেৰে কেঁচুৱাটোক ওপৰলৈ তুলি ধৰিলে, চন্দ্ৰনাথে কিন্তু কেঁচুৱাৰ মুখলৈ চাবলৈ এৰি কেঁচুৱাৰ মাকৰ মুখলৈহে চাবলৈ ধৰিলে। মুখখন যেন শেঁতা পৰিছে, মুখখন ভেটপাতৰ ৰঙৰ নিচিনা হৈছে। চকু দুটা কিন্তু, বিশেষকৈ এবাৰ 'মাক' হ'বলৈ পাই আনন্দত উজ্জ্বল হৈ উঠিছে। হাতৰে বোৱা ৰঙা পাৰিৰ কাপোৰ, দুহাতেৰে কেঁচুৱাটোক তুলি ধৰাৰ ভঙ্গী সকলো মিলি অতি সুন্দৰ লাগিছে। ফুচ্ফুচাই যেন ক'লে—কেনে দেখিছা। কাৰ নিচিনা হ'ব, তোমাৰ নে মোৰ নিচিনা ?

সেই সময়ত মণীন্দ্ৰনাথে এজোপা জৰী গছৰ তলত আহি থিয় হ'লহি। এই বাটেৰেই হাই ডু ডু খেলা দলটো পাৰ হৈ গৈছে। তেওঁ কাপ মেডেল আৰু মানুহৰ আনন্দ উল্লাস চাবলৈ মানুহবোৰৰ পাছে পাছে ওলাই আহিছিল। এতিয়া দলটো নয়াপাৰাৰ পথাৰেদি আগবাঢ়িছে। তেওঁ সিহঁতৰ লগত তিমান দূৰলৈকে নগ'ল। এই জৰী গছৰ ওচৰ পালেহিয়েই তেওঁ যেন দূৰত এটা দুৰ্গ দেখা পায়। সেই দুৰ্গৰ পৰা যেন কিছুমান অশ্বাৰোহী কদম দি ওলায় যায়। দুৰ্গৰ দুৱাৰ খুলি দিলেই এদিন যিদৰে হেজাৰ সৈন্য ওলাই মুকলি নিৰ্দিষ্ট ঠাইত নানান খেলা দেখুৱাইছিল—এতিয়া ঠিক তেনেদৰেই গছৰপৰা হাজাৰ গঙ্গা শালিকা উৰি গৈ মুৰৰ ওপৰত ঘূৰি ঘূৰি খেলা দেখুৱায়। সেই চৰাইবোৰ এতিয়াও নদীৰ বুকুৰ পৰা ঘূৰি অহা নাই, নদীৰ বালিচৰত বা বিলৰ পাৰত পৰি খুটি খুটি পোক-মকৰা খাই এতিয়া সিহঁত ঘূৰি আহিব। চৰাইবোৰ ঘূৰি আহিলেই তেওঁ গছৰ তলত বহি আপোন মনে নিজৰ মনোৰম জগতখন লৈ বহি থাকিব।

জৰী গছজোপাৰ তলতে কিছুমান জোপোহা বন। কিছুমান বেতগছ,

কুশবনৰ জোপোহা। কিছুমান টোকোৰা আৰু ঘনচিৰিকা চৰাই অনবৰত জোপোহাবোৰৰ মাজত নাচি নাচি ঘূৰি ফুৰিছে। মণীন্দ্ৰনাথে গছজোপাক প্ৰদক্ষিণ কৰাৰ দৰে জোপোহা হাবিবোৰৰ চাৰিওপিনে ঘূৰিবলৈ ধৰিলে। ইমান প্ৰকাণ্ড গছ! যেন মন্দিৰৰ বিগ্ৰহ প্ৰদক্ষিণ কৰিছে তেনে এটা ভাব তেওঁৰ চকুৰে মুখে ফুটি উঠিছে।

মুখখন ওপৰলৈ তুলি গছজোপা চাই চাই কিবা যেন বিৰ্‌বিৰকৈ বকি থাকিল তেওঁ। তেনে সময়তে কাষেৰে পাৰ হৈ যোৱা মুছলমান গাঁৱৰ মানুহবোৰে আদাব দি গ'ল। সিহঁতে ইজনে সিজনক ক'লে, কি মানুহ, কি হৈ গ'ল! সিহঁতৰ কোনোৱে তেওঁক উদ্দেশ্য কৰিও ক'লে, ঘৰলৈ ব'লক, থৈ আহোঁ। মণীন্দ্ৰনাথে সিহঁতৰ কথাত সৰু ল'ৰাৰ দৰে হাঁহি হাঁহি বাগৰি পৰিল। তাৰ পিছত মানুহবোৰ গুচি যোৱাৰ লগে লগেই সন্তৰ্পণে জোপোহাৰ ভিতৰত সোমাই বহি পৰিল। মনে মনে বহি বহি গছৰ সৰু ঠাৰি এডাল ভাঙি লৈ দাঁত মাজিবলৈ ধৰিলে। কিমানদিন যেন দাঁত ঘহঁা হোৱা নাই তেওঁৰ! কিমান দিন যেন তেওঁ সকলো কথা পাহৰি আছিল—তেওঁ যেন মুখৰ দুৰ্গন্ধ দূৰ কৰাৰ কাৰণে দাঁত ঘঁহি ঘঁহি চাফা কৰি-পেলাইছে। আবেদালি সেইপিনে আহিছিল সেইসময়তে। সি দেখিলে জোপোহাটোৰ মাজত বহি পগলা ঠাকুৰ। সি ক'লে, বৰকৰ্তা ঘৰলৈ যাওক এতিয়া, আচমানৰ অৱস্থা বৰ ভাল নহয়!

মণীন্দ্ৰনাথে জোপোহাটোৰ মাজৰপৰাই আবেদালিৰ কথা শুনি হাঁহি দিলে। মুছলমান বিবিবিলাকে ভেট বুটলি ঘৰলৈ ঘূৰিছিল। সিহঁতে জোপোহাৰ মাজত খচ্‌খচ্‌ শব্দ শুনি জুমি চাইছিল। সৰু ল'ৰা এটাৰ দৰে আঁঠু কাঢ়ি পগলা ঠাকুৰে জোপোহাটোৰ মাজত যেন কিবা এটা অন্বেষণ কৰিছিল। বিবিবিলাকে ক'লে, দেউতা ঘৰলৈ যাওক এতিয়া, আইদেউৱে চিন্তা কৰি আছে চাগৈ, আচমান ক'লা হৈ আহিছে।

আবেদালিয়ে ঘৰ সোমাই ভাবিলে সি বৰকৰ্তাক হাতত ধৰি লৈ অহা হ'লেই ভাল আছিল। কিন্তু বুঢ়ী আইদেউৰ কথা ভাবি সংকুচিত হৈ পৰিল। তেওঁ যদি খং কৰে, যদি কয়, তই কিয় এতিয়া ধৰি লৈ আহিলি?

আকৌ এতিয়া গা ধুৱাব লাগিল ! এনে ধৰণৰ কথাবোৰ ভাবি ভাবি সি ঘৰৰ দুৱাৰ মুখতে থিয় দি ৰ'ল, ভিতৰলৈ নগ'ল। আবেদালিয়ে চন্দহঁতৰ নাৱত কাম কৰে। কেবাদিনৰ মূৰত সি ঘৰলৈ আহিছে। দেহ মন ক্লান্ত, অবসন্ন। তথাপি কিবা এটা কথা ভাবি সি আচমানৰ পিনে চালে। তাৰ ভয় লাগিল। আচমান ফাটি যদি এতিয়া ধুমুহা বৰষুণ নামি আহে তেন্তে মানুহজন তিতি মৰিব দেখোন ! সি আকৌ উভতি পথাৰৰ পিনে গ'ল। অলপ দূৰত নদীৰ চৰত ঈছমৰ চৈ। সি সেইপিনে আগুৱাই গ'ল। ঈছমকে সি খবৰটো দি আহিব।

কিন্ কিনকৈ বৰষুণ পৰিল। ঠাণ্ডা বতাহো বলিছে। আকাশৰ অৱস্থা দেখি পথাৰৰপৰা লৰালৰিকৈ মানুহবোৰ গাঁৱলৈ উভতিছে। গৰু ছাগলী ঘৰলৈ ঘূৰাই আনিছে। ধুমুহা বৰষুণ হ'ব পাৰে, শিলাবৃষ্টি হ'ব পাৰে। আকাশখন ক্ৰমে আৰু বেছি ক'লা হৈ আহিবলৈ ধৰিলে। দুই এটা বগলী ইফালে সিফালে ঘূৰি উৰি উৰি নিৰুদ্দেশ হৈ গৈছে। চাৰিওপিনে এটা গুপ্ গুপীয়া ভাব। এখিলাও গছপাত লৰচৰ কৰা নাই। মুছলমান গাঁৱত মুৰগীৰ ডাক শুনা গ'ল। আকাশ যিমানে ক'লা হৈ উঠিছে, যিমানেই পৃথিৱীখনৰ ৰূপটো ভয়ংকৰ হৈ উঠিছে, তিমানেই যেন মণীন্দ্ৰনাথ উল্লাসত নাচিবলৈ ধৰিছে। কি আনন্দ ! কি উল্লাস। তেওঁ যেন ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। আনন্দত মানুহে যিদৰে হাততালি বজায়, সেইদৰে তেওঁ আকাশলৈ চাই, মতলীয়া আকাশলৈ চাই নাচি নাচি হাততালি বজাবলৈ ধৰিলে। কিন্ কিন্ বৰষুণ পৰিছে, গছৰ পাত তিতিছে, গুপ্ গুপীয়া গৰমত মূৰটো টন্‌টনাইছিল, কিন্‌কিনিয়া বৰষুণ আৰু ঠাণ্ডা বতাহত এতিয়া সামান্য পাতল লাগিছে। কিন্তু অলপ পিছতে শচি আহিব পাৰে, চন্দ্ৰনাথ আহিব পাৰে। তেওঁলোক আহি তেওঁক জোৰকৈ লৈ যাবহি পাৰে। জৰীগছজোপাই তেওঁৰ ঈশ্বৰ। গছজোপাৰ কাষৰপৰা তেওঁক এতিয়া লৈ যাবহি পাৰে বুলি ভাব হোৱাৰ লগে লগেই তেওঁ গাৰ কাপোৰৰ আঁচলেৰে গছৰ ডালত গাঁঠি দিবলৈ ধৰিলে। ধুমুহাই এতিয়া তেওঁক ঠেলিব নোৱাৰিব, গাঁৱৰ মানুহেও আহি তেওঁক

ধৰি নিবহি নোৱাৰিব। তেওঁ গাৰ প্ৰায় গোটেইখিনি কাপোৰ খুলি গছজোপাৰ সৈতে নিজক মেৰাই বান্ধি ল'লে।

আবেদালি টোডৰবাগৰপৰা ওলাই ঘাই বাটেদি খোজ ল'লে। ঘৰৰ কামকাজ এৰি, নামাজ এৰি ঈছমক লগ পাবলৈ নদীৰ চৰেদি নামি গ'ল। চৈৰ ভলত কিন্তু লেমচাকি একো জ্বলি থকা দেখা নাপালে। সি আঁতৰৰপৰাই এবাৰ মাত দিলে, অ' ঈছম চাচা আছেনেকি। বৰষুণত আবেদালিৰ গা তিতি গৈছে। ঠাণ্ডা বতাহত জাৰো লাগিছে। গতিকে সি বেছি সময় আৰু বৈ নাথাকিল।

আবেদালিয়ে আকৌ গাঁৱৰ পিনে খোজ ল'লে আৰু অলপ পিছতেই নিজৰ ঘৰৰ দুৱাৰমুখত থিয় হৈ মাত দিলে, জববৰৰ মাক, দুৱাৰ খোল, মই আহিছোঁ। অলপ সময় ভিতৰৰপৰা কোনো সহাঁৰি নাই। সি বিৰক্ত হৈ উঠিল। চিঞৰি ক'লে, তহঁত চব মৰিলিনেকি অ'? বৰষুণৰ শব্দত নুশুনা কাৰণে বা অন্য কিবা কাৰণে জববৰহঁতে ভিতৰৰপৰা দুৱাৰ খুলি দিয়া নাই। আবেদালিয়ে দুৱাৰত জোৰে ঢকা কেটামান মাৰিলে। অলপ পিছতে জববৰে দুৱাৰ খুলিলে। আবেদালিয়ে খঙত চিঞৰি সুধিলে, তোৰ মাৰ ক'ত?

—মা চামুৰ ঘৰলৈ গৈছে।

—কিয় গৈছে। আবেদালিয়ে লুঙিৰে তিতা মুখখন মচিবলৈ ধৰিলে।

—চামুৰ ঘৰত আজি জল্‌সা আছে।

আবেদালি তিনি চাৰিদিনৰ মূৰত আজি ঘৰলৈ উভতিছে। গতিকে গাঁৱত ক'ত কি হৈছে নাজানে। সি গৈছিল—চন্দহঁতৰ বৰনাও লৈ নাৰায়ণগঞ্জলৈ, বেপাৰ লৈ। দন্দিৰ বজাৰত গেলামালৰ দোকান। আবেদালি হৈছে চন্দহঁতৰ বৰনাৱৰ মাঝি।

ঘৰত বহি সি যেন কিবা শান্তি পোৱা নাছিল। তাৰ মনটোত কিবা খোচাবিন্ধা কৰি থকা যেন লাগিল। বৰকৰ্তা হয়তো এতিয়াও সেই জোপোহা বনৰ মাজত বহি আছে। তেওঁৰ কথা কোনোবাই ভাবিছেনে নাই! হয়তো কোনোবাই বিচাৰি গৈছে। সি এইবাৰ পুতেকৰ পিনে

চালে, ক'লে—জব্বৰ, এটা কাম কৰিবিনে বা'জান ! এই বুঢ়াটোৱে কত কি নক'ব এতিয়া ! হয়তো ক'ব—যা—পথাৰৰপৰা অলপ খেৰ লৈ আহগৈ, পানীত তিতা খেৰ গৰুৱে নাখায়, জব্বৰে মনতে তাকে ভাবি ভেকাহি মাৰি ক'লে, কি কৰিব লাগে ?

আবেদালিয়ে প্ৰথমে ভাবিলে তাৰ বিবিৰ কথাই ক'ব। সি আহিছে, ক'ত বিবি আহি এতিয়া তাৰ খানাপিনাৰ খবৰ লব, তাৰ সৈতে দুটা মনৰ কথা পাতিব—সেইটো নাই—জল্‌সাত গৈ প্ৰাণ ঢালিছেগৈ। সি বিৰক্তিৰ ভাৱেৰে ক'লে, তোৰ মাৰক মাতি আন।

—মা এতিয়া আহিব জানো ?

—কিয় নাহিব ! তিনিদিন ধৰি নাৱৰ লগি মাৰি আহিছোঁ, মোৰ মানুহটোৰ প্ৰতি তইঁতৰ দয়ামায়া নাই ?

—আৰু বেছি দিন কষ্ট কৰিব নালাগে বা'জান ! জব্বৰৰ কথাষাৰত যেন আবেদালিয়ে কিবা এটা অৰ্থ পালে, হেৰ' মনে মনে থাকিলিনে ?

জব্বৰ মৌন হৈ ফটা কঠথনৰ এফালে বহি থাকিল। হঠাৎ এবাৰ ক'লে, বা'জান ধপাত খাবনেকি ? আবেদালিয়ে বুজিলে, জব্বৰেও ধপাত এহোপা মাৰিব খোজে। মনটোত অলপ খোচমেজাজ আনিবলৈ সি ক'লে, যা আন।

জব্বৰে ধপাত সজালে, বাপেকক দিলে। তাৰ পাছত নিজেও দুটান দি ক'লে, আপুনি এতিয়া নামাজ পঢ়ক, মই ভাতখিনি বাঢ়োঁ।

নামাজ নকৰোঁ এতিয়া। আবেদালি বহাৰপৰা উঠিল। বৰষুণৰ পানীৰে বদনাটো ভৰালে। আৰু হাতমুখ ধুই ললে। বাহিৰত তেতিয়া জোৰে বৰষুণ দিছে। মাজে মাজে আকাশখন যেন ছিৰাছিৰ দিব খোজে। যেন কোনোবাই মাজে মাজে আকাশৰ গাত স্বৰ্ণলতা ছটিয়াই দিছে। টুকুৰা-টুকুৰ আকাশত গৰ্জন উঠিছিল—আবেদালিৰ ঘৰটো যেন বাগৰি পৰি যাব। শন খেৰৰ চাল, পচি আছে। চালৰ ফুটাই দি পানী পৰিছে। মৰাঠাৰিৰ বেৰা পচি গৈছে। পুৰণি চাটাই বাঁহৰ বিচনাৰ ওপৰত ফটাছিৰা কাপোৰ পাৰি থোৱা আছে, ফটা বালিচ দুটামান আছে।—

আবেদালি খাবলৈ বহিল। বৰষুণৰ লগে লগে বতাহ জোৰে মাৰিছে। কাষৰ মদাৰ গছৰ ডাল এডাল ভাগি পৰিল। আবেদালি উচপ্ খাই উঠিল। অলপ পিছত সি অতি আদৰ কৰি মাতিলে, জব্বৰ জব্বৰ !

—কিবা ক'বনেকি মোক ?

—কাম এটা কৰিব পাৰিবি ?

—কি কাম ?

বা'জান, তই এবাৰ ঠাকুৰহঁতৰ ঘৰত কৈ আহিবগৈ পাৰিবিনে, বৰকৰ্তা গোৰস্থানৰ জৰীগছৰ তলত বহি আছে। বা'জান, বৰকৰ্তাৰ নিশ্চয় বৰ কষ্ট হৈছে। যা হেৰ, এবাৰ কৰ্তাহঁতৰ ঘৰত খবৰটো দি আহগৈ।

—মই নোৱাৰোঁ বা'জান। মোক অন্য কিবা কাম দিয়ক—কৰিম।

আবেদালিয়ে এইবাৰ খোৱা এৰি থৈ থিয় হ'ল। সি জব্বৰৰ মুখৰ ওচৰত গৈ গেঙেৰি দি উঠিল। জব্বৰক সি যেন মৰিয়াই মাৰি পেলাব। ভৰিখনেৰে জব্বৰৰ পিঠিৰ ওচৰলৈ গোৰ এটা দাঙি হঠাত কিবা এটা ভাবি ভৰিখন আঁতৰাই আনিলে। ক'লে, হালাৰ পো হালা,—তই মোৰ বাপজান ! তোক মই কথা এটা শুনাব নোৱাৰোঁ ! জব্বৰে তেনেকৈয়ে মুৰ তল কৰি বহি থাকিল।

—মোক অন্য কামৰ কথা কওক ! সি যেন মনে মনে স্থিৰ কৰি থৈছে ঠাকুৰহঁতৰ ঘৰলৈ সি নাযায়। এনেয়ে সিহঁতৰ দুখৰ সীমা নাই। বাপেক কিমানদিনৰ মূৰে মূৰে ঘৰলৈ আহে। আহি ক'ত দুটামান মিঠা কথা কব ! সেইটো নাই, জহামালৰ দৰে খেক্‌খেক্ কৰিবহি ! সি মনৰ ভিতৰতে কথা এটা গোপনে ৰাখিছিল। প্ৰকাশ কৰাৰ ইচ্ছা নাছিল। কিন্তু এতিয়া বাপেকৰ মূৰ্তি দেখি, বাপেকে এনেকুৱা ব্যৱহাৰ কৰা দেখি, সি ভাবিলে বাপেকে আৰু কিবা ক'লেই মুখৰ ওপৰতে সি সঁচা কথাটো কৈ দিব।

—ঐ যাবিনে নাযাৱ ?

—নাই, তাৰ বাহিৰে অন্য যি কাম কোৱা কৰিম।

তেনেহলে মোৰ কথা নাৰাখ ?

—নাই, নাৰাখোঁ।

—তোৰ হৈছে কি! আবেদালিয়ে এইবাৰ কণ্ঠস্বৰ নমালে।

—মই লীগত নাম লগাইছোঁ।

—কি হ'ল তাতে। নাম লিখিলে বা'জানৰ কোৰাণশ্বৰিফ অশুদ্ধ হৈ যাবনেকি? কি হ'ল, লীগত নাম লগালে?

—হ'ব আৰু কি? হিন্দুবোৰে আমাক দেখিলে থুই পেলায়, আমিও থুই পেলাম।

—জল্সাত বহি বহি তেনে সেইবোৰেই হৈছে!

জববৰ এইবাৰ মনে মনে থাকিল। বাপেক পুতেক দুইটাই মনে মনে ৰ'ল। আবেদালি আকৌ খাবলৈ বহিল। মুৰ তলকৈ খাবলৈ ধৰিলে। জলকীয়াৰ জলাত নে পুতেকৰ কথাতে তাৰ চকুদুটা চল্চলীয়া হৈ উঠিল বুজা নাযায়। চকু দুটা মচি মচি সি বাৰে বাৰে পানী খাবলৈ ধৰিলে। তাৰ পিছত এবাৰ ধীৰে ধীৰে ক'লে, যেন বহুত দূৰৰ পৰা তাৰ কণ্ঠস্বৰ ভাঁহি আহিল—বৰকৰ্তা বৰযুগত তিতি আছে, তই নাযাব যদি ময়েই যাম। আবেদালিয়ে বদনাৰ নলীটো মুখত ভৰাই দি হাঁহ এটাৰ দৰে কোট্-কোট্কৈ গোটেইখিনি পানী গিলি থলে! অলপ পানী মুখত ৰাখি কুলি কুলি কৰিলে। তাৰ-সমান সমান দাঁতবোৰৰ ফাঁকে ফাঁকে লাগি থকা খোৱা বস্তুবোৰ সি জিভাৰে এক্ৰাই এক নিষ্ঠুৰ দৃষ্টিৰে আকৌ জববৰৰ পিনে চাবলৈ ধৰিলে। এবাৰ ক'লে, কাইলৈৰ পৰা তই মোৰ চৰুৰ ভাত খাব নোৱাৰ, তোৰ ভাত বন্ধ। আবেদালি খণ্ডত যেন একো নাই হৈ উঠিল। তাৰ পুতেকে ইমান অসন্মানৰ কাম কৰিব পাৰে! তিনি দিনৰ অশেষ পৰিশ্ৰমৰ ক্লান্তি, তাৰ পিছত ঘৰত আহি বিবিৰ অনুপস্থিতি, পুতেকৰ এই ব্যৱহাৰ! এই গোটেইবোৰ ঘটনা মিলি আবেদালিক যেন বলিয়া কৰি দিব খুজিছে। তাৰ এবাৰ ইচ্ছা হ'ল যেন ঘৰৰ একোণত থকা—বৰ্চাপাত লৈ জববৰৰ পেটত খোঁচ এটা মাৰি দিব—কিন্তু কিবা এটা ভাবি সি ক'লে, আল্লা, দেশত এইবোৰ কি ঘটিব ধৰিছে!

আবেদালিৰ কেঁচাপকা দাড়িৰ মাজেৰে চকুৰপৰা পানী বাগৰি আহিল। চাকিৰ পোহৰত আবেদালিৰ মুখখন অতি উদ্বিগ্ন দেখা গ'ল। ঢাকাত

ৰায়ত লাগিছে—বাৰে বাৰে সেই কথাটো তাৰ মনত পৰিল। হিন্দু-মুছলমান উভয়েই জবাই হৈছে। সকলো কচুকটা হৈছে। মুছলমান জবাই হোৱা শুনিলে সি যেন উত্তেজিত হৈ পৰে। কিন্তু বৰকৰ্তা ধনকৰ্তা আৰু কাযৰ গাঁৱৰ হিন্দু মানুহবোৰৰ উদাৰতা, পুৰুষানুক্ৰমে চলি অহা আত্মীয় সম্পৰ্কৰ কথা মনত পৰিলে সকলো দুখ উত্তেজনা মোচ খাই যায়।

মূৰত সৰু জাপি এটা লৈ আবেদালিয়ে অন্ধকাৰ পথেদি বাহিৰলৈ ওলাই গ'ল।

আগে আগে ঈছম আৰু পাছত শচি গৈ আছে। সংসাৰত নানান দুখ, এইযে বৰকৰ্তা আবেলিৰপৰা নিৰুদ্দেশ, ক'লৈ গ'ল, এই ধুমুহা বতাহত এতিয়া ক'ত আছে—এইবোৰ কথাকে পাতি পাতি তেওঁলোক খোজকাঢ়ি গৈ আছে। সাত শত্ৰুৰো যেন এনে নহয়। অশান্তি—অশান্তি! আৰু কিমানদিন এইবোৰ দেখি থাকিব লাগিব, ঈশ্বৰে জানে!

শচি ধুমুহা-বৰষুণত আৰু শীতৰ ঠাণ্ডা বতাহত কঁপিবলৈ ধৰিলে। ঈছমো ঠাণ্ডাত কঁপিছে। ধুমুহা বৰষুণৰ মাজতে সিহঁত অতি বেগাই খোজ লৈছে। সিহঁতে বহুদূৰ বাট গৈ মুছলমান পাৰা সোমাওঁতেই দেখিলে, ঈছমআলিৰ ডাঙৰ পুতেক মঞ্জুৰ ঘৰৰ বাৰান্দাত বহি আছে। সমুখত কোৰাণ শ্বৰিফ। অলপ ওপৰত ৰছী এডালেৰে লেম এটা বন্ধা আছে। বতাহ বৰষুণ অলপ কমিছে। কিন্তু সন্ধ্যা হোৱাৰ লগে লগে আনদিনাৰদৰে আজিও কোৰাণ পঢ়িবলৈ বাৰান্দাত বহি সি দেখিলে চাৰিওপিনে পানী ভৰি পৰিছে। সি আগেয়েই গৰুবোৰ গোহালিত আৰু হাঁহকেটা গড়ালত সুমাই ঘৰত সোমাইছিল। এতিয়া ধুমুহা শাম কটাৰ লগে লগে দুৱাৰ খুলি দিছিল। আকাশত এতিয়া তেনেকৈ মেঘৰ গাজনি নাই! গতিকে সি এতিয়া ভৰি দুটা ভাঁজ কৰি নামাজ কৰিবলৈ লোৱাৰ দৰে বাৰান্দাত বহিব খোজোঁতেই দেখিলে চোতালৰ লাওৰ চাংখনত এটা পোহৰ পৰিছে। পোহৰটো ক্ৰমে ঘৰৰপিনে আগুৱাই আহিল। মঞ্জুৰে দেখিলে ঠাকুৰৰ ঘৰৰ সৰুকৰ্তা শচি ঠাকুৰ।

লগত হৈছম। ইমান ৰাতি এওঁলোক—এই পাৰাত! সি লৰালৰিকৈ আগবাঢ়ি বাৰান্দাৰপৰা তললৈ নামি গ'ল।...... ক'লে, এই বৰষুণ বতৰত ওলাই আহিল!

—ডাঙৰ দাদাক এইপিনে ক'ৰবাত দেখিছনে?

—ক'তা সৰুকৰ্তা, তেখেততো আজি এইপিনে অহা নাই!

মঞ্জুৱে হাৰিকেন লেমটো হাতত ল'লে! ক'লে, আপুনি বহক, পাৰাত ক'ৰবাত আছেনেকি মই চাই আহোঁ।

শচিয়ে ক'লে, তই আকৌ এই বৰষুণত কি কৰিবলৈ যাবি। এটাই-বোৰে কষ্ট কৰিবৰ কোনো দৰকাৰ নাই। সেইবুলি কৈ তেওঁ আকৌ ঘূৰি বাটলৈ খোজ ল'লে। মঞ্জুৱে একো নামাতিলে। মাথোন সিও লগে লগে খোজ ল'লে। এনেতে গাঁৱৰ এঠাইত কুকুৰ কিছুমানে ভুকিবলৈ ধৰিলে। ফেলুৰ ঘৰটো বাঁহনিৰ তলত, আন্ধাৰত নেদেখা হৈ থাকে। শচিয়ে ভাবিলে ফেলু ক'ৰবাত অন্তৰ্ধান হ'লনেকি? তাৰ ঘৰৰ ভিতৰতো দেখোন—তেনেই আন্ধাৰ! আনদিনা টিপচাকি জ্বলাই তাৰ বিবিয়ে যঁতৰত মগুৰা ফুৰাই থাকে। আজি দেখোন একো সাৰস্থুৰ নাই। শচিয়ে মুখেৰে একো নক'লে।......বগৰী গছৰ ফুলৰ গোন্ধ বিয়পি আহিছে। ধুমুহা বৰষুণত কিছুমান ফুল সৰি আছে। শচি আৰু অলপ আগুৱাই গৈ হঠাৎ দেখা পালে—চামুদৰ ঘৰত এটা ডাঙৰ মেণ্টল লাইট জ্বলি আছে। প্ৰকাণ্ড টিনৰ ঘৰ, ওখ বাৰান্দা, বিজুলী, বাঁহৰ বেৰা, আৰু ঠিক দুৱাৰমুখত লাইটটো জ্বলি আছে। সমুখৰ চোতালত এখন চামিয়ানা তৰা আছিল, এতিয়া খুলি থোৱা আছে। ধুমুহা বৰষুণ একেবাৰে নোহোৱা হ'লে আকৌ চামিয়ানাখন আঁৰি দিয়া হ'ব। মানুহ কিছুমান ঘৰৰ ভিতৰত, বাৰান্দাত আৰু বৈঠকখানাত গিজ খাই আছে, গাঁৱত, আন্ধাৰ নিশা, এই ঘৰটোত হঠাত উজ্জ্বল পোহৰ দেখি শচি যেন বিস্মিত হৈ পৰিল।

মঞ্জুৱে যেন কথাটো ধৰিব পাৰিলে। কৰ্তাৰ মনত কিবা এটা সংশয় হৈছে। তেওঁ কিবা এটা ভাবিছে। সি ক'লে, সঁচা কথাকে কৈ দিলে,

জলসা কৰ্তা। শুনিছোঁ চামচুদ্দিনে ইয়াত এটা লীগৰ অফিচ খুলিব। ঢাকাৰ পৰা আহি আমাৰ চামু লীগৰ পাণ্ডা হৈছে।

শচিয়ে কোনো উত্তৰ নিদিলে। চামুৰ এই কথাটো শচিৰ কিন্তু ভাল নালাগিল। মঞ্জুৰে ক'লে, চামুক মাতিমনেকি কৰ্তা? আপুনি আহিছে!

শচিয়ে ক'লে, নাই, দৰকাৰ নাই। সিহঁত ব্যস্ত আছে, এতিয়া মাতি আমনি দিব নালাগে।

তথাপিও মঞ্জুৰে চামচুদ্দিনক গৈ খবৰ দিলে। সৰুকৰ্তা তোমাৰ ঘৰৰ কাষেদিয়েই গৈছে, আৰু তুমি ঘৰত বহি জলসা কৰি আছা, এবাৰ যোৱা মাতি আনাগৈ। অকণমান বহকহি, পাণ ধপাত খাওক। কথাটো শুনিয়েই চামচুদ্দিন লৰালৰিকৈ ওলাই গ'ল। ক'লে, আদাব কৰ্তা।

—কেনে আছ চামু?

—বৰ ভাল নহয় কৰ্তা। ধনকৰ্তাৰ হেনো ল'ৰা এটি হৈছে?

—ওঁ।

—তেন্তে মিঠাই খুৱাব লাগিব। যাম এদিন।

শচিয়ে নিজে কথাটো সুলিয়াব বুলি ভাবি আছিল। ভাবিছিল অন্য কথা পাতিব। কিন্তু মনৰ ভিতৰত হঠাত কিবা এটাই তোলপাৰ লগা-বলৈ ধৰিলে। তেওঁ কৈ দিলে, কি চেলা তেলা যোগাৰ হৈছেনে কি? অতি তাচ্ছিল্যৰে শচিয়ে কথাষাৰ ক'লে! হঠাৎ দেখোন লীগৰ পাণ্ডা হৈ গলি। আগেয়ে আকৌ আজাদৰ সাংঘাতিক ভক্ত।

চামচুদ্দিনে অতি বিব্ৰত বোধ কৰিলে। সি অন্যকথা উত্থাপন কৰি-বলৈ চেষ্টা কৰিলে। ক'লে, কৰ্তা বহক।

মনজুৰে ক'লে, এখেতে বৰকৰ্তাক বিচাৰি আহিছে।

শচি, ঈছম আৰু মনজুৰে আকৌ খোজ ল'লে। লগে লগে চামচুদ্দিনো আগবাঢ়িল। এটাইবিলাকে যেন কিবা এটা নৈতিক দায়িত্ব উপলব্ধি কৰিছে। এটা পগলা মানুহ, সংসাৰৰ সকলো সুখ, সকলো প্ৰিয়জন এৰি থৈ নিৰুদ্দেশ হৈছে। তেওঁক বিচাৰি আনিব লাগে, সকলোৰে যেন

সহায় কৰিব লাগে; সেয়ে কোনো কথা নোকোৱাকৈ সকলো আগ-বাঢ়িছে। মানুহৰ ঘৰবিলাকৰ মাজে মাজে তেওঁলোকে খোজ লৈছে। ঘৰবোৰ ইমান চাপৰ আৰু পৰস্পৰ সংলগ্ন যে শচিয়ে মূৰটো দোঁৱাই খোজ কাঢ়িব লগা হৈছে, মূৰ দাঙিলেই ঘৰৰ চালত লাগি যায়। এই ঘৰবোৰৰ কোনো বিশেষ চাৰিসীমা এটা নাই, ইটো ঘৰৰ লগত সিটো ঘৰ লগ লগা। কোনটো কাৰ ঘৰ, কোন ঘৰৰ কোন মালিক শচিয়ে বুজা কঠিন হৈ পৰে। শেষৰ ঘৰটো আবেদালিৰ। সেই ঘৰটোৰ চোতালতে আৰু এটা নতুন ঘৰ উঠিছে! শচিয়ে ক'লে, আবেদালিৰ ভনীয়েক জোটন নিশ্চয় আকৌ ঘূৰি আহিল, ঘৰটো দেখিয়েই বুজিব পাৰি। জোটন কেদিনমান আগলৈকে বিবি আছিল, এতিয়া বিধবা। ইতিমধ্যে তাইৰ তিনিবাৰ নিকাহ হৈছিল, শচিয়ে হিচাপ কৰিলে—এই বাৰ ধৰি চাৰিবাৰ হ'ব। তালাক নাইবা স্বামীৰ মৃত্যুৰ পিছত জোটন প্ৰতিবাৰ আবেদালিৰ ওচৰলৈ গুচি আহিছে। আবেদালিয়ে তেতিয়া শুকান লতা আৰু খেৰেৰে উত্তৰমুৱাকৈ সৰু জুপুৰি ঘৰটো সাজি দিয়ে। সেই খিনিলৈকেহে জোটনৰ সৈতে আবেদালিৰ সম্পৰ্ক। তাৰপিছত কিছুদিন জোটনৰ চলে জীৱন সংগ্ৰাম। লোকৰ ঘৰত ধান বানি দিয়া, চিৰা খুন্দি দিয়া, পাৰা প্ৰতিবেশীসকলৰ বিশেষকৈ বাৰিষাৰ পিছত হিন্দু-সকলৰ নানান পূজা পাৰ্বণ হ'লে পানীত নামি নামি টৌ কেৰাহী বাচন বৰ্তন ধোৱা ইত্যাদি কামবোৰ কৰে। তাৰউপৰি মৰাপাটৰ খেতিৰ মাজে মাজে ভেটফুলৰ শেলুক বুটলি ফুৰে। আৰু শেলুক নোহোৱা হ'লে আবেদালিৰ ওচৰত নালিচ কৰে—হেৰ দেশত আৰু মতা মানুহ নোহোৱা হ'ল।

এইজনীয়েই হ'ল জোটন!

চোতালত হঠাৎ কিহবাৰ পোহৰ পৰা যেন দেখি জোটনে মুখখন বাহিৰলৈ উলিয়াই চালে। দেখিলে, শচিকৰ্তা চোতালেদি পাৰ হৈ যাবলৈ ধৰিছে। তাই এবাৰ ভাবিলে, মাত এষাৰ দিবনেকি? কিন্তু ইমান ডাঙৰ মানুহ, মাতিবলৈ সাহ নহ'ল।

শচিহঁত ভৰি টিপি টিপি চোতাল পাৰ হৈ যাব খোজোঁতেই আবে-দালিৰ ঘৰৰ দুৱাৰখন খুলি জব্বৰ ওলাই আহিল। শচি থমকি ৰ'ল। এটাইবিলাক মাতব্বৰক একেলগে দেখি জব্বৰ যেন ভয়ত আড়ষ্ট হৈ পৰিল। প্ৰথমে সি কি ক'ব একো ভাবি নাপালে। পিছতে চামুক দেখা পাই তাৰ অলপ সাহস হ'ল। সি ক'লে, বা'জী আপোনালোকৰ ঘৰৰ পিনেই গৈছে।

—কিয় গৈছে অ'?

—বৰকৰ্তাৰ খবৰ দিবলৈ। বৰকৰ্তা গোৰস্থানত বহি আছে।

শচিহঁতে আৰু পলম নকৰিলে। খবৰটো পায়েই লৰালৰিকৈ আবে-দালিৰ চোতাল এৰি আলিবাটৰ পিনে খোজ ল'লে। জব্বৰেও এই এটাইবোৰ মানুহক একেলগে যোৱা দেখি ৰৈ থাকিব নোৱাৰিলে। সিও তেওঁলোকৰ পাছে পাছে যাবলৈ ধৰিলে। বৰষুণ আৰু নাই। বতাহো কমিছে। গছৰ পাতত, জোপোহা হাবি আৰু বনত জোনাকী পৰুৱাই আকৌ জিলমিল কৰিবলৈ ধৰিছে। নিশাৰ আন্ধাৰত পাঁচজন মানুহ পথাৰৰ আলিয়েদি যাবলৈ ধৰিলে আৰু দূৰৰ গোৰস্থানৰ বট গছজোপাৰ পিনে মাজে মাজে মূৰ তুলি চাবলৈ ধৰিলে।

ঈছমে যেন সকলোৰে আগতে গৈ ঠাই টুকুৰা পাবলৈ বিচাৰিলে। সি ক'লে, কৰ্তা, বেগাই খোজ দিয়ক!

আঘোণমাহ। প্ৰথম শীত পৰিছে। গতিকে জোনাকীৰ পোহৰ বৰ উজ্জ্বল নহয়। শীত পৰিছে কাৰণে এতিয়া ৰাতি কোঢ়া চৰাইয়ে আৰু নমতা হৈছে! মাটি শুকান হৈ পৰিছে। বৰষুণ দিছে যদিও শুকান মাটি আৰু ঘাঁহে পানীবোৰ শুহি পেলাইছে। বাটবোৰ ক'তো তেনেকৈ বোকাপানীৰে পিছল হৈ পৰা নাই। বহুত দিনৰ পিছত বৰষুণ দিছে। নতুন ধানৰ কাৰণে ভাল হৈছে। সুদিন আহিব, দুৰ্দিন আঁতৰিব। কোনেও একো মাতবোল কৰা নাছিল। শচিয়ে যেন লগত যোৱা মানুহকেটাৰ মনৰ ভাববোৰ ভালকৈ ধৰিব পাৰিছে। পুৰুষানুক্ৰমে এই মানুহবোৰৰ মাজত পৰস্পৰ আত্মীয়তাবোধ আৰু দুখবেদনাৰ সঞ্চাৰিত

হৈ আহিছে। চামচুন্দিনে মনে মনে এক অপৰাধবোধত পীড়িত হৈছে। সেই কাৰণে সি হয়তো এধাৰো মাত মতা নাই।

লণ্ঠনটো লৈ বটগছৰ তলৰ পিনে দোখোজমান গৈয়েই দেখা গ'ল বৰকৰ্তা যেন গছজোপাত ফাঁচ লাগি ওলমি আছে। অৱশ্যে ফাঁচডাল ডিঙিত নহয়, কঁকালতহে। মানুহটো ধনু এখনৰ দৰে বেঁকা হৈ আছে। নাইবা চাৰ্কাচৰ টেপিজত যিদৰে.খেলোৱাৰে খেল দেখুৱায়, তেনেকৈ যেন তেওঁ পিককৰ খেল দেখুৱাব খুজিছে। বতাহ বৰষুণৰ চিন তেওঁৰ শৰীৰত ভালদৰেই আছে। এই শৰীৰৰ ভিতৰত ক'ৰবাত কিবা এটা যন্ত্ৰণা, হয়তো কিবা এক প্ৰেমৰ যন্ত্ৰণা, নাইবা এটি স্বপ্নৰ মন্দিৰ আছে, সেই মন্দিৰত এক মায়াবী পখী আছে, আৰু সেই পখী তেওঁৰ হাতৰ পৰা উৰি গুচি গৈছে। এতিয়া তেওঁ তাৰেই সন্ধানত আছে। এনে লাগে যেন পখী উৰি গৈছে, বিৰাট মুকলি পথাৰ পাৰ হৈ, সদাগৰৰ দেশ পাৰ হৈ, হয়তো সেই পখী এতিয়া কোনোবা জলপৰীৰ দেশত উৰি ফুৰিছে, হয়তো তাৰ বেদনাক্লিষ্ট ৰাজকোঁৱৰৰ মুৰৰ কাষত পৰি কান্দি আছে। তাকে ভাবি ভাবি বৰকৰ্তাৰ মনত কি যেন এক কষ্ট হয়, তেওঁ নিজৰ হাত এখন নিজে কামুৰিবলৈ ধৰে। শচিহঁতে দেখিলে মানুহজনে সঁচাই নিজৰ হাত এখন কামুৰি ছিৰাছিৰ কৰিছে আৰু সেইদৰেই গছৰ ডাল এডালত ওলমি আছে।

ঈছম জোপোহা হাবিখিনিৰ মাজেৰে বগুৱাই সোমাই গ'ল। সি গছ-ডালত পকাই থোৱা কাপোৰৰ পাকবোৰ খুলি বৰকৰ্তাক হাবিৰ মাজৰ-পৰা উলিয়াই আনিলে। ঠাণ্ডাত বৰকৰ্তাৰ চকুমুখ সোমাই গৈছে। তেওঁ হয়তো ক'ৰবাত দিনে নিশাই বহুত সময় ধৰি পানীতে ডুব গৈ আছিল। কোনোবাই এতিয়া তুলি আনি তেওঁক এই হাবিত এৰি থৈ গৈছেহি। হাতভৰি শেঁতা হৈ গৈছে। ঈছমে হাবিৰপৰা তেওঁক বাহিৰলৈ আনি গাৰ কাপোৰবোৰ ভালকৈ পিন্ধাই দিলে। বৰকৰ্তাই নিজৰ বাহুৰপৰা নিজেই কামুৰি মঙহ এৰুৱাই পেলাইছে। হাতমুখ ৰক্তাক্ত। চেহেৰাটো বীভৎস হৈ পৰিছে। শৰীৰৰ বহুত ক্ষত ঠাইত তেজৰ দাগ। গছৰ

ডালে ডালে চৰাইৰ আৰ্তনাদ। এই নিৰ্জন মুকলি পথাৰখনে যেন সকলোৰে মনত এক পৰম ক্লান্তিৰ ছাপ পেলাইছে।

শচিয়ে লেমটো তুলি বৰকৰ্তাৰ মুখ আৰু গাটোলৈ চোৱাৰ লগে লগেই বৰকৰ্তাই হাঁহিবলৈ ধৰিলে। এটি শিশুৰ দৰে সৰল হাঁহি। শচিয়ে আৰু চাই থাকিব নোৱাৰিলে। লৰালৰিকৈ এতিয়া তেওঁক ঘৰলৈ লৈ যাব পাৰিলেই হয়। শচিয়ে বৰকৰ্তাৰ ক্ষত ঠাইবিলাকত দুবৰি বন কিছুমান ছিঙি মোহাৰি চেপি ৰস লগাই দিলে। যন্ত্ৰণা আৰু পোৰণিত যেন তেওঁৰ মুখখন কোঁচ খাই গৈছে। তেওঁ মুখেৰে একো নামাতিলে। চিঞৰ-বাখৰো নকৰিলে। সকলোৰে সৈতে তেওঁ মাত্ৰ বাউলৰ দৰে হালি-জালি খোজ ললে।

চামচুদ্দিনে গৈ থাকোঁতে এবাৰ ক'লে, কৰ্তাক কাশী গয়া মথুৰা ফুৰাই অনা হ'ল। কিন্তু কোনেও একো কৰিব নোৱাৰিলে। অকণো ভাল কৰিব নোৱাৰিলে। মনজুৰে ক'লে, কলিকতালৈও নিয়া হ'ল, কিমান ডাঙৰ ডাঙৰ ডাক্তৰক দেখুৱা হ'ল। কিন্তু কোনেওনো একো কৰিব নোৱাৰিলেনে ?

আন্ধাৰৰ মাজত শচিৰ মাতত হতাশাৰ সুৰ ফুটি উঠিল। ক'লে, এৰা কোনেও একো কৰিব নোৱাৰিলে। যোৱা দহ-বাৰ বছৰে কিমান দেশ বিদেশ ঘূৰোৱা হ'ল।

মনজুৰে ক'লে, হাচান পীৰৰ ওচৰতো চিন্নি দিলোঁ—নাই, একো নহ'ল।

শচিয়ে আৰু কোনো কথা নক'লে। সকলোৱেই যেন এই একেটা দুখত কাতৰ। যেন এই দুখে ওচৰাওচৰিকৈ থকা এটাইবিলাক গাঁৱকে বিপৰ্য্যস্ত কৰিছে। বৰকৰ্তাক লৈ এদিন এই অঞ্চলৰ গাঁওবোৰৰ কত আশা, কত আকাংখ্যা আছিল। এদিন বৰকৰ্তাৰ অবিস্মৰণীয় মেধা-শক্তিৰ পৰিচয়ত এই ঠাইৰ সকলোৱে গৌৰৱ কৰিছিল। সকলোৱে ভাবিছিল, আমাৰ এই অঞ্চলতো এজন মানুহ আছে—যাক আমি ৰাজকীয় সন্মানেৰে সকলোৰে সমুখত থিয় কৰাব পাৰোঁ। এদিন এই

ক্ষণজন্মা পুৰুষজনে সকলোৰেপৰা অশেষ স্নেহ আৰু প্ৰীতি লাভ কৰিছিল। সেইজন মানুহৰ আজি দিনে দিনে কি অৱস্থা!

মনজুৰে শচিক সুধিলে, বাৰু কৰ্তা বা'জীয়ে মোক কয়, বুঢ়াকৰ্তাই হেনো জীৱনত কেতিয়াও মিছা কথা এটাকে কোৱা নাই!

শচিয়ে ক'লে, মানুহে সেইবুলি কয়!

—তেন্তে তেওঁ কিয় ইমান ডাঙৰ দুখ এটা পাব লাগে?

শচিয়ে কোনো উত্তৰ নিদিলে। আকাশৰ মেঘবোৰ বতাহে উৰাই নিছে। তেওঁলোকে পুখুৰীৰ পাৰৰ গৰুবাটেদি গৈ নৰেনদাসৰ বাৰীৰ মাজেৰে মধুৰী আমজোপাৰ তলেদি এটা চমু বাট ল'লে। নৰেনদাসৰ ঘৰত এতিয়া লেমচাকিৰ একো পোহৰ নাই। তাঁতৰ শালতো কোনো শব্দ নাই। মানুহবিলাক ইমান সোনকালে শুই গৈছে! চামচুদ্দিনে ভাবিলে, নৰেনদাসৰ ভনীয়েকজনী অলপতে বিধবা হৈ ইয়ালৈকে গুচি আহিছে। গতিকে নৰেনদাসৰ ঘৰখনত চাৰিওপিনে দুখৰ ছাঁ এটা যেন পৰি আছে। সি এদিন দূৰৰপৰা মালতীক দেখিছিল। বিধবা হোৱাৰ পিছৰপৰা মালতীয়ে ব্লাউজ নিপিন্ধে। মালতীৰ কোনো সন্তান নাই। যি বছৰত বিলত কুমীৰ পৰিছিল সেই বছৰতে মালতীৰ বিয়া হৈছিল। নৰেনদাসে বিয়াত খৰচো কৰিছিল। বিয়াৰ পিছত চাৰিমাহমানৰ কাৰণে মালতী গাঁৱৰপৰা গিৰিয়েকৰ সৈতে গৈ চহৰত আছিলগৈ। টুপটুপীয়া ৰাজকোঁৱৰৰ নিচিনা চেহেৰা আছিল মালতীৰ গিৰিয়েকৰ। চুটি চাপৰ ল'ৰাটোৰ চকুদুটা চামুৰ এতিয়াও স্পষ্ট মনত পৰে। নৰেনদাসে বিয়াত নচিন্দিৰপৰা চাৰিটা দে লাইট আনি ঘৰে বাহিৰে পোহৰময় কৰি তুলিছিল। সি বৰকন্যাৰ হাতত ধৰি চকুপানী টুকি টুকি কৈছিল, মালতীৰ মাক নাই, বাপেক নাই, ময়েই তাইৰ সকলো। দৰা-কইনা যোৱাৰ পিছত বহুত সময় ধৰি চকীত বহি বহি নৰেনদাসে কান্দিলে। বিয়াঘৰৰ আলহী সকলো গৈ শেষ হ'ল, ঘৰ খালী হৈ গ'ল—তথাপিও নৰেনদাসে দুদিন ধৰি বিচনা নেৰিলে। তাৰ এই সৰু ভনীয়েকজনী ঘৰখনত যেন এটি পখিলাৰদৰে আছিল। গোটেই দিনটো যেন ঘৰখনত চাৰিওপিনে উৰি

ফুৰিছিল। গছৰ ছাতত, পুখুৰীৰ পাৰত, লেতেকু গছৰ ডালে ডালে ছোৱালীজনীয়ে যেন নীলকণ্ঠ চৰাই বিচাৰি ঘূৰি ফুৰে। চামু আৰু ৰঞ্জিত আছিল তেতিয়া তাইৰ অতি আপোন মানুহ। সিহঁতে কিমান দিনে হাবিত একেলগে মেচেকা টেঙা বিচাৰি গৈ বাট হেৰুৱাইছে। মালতী যিদিনা বিধবা হৈ গাঁৱলৈ উভতিছিল সেইদিনা চামুৱে কাকো কথা এটাও কব নোৱাৰা হৈ পৰিছিল। কাৰণ ঢাকাৰ ৰায়তত মালতীৰ গিৰিয়েক কটা যায়।

দুৱাৰমুখৰপৰা শচিয়ে ক'লে, মা, পানী দিয়া।

খুৰাকৰ মাত শুনি লালটু বৈঠকখানাৰপৰা ওলাই আহিল। চন্দ্ৰনাথো বাহিৰলৈ ওলাই আহিল। শশীবালাই ইমানপৰে বৃদ্ধ স্বামীৰ ভৰিৰ কাষত বহি পৰিচৰ্য্যা কৰি আছিল। বৃদ্ধ মহেন্দ্ৰনাথ পুতেকৰ কাৰণে উদ্বিগ্ন হৈ আছিল। আজিকালি মণিৰ এই নতুন উপসৰ্গ, কাকে একো নোকোৱাকৈ বাহিৰলৈ ওলাই গুচি যোৱা! অলপদিন আগলৈকে সি বৈঠকখানাতে দিনটো বহি থাকে, নাইবা পুখুৰীৰ পাৰত ঘূৰাফুৰা কৰি গছ-গছনিৰ, চৰাই-চিৰিকতিৰ সৈতে কিবা যেন বিৰ বিৰকৈ বকি থাকে। আজিকালিযে কি হৈছে! এতিয়া পুতেক আহিছে বুলি শুনি কম্বলখন মুখৰ ওপৰলৈকে দি কাতি হৈ শুই পৰিল। মনৰ উদ্বিগ্নতা আঁতৰিল। শশীবালাই চোতালত কেবাজনো মানুহ দেখি ক'লে,—তহঁত!

—মই চামু আইদেউ!

—মই মনজুৰ আইদেউ!

বৰবোৱাৰীয়ে খিৰিকীৰে সকলো দেখি আছিল। তেওঁ স্বামীলৈ চালে। দীৰ্ঘ চেহেৰা, এখনি বলিষ্ঠ মুখ, সেই মুখত যেন এক আত্ম-প্ৰত্যয়ৰ ছবি। বতাহত সেই ছবিখনি যেন দুলিবলৈ ধৰিছে। বৰ-বোৱাৰীয়ে দুহাত তুলি ঈশ্বৰৰ প্ৰতি প্ৰাৰ্থনা জনালে, ঈশ্বৰ, মোৰ এই মানুহজনক তুমি চাবা। চোতালত কেবাজনো মানুহ থকাৰ কাৰণে তেওঁ ওলাই আহিব নোৱাৰিলে।

শশীবালাই সকলোকে বহিবলৈ দি গোসাঁই ঘৰলৈ গ'ল। অলপ গঙ্গাজল, তুলসীপাত আৰু চৰণামৃত আনি শচি আৰু মণিৰ গাত ছটিয়াই দিলে। এবাল্‌টি পানী অনালে। চন্দ্ৰনাথে তিয়নি কাপোৰ দুখন উলিয়াই আনিলে। বৰদাদাকৰ গাৰ ক্ষতবিক্ষত স্থানত নাৰ্জি ফুলৰ পাতৰ ৰস চেপি দি হাতটো বান্ধি দিলে।

চামচুদ্দিনে ক'লে, আইদেউ আমি যাওঁ এতিয়া।

—যাহঁত আৰু। ৰাতিও বহুত হৈছে। সাৱধানে যাবিহঁত। তাৰ পিছত কিবা এটা ভাবি তেওঁ চোতালৰ মাজলৈ আহি ক'লে, চামু, তোৰ মাৰক দেখোন কেবাদিনো দেখা নাই।

—মাৰ কঁকালৰ বিষ হৈছে। উঠিবই নোৱাৰে। বাতবিষ যেন লাগিছে।

ৰ'বিচোন অলপ। সেইবুলি তেওঁ ঘৰৰ ভিতৰলৈ গৈ এটা পুৰণি চিচা উলিয়াই আনিলে। এই চিচাটো লৈ যাচোন চামু। এই তেলখিনি কঁকালত মালিচ কৰিবলৈ কবি।

সিহঁত লাহে লাহে গুচি গ'ল। ঈছমে লেমটো হাতত লৈ তৰমুজ খেতিৰ মাজেৰে যাবলৈ ধৰিলে। সোণালী বালিৰ নদীৰ চৰত তৰমুজ খেতিৰ চৈৰ তলত গোটেই ৰাতি সি বহি থাকিব। খৰগোচ আৰু এন্দুৰে তৰমুজ লতা কাটিকুটি ছিঙি থৈ যায়হি। ৰাতি সি বহি বহি টিং বজাই সেই খৰগোচ আৰু এন্দুৰ খেদি থাকিব। গাঁৱৰ মানুহে বহুত দূৰৰপৰাও মাজৰাতি সাৰ পাই সেই টিং বজোৱা শুনিবলৈ পায়। আৰু শুনিলেই মানুহে বুজি পায়, ঠাকুৰৰ ঘৰৰ চাকৰ ঈছমে তৰমুজ খেতত টিং বজাইছে, টিং বজাই এন্দুৰ খেদিছে।

সৰু কৰ্তা শচীন্দ্ৰনাথে নিজৰ কোঠাত বহি এতিয়া দৈনিক বজাৰৰ হিচাপ লিখিছে। বৰকৰ্তাক হাতমুখ ধুৱাই পাকঘৰলৈ লৈ যোৱা হৈছে। তেওঁ প্ৰথমে সুদা দাইলেই খালে, ভাতখিনিও সুদাই সুদাই খালে, আৰু মাছ আৰু মাংসৰ হাড়বোৰ চোবাই গিলি দিলে। ডাঙৰ ডাঙৰ চকু দুটা মেলি পাকঘৰটোৰ চাৰিওপিনে চালে। শশীবালাই এবাৰ ক'লে, মণি অ', কিমান ভোগাব আৰু? আঞ্জাখিনি ভাতৰ লগত সানি খা।

মাকৰ কথা শুনি মণীন্দ্ৰনাথে কীট্‌চৰ এটা কবিতা সম্পূৰ্ণ আগৰপৰা শেষলৈকে গভীৰ আৰু দৃঢ়কণ্ঠে আবৃত্তি কৰি শুনালে। মাক বা চন্দ্ৰনাথ কোনেও তাৰ একবৰ্ণও বুজি নাপালে। মণীন্দ্ৰনাথে কবিতা মাতি মাতি এবাৰ ৰবোৱাৰীৰ পিনে অপলক দৃষ্টিৰে চাবলৈ ধৰিলে। যেন এই কবিতাৰ আবৃত্তিৰ মাজেৰে কিবা এক নিদাৰুণ যন্ত্ৰণাৰ কথা বাৰে বাৰে মনত পেলাইছে। যেন সমগ্ৰ পৃথিৱীখনেই নিৰন্তৰ এক অসহিষ্ণুতাত ভুগিছে। মণীন্দ্ৰনাথে নিজৰ কপালত আৰু মূৰত নিজেই হাত বুলাবলৈ ধৰিলে। 'তোমালোকে মোক অকণমান আদৰ কৰা' এনে এটা ভাব ফুটি উঠিল মণীন্দ্ৰনাথৰ চকুৱে মুখে। তেওঁৰ অপলক দৃষ্টিয়ে যেন ক'ব খুজিলে, মোৰ বৰ কষ্ট হৈছে, বৰ যন্ত্ৰণা!

সম্পৰ্কত জোটন বিবি আবেদালিৰ বায়েক হয়। তাই মৰা ঠাৰিৰ সৰু জাপ দুৱাৰখন এফলীয়া কৰি জুপুৰিটোৰ বাহিৰলৈ মুখ উলিয়াই চালে। এতিয়াও ভালদৰে ৰাতিপুৱা হোৱা নাই। গোটেই ৰাতি জোটনৰ চকুত টোপনি নাই। মচজিদত চামুৱে আজান দিছে। জোটনে বহি আন্ধাৰতে ফটা চাৰি আৰু ফটা কঠাখন জাপি একাষত থলে। আন্ধাৰত ঘৰৰ ভিতৰৰ একো বস্তু দেখা পোৱা নাযায়—বস্তু মানে কি—শিকিয়াত আঁৰি থোৱা দুটা কেৰাহী আৰু দুখন ঢাকনি! আজি দুদিনৰপৰা জোটনৰ পেটত ভাত পৰা নাই—কেৱল সেলেকু সিজাই খাই আছে। তাইৰ মনত পৰিল—কেৰাহীত এতিয়াও দুটামান সেলেকু সিজোৱা আছে। তাই আন্ধাৰত বহি বহি কেৰাহীৰপৰা সিজোৱা সেলেকু তুলি খাবলৈ ধৰিলে! শুকান ডিঙিত চৰচৰণি ধৰাত তাই পানী দোঢোকমান খাই ললে। কিছুপৰ পিছত আকৌ দুৱাৰখন মেলি যেতিয়া তাই বাহিৰলৈ চালে, দেখিলে আকাশ পৰিষ্কাৰ, কুকুৰাবোৰে মাতিছে—জোটনে দুৱাৰখন খুলি বাহিৰত আহি থিয় হ'লহি।

মচজিদৰ সিপাৰে সূৰ্যটো উঠি আহিছে। আবেদালিয়ে বদনা এটা লৈ সমুখৰ পথাৰৰপৰা উভতি আহিছে। আবেদালিৰ বিবি জালালিয়ে শুকান পাতেৰে জুই ধৰি চোতালৰ একোণত ভাত ৰান্ধিছে। আবেদালি আহি বাৰান্দাত বহাৰ লগে লগে জোটনে মাত লগালে, মানুহটো দেখোন কালি নাহিল অ'।

—নাহিলে মই কি কৰিম! জোটনৰ আকৌ নতুন মতলব, আবেদালিৰ তাতে বিৰক্তি। তিনিবাৰৰ পিছতো আকৌ নিকাহ কৰাৰ চখ!

দুদিন অনাহাৰে থাকি জোটনো খিংখিঙীয়া হৈ উঠিছে। তাই আবেদালিক ৰূঢ়ভাৱে ক'লে, দন্দিলৈ যাওঁতে বাটত মানুহটোৰ খবৰ লৈ যাবি। মৰিলনে বাচি আছে আহি কবিহি।

—কম দে কম। আবেদালিয়ে মন কৰিলে, জোটনৰ মুখখন একেবাৰে শুকাই গৈছে। চকু দুটা গাঁতত সোমোইছে। সি তাইক ক'লে, ঐ, দুপৰীয়া তই আমাৰ তাতে খাবি। কৈয়েই আবেদালিয়ে জালালিৰ মুখলৈ চালে! পুৱাৰ ৰ'দত জালালিৰ খৰখৰীয়া শুকান মুখখন আৰু শুকান যেন দেখা গৈছে। তাতে আবেদালিয়ে জোটনক ভাত খাবলৈ কোৱা শুনি জালালিৰ মুখখন গঙাটোপটোৰ দৰে ফুলি উঠিল। আবেদালিয়ে কথাটো লক্ষ্য কৰি ক'লে, হেৰ চাবি অ', তোৰ গাল দুখন ফাটি যাব এতিয়া।

জোটনে কথাটো বুজিব পাৰিলে। থাওক দে, মই নাখালেও হ'ব। মোৰ খোৱাৰনো কি আছে!

আবেদালিয়ে বুজিলে, জোটনে আৰু ভাত নাখায়। সি দেখিলে, জোটন চোতালৰপৰা বাটৰ পিনে লাহে লাহে গুচি গৈছে, কিন্তু বাটেদি খোজ নলৈ বাটৰ কাষৰ পথাৰত—য'ত এতিয়াও অলপ অলপ পানী আছে তালৈ নামি গৈছে। পথাৰৰ মাজৰ আলিবোৰত এই সময়ত কাছই কণী পাৰে। জোটনে বিচাৰি পায় যদি কাছৰ কণী কেইটামান লৈ পশ্চিম পাৰালৈ যাব আৰু কণীৰ সলনি পাৰে যদি কাৰোবাৰ ঘৰৰ

পৰা চাউল খুজি আনিব। তাই বিলৰ পাৰৰ পথাৰখনত বহুত আলি বগালে। বিশ্বাসপাৰাৰ গছ-গছনিৰ মাজেৰে সূৰ্য ওপৰলৈ উঠি আহিছে। ঘাঁহ, ধানগছ, আৰু কলা মাহৰ খেতিৰ ওপৰত বিন্দু বিন্দু নিয়ৰৰ টোপালবোৰ ৰ'দত জিলিকি উঠিছে আৰু ক্ৰমে মিলি গৈছে। মানুহটো কালিয়েই অহাৰ কথা আছিল, তাই টালিটোপোলা বান্ধি ৰৈ আছিল, মৌলবী চাহাবকো কৈ থোৱা আছিল, সাক্ষীও ঠিক হৈ আছিল, কিন্তু মানুহটো নাহিল।

মানুহটো কেদিনমান আগতে মুচকিলাচান হাতত লৈ নিজেই আহিছিল তাইক বিচাৰি।

—এইটো আবেদালিৰ ঘৰ নহয় জানো? মানুহটোৱে আহি চোতালৰ পৰা সুধিছিল। আবেদালি আৰু জালালিহঁতে মানুহটোৰপৰা ফোঁট লৈছিল। জোটনো উঠি আহিছিল আৰু ফোঁট লৈছিল। মানুহটো থাকে পীৰৰ দৰগাত। দীঘল চেহেৰা, গোল গোল চকু দুটা—নাইৰ তললৈকে বগা দাড়ি নামি আহিছে। গাত শতচ্ছিন্ন যোৰা, মূৰত এখন কাপোৰ বন্ধা। আৰু ডিঙিত বিচিত্ৰ ৰকমৰ মালা আৰু তাবিজ। এই ফকিৰ মানুহটোৰ মহব্বতৰ কাৰণে শীতৰ কোমল ৰ'দত প্ৰথম দৰ্শনতে যেন আকৃষ্ট হৈ পৰিছিল জোটন। বহুত ৰাতিলৈকে মানুহটোৰ স্মৃতিয়ে তাইৰ মন আচ্ছন্ন কৰি ৰাখিছিল।

জোটন আলিৰ দাঁতিয়ে দাঁতিয়ে চোকা দৃষ্টি ৰাখি গৈ থাকে। কিছু সময়ৰ পিছত তাই ঠিক কৰিলে, এই টুকুৰা ঠাইত কাছৰ কণী আৰু পোৱা নাযাব। তাই এবাৰ ইফালে সিফালে চালে আৰু কেইছিৰামান ধান ছিঙি গাৰ ফটা কাপোৰৰ তলতে লুকাই থলে। তাইৰ অলপ আঁতৰেদিয়েই কেটামান ধানকটা মানুহ পাৰ হৈ অন্য এখন পথাৰলৈ নামি গৈছে। তাই মানুহকেটাক দেখিয়েই বহি পৰিল। যেন সঁচাই কাছৰ কণী বিচাৰি ফুৰিছে—এনে ভাব দেখুৱালে। অলপ সময় তাই সেইদৰে বহিয়েই থাকিল। ধানকটা মানুহকেটা ওচৰৰে পথাৰত ধান কাটিবলৈ আৰম্ভ কৰিছে। জোটনে তলৰপৰা চোকা শামুকৰ খোলা

এটা বুটলি নিজৰ পেটৰ তলত—খোচনিত গুজি থলে। তাই ধানকটা মানুহকেটাক চাবৰ কাৰণে বেঙা মেলি থিয় হ'ল। কাৰ পথাৰতনো সিহঁতে ধান কাটিছে তাই ভাবি উলিয়াবলৈ চেষ্টা কৰিলে। কিছু দূৰত বিলৰ পানীত গৰুবিলাক নামি যোৱা দেখিলে। তাইৰ আকৌ মনত পৰিল, মানুহটো নাহিল, সেই মুচকিলাচানৰ মানুহটো। ইতিমধ্যেই তেৰটা সন্তানৰ মাক জোটন আকৌ মাক হ'বৰ বাবে এই পথাৰৰ আলিত থিয় হৈ যেন ছটফট্ কৰিবলৈ ধৰিলে। তুকুৰি বছৰীয়া তিৰোতা জোটনে এই পথাৰৰ মাজত যেন বিচাৰিবলৈ ধৰিলে—খোদাক। তাইৰ এইটো দেহাৰপৰা খোদাৰ সকলো মাচুল এতিয়াও উচল হোৱা নাই, এনে ভাব হ'ল তাইৰ।

তুদিন পেটত ভাত নাই—তাইৰ অনুতাপ হ'ল। তুদিন হাজাৰদিৰ বিলত গাঁৱৰ আৰু বহুতো তুখীয়ালোকৰ সৈতে তায়ো পথাৰৰ ভেট তুলিছিল। তুখীয়া হলেই ইমানদাৰ হ'ব লাগে, খোদাক মনত পেলাব লাগে, জোটনৰ সেই বিশ্বাস। তাই আকৌ শামুকৰ ধাৰথকা খোলাটোৰে ৰেপমাৰি আৰু কেইছিৰামান ধান কাটিলে আৰু কোঁচত সুমাই থলে। পেটৰ ভোক কি ভয়ানক তুঃসহ, খোদাৰ ওচৰত তাই গোনাগাৰৰ কাৰণে মোনাজাত কৰিলে, হে খোদা, পেটৰ পোৰণিত দেহাৰ পোৰণিত সকলো হয়। আৰু তাই ধানৰ গৰাকীৰ একো ক্ষতি কৰা নাই, ভাল ধানতো কটা নাই, আলিত পৰি থকা বেয়া ধান তুছিৰা শামুকৰ খোলাৰে কাটিছে। যিয়েই নহওক, তাইৰ মনতো দয়া আছে। জোটনে মনতে ভাবিলে। হাচিমৰ বাপেক নয়াপাৰাৰ নিমগছজোপা পাৰ হৈ গ'ল। জোটনে আৰু একোচা ধান কাটি কোঁচত ভৰালে। এনেতে এবাৰ তাইৰ মালতীৰ কথা মনত পৰিল। নৰেন দাসৰ সৰু ভনীয়েক মালতী বিধবা হৈ বাপেকৰ ঘৰলৈ ঘূৰি আহিছে। মালতীলৈ জোটনৰ তুখ উপজিল। তাই পূবপিনৰ ঘৰটোলৈ বিৰিণাজোপাৰ ফাঁকেৰে চাওঁতে নৰেন দাসৰ তাঁতশালৰ ঘৰটো দেখিলে। তাঁত বোৱাৰ শব্দ শুনিবলৈ পোৱা গৈছে। মাকো আৰু যঁতৰৰ শব্দ। জোটনে আকৌ এবাৰ ৰেপ

মাৰি ধান এছিৰা কাটোঁতেই হঠাত কোনোবাই পাছফালৰপৰা চিঞৰি উঠিল। এই মৰতী, কি কৰিছ—মূৰ দুফাল কৰিম, জনা নাই।

জোটনে মূৰটো ঘূৰাই দেখিলে ঈছম আহিছে। তাই ভয়ত কুচিমুচি ক'লে, নাই নাই ঈছম ভাই, মই ইয়াত একো কৰা নাই।

—তই ইয়াত এনেয়ে আচমান চাবলৈ আহিছ। যা ইয়াৰপৰা, ঘৰলৈ যা, কথা নবঢ়াবি।

জোটনে ঘৰলৈ ঘূৰি যোৱাৰ নিচিনা কৰি তলমূৰকৈ খোজ ল'লে। কিন্তু ঈছমে যেই মচজিদৰ কুঁৱাৰপৰা পানী তুলিবলৈ বাল্টিটো নমাই তললৈ মূৰ কৰিলে, জোটন সাউতকৈ আলিৰ ওপৰত বহি ধান গছৰ আঁৰত লুকাই পৰিল। তাৰ পিছত প্ৰায় বগুৱা বাই বাই গৈ থাকোঁতে হঠাত এঠাইত হাতৰ হেঁচা পৰি আলিৰপৰা মাটি এচপৰা এৰাই যোৱাৰ লগে লগে দেখিলে বগা গোল গোল কণী কিছুমান ওলাই পৰিছে। জোটনৰ মুখখন উজ্জ্বল হৈ উঠিল। তাইৰ মুখত যেন মুচকিলাচানৰ চাকিৰ পোহৰ পৰিল। চাৰিওপিনে চাই পঠিয়ালে। দূৰৰ পথাৰবোৰত ধান কটা হৈ গৈছে। মানুহবোৰে ধানৰ ডাঙৰি বান্ধিছে আৰু গাজীৰ গীত গাইছে। দূৰে দূৰে গীতৰ সুৰ তৰঙ্গ! নৰেন দাসৰ বিধবা ভনীয়েক মালতীৰ কথাই আৰু যোৱা ৰাতিৰ নিষ্ফল প্ৰতীক্ষাই জোটনক এক নিদাৰুণ তীব্ৰ যন্ত্ৰণাত কাতৰ কৰি পেলাইছে। মালতীৰ জীৱনত আৰু কোনোদিনেই বিয়া হ'ব নোৱাৰে, তাইৰ দেহাই আল্লাক কোনোদিনেই মাচুল দিব নোৱাৰিব। আল্লা নাৰাজ হ'ব। তিৰোতাৰ দেহাটো পথাৰৰ মাটিৰ দৰে, চন পেলাই পতিত কৰি ৰাখিলে গুনাহ হয়। মালতীৰ জীৱনটোৰ কথা, তাইৰ জীৱনত অধৰ্ম হোৱাৰ কথা ভাবি জোটনৰ মনটো বেয়া লাগিল। তাই দেখিলে, বিৰিণা গছৰ তলত মালতী থিয় হৈ আছে, নিঃসঙ্গ-মৌন। মালতীৰ গাৰ বগা থান কাপোৰৰ শাড়ী পুৱাৰ বতাহত উৰিছে। জোটনে লৰালৰিকৈ কণীকেটা বোকা-মাটিৰ গাঁতৰপৰা তুলি আঁচলত বান্ধি ল'লে।

আনদিনা হোৱা হ'লে জোটনে মালতীৰ সৈতে অন্ততঃ অলপ সময়

কথা পাতিলেহেঁতেন। কিন্তু আজি মালতীৰ এই নিঃসঙ্গতাই তাইকো যেন যথেষ্ট পীড়িত কৰিছে। এটি অহেতুক অপৰাধবোধে মালতীৰ সৈতে কথা পতাত তাইক যেন বাধা দিছিল। জোটন সেইটো বাটেৰেই গ'ল। কিন্তু অচিনাকি মানুহৰ দৰে ধপাতৰ খেতিৰ মাজেৰে পাৰ হৈ লেতেকু গছৰ তলেদি পুখুৰী এটাৰ পাৰত থিয় হ'লগৈ। আৰু পানীত সাঁতুৰি থকা হাঁহবোৰলৈ চাই চাই কিবা যেন আনমনা হৈ পৰিল।

জোটন আৰু বৈ নাথাকিল। ইয়াত থাকিলে তাইৰ মনৰ কষ্ট আৰু বাঢ়িব। তাৰ উপৰি মাত্ৰ সেলেকু সিজোৱা খাই দেহাইও নটনা হৈছে। তাই লৰালৰিকৈ নৰেন দাসৰ ঘৰ পাৰ হৈ গাঁৱৰ বাটেৰে যাবলৈ ধৰিলে। বকুল গছজোপা পাৰ হৈ তাই ঠাকুৰৰ ঘৰৰ বাৰীখনত মনে মনে সোমাই গছৰ তলত তামোল বিচাৰিবলৈ ধৰিলে। বিচাৰি বিচাৰি এটাও তামোল নাপাই গছৰ আগলৈ চালে আৰু প্ৰাৰ্থনাৰ ভঙ্গীত ক'লে, আল্লা, তামোল এটা দিয়া। তামোল গছবোৰৰ আগত 'হালধীয়া হালধীয়া' হৈ তামোলবোৰ থোক ভৰি ওলমি আছে! থোকৰপৰা খোচ মাৰি পকা তামোল এটা সৰাই খাবলৈ জোটনৰ বৰ ইচ্ছা হ'ল। তাই দেখিলে কাঠৰোকা চৰাই এটা ইগছ সিগছ কৰি উৰি ফুৰিছে। তালৈকে চাই তাই ক'লে, আহাহা, হেৰ তয়ে এটা দেঅ', হে আল্লা! তেনেতে পাছফালৰপৰা বুঢ়ী ঠাকুৰণীৰ মাত শুনা যেন লাগিল। জোটন তৎক্ষণাত বাৰীৰ পাছফালে গছৰ আঁৰত লুকাই পৰিল। তাতে হাবিৰ জোপোহাৰ মাজত বহি বহি তাই ওপৰলৈ চাই তামোল সৰালৈ আশা কৰি থাকিল। কিজানি কাঠৰোকাটোৱে তামোল দুটামান পেলাই দিয়েই। সেয়া চৰাইটো উৰি তামোলৰ থোক এটাত পৰিছে, জোটনে জোপোহাৰ ফাঁকেৰে দেখি উত্তেজিত হৈ পৰিল। চৰাইটো এটা ভৰা থোকত বহি ল'লে আৰু একেলগে দুটামান খোট মাৰি দিলে, লগে লগে তিনি চাৰিটা তামোল একেবাৰতে গছৰ গুৰিত সৰি পৰিল, যেন মাণিক দুটামানহে পৰিল। যেন জোটনৰ গোটেই দিনটোৰ আশাই এই তামোল গছকেজোপাৰ ছায়াঁতে এতিয়া ৰূপ লৈছে। জোটনে

চাৰিওপিনে ভালকৈ চালে। পুখুৰীৰ পাৰত বুঢ়ী ঠাকুৰণীয়ে গা ধুইছে। তাই সকলো দেখিছে, কিন্তু তাইক কোনেও দেখা নাই। তাই লৰালৰিকৈ তামোল জোপাৰ তললৈ গ'ল। তামোলকেটা বুটলি আঁচলত বান্ধি ল'লে আৰু লাহে লাহে খোজ ল'লে। তাই বৈঠকখানা পাৰ হৈ ঠাকুৰবাৰীৰ ভিতৰৰ পিনে সোমাই গ'ল। মাত দিলে, বৰমামী আছে নেকি? সেইবুলি মাতি মাতি তাই পিছদুৱাৰেদি গৈ একেবাৰে অশৌচীয়া ঘৰৰ দুৱাৰমুখত ৰ'লগৈ। ক'লে, ধনমামী, পোনাকণক চাবলৈ আহিছোঁ, দেখুৱাওক। মইনাটোৰ কাৰণে কাছৰ কণী লৈ আহিছোঁ। তেনেতে তাই বৰমামীক দেখি ক'লে, কাছৰ কণীকেটা ৰাখক আৰু চাউল এপাচি দিয়ক।

চাউল পাচি লৈ তাই আকৌ ক'লে, দুখিলামান পাণ নিমনে বৰমামী?

—নেগৈ যা। গছৰ তলত মেলা পাণ পৰি আছে।

জোটনে চাউলখিনি আঁচলত বান্ধিলে আৰু বৰঘৰৰ পাছফালেদি গৈ আকাশীলতাৰ কাঁইটীয়া জোপোহা বগাই এজোপা গছৰ তলত থিয় হ'লগৈ। গছজোপাত পাণৰ লতা মেৰ খাই আছে। তাই দুহাতেৰে যিমান পাৰে পাণ বুটলি ল'লে, আৰু দুখিলামান গছৰপৰা ছিঙিও ল'লে। তাৰ পিছত তাই ঘৰৰ সমুখেদি নগৈ পাছফালেদিয়েই আকাশীলতাৰ জোপোহা ভাঙি আকৌ পূবৰ পুখুৰী পাৰেদি গৈ ধানখেতিৰ মাজে মাজে আলিয়েদি যাবলৈ ধৰিলে। তাই আকৌ দেখিলে, মালতীয়ে এতিয়াও আকাশলৈ চাই চাই বহি আছে। এইবাৰ তাই মালতীৰ পাছফালে মনে মনে বহিলগৈ। লাহেকৈ হাঁহি এটা মাৰি তাই মাতিলে, মালতী!

মালতীয়ে কোনো উত্তৰ নিদিলে। তাই মাত্ৰ কান্দিলে! জোটনে মালতীৰ মুখখন ভালকৈ দেখা নাই, কিন্তু তাই বুজিলে মালতীৰ চকুত পানী। জোটনে আকৌ ক'লে, মালতী, নাকান্দিবি, কান্দি কি হ'ব আৰু! সকলো নচিব, বুইছ মালতী।

জোটন বহাৰপৰা উঠিল। ছোৱালীজনীয়ে শোকত কান্দি আছে, কান্দক। তাইৰো যেন তিনি নম্বৰ খচমৰ কথা মনত পৰি শোকে

ডিঙিত খুন্দা মাৰি ধৰিব খুজিলে। বেলা বাঢ়ি আহিছে। পেটত ভীষণ ভোক। চাউল যিখিনি আনিছে তাৰে জোটনৰ দুসাঁজ ভালকৈ যাব। তাই গৰু নিয়া বাট এটাৰে খোজ ল'লে। আৰু বাটৰ কাষৰপৰা ব্ৰাহ্মীশাক অলপমান ছিঙি ল'লে। তাৰ পিছত আবেদালিৰ ঘৰ পাৰ হৈ চোতালত ভৰি দিয়েই হঠাৎ আচৰিত হৈ গ'ল। আগদিনা আহিব-লগা মানুহটো , যাৰ কাৰণে তাই প্ৰায় গোটেই ৰাতি নোশোৱাকৈ বহি আছিল—তেওঁ চোতালতে ফটাকঠ এখনত নামাজৰ ভঙ্গীত বহি লুঙী এখন চিলাই আছে। নীলা ৰঙৰ ফটাকঠাৰ জোলোঙা এটা, মুচকিলাচানৰ চাকিটো, বিভিন্ন ধৰণৰ তাবিজৰ মালা—লাটুমণি আৰু আইনাৰ মণিৰ হাৰ, এই সকলোবোৰ মিলি ফকিৰ চাব যেন ঘোঁৰা-দৌৰৰ পীৰ। জোটনে ফকিৰ চাবক উদ্দেশ্য কৰি ক'লে, চালেমালেকুম্।

ফকিৰ চাহাবে এতিয়াহে জোটনক দেখা পালে।

—ওয়ালেকুম চেলাম, তেওঁ উত্তৰ দিলে।

জালালিয়ে ঘৰৰ একোণত ওৰণি টানি বহি আছে। জোটনেও ভাবিলে, এতিয়া তাই ওৰণি লৈ ঘৰৰ ভিতৰত বহি থাকিলেহে ভাল আছিল। কিন্তু খিদ্‌মতৰ অসুবিধা হ'ব বুলি ভাবিয়েই যেন লাজতে তাই অন্তৰ খুলি একো কব নোৱাৰিলে। তাই জালালিৰ ঘৰৰ ভিতৰলৈ গৈ ক'লে, মানুহটোকযে কিবা খাবলৈ দিব লাগিব, কিন্তু কি খুৱাম ?

জোটনে মনে মনে ক'লেও বেৰাখনৰ সিফালেই বহি থকা ফকিৰ চাহাবে তাইৰ কথাকিটা শুনিলে—মোৰ কাৰণে ভাবিব নালাগে। শাকে ভাতে দুটামান দিলেই হ'ব। দেখিবা মই নিশ্চিন্ত মনে খাই শেষ কৰি দিছোঁ।

জোটনে ক'লে, জালালি, শুকান পুঠিমাছকে দুটামান দেচোন।

জোটনে ভাত ৰন্ধাৰ যোগাৰ কৰি, মৰাপাটৰ শুকান ঠাৰিৰ দ'মটোৰপৰা এমুঠি নমাই আনিলে। ঘৰৰ পাছফালেই ঠাৰিখিনি মৰমৰ্‌কৈ ভাঙিলে। আৰু হাতত লৈ, চাপৰি, ঘৰৰ ভিতৰত সোমাবলৈ ধৰোঁতে চোতালৰ পিনে চাই দেখিলে, ফকিৰ চাহাবে এতিয়াও লুঙীৰ

টাপলি চিলায়েই আছে। তাই ভিতৰ সোমাই বেৰাৰ ফাকেৰে চালে, ফকিৰ চাহাবৰ বহল বলিষ্ঠ বুকু আৰু বেছ শক্তিশালী হাতৰ কজি, তাই ভাবিলে এইটো মানুহক লৈ তাইৰ দেহাত খোদাৰ মাচুল উচল হ'বলৈ বেছি সময় নালাগিব। গতিকে, গতিকে আনন্দমনে তাই ৰন্ধা-বঢ়াত লাগি গ'ল। যোৱা দুবছৰে তাইৰ দেহাটোৱে প্ৰায়েই ৰাতি ৰাতি বেচৰমভাৱে বেইমানি কৰিব খুজিছিল। ৰাতি যিমানবাৰ এনে হয়, জোটনে ফটাকঠত বহি আল্লাক সোঁৱৰে। যেন তাইৰ মনৰপৰা এই বেওৱাৰিচ ভাববোৰ আঁতৰি যায়। তিনিবাৰকৈ তালাক পোৱাৰ পিছত জোটনে ভালকৈ বুজিব পাৰিছে, তাইৰ দেহাৰ খক মিটাব পৰা শক্তি কোনো মতাৰেই নাছিল। সিহঁত ভাবে, এই পিশাচীৰ দেহাটোৱে মাথোন খাঁও খাঁও কৰি থাকে, তাইৰ হেপাহ মিটাব নোৱাৰিয়েই সিহঁতে তালাক দিলে। তাই আৰু অলপমান মৰাপাটৰ ঠাৰি জুইত সুমাই দিলে। আৰু বেৰাৰ ফাঁকেৰে জুমি জুমি ফকিৰ চাহাবৰ দেহাটোলৈ চালে। তাই অলপ আগতে অনা গোটেইখিনি চাউলকে চৰুত বহাই দিছে। দুজনৰ জোখাই ভাত হ'ব। শুকান মাছ দুটা অলপ জুইত পুৰি ল'লে। ভালেকেটামান চাটগয়াঁ জলকীয়াও ভালকৈ বটি ল'লে। ডাঙৰ চাই পিয়াজ দুটা কাটিলে। শুকান মাছ দুটা মৰমৰকৈ মোহাৰি মাটিৰ থালৰ কাযত থলে। তাৰ পিছত জলকীয়া, পিয়াজ আৰু লোণ দি শুকান মাছৰ পিটিকা কৰিল। তাইৰ জিভাৰ পানী ওলাবলৈ ধৰিলে। এনেহে লাগিল যেন তাই এতিয়া ইচ্ছা কৰিলে দুজনৰ ভাত অকলেই খাই পেলাব পাৰিব! কিন্তু আলহীৰ কথা ভাবি পেটৰ ভোকটো কোনোৰকম শাম কটাই ৰাখিলে। ভাতৰ নিসনি খিনি বক বক কৰি উতলিছে। উতলা ভাতখিনিৰ এটা গোন্ধ ওলাইছে। তাই নিসনিখিনি বাটি এটাত কাঢ়ি ল'লে আৰু তাত নিমখ অকণমান মিহলাই মুখখন ঘূৰাই পি খাবলৈ ধৰিলে। আস্! এতিয়াহে যেন তাই বস্তুটো ভালকৈ দেখা পাইছে। ফকিৰ চাহাবক সঁচাই পীৰ এজনৰ ৰূপত তাই দেখা পালে, দৰগাৰ পীৰ এই ফকিৰ চাহাব। জোটনে এবাৰ নিজৰ

গাটোলৈও ভালকৈ চালে, তাই দেখিলে যে তাইৰ দেহাটো বেছ টনটনীয়া হৈ আছে। ফকিৰ চাহাবকো কাবু কৰিবলৈ তাইৰ বৰ বেছি পৰ নালাগিব। জোটনে মনে মনে হাঁহিলে। বেৰাৰ ফাঁকেৰে তাই এবাৰ ক'লে, ফকিৰ চাহাব, গা ধুই আহক, মোৰ ভাত হ'ল।

ফকিৰ চাহাবে টালি-টোপোলা সকলো লৈয়েই ঘাটলৈ গ'ল, আনকি মুচকিলাচানৰ চাকিটোও ল'লে। জোটন বাহিৰলৈ ওলাই আহিল। কাউৰী কেটামানে কা কা কৰিলে, আকাশত ৰ'দ। জাফ্ৰী ৰঙৰ ছাঁ পৰিছে ঘৰৰ পাছফালে। বেতগছৰ জোপোহাত বৰনৰ বাহ এটা ওলমি আছে। তলত বিৰিণা গছৰ ঘন হাবিয়নি। ফকিৰ চাহাব হাচিমহঁতৰ পুখুৰীত গা ধুবলৈ গৈছে। জোটন বিবিয়ে গুণগুণাই গাজীৰ গীত ধৰিলে। তাইৰ দুচকুত স্বপ্নই সাৰ পাইছে, বেত গছৰ ফলৰ দৰে সেই স্বপ্ন এদিন প্ৰস্ফুটিত হৈ উঠিব, জোটনে সেই ৰঙীণ ছবিখনৰ কথা ভাবি যেন ওৰ নোপোৱা হৈছে। আকাশৰ জোনটোৰ দৰে সেই স্বপ্নই যেন তাইৰ সকলো সুখলৈ চাই ৰৈ আছে।

জোটনে লৰালৰিকৈ পাছফালৰ খাল এটাত জোবোৰা এটা মাৰি আহিল। চুলিৰ পানীখিনি আঁচাৰি ল'লে। ভঙা আইনা এখনৰ কাষত থিয় হৈ ডুৰীয়া শাড়ীখন পিন্ধি পিন্ধি নিজৰ সুন্দৰ মুখখনলৈ চালে। নিজৰ উজ্জ্বল দাঁত দুপাৰি দেখি ৰাতি পীৰৰ দৰগাত পৰি থকা হীৰামন পখীৰ কথালৈ মনত পৰিল। তাইৰ মনটো বিহ্বল হৈ উঠিল।

ফকিৰ চাহাবে ফটা কঠত বহি বেছ পৰিপাটিকৈ ভাত খাবলৈ ধৰিলে। উৰহীৰ চাঙত লুঙীখন শুকাবলৈ মেলি দি থোৱা আছে। খাবলৈ বহিয়েই দুবাৰ 'আল্লা' বুলি মাতি তেওঁ আকাশলৈ চালে; পৰিষ্কাৰ আকাশ, তক্ তক্কৈ ৰ'দত—চিক্চিকীয়া চোতালত বহি ফকিৰ চাহাবে লাহে লাহে ভাত খাবলৈ ধৰিলে। যিদৰে পৰিপাটিকৈ ভাত আৰু শুকান মাছপোৰা পিটিকাৰে অলপ অলপকৈ সানি সানি খাবলৈ ধৰিলে। তলত যি দুই এটা ভাত পৰি গৈছিল তাকো সন্তৰ্পণে আঙুলিৰে তুলি লৈ মুখত ভৰাই থলে, যেন এই মোটা চাউলৰ ভাত

কেটা শেষ হ'লে আৰু কেতিয়াও পোৱা নাযাব। এইখিনি যেন আল্লাৰ অতি অমূল্য ধন। মাটিৰ থালৰ ভাতখিনি শেষ হোৱাৰ লগে লগেই ফকিৰ চাহাবে দেখিলে, জোটনে আৰু এথাল ভাত আনি তেওঁৰ কাষত থলেহি। তেওঁ সেইখিনি ভাতো পৰিপাটিকৈ খাই শেষ কৰি আৰু ভাত পোৱাৰ আশাৰে বহি থাকিল। অলপ সময় ৰৈ ইফালে সিফালে চাই লৰালৰিকৈ কঠৰ কাষত আৰু থালৰ দাঁতিত লাগি থকা ভাতকিটাও তুলি খাই পেলালে। নামাজৰ ভঙ্গীৰে এইদৰে বহি ফকিৰ চাহাবে বৰ আৰাম পায়। জোটনে জুপুৰিৰ ভিতৰৰপৰা বেৰাৰ ফাঁকেৰে ফকিৰৰ কাণ্ডবোৰ দেখি আছিল। তাই বৰ লাজ পালে। কেৰাহীটোত হাত দি চালে, এমুঠিমান ভাত আছে, তাই সেইখিনি থালখনত লৈ কাষতে বাকী থকা পিটিকাখিনিও দি, ফকিৰ চাহাবৰ খোৱা থালৰ ওচৰত থৈ আহিলগৈ। ফকিৰ চাহাবে সেইখিনি ওচৰলৈ চপাই লৈ ক'লে, মোৰ হৈ যাব আৰু! এতিয়া তুমি খোৱাঁগৈ যোৱাঁ।

জোটন ঘৰৰ একোণত বহি থাকিল। তাইৰ মূৰটো ঘূৰোৱা যেন লাগিল। খুটা এটাত আঁউজি তাই বহিল। কঁকালৰপৰা যেন ডুৰীয়া শাড়ীখন খহি আহিল। আবেদালি নাই, জব্বৰ নাই। থকা হ'লে সিহঁতক গৈ ক'লেগৈহেঁতেন, মোৰ এই জুপুৰিটোকে বন্ধকী লৈ ভাত এথাল দে। তাই ভোকত থাকিব নোৱাৰা হৈ ব্ৰাহ্মী শাকবোৰকে সিজাবলৈ ল'লে আৰু সিজাই তাকে খালে। কেটামান আধা কেঁচা বেতগুটি আছিল। তাকো খালে। এবাৰ বাহিৰলৈ চাই দেখিলে, চোতালত দুপৰীয়াৰ ছাঁ দীঘলীয়া হৈ পৰিছে। কাউৰী শালিকাই গছৰ ডালত, হাবিত যেন টলকা মাৰিছে। ফকিৰ চাহাব ফটা কঠত আৰামত টোপনি গৈ আছে। জোটন আৰু বহি থাকিব নোৱাৰিলে। শৰীৰত এক জড়তা অনুভৱ কৰিলে। ডুৰীয়া শাড়ীখনৰ আঁচলটো মজিয়াতে পাৰি শুই পৰিল। প্ৰায় গধূলি হোৱাৰ আগে আগে চোতালৰ ওপৰেদি চৰাইবোৰে মাতি মাতি পাৰ হৈ গ'ল। টোকোৰা চৰাইবোৰে লাওচাঙৰ তলত কিচ্ কিচ্ শব্দ কৰিবলৈ ধৰিলে। ধানৰ ডাঙৰি লৈ পথৰুৱাই

আলিবাটেদি মট্ মট্ শব্দ কৰি যাবলৈ ধৰিলে। তেনে সময়ত জোটনে সাৰ পালে আৰু উঠি বহিল। বেৰাৰ ফাঁকেৰে দেখিলে ফকিৰে হোকা হুপি আছে। টালি-টোপোলা সযত্নে বান্ধি থোৱা আছে, যেন ধপাতচিলিম খাই উঠিয়েই তেওঁ যাবগৈ। জোটন আৰু বৈ নাথাকিল। ঘৰৰ ভিতৰৰপৰাই ক'লে, ফকিৰ চাহাব, মোকো লৈ নাযাব জানো?

ফকিৰ চাহাবে জোলোঙা, টালি-টোপোলা কান্ধত আঁৰি লৈ ক'লে, আজি নহয়, আন এদিন আহিম! এতিয়া মই কোৰবান চেখৰ চিন্নিলৈ যাম। কেতিয়া ঘূৰোঁ ঠিক নাই। বাৰান্দাৰপৰা নামি বাটৰ পিনে আগুৱাবলৈ ধৰোঁতেই দুৱাৰৰ ফাঁকেৰে জোটনৰ মুখখনত ফকিৰৰ চকু পৰিল। জোটনৰ শীৰ্ণ মুখত দুঃসহ ব্যথাৰ চিন তেওঁ ধৰিব পাৰিলে। তেওঁ কৈ কৈ আগুৱাই গ'ল, আল্লা ৰচুল, এই বাসনাৰ সংসাৰত আমি আৰু কিমান দূৰ আগুৱাই যাম, কিমান দূৰ যাবই বা পাৰিম। ফকিৰ চাহাবে ভাবিবলৈ ধৰিলে। তেওঁ বাটৰ পিনে আগুৱাই গৈ থাকোঁতে বুজিব পাৰিছিল, জোটনৰ চকু দুটাই এতিয়াও তেওঁক পাছপিনৰপৰা অনুসৰণ কৰি আছে। জোটনে দেখা পালে, হাহঁৰ ডেউকাৰদৰে যেন মালতীৰ দেহা, সেই দেহাত বাসনাৰ পানী নিগৰি নিগৰি পৰিছে; নাইবা পীৰৰ শৰীৰ যেন গাজীৰ গীত গোৱা মানুহবোৰৰ হাতৰ লাঠী······ সেই পীৰ, সেয়া আগুৱাই গৈ আছে—গৈ আছে। জোনটোৰ দৰে মুখখন—চেপেটা নাক আৰু চকু—জোটনৰ সকলো দুখ যেন তেওঁ দেখা পাইছে, জোটনে এইবাৰ ফেকুৰি কান্দি উঠিল। অ' মোৰ আল্লা, তোৰ দুনিয়াত মোৰ কাৰণে কোনো নাই—মোৰ কোনো নাই!

হাড়গিলা চৰাই এটাই সেই তেতিয়াৰপৰা মাতি আছে। ঘৰৰ উত্তৰে বুৰুলি খেৰৰ হাবি। তাত এতিয়া নানা তৰহৰ কীট-পতঙ্গ উৰি ফুৰিছে। কুমীৰৰ আকৃতিৰ দুটা গুঁই সাপ বগাই বগাই জোপোহা

হাবিৰ মাজলৈ সোমাই গ'ল। হাড়গিলাটোৱে তাৰ পিছতো মাতি আছে—অনবৰত মাতি আছে। মালতীয়ে আট্‌লচ গছজোপাৰ তলত থিয় হৈ চৰাইটোৰ মাত শুনি আছিল। তাই আৰু আগুৱাই যাবলৈ সাহ কৰা নাই। আগদিনা একাদশী গৈছে, আজি বেছকৈ জ্বলাতলা দি ভাত খাবলৈ মন গৈ আছে। তাতে কোমল বেতৰ গাঁজ, অলপ সৰিয়হৰ তেল আৰু কেঁচা জলকীয়া হ'লেতো কথাই নাই। মালতীয়ে বেতৰ কোমল আগ ছিঙিবলৈ গৈ আটলচ গছৰ তলতেই থিয় হৈ ৰ'ল। বেতৰ জোপোহাটোত ৰবল বাহ, জোপোহাটোৰপৰাই চৰাইটোৱে মাতিছে। কিজানি সাপে চৰাই, নাইবা চৰাইৰ পোৱালি ধৰিছে, সেই ভয়তে মালতীয়ে গছজোপাৰ তলৰপৰা লৰচৰ কৰিবলৈ ভয় কৰিলে। মালতীৰ হাতত এডাল দীঘল বাঁহ। বাঁহৰ আগত তাই পাতল দা এখন বান্ধি লৈছে। তাই কেৱল ইতস্তত: কৰি আছে। আটলচ ফুলৰ গোন্ধ বিয়পি আছে চাৰিওফালে।

বেঙেনাৰ সৰু খেতি এডৰা পাৰ হৈ আভাৰাণীৰ পাকঘৰ। নৰেন দাসৰ কোনো সাৰসুৰ নাই। তাঁতশালত অমূল্যই তাঁত বৈ আছে। মাজে মাজে সি গান গাই আছিল। নৰেন দাসৰ ঘৈণীয়েক আভাৰাণীয়ে বাৰান্দাত বহি মৰিচাৰ ঠাৰি কুটিছে। মালতীয়ে এতিয়াও বেতৰ আগ লৈ ঘূৰি অহা নাই। তাই মাতিলে, মালতী, অ' মালতী, বেলি এপৰ হয় দেখোন।

মালতীয়ে আটলচ ফুলৰ গোন্ধ লৈ লৈ কিবা এটা শুনি আছিল। জোপোহাটোৰ মাজত চৰাইটোৱে যেন বৈ বৈ কান্দিছে। অলপ দূৰত জবৰে পথাৰত হাল বাই আছে। এইটো কি মাহ? ফাগুন হ'ব পায়—মাঘৰ শেষো হ'ব পাৰে। মালতীয়ে থিয় হৈ হিচাপ কৰিবলৈ ধৰিলে। তাই জবৰলৈ চাই চাই ভাবিলে—সি কিজানি তাইৰ ওচৰলৈ এবাৰ আহিব পাৰে; আহি কবহি পাৰে, মালতী বাই, পানী এবদনা দিয়া। মালতীয়ে সেইবোৰকে চাই, শুনি আৰু ভাবি বৈ আছিল। এনেতে আভাৰাণীয়ে মতা শুনি তাই চিঞৰি উত্তৰ দিলে, নবৌ, মোৰ হাবিত

সোমাবলৈ ভয় লাগে, হাড়গিলাটোৱে দেখোন তেতিয়াৰপৰা চিঞৰি আছে।

—হাড়গিলাই মাতিছে, তোৰ আৰু' কি হ'ল?

—কিজানি সাপে চৰাই ধৰিছে নবৌ।

—তোক চৰাইটোৱে ক'লেনেকি সেইবুলি?

মালতীয়ে আৰু কথা নবঢ়ালে। তাই দেখিলে, গৰু নিয়া বাটেদি চামু এইপিনে আহি আছে আৰু কাগজৰ দৰে কিবা এখন ফেলুৰ হতুৱাই গছ এজোপাৰ গাত আঁৰি দিয়াইছে। মালতীয়ে মাতিলে, চা-মু-উ, অ' চামু-উ-উ।

চামুৱে বুজি পাইছিল, মালতীয়ে লাহে লাহে স্বামীৰ শোক পাহৰি আহিছে। শৈশৱ কালত মালতীয়ে চামুৰ হতুৱাই হাবিৰ মাজৰপৰা মেচেকা টেঙা বিচৰাই অনাছিল, বেতগুটি অনাইছিল, সেলেকু আৰু ভেটফুল, আৰু কতৰকমৰ ফুল ফল আনি চামুৱে তাইৰ হাতত দিছিলহি। সি ভাবিলে, মালতীয়ে কিজানি আজিও তেনেকৈয়ে তাক কিবা আনি দিবলৈ ক'ব। সি গছৰ তলৰপৰাই হাতটো তুলি ক'লে, গৈছোঁ ৰ'বি, এই জাননীখন আঁৰি লৈছোঁ।

মালতীয়ে আকৌ আগৰ দৰেই চিঞৰি সুধিলে, কিহৰ জাননী অ' চামু?

—এই লীগৰ জাননী।

—ঐ লীগ কৰাটো! আগেয়ে শুনচোন, পিছত লীগ কৰি থাকিবি।

চামু মালতীৰ ওচৰলৈ আহিল। মালতীয়ে ক'লে, বেতৰ আগ দুটা-মান কাটি দিবিনে? সেই বুলি তাই দাখন আৰু বাঁহডাল চামুৰ হাতলৈ আগুৱাই দিলে। চামুৱে বাঁহডালত দাখন টানকৈ বান্ধি ল'লে। তাৰ পিছত বেতৰ জোপোহাটোৰ কাষলৈ গৈ ৰ'ল। হাড়গিলা চৰাইটোৱে আৰু এতিয়া ঘনাই ঘনাই নমতা হৈছে। বৈ বৈ বহুতপৰৰ মূৰে মূৰে মাতিছে। হাবিবোৰ ভাঙি সি ভিতৰলৈ সোমাই গ'ল, লগে লগে পোক কিছুমান আহি তাৰ গায়ে মুখে পৰিলহি। সি পোক-মকৰা ইত্যাদি

গাৰপৰা গুচাই বেতৰ কুমলীয়া আগডুটা কাটি উলিয়াই আনিলে। চা—আৰু লাগিবনেকি ?

—নালাগে। মালতীয়ে চামুক দাখন আৰু বাঁহডাল মাটিত থবলৈ ক'লে। চামুৱে বাঁহডাল মাটিতে থলে। মালতীয়ে বাঁহডাল আঁতৰে আঁতৰে তুলি ললে। আৰু ঘৰৰ পিনে খোজ ল'লে। তাই পাছলৈ মুখ ঘুৰুৱোৱাকৈয়ে গম পালে চামুও পাছে পাছে আহি আছে। মালতীয়ে ভাবিলে দাখনে বাঁহডালে চামুৱেই দেখোন ঘৰত থৈ যাব পাৰে! গৈ থাকোঁতে মালতীৰ হঠাত মনত পৰিল—তাইৰ গাত ব্লাউজ নাই, খালী হাত,—গাৰ বহুতখিনি খালী, তাই বাৰে বাৰে কাপোৰ-কানি টানি লৈও যেন শৰীৰটো ভালকৈ ঢাকি ৰাখিব পৰা নাই। চামুৱে তাইৰ পাছে পাছে আহি আহি তাইৰ গাৰপৰা ভঁাহি অহা আটলচ ফুলৰ সুবাস যেন নাকেৰে লবলৈ ধৰিছে। সেইদৰে সেই সুবাস লৈ লৈ সি আৰু কিমান দূৰ আহিব তাই ধৰিব পৰা নাই। মালতীয়ে লৰালৰিকৈ শাড়ীৰ আঁচলটো চাদৰ এখনৰদৰে মেৰাই ল'লে—গাটো ভালদৰে ঢাকি ল'লে। তাইৰ পাছে পাছে চামু আহি থকা কথাটোৱে তাইৰ মনত এক অনুভূতিৰ সঞ্চাৰ কৰিলে, তাইৰ দেহত এটা যেন কোঢ়া চৰাই আছে— চৰাইটোৱে সময়ে অসময়ে যেন মাতি থাকে, সেই কোঢ়া চৰাইটোৱে আকৌ মাতিবলৈ ধৰাৰ লগে লগে তাইৰ গাত কাঁইটে বিন্ধা যেন লাগিল। তাই সেয়ে পাছলৈ নোচোৱাকৈয়ে ক'লে, চামু, তই আৰু আহি নাথাকিবি, ঘৰলৈ যাগৈ।

চামুৱে নিঃশব্দে নৰেন দাসৰ ঘৰৰ বাৰান্দাত দাখন থৈ পথাৰৰ পিনে গুচি গ'ল। মালতীয়ে বেতগুটিৰ বাকলি গুচাই গুচাই এবাৰ অন্যমনস্ক হৈ পৰিল। কলি কলি কোমল গুটি। সিজালে একেবাৰে মাখনৰ দৰে কোমল হৈ পৰিব। লাহি আৰৈ চাউলৰ সুগন্ধ, অকণমান ঘিউ আৰু বেতৰ আগ সিজোৱা—বিধবা তিৰোতাৰ কাৰণে মনোৰম আহাৰ। একাদশীৰ পিছদিনা এনে কোমল বেতগুটিকেটা পাই তাইৰ জিভাৰ পানী ওলাবলৈ ধৰিলে। লগে লগে শৈশৱৰ ছবি কিছুমান তাইৰ মনলৈ

ভাঁহি আহিল। চামচুদ্দিন, ৰসো আৰু ৰঞ্জিত, কতদিন ইহঁতে মালতীক পথাৰৰপৰা, হাবিৰপৰা, মেজেন্টা ৰঙৰ মেচেকা টেঙা আনি দিছে। কতদিন তাইক বেতগুটি, লেতেকু, বকুল গুটি আনি দিবলৈ সিহঁতৰ পৰস্পৰৰ মাজত প্ৰতিযোগিতা হৈছিল। দিনটো কোনোৰকমে পাৰ হলেও ৰাতি এই সুখ-স্মৃতিত যেন তাইৰ সময় নাকাটে। খিড়িকী খুলি থৈ জোনৰ পোহৰত সমুখৰ মুকলি পথাৰলৈ চাই থাকি তাইৰ ভাল লাগে। মাজে মাজে সেই জোনৰ পোহৰত যেন এটা দানৱে আহি দেখা, দিয়েহি—সি কি যে কয়—কি যে তাৰ মুখৰ চেহেৰা, ৰঙা জবাৰ দৰে, চকু মুখ ওঁঠ, ৰাক্ষসৰ দৰে তাইক ভয় খুৱাবলৈ আহে। মালতীৰ তেতিয়া গোটেই নিশা টোপনি নাহে। কেতিয়াবা শেষ নিশা টোপনি আহে। যেতিয়া সাৰ পায় তেতিয়া পুৱাৰ বেলি বহুত ওপৰলৈ উঠে। আভাৰাণীয়ে মাতি মাতি ভাগৰি পৰে। নৰেন দাসে তাঁতশালৰপৰা চিঞৰি ঘৈণীয়েকক কয়, হেৰ শুইছে, তাইক শুবলৈ দেচোন। তাই শোকটো পাহৰি আছে—থাওক দেচোন। টোপনিতে মালতীৰ মনৰ সুখৰ পখীয়ে যেন কান্দি মৰে—বিলৰ বুকুলৈ লৈ ব'ল মোক—মই আন্ধাৰতে তাত জঁপিয়াই মৰোঁ।!

মালতীয়ে বেৰাৰ ফাঁকেৰে চালে—চামু নিঃশব্দে কেতিয়াবাই গুচি গৈছে। তাঁতশালত মাকো আৰু যঁতৰৰ শব্দ। চোতালত মনজুৰে ক'লামাহৰ মৰণা মাৰিছে। চাৰিটা ডাঙৰ বলধ মৰণাত তুলি দিছে।

সুদীৰ্ঘ দুমাহৰ পিছত মালতীৰ আজি আকাশ আৰু পৃথিৱীখন আপোন যেন লাগিছিল। প্ৰীতিময় যেন লাগিছিল। তাইৰ মনত নতুনকৈ আনন্দ হৈছিল। সেয়ে আজি পুৱা তাই চামুক তেনেকৈ চিঞৰি মাতিব পাৰিলে। কিমানদিনৰ পিছত তাই নিজকে এই মাটিৰ দৰে সুজলা সুফলা যেন অনুভৱ কৰিলে, আৰু যেন দুখৰ ভৰ তাই সহিব নালাগে—তাই আনন্দ মনেৰে বহুতদিনৰ পিছত আঁচলেৰে নিজৰ মুখ মচিলে। বহুতদিনৰ পিছত তাই দৌৰি দৌৰি ওলাই গৈছিল পুখুৰীৰ পাৰলৈ, মধুৰিআম গছৰ তললৈ। কেন্দু গছৰ ছাঁত থিয় হৈ তাই

ওপৰলৈ চালে, গছত পকা কেন্দু আছেনে নাই, থাকিলে তাই হাকুটি লগাই দুটামান পাৰিব, তাৰ পিছত কেন্দুফলৰ বাকলি এৰুৱাই চুহি চুহি খাব—স্বামীৰ ওঁঠ আৰু জিভাও চুহিবলৈ কি ভীষণ সোৱাদ আছিল—তাই গছৰ তলত থিয় হৈ পকা কেন্দু এটা বিচাৰি পালে। ফুৎফাৎ তাৰ বাকলি বতাহত উৰাব। কেন্দুফলৰ পকা পিছল গুটিটো আৰু স্বামীৰ চেঁচা জিভাখন চুহিবলৈ যেন একে লাগিছিল। এটা পকা কেন্দুফল খাবলৈ তাইৰ সুন্দৰ অকণমানি মুখখন যেন ৰঙা হৈ পৰিছিল। বিধবা মালতীয়ে গছৰ তলত থিয় হৈ গছলৈ চাই আছেনে, গছত থকা চৰাই চাইছে, একো বুজিব নোৱাৰি।

নাই, গছজোপাত পকা ফল এটাও নাই। শীতৰ শেষত আৰু কেন্দু গছত ফল নাথাকে। তাই ঘৰলৈ ঘূৰি আহি দেখিলে, মালতীয়ে কি খাব, কি খাই ভাল পায়—বিধবা মানুহৰ কিনো আৰু খোৱা—তাকে চিন্তা কৰি কৰি আভাৰাণীয়ে বগা শিলৰ বাটিত মালতীৰ কাৰণে তৰকাৰী কুটি থৈছে। মালতীয়ে মনে মনে আহি বৌৱেকৰ কাষতে বহিল আৰু ক'লে, নবৌ, চামু আগৰ দৰেই আছে। মই মাতোঁতেই দৌৰি আহিল। বেতৰ আগকেটা কাটি দিলে। আভাৰাণীয়ে ক'লে, চামুৱে কিবা পৰীক্ষা পাচ কৰিলে নহয় ?

চামুৱে তাৰ মোমায়েকৰ তাত থাকি পৰীক্ষা পাচ কৰিলে। তোমাৰ জোঁৱায়েৰাৰ ওচৰলৈ কিমানদিন গৈছিল চাকৰি এটাৰ কাৰণে। চাকৰি এটা পাইছিলেও, কিন্তু নবৌ, কি যে হ'ল এইবোৰ······মালতীয়ে আৰু কথা ক'ব নোৱাৰিলে, উচুপি উঠিল—নবৌ মোৰ আৰু জীয়াই থাকিবৰে ইচ্ছা নোহোৱা হৈছে।

আভাৰাণীয়ে ক'লে, নাকান্দিবি আৰু।

মালতীয়ে বৌৱেকৰ কামত সহায় কৰিবলৈ ধৰিলে। লাহে লাহে তাই বেতৰ আগকিটা কুটি দিলে। তাইৰ মনত সেই বিষদৃশ ঘটনাটোৱে উঁকি মাৰিবলৈ ধৰিলে। নীৰৱ হৈ ৰ'ল মালতী। ডাঙৰ ডাঙৰ চকু দুটাৰে চাৰিওপিনে চাই সংসাৰখনৰ সকলোবোৰ অতি অৰ্থহীন যেন

লাগিল তাইৰ। তাই নীৰৱ হৈ বহি থাকিলেই স্বামীৰ নানা ৰকমৰ সৰু সুৰা মান-অভিমানৰ কথাবোৰ মনলৈ আহে। চকুৰ দুকোণ পানীৰে ভৰি উঠে। তাইৰ তেতিয়া আৰু একোতে ভাল নলগা হয়। মালতীয়ে বাৰান্দাৰপৰা আকৌ নামি গৈ বেঙেনাডৰা পাৰ হৈ হাড়গিলা চৰাইটোৱে মাতি থকা ঠাইখিনিলৈ গ'ল। এই নিৰ্জন ঠাইটুকুৰা তাইৰ ভাল লাগে। তাই অন্যমনস্ক ভাবেই নেমু পাত দুটা ছিঙি আনিলে। পাত দুটা মোহাৰি নাকৰ ওচৰত লৈ ভাবিবলৈ ধৰিলে। অহেতুক বহি বহি তাই প্ৰিয়তমৰ মুখখনিলৈ মনত পেলাই ভাবি থাকিল। আ-হা কত বিচিত্ৰ মধুৰ স্মৃতি! শেষত এইদৰে ভাবি ভাবি তাই উদাস হৈ পৰে।

ইয়াৰপৰা হিজল গছজোপা স্পষ্ট দেখা গৈছে! বাটেদি যোৱা সকলো মানুহেই গছজোপাত লগাই থোৱা জাননীখন দেখিলে। যিবিলাকে পঢ়িব পাৰে, তেওঁলোকে থিয় হৈ বৈ জাননীখন পঢ়ি চালে।

চামু বেকাৰ, এতিয়া লীগৰ পাণ্ডা হৈছে। সি মুচলমান গাঁওবিলাকত গছে গছে এইদৰে জাননী লগাই ফুৰে। মালতীৰ ভীষণ ইচ্ছা হ'ল, তাই এবাৰ জাননীখনৰ ওচৰলৈ গৈ চামুৱে কি লিখিছে পঢ়িব আৰু পাৰে যদি কোনেও নেদেখাকৈ ফালি পেলাব। ফালি পেলালে কোনেও ধৰিব নোৱাৰিব, আৰু চামুৱে যদি জানে হয়তো অতি বেছি তাইক সুধিব, কিয় ফালিলি?

—কিয় নাফালিম? দেশখন কেৱল তোৰ জাতিৰ মানুহৰ কাৰণেই-নেকি?

—আমাৰ কিয় হ'ব। দেশখন তোৰ, আমাৰ, সকলোৰে।

—তেন্তে কেৱল ইচ্‌লাম ইচ্‌লাম কৰি থাক কিয়?

—কাৰণ আমাৰ জাতিৰ ভাই-বন্ধুবিলাক এতিয়াও একেবাৰে গৰু ঘোঁৰাৰ দৰে হৈ আছে। এবাৰ চকু মেলি চা—দেখিবি—চাকৰি তহঁতৰ, মাটি তহঁতৰ, জমিদাৰী তহঁতৰ। শিক্ষা দীক্ষা সকলো তহঁতৰ।

—হৈছে দে।

মনে মনে মালতীয়ে নিজেই এইবোৰকে সিদ্ধান্ত কৰি জাননীখনৰ

ওচৰলৈ আগুৱাই গ'ল। জাননীখন ওলমি আছে। মাজতে পথাৰ ডুডৰা পাৰ হৈয়ে গছজোপা। নৰেন দাসৰে গছজোপা। যেন এইজোপা গছত জাননীখন অঁৰাৰ উদ্দেশ্য, মালতীয়ে এবাৰ পঢ়ি চাওক ইচ্লাম কিদৰে বিপন্ন। এই বিপন্ন অৱস্থাৰপৰা জাতিক উদ্ধাৰ কৰিব লাগিব।

এতিয়া পথাৰ একেবাৰে শূন্য। ধান, ক'লামাহ, মটৰমাহ, এটাইবোৰ উঠিল। ক'ৰবাত অলপ অলপ ধপাত আৰু পিয়াজৰ খেতি আছে। তাই পথাৰৰ আলিয়েদি নগৈ, হাল বাই থোৱা শুকান মাটিৰ ওপৰে-দিয়েই খোজ ল'লে। ডাঙৰ ডাঙৰ চপৰাবোৰ গছকি মাটি ভাঙি ভাঙি খোজকাঢ়ি গ'ল। বেগাই যাব লগা হোৱাৰ কাৰণে আঁঠুৰ ওপৰলৈ শাড়ীখন তুলি ল'লে। পথাৰৰ মাটিত তাইৰ ভৰিৰ চাপ পৰিল। ওপৰৰ আকাশ স্বচ্ছ নীলা। মালতী ক্ৰমে গছজোপাৰ ওচৰ পাইছেগৈ। বতাহত তাইৰ চুলিবোৰ উৰিছে। কাষৰ বিলৰ পানীতে এদিন ৰসো আৰু বুঢ়ী ডুবি মৰিছিল। কথাটো মনত পৰি তাই হঠাত এবাৰ থমকি ৰ'ল। যেন মানুহে এক নিস্বাৰ্থ প্ৰেমৰ বৃত্তক ইয়াতে অশ্ৰুজলেৰে চিৰদিনৰ কাৰণে আঁকি থৈছে।

তাই আগুৱাই গৈ থাকিল। জাননীখন বতাহত লৰিছে। গছজোপাৰ তলত থিয় হৈ জাননীখন পঢ়িবৰ কাৰণে মালতী উত্তেজিত হৈ পৰিল। হক চাহাবে নতুন নতুন কথা কৈছে। নাজিমুদ্দিন চাহাবৰ ছবি এখন, জাননীখনৰ একোণত দিয়া আছে। মালতীয়ে জাননীখন পঢ়াৰপৰা চকু তুলি চাৰিওপিনে ঘূৰি চালে। দেখিলে দূৰৰ পথাৰবোৰত খেতিয়ক-বিলাকে হাল বাই আছে। গীত গাই গাই মনৰ আনন্দেৰে সিহঁতে হাল বাবলৈ ধৰিছে। চামচুদ্দিনৰ মনৰ বিদ্বেষভাববোৰ মালতীৰ ভাল নালাগিল। তাই ইফালে সিফালে চাই সন্তৰ্পণে জাননীখন গছৰপৰা টান মাৰি এৰুৱাই পেলালে। তাৰ পিছত হন্ হনূকৈ ঘৰৰ পিনে উভতি আহি হাড়গিলা চৰাইটোৱে পুৱাৰেপৰা মাতি থকা ঠাই টুকুৰাত থিয় হ'লহি। স্বামীৰ মুখখনলৈ তাইৰ মনত পৰিল, লগে লগে তাইৰ চিঞৰি

ক'বৰ মন গ'ল—মই ঠিক কৰিছোঁ। চামু, তোৰ চৰ্দাৰী মোৰ ভাল নালাগে। তইতো এদিন ভাল মানুহ আছিলি চামু!

হাড়গিলা চৰাইটোৱে আকৌ মাতিবলৈ আৰম্ভ কৰিছে। কুহুক কুহুককৈ মাতিছে। হাবিখিনিৰ কোন টুকুৰাৰপৰা যে শব্দটো আহিছে, আৰু কিহৰ কাৰণে যে চৰাইটোৱে অনবৰত মাতি আছে মালতীয়ে বুজি পোৱা নাই। মাজে মাজে এনে লাগে যেন শব্দটো বহুত দূৰৰপৰা ভাঁহি আহিছে। বুকুলি খেৰৰ হাবি ডৰাত এতিয়া পানী নাই। পানী শুকাই আহিছে। খেৰ আৰু বেতগছবোৰৰ গুৰিত পানী শুকোৱাৰ পিছত হালধীয়া ৰং ধৰিছে। চৰাইটোৰ মাতটো কোনখিনিৰপৰা আহিছে! কি কাৰণেনো চৰাইটোৱে নিৰন্তৰ মাতি আছে তাকে চাবলৈ আৰু জানিবলৈ মালতীয়ে বেঙেনাডৰাৰ এদাঁতিত বহি জোপোহা এটাৰ মাজেৰে জুমি চাবলৈ চেষ্টা কৰিলে। চৰাইটোৱে মাতিয়েই আছে, অনবৰত মাতি আছে—নিশ্চয় তাৰ কিবা এটা অসহ্য কষ্ট হৈছে। মালতীয়ে মূৰটো ইফালে-সিফালে ঘূৰাই নানাভাৱে জুমি চাবলৈ ধৰিলে। বেতৰ পাতবোৰ আঁতৰাই, গছৰ ডালত ভৰ দি, নাইবা মাটিত চুঁচৰি তাই চৰাইটোক বিচাৰিবলৈ ধৰিলে। তাই আৰু উদগ্ৰীব হৈ পৰিল। বুকুলি খেৰৰ মাজলৈ সোমাই গৈ গেৰোৱাত ভৰ দি উঁকি মাৰি চালে—ওহোঁ, চৰাইটো ওচৰত নাই। শব্দটো যেন জোপোহাবোৰৰ আৰু ভিতৰৰ-পৰা আহিছে। তাই মনতে ভাবিলে, ঘৰৰপৰা হাকুটি এডাল আনি খুচি চাবনেকি! এনেতে হঠাৎ চকুটো এফালে ঘূৰাঁওতেই দেখিলে ভীষণ ক'লা ৰঙৰ পানী মাৰলী সাপ এটাই মুখত চৰাই এটা লৈ কোনো ৰকমে বগাই বগাই হাবিৰ ভিতৰলৈ যাবলৈ চেষ্টা কৰিছে, কিন্তু সি লৰচৰ কৰিব পৰা নাই। দালিমৰ গুটিৰ দৰে ৰঙা চকু দুটাৰে সাপটোৱে মালতীৰ পিনে চাবলৈ ধৰিলে, চৰাইটোৰ আধাখিনি সাপটোৰ মুখত সোমাই আছে। ইমান ডাঙৰ চৰাই এটা সাপটোৱে কিদৰে যে গিলিবলৈ ধৰিছে!

মালতীয়ে কেইমুহূৰ্তমান থৰ হৈ বৈ এবাৰ ভয়ত চিঞৰ মাৰি ক'লে,

নবৌ চোৱাঁহিচোন, হাড়গিলা চৰাইটোক পানীমাৰলী সাপ এটাই কেনেকৈ গিলিবলৈ ধৰিছে!

—ঐ মৰতী—তোকো গিলিব! আভাৰাণীয়ে দৌৰি আহি মালতীৰ হাত এখনত ধৰি টানি ওপৰলৈ তুলি আনিলে। মালতী হাবিৰপৰা ওলাই ওপৰলৈ উঠি অহাৰ লগে লগেই দেখিলে, চামু এই পিনেই হন্‌হনাই আহি আছে। মুখত তাৰ কাৰ্তিকৰ দৰে সৰু গোঁফ আৰু গোটেই মুখত এটা অভিমানৰ চিন। চামচুদ্দিন মালতীৰ ওচৰলৈ আহি মুখামুখিকৈ থিয় হ'ল! নৰেন দাসৰ ঘৈণীয়েক তেতিয়াও অলপ দূৰতে, ভীত সন্ত্ৰস্ত। চামুক দেখাত অত্যন্ত বিনীত যেন লাগিব, কিন্তু যেন অভিমানত আহত—এনে কণ্ঠেৰে ক'লে, কচোন, তই বাৰু জাননীখন ফালিলি কিয়, মালতী?

—ফালিলোঁ, তাতে কি হ'ল?

—তই নাজান, ঢাকাৰপৰা কিমান কষ্ট কৰি এইবিলাক আনিব লাগে। আগলৈ আৰু কেতিয়াও নাফালিবি কিন্তু।

মালতীৰ যেন কৈ দিবলৈ মন গ'ল—ফালিম, এশবাৰ ফালিম। কিন্তু চামুৰ মুখৰ পিনে চাই তাই একো কব নোৱাৰিলে। তাই কিবা এটা ভাবি অন্য এটা কথাহে ক'লে, চাচোন, সাপটোৱে কিমান ডাঙৰ হাড়গিলা চৰাই এটা ধৰি খাইছে।

চামচুদ্দিনে লৰালৰিকৈ মুৰটো ঘূৰাই চালে। সি দেখিলে সাপটোৱে চৰাইটো প্ৰায় গিলি শেষ কৰি আনিছে। আৰু সম্পূৰ্ণ কৈ গিলি লব পাৰিলেই সাপটো যেনে তেনে বগাই বগাই এইপিনে ওলাই আহিব। আৰু যদি কেনেবাকৈ চৰাইটো তাৰ মুখৰপৰা ওলাই গ'ল তেতিয়া হলেতো আৰু নিস্তাৰ নাই। চামুৱে প্ৰায় ধম্‌কি দি ক'লে, এই ছোৱালী —ভয় চয় নাইনেকি? যা ঘৰলৈ যা।

—ইস্ বৰ যে শাসন কৰিবলৈ আহিছ। মালতীয়ে একোতে ভয়-সংশয় নোহোৱা ছোৱালী এজনীৰ দৰে গহীন হৈ কবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰি হাঁহি দিলে।

—ধেমালি নকৰিবি মালতী। মুখৰপৰা আহাৰ এৰাই গলে সাপৰ মূৰ আৰু ঠিক নাথাকে!

—মানুহৰ মূৰ থাকে জানো ঠিক?

চামচুদ্দিনে চকু দুটা নমাই তাইৰ পিনে অৰ্থপূৰ্ণ ভাবে চালে। মালতীৰ দেহত যেন নদীৰ ঢল নামিছে। উজান দিয়া নদীৰ দৰে ৰূপ লাৱণ্যৰ বান উঠিছে। বিধবা হলে যুৱতী ছোৱালীৰ শৰীৰত এইদৰে ৰূপৰ সাগৰ সৃষ্টি কেনেকৈ হয়! মালতীক চামুৱে শেষত ক'লে, যা ঘৰলৈ যা। এইদৰে হাবিৰ মাজত থিয় হৈ থাকিব নালাগে।

মালতী থিয় হৈ থাকিল। তাই আকৌ জোপোহাটোৰ মাজেৰে জুমি চালে। সাপটো শুকান ডাল এটাত মেৰ খাই আছে। ৰঙা চকুদুটা দালিমৰ দৰে জিলিকি আছে। সিহঁত অলপ আঁতৰত আহি থিয় হ'লহি। কাৰো মুখত কথা নাই। সাপৰ ডিঙিয়েদি চৰাইটো লাহে লাহে সোমাই যোৱা চাই থাকিল। সাপৰ ডিঙিটো কিছু সময় ফুলি ফুলি হঠাত সৰু হৈ গ'ল। তাৰ পিছত সাপটো মৰাৰদৰে হৈ ডালত ওলমি থাকিল।

পিছদিনা পুৱা মালতীয়ে সোনকালে উঠি, হাঁহবোৰ চোতালৰপৰা খেদি নি পুখুৰীত নমাই দিলে। গছ এজোপাৰ গুৰিত বহি পুখুৰীৰ পানীত নিজৰ প্ৰতিবিম্ব চালে। গাত বগা থান কাপোৰৰ শাড়ী, গাৰ কাপোৰৰ এই বিসদৃশ ৰঙেও শৰীৰৰ লাৱণ্যত সামান্যও চাপ পেলাব পৰা নাই। সোণৰ দেহা যেন মালতীৰ। পখিলাৰ দৰে তাইৰ মনটো। কিন্তু ৰাতিৰ গভীৰ টোপনিৰ পিছত এতিয়া গছৰ গুৰি এটাৰদৰে যেন মনটো নিৰ্বোধ, অলস হৈ পৰিছে। ভৰিৰ পতা দুখন পুখুৰীৰ পানীত ডুবাই ৰাখি তাই গছজোপাৰ গুৰিত বহি থাকিল। হাঁহবোৰে পানীত নামিয়েই সাঁতুৰিবলৈ ধৰিলে আৰু খেলিবলৈ ধৰিলে। পানীৰ ওপৰত ভঁাহি ভঁাহি নাইবা ডুব মাৰি বহুত দূৰলৈকে সাঁতুৰি যাবলৈ ধৰিলে। এবাৰ এটা মতা হাঁহে এজনী মাইকী হাঁহৰ পাছে পাছে খেদি গ'ল। তাইৰ মানুহজনলৈ মনত পৰিল। তাইৰ মানুহজনেও তাইৰ পাছে পাছে দৌৰি দৌৰি তাইক খেদি খেদি ধৰিবলৈ যোৱা খেল খেলিছিল······

ঘৰৰ ভিতৰত, বাহিৰৰ ফুলনিত আৰু ৰাতিৰ আন্ধাৰত দুয়ো লুকালুকি খেলিছিল—খেলি খেলি যেতিয়া তাই এবাৰত আৰু দৌৰিব নোৱৰা হৈ যায় তেতিয়া মানুহজনে তাইক থাপ্ মাৰি সাবটি ধৰে আৰু কইনা কোলাত কৰি তাইক যেন লৈ যাব খোজে কোনোবা পাহাৰৰ ওপৰলৈ নাইবা, কোনোবা নদীৰ পাৰলৈ। কি যে সুখৰ সেই খেলবোৰ! হাঁহ-বোৰেও যেন এতিয়া সেই দৰেই সেই সুখৰ খেলাবোৰ খেলিব ধৰিছে। ভাবত তন্ময় হৈ পৰিল মালতী। তাইৰ ভৰি দুখন থৰ হৈ পৰিল। শৰীৰটো যেন টান হৈ গৈছে। ধুনীয়া ভৰিদুখন মাছৰোকা চৰাইৰ দৰে পানীৰ তললৈ মাজে মাজে নামি গৈছিল। তাইৰ এবাৰ ৰঞ্জিতলৈ মনত পৰিল। সি তেতিয়া সৰু ল'ৰা আছিল। ঠাকুৰ ঘৰৰ ডাঙৰ বোৱাৰীৰ সৰু ভায়েক। সি এতিয়া ক'ত আছে কোনে জানে! শুনিছে, সি নিৰুদ্দেশ। কোনেও তাৰ খবৰ নাৰাখে।

পুখুৰীৰ সিপাৰৰ পানীৰ মাজৰ জোপোহা এটাৰ কাষত ডাঙৰ মাছ এটাই জাপ মাৰিলে। ছোৱালী হৈ থাকোঁতে মালতীয়ে মাছ ধৰিছিল। বাৰিষা, যেতিয়া গয়না নাৱত পাল উঠিছিল, বনত টুনি ফুল ফুটিছিল, তেতিয়া ইয়াৰ ঘাটত কিমান চেলেকনা, দৰিকণা আৰু ধুনীয়া পুঠিমাছ! মালতীয়ে সৰু চিপ্ বৰশী লৈ বাৰিষা সেই মাছ ধৰিছিল। এদিন নিৰ্জন দুপৰীয়া ৰঞ্জিতে তাইৰ কাষত থিয় হৈ বৰশী বাই থাকোঁতে এবাৰ ফুচফুচাই ক'লে, যাবি? যাবি মালতী?

মালতীয়ে বুজিলে ৰঞ্জিতে কি ক'ব খুজিছে। তাই কিন্তু অবুজৰ দৰে চকুৰে মুখে অঁকৰা জনীৰ ভাব দেখুৱালে। ৰঞ্জিতে আৰু বুজাই ক'বলৈ সাহস নকৰিলে।

মালতী গছৰ গুৰিতে বহি থাকিল। তাইৰ তাৰপৰা উঠিবলৈ মন নগ'ল। পুখুৰীৰ পানী এতিয়া তললৈ নামি গৈছে। গতিকে গছৰ গুৰিটোও ক্ৰমে তললৈ নামি গৈছে। গছৰ গুৰিটো আছিল চিৰি এডালৰদৰে। কিমান দিনৰেপৰা এই গছজোপা ইয়াত আছে। ৰসো, ৰঞ্জিত আৰু চামুৱে বাৰিষা এই গছৰ গুৰিৰপৰা পানীত জাপ দিয়ে,

ডুব দিয়ে, ওপঙি থাকে, নাইবা সাঁতুৰি সাঁতুৰি পানীৰ মাজৰ জোপোহাৰ আঁৰত লুকাই মালতীক ভয় খুৱায়। নিশাৰ টোপনিৰ দুটিমান স্বপ্ন, পুখুৰীৰ পানী, হাঁহবোৰৰ এই সুখী জীৱন, সমুখৰ মুকলি পথাৰ, যব আৰু গমধানৰ খেতি, খেতিয়কৰ শস্য তোলাৰ গীত, সকলো মিলি মালতীক যেন আচ্ছন্ন কৰি ৰাখিছে। অস্পষ্ট স্মৃতিৰ দৰে নিশাৰ স্বপ্নত প্ৰিয়তমৰ মুখখনিয়ে সুগন্ধি বনৰ জোপোহাৰ মাজৰপৰা যেন ভুমুকি মাৰিছিল। প্ৰকৃতিৰ নীৰৱতা আৰু পুৱাৰ এই মাধুৰ্যই মালতীক দুৰ্বল কৰি পেলাইছে। কেন্দু গছত চামুৱে জাননী অৰ্ঁা কথাটো তাইৰ মনত পৰিল। দেশখন দিনে দিনে কি যে হৈ গৈছে! মালতীয়ে এইবাৰ পুখুৰীৰপৰা হাতমুখ ধুই উঠি আহিল। প্ৰিয়তমৰ মুখখন স্মৃতিৰ অতল তলিৰপৰা তুলি আনি তাই এবাৰ ঈশ্বৰৰ নাম লব খুজিলে, হঠাৎ তাই দেখিলে, তাইৰ দুচকুত পানী।

নৰেন দাস পশ্চিমপাৰাৰপৰা উভতিছে। তাৰ হাতত ডাঙৰ ডাঙৰ মিছা মাছ। সি দেখিলে, মালতীয়ে থিয় হৈ কেনেকৈ নিৰ্বিষ্টমনে হাঁহবোৰে সাঁতুৰি থকা চাই আছে, তাই কিদৰে অন্যমনস্ক হৈ আছে। নৰেন দাসে ইচ্ছা কৰিয়ে এটা গলহেকাৰি মাৰি তাৰ উপস্থিতিৰ এটা সঁহাৰি দিলে। মালতীয়ে হঠাৎ সেই শব্দ শুনি ভীষণ সংকুচিত হৈ পৰিল! তাই যেন কিবা এটা ধৰা পৰি গৈছে—এনে ভাব হ'ল। এই যে খেলা, হাঁহৰ খেলা, তাইৰ জীৱনত হয়তো সেই খেলা আৰু নহ'ব—সকলো শেষ। তাই বিহ্বলভাৱে চাই থাকিবলৈ ধৰিলে। নৰেন দাসেও যেন একো বুজিবপৰা নাই, তেনে এক দৃষ্টিৰে তাইলৈ চালে। ক'লে, চা চা মালতী, কিমান ডাঙৰ মিছা মাছ ধৰি আনিলোঁ, মাছখিনি ভাপত সিজাব লাগিব বুজিছ। লগে লগেই নৰেন দাসৰ মনত পৰিল, তাৰ ভনীয়েক বিধবা। সি এটা দীঘল হুমুনিয়াহ পেলাই ঘৰলৈ খোজ ললে।

মালতীও ককায়েকৰ পাছে পাছে ঘৰৰ পিনে যাবলৈ ধৰিলে আৰু ক'লে,

—দাদা, চামুৱে কেন্দু গছজোপাত জাননী আঁৰে। তাক মানা কৰি দিবি।

—মানা কৰিলে অন্য ঠাইত গৈ আঁৰিব।

মালতীয়ে বুজিলে, নৰেন দাস চামুৰ কাৰ্যৰ প্ৰতিবাদ কৰিবলৈ অক্ষম। গতিকে এমাহমানৰ পিছত চামচুন্দ্দিনে যেতিয়া আকৌ গছজোপাত জাননী আঁৰিবলৈ আহিল তেতিয়া পথাৰ পাৰ হৈ মালতী নিজেই আগবাঢ়ি গ'ল। আৰু ক'লে, জাননী আঁৰিব নোৱাৰ।

—কিয় ?

—এইজোপা আমাৰ দাদাৰ গছ।

—তাতে কি হ'ল ?

—তোৰ নিজৰ গছ থাকিলে তাত আঁৰগৈ।

—এই জোপাই মোৰ গছ। তই কি কৰিবি ?

—বৰ ডাঙৰ ডাঙৰ কথা নকবি দেই চামু। সৌ সিদিনাৰ ল'ৰা এতিয়াই মাতব্বৰ হৈ গৈছ। এতিয়াও ওঁঠ চেপিলে গাখীৰ ওলাব।

—তোৰ ওঁঠতনো চেপিলে কি ওলাব অ' এতিয়া ?

সেই বুলি কৈ চামুৱে গছজোপাৰ যথেষ্ট ওপৰলৈ উঠি জাননীখন আঁৰি দিলে। ওঁ, এতিয়া ফালি নেচোন। চাঁও তোৰ কিমান ক্ষমতা !

—বাৰু দেখা যাওক। মালতী হন্ হন্কৈ ঘৰৰ পিনে গ'ল। কেন্দু গছজোপাৰ তলত আহি তাই আকৌ ৰ'লহি।

চামুৱে মালতীৰ খং দেখি মনে মনে হাঁহিলে। মালতী আগৰ দৰেই জেদী ছোৱালীজনী হৈ আছে। চামুৰ মনৰ ভিতৰত কিন্তু এটা প্ৰতিজ্ঞাই অনবৰত কাম কৰি আছে। তাৰপৰা আঁতৰি গাঁৱৰ পিনে যাবৰ সময়ত চামুৰ চকুৱে মুখে দৃঢ়তাৰ ভাব এটা ফুটি উঠিল। কিন্তু আকৌ অলপ পিছতে গাঁৱৰ সেউজীয়া ঘাঁহবনৰ দৃশ্য দেখি তাৰ মনলৈ যেন এক কোমলতা আহিল। পথাৰৰ শস্যৰ ৰং, মালতীৰ শৰীৰ, মালতীক লৈ শৈশৱৰ কিছুমান প্ৰীতিভৰা ঘটনা, তাইৰ স্বামীৰ সাম্প্ৰদায়িক সংঘৰ্ষত মৃত্যু, আৰু তাইৰ বৈধব্যবেশ, সকলো মিলি চামুৰ মনত এক অপাৰ

বেদনাৰ সঞ্চাৰ হ'ল। হঠাৎ তাৰ মনৰ উগ্ৰ জাতীয়তাবোধৰ প্ৰতি বিৰক্তি আহিল। তাৰ ভাল নলগা হ'ল। হঠাৎ সি দৌৰিবলৈ ধৰিলে। কেন্দু গছজোপাত আঁৰি থৈ অহা জাননীখন সি একৰাই আনিব। কিন্তু সেইখন সি ফালিও পেলাব নোৱাৰে; ঠিক কৰিলে সেইখন অন্য ঠাইত নি আঁৰি দিবগৈ। সি দৌৰি পথাৰখনলৈ থামি গ'ল। অলপ দূৰ গৈয়েই দেখিলে গজোপাৰ তলত মালতীয়ে দীঘল বাঁহ এডাল হাতত লৈ থিয় হৈ আছে। তাৰ মনত পৰিল, সেই বাঁহডালেৰে সি তাইক বেতৰ কুমলীয়া আগ পাৰি দিছিল। মালতীয়ে বাঁহডালেৰে খুচি খুচি জাননীখন একৰাই আনিব খুজিছে। হঠাত যেন চামুৰ গাৰ গোটেইবোৰ তেজ মূৰত উঠিল। উত্তেজনাত অধীৰ হৈ উঠিল চামু। মালতীৰ ওচৰলৈ আহি অতি ৰুষ্ট দৃষ্টিৰে তাইলৈ চাই থিয় দিয়াৰ লগে লগেই মালতীয়ে হাঁহি এটা মাৰি ক'লে, কি দেখিলিনে পাৰিব পাৰোঁনে নোৱাৰোঁ।।

মালতীৰ এই উচ্চলতাক চামুৱে সহ্য কৰিব নোৱাৰিলে। সি নিজৰ দুৰ্বলতাক মনে মনে দায়ী কৰি—অত্যন্ত দৃঢ় আৰু ৰুক্ষ কণ্ঠে ক'লে, তই এজনী বিধবা ছোৱালী, মনত আছেনে নাই? তোৰ মুখত এনে হাঁহি ভাল নালাগে।

—চা-মু! মালতী জাননীখনৰ সৈতেই ঢলি পৰাৰদৰে গছৰ গুৰিত বহি গ'ল। তাই এজনী শিশু ছোৱালীৰ দৰে কান্দি ভাঙি পৰিল। ফেকুৰি ফেকুৰি তাই কান্দিবলৈ ধৰিলে। বিধবা মানুহে হাঁহিবও নোৱাৰে। মালতী বিধবা—চামুৰ কথাষাৰ বাৰে বাৰে তাইৰ কাণত ধ্বনিত হ'ল। চামু লাহে লাহে তাৰপৰা আঁতৰি আকৌ গাঁৱৰ পিনে গুচি গ'ল। মালতী ক্ৰমে শান্ত হৈ আহিল। ভৰিৰ কাষত জাননীখন পৰি আছে। সমুখৰ পথাৰখন শূন্য। তাই মূৰ তুলি চালে, চামু নাই,— দূৰত গাঁৱৰ মাজত নেদেখা হৈ গৈছে। তাই দূৰত দেখিলে ক'ৰবাৰ মেলালৈ এজাক গৰু গৈছে। সিহঁতৰ ডিঙিৰ ঘন্টিৰ শব্দ শুনা গৈছে। এতিয়া বসন্তকাল। গছত ফল ধৰা নাই। নানা ঠাইৰপৰা বিবিধ চৰাই এই ঠাইলৈ উৰি আহিছে। বিলৰ পানী শুকাই গৈছে। বিৰাট বিলখন।

বাবুহঁতৰ হাতী অহাৰ কথা আছে। কাৰণ এই সময়ত বিলৰ পানীত নানা ৰকমৰ হাঁহ আহি পৰেহি। তাইৰ মনত পৰিল বহুতদিন হ'ল, তাই মুড়াপাৰাৰ সেই হাতীৰ ডিঙিৰ ঘণ্টাৰ শব্দ শুনিবলৈ পোৱা নাই। সেই হাতীটো দেখিলে তাই যেন মনত সাহস অনুভৱ কৰে।

এই ঠাইৰ ঘাঁহনি, ফুল, চৰাই, সকলোৱে এতিয়া চ'তৰ গৰম বতাহ সহ্য কৰি বৰদৈচিলা অহালৈ বাট চাই ৰৈ আছে। পথাৰ শুকান, হু হু কৰিছে। আকাশখন কঁাহৰ পাত্ৰৰ দৰে ৰঙত ধূসৰ হৈ আছে। আকাশত উৰি ফুৰা সৰু সৰু চৰাইবোৰ এনে লাগে যেন খেৰৰ কুটাহে উৰিছে। যেন পথাৰ, নদী আৰু তৰমুজ খেতি সকলো পুৰি ছাৰখাৰ হৈ যাব। সুমথিৰা টেঙাৰ ফুটাবোৰৰ দৰে সূৰ্যৰ ৰং। পলাশ গছবোৰ তপামুৰীয়া হৈ পৰিছে! শিমলু গছত নতুন পাত ধৰিছে। ধান আৰু কলাই মাহৰ খেতিৰ কাৰণে পথাৰ চহাই ৰখাৰ এইটো উপযুক্ত সময়। এতিয়াই মাটিবোৰ চহাই থলে খেতি ভাল হ'ব, ঘাঁহ নগজে। ঠাকুৰৰ ঘৰৰ সৰু ঠাকুৰে পথাৰত হাল বোৱা কেনে হৈছে চাই ঘৰলৈ ঘূৰিছে। মালতীয়ে ঠাকুৰৰ ঘৰৰ ধনকৰ্তাৰ সৰু ল'ৰা সোণক কোলাত লৈ অ আ কৰি নিচুকাই আছিল। "আমাৰ সোণটো, আমাৰ ধনটো' বুলি গছৰ তলত থিয় হৈ আবেলিৰ মুকলি বতাহ লগাইছিল। শ্ৰীশ চন্দ নাও লৈ দণ্ডিৰ হাটলৈ যাব, আৰু ঘূৰি আহোঁতে সূতা কিনি আনি নৰেন দাসক দিবহি কাপোৰ বৈ দিবলৈ। বন্দবস্ত কৰিবলৈ সি এইপিনেই আহি আছে। মালতীক দেখি সি সুধিলে, তোৰ দাদা ক'ত অ'? মালতীয়ে ক'লে, দাদাই তাত বাটি কাঢ়িছে। আপোনাৰ গা ভালে আছে নহয় খুৰা?

উত্তৰত শ্ৰীশ চন্দই ক'লে, এই আছে আৰু একৰকম। আগৰ নিচিনা হাট কৰিবলৈ যোৱাত আৰু আজিকালি সুখ নাই। পৰাপৰদীৰ বজাৰত চব মুচলমান আজিকালি একগোট। সিহঁতে ঠিক কৰিছে হিন্দুৰ দোকানৰপৰা আৰু কোনো বস্তু সিহঁতে নিকিনে।

—কি যে হ'ল দেশখন! মালতীয়ে পলাশ গছ এজোপালৈ চাই চাই

ভাবিলে। কেঁচুৱাটো তাইৰ বুকুতে লেপেটা খাই আছে। সি শুব কিজানি। হঠাতে এছাটি ঠাণ্ডা বতাহ আহিল। গাটো ঠাণ্ডা লাগিছে! শৰীৰ আৰু মন দুইটাই পাতল পাতল লাগিছে। চামু ঢাকালৈ গৈছে। এই পাৰালৈ চামু বহুতদিন অহা নাই। হয়তো তাৰ অনুশোচনা হৈছে। মালতীয়ে চামুৰ বিষয়ে সেইদৰে ভাবি থাকোঁতেই হঠাৎ দেখিলে মাতব্বৰ ধৰণৰ মিঞা এজন কেন্দু গছজোপাৰ তলত আহি থিয় হ'লহি আৰু এখন দীঘল জাননী গছজোপাত আঁৰি দিলেহি।

মিঞাটোৰ গাত লুঙী আৰু জোব্বা, আৰু মুখত দীঘল দাড়ি। মালতী কিছুদূৰ আগুৱাই আহিল, কিন্তু আৰু আগবাঢ়ি পথাৰখনত নামিবলৈ তাইৰ সাহ নহ'ল। জাননীখন লগাই মানুহটো নিজৰ গাঁৱৰ পিনে গুচি নগ'ল। কোনবা এইটো মানুহ! মালতীয়ে দূৰৰপৰা একেবাৰেই ধৰিব নোৱাৰিলে। জাননীখন এতিয়া গছজোপাত নিচান এখনৰ দৰে উৰিবলৈ ধৰিছে। মানুহটো এইবাৰ মালতীহঁতৰ ঘৰৰ পিনেই আগুৱাই আহিল। নৰেন দাসৰ ঘৰৰ পাছফালৰ বাটেদি আহি আছে। মালতীয়ে দাদাকক মতাৰ কথা ভাবিলে। চোৱাঁচোন দাদা, মিঞা মানুহ এটা আমাৰ পাছফালেদি আহি আছে। এইবুলি দাদাকক চিয়ঁৰি ক'বনেকি বুলি ভাবি থাকোঁতেই মানুহটো আহি ওচৰ পালেহি আৰু লগে লগেই—ঐ আই, কি আচৰিত! চামুৱে তাৰ কাৰ্তিক ঠাকুৰৰ দৰে গোঁফৰ ঠাইত এতিয়া গোটেই মুখতে মৌলবী চাহাবৰ দৰে দাড়ি ৰাখিছে। মালতীয়ে লগে লগে একো কথা কব নোৱাৰিলে। চামু একেবাৰে চিনিব নোৱৰা হৈ পৰিছে। সি যেন এতিয়া তাইৰ কাৰণে একেবাৰে অপৰিচিত এটা মানুহ। চামুৱেও যেন মালতীক চিনি নাপায়, তাৰ চকুৱে মুখে এনে ভাব দেখা গ'ল। সি পোনে পোনে আগুৱাই আহিছিল। মুখত কোনো কথা নাই। চকুৱে মুখে এক কঠোৰতাৰ চিন। সি যেন বুকু ফুলাই খোজকাঢ়ি তাইৰ কাষেদি পাৰ হৈ গুচি গ'ল। মালতীয়ে এইবাৰ খং অভিমান আৰু দুখত চিঞৰি উঠিল, অ' দাদা চাহিচোন, এইটো ক'ৰ মিঞা আহি আমাৰ পাছবাৰীত সোমাইছেহি!

নৰেনদাসে অলপ দূৰতে তাঁত বাঁটি কৰি আছিল। সিও দূৰৰপৰা মানুহটো চিনিব নোৱাৰিলে। সূতা লোৱা ফ্ৰেমটো মাটিতে থৈ কেন্দু গছজোপাৰ পিনে মুৰ দাঙি চাওঁতেই দেখিলে, সঁচাই মিঞা এটাই বুকলি খেৰডৰা পাৰ হৈ সিহঁতৰ পাছবাৰীয়েদি সোমাই আহিছে। সি চিঞৰি ক'লে, ঐ মিঞা, ঠেং ভাঙি দিম জনা নাই! বাট দেখা পোৱা নাই? লোকৰ ঘৰৰ বাহিৰ ভিতৰ চিনি নাপাব! মালতীয়ে তেতিয়া কেন্দু গছৰ গুৰিত থিয় হৈ হো-হো কৰি হাঁহি উঠিল। তাই এক প্ৰতিশোধৰ ভঙ্গিমাৰে গছজোপাৰ গুৰিত আঁউজি থিয় হৈ ৰ'ল। গোটেই মুখত এক তীব্ৰ প্ৰতিশোধৰ ভাৱ বিয়পি পৰিছে। কোলাত শুই থকা সোণমণি তাইৰ সেই হাঁহিত চঁক খাই ধৰফৰকৈ সাৰ পাই উঠিল। সি কান্দিবলৈ ধৰিলে। মালতীৰ মনটো হঠাত আকৌ ক'ৰবালৈ আঁতৰি গ'ল। কেমাহমান আগতে মাত্ৰ এই হাবিখনত এটা পানীমাৰলী সাপে হাড়গিলা চৰাই এটা গিলি বহুত সময় গছৰ শুকান ডাল এটাত মৃতপ্ৰায় হৈ ওলমি আছিল। আকাশখনলৈ চকু গ'ল মালতীৰ। আকাশৰ তলত এই শূন্য পথাৰ, পৃথিৱীৰ সুখ-দুখ, মৰা পলাশৰ ডাল আৰু কোলাত ধনকৰ্ত্তাৰ সৰু ল'ৰা সোণ—সকলো মিলি মালতীক যেন কিবা অসহায় কৰি তুলিছে। চামচুদ্দিন অতপৰে গাঁৱৰ বাটত উঠিছেগৈ। সি এবাৰো পাছলৈ ঘূৰি নাচালে। মালতীৰ এনে লাগিল যেন বহুত-দিনৰ মূৰত আহি ডাঙৰ পথাৰ এখন পাৰ হ'বলৈ গৈ সি বাট হেৰুৱাই পেলাইছে।

এইদৰেই দেশলৈ বাৰিষা আহিল। বাৰিষা হ'লেই পথাৰ-সমাৰ, খাল-বিল, নদী সকলো পানীত ডুবি থাকে। গাঁওবোৰ দ্বীপ একোটাৰ দৰে যেন পানীৰ মাজত থাকে। বাৰিষা হোৱাৰ লগে লগেই ডাঙৰ ডাঙৰ মাছো সোমাই আহে। ধাননিৰ মাজত কোঢ়া চৰায়ে কণী পাৰিবলৈ

বাঁহ সাজেহি। আত্মীয় কুটুমৰ ঘৰৰপৰা সকলো নিজৰ নিজৰ ঘৰলৈ ঘূৰি আহে। পানীত ভেট- ফুল আৰু সেলেকু ভৰি পৰে।

বাৰিষা আহিলেই বুঢ়াকৰ্তা মহেন্দ্ৰ নাথ আৰু ঘৰৰ ভিতৰত বহি থাকিব নোৱৰা হয়। তেওঁ ধীৰে ধীৰে বৈঠকখানাৰ বাৰান্দাত আহি বহেহি। হৰিণা পহুৰ ছাল এখনত ওপৰত বহি আবেলি সময়খিনি কটাই দিয়ে। বয়স তেওঁৰ এতিয়া আশীৰ ওপৰ হৈছে। চকুৰে এতিয়া আৰু একেবাৰেই নেদেখা হৈছে। তথাপিও ঘৰৰ চোতালত থকা শেৱালি গছজোপা আৰু বাৰীত থকা নানাবিধ গছৰ কোনজোপা ক'ত আছে, কোন জোপাত কোন সময়ত কি ফুল ফুলে, তেওঁ এই বাৰান্দাতে বহি বহি গম পায়। তেওঁ ইয়াত বহিলেই ধনবৌৱে সোণক কাষতে থৈ যায়হি। কঠ এখনত বহি সোণে হাত ভৰি নচুৱাই খেলি থাকে। মহেন্দ্ৰনাথে তাক মাজে মাজে কথা কয়। সোণৰ কঁকালত ৰূপৰ টায়ৰা, হাতত সোণৰ বালা। এই সৰু কেঁচুৱা ল'ৰাটোৰ কলকল হাঁহিয়ে বৃদ্ধক নানা বয়সৰ ছবিৰ কথা মনত পেলাই দিয়ে। তেওঁ এই অতি পৰিচিত আবেলিৰ গোন্ধ লৈ লৈ সোণক বিগত দিনৰ গল্প কয়। যেন দুয়ো সমবয়সীয়াহে—ইটোৱে সিটোৰ অসহায়তাৰ কথা যেন বুজি পায়। 'সোণ অ', আহ আহ' বুলি কেঁচুৱাটোক আদৰ কৰে ; বৃদ্ধই যেন দেখা পায়— মৰাপাটৰ শুকান কাঠিবোৰ আঁটি আঁটিকৈ চোতালত থিয় কৰি থোৱা আছে। চোতাল পাৰ হৈয়েই দক্ষিণপিনৰ ঘৰটো। সেই ঘৰৰ দুৱাৰখন। ফৰিংবোৰ নিশ্চয় এই ডাৱৰীয়া দিনত উৰি ফুৰিছে। তেতিয়া আছিল শৰৎকাল। শৰৎকাল হলেই ভূপেন্দ্ৰ নাথে মুড়াপাৰাৰপৰা নাও পঠিয়ায়। অষ্টমীৰ দিনা তেওঁ মহাপ্ৰসাদৰ বলিৰ পঠাৰ ডাঙৰ টুকুৰা এটা লৈ আহিবই।

বৰবোৱাৰী আহিল। হাতত গৰম গাখীৰ। শহুৰেকৰ ওচৰত গাখীৰৰ বাটিটো থৈ ভৰিৰ কাষতে বহিল। সমুখত পুখুৰীটো। আম জাম আদি গছৰ ছায়া। তাৰ সিপাৰে মুকলি পথাৰ। বাৰিষা কাৰণে পানী, কেৱল পানী। মৰাপাট খেতি কৰা ঠাইত পাট কটা হৈ যোৱা কাৰণে ভাত

এতিয়া সাগৰৰ দৰে, নাইবা পানীৰে দুকূল নেদেখা ডাঙৰ বিলৰ দৰে হৈ পৰিছে। যেন এখন বিল, য'ত ৰূপকথাৰ ৰাজকন্যা উটি গৈছে। নদী, পথাৰ আৰু পানী দেখিলে বৰ বোৱাৰীৰ সদায় বহুত কথা মনত পৰে। মনত পৰে বৰবিলৰ কথা। বিয়াৰ পিছত সেই বিলৰ বুকুৱেদি বৰ নাৱত উঠি তেওঁ শহুৰৰ ঘৰলৈ আহিছিল। ইমান প্ৰকাণ্ড বিলখনৰ ওপৰেদি আহোঁতে তেওঁৰ বুকুখন ভয়ত কঁপি আহিছিল। কোনোবাই নাৱত কিং বদন্তিৰ কাহিনীৰ দৰে কোৱা তেওঁ শুনিছিল—ৰূপৰ বঠাৰে সৈতে এখন সোণৰ নাও এই বিলৰ পানীত এতিয়াও ডুবি আছে। সেই নাৱৰ সৈতেই ডুবি আছে এজনী ৰাজকন্যা। সোণাইবিবি—সেই ৰাজ-কন্যাৰ নাম। মেঘভৰা আকাশলৈ চাই চাই বৰবোৱাৰীৰ সেই প্ৰথমদিনা স্বামীৰ মুখত শুনা বিলৰ বুকুৰ গল্পবোৰলৈ মনত পৰি অন্যমনস্ক হৈ পৰিল। স্বামীৰ মূৰৰ বিকাৰ যেন তেতিয়াই প্ৰথম আৰম্ভ হৈছিল। ডাৱৰীয়া বতৰ হলেই তেওঁ অদ্ভুত গল্পবোৰ ক'বলৈ লৈছিল!

বৰ বোৱাৰীয়ে সোণৰ মুখৰ গঢ়টো ভালকৈ চালে। চাই চাই হঠাৎ ভাব হ'ল—শিশুটিৰ মুখখন দেউতাকৰ নিচিনাও হোৱা নাই—মাকৰ নিচিনাও হোৱা নাই। মুখখন যেন তেওঁৰ পগলা স্বামীৰ দৰে হৈছে। বৰ বোৱাৰী কলিকতাত ডাঙৰ দীঘল হোৱা ছোৱালী, কিছুদিন কনভেণ্ট স্কুলত পঢ়িছিল। পগলা ঠাকুৰ এতিয়া আৰু তেওঁৰ ওচৰত প্ৰায় মোজেচৰ নিচিনা নাইবা কোনোবা গ্ৰীক পুৰাণৰ বীৰ নায়ক—যুদ্ধক্ষেত্ৰত হাৰি পথ হেৰুৱাইছে। বৰবোৱাৰীয়ে লাহেকৈ বৃদ্ধ শহুৰেকক ক'লে, সোণৰ মুখখন আপোনাৰ বৰ ল'ৰাৰ দৰে হ'ব দেউতা।

মহেন্দ্ৰনাথে লাহেকৈ হাঁহি এটা মাৰিলে। তাৰ পিছত যেন তেওঁৰ মনটো বিষণ্ণ হৈ পৰিল। কলে, ক'তা সোণৰ দেখোন একো সাৰ সুৰ পোৱা নাই।

—পুখুৰীৰ পাৰতে বহি আছে।

মহেন্দ্ৰনাথে বহুতদিনৰ পৰাই বৰ বোৱাৰীক কথা কেটামান ক'ব বুলি ভাবি আছিল। এৰা, কথা কেটামান ক'ব লগা আছিল। বৰ বোৱাৰীৰ

দেউতাকৰ ঘৰৰ মানুহৰ হয়তো এটা ধাৰণা আছে। হয়তো বৰ বোৱাৰীৰ নিজৰো এটা কথাত বিশ্বাস হৈছে। কিন্তু মহেন্দ্ৰনাথে ভাবিলে, তেওঁ জীৱনত কেতিয়াও মিছা কথা কোৱা নাই, কথাৰ ইফাল সিফাল হোৱা নাই। তাকে ভাবি তেওঁ ক'লে, মই মোৰ এই বয়সত তোমাক এটা কথা কওঁ—তুমি বিশ্বাস কৰা নকৰা, মই কম। শুনা বৰবোৱাৰী, মোৰতো সময় শেষ হৈ আহিছে। তোমাক কথা এটা কওঁ বুলি ভাবিছোঁ।

বৰবোৱাৰীয়ে হাঁহি এটা মাৰি ক'লে, কওক!

—জানা বোৱাৰী, মণিয়ে যেতিয়া ছুটী লৈ ঘৰলৈ আহে, মই গৰ্বত বুকু ফিন্দাই থাকোঁ। এই গোটেই অঞ্চলত এনে এটা উপযুক্ত ল'ৰা কাৰ আছে। গতিকে মই তোমাৰ দেউতাৰাক কথা দিলোঁ। মানুহে কয়, মোৰ ল'ৰা হেনো বিয়াৰ আগতেই পগলা আছিল বুলি মই জানো।

বৰ বোৱাৰীয়ে কোনো উত্তৰ নিদিলে। তেওঁ সোণক কোলাত লৈ বৃদ্ধৰ কাষত বহি থাকিল।

—বুজিছা বোৱাৰী, মণিয়ে যিবাৰ এন্‌ট্ৰেঞ্চ পৰীক্ষাত প্ৰথম হৈ পাছ কৰি জলপানি পালে, সকলোকে কলোঁ—নাৰায়ণে মোৰ মুখ ৰাখিছে। আৰু বিয়াৰ পিছতে যেতিয়া সি পগলা হ'ল তেতিয়া কলোঁ, নাৰায়ণে মোৰ ধেমালি চাইছে। তাৰ পিছতো তেওঁ যেন হাত মেলি কিবা বিচাৰি থাকিল।

মহেন্দ্ৰনাথ যেন বহাৰপৰা উঠিব খুজিলে। তেওঁৰ স্থিৰ চকু দুটাৰ ৰং ঘোলা মুৰৰ চুলি আৰু মুখৰ দাড়ি সকলো সম্পূৰ্ণ বগা। মানুহজনক যেন চান্তাক্লজৰ দৰে লগা হৈছে। গাৰ ছাল শোটোৰা শোটুৰি, শুকান। বৰ বোৱাৰীয়ে ক'লে, আপোনাৰ লাঠীডাল দিমনেকি?

—নালাগে বোৱাৰী, মোক তোমাৰ হাতখন দিয়া।

বৰ বোৱাৰীয়ে হাত এখন আগবঢ়াই দিলে, বৃদ্ধই হাতখন নিজৰ দুহাতৰ মাজত চেপি ধৰি ক'লে, বোৱাৰী, তুমি অন্ততঃ বিশ্বাস কৰা, বিয়াৰ আগতে মণি পগলা হোৱা নাছিল। জানিশুনি মই পগলা এটাৰ সৈতে ঘৰ পাতিবলৈ তোমাক অনা নাছিলোঁ। সেইবুলি কৈ বৃদ্ধ একে-

বাৰে মৌন হৈ পৰিল। চকুৰেদি লোতক বাগৰি আহিল। মুখৰ ৰেখাত কোনো ভাঁজ নাই। এখন ভাবলেশহীন মুখ, কেৱল উদাস আৰু উদাস। মৃত্যুৰ যাত্ৰী হ'বৰ কাৰণে যেন পৃথিৱীৰ এক পান্থশালাত পানীৰ ভৰা পাত্ৰ লৈ বহি আছে, গোটেই জীৱন যিয়েই আহিছে তাকেই পানী দিলে, আৰু এতিয়া পাত্ৰৰ তলিত থকা পানীকণেৰে নিজে হাতমুখ ধুই সুদূৰ তীৰ্থযাত্ৰাত নামি পৰিবলৈ উন্মুখ হৈ আছে। বৃদ্ধৰ কণ্ঠস্বৰ ইমান ক্ষীণ লাগিল যেন তেওঁ বহুত দূৰৰ পৰাহে কথা কৈছে। মণিৰ মাকৰ কথা শুনা হ'লে হয়তো এনে নহ'লহেঁতেন! চোৱাঁ। বৰবোৱাৰী, মই ঘৰৰ কৰ্তা, মণি মোৰ ডাঙৰ ল'ৰা—সি আকৌ ম্লেচ্ছ ছোৱালী বিয়া কৰাবলৈ ভাব কৰিলে—সেইটো জানো হ'ব পাৰে বোৱাৰী—সেইটো ঠিক কথা হ'ব পাৰেনে?

বৰ বোৱাৰীয়ে এইবিলাক কথা শুনিলে থিৰেৰে থাকিব নোৱাৰে। চকু চল্‌চলীয়া হৈ আহে। শহুৰেকৰ অৱস্থাও চাই থাকিবলৈ টান হৈ পৰে। তেওঁৰ অতি মৰমৰ পুতেক প্ৰেমত পৰি পগলা হ'ল। সেই কথা ওলালেই তেওঁৰ এতিয়াও দুচকুৰেদি গৰগৰকৈ চকুলো বাগৰি আহে। সেয়ে বৰবোৱাৰীয়ে অন্য কথা উলিয়াই ক'লে, ব'লক দেউতা, আপোনাক ভিতৰত থৈ আহোঁ।

—মই আৰু অকণমান বহোঁ বোৱাৰী। ইয়াত বহিলেই মনটো মোৰ ভালে থাকে। এই বাৰান্দাত বহিলে মই বাৰিষাৰ পুখুৰীৰ ভেটফুলৰ গোন্ধ পাওঁ! এনে লাগে যেন তেতিয়া মই ভগৱানৰ অতি ওচৰতে থাকোঁ। বাৰু, তোমাৰ মা ক'ত?

—মা পদ্মপুৰাণ শুনিবলৈ গৈছে। আপোনাৰো পদ্মপুৰাণ শুনিবলৈ মন যায়নেকি দেউতা?

—পদ্মপুৰাণ মই নিজেই। আই অ', গোটেই জীৱন মই চান্দসদাগৰ হলোঁ—তুমি হলা বেউলা।

বৃদ্ধই এইবাৰ টানি টানি ক'লে, যেন এই বয়সত কেৱল আশীৰ্বাদ দিব পাৰি—এতিয়া তেওঁৰ এনে এক বয়স, এনে এজন মানুহ তেওঁ—

সংসাৰত এনে এজন মানুহ এতিয়া ভগৱানৰ ওচৰত যেন মিলি যাব পৰা হৈ যায়—তেওঁ টানি টানি যেন বহুত নিলগৰ ভঁাহি অহা কণ্ঠস্বৰেৰে ক'লে,—বোৱাৰী, তুমি মোৰ সতী সাবিত্ৰী। তুমি মোৰ বেউলা। তোমাৰ শিৰৰ সেন্দূৰ অক্ষয় হওক!

গভীৰ ৰাতি বৰবোৱাৰী টোপনিত আচ্ছন্ন। একোণত মুমাওঁ মুমাওঁ হৈ অকণমান পোহৰ জ্বলি আছে। খিড়িকী খোলা। বাৰিষাৰ সেমেকা বতাহ আহি বৰ বোৱাৰীৰ গাৰপৰা কাপোৰবোৰ যেন অঁাতৰাই দিছেহি। বৰ বোৱাৰীয়ে হাত দুখন বুকুৰ ওপৰত থৈ প্ৰাৰ্থনাৰ ভঙ্গীত শুই আছে। দেখিলে, এনে লাগে যেন তেওঁ টোপনিতে তেওঁৰ মানুহজনৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছে। সেই সময়ত মণীন্দ্ৰনাথে ঘৰৰ ভিতৰত অহাযোৱা কৰি খোজ কাঢ়ি আছে। তেওঁৰ চকুত টোপনি নাই। হঠাত এবাৰ তেওঁ কোঠাৰ দুৱাৰখন খুলি দিলে। নদীৰ সিপাৰে তেওঁ যেন কাৰোবাক এৰি থৈ গুচি আহিছে, তেওঁৰ তেনে ভাব হ'ল।

আকাশত এতিয়াও অ'ত ত'ত কিছুমান তৰা জিলিকি আছে। ঠাকুৰৰ ঘৰৰ পাছফালেই শেৱালি ফুলজোপা; ফুলবোৰ সৰিছে, কিছুমান সৰি আছে—কিছুমান এতিয়াও ডালত লাগি ৰৈ আছে ৰাতিপুৱালৈ, ৰাতিপুৱাৰ ৰ'দলৈ। মণীন্দ্ৰনাথে দুই হাতেৰে গছৰ তলৰপৰা ফুল কিছুমান বুটলিলে আৰু ফুলৰ হালধীয়া ৰেণু হাতে মুখে ঘঁহিলে। নিশা শেষ হৈ আহিছে। তেওঁ কিবা এটা ভাবি এবাৰ বাঁহজোপাৰ তললৈ আহিল। অলপ দূৰতে ঘাট—বাৰিষাৰ নদীৰ পানী যেন চোতালত আহি উঠিব খুজিছে—তেওঁ সৰু গুটীয়া নাওখনত উঠি লগীডালত ভৰ দিওঁতেই নাওখন পানীলৈ নামি গ'ল। তেওঁ ঠিক কৰিলে, গাঁও আৰু পথাৰৰ

মাজে মাজে গৈ তেওঁ সিপাৰলৈ গুচি যাব—য'ত অন্য এখন পৃথিৱী, নিঃসঙ্গ—নিৰ্জন তীৰৰ সেই পৃথিৱী—য'ত তেওঁ খেলি ফুৰিব।

মূৰৰ ভিতৰত এক অজ্ঞাত যন্ত্ৰণাই মণীন্দ্ৰনাথক সকলো সময়তে নিদাৰুণ কষ্ট দি থাকে। মণীন্দ্ৰনাথে কেৱল নিৰ্জনতা বিচাৰি ফুৰে।

গুটীয়া নাওখন ক্ৰমে গাঁও পথাৰ চাপৰি অতিক্ৰম কৰি বিশাল বিলৰ বুকুত অদৃশ্য হৈ পৰিল। এতিয়া চাৰিওপিনৰ গাঁওবোৰ ৰিণিকি ৰিণিকি দেখা হৈছে। আকাশৰ সৈতে মিলি গাঁওবোৰ ছবিৰ দৰে যেন হৈ পৰিছে। ক'তো একো শব্দ নাই—ভয়ানক নিৰ্জন—নিঃসঙ্গ প্ৰান্তৰ। দূৰত সোণালী বালিৰ নদীৰ ৰেখা লাহে লাহে দৃশ্যমান হৈ উঠিছে। মণীন্দ্ৰনাথ পদ্মাসন কৰি বহিল—তেওঁৰ চকুৱে মুখে সাধুপুৰুষৰ দৰে ভাব। বিলত এতিয়া গভীৰ পানী, এক লগীতকৈও বেছি হ'ব। মণীন্দ্ৰনাথে সেইভাৱে বহি এই পানীৰ মাজত যেন এই বিলৰ বুকুতে হেৰাই গৈছিল। বিলৰ পাৰত, নদীৰ পাৰত—, কত ধৰণৰ খেলা খেলিছিল সিহঁতে। হায়, তেওঁৰ মাত্ৰ সেই দুৰ্গৰ কথা মনত পৰিল! বিৰাট ময়দান—, ময়দানৰ এফাঁলে দুৰ্গ, সেই দুৰ্গৰপৰা মাথোন বৈ বৈ জালালি কপৌ উৰিছিল। মণীন্দ্ৰনাথে এইবাৰ ডাঙৰ ডাঙৰকৈ পৰম পুৰুষৰ দৰে কবিতা আবৃত্তি কৰিবলৈ ধৰিলে। কবিতাৰ মাজত সেই এক স্মৃতিচিহ্ন—কীটচ নামেৰে এজন কবি আছিল—তেওঁ এতিয়া জীয়াই থকা নাই। পলীনে মণীন্দ্ৰনাথৰ মুখত কবিতাৰ আবৃত্তি শুনি শুনি এসময়ত দুৰ্গৰ গম্বুজৰ পিনে চাই অন্যমনস্ক হৈ যায়।

কেন্দুগছ কিছুমান পাৰ হৈ গৈয়েই নন্দীহঁতৰ ঘাট। ঘাট পাৰ হৈ মুচলমান গাঁও। বহুতদিনৰ মূৰত মণীন্দ্ৰনাথে এই ঘাটত আনি নাও বান্ধিলেহি। চাৰিওপিনে মৰাপাট গোৰাইছে, পাট গোৰোৱা গোন্ধ ওলাইছে, ইফালে সিফালে মেটেকাৰ দ'ম, নীলা ৰঙৰ মেটেকা ফুল ফুলিছে। পাতিহাঁহ ঘূৰি ফুৰিছে মাজে মাজে। ঘাটৰ পাৰে পাৰে কোমোৰাৰ চাং। চাঙৰ তলত কোমোৰা গছৰ লতা। তেওঁ সেইবোৰ চাই চাই সতৰ্কভাৱে খোজ পেলাই ঘাটৰ ওপৰলৈ উঠি গ'ল।

ফু মাৰি ভাত খাব পৰা চিক্‌চিকীয়া চোতালখনত মণীন্দ্ৰনাথে ভৰি দিয়াৰ লগে লগেই গোলাৰ দুৱাৰখন ফাঁক কৰি হামিদ ওলাই বাহিৰলৈ আহিল। তেওঁক দেখিয়েই হামিদে ক'লে, অতদিনৰ মূৰত আমালৈ মনত পৰিল বৰদাদা!

মণীন্দ্ৰনাথে ডাঙৰ ডাঙৰ চকু দুটাৰে হামিদলৈ চালে। এটা হাঁহি মাৰিলে।

হামিদে ভাবিলে—এইজন মানুহক এতিয়া আৰু কিবা কথা কৈ একো লাভ নাই। ইমান ডাঙৰ মানুহজন, বয়সনো কিমান হৈছে, সেই সিদিনা হাৰান পীৰৰ দৰগাত মণীন্দ্ৰনাথ বহি থাকোঁতে তেওঁক দেখা মনত আছে। শৈশৱ পাৰ হৈ যৌৱনত ভৰি দিলে মানুহজনে, কিন্তু যৌৱনৰপৰা যেন আৰু লৰচৰ কৰিব নোখোজে, শৰীৰৰ আটিল গঠন—যেন এটা দ্ৰুতগামী ঘোঁৰাৰ দৰে। হামিদে আকৌ ক'লে, বৰদাদা বহক।

হামিদে লগে লগে সকলোকে চিঞৰি মাতিবলৈ ধৰিলে, বৰদাদা আহিছে অ', তহঁত কোন আছ ওলাই আহ। লগে লগে হামিদৰ মাক, তাৰ দুজনী বিবি, পুতেক আৰু পুতেকৰ বিবি সকলো এজন এজনকৈ ওলাই আহিল। অকল হামিদৰ ঘৰতে নহয়, গোটেই গাঁৱতে মণীন্দ্ৰনাথ অহা খবৰটো বিয়পি পৰিল আৰু মানুহবিলাক আহি মণীন্দ্ৰনাথক আগুৰি ধৰিলেহি। সকলোৱে তেওঁক আদাব দিলে! মণীন্দ্ৰনাথে মুখেৰে একো নামাতিলে, কোনো কথা নক'লে। কথা নোকোৱাকৈয়ে থাকিলেই ভাল। হামিদে ভিৰ কৰি ধৰা মানুহবিলাকক কাষৰপৰা আঁতৰাই দিলে। মণীন্দ্ৰনাথে সকলোৰে পিনে ফেল্‌ফেলকৈ চাই থাকিল। হামিদে এবাৰ সৰুজনী বিবিক ক'লে, ঐ নতুন কোমোৰা জোপাৰ ভাল কোমোৰাটো ছিঙি বৰদাদাৰ নাৱত থৈ আহগৈ যা। যেন নতুন কোমোৰাজোপাত লগা কোমোৰাটো বৰদাদাক দিবলৈ পোৱাটো সৌভাগ্যৰ কথা।

গাঁৱৰ মাজে মাজে মণীন্দ্ৰনাথে খোজ ল'লে। পাছে পাছে গাঁৱৰ নঙঠা শিশু আৰু ল'ৰা-ছোৱালীবিলাকে কুঁহিয়াৰ খাই খাই মণীন্দ্ৰনাথক অনুসৰণ কৰিবলৈ ধৰিলে। তেওঁ সিহঁতলৈ মন কৰা নাই, একো

কোৱাও নাই। সৰু ডাঙৰ খাল, বাঁহনি, পিছল বোকা বাট অতিক্রম কৰি হাজি চাহাবৰ ঘৰৰ ওচৰ পালেগৈ।

বৃদ্ধ হাজি চাহাবে গুৰগুৰি হোকাৰ নলী মুখত লগাই ধপাত খাই আছিল। ল'ৰা-ছোৱালীৰ কোলাহল শুনিয়েই তেওঁ আন্দাজ কৰিব পাৰিলে বহুত দিনৰ মূৰত পগলা ঠাকুৰ গাঁৱলৈ আহিছে। তেওঁ লৰালৰিকৈ হোকা চিলিম থৈ বাহিৰলৈ ওলাই আহি মণীন্দ্ৰনাথক দেখিলে। ক'লে, ঠাকুৰ, আহক আহক, আহক। হাজি চাহাবে জানে, মণীন্দ্ৰনাথক এইবোৰ কোৱা নিৰৰ্থক। তথাপি ইমান ডাঙৰ সন্মানী ঘৰৰ মানুহ, তেওঁক এষাৰো মাত নিদিয়াতো, এবাৰ বহি যাবলৈ নোকোৱাতো ঠিক নহ'ব।

মণীন্দ্ৰনাথে একো নামাতিলে, নাইবা হাজি চাহাবৰ ঘৰত বহিবলৈও নগ'ল। মাত্ৰ হাজি চাহাবৰ পিনে অলপ সময় তধা লাগি চাই থাকিল আৰু কিবা এটা উচ্চাৰণ কৰি আকৌ খোজ ল'লে।

হাজি চাহাবে হাঁহিলে আৰু চাকৰটোক মাতি ক'লে, পগলা ঠাকুৰৰ নাৱত মালভোগ কল দুআষি থৈ আহগৈচোন। তাৰ পিছত মনীন্দ্ৰনাথক উদ্দেশ্য কৰি ক'ব খুজিলে, ঠাকুৰ, কলকেটা লৈ যাব, পকিলে খাব। বাৰীৰে কল, দিবলৈ পালে মনটো ভাল লাগে। কিন্তু হাজি চাহাবে মুখ ফুটাই কথাকেটা নক'লে। মাত্ৰ আল্লাৰ ওচৰত নালিচ কৰাৰ ভঙ্গিৰে ক'লে, বুঢ়াকৰ্ত্তাৰ কপালত এয়ে আছিল খোদা!

বৰ্ষাকাল। সঘনে বৰষুণ হৈ থকা কাৰণ বাটবোৰত অতিপাত বোকা হৈছে। ক'ৰবাত আনকি একাঁঠুলৈকে বোকাপানীত ডুব যোৱা হৈছে। গতিকে মণীন্দ্ৰনাথৰ খোজকঢ়াত যথেষ্ট অসুবিধা হৈছিল। বাটৰ দুকাষে আবৰ্জনা—মলমূত্ৰৰ দুৰ্গন্ধ। মণীন্দ্ৰনাথে কিন্তু সেইবোৰ একোকে গম পোৱা নাই। গাঁৱৰ মুচলমান তিৰোতাবিলাকে পগলা ঠাকুৰক দেখিয়েই ঘৰৰ ভিতৰলৈ সোমাই গৈ লুকাইছে। সিহঁত অতি নিঃস্ব। গাত যথেষ্ট কাপোৰ-কানি নাই।

মতা মানুহবিলাকৰ প্ৰায়বিলাকেই এই সময়ত পথাৰত হাল বাই থাকে

নাইবা মৰা পাট কাটিবলৈ যায়। সিহঁত একেবাৰে আবেলি আহে। মণীন্দ্ৰনাথে গাঁওখন ইমূৰৰপৰা সিমূৰলৈ এপাক মাৰি আকৌ ঘাটলৈ ঘূৰি আহি নাৱত বহিলহি। তাৰ পিছত সংগৃহীত বস্তুবোৰ অতি উৎসাহেৰে একাষত ভালকৈ থৈ আকৌ নাও বাবলৈ আৰম্ভ কৰিলে। ঘাটত থিয় হৈ উলঙ্গ শিশুবোৰে, ল'ৰা-ছোৱালীবোৰে পগলা ঠাকুৰক যেন দুখেৰে বিদায় জনালে। নাওখন চলাবলৈ লৈয়েই হঠাত মণীন্দ্ৰ-নাথৰ মনত পৰিল, বৰ বোৱাৰীয়ে ঘৰত তেওঁলৈ অপেক্ষা কৰি আছে। মানুহজনীৰ কাৰণে হঠাৎ তেওঁৰ মনটো যেন বিচলিত হৈ উঠিল। পত্নীৰ চকুদুটাই যেন তেওঁক হঠাত ঘৰমুখী কৰিলে। কিন্তু বিলৰ মাজ পোৱাৰ লগে লগেই তেওঁ ঘৰৰ কথা আকৌ সম্পূৰ্ণ পাহৰি গ'ল। তেওঁ বিলৰ মাজ বুকুত মৌন হৈ বহি থাকিল। বহুত সময় তেওঁ সেইদৰেই পানীৰ মাজত বহি থাকিল। বহুত সময় ধৰি তেওঁ পুৱাৰ সূৰ্য্য চালে। বিশ্বাসপাৰা আৰু নগৰপাৰাৰ ওপৰেদি চিঞৰি যোৱা কাউৰী জাকলৈ চাই চাই আৰু ধানখেতিৰ মাজে মাজে ঘূৰি ফুৰা কোড়া চৰাইৰ ঘুট ঘুট শব্দ শুনি তেওঁ কিমান সময় অন্যমনস্ক হৈ থাকিল তেওঁ নিজে নাজানিলে। এবাৰ তেওঁ নাৱৰপৰা নামি গ'ল আৰু বিলৰ স্বচ্ছ পানীত সাঁতুৰিবলৈ ধৰিলে। শৰীৰৰ উষ্ণতা বাৰে বাৰে পানীত ডুব মাৰিও যেন দূৰ কৰিব নোৱাৰি, শৰীৰৰ কষ্ট যেন শেষ নহয়! এই নিৰ্জন বিলৰ বুকুলৈ আহি মনে মনে বহি থাকি তেওঁ কত দিন ভাবিছে তেওঁ যিহকে তিহকে বকি থকা বা অশ্লীল শব্দ উচ্চাৰণ কৰাৰপৰা বিৰত হ'ব, কিন্তু পৰা নাই। সকলো যেন আকৌ ভুল হৈ যায়। সকলো যেন স্মৃতিৰ অতল তলিত নিক্ষিপ্ত হৈ যায়। জীৱন ধাৰণৰ কাৰণে কি কৰা উচিত বহুতো ভাবিও তেওঁ কোনো পথ যেন বিচাৰি পোৱা নাই। তেনে সময়ত ভীষণ বিৰক্তিৰ ভাব এটাই তেওঁক আৰু অস্থিৰ কৰি তোলে। দুইহাত ওপৰলৈ তুলি চিৎকাৰ কৰিবলৈ ধৰে— মই ৰজা হ'ম!

আবেলি পৰত ভূপেন্দ্ৰনাথ নিজৰ কৰ্মস্থলীৰপৰা আহিল। কামৰ

মাজে মাজে কেদিনমানৰপৰা তেওঁ দেউতাকৰ চিন্তাত উদ্বিগ্ন হৈ আছিল। বুঢ়া দেউতাকৰ কাৰণে ভূপেন্দ্ৰনাথৰ প্ৰাণৰ টান বৰ বেছি। এতিয়াও যেন দেউতাকে সকলোকে আগচি আছে। আগ বয়সত ভূপেন্দ্ৰনাথ কিছু আদৰ্শবাদী আছিল। এতিয়া আৰু মনৰ সেই অৱস্থা নাই। দেশৰ স্বাধীনতা আহিব, স্বাধীন ভাৰতবৰ্ষৰ স্বপ্ন তেওঁৰ চকুত ভাহি উঠে। কিন্তু ডাঙৰ দাদা পগলা হোৱাৰ পিছত ইমান ডাঙৰ সংসাৰখন মাত্ৰ খেতি আৰু যযমানিতে নচলা হ'ল। ভূপেন্দ্ৰনাথৰ চকুৰপৰা আদৰ্শৰ স্বপ্ন মোচ খালে। বৃদ্ধ পিতাকক সহায় কৰিবৰ কাৰণে, ডাঙৰ সংসাৰখন চলিবৰ কাৰণে ভূপেন্দ্ৰনাথে ঘৰৰপৰা বহুত দূৰলৈ গুচি যাব লগা হ'ল, নতুন জীৱিকাৰ সন্ধানত, সংসাৰখনৰ কাৰণে তেওঁ যেন জীৱন উৎসৰ্গা কৰিলে। নিজৰ বিয়া কৰোৱা নহ'ল। চন্দ্ৰনাথৰ বিয়া পাতি দিলে। এতিয়া মাত্ৰ নিজৰ কামৰ মাজে মাজে ছুটী লৈ গাঁৱলৈ আহে ; বুঢ়া পিতাকৰ কাষত আহি দুদিনমান বহেহি, সংসাৰৰ নানান কথা-বতৰা পাতে। মাটি-বাৰীৰ কথা, কোনখিনি মাটিত কি খেতি কৰা হ'ব ইত্যাদি পৰামৰ্শ দিয়েহি। মানুহজনৰ জীৱনত যেন আৰু অন্য একোৱে প্ৰয়োজন নাই।

ভূপেন্দ্ৰনাথে নাৱৰপৰা নমাৰ লগে লগেই ঘৰৰ সকলোৱে গম পায় যায়। মুড়াপাৰাৰপৰা নাও আহিছে, চাউল, চেনি, কদমা আৰু এতিয়া বাৰিষা বুলি দীঘল দীঘল কুঁহিয়াৰ নাৱত ভৰি আহিছে। ধনবৌ ল'ৰা-লৰিকৈ মূৰত ওৰণি টানি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তেওঁ ঘৰ সোমায়েই প্ৰথমেই বাৰান্দাত কল এঠোক নমাই থৈ বৃদ্ধ পিতাক যিটো কোঠাত মনে মনে বহি আছে তালৈ গ'ল। পিতাক আৰু মাকক আঁঠু-কাঢ়ি সেৱা কৰিলে। পিতাকৰ কুশল বাতৰি ল'লে। আন সকলোৰে কুশল বাতৰি ল'লে। এনেতে তেওঁ মন কৰিলে, পাছফালৰ চোতালত কোনোবা এগৰাকী থিয় হৈ আছে। চাই দেখিলে, বৰ বৌ বৈ আছে। ওলাই গৈ তেওঁকো সেৱা এটা কৰিলে। চোতালত নামি ঘৰখনৰ কিবা নতুন পৰিৱৰ্তন হৈছেনেকি লক্ষ্য কৰিলে। ঘৰখনৰ যেন সেই

শুকান ভাবটো আৰু নাই। চাৰিওপিনৰ হাবি-বনৰ জোপোহাবোৰ বাঢ়িছে। উত্তৰপিনৰ ঘৰটো পাৰ হৈ কৰদৈ জোপাৰ তলতে এখন চাং। চাঙত তিঞৈহৰ লতা কিছুমান বগাইছে, তাত হালধীয়া ফুল ফুলিছে, কুমলীয়া তিঞৈহ দুই এটা ওলমি আছে। কাষতে আৰু দুখন চাঙ, এখন জিকাৰ আৰু এখন কেৰেলাৰ। চন্দ্ৰনাথেই নিশ্চয় এইবোৰ লগোৱাৰ দিহা কৰিছে। তেওঁ ভতিজাক ল'ৰা দুটাক বিচাৰিলে। সিহঁত দেখোন ঘৰত নাই—ক'ৰবালৈ গৈছে হবলা। লালটু আৰু পলটুৱে চিঞৰ বাখৰ কৰি গোটেই ঘৰখন সজীৱ কৰি ৰাখে। সিহঁতৰ কাৰণে তেওঁ হালধীয়া পূৰঠ কুঁহিয়াৰ আনিছে। মোটা আৰু বেছ ৰস পকা কুঁহিয়াৰ। এই কোমল জাতৰ কুঁহিয়াৰ সিহঁত দুটাই বৰ ভাল পায়। তেওঁ নিজেই ভাঙি টুকুৰা কৰি দিবলৈ ভাল পালেহেঁতেন। সিহঁতনো গ'ল ক'লৈ! তেওঁ ভাবিলে।

সিহঁত দুটা তেতিয়া দৌৰিছে। পলটু আৰু লালটুৰ মাজু দেউতাক আহিছে। গাঁৱৰ সিমুৰৰপৰা সিহঁতে দৌৰ লৈছে। সিহঁতে খবৰ পালে মূড়াপাৰাৰপৰা নাও আহিছে। মূড়াপাৰাৰ নাও অহা মানে, মাজু দেউতাক অহা, আৰু সিহঁতৰ কাৰণ কুঁহিয়াৰ অহা নাইবা কমলাৰ দিনত কমলা টেঙা আৰু তিলকদমা। তাৰ উপৰি আম জাম আদি যেতিয়া যি ওলায় তেনে ফল। সিহঁতে আহিয়েই দেখিলে, অলিমদ্দিয়ে মূৰত তুলি তুলি চাউল, দালি তেল নানান শাক-পাচলি আনিছে আৰু ঘৰত নমাইছেহি। এটা ডাঙৰ মাছো আনিছে। মাছটো নাৱৰ আগফালে তক্তাৰ তলত আছে, লালটু আৰু পলটু দুইটাই ধৰি টানি মাছটো উলিয়াই আনিছে। ঘৰখনত যেন হঠাত উৎসৱ হোৱাৰ দৰে হৈছে। মাত্ৰ ডাঙৰ বোৱাৰীয়ে বিষণ্ণ দৃষ্টিৰে চাৰিওপিনে যেন অনবৰত কাৰোবাক বিচাৰি আছে। মণীন্দ্ৰনাথ ক'ৰবালৈ গুচি গৈছে, ঘূৰি আহিব লাগিছিল, এতিয়াও অহা নাই। ডাঙৰ বৌৰ ডাঙৰ ডাঙৰ চকু দুটালৈ চাই ভূপেন্দ্ৰনাথে বুজিলে, ডাঙৰ দাদাই আকৌ নিৰুদ্দেশ যাত্ৰা

আৰম্ভ কৰিছে। লগে লগে তেওঁৰ মন কষ্ট আৰু সহানুভূতিৰে ভৰি উঠিল। ডাঙৰ বৌৰ মুখৰ পিনে আৰু চাই থাকিব নোৱাৰিলে।

ভূপেন্দ্রনাথৰপৰা নানাৰকম খবৰ বাতৰি শুনিবলৈ আবেলি বৃদ্ধ পিতাক আহি বাৰান্দাত বহিলহি। বৃদ্ধৰ ভৰিৰ কাষত বহি ভূপেন্দ্রনাথে নানান খবৰ শুনাইছিল। এইটো নিয়মিত অভ্যাস। মুড়াপাৰাৰপৰা আহিলে দেউতাকক পৃথিৱীৰ সকলো খবৰ দিব লাগে। জমিদাৰ বাবুহঁত অৰ্দ্ধসাপ্তাহিক 'আনন্দবাজাৰ' কাগজ পঢ়ে। বাবুবিলাকৰ পঢ়া হলে ভূপেন্দ্রনাথে সকলো খুটি নাটি খৰচি মাৰি পঢ়ি মুখস্থ কৰি পেলায়। কোনোবাই পত্ৰিকাৰ খবৰ সুধিলেই ভূপেন্দ্রনাথৰ নখ দৰ্পণত জগতৰ সকলো খবৰ। ঘৰলৈ আহিলে সেয়ে প্ৰাজ্ঞ ব্যক্তিৰ দৰে দেশৰ সকলো খবৰ তেওঁ বৰ্ণনা কৰে। তেওঁ কাগজৰ কিছুমান খবৰ উল্লেখ কৰি এবাৰ ক'লে, এইবাৰ লীগ পন্থীহঁত যিদৰে উঠি পৰি লাগিছে আকৌ ৰায়ত লাগিব যেন পাওঁ!

বৃদ্ধই অতি লাহে লাহে ক'লে, হাফিজদ্দিৰ পুতেক চামুৰক তই চিনি পাৱ নহয়? সি বোলে টোৰবাগত লীগৰ দল পকাইছে। গছে গছে জাননী আঁৰিছে। দেশখন যে দিনে দিনে কি হৈ গৈছে বুজি পোৱা নাই!

ভূপেন্দ্রনাথে ক'লে, দেউতা, পত্ৰিকাৰ বিজ্ঞাপনত দেখিলোঁ গাৰো-পাহাৰৰপৰা চহৰলৈ এজন সন্ন্যাসী আহিছে। তেওঁ ভূত ভৱিষ্যত সকলো ক'ব পাৰে। ভাবিছিলোঁ, বৰ দাদাক এদিন দেখুৱাবলৈ লৈ যাম।

—যি ভাল দেখ কৰ।

—লগত ঈছম যাব।

বৰ বোৱাৰীয়ে ঘৰৰ ভিতৰত বহি প্ৰায় দুবস্তা চাউল জাৰি উঠিল। ভূপেন্দ্রনাথে অনা শাক-পাচলিবোৰ চপাই সজাই থলে। তেওঁৰ পগলা স্বামীক লৈ যোৱাৰ কথা ওলাইছে। তেওঁৰ মনত সামান্য আশাৰ ৰেঙণি ভ'াহি উঠিল। কিন্তু পিছ মুহূৰ্ত্ততে সি নোহোৱা হ'ল। মানুহ-জনক নিৰাময় কৰিবলৈ চাওঁতে চাওঁতে দহ বছৰে কত চেষ্টা কৰা হ'ল। কিন্তু তেওঁ কোনোৰকমেই ভাল নহ'ল।

—আজিকালিতো মণি কেতিয়াবা দুই তিনিদিনলৈকে ঘৰলৈ নহাকৈ থাকে। ক'ত থাকে, কি খায় ভগৱানে জানে!

ভূপেন্দ্ৰনাথে ক'ব খুজিছিলে—নোখোৱাকৈ ঘূৰি ফুৰিবলৈ এৰি দিয়া, ক'ত আছে, ক'ত ৰাতি কটাইছে কোনেও নজনাকৈ থকাত এই বোৰতকৈ বৰং তেওঁক ঘৰতে বান্ধি ৰখাই ভাল। কিন্তু কথাষাৰ ক'ব নোৱাৰিলে। কাৰণ মাক আৰু বৰবৌৱেকহঁতে তেনে কৰাটো ভাবিবই নোৱাৰে। তেওঁলোকে ভাবে, আন ঠাইলৈ লৈ গলে বাচাধন আৰু জীয়াই নাথাকে। গতিকে তেওঁ অন্য কথা উলিয়ালে, সোণ কেনে হৈছে দেখিবলৈ, চাওঁ উলিয়াই আনাচোন!

বৰ বৌৱে সোণক আনি ভূপেন্দ্ৰনাথৰ কোলাত দিলেহি। কেঁচুৱাটোলৈ চাই ভূপেন্দ্ৰনাথ একেবাৰে আচৰিত হৈ গ'ল। একেবাৰে হুবহু বৰদাদাৰ মুখখন পাইছে। তাক কান্ধত তুলি লৈ বাহিৰৰ ফালে ওলাই আহিল। সোণে যিদৰে অ আ ত ত আদি শব্দ কৰি কিবা কিবি কয়—তেওঁও তেনেদৰে শব্দ কৰিবলৈ ধৰিলে। অপৰিচিত মানুহ দেখিও সোণে কিন্তু অকণো কন্দাকটা নকৰে। মাজে মাজে সি কুট্‌কুট্‌কৈ দাঁত কামুৰিছিল। এন্দুৰৰ দাঁতৰ দৰে তাৰ দুটা সৰু সৰু দাঁত উঠিছে। "মাইনাটো—তোমাৰ এতিয়া অসুখ হ'ব যেন পাইছোঁ,"—সেইবুলি তেওঁ সোণৰ দাঁত দুটাত জোৰে দুটামান টোকৰ মাৰি দিলে, যেন দাঁতত তেনেকৈ আঘাত কৰি তাৰ অসুখ নোহোৱা কৰিব খুজিছে ভূপেন্দ্ৰনাথে। দুখ পাই সোণে ডাঙৰকৈ কান্দি দিলে। তেনেতে কাষৰ ঘৰৰ দীনবন্ধুৱে পাছফালৰপৰা মাতিলে, মাজু ভাই, ঢাকাত বোলে আকৌ ৰায়ত হ'ব!

—এৰা লাগিব পাৰে!

—কোন জিকিব বুলি ভাবে।

—কেনেকৈ কম? হাৰ-জিতৰ কি কথা আছে!

—কি সাংঘাতিক চাওকচোন, গাখীৰ খাই থকা কেঁচুৱা, হালাৰ হালা, কথা নাই, বতৰা নাই, দিব চাকু চলায়।

—তই দেখিছনেকি চাকু চলোৱা ?

—নেদেখিম কিয় ? মালতীৰ বিয়াৰ সময়ত ঢাকা চহৰলৈ গৈছিলোঁ। ঘূৰি ফুৰি চাৰিওফালে চালোঁ চহৰখন। কি যে এলাহি কাণ্ড। ৰমনাৰ ময়দানলৈ গলোঁ, দেখিলোঁ সদৰঘাটত কামান।

সন্ধ্যা লগাত ধনবৌৱে পশ্চিমৰ ঘৰটোত হাৰিকেন লেম এটা জ্বলাই থৈ গ'লহি। হাতভৰি ধুবলৈ পানী থলে। এখন পানীপীৰা, ঘটি এটা আৰু গামোচাও থলে। মাজু ৰৰজনাক আহি হাতভৰি ধুই ঘৰত সোমাব, আৰু তাৰ পিছত বাহিৰলৈ নোলায়। গাঁৱত খবৰটো ওলাই গৈছে। মুড়াপাৰাৰাৰপৰা মাজুকৰ্তা আহিছে। তেওঁ পৃথিৱীৰ সকলো খবৰ জানে। গাঁৱৰ পালৰ ঘৰৰপৰা মাঝিৰ ঘৰলৈকে নাইবা সিফালে চন্দহঁতৰ ঘৰৰপৰা বয়সস্থ মানুহবিলাক হাতত লাঠী লৈ খৰম পিন্ধি ঠাকুৰৰ ঘৰলৈ আহিব, মাতিবহি, ভূপেন আছানে ? মাজুকৰ্তা আছানে ?

ভূপেন্দ্ৰনাথে তেতিয়া হয়তো তক্তাপোচত বহি ঈশ্বৰৰ নাম লৈছিল অথবা, ঈচমৰ সৈতে কথা-বতৰা পাতি আছিল। তেনেতে তেওঁ বাহিৰত এক দুইকৈ খৰমৰ শব্দবোৰ শুনিবলৈ পালে। গাঁৱৰ বয়সীয়া মানুহখিনি এতিয়া আহি গোট খাবহি। আড্ডা দিবহি, পত্ৰিকাৰ খবৰ জানিবলৈ বিচাৰিব। দেশৰ খবৰ, বিদেশৰ খবৰ, গান্ধীজীয়ে এতিয়া কি ভাবিছে, এনে ধৰণৰ খবৰবোৰৰ কাৰণে তেওঁলোক উন্মুখ হৈ থাকে। ভূপেন্দ্ৰনাথ তেতিয়া সেই আড্ডাৰ প্ৰাণকেন্দ্ৰ হৈ পৰে। তেওঁ যেন তেতিয়া ভগৱানতকৈও ডাঙৰ হৈ পৰে। মানুহবিলাকে বিশ্বাস কৰে তেওঁৰ কথা যেন ভগৱানৰ চামিল। ভূপেন্দ্ৰনাথে ক'লে, দেশৰ এতিয়া বৰ দুৰৱস্থা হাৰান।

—কিয় খুৰা ?

—কালি গোটেই বজাৰ ঘূৰি ভাল শাড়ী এখন নাপালোঁ।

—কিয় এনে হৈছে বাবু ?

—কেনেকৈ কওঁ। মৌজাদাৰক ৰায়তে খাজানা আদায় নিদিয়া

হৈছে। ইপিনে তোমাৰ গোটেই দেশত গান্ধীয়ে আইন অমান্য আন্দোলন চলাইছে। ইংৰাজবিলাকেও সহজে এৰি দিয়া নাই। মাত্র লাঠী চলাইছে, গুলী চলাইছে। সিপিনে আকৌ তোমাৰ বিলাতৰ প্রধান মন্ত্রীয়ে লীগৰ পক্ষ লৈছে। গতিকে বুজিবই পাৰিছা লীগৰ সুদিন আহিছে।

মাঝিৰ ঘৰৰ শ্রীশচন্দই ক'লে, ঘোৰ কলিকাল আহিল, মাজুভাই! ভূপেন্দ্রনাথে ক'লে, চাৰিওপিনে এটা ষড়যন্ত্র। আনন্দময়ী কালীবাড়ীৰ কাষতে থকা হাবিৰ মাজত এটা পুৰণি ঘৰ আৰু এটা পুখুৰী আছে। কোনেও তাৰ খবৰ নাৰাখে। এতিয়া তোৰ মৌলবী চাহাবে কয় সেইটো বোলে মচজিদ। মুচলমানবিলাকে বোলে তাত নামাজ কৰিব।

—তেনেহ'লে গণ্ডগোল এটা লাগিব, নহয়নে?

বাবুহঁতে এৰি দিবনে কিবা? ঠাইখিনি অমর্তবাবুৰ। তেওঁৰ মাটিৰ কাষতে আনন্দময়ীৰ কালীবাড়ী। জুই জ্বলিবলৈ আৰু কিমান সময় লাগে। দেশত বাচ-বিচাৰ নোহোৱা হ'ল, পূজা-পাৰ্বণ নোহোৱা হ'ল। মা কালীয়ে সকলোকে নিৰ্বংশ কৰিব।

হঠাৎ শ্রীশচন্দই দেখিলে চোতালত বহি ঈছমে ধপাত খাই আছে। মাজুকৰ্তা আহিলে, সি ৰাতি তৰমুজ খেতি ৰখিবলৈ পলমকৈ যায়। ঈছমক দেখিয়েই হঠাত শ্রীশচন্দই জিভা কামুৰি বৈ গ'ল। কাষৰ চোতালতে যে মানুহটো বহি আছে তাৰ খেয়ালেই নাই। এইবাৰ মাতটো সৰু কৰি দুখেৰে ক'লে, এতিয়া আৰু মাজু ভাই, মুচলমান খৰিদ্দাৰবিলাকে লেনদেন কৰিবলৈ মোৰ দোকানলৈ নাহে। কিমানদিনৰ পুৰণি এই খৰিদ্দাৰবোৰ কিমান বিশ্বাসৰ আছিল, এটাইবোৰে এতিয়া চৰিবদ্দিৰ দোকানৰপৰা মাল খায়। সকলোৱেই অলপ সময় মনে মনে থাকিল। কোনেও একো নামাতিলে। শ্রীশচন্দই তাৰ দুখৰ কথা কৈ মনে মনে থাকিল। ভূপেন্দ্রনাথে হোকাত ধপাত হুপি আছে। জোৰে বতাহ মৰাৰ ফলত চিলিমৰ আঙঠাকেটা বেছিকৈ জ্বলি উঠিছিল! দূৰত সোণালী বালিৰ নদীৰপৰা গয়না নাৱৰ মাঝিৰ চিঞৰ-বাখৰ

শুনা গৈছে। শচীন্দ্রনাথে গোসাঁইঘৰত শীতলা ভোগ দিছে। ঘণ্টাৰ শব্দ, গয়না নাৱৰপৰা চিএঃৰ আৰু ঈছমৰ বেজাৰসনা চকু ছুটাই সকলোকে যেন পীড়ন কৰিছে। সিপিনে ঘৰৰ বৃদ্ধ গৃহস্থজনে শুই শুই যেন কান্দিব লাগিছে। তেওঁৰ পগলা পুতেকটো এতিয়া বা ক'ত ঘূৰি ফুৰিছে, নাইবা ক'ৰ গছৰ তলত শুই আছে, কোনে জানে! বৰ বোৱাৰীয়ে পূবৰ ঘৰৰ খিড়িকী খুলি থিয় হৈ আছে। খিড়িকীৰ অলপ দূৰতে কৰদৈ গছ। গছজোপাৰ পাছতে বেতগছৰ কেটামান জোপোহা আৰু এজোপা ডিমৰু গছ আৰু সেয়া পাৰ হলেই মুকলি পথাৰ। প্ৰকাণ্ড জোনটো কৰদৈ গছজোপাৰ মূৰৰ ওপৰেদি উঠি আহিছে। এতিয়া চাৰিওপিনে ধপ্‌ধপীয়া জোনাক। গছবোৰ স্পষ্ট হৈ পৰিছে। পথাৰৰ মুকলি ধাননিৰ ওপৰত কুঁৱলীৰ পাতল আবৰণ। তেওঁ বাটলৈ চাই আছে—যদি ছাঁৰ দৰে কোনোবা মানুহ অহা দেখা পায়, নাইবা অদূৰৰ বিলৰ বুকুত ছাঁৰ দৰে—কোনোবাই নাও বাই থকা দেখা পায় বা নাৱৰ কিবা শব্দ শুনে, তেওঁ চমকি উঠে—সেয়া হয়তো আহিল! সাধু সন্ন্যাসীৰ দৰে উদাসীনভাৱে সেয়া যেন তেওঁ ঘূৰি আহিল! সেই পগলা মানুহজনৰ কাৰণে প্ৰতীক্ষা কৰি খিড়িকীৰ কাষত বৰবৌ কিমান সময় যে থিয় হৈ আছে! কিমানবাৰ যে তেওঁ কান্দি উঠিছে!

কিছু দূৰ আহিয়েই মণীন্দ্ৰনাথৰ ঘৰলৈ ঘূৰা স্পৃহা আৰু নোহোৱা হ'ল। তেওঁ বাৰে বাৰে বিলখনৰ এটুকুৰা বিশেষ ঠাইৰ চাৰিওপিনে নাওখন লৈ ঘূৰিবলৈ ধৰিলে আৰু মাজে মাজে লগীডাল মূৰৰ ওপৰত লাঠী ঘূৰোৱাদি ঘূৰাবলৈ ধৰিলে। এই যে মূৰৰ ওপৰত আকাশ আৰু নক্ষত্ৰপুঞ্জ আছে আৰু বিলৰ পানীত কোঢ়া চৰাইয়ে মাতি আছে এইবোৰৰ মাজত তেওঁ যেন এক অদৃশ্য সংগ্ৰামৰ আহ্বান শুনিছে। নাৱৰ ওপৰত বাৰে বাৰে জাপ দিছে। দুহাতেৰে কিবা এটা যেন হেঁচা মাৰি ধৰিছে, তাৰ পিছত ডিঙি টিপি তাক হত্যা কৰিছে।

যিমানেই তেওঁ লগীডাল ঘূৰাবলৈ ধৰিছে সিমানেই এটা সোঁ সোঁ শব্দ হৈছে। দূৰত মৰাপাট কাটি থকা মানুহবিলাকে সেই দৃশ্য দেখা পাইছিল, বিলৰ পানীত নাও ভাঁহি আছে আৰু পগলা ঠাকুৰে মূৰৰ ওপৰত লগী ঘূৰাইছে। কি মানুহ কি হৈ গ'ল, সিহঁতে ভাবিলে।

মণীন্দ্ৰনাথ নাও বাই বহুত দূৰলৈ গুচি আহিছিল, গতিকে ঘৰলৈ ঘূৰিবলৈ ভালেখিনি পৰ লাগিব। হঠাত তেওঁৰ বৰবৌলৈ আকৌ মনত পৰিল। যৈণীয়েকৰ ডাঙৰ ডাঙৰ আৰু গভীৰ চকু দুটাই যেন তেওঁক আকৌ কষ্ট দিবলৈ ধৰিলে। তেওঁ ধাননিৰ মাজে মাজে আকৌ ঘৰৰ পিনে নাও বাবলৈ লৈ হঠাত দেখা পালে—সোণালী বালিৰ নদীৰ বুকুত এখন ডাঙৰ পানচৈ নাও। হঠাত কিয় জানো তেওঁৰ মনত ধাৰণা হ'ল সেই নাৱতে পলীন আহিছে। পলীনক তুলি লৈ নাওখন কোনোবা অদৃশ্য-লোকলৈ যাব খুজিছে। তেওঁ নাৱৰ তলিৰপৰা বঠা এপাট লৰালৰিকৈ উলিয়াই আনি পানীত ডাঙৰ ডাঙৰ ঢৌ তুলি বঠাৰ চাব মৰাৰ লগে লগেই নাওখন একেকোবে গৈ হুৰুমকৈ নদীৰ বুকুত পৰিলগৈ। সোঁতৰ মুখেদি নাওখন ভাঁহিবলৈ ধৰিলে। এতিয়া জোৰকৈ বঠা মাৰিব লগা হোৱা নাই, পানচৈ নাওখনৰ পাছে পাছে মাত্ৰ নিজৰ নাৱৰ গুৰি ধৰি বহি আছে।

পানচৈ নাৱৰ মানুহকেটাই দেখিলে সিহঁতৰ নাৱৰ পাছে পাছে গুটীয়া নাও এখন আহি আছে। গুৰিত বহি উদং গাৰে গৌৰবৰ্ণ দীৰ্ঘ এজন সুপুৰুষ। ৰ'দত পুৰি যেন তেওঁৰ গাৰ ৰংটো তাম বৰণীয়া হৈ পৰিছে। নাৱৰ গুৰিত মানুহজনে যেন চকু দুটা মুদি বহি আছে। এই বাৰিষাৰ নদী আৰু তাৰ সোঁতে তেওঁক য'লৈ নিব খোজে লৈ যাব। মানুহকেটাই সেই দৃশ্য দেখি হাঁহিলে।……

পানচৈৰ ভিতৰত জমিদাৰৰ পুত্ৰ আৰু বাইজী বিলাসী এটা কোঠাত এখন শয্যাত। গানৰ শেষত কিছু হাঁহি কৌতুক আৰু সৰোদৰ টুং টাং শব্দ। বিলাসীয়ে জমিদাৰ পুত্ৰক এহাতত লৈ ভৰি দুখন মেলি দি "হায় চজনিয়া," এনে এটা ভঙ্গিৰে শুই আছে। দুয়োৰে চকু টানি

টানি আনিছে, নিচাত ইজনে সিজনৰ চকুলৈ চাব নোৱৰা হৈ পৰিছে। মণীন্দ্ৰনাথে এই দীৰ্ঘ পথ সিহঁতক কেৱল অনুসৰণ কৰিলে। সৰোদৰ গভীৰ শব্দৰ মাজে মাজে তেওঁ যেন মাত্ৰ এজনী ছোৱালীৰ মুখ দেখিবলৈ পালে। সেই মুখ পলীনৰ। পলীনৰ মুখ, সৰ্বশৰীৰ, তেওঁৰ সৈতে পলীনৰ প্ৰেমৰ সকলো ঘটনা এই ধাননিৰ মাজে মাজে, সোণালী বালিৰ নদীৰ পানীত, নদীৰ চৰত, সকলোতে যেন দেখিবলৈ পালে। কিন্তু এবাৰ আকৌ এই সকলো যেন শূন্যত মিলি গ'ল। কিয় যে ইমান সুদীৰ্ঘ পথ পানচৈ নাওখনৰ পাছে পাছে তেওঁ আহি আছে, এতিয়া আকৌ কোনপিনে গলে ঘৰ উলিয়াব পাৰিব তেওঁ সকলো পাহৰি গ'ল। তেওঁ এইবাৰ নদীৰ ঘাই সুঁতিৰপৰা চৰৰ পিনে নাৱৰ মুৰ ঘূৰাই দিলে। অলপ পিছতে নাওখন গৈ কুশ বনৰ মাজত সোমাই পৰিল আৰু বাট হেৰুৱাবলৈ ধৰিলে। সূৰ্য পশ্চিম আকাশত হেলনীয়া হৈ পৰিছে। অলপ পিছতে সূৰ্যাস্ত হ'ব। আকাশত উৰি উৰি মাতি ফুৰা কিছুমান চৰাইৰ আৰ্তনাদ যেন আকাশৰ প্ৰান্তত শুনা গৈছে—বহুত দূৰত, হাটৰ-পৰা ঘূৰা, মানুহৰ মাত শুনা গৈছে। মণীন্দ্ৰনাথে এইবাৰ নাৱৰ তক্তাতে শুই পৰিল। তেওঁ মনৰ কোনোবাখিনিত যেন কিবা এটা কষ্ট অনুভৱ কৰিলে। তেওঁৰ ভীষণ পিয়াহ আৰু ভোক লাগিল। কিন্তু কি কৰিলে যে এই কষ্টৰপৰা পৰিত্ৰাণ পাব, তেওঁ বুজি পোৱা নাই। গতিকে মৌনভাৱে শুই শুই গগনভেৰী চৰাইৰ আৰ্তনাদ ক'ৰপৰা, আকাশৰ কোন প্ৰান্তৰপৰা ভাঁহি আহিছে বিচাৰি চাবলৈ ধৰিলে। দেখাত আকাশ একেবাৰে নিঃসঙ্গ। ক'তো এটি চৰাই, এটি ফৰিং পৰ্যন্ত উৰা নাই। তেওঁ ক্লান্ত কণ্ঠে যেন ক'ব খুজিলে, পলীন, মই তোমাৰ কাষলৈ যাম।

দূৰৰ কোনোবা এখন গাঁৱৰপৰা কাহঁৰ ঘণ্টাৰ শব্দ ভাঁহি আহিছে। কোনোবা এখন মুচলমান গাঁৱৰপৰা আজানৰ শব্দ আহিছে। আকাশত কিছুমান নক্ষত্ৰ ফুলৰদৰে জিলিকি উঠিছে। লাহে লাহে আকাশখন আৰু নিঃসঙ্গ যেন নলগা হৈছে। এই তৰাবোৰ কিমান

দূৰত আছে! ইচ্ছা কৰিলে তৰাবোৰ ছুব নোৱাৰিনে বাৰু! এই নক্ষত্ৰৰ দেশত নাইবা নীহাৰিকাপুঞ্জত নাৱত পাল তুলি শুই থাকিবলৈ কেনে লাগিব! তেওঁ আৰু কিমান ধৰণৰ বিচিত্ৰ চিন্তা কৰি কৰি শেষত সকলো যেন আঁত হেৰুৱাই পেলালে আৰু হঠাত কিবা এটা যেন উত্তেজনা অনুভৱ কৰিবলৈ ধৰিলে।

ধাননিৰ আঁৰে আঁৰে জোনাকী পৰুৱাবোৰ জিলিকিছে। জোনাকৰ পৃথিৱীখন শান্ত আৰু স্থিৰ। তুই এছাটি বতাহ মাৰি আছে। সেই মিঠা বতাহত সমস্ত দিনৰ ক্লান্তি যেন দূৰ হৈ গ'ল। আকৌ পলীনৰ মুখখন মনত পৰিল। মণীন্দ্ৰনাথ কাতি হৈ শুই আছিল। আৰু মুখেৰে বিৰ্ বিৰকৈ কিবা বকি আছিল। কিন্তু "মই পলীনক ভাল পাওঁ"—এই কথা পৰিবাৰৰ সকলোৰে ওচৰত চিৎকাৰ কৰি ক'ব পাৰিলেহে যেন তেওঁ সন্তুষ্ট হ'ব। অথচ অঘটন নঘটাকৈ নাথাকিল। মণীন্দ্ৰনাথে যেন পিতৃ সত্য পালন কৰিবলৈ বনবাসলৈ গমন কৰিলে। পিতৃ আজ্ঞা শিৰোধাৰ্য্য কৰিবলৈ গৈ দ্বিধা আৰু দ্বন্দ্বেৰে অৱশেষত তেওঁৰ মুখত অশ্লীল মাত ওলাল, মাৎ চোৰেৎ চালা!

পথাৰত, বিলত নাইবা নদীত—ক'তো যেতিয়া আৰু অন্য নাৱৰ শব্দ নুশুনা হ'ল, তেতিয়া মণীন্দ্ৰনাথে এবাৰ থিয় হৈ ক'লে, পলীন, মই পগলা হোৱা নাই। মোক সকলোৱে অযথা পগলা বোলে। মই তোমাৰ ওচৰলৈ গলেই ভাল হৈ যাম। মণীন্দ্ৰনাথৰ কথাবোৰ পথাৰৰ মাজে মাজে পানী হাবি বন সকলোতে যেন প্ৰতিধ্বনিত হ'বলৈ ধৰিলে—মই পগলা হোৱা নাই। সকলোৱে অযথা মোক পগলা বুলি কয়।

ৰাতি বেছি হৈ গৈছে। লাল্টু আৰু পল্টু দক্ষিণৰ ঘৰত পঢ়া-শুনা কৰি আছে। ঈছম আজি কিজানি তৰমুজ খেতিলৈ নাযাব, গলেও ৰাতি বেলিকৈ যাব। সি দক্ষিণৰ ঘৰত কঠ এটা পাৰি শুই আছে। ধনবৌৱে তাক তেনেকৈ শুই থকা দেখি এবাৰ হাঁহিলে। শশীবালা দুৱাৰমুখতে বহি আছে, কোলাত সোণ শুই আছে আৰু তেওঁ তাল

পাতৰ বিচনিৰে বিচি আছে। বেছ গৰম পৰিছে। পশ্চিমৰ ঘৰত ইমানপৰে যিবিলাকে বহি মুখেৰে ৰজা ভঙা-পতা কৰি আছিল, ৰাতি গহীন হোৱাৰ লগে লগে সিহঁতো এজন এজনকৈ সকলো গ'ল। মাত্র দীনবন্ধু এতিয়াও যোৱা নাই। সি মাজুকৰ্তাৰ ভৰিৰ কাষতে বহি হোকা টানিছিল। জমিদাৰীৰ মাটি-বাৰীৰ নানান কথা শুনি শুনি মাজুকৰ্তাৰ মন জয় কৰাৰ চেষ্টাত আছিল। ইমানদিনে দীন বন্ধুৱে আধি হিচাপত যিটুকুৰা মাটি ভোগ কৰি আছে মাজুকৰ্তাক কৈ মেলি এতিয়া পাৰিলে মাটি টুকুৰাৰ ভোগ দখল লোৱাৰ চেষ্টাত আছে।

ভাত হোৱাত শশীবালাই সকলোকে খাবলৈ মাতিলে। বৰ বৌৱে কঠাল কাঠৰ পীৰা পাৰিলে। লাল্টু আৰু পল্টুৰ কাৰণে এখন এখন সৰু পীৰা। সকলোৰে কাষত পানী দিলে। প্রকাণ্ড ডুচলীয়া পাকঘৰ। বিজুলী বাহঁৰ বেৰ, চিমেণ্টৰ পকা মজিয়া। শশীবালাই এতিয়া দুৱাৰ ডলিৰ কাষত আঁউজি ল'ৰাহঁতে ভাত খোৱা চাই থাকিব। বৰবৌৱে খোৱা পৰিবেশন কৰিব। ধনবৌৱে আখলত ওৰণি টানি বহি থাকিব, মাজে মাজে ফুচ ফুচকৈ বৰবৌৰ কাণে কাণে দুই এটা কথা কব, আৰু ইটো সিটো বস্তু আগুৱাই দিব।

খাবলৈ বহিয়েই ভূপেন্দ্রনাথৰ মনটো গধুৰ হৈ পৰিল। বৰদাদাৰ পীৰাখন দিয়া হোৱা নাই। এপিনে খালী হৈ আছে। সেইপিনে চাই চাই ভূপেন্দ্রনাথে ক'লে, বৰদাদা কেতিয়া ওলাই গৈছে!

শচীন্দ্রনাথে পঞ্চদেৱতাৰ কাৰণে মাটিত অন্ন আগবঢ়ালে, পানী এচলু মুখত ল'লে। তাৰ পিছত মুৰ দাঙি চালে। বৰ দাদাৰ আসন সম্পর্কে আজিকালি তেওঁৰ বৰ খেয়াল নাথাকে, পানী চলু গিলি ভূপেন্দ্রনাথে ক'লে, পৰহি পুৱাই বৰবৌৱে উঠি দেখে দুৱাৰ খোলা। মাটিলৈ গৈ দেখে গুটীয়া নাওখন নাই। হাচিমৰ বাপেকে ক'লে, দুপৰীয়া বোলে তেওঁক বিলৰ পিনে নাও বাই গৈ থকা দেখিছে।

—কাইলৈ এবাৰ যাওঁ ব'ল, অলিমদ্দিক লগত লৈ।

—ষাব পাৰোঁ। কিন্তু পাম যে সন্দেহ। ক'ত থাকে, ক'লৈ যায়, কোনেও নাজানে।

বৰবোৱে একো কথা কোৱা নাছিল। বহি বহি সকলো শুনিছিল মাত্র। আৰু অলপ পিছতে চকুপানী ওলোৱাৰ লগে লগে ওৰণিখন দীঘলকৈ টানি দিলে। যেন কোনো অভিযোগ নাই, চকুৱে মুখে এনে এটা ভাব। আজিকালি কেতিয়াও তেওঁৰ সুপুৰুষ স্বামীয়ে আদৰ কৰি তেওঁক এষাৰ মাত নিদিয়ে। তেওঁৰ সৈতে প্রেম জড়িত সুখৰ কোনো ঘটনা আজিকালি ঘটা নাই। মাত্র মাজে মাজে কাচিত কেতিয়াবা বুকুৰ কাষলৈ টানি নি এটা দস্যুৰ এক আদিম উত্তেজনাৰে বন্য জীৱৰ দৰে সাবটি ধৰে। চকু মুখ বিবর্ণ—ঘোলা—যেন মানুহ বুলি চিনিবই নোৱাৰি। বৰবোৱে নিজৰ দেহাটো সম্পূর্ণ এৰি দিয়ে, যি ইচ্ছা মানুহটোৱে কৰক, পগলা মানুহটোক এটা শিশুৰ দৰে, অথবা নিজ সন্তানৰ দৰে ভাবি—নাইবা নিজৰ দেহাৰ মাজতো যে এজনী আদিম মানুহ সোমাই আছে সেই কথাও ভাবি তেওঁ নিজকে স্বামীৰ ওচৰত এৰি দিয়ে। কিন্তু এইদৰে বন্য জীৱৰ দৰে আদিম সম্পর্কৰ ঘটনাও আঙ লি মূৰত গণিব পাৰি—কেইদিন কেইবাৰ জোনাক আছিল নে আন্ধাৰ ৰাতি আছিল, সকলো কৈ দিব পাৰে।

দুদিনৰ ওপৰ হ'ল—মানুহজন ঘূৰি অহা নাই। বৰবোৱে এতিয়া পগলা ঠাকুৰ মানুহজনকহে তেওঁৰ মানুহ বুলি জানে, মণীন্দ্রনাথ নামৰ ব্যক্তিজন তেওঁৰ আজিকালি সম্পূর্ণ অপৰিচিত। বিয়াৰ হোমৰ কাষত তেওঁ যেন এই পগলা মানুহজনকহে লগ পাইছিল। এই অশান্ত পুৰুষ, তেওঁৰ জীৱনৰপৰা যেন সোণৰ হৰিণ হেৰাই গৈছে। কেতিয়াবা অপলক-নেত্রে তেওঁৰ পিনে চাই থাকে, যেন অভিশাপ দিয়াৰ বাসনা। এনে লাগে যেন তেওঁ এই সুন্দৰী লাৱণ্যময়ী মানুহজনীক গিলি খাই পেলাব। বিয়াৰ পিছত প্রথম লগ পোৱাৰ কথা তেওঁৰ মনত পৰে। ইমানবোৰ মানুহ, চাৰিওপিনে ইমান পোহৰ আৰু সমাৰোহ, তথাপি সেইদিনা বৰবোৰ ভয় লাগিছিল। ৰাতি বায়েকক মাতি তেওঁ কৈছিল, বাইদেউ

মোৰ বৰ ভয় লাগে। মানুহজনে যেন মোক একেবাৰে গিলি খাব। তহঁতে কি চাই এওঁলৈ মোক বিয়া দিলি! এনেকুৱা গাঁৱত মই থাকিম কেনেকৈ? পিছত বৰবোৱে বুজিছিল, মানুহজন নিৰীহ, কিন্তু মুখৰ দোষ আছে। কিন্তু সেই কথা জনাৰ আগেয়ে বৰবোৱে এই সুপুৰুষ মানুহজনকে প্ৰাণতকৈ অধিক ভাল পাবলৈ ধৰিছিল। গতিকে এতিয়া দুখেই তেওঁৰ জীৱনৰ অনুগামী বুলি তেওঁ ভাবিবলৈ লৈছে আৰু দৰাচলতে নিজৰ কাৰণে তেওঁ ভাবিবলৈ এৰিয়েই দিছে। মানুহ-জনৰ কাৰণে তেওঁৰ মাত্ৰ ৰাতি টোপনি নাহে, মাত্ৰ জাগি বহি থাকে, মানুহজন কেতিয়া ঘূৰিব তাকে ভাবি।

ৰাতি গভীৰ হৈ পৰিছিল। বৰবোৱে ঘাটত কাঁহী-বাটি ধুই আছিল। সোণে কন্দাৰ কাৰণে ধনবোক পঠাই দিছিল। তেওঁ এতিয়া ঘাটত অকলে। শশীবালাই খাই বৈ উঠি এইমাত্ৰ বৰঘৰত সোমাইছে। নিৰ্জন ৰাতি। আনকি বুঢ়া শহুৰেকৰ কাহৰ শব্দও এতিয়া আৰু শুনা নাই। সকলো টোপনি গৈছে। অলিমদ্দিয়ে নাওখন আজি ঘাটত থোৱাগৈ নাই। কাষৰ পানীতে লগীডাল পুতি নাওখন বান্ধি থৈ শুই পৰিছে। বৰবোৰ কাঁহী-বাটি ধোৱা শেষ হৈছে, তথাপিও ঘাটৰপৰা যেন তেওঁৰ উঠি যাবলৈ মন যোৱা নাই। ঘাটৰ এদাঁতিত লেমৰ পোহৰত বৰবোৰ মুখখন বিষণ্ণ দেখা গ'ল। জোনাক ৰাতি কাৰণে দূৰৈত বিলৰ ওপৰেদি মাজে মাজে গৈ থকা দুই এখন নাও স্পষ্ট দেখা যায়। আজি কুৱঁলীৰ আভাসো নাই। সেই নিৰুদ্দেশ মানুহজনৰ কাৰণে এই ঘাটৰ পাৰতে যেন বৰবো বহি থাকিব। তেওঁ হয়তো আহি আছে, এই মাত্ৰই আহি পাবহি। বৰবোৰ মনৰ চকুত ভাঁহি উঠিল, যেন মানুহ-জনে পাগলামি কৰি ঘৰৰ ভিতৰলৈ দৌৰ দিছে।

ৰাতি বহুত হ'ল। অকলে অকলে আৰু ঘাটত বহি থাকিবলৈ বৰবোৰ সাহস নোহোৱা হ'ল। ওচৰৰ হাবি বনত কিছুমান চৰাই চিৰ্কতি আৰু কীট পতঙ্গই ৰাতিৰ প্ৰতি প্ৰহৰৰ সংকেত দিছে। আকাশীলতাৰ জোপোহাৰ মাজত টুক্ টুক্ শব্দ। ভেদাইলতা জোপাৰ-

পৰা জিলিয়ে মাতিছে। নিশা যেতিয়া গভীৰ হয়, তেতিয়া হেজাৰ লক্ষ নিশাচৰ প্ৰাণীৰ মাত শুনা যায়। সমস্ত ভুবনময় সেই প্ৰাণীবোৰৰ প্ৰাণৰ সহঁাৰি শুনা যায়। নিশা জাগি জাগি বৰবৌৱে ঘৰৰ পৰাই অনুমান কৰিব পাৰে, মানুহজনে নিশাচৰ জীৱৰ দৰে কেনেকৈ হাবিয়ে বনে ঘূৰি ফুৰিছে।

পাকঘৰত বাচনখিনি থৈ তেওঁৰ পূবৰ ঘৰটোৰ পিনে যাবলৈ ওলাওঁতেই হঠাত বৰবৌৱে যেন ঘাটত লগীৰ শব্দ শুনিলে। তেওঁৰ বুকুখন কঁপি উঠিল। লৰালৰিকৈ ঘাটৰ পিনে দৌৰি গ'ল। সঁচাই নাৱৰপৰা মানুহজন নামি আহিছে। তেওঁ নাওখন প্ৰায় মাটিলৈ টানি তুলি আনিলে। কোনও দৃকপাত কৰা নাই, সুদীৰ্ঘ দেহ, উচ্চ শিৰ, কি ৰহস্যময় দুই চকু। ধুনীয়া জোনাকৰ মাজে মাজে যেন আকাশৰ দেবদূত নামি আহিছে। বৰবৌৱে দেখিলে মানুহটোৰ গাত কোনো কাপোৰ নাই। একেবাৰে উলঙ্গপ্ৰায়। বৰবৌ তাত ৰৈ থকা দেখি শিশুৰ দৰে হঁাহিছে। নাৱত কচু কোমোৰা, কল। গাঁৱৰ মানুহৰ ঘৰত যাৰ গছত প্ৰথম যি লাগিছে তাকে তেওঁক দিছে। বৰবৌৱে প্ৰথমে একো কথা ক'ব নোৱাৰিলে, যেন এক সন্ন্যাসী দীৰ্ঘ দিন তীৰ্থ ভ্ৰমণৰ পিছত নিজৰ ঠাইলৈ ঘূৰি আহিছে। আনদিনা হ'লে বৰবৌৱে লৰালৰিকৈ মানুহটোক ঘৰৰ ভিতৰলৈ লৈ গৈ কাপোৰ পিন্ধাই দিলেহেঁতেন। আজি তেওঁৰ সেইবোৰ কৰাৰ ইচ্ছা নহ'ল, যেন নিশাৰ এই শুভ্ৰ জোনাকত এটা শিশুৰ নিচিনা মনৰ আৰু যুৱকৰ দৰে দেহৰ অধিকাৰী এই মানুহজনক লৈ বাহিৰতে খেলি থাকিব, ঘূৰি ফুৰিব।

আবেলি। বাৰিষাৰ পথাৰ পানীৰে উপচি পৰিছে। জোটনে গৰুবাটেদি পানী ভাঙি ভাঙি গৈ আছে। তাই সাঁতুৰি বিল পাৰ হৈ সিখন গাঁৱলৈ যাব। পানীৰ মাজে মাজে হাবি বন ফালি ফালি, খোজ কাঢ়ি নাইবা

মাজে মাজে দ ঠাইত সাঁতুৰি যাবলৈ ধৰিছে। সেইদৰে গৈ গৈ এবাৰ ঠাকুৰৰ ঘৰৰ তামোল বাৰীত উঠিলগৈ। কিন্তু তামোল গছৰ তলত এটাও সৰা তামোল নাই। ঘাটত এখন তিনিজনীয়া ডাঙৰ নাও বন্ধা আছে। ছৈৰ তলত নাৱৰীয়াই নাকৰ ঘৰঘৰণি তুলি শুই আছে। ইমানপৰে পানীত তাই সাঁতুৰি সাঁতুৰি আহি আছিল। তাই গাৰ তিতা শাড়ীখনলৈ চালে। জবাফুলৰ গছজোপাৰ আঁৰত সন্তৰ্পণে গাৰপৰা শাড়ীখন খুলি চেপি ল'লে আৰু আকৌ মেৰিয়াই পিন্ধি থাকোঁতেই অনুমান কৰিলে, ক'ৰবাত যেন কোনোবাই চিৰা খুন্দিছে আৰু তাল পিঠা ভাজিছে। তাই নাকেৰে উশাহ টানি শুঙিবলৈ ধৰিলে। তাই ভাবিলে, ভাদমাহত ঠাকুৰহঁতৰ ঘৰত এতিয়া আহু ধান। আহু ধানৰ চিৰা। তাই গৈ চিৰা খুন্দি দিলে কিজানি তাইৰ কপালখন ফুলেই!

তাই ঘৰৰপিনে সোমাই গ'ল। দেখিলে, মাজুকৰ্তাই পশ্চিমৰ ঘৰটোত তক্তাপোচ এখনত বহি মোটা পুথি এখন পঢ়ি আছে। জোটনে মাজুকৰ্তাক দেখিয়েই আগুৱাই গৈ দুৱাৰমুখত থিয় হ'লগৈ। কোন থিয় হৈছেহি বুলি ভাবি মূৰটো তুলি দুৱাৰমুখৰ পিনে চাওঁতেই ভূপেন্দ্ৰনাথে দেখিলে, আবেদালিৰ বায়েক জোটন। জোটনৰ শৰীৰটো অলপ অলপ ৰুগীয়া দেখা গৈছে। তাইৰ মূৰত চুলি নাই বুলিলেই হয়, শন খেৰৰ দৰে কেডালমান মাত্ৰ মূৰত শুকান চুলি। মুখত কোনো কমনীয়তা নাই। শৰীৰৰ গঠনটো যেন একেবাৰে ভাঙি গৈছে। গালত শালমন ভৰা। মুখখন দেখাত অতি কুৎচিত হৈছিল! ভূপেন্দ্ৰনাথে ক'লে, কি অ' জুটি, তই!

—হয় কৰ্তা ময়েই। আকৌ ঘূৰি আহিলোঁ।

—তাৰ মানে তোক আকৌ তালাক দিলে?

—হয়, কিন্তু বংশৰ ল'ৰা পোৱালি এটাও নাপালোঁ। ছোৱালী এজনীও নহ'ল।

—নহ'ল ভালেই হৈছে। হোৱা হলে ক'ৰপৰা খুৱালিহেঁতেন।

জোটনে সেই কথাটো নিজেও ভালকৈ বুজি পায় কাৰণ সেই বিষয়ে

আৰু অন্য কথা নক'লে। মাজুকৰ্তাই আকৌ পুথিত মনোযোগ দিলে। জোটনে মাজুকৰ্তাৰ চচমাৰ মাজেৰে সহৃদয় মুখ এখন যেন দেখা পালে। তাই যেন ক'ব খুজিলে, মাজুকৰ্তা, মোক বুঢ়া-ঠেৰা যি হয় মানুহ এটা বিচাৰি দিয়ক। কিন্তু তাই কব নোৱাৰিলে। তাই ক'ব পৰা হলে ক'লেহেঁতেন, সেই পীৰ চাহাব আহিছিল, সেইদিনা কষ্ট কৰি গোটোৱা সকলো সঞ্চয়, শুকান মাছৰ পিটিকাৰে মোটা চাউলৰ গোটেইখিনি ভাত, অকলেই খাই সেই যে গ'ল, তাৰ পিছত আৰু নাহিল। জোটনে এই দুৱাৰৰ কাষতে থিয় হৈ এতিয়াও মনত পেলাব পাৰে—ফকীৰ চাহাবে হোকাত ধপাত হুপিছে। টালি-টোপোলা সকলো যত্নকৈ বন্ধা আছে, যেন ধপাত চিলিম খোৱা হলেই তেওঁ বহাৰপৰা উঠিব। জোটনৰ এতিয়াও মনত পৰিছে, সেইদিনা তাই আৰু ধৈৰ্য ধৰি থাকিব পৰা নাছিল, তাই কৈছিল, ফকীৰ চাহাব, মোক লৈ নাযায় জানো ? ফকীৰ চাহাবে কান্ধৰ জোলোঙা লৈ ক'লে, আজি নহয়, অন্য এদিন আহিম। এতিয়া কোৰবান চেখৰ চিনিলৈ যাম। কেতিয়া ঘূৰিম ঠিক নাই। সেইবুলি কৈ সেইযে গ'ল, আৰু মানুহটো ঘূৰি নাহিল। আৰু আহিবনে নাহে ঠিকো নাই। তাইৰ কাৰণে মানুহ এটা ঠিক কৰি দিবলৈ তাই বহুতৰে দুৱাৰে দুৱাৰে ফুৰি ফুৰিছে।

মোৰ কাৰণে বুঢ়া-ঠেৰা এটা যি হয় ঠিক কৰি দিয়ক—কথাষাৰ ক'বলৈ তাইৰ সাহস নহ'ল। তিনিবাৰ তালাকে তাইৰ শৰীৰটোক যেন দুৰ্গন্ধময় কৰি পেলাইছে। মাজুকৰ্তাই ক'লে, কিবা কবিনেকি ?

—কিনো কম কৰ্তা, মোৰনো এতিয়া চলে কিদৰে !

—তোৰ আকৌ পাগলামি আৰম্ভ হৈছেনেকি ? এইবোৰ ঠিক নহয় বুজিছ। মাজুকৰ্তাই বুজিব পাৰিছিল তাই মানুহ এটা ঠিক কৰি দিয়াৰ কথাকে ক'বলৈ আহিছে। জোটনে মাজুকৰ্তাৰ মুখৰ কথাষাৰ শুনি আৰু তাত নৰ'ল। আতলাচজোপাৰ কাষেদি তাই ঘৰৰ ভিতৰ চোতালৰ পিনে সোমাই গ'ল।

ধনমামী আৰু বৰমামী থিয় হৈ আছে। হাৰান পালৰ ঘৈণীয়েকে

চিৰা খুন্দি দিছে। মালতীও লগত আছে। জোটনে ক'লে, দিয়ক, মই খুন্দি দিওঁ।

জোটনে অতি কম সময়তে চিৰা খুন্দি খোলাত উলিয়াই দেখুৱালে। তাই যে অতি ভালকৈ চিৰা খুন্দিব পাৰে, তাই খুন্দি উলিওৱা চিৰাখিনি যে ডাঙৰ ডাঙৰ হয়, খোলাত মেলি দি তাই যেন সকলোকে দেখুৱাব খুজিলে। জোটনে তাই খুন্দা চিৰাখিনি বেলেগ খৰাহি এটাত থলে। শশীবালাই সেইখিনি চিৰা দেখিলে ভাল পাব! যাবৰ সময়ত এখোলা চিৰা তাইৰ আঁচলত ঢালি দিব!

ধনবৌৱে ক'লে, তোৰ বোলে আকৌ বিয়াত বহাৰ মন হৈছে?

—এ আল্লা! সেইটো এতিয়াহে জানিলে! কিন্তু পাইছোঁনো ক'ত?

—তোৰ এতিয়াও শক্তি আছে জুটি!

—কি যে কয় আৰু আপোনালোকে। এই লাজ লগা কথাবোৰ আৰু নক'ব বুজিছেনে। এইটো হৈছে দেহাটোৰ কথা। আপোনাৰো দেহা আছে—মোৰো আছে। আপোনালোকে সুখ পাই আছে, গতিকে কথা নক'লেও হয়, লাজ কৰি থাকিব পাৰে, কৰ্তা আছে যায়। মোৰ কাৰণে মতা এটা নাই, সেই কাৰণে কথাকে কওঁ। এইবোৰকে কৈ কৈ জোটনে চিৰা খুন্দি থাকিল। তাইৰ মুখত এক ধৰণৰ শব্দ এটা হ'ল। শব্দটো কোঢ়া চৰাইৰ মাতৰদৰে। ভাদ মাহৰ গৰম পৰিছে। ঘৰে ঘৰে তাল পিঠা ভাজিছে, গোন্ধ বিয়পি পৰিছে গোটেই গাঁৱতে। পথাৰে পথাৰে। হাৰানৰ ঘৈণীয়েকে খোলাত ধান ভাজিছে, শুকান কাঠখৰি গুজি দিছে শশীবালাই। সকলো কিবা নহয়, কিবা এটা কামত ব্যস্ত। জোটনে পানী অলপ বিচাৰিলে। ধনবৌৱে কুঁৱাৰপৰা পানী আনিবলৈ গ'ল। ঠিক এনে সময়তে কাষৰ জামু গছজোপাত কেতেকী চৰাই এটাই মাত দিলে।

ঢেকীৰ দুই পিনে বস্তা দুটা পাৰিবলৈ লৈ জোটনে ওপৰলৈ মুৰ তুলি দেখিলে, গছত চৰাইটোৱে মাতিছে। তাই ক'লে, ধনমামী সৌজনী কেতেকী চৰাই। আলহী আহিব।

পাকঘৰত পৱন কৰ্তাৰ ঘৈণীয়েক আৰু তেওঁৰ ল'ৰা-ছোৱালী কেটা। ঠাকুৰহঁতৰ ঘৰলৈ ফুৰিবলৈ আহিছে। শশীবালাই এই বাৰিষাৰ দিনকেটা মিতিৰ-কুটুমবিলাকৰ কাৰণে বাট চায়েই থাকে। গোটেই বাৰিষাকাল আত্মীয় কুটুমৰে ভৰি থাকেহি। এই কেটা দিন ধনবৌৱে উশাহ লবলৈকে সময় নাপায়। বৰবৌৱে গোটেই দিনটো পাকঘৰত সোমাই থাকিব লাগে। জোটনৰ কথাত বৰবৌৱে মুখ মেলিব খুজিছিল, "আৰু আলহী নালাগে।" কিন্তু ভিতৰত বহি থকা পৱন কৰ্তাৰ ঘৈণীয়েকৰ কথা মনত পৰি ৰৈ গ'ল। বৰবৌৱে ক'ব খুজিও নক'লে যে চৰাইটো খেদি দে জুটি। গোটেই বাৰিষাটো কেৱল আলহী আৰু আলহী। দিন নাই ৰাতি নাই আহিছে আৰু গৈছে। অথচ বুঢ়ী ঠাকুৰাণী শশীবালাৰ আকৌ মিতিৰ-কুটুমলৈ বৰ চখ্। মিতিৰ-কুটুম, অঙহী-বঙহীয়ে কোনে কি বস্তু খাই ভাল পায় শশীবালাৰ সকলো মুখস্থ।

এই সময়তে মেঘনা আৰু পদ্মাত ইলিচ মাছৰ উজান উঠে। জোটনে জানে, এই সময়ত ঠাকুৰণীয়ে আলহীৰ খোৱা-বোৱাৰ ভাল বেয়া চিন্তাত ব্যস্ত থাকিব। মানুহবিলাক ঘৰৰ ইটো মূৰৰপৰা সিটো মূৰলৈ ইকোঠা সিকোঠা কৰি থাকিব। চোতালত ল'ৰা-ছোৱালীবোৰে কোলাহল কৰিব। ঘাটে ঘাটে নাও বান্ধিব, এইবোৰ দৃশ্যৰ কথা ভাবি থাকোঁতে জোটনে এবাৰ দেখিলে—হাৰান পালে নাৱৰপৰা এগণ্ডামান ইলিচ মাছ নমাই আনিছে। ডাঙৰ ডাঙৰ ইলিচবোৰৰ ৰূপৰদৰে কি উজ্জ্বল ৰং, আবেলিৰ ৰ'দত মাছবোৰৰ গাৰপৰা চিকমিকনি উঠিছে। জোটনে ইলিচ মাছকেটাৰ পৰা চকু ঘূৰাই আনিব পৰা নাই। তাইৰ দৃষ্টিটো অতি করুণ আৰু ৰহস্যময় হৈ উঠিল, যেন কিমান দিন হ'ল এনে মাছৰ স্বাদ তাই পাহৰি গৈছে। শশীবালাই জোটনৰ মনৰ ভাব লক্ষ্য কৰিলে। ক'লে, ৰাতি ইয়াতে ভাত খাই যাবি জুটি। জুটিৰ চকু দুটা ততালিকে যেন উজ্জ্বল হৈ উঠিল। তাই ক'লে, ঠাকুৰাণী দিদি, মাছকিটাৰ পেটত কণী আছে যেন লাগিছে।

—বাৰু তোক কণী ভাজি দিবলৈ কম।

জোটনে আৰু কি ক'ব ভাবি নাপালে। একান্তমনে আকৌ চিৰা খুন্দিবলৈ ধৰিলে। সেই কোঢ়া চৰাইৰ মাতটো তাইৰ দেহাৰ ভিতৰৰ-পৰা যেন আকৌ শুনিবলৈ পালে। তাইৰ গাৰ শতচ্ছিন্ন শাড়ীখন ইমানপৰে শুকাই গৈছে। বৰবৌয়ে জোটনক এতিয়াই খাবৰ কাৰণে এখোলা চিৰা লবলৈ দিলে; তাই এতিয়া চিৰাকেটা নাখালে, আঁচলত বান্ধি থৈ দিলে। লাহে লাহে ৰাতি ভালেখিনি হ'ল। তাই কলপাত এখন ধুই পখালি লৈ বহি থাকিল, ৰন্ধা বঢ়া হলেই তাই খাবলৈ পাব!

জোটনে বেছকৈ খাবলৈ ধৰিলে। অতি যত্নেৰে সৈতে, এটিও ভাত ক'তো নৰখাকৈ চুছি মাজি তাই খালে। বেঙেনাৰ সৈতে ইলিচ মাছ আৰু আহু চাউলৰ মোটা ভাতৰ সোৱাদে ঠাকুৰহঁতৰ ঘৰৰ আন্তৰিকতা সম্বন্ধে তাইক যেন অভিভূত কৰিলে। বুঢ়ী ঠাকুৰণী, বৰবৌ, ধনবৌ সকলোৰে উদাৰতা যেন এই পৰিয়ালৰ পগলা ঠাকুৰৰ দৰে। এই ভোজনৰ সৈতে, নিশাৰ জোনাক, এজন পগলা মানুহৰ অস্তিত্ব, বৰকৰ্তাৰ সাত্বিক ধাৰণা, ভূপেন্দ্ৰনাথৰ সততা এই সকলো মিলি জোটনৰ মনত কিবা এটা নতুন সুখৰ শিহঁৰণ জগালে। তাইৰ কতদিনৰ পুৰণি আপোন মানুহ যেন এই পৰিয়ালৰ মানুহবিলাক। তাই বৰবৌক উদ্দেশ্য কৰি ক'লে, বুজিছা মামী, বহুত দিনৰ মূৰত দুটামান পেট ভৰাই খালোঁ। এনে খোৱাৰ কথা আৰু পাহৰিব নোৱাৰি মামী।

বৰবৌয়ে তাইৰ কথা কেটাত এটা দুখ অনুভৱ কৰিলে আৰু ক'লে, তই যে কৈছিলি, দৰগাৰ ফকীৰ চাহাবে তোক নিকাহ কৰিব খুজিছে।

—কি যে আৰু কয় মামী! সপোন বহুত দেখিলোঁ, কিন্তু আল্লাৰ মৰ্জি নহ'লে আপুনি মই কি কৰিব পাৰোঁ!

—কিয়, আবেদালিয়ে যে কৈ গৈছিল, ফকীৰ চাহাব বোলে আহিছিল তোৰ তালৈ।

—আহিছিল। পেট ভৰাই ভাতো গিলিলে এসোপা। গিলি ক'লে, তুমি এতিয়া থাকা, কোৰবান চেখৰ চিন্নি আছে, মই তালৈ যাওঁ, ঘূৰিবৰ সময়ত তোমাক লৈ যাম। কিন্তু তেওঁ নাহিল, আজিকালিকৈ

দিন গৈ আছে, মই এনেকৈয়ে থাকিলো, ল'ৰা-ছোৱালীৰ মাক হোৱা নহ'ল আৰু!

—কৈ গৈছে যেতিয়া আহিব ঠিকেই।

জোটনে আৰু একো কথা নক'লে। তাই কলপাতত মাছৰ কাঁইট তাঁইতবোৰ তুলি লৈ, জামু গছজোপাৰ আন্ধাৰখিনি পাৰ হৈ বৰ ঘৰৰ পাছফালে থিয় দিলেহি। তাৰ পিছত ভেদাই লতাৰ জোপোহাটো পাৰ কৰি তাই চুৱা পাতখন দলিয়াই দিলে। জোনাক ৰাতিৰ এই হাবি-বন, দূৰৰ পথাৰ, সেউজীয়া ধাননিৰ অস্পষ্ট ছবিবোৰ তাইৰ ভাল লাগে। তাই হিচাপ কৰি চালে, প্ৰায় দুবছৰ পাৰ হ'ল তাইৰ দেহাই খোদাৰ মাচুল দিব পৰা নাই। বিশেষকৈ এই ৰাতি, হাবি বনৰ মাজৰ আধা আন্ধাৰ, আকণ্ঠ ভোজন সকলো মিলি তাই যেন তাইৰ দেহৰ দাবী তীব্ৰভাৱে অনুভৱ কৰিবলৈ ধৰিলে। ফকীৰ চাহাবলৈ এই সময়ত বৰ বেছিকৈ মনত পৰিল।

তাই বৰমামীৰপৰা তামোল এখন খুজি খালে। কেঁচা তামোল এখন লাহে লাহে চোবাই তাই আগপিনৰ তামোল বাৰীয়েদি আগবাঢ়িল। এক মন্ত্ৰবৎ ইচ্ছা শক্তিয়ে তামোল বাৰীখনৰ মাজত তাইক অলপ সময় ৰখাই দিলে—যদি পকা তামোল এটা গছৰপৰা টুপ্‌কৈ তলত সৰি পৰে! তাই কাণ থিয়কৈ শুনিবলৈ চেষ্টা কৰিলে, ঘাঁহৰ ওপৰত যদি এটা শব্দ শুনে—বাদুলীবোৰ যদি উৰি আহে! কিন্তু এটা বাদুলীও উৰি নাহিল। এটাও টুপ্ শব্দ নহ'ল। কেঁচা তামোল খাই তাইৰ মূৰটো গধুৰ গধুৰ লাগিল, গাত ধৰা যেন লাগিল। তাই এতিয়া পানীলৈ নামি যাব। সাঁতুৰি সিপাৰৰ গাঁৱত উঠিবগৈ লাগিব। জোনাক ৰাতি। পানীৰ বুকুত বগা জোনাক। জোটন সেই পানীত নামি গৈছিল। ধীৰে ধীৰে তাই প্ৰথমে শাড়ীখন আঁঠুৰ ওপৰলৈ তুলি লৈছিল। যিমানেই পানীৰ মাজলৈ সোমাই গ'ল তিমানেই তাই গাৰ শাড়ীখন ওপৰলৈ নি নি এসময়ত ককালৰ ওপৰত তুলি ধৰিলে। নাই, পানী কেৱল বাঢ়ি গৈহে আছে। তাই এবাৰত শাড়ীখন একেবাৰে খুলি লৈ মূৰৰ ওপৰত

পকাই বান্ধি ল'লে আৰু গুৱালা সাপ এটাৰ দৰে ওপঙি ওপঙি যাবলৈ ধৰিলে। জোটনৰ কাপোৰ সেই এখনেই মাত্ৰ। তিতা কাপোৰেৰে ৰাতিটো কটাবলৈ তাইৰ বৰ কষ্ট হ'ব!

জোপোহা বনৰ ফাঁকেৰে জোটনে দেখিলে, নৰেন দাসৰ বাৰান্দাত এটা টিপ্‌চাকি জ্বলি আছে। পূবৰ ঘৰত এতিয়া আৰু তাঁত শালৰ শব্দ হোৱা নাই। অমূল্যই সিহঁতৰ তাঁতশাল চলায়। অমূল্য ঘৰলৈ গ'লেগৈয়েই তাত বোৱা বন্ধ হয়। তাৰ উপৰি আজিকালি বজাৰত সূতা নোপোৱা হৈছে। সেই কাৰণেও নৰেন দাসে ৰাতি তাঁত বোৱা বন্ধ ৰাখে। আজিকালি জোটনে সেই কাৰণেই সূতা লোৱা আৰু মহুৰা ফুৰোৱা কামো কৰিবলৈ নোপোৱা হৈছে। জোটনে অতি কষ্টেৰে এটা যতঁৰ কিনি এদিন দুপইচা জমাইছিল। তাই ভাবিছিল হিন্দুৰ ঘৰৰ বোৱাৰীহঁতৰ দৰে তায়ো ভাত খাবৰ কাৰণে এখন কাঁহৰ কাহী কিনি লব। তায়ো ডাঙৰ মানুহ হ'ব ; তাই ফকীৰ এজনক পুহিব পৰা সামৰ্থ্য প্ৰায় হৈছিল, এনেতে সূতাৰ দাম মুঠিত দুপইচাৰপৰা চাৰি পইচালৈ বাঢ়িল। আৰু এতিয়া আকৌ বজাৰত সূতা নোপোৱাই হ'ল।

জোটনে পানী ভাঙি ভাঙি আগ বাঢ়িছিল। বেঙ ভেকুলীৰ দৰে দুই হাত মেলি পানীত ওপঙি যোৱাদি গৈছিল। পানীৰ তলৰপৰা তাইৰ হাত ভৰিৰ খোজত বুদ বুদ উঠিছিল। এই গৰমৰ দিনত পানীৰ ঠাণ্ডা-খিনিয়ে, আকাশৰ নিৰ্মলতাখিনিয়ে, জোটনৰ দেহত এটা:শিহঁৰণ তুলিছে, আল্লাৰ মাচুল দিয়াৰ আহ্বান পাইছে। আকণ্ঠ খাই উঠি তাইৰ শৰীৰ-টোত নানান অনুভূতি জাগিছে। দূৰৰ পথাৰত এছাটি পোহৰৰ চমকনি। সমুখৰ মুকলি বহল ঠাইবোৰত মৰাপাট খেতি আছিল, এতিয়া মৰাগছ কাটি নিয়া হৈছে, মাত্ৰ স্বচ্ছ পানী চাৰিওপিনে। বতাহত পানীৰ বুকুত ঢৌৱে নাচি আছে। সেই পানীত জোটনে শৰীৰৰ উত্তাপ ঢালি দিছিল। যেন কত দিন গাজীৰ গীতৰ বাজনাদাৰবোৰৰ দৰে মৰাপাট খেতিৰ দিনত বিলৰ পানীয়ে সূৰ্যৰ উত্তাপ নাপায় কাতৰ হৈ আছে। জোটনে মুখত এমোকোৰাকৈ পানী লৈ ওপৰৰ আকাশৰ পিনে ফুচ্‌কৈ মাৰি

দিলে। ক'লে. আল্লা তোৰ দুনীয়াত আৰু কেইদিন মোৰ কাম থাকিল।

আকাশত পোহৰ। পানীত ভেট আৰু শেলুক। বিলৰ আৰু পথাৰৰ শেষত আম, জাম আদি গছৰ ছঁাবোৰে প্ৰতিবিম্বৰ সৃষ্টি কৰিছে। সকলোবোৰ সুদৃশ্য হৈ উঠিছে। ভেট ফুলৰ দৰে তাই পানীৰ মাজৰপৰা মুখখন ওপৰলৈ উলিয়াই প্ৰকাণ্ড মদাৰ গছজোপা পাৰ হওঁতেই দেখা পালে গৰু বাটৰ বট গছজোপাৰ তলত এটা হাৰিকেন লেম আৰু এখন নাৱৰ ছঁা। আৰু এটা মানুহো যেন আছে। তাই লৰালৰিকৈ পানীৰ মাজতে লুকাই পৰিবলৈ চেষ্টা কৰি বন কিছুমানৰ মাজত নিজৰ গাটো ঢাকি ল'লে। কিন্তু সেইদৰে লুকাই যাবলৈ চেষ্টা কৰিলেও পানীত শব্দ হ'ল। যেন এটা প্ৰকাণ্ড মাছ বনৰ মাজত উঠিছেহি। নাইবা কাৰোবাৰ ডাঙৰ বৰশীত বৰালী লাগিছে, বৰশী টানি লৈ গৈছে। মানুহ-টোৱে নাওখন লৈ মাছটোৰ সন্ধানত অলপ দূৰ আহিয়েই দেখিলে। কোনোবা মানুহহে জোপোহা বনৰ মাজে মাজে ভাঁহি যোৱাদি গৈ আছে। জোটনে লৰালৰিকৈ ডিঙিলৈকে পানীত ডুব মাৰি বনৰ মাজত গাটো লুকাবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। ইতিমধ্যে নাৱৰপৰা লেমটো তুলি জোটনৰ মুখৰ ওচৰত ধৰি মনজুৰে ক'লে, জোটন তই !

জোটনে লাজতে চকু দুটা মুদি দিলে। চকু মুদিয়েই ক'লে, ওঁ মই !

—ক'লৈ গৈছিলি ?

ঠাকুৰৰ ঘৰলৈ গৈছিলোঁ। চাওঁ আঁতৰ হ। যাবলৈ দে।

মনজুৰে পানীৰ তলত জোটনৰ অৱস্থাটো বুজিব পাৰি তাইৰ পিনৰপৰা মুখখন ঘূৰাই ৰাখিছিল। আৰু তেনেকৈয়ে মুখ নুঘূৰোৱাকৈয়ে ক'লে, মই ভাবিছিলোঁ আকৌ ডাঙৰ কিবা মাছহে বৰশীত লাগিছে।

—আৰু কিবা ভবা নাইনে ?

—আৰু কি ভাবিম! সেইবুলি কৈ সি নাৱৰ ওপৰত বহি ল'লে।

—কিয়, আৰু কিবা ভাবিবলৈ নাইনে একো ? তই এইপিনে কিয় ? সেইবুলি জোটনে এইবাৰ চকু দুটা মেলি দিলে ? কথা পতাৰ লগে লগে

যেন তাইৰ সংকোচ কাটি গৈছে। তাই দেখিলে, মনজুৰৰ শুদা গা; তলত এখন মাত্ৰ অতি মিহি চুটি গামোচা, তাকো পানীত তিতি বহুত-খিনি ওপৰলৈ উঠি আছে। মনজুৰে কোনোপধ্যেই জোটনৰ পিনে মুখ ঘূৰাই নাচায়। জোটনৰ হাঁহি উঠিল। তাই ক'লে, তোৰ দেখোন বহুত ধন পইচা, ডাঙৰ গামোচা এখন কিনি লব নোৱাৰ? মনজুৰে ক'লে, তই যাচোন এতিয়া।

—নাযাওঁ, তই কি কৰিবি। জোটনৰ মনৰ ভিতৰত বাসনা এটা জাগি উঠিছে।

—কি আৰু কৰিম! সি তাৰ ইয়াত উপস্থিতি সম্পৰ্কে এটা অজুহাত দেখুৱালে। ক'লে, হাইজাদিলৈ গৈছিলোঁ। ঔষধ আনিবলৈ। ঘূৰোঁতে ৰাতি হৈ গ'ল। এইপিনে গৰু বাটেদি আহিছিলোঁ—বৰশীত মাছ লাগিছেনেকি চাবলৈ। আহি দেখোঁ তোৰ এই কাণ্ড। এই জোনাক ৰাতি ঠাইখন তেনেই আন্ধাৰ কৰি পেলাইছে। তোৰ সৈতে দেখা হ'ব বুলি জনাহলে লুঙী পিন্ধি আহিলোঁহেঁতেন।

মনজুৰ জোটনৰ সমবয়সী। লৰালি কালৰ ঘটনা কিছুমান দুয়োৰে একেলগে এইসময়তে মনত পৰিবলৈ ধৰিলে। এদিন শৈশৱ কালত এই মৰাপাট খেতিৰ আলিয়ে আলিয়ে সিহঁত ঘূৰি ফুৰিছিল। জোটনৰ সেই কথাবোৰ মনত পৰিল। কিন্তু কিবা সংকোচবোধত সিহঁত দুটাই পৰস্পৰ যেন একো ক'ব পৰা নাই। দুবছৰৰ বেছি হ'ল, তাইৰ এই দেহা জ্বলি পুৰি হাহাকাৰ কৰি আছে। তাই কাতৰ কণ্ঠে ক'লে, বাট এৰ, চাওঁ।

—তোক ধৰি আছোঁনেকি মই?

বাৰিষাৰ ভৰা পানী, ৰাতিৰ জোনাক আৰু আকণ্ঠ ভোজনে জোটনৰ শৰীৰত কিযে এক তৃপ্তি আনি দিছে। তাই কোনো ৰকমেই নাওখন এৰি থৈ সাঁতুৰি আগুৱাই যাব নোৱাৰিলে। তাইৰ শৰীৰটো ক্ৰমে পানীত ভাঁহি উঠিল। পানীৰ ওপৰত এটা ভেকুলীৰ দৰে—যেন এটা সোণালী বেঙে জোনাকী পৰুৱা খাবলৈ যোৱাৰ দৰে পানীত ভাঁহি হাঁ

কৰি আছে। মনজুৰে একো মাত বোল কৰা নাই দেখি তায়ে মাত লগালে, আচমানৰ চান্দটোৰ দৰে তোৰ মুখখন! কিন্তু এতিয়া তই এনে কৰি আছ যেন অমাবস্যাৰ আন্ধাৰ ৰাতিহে। যেন একেবাৰে শুকাই একো নোহোৱা হৈ গৈছে।

—তোৰ তেনেকুৱা যেন লাগিছেনেকি?

হঠাত তাৰ ৰুগীয়া বিবিৰ মুখখন মনত পৰিল। মনজুৰ অলপ বিব্ৰত হ'ল। বহুত দিন ধৰি তাৰ বিবিৰ ৰুগীয়া দেহটোৱে তাৰ উত্তপ্ত কলিজাটোক শীতল কৰিব পৰা নাছিল। মনজুৰো বহুতদিন ধৰি জ্বলিছে আৰু জ্বলিছে। আৰু এখন বিয়াৰ বাসনা যে তাৰ নাই—তেনে নহয়। কিন্তু মনজুৰে বিবিক যথাৰ্থতে ভাল পায়। সি অতি কষ্টেৰে ক'লে, আন্ধাৰ ৰাতি পোহৰ কৰিব পাৰিবিনেকি? সেইবুলি কৈ মনজুৰে মুখখন ঘূৰাই জোটনৰ পিনে চাব খোজোঁতেই জোটনে পানীৰ তলত গাটো ডুবাই দিলে। আগে পাছে কিছুমান ওখ বনে ঠাইখনত বেছ আবুৰ সৃষ্টি কৰি থৈছে। জোটনৰ এনে লাগিব যেন সেইবোৰৰ মাজত মনজুৰক লৈ পানীত দুয়ো ডুব দিব! মনজুৰৰ ধৈৰ্য্যৰ বান্ধ ভাঙি গ'ল। সি যেন পানীৰপৰা এটা মৰা মাছ নাৱলৈ তুলি আনিলে আৰু আনি নাৱৰ তলৰ তক্তাখনত নমাই থলে।

কিছুপৰ পিছত পাটখেতিৰ ফাঁকেদি কোনোবাই কন্দাৰ শব্দ গাঁৱৰপৰা ভাঁহি আহিল। জোটনে শুনিলে—মনজুৰেও শুনিলে। নাৱৰ ওপৰত কিছুমান পোক উৰি আছিল। পথাৰৰ বুকুত জোনৰ পোহৰ অতি মায়াময় হৈ উঠিছে। সুখ আৰু আনন্দই যেন নাৱৰ বুকুত ইলুটি সিলুটি কৰিছে। সকলো দুখ বিলৰ পানীত ভাঁহি গৈছে, সকলো উত্তাপ জোনৰ পোহৰত নিগৰি নিগৰি পৰিছে। হঠাত মনজুৰে তাৰ মনত মৰা মুখ এখনেৰে তাৰ বিবিৰ মুখখন কল্পনা কৰি ক'লে, কোনে কান্দিছে অ'?

—তোৰ ঘৰৰ পিনৰপৰা অহা যেন লাগিছে।

—তেনে বিবিজনী গলেই যেন পাইছোঁ।

হঠাত জোটনে দেখিলে মনজুৰৰ মুখখন পক্ষাঘাতগ্ৰস্ত ৰোগীৰ দৰে হৈ পৰিছে। সকলো উত্তাপ ঢালি নিঃশেষ হোৱাৰ লগে লগেই এটা নতুন আশংকাত সি হাঁও হাঁওকৈ কান্দি উঠিল। আৰু বেগাই নাওখন বাই যাবলৈ ধৰিলে।

কুকুৰ এটাক কোনোবাই পেলাই থৈ গৈছে। পানীত পেলাই দি নাও লৈ পলাই গৈছে। কুকুৰটোৱে বাচিবৰ কাৰণে পানীত সাঁতুৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। কোনোৰকমে পানীৰপৰা নাকটো উলিয়াই ৰাখিছে। তাৰ পিছত তাৰ এবাৰ এনে লাগিল যেন তলত টান মাটি। কুকুৰটো সামান্য থিয় হ'বলৈ চেষ্টা কৰিলে। নাই, দূৰতো ক'তো গাঁও এখন দেখা নাযায়। হতাশা ভৰি পৰিল তাৰ চকুৱে মুখে। শেষ বাৰিষা। খেতিৰ পথাৰত পানী নামি আহিছে।

পগলা ঠাকুৰে তেতিয়া নাওখন আলিয়ে আলিয়ে টানি নিছিল। সোণে নাৱৰ ওপৰত তক্তাখনতে আঁঠুকাঢ়ি আগবাঢ়ি গৈছে। পথাৰৰ ধানবোৰ হালি পৰিছে। শাওণ ভাদৰ সেই স্বচ্ছতা আৰু নাই। পানী-বোৰ ঘোলা হৈছে। পানীৰপৰা পচা গোন্ধ ওলাইছে। দুপিনে বোকা পানী, মৰা শামুক, আৰু পানীৰ তলৰ মৰা ঘাঁহৰ দুৰ্গন্ধ। নাওখন চৰকাৰইঁতৰ মাটিত সুমাই দিয়েই পগলা ঠাকুৰে দেখা পালে কুকুৰ এটা তাতে থিয় হৈ আছে। চকুৱে মুখে উদ্বিগ্ন চেহেৰা। পগলা ঠাকুৰক দেখিয়েই কুকুৰটোৱে ঘেউ ঘেউকৈ উঠিল।

পগলা ঠাকুৰ থিয় হৈ ৰ'ল। তাৰ পিছত সেই পুৰণি অভ্যাসত এটা বিশেষ অশ্লীল শব্দ উচ্চাৰণ কৰিলে, গাৎ চোৰেৎচালা!

কুকুৰটোৱে মাতিলে, ঘেউ!

পগলা ঠাকুৰে আকৌ ক'লে, গাৎ চোৰেৎচালা!

পানী কম কাৰণেই আলিৰ ওপৰত এৰাঁতিত কোনোৰকমে কুকুৰটো থিয় হৈ থাকিব পাৰিছে আৰু পগলা ঠাকুৰক কাষেদি পাৰ হৈ যাবলৈ বাট এৰি দিছে। কুকুৰটোৰ সেই ভদ্ৰতাখিনি পগলা ঠাকুৰৰ বৰ ভাল

লাগিল। তেওঁ আৰু তাক বেয়াকৈ একো নক'লে। তাৰ কাষেদিয়েই নাওখন টানি পাৰ কৰি লৈ গ'ল। আৰু এবাৰ উভতি চালে। তেওঁ দেখিলে কুকুৰটোৱে অবোধ বালক এটাৰ দৰে তেওঁলৈ চাই আছে। তেওঁ এবাৰ আদৰ কৰাৰ দৰে মুখেৰে এক ধৰণৰ শব্দ দুটামান কৰাৰ লগে লগেই পানীৰ মাজেৰে চপ চপ শব্দ কৰি কুকুৰটো তেওঁৰ ওচৰত আহি ৰ'লহি। পগলা ঠাকুৰ মণীন্দ্ৰনাথে কুকুৰটোৰ মুখত ধৰি চুমা দুটামান খাই তাক নাৱত তুলি ল'লে আৰু ক'লে, গাৎ চোৰেৎচালা!

কুকুৰটো নাৱৰ পাটখনৰ একাষত থিয় হৈ ৰ'ল। গাটো জোকাৰি দিলে। তাৰ পিছত গাটো দীঘলকৈ মেলি দি বহি পৰিল আৰু কিছু সময়ৰ কাৰণে জিভাখন উলিয়াই ৰাখিলে। পগলা ঠাকুৰ আৰু সোণলৈ চাই চাই সি দীঘল দীঘলকৈ উঁশাহ টানিবলৈ ধৰিলে। কুকুৰটোৱে অনবৰত নেজ লৰাবলৈ ধৰিলে। মণীন্দ্ৰনাথে তেতিয়া নাৱৰ লগি মাৰি আছিল।

শেলেকু দুটামান তুলি মণীন্দ্ৰনাথে নিজেও খালে আৰু ভাঙি সোণৰ মুখতো সুমাই দিলে। সোণে এতিয়াও টান বস্তু নিজে দাঁতেৰে ভাঙি খাব পৰা হোৱা নাই। গতিকে শেলেকু মুখত লৈ তাৰ বিষম অৱস্থা হ'ল। তাৰ চকু মুখ ৰঙা হৈ পৰিল, কান্দিবলৈ ধৰিলে। মণীন্দ্ৰনাথে তাক কেলাত তুলি ল'লে আৰু আদৰ কৰি নিচুকাবলৈ ধৰিলে।

পথাৰ দুখন পাৰ হলেই হাচান পীৰৰ দৰগা। পীৰৰ মেলা হৈছিল, চিন্নি হৈছিল। চাৰিওপিনৰ গাঁওভূঁইৰপৰা তালৈ মানুহ আহিছিল। আৰু মমবাতি জ্বলাই চাওদা কৰিছিলহি। এতিয়া কোনো মানুহৰ সাৰসুৰ নাই। মাত্ৰ ভগা মচজিদ আৰু পীৰ চাহাবৰ কবৰৰ দেৱালত কেটামান কাউৰী অনবৰত উৰি আছে। সোণৰ কান্দোন কোনোৰকমে বন্ধ নহয়। মণীন্দ্ৰনাথে এহাতে সোণক কোলাত লৈ এহাতেৰে লগি মাৰিবলৈ ধৰিলে। হাচান পীৰৰ নিৰ্জন দৰগাৰ কাষত নাওখন ৰখাই তেওঁ এবাৰ ওপৰলৈ উঠি আহিল।

কাউৰীবোৰে দেৱালৰ ওপৰত পৰি চিঞৰ-বাখৰ কৰি আছে। পীৰ

চাহাবৰ কবৰৰ কাষত পলাশ গছজোপা এতিয়াও তেনেদৰেই আছে। পগলা ঠাকুৰক দেখি কাউৰীকেটা পলাশ গছজোপালৈ উৰি গ'ল। হাবিৰ মাজে মাজে দূৰত মাইনৰ স্কুলটো দেখা গৈছে। মণীন্দ্ৰনাথে এদিন খোজকাঢ়ি সেই স্কুলতে বিদ্যালাভ কৰিবলৈ আহিছিল।

এৰাবাৰীৰ পুৰণি ভেটিৰ দৰে এই ঠাই টুকুৰা ওখ। কেজোপামান আম গছ, কিছুমান চৰাই চিৰ্কতি, সাপ-কেঁকোৰা, বেতনিৰ জোপোহা, বিৰিণাবন এই সকলোবোৰৰ মাজত কবৰৰ তলত পীৰ চাহাব শুই আছে। বাৰিষাৰ পানীয়ে আহি কেনিও অকণো পীৰ চাহাবক ছুবহি নোৱাৰে। বান উঠাৰ সময়ত ওচৰৰ নদী নলাত কাছ পৰ্য্যন্ত কোমল মাটি বিচাৰি পীৰ চাহাবৰ ওচৰ পায়হি। কণী পাৰিবলৈ আশ্ৰয় স্থান বিচাৰে। কণীত উমনি দিবলৈ সুবিধা বিচাৰেহি। এতিয়া আঘোণ মাহ। বেলি ডুবিবলৈ আৰু বেছি পৰ নাই। সোণে তেতিয়াও কান্দি আছিল। কুকুৰটো মণীন্দ্ৰনাথৰ ভৰিৰ কাষে কাষে গৈ আছে। কবৰ-খানাত দুই এটা গছৰ পাত সৰি পৰিছে। হেমন্তৰ প্ৰথম শীতৰ ভাব এটা গছ-গছনি, চৰাই আৰু পীৰ চাহাবৰ কবৰৰ দেৱালত লাগি আছে। দেৱালৰ তলত বহুত ৰকমৰ গাঁত। কবৰৰ বেদীৰপৰা ভঙা আইনা এৰাই আহিছে।

মণীন্দ্ৰনাথে সোণক কোলাত লৈ কবৰৰ দেৱালৰ চাৰিওপিনে ঘূৰিবলৈ ধৰিলে। কাউৰীবোৰে নিৰ্জন নিঃসঙ্গ এই দৰগাত হঠাত মানুহ দেখি যেন সচকিত হৈ উঠিল, খঙ কৰি উঠিল। সিহঁতে মণীন্দ্ৰনাথৰ মূৰৰ ওপৰত উৰিবলৈ ধৰিলে। কিমান দিনৰ মূৰত আজি মণীন্দ্ৰনাথ পীৰ চাহাবৰ দৰগালৈ আহিছে। কিমান দিনৰ মূৰত আকৌ এবাৰ মণীন্দ্ৰনাথে পীৰ চাহাবক সুধিবলৈ আহিল, কি কাৰণত তেওঁ ডিঙিত চিপ টানি মৰিল।

সোণে আৰু এতিয়া কন্দা নাই। পগলা ঠাকুৰে সোণক ঘাঁহৰ ওপৰত শুৱাই দিলে। কুকুৰটো ইমানপৰে ভৰিৰ কাষে কাষে ঘূৰিছিল। মণীন্দ্ৰনাথে সোণক এৰি অকণমান আগুৱাই গ'ল। কুকুৰটো সোণৰ

কাষত বহি থাকিল, অকণো লৰচৰ নকৰিলে। যাঁহৰ ওপৰত শুই শুই সোণে এতিয়া হাত ভৰি নচুৱাই খেলি আছে। মণীন্দ্ৰনাথ যেন বিশেষ এটা উদ্দেশ্য লৈ গৈছে। তেওঁ কবৰৰ চালি ঘৰটোৰ দুৱাৰখন খট্‌কৈ খুলিলে, ভিতৰলৈ সোমাই গ'ল আৰু সেই বিশেষ শব্দটো উচ্চাৰণ কৰিলে, গাৎ চোৰেৎচালা! তেওঁ যেন ক'ব খুজিলে,—পীৰ চাহাব, তোমাৰ দৰগাত মেলা বহিছে, তুমি হিন্দু মুচলমান সকলো মানুহৰ পীৰ, তুমি ডিঙিত চিপ ল'লা কিয়? সেইবুলি তেওঁ কবৰৰ বেদীটোৰ কাষলৈ আহি থিয় দিলেহি। এনেতে দেৱালৰ এমূৰে গছৰ শুকান ডাল এটা খহি পৰিল। মণীন্দ্ৰনাথে দেখিলে চতিয়না গছ এজোপাৰ আগত কেটামান শগুনে বাহ লৈছে। পগলা ঠাকুৰে আকৌ শব্দটো মাতিলে গাৎ চোৰেৎচালা! তেওঁ যেন সুধিব খুজিলে, পীৰ চাহাব, ভিতৰত আছেনে? তেওঁ বেদীটোৰ কাষত বহিল আৰু মাটিত কাণ এখন পাতি কিবা শুনিবলৈ চেষ্টা কৰিলে। তেওঁ পীৰ চাহাবৰ মুখখন মনত পেলালে, পীৰ চাহাব তেতিয়া বৃদ্ধ, অথৰ্ব। মণীন্দ্ৰনাথে দূৰৰ বিদ্যালয়ৰপৰা নিতৌ ঘূৰি আহোঁতে এই দৰগাত পীৰ চাহাবৰ দাড়ি গোঁফ নোহোৱা মুখখন দেখা পায়। পীৰ চাহাবে কিয় যে এদিন ৰাতি ডিঙিত চিপ লগাই চতিয়না গছজোপাত ওলমি থাকিল! হায়! ভগৱানে জানে, এনে এজন মানুহ আৰু নহ'ব। আৰু মানুহে কৈছিল, পীৰ চাহাবৰ আহাৰৰ প্ৰয়োজন নাছিল। হোকা চিলিমযোৰ তেওঁৰ কঁকালত বন্ধা থাকে। ৰাতিৰ অন্ধকাৰত যেতিয়া দূৰে দূৰে গয়না নাৱৰপৰা অহা সামান্য পোহৰ দেখা পোৱা যায়, আৰু দূৰৰ সকলো মানুহ টোপনিত লালকাল দি থাকে, তেতিয়া তেওঁ বাৰীৰপৰা কিছুমান শাক পাচলি গোটাই আনে আৰু চতিয়না গছৰ ডাল বগাই শগুনৰ কণী বিচাৰি ফুৰে। কেতিয়াবা হেমন্তৰ শেষত শীতৰ আৰম্ভত কাছবোৰেও এই দৰগাত নাইবা ওচৰৰ খাল-ডোঙৰ কাষত কণী পাৰেহি। তেওঁ সেইবোৰ আনি দৰগাত জমা কৰেহি।

এতিয়া আৰু দৰগাত সেই শাকনিবাৰী নাই। সকলো জহি খহি

গৈছে। বাৰিষাৰ পিছতে এতিয়া দৰগাৰ চাৰিওপিনে নানা ৰকমৰ হাবি আৰু ঘাঁহ। কোমল ঘাঁহত সোণ শুই আছে! তেনেতে সোণৰ কথা মনত পৰাত মণীন্দ্ৰনাথ কবৰচালিৰ বাহিৰলৈ আহিল। তেওঁ দেখিলে সোণ ঘাঁহৰ ওপৰত ভালকৈয়ে শুই আছে আৰু কাষতে কুকুৰটোৱে ৰখি আছে। তেওঁ আকৌ কবৰৰ দেৱালৰ ভিতৰত সোমাল। ভিতৰত বহুত ঠাই। ডাঙৰ ডাঙৰ কিছুমান গাঁত চাৰিওপিনে। যেন কবৰৰ তলৰপৰা সেই গাঁতেদি মৰা শ উলিয়াই লৈ গৈছে। ডাঙৰ ডাঙৰ কিছুমান শিল পৰি আছে। সেই শিল দি ঢাকি থলেই এটা মানুহ চুৰকৈ লৈ যাব পাৰি। নাইবা কোনেও নজনাকৈ শিলৰ তলত এটা মৰা মানুহ লুকাই ৰাখিব পাৰি। বহুতো ঠাই থকা দেখি মণীন্দ্ৰনাথে এই দৰগাতে আহি সদায় থাকিবলৈ লোৱাৰ কথা এটা চিন্তা কৰি চালে। মেলাৰ সময়ত যিখিনি ঠাইত মম জ্বলোৱা হয় সেই ঠাইখিনি এদিন দুবৰি বনেৰে ঢাক খাই আছিল, সেই ঠাইতেই এদিন এটা জুপুৰি ঘৰ আছিল, কেটামান ভগা লোটা কলহ আছিল। পীৰ চাহাবৰ কেটামান দ্ৰব্যগুণ আছিল, যিহৰ ফলত এদিন হাচান চোৰ, ফকিৰ হ'ল আৰু এদিন পীৰ হৈ উঠিল। মালা তাবিজ আৰু নানা ৰকমৰ হাড় সংগ্ৰহৰ বাতিক আছিল হাচানৰ। গোড় দিবৰ সময়ত সেই এটাইবোৰ কবৰত দি দিয়া হৈছে। এতিয়া কবৰৰ বেদীৰ ওপৰত শগুনে বিষ্ঠা পেলাইছে। কাউৰী, শালিকা আদি চৰাইবোৰ জাকে জাকে আহি এই দৰগাত পৰেহি। আৰু সেই হাচান পীৰেই এদিন কৈছিল, তোৰ যি দুটা চকুৰ মণি, তোৰ চকু দেখিলেই ক'ব পাৰি তই পগলা হবি।

—কি যে কয় পীৰ চাহাবে!

—মই ঠিক কথাই কওঁ ঠাকুৰৰ ল'ৰা। তোৰ সকলো লিখা পঢ়া মিছা। পীৰ পয়গম্বৰৰ চকুৰ দৰে তোৰ চকু। তোৰ দেহা আৰু মুখ। তোৰ দৰে চকু নহলে পগলা হ'ব নোৱাৰি, পগলা কৰিব নোৱাৰি।

আৰু ফোৰ্ট উইলিয়ামৰ ৰেমপাৰ্টত বহি পলীনে কৈছিল, তোমাৰ চকু দুটা অতি গভীৰ, অতি বিষণ্ণ, মণি। ইউৰ আইজ আৰু গ্লুমি। নাইবা

বোটানিকেলৰ পুৰাণ বটগছৰ ছাঁত পলীনে মূৰৰ ববকটা চুলিৰ মাজত আঙুলি বুলাই বুলাই মিহি উচ্চাৰণেৰে ইংৰাজীত কয়, আহাঁ, আমি দুয়ো একেলগে বহি কীট্‌চৰ কবিতা আবৃত্তি কৰোঁ। 'দেয়াৰচ্‌ নান আই গ্ৰীড টু লীভ বিহাইণ্ড্‌, বাট ওন্‌লি, ওন্‌লি দি।  দূৰৰ নাৰিকল গছৰ দৃশ্য, গঙ্গাৰ বুকুৰপৰা ভাঁহি অহা জাহাজৰ উঁকি আৰু সমুদ্ৰৰপৰা অহা চৰাইৰ ডেউকাৰ শব্দই দুয়োকো অন্যমনস্ক কৰি তুলিলে। তেওঁলোক দুয়ো তেতিয়া নিবিষ্টমনে ইজনে সিজনৰ চকুলৈ চাই থাকে।  কবিতা আবৃত্তিৰ পিছত চৰাইৰ পাখিৰ দৰে পাতল এক বিষণ্ণতাত দুয়ো ডুব দি বহুত সময় কোনেও কথা নোকোৱাকৈ থাকে। পলীনে ক'লে, ব'লা এই জাহাজবোৰৰে এখনত উঠি আমি কোনোবা এখন সমুদ্ৰলৈ গুচি যাওঁ।

মণীন্দ্ৰনাথ পীৰ চাহাবৰ দৰগাত বহি সেই অতীত স্মৃতিত নিমগ্ন হৈ পৰিল।  তেওঁৰ মনৰ স্মৃতিৰ পটত সেই পলীন—১৯২৫-২৬ চন, যুৱতী পলীন, প্ৰথম মহাযুদ্ধত পলীনৰ দাদাকৰ মৃত্যু আৰু আন্ধাৰ ৰাতি যীশু খৃষ্টৰ ছবিৰ কাষত মম জ্বলাই আঁঠুকাঢ়ি পলীন বহি থকা দৃশ্য—এনেবোৰ স্মৃতি যেন বাৰে বাৰে মণীন্দ্ৰ নাথৰ মনলৈ আহিল আৰু আকৌ অলপ পিছতে বিস্মৃতিত মিলি গ'ল।  তেওঁৰ কথা ক'বলৈ মন গ'ল, দৰগাৰ গৰাকী হাচান পীৰক সুধিব খুজিলে—আকৌ সেই ঠাইলৈ এতিয়াও ঘূৰি যাব পাৰিনে পীৰ চাহাব? কিন্তু কথা কোৱাৰ ভাব হোৱাৰ লগে লগে সেই একেই উচ্চাৰণ, সেই বিশেষ অশ্লীল শব্দৰ উচ্চাৰণ—গাৎ চোৰেৎ চালা!  তেনে সময়তে চৰাইবোৰ আকৌ উৰিবলৈ ধৰিলে। হেমন্তৰ ৰ'দ নামি আহিছে।  বাৰিষাৰ পথাৰ-সমাৰ বাট-পথৰ পানী কমি আঁঠুৱনীয়া হৈছে।  সৰু সৰু চন্দা মাছ আৰু খলিহা মাছবোৰে ধানগছৰ মাজে মাজে নাচি নাচি পুণি খাইছে।  শীতৰ আগমনে প্ৰাণীজীৱনলৈ অশুভ বাৰ্তা আনিছে।  কিন্তু মণীন্দ্ৰনাথৰ তালৈ চকু যোৱা নাই।  দল ঘাঁহ আৰু বিৰিণাবন পাৰ হৈ, হাবি-বননি পাৰ হৈ, অনেক নদী-নলা অতিক্ৰম কৰি আহি সেই ফোৰ্ট উইলিয়াম দুৰ্গ, তাৰ

ফাষৰ সেউজীয়া বহল ঘাঁহনি আৰু গম্বুজৰ মূৰত পাৰ উৰি থকা সেইবোৰ দৃশ্যলৈ তেওঁৰ মন উৰি গৈছে। মণীন্দ্ৰনাথে দৰগাৰ বেদীত বহি কেৱল দুৰ্গৰ ওপৰত সূৰ্য উঠি অহা দেখিছে। যেন পলীনে সেই সূৰ্যৰ পোহৰ আৰু এই অবেলাৰ শীত পথাৰত ছটিয়াই দিছে।

সোণ বহা নাই, নাইবা আঁঠু কাঢ়ি আগুৱাই যোৱা নাই। তাৰ হয়তো টোপনি আহিছে। কুকুৰটো বহি আছে। লৰচৰ কৰা নাই। তাৰো যেন টোপনি আহিছে। সি চকু দুটা মুদি দিছিল। মণীন্দ্ৰই আৰু দেখিলে, হেমন্তৰ ৰ'দ কমি আহি কবৰতলিৰ গাত লাগিছেহি। সোণালী পানীৰদৰে সেই পোহৰৰ ৰেখাই চিক্‌মিকাইছে। মণীন্দ্ৰনাথে পলাশৰ ডাল এটাৰ মাজেৰে আকাশলৈ মূৰ তুলি চালে আৰু য'ৰ পৰা সেই সোণালী পোহৰৰ পানী সৰি পৰিছে সেইপিনে হাত দুখন তুলি দি যেন কিবা এটা সাৱটি ধৰিব খুজিলে। এই আন্ধাৰ বৰ অসহ্য লাগিল। তেওঁ জাপ মাৰি ওচৰৰ দেৱালখন পাৰ হ'ল। তাৰ পিছত দুহাত ওপৰলৈ তুলি সেই, পোহৰৰ ঘৰ সূৰ্য্যক হাতেৰে ধৰি আনিবলৈ যেন তেওঁ দৌৰিবলৈ ধৰিলে। অথচ তেওঁ যিমান আগুৱাইছে, সূৰ্য্যও ক্ৰমশঃ সিমান আঁতৰলৈ গৈ আছে। মিহি বননি ডৰা পাৰ হ'লেই দৰগাৰ মাটি শেষ। তেওঁ ক্ৰমে পথাৰৰ পিনে নামি যাবলৈ ধৰিলে। পথাৰত আঁঠুৰ ওপৰলৈকে পানী। মণীন্দ্ৰনাথে পানী ভাঙি ভাঙি যাবলৈ ধৰিলে। যেন সোৱা সূৰ্য্য পলাই গুচি যাব খুজিছে---ৰথত উঠি—তেওঁ গৈ সেই ৰথত উঠিবগৈ আৰু ৰথৰ ঘোঁৰাক ৰুদ্ধ কৰিবগৈ। তাৰ পিছত ৰথৰপৰা সূৰ্য্যক লৈ নিৰুদ্দেশ হ'ব, পলীনে এতিয়া শুই শুই য'ত স্বপ্ন দেখিছে তাত গৈ ওলাবগৈ। আৰু তাকো যদি কৰিব নোৱাৰে তেন্তে সূৰ্য্যক আনি এই পলাশ গছত ওলোমাই দিবহি। এই ধৰিত্ৰীৰ সকলো লাঞ্ছনা দূৰ কৰিবলৈ, অন্ধকাৰ দূৰ কৰিবলৈ সূৰ্য্যক ইয়ালৈকে ধৰি আনিব। তেওঁ যেন ধৰিত্ৰীক সকলো কলুষ কালিমাৰপৰা ৰক্ষা কৰিবৰ কাৰণে নাইবা ইয়াত এটা প্ৰিয় নিদৰ্শন থৈ যাবৰ কাৰণে পাগলৰদৰে শীতৰ ধাননি পথাৰ, পানী খাল-বিল সাঁতুৰি অতিক্ৰম কৰি যেতিয়া টেবাৰ পুখুৰী পাৰ

পালেগৈ—তেতিয়া পলাতক সূৰ্য্য গছ-গছনিৰ একেবাৰে অন্য প্ৰান্তলৈ নামি গৈছে। সূৰ্য্য বিলৰ সিপাৰত পানীৰ মাজত অদৃশ্য হৈ পৰালৈ চাই চাই তেওঁ যেন ভাঙি পৰিল। গছ এজোপাত আঁউজি, পৰাজিত সৈনিক এজনে যেন বন্দুকৰ নলীত হাত থৈ থিয় দি থকাৰদৰে এক ভঙ্গী কৰি থিয় হৈ থাকিল। চাৰিওপিনে লাহে লাহে নিশাৰ কীট-পতঙ্গবোৰে শব্দ কৰিবলৈ ধৰিলে, আৰু তাৰ লগে লগে দূৰৰপৰা ভাঁহি আহিল এটি শিশু কান্দোন। তেওঁৰ মূৰৰ ভিতৰত পুনৰ যন্ত্ৰণা আৰম্ভ হ'ল। কিবা এটা যেন পিছত এৰি থৈ আহিছে, একোৱেই মনত পেলাব পৰা নাই। বহুত দূৰৰপৰা ভাঁহি অহা কোনোৱা শিশুৰ সেই কান্দোন লাহে লাহে এনে লাগিবলৈ ধৰিলে যেন সুদূৰ পথাৰ-প্ৰান্তত হাজাৰ শিশুৱে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিছে। তেওঁৰ একোতেই মনত নপৰে ক'ৰ এই কান্দোন। বোকা-পানীৰ বাটেৰে তেওঁ আকৌ ঘৰলৈ উলটি যোৱাৰ কথা ভাবিলে। অতি চিনাকি এই বাট। চাৰিওপিনে আন্ধাৰ নামি আহিছে। দূৰৰপৰা অহা শিশুৰ কান্দোনৰ কাৰণে তেওঁৰ মনটো বেয়া লাগিল। আবেলি সোণে অকলে বাৰান্দাত বহি বহি খেলি আছিল। অথবা বৰদেউতাকৰ সৈতে আধাফুটা মাতেৰে কথা পাতিছিল। মণীন্দ্ৰনাথে তাক কোলাত তুলি ওচৰৰ গাঁও ফুৰাবলৈ লৈ গৈছিল। তাৰ পিছত এবাৰ তাক নাৱত তুলি ল'লে। কোনেও দেখা নাপালে। নাৱত তুলি তেওঁ সোণক ক'লে—সোণ চা—কিমান মাটি—কিমান ডাঙৰ পথাৰ, এই মাটি এই পথাৰৰ মাজত তই ডাঙৰ দীঘল হবি, এয়া তোৰ জন্মভূমি, মাতকৈও ডাঙৰ জন্মভূমি, ঈশ্বৰতকৈও সত্য এই ঘাঁহ বন ফলফুল ভৰা মাটি; এইদৰে কথা কৈ কৈ সোণক নাৱত তুলি লৈ আহিছিল। কিন্তু এতিয়া সেইবোৰ কোনো কথাই তেওঁৰ মনত নপৰে। কেতিয়া ঘৰৰপৰা ওলাইছিল, লগত কোন আছিল—একো মনত নপৰে।

কুকুৰ, সোণ আৰু গুটীয়া নাওখন দৰগাৰ কাষতে পৰি থাকিল। দৰগাৰ মাটিত হাচান পীৰৰ কবৰৰ কাষত সিহঁত থাকিল। চতিয়না গছৰ ডালত শগুনৰ আৰ্তনাদে নিৰ্জন নিঃসঙ্গ গাঁওবোৰক ভয় খুৱাইছে।

আৰু মণীন্দ্ৰনাথ ঘূৰি আহি ঘৰ পোৱাৰ লগে লগেই দেখিলে, এটাইবোৰ মানুহে দৌৰাদৌৰি কৰিছে; বহুত মানুহ আহি জমা হৈছেহি। ঘৰৰ-পৰা কেনেবাকৈ সোণ নোহোৱা হৈছে। ধনবৌৱে উচুপি উচুপি কান্দিছে। পগলা ঠাকুৰ ঘৰলৈ অকলে ঘূৰি আহিছে, নাওখনো অনা নাই। ধনবৌ, বৰবৌ দুয়ো কন্দাকটা লগাইছে। বুঢ়াঠাকুৰ, অন্ধ মহেন্দ্ৰনাথ চোতালত কঠোৰ মূৰ্তি এটা লৈ থিয় হৈ আছে। মণীন্দ্ৰনাথে অলপ পিছত বুজিলে—সোণ ঘৰৰপৰা হেৰাইছে আৰু সকলোৱে সোণক বিচাৰিছে। এইবাৰ লাহে লাহে মণীন্দ্ৰনাথৰ সকলো কথা এটা এটাকৈ মনত পৰিল। তেওঁ ধীৰে ধীৰে আকৌ কোনেও নেদেখাকৈ পথাৰলৈ ওলাই গ'ল, পানীত নামিল। আঁঠুৰনীয়া পানী ভাঙি ভাঙি যিমানেই আগুৱাবলৈ ধৰিলে সিমানেই কুকুৰৰ আৰ্তনাদ এটা স্পষ্ট হৈ আহিল। সিমানেই তেওঁ মনৰ ভিতৰতে ক'বলৈ ধৰিলে—হাচানপীৰ তুমি আছা, তোমাৰ দৰগা আছে, মোৰ সোণক তোমাৰ কাষতে থৈ আহিছোঁ। তেওঁ আন্ধাৰৰ মাজে মাজে প্ৰায় দৌৰ দিবলৈ ধৰিলে। পানী বোকা, বন-ঘাঁহ মহতিয়াই বেগাই যাবলৈ ধৰিলে। দৌৰি যোৱাৰ ফলত বোকা-পানী ছিটিকি গায়ে মুখে পৰিছে। তেওঁ মাত্ৰ কুকুৰৰ মাত অনুসৰণ কৰি যাবলৈ ধৰিলে। হাতত লেম এটাও আনিবলৈ নহ'ল আৰু ওচৰত কোনো পৰিচিত শব্দও শুনিবলৈ নাই। মাজে মাজে দূৰত শিয়ালৰ ৰাও। অকলে এটা কুকুৰে ইমানবোৰ শিয়ালৰ সৈতে যুঁজিব পাৰিব জানো! সোণ, সোণ অ'। তেওঁ চিঞৰি উঠিল। এজন স্বাভাৱিক ভাল মানুহৰদৰে আবেগভৰা কণ্ঠেৰে তেওঁ ক'লে, মই তোক হাবিত এৰি আহিলোঁ অ' সোণ! আৰু বেছি তেওঁ ক'ব নোৱাৰিলে। পোহৰ তেনেকৈ নাছিল। তথাপি নক্ষত্ৰৰ পাতল পোহৰত তেওঁ বাট চিনি উলিয়াইছিল। অৱশেষত তেওঁ প্ৰায় ওচৰ পোৱাৰ লগে লগে সেই শব্দটো এবাৰ চিঞৰি উচ্চাৰণ কৰিলে, "গাৎ চোৰেৎচালা!" তেওঁ জোৰে জোৰে শব্দটো উচ্চাৰণ কৰিলে কিন্তু কুকুৰটোৰ কোনো সঁহাৰি নাই—সি ওচৰ চাপিও নাহিল। শেষত অনুমান হ'ল, কবৰৰ চালিৰ তলৰ কোনোবা কুৰুঙ এটাৰপৰা

যেন কুকুৰটোৱে মাতিলে। তেওঁ লৰালৰিকৈ চালিৰ তললৈ সোমাই গ'ল আৰু দেখিলে সোণে আঁঠুকাঢ়ি বগুৱা বাই আছে আৰু কান্দিছে। কুকুৰটো কাষে কাষে আছে। বহুত সময় কন্দাৰ ফলত সোণৰ ডিঙিত যেন কান্দোন নুফুটা হৈছে। মাত্র মাজে মাজে একোটা হিকটি উঠাৰ-দৰে হৈছে। পগলা ঠাকুৰ মণীন্দ্রনাথে লৰালৰিকৈ সোণক বুকুত সুমুৱাই ল'লে আৰু আদৰ কৰিবলৈ ধৰিলে। সোণৰ হাত গা মুখ চকু সকলোতে আদৰ কৰি হাত ফুৰালে আৰু সম্পূর্ণ অক্ষত দেখি তেওঁ অতি আনন্দ পালে। তেওঁৰ ধনবৌৰ মুখখন, উদ্বিগ্ন আৰু ব্যথিত ঘৰৰ আন মানুহ-বোৰ, সকলোলৈ তেওঁৰ মনত পৰিল। তাৰ পিছত হঠাৎ তেওঁৰ কুকুৰটোৰ কথা মনত পৰিল ; কুকুৰটোক ওচৰলৈ টানি আনি কৃতজ্ঞতাত বাৰে বাৰে তাক চুমা খাবলৈ ধৰিলে। তাৰপিছত লৰালৰিকৈ বলিয়াৰদৰে দৌৰি গৈ নাওখনত সোণ আৰু কুকুৰটোক লৈ উঠিব খোজোঁতে মন কৰিলে কাষৰ চালিখনৰ এদাঁতিত কেইবাটাও শিয়ালে হোৱা হোৱাকৈ ৰাও দিছে। এবাৰ আকাশলৈ আৰু এবাৰ দৰগাৰ ভঙা স্বচ্ছ আইনা-বোৰলৈ চাই তেওঁৰ হাঁহি উঠিল। কুকুৰটোক ক'লে, সৌ আকাশলৈ চা ; সোণক ক'লে, সৌৱা তৰাবোৰ চা, ঘাঁহ-বন ফৰিং ফুল চৰাই চা— এয়া জন্মভূমি—চা সোণ চা। তাৰ পিছত তেওঁ নিজে আকাশলৈ চালে, তাত যেন অঁকা আছে, সোণৰ মুখখন, তাৰ পিছত—তাৰ পিছত সেয়া পলীনৰ চকু। কুকুৰটোৱে নাৱৰ তলিৰ তক্তাত নেজ লৰাই লৰাই বহি আছে।

আৰু কিছুদিন পিছত। সোণে নিবিষ্ট মনে তৰমুজ খাবলৈ বহি মাটি খান্দিছিল। বালীয়া মাটি ; গতিকে সি এসোপা মাটি খান্দি পেলালে। সোণালী বালিৰ নদীৰ চৰত এতিয়া পানী নাই—শুকান। চৰ পাৰ হৈ নদীৰ পানী এখন পাতল চাদৰৰ দৰে ভিৰ্‌বিৰ্‌ কৰি কঁপি আছে।

স্বচ্ছ পানীত সৰু সৰু মালী মাছবোৰ অহা যোৱা কৰি আছে। সোণে নাৰিকলৰ খোলা এটাৰে নদীৰপৰা পানী আনিলে। সি খন্দা সৰু গাঁতটো পানীৰে ভৰালে। নদীত এতিয়া একাঁঠু মাত্ৰ পানী, গৰু পাৰ হৈ যায়, গাড়ীবোৰো পাৰ হয়। সোণে সেয়ে সহজে নদীত নামি মালী মাছ এটা ধৰি আনিলে। মাছটো আজলি কৰি হাতলৈ আনি প্ৰথমে গাঁতটোৰ পানীত এৰি দিলে আৰু তৰমুজ পাতৰ মাজেদি শহাপহুৰ দৰে মূৰটো ওপৰলৈ তুলি চালে। দেখিলে দূৰত চৈৰ তলত বহি ঈছমে ধপাত খাইছে। সোণ আৰু তৰমুজৰ প্ৰতি সি লক্ষ্য ৰাখি আছে। সোণে তৰমুজ পাতৰ আঁৰত আৰু অলপ ভালকৈ নিজক ঢাকি ৰাখিলে। অকণমানি শৰীৰটো সোণৰ। তাৰ সেই শৰীৰৰ ৰং বালিৰ চৰৰ দৰেই। তাৰ ভৰি দুটা সুদা। এতিয়া বসন্তকাল। নদীৰ চৰৰপৰা বসন্তকালৰ বতাহ বলিছে। বতাহ জোৰে দিয়া কাৰণে তৰমুজ পাতবোৰ বেছিকৈ হালিজালি মাজত খালী হৈ হৈ গৈছে। গতিকে সেই পাতৰ মাজেৰে মাজে মাজে সোণৰ গাটো স্পষ্ট ওলাই পৰিছে। পাতৰ ফাঁকেৰে সোণক নিবিষ্ট মনে বহি থকা দেখি ঈছম অলপ চিন্তিত হ'ল। সি ভাবিলে, সোণে তাত বহি বহি তৰমুজৰ লতাবোৰ ছিঙা নাইতো! সি চৈৰ তলৰপৰা বগুৱা বাই বাহিৰলৈ ওলাই আহিল। মাতিলে, সোণ বাপু কেনি গ'লা?

সোণ লৰালৰিকৈ পাতৰ তলত আৰু ভালকৈ লুকাই পৰিল। প্ৰথম কথা হ'ল সি অকলে অকলে ঘৰৰপৰা এইখিনি ওলাইছেহি; দ্বিতীয়তে, সি এটা গাঁত খান্দি তাত নদীৰ পানী ভৰাই এটা পুখুৰী সাজিছে আৰু পুখুৰী সাজিবলৈ গৈ দুজোপা তৰমুজৰ গছ উভালিছে। এনে-বোৰ অপৰাধবোধে তাৰ মনত ক্ৰিয়া কৰিছে। সি এবাৰ পাতৰ মাজেৰে মূৰ উলিয়াই দেখিলে, ঈছমে তাক বিচাৰি এই পিনেই আহি আছে। সোণে লৰালৰিকৈ পাতৰ আঁৰত মাটিৰ সৈতে মিলি গৈ লেপেটা খাই বহি থাকিল। ঈছম যিমানেই তাৰ পিনে আগুৱাই আহিল সিমানেই সি মাটিত বগুৱা বাই বাই পাতৰ আঁৰে আঁৰে

ওপৰলৈ গৈ গৈ এবাৰ যৱধানৰ খেতিৰ মাজত মনে মনে সোমাই পৰিল।

ঈছমে প্ৰথমে য'ত সোণক বহি থকা দেখিছিল এতিয়া তাত দেখোন কোনো নাই। সেইখিনিত তৰমুজৰ গছ দুজোপা মাত্ৰ তুলি থোৱা আছে। এটা সৰু গাঁতত অলপ পানী আৰু তাতেই এটা সৰু মালী মাছ ভাঁহি আছে। গাঁতৰ পানীখিনি ক্ৰমে কমি আহিছে। মাছটোৱে ওপৰলৈ চাই যেন ঈছমক দেখা পায়েই ঘোলা পানীৰ মাজত লুকাই গ'ল। ঈছমে আকৌ মাতিলে, সোণ অ' ক'ত আছা তুমি?

য'ত নদীৰ পাৰ ওখ হৈ গাঁৱৰ পথাৰৰ সৈতে মিলি গৈছে, তাৰপৰাই যৱ আৰু গমৰ খেতি। এতিয়া যৱ কটাৰ সময়। কিছুমান গঙা শালিকাই যৱ আৰু গম খাবলৈ উৰি ফুৰিছে। ঈছমে আকৌ মাতিলে, সোণবাবু ক'লৈ গ'লা? মই তোমাক লগত লৈ যাম। আহাঁ সোণ, মই কান্ধত তুলি নদী পাৰ কৰি লৈ যাম।

সোণে ঈছমে মতা শুনিলে, কিন্তু পলোৱা ঠাইৰপৰা লৰচৰ নহ'ল। ঈছমৰ সৈতে যেন সি এতিয়া লুকা-ভাকুহে খেলিব। সি যৱ খেতিৰ আৰু মাজত সোমাই বহিল। বহি বহি সি শুকান ঘাঁহ মোহাৰি থাকিল। যৱ গছবোৰ লৰি উঠিল। ঈছমে তৰমুজৰ পথাৰৰ আলিৰপৰা সকলো অনুমান কৰিব পাৰিছিল। সি বেগাই খোজকাঢ়ি গৈ যৱধানৰ মাজত সোমাই সোণক থাপ মাৰি সাবটি ধৰি পেলালে আৰু ক'লে, এতিয়া ক'লৈ যাবা বাপু?

যৱ-ধানৰ মাজত সোণে হাতভৰি আঁচাৰিবলৈ ধৰিলে। তাৰ চিঞৰত যৱ আৰু গম ধানত পৰি থকা গঙা শালিকাবোৰ ওপৰলৈ উৰা মাৰি আবেলিৰ ৰ'দত জিলিকি উঠিল। চৰাইবোৰ উৰি উৰি গৈ নদীৰ চৰত নামিলগৈ। সোণে চিঞৰি থাকিল—মই নাযাওঁ, মই নাযাওঁ, মোক এৰি দে।—মইনো কি কৈছোঁ তোমাক সোণ, তোমাক মই ঘৰলৈ লৈ যাব খোজা নাই নহয়। তুমি মোৰ লগত ব'লা, আমি দুয়ো চৈৰ তলত

ৰহিম, আচমান চাম। ব'লা ব'লা। সেইবুলি ঈছমে সোণক কান্ধত তুলি লৈ ছৈৰ পিনে খোজ ল'লে।

সোণৰ মনত এতিয়া আৰু পৰাজিত হোৱাৰ ভাবটো নোহোৱা হ'ল। সি ঈছমৰ কান্ধত নিজৰ ভৰি দুখন দোলাই দোলাই যাবলৈ ধৰিলে। সোণে দেখিলে, সোণালী বালিৰ নদীত পানী, কেইখনমান নাও আৰু ইফালে সিফালে দুই চাৰিজন গাঁৱৰ মানুহ। বসন্তৰ বতাহ যৱ আৰু গমধানৰ মাজে মাজে সোমাই অদৃশ্য হৈছে। নদীৰ পাৰে পাৰে যিমান দূৰলৈকে চকু যায়—কেৱল যৱ-গমৰ পকা পকা শীহ আৰু থোক, কিছুমান কেন্দু গছ আৰু সেই গছৰ ফুল সৰি তলত একোখন যেন ধুনীয়া ধুনীয়া দলিচা। সোণে ক'লে, ৰাতি তোমাৰ অকলে ভয় নালাগে ঈছমকাই ?

—নালাগে সোণ, আল্লা ভৰসা আছে। ভয় লাগিলে আল্লাৰ নাম লওঁ।

—দ'তে ধৰি লৈ যায় যদি—

—মোক নিনিয়ে দ'তে।

—লৈ যাব চাবা, দ'তে ধৰিলে তুমি গমেই নাপাবা।

—মোক নিনিয়ে। দ'ত বেটা মোৰ মিতা।

—তেনে, মায়ে যে কয়, তুমি অকলে ক'লৈকো নাযাবা, গ'লে দ'তে ধৰি লৈ যাব। দ'ত মাৰ দৰে সাজিও আহিব পাৰে, নাইবা তোমাৰ নিচিনা হৈও আহিব পাৰে।

—হ'বও পাৰে তেনেকুৱা।

—মই অকলে ক'লৈকো নাযাওঁ ঈছমকাই।

—আৰু আগলৈও নাযাবা হঁা।

হঠাৎ এবাৰ সোণে ঈছমৰ মুখখন ভালকৈ চাবলৈ চেষ্টা কৰিলে। চাৰিওপিনে পথাৰ—তাৰ নানাৰকমৰ ভয়ৰ ভাব সোমাবলৈ ধৰিলে মনত। যৱধানৰ শীহ আৰু গমধানৰ শীহ তাৰ গাত লাগিছে। তাৰ গা টো খজুৱাইছিল। সি ঈছমৰ কান্ধৰপৰা নামি তৰমুজ খেতিৰ মাজত সোমাল আৰু আৰু ক'লে, মই অকলে অকলে ঘৰলৈ নাযাওঁ, তোমাৰ

লগত যাম ঈছম কাই। তাৰ পিছত সি তাৰ প্ৰিয় মাছটো বিচাৰিবলৈ ধৰিলে। ঈছমক ক'লে, তুমি ছৈৰ তললৈ যোৱা, মই অলপ পিছত গৈছোঁ। সি তৰমুজ এজোপাৰ ওপৰত বহি গাঁতৰ ভিতৰত মাছটো বিচাৰিবলৈ ধৰিলে। পানীৰ তলত এতিয়াও মাছটোৱে লুকাভাকু খেলি আছে। সি গাঁৱৰ পিনে চালে। বেলি পৰি আহিছে। তৰমুজ গছৰ ফাঁকে ফাঁকে ৰ'দ পানীৰ ৰেখাৰ দৰে নামি আহিছে। সি দেখা পালে এটা ডাঙৰ তৰমুজ, পাতৰ ওপৰেদি ওলাই জিলিকি আছে। বহু সময় ধৰি নদীৰ পানীত সূৰ্যৰ পোহৰ আহি তিৰবিৰাই পৰা দৃশ্য সি চাই থাকিল। বহুত সময় ধৰি ডাঙৰ তৰমুজটোৰ ওপৰত বহি সি আকাশৰ বিভিন্ন প্ৰান্তত মেঘৰ নানাৰকম খেলা চাবলৈ ধৰিলে। বিচিত্ৰ ৰকমৰ চৰাইৰ জাকবোৰ গাঁৱৰ পিনে উৰি যোৱা চাবলৈ ধৰিলে। তাৰ আঙ্ক এতিয়া তাৰপৰা উঠি যাবলৈ মন নোযোৱা হৈছে। ঈছমে বাৰে বাৰে ছৈৰ ভিতৰৰপৰা মাতি আছিল। সি খাই থকা ধপাতৰ গোন্ধ ভাঁহি আহিছে। ক'ৰবাত বালি হাঁহৰ শব্দ শুনিলে সোণে। তথাপিও সি বহাৰপৰা নুঠিল। সি একান্তমনে নদীৰ চৰলৈ চাই থাকিল। অতি নিৰ্জন এই অঞ্চল। হঠাৎ দূৰত যৱধানৰ মাজত ভালুক এটাৰ মুখ দেখা পালে সি। লৰালৰিকৈ সি ছৈৰ পিনে গৈ থাকোঁতে তাৰ মনত পৰিল তাৰ কিতাপৰ ছবিত তেনেকুৱা ভালুকৰ মুখ এখন সি দেখা পাইছিল। সি ভাবিলে ভয় কৰাৰ কোনো কথা নাই। ছৈৰ ভিতৰত সোমাই সোণে ক'লে—বেটা দ'ত মোৰো মিতা ঈছম কাই; ময়ো কাকো ভয় নকৰোঁ।

সোণে ছৈৰ তলত সোমাই কিছু সময় জপিয়ালে। ছৈৰ বাহিৰত চাঙৰ তলত ঈছমে ধপাত খাবৰ কাৰণে মলা এটাত তুহঁ জুই একুৰা জ্বলাই থৈছে। তাৰপৰা ধোঁৱা উৰি আছিল। বাহিৰত আহি বহিবা আহাঁ সোণ। আচমানৰ তলত বহি কিমান ভাল লাগে চাবা আহাঁ—ঈছমে ক'লে।

ঈছমে তৰমুজৰ পথাৰত ভৰি মেলি বহিল। সোণে তাৰ কোলাত

ৰহি ক'লে, তুমি যে মোক কৈছিলা, কান্ধত তুলি নদী পাৰ কৰি নিবা, ক'তা, নিনিলা দেখোন! বহুত দিনৰপৰাই সোণৰ নদী পাৰ হোৱাৰ ইচ্ছা এটা আছিল। কিন্তু ঈছমে এতিয়া একো হয়-নহয় নোকোৱা কাৰণে তাৰ অকণমান অভিমান হ'ল। দূৰত নদীৰ পানী পাতল এখন চাদৰৰ দৰে তিৰ্‌বিৰাই আছিল। সোণে এবাৰ দেখিলে দুজনী বোৰখা পিন্ধা তিৰোতা নদীৰ পাৰে পাৰে যৱ ধানৰ মাজে মাজে আহি নদীৰ চৰত নামিলাহি। এইবাৰ তাৰ সঁচাকৈয়ে ভয় লাগিল। সি ঈছমৰ গাত সাৱটি কুচি মুচি বহিল। ঈছমে কোৱা সেই ভূতৰ সাধুবোৰ তাৰ মনত পৰিল—বগা বগা দুটা চকু আৰু হাত-ভৰি-মুখ নথকা গা-টো। ৰাতি ৰাতি মাকে কোৱা সেই ৰাক্ষস আৰু যখিনীৰ সাধুবোৰৰ কথা তাৰ মনত পৰিল। সি অতি ভয়ে ভয়ে বিনীতভাৱে ক'লে, ঈছমকাই, মই মাৰ ওচৰলৈ যাম।

—যাবা মোৰ লগত যাবা—

—নাই মই এতিয়াই যাম—

বোৰখা পিন্ধা তিৰোতা দুজনী নদীলৈ নামি গ'ল। অলপ পিছতে আহিল নয়াবাৰীৰ বৰমিঞা। ঈছমে বুজি পালে, তাৰমানে সেই দুজনী বৰমিঞাৰ বিবি। সি চিঞৰি মাত দিলে—অ' বৰমিঞা—বৰমিঞা হে—সোণক কান্ধত তুলি, তৰমুজ খেতিৰ মাজেৰে বৰমিঞাৰ ওচৰলৈ বুলি ঈছম আগুৱাই গ'ল।

নদীৰ পাৰে পাৰে বৰমিঞা আগুৱাই আহিছে। ইপিনৰপৰা বালিৰ চৰ পাৰ হৈ ঈছম আগুৱাই গৈছে। সোণৰ মনত কিছুমান সন্দেহ হ'ল। সি মাথোন ক'বলৈ ধৰিলে—মই নাযাওঁ—মই নাযাওঁ। সোণে দেখিলে—ঈছমৰ মাত শুনাৰ লগে লগে সেই অবয়ববিহীন ক'লা ৰঙৰ বস্তু দুটা পুতলাৰদৰে থৰ হৈ ৰ'ল। সি মন কৰিলে—সিহঁত পৰস্পৰ সমুখা-সমুখি হৈ পৰিছে। সি আকৌ ক'লে, মোৰ ভয় লাগে, মই ঘৰলৈ যাম।

ঈছমে ক'লে, বৰমিঞা ৰ'বা অকণমান। তোমাৰ বিবিহঁতক দেখুৱাই নিয়া এবাৰ। বোৰখা পিন্ধি আহিছে কাৰণে আমাৰ সোণৰ ভয় লাগিছে।

বৰমিঞাৰ মুখখন দেখাত কুৎসিৎ, বীভৎস। মুখত আই ওলোৱাৰ দাগ আৰু এটা চকু মৰা, বগা পৰা।

সোণে এইবাৰ ঈছমক অতি জোৰে সাবটি ধৰিলে। ক'লে—মই আৰু দুষ্টামি নকৰোঁ ঈছমকাই, মোক এৰি দিয়াঁ এৰি দিয়া—

সোণৰ কথা শুনি বৰমিঞাই হাঁহি দিলে। সুধিলে—অ' আমাৰ ধনকৰ্ত্তাৰ ল'ৰা-পোৱালি এই কণ?

এৰা—ঈছমেও হাঁহিলে।—ভয় নকৰিবা সোণ—এওঁ তোমালোকৰ পুৰণি আমোলত তোমালোকৰ ঘৰতে কাম কৰিছিল।

সোণালী বালিৰ নদীৰ পানীত সূৰ্য্যৰ শেষ পোহৰ পৰি সোণৰ ৰাজ হাঁহৰদৰে হৈছে। সেই ক'লা অবয়ববিহীন বস্তু দুটা নীৰৱ নিশ্চল হৈ ৰৈ আছে, যেন কোনোবা যাদুকৰে মন্ত্ৰৰ গুণেৰে এই দুই অপৰিচিত প্ৰেতাত্মাক বান্ধি ৰাখি ভূতৰ খেলা দেখুৱাইছে। সোণে ঈছমক শেষবাৰৰ কাৰণে জোৰে সাবটি ধৰিলে। চাৰ্কাচত সিংহৰ খেলা চোৱাৰদৰে এক অযাচিত ভয়, ৰোমাঞ্চকৰ এই দৃশ্য। বিষদৃশ, অবয়বহীন, ক'লা ৰঙৰ বস্তু দুটা লাহে লাহে আগুৱাই আহিল।

ঈছমে ক'লে—মিঞা, তোমাৰ এই দুই লবেজান বিবিক এবাৰ ভালকৈ দেখুৱাই দিয়া—আমাৰ সোণৰ মনৰপৰা ভয়টো ভাগক। দেখিছানে, ভয়তে কেনেকৈ মাতবোল ৰাইজাই নোহোৱা হৈ গৈছে।

চাৰিওপিনে গম আৰু যৱ ধানৰ খেতি। তাৰ কাষে কাষে লেতেকু আৰু তেনে জাতীয় গছত নীলকণ্ঠ পখীৰদৰে কিছুমান চৰায়ে বাহ লৈছে। চৰাইবোৰে কিচিৰ-মিচিৰ শব্দ কৰিছে। দূৰত এজনী গাইগৰুৱে হেম্বেলিয়াইছে। বেলিৰ পোহৰ যেন সোণৰ ৰাজহাঁহ। সেই আচৰিত বিস্ময়মুগ্ধ প্ৰকৃতিৰ নীৰৱতাৰ মাজত বৰমিঞাই তাৰ বিবি দুগৰাকীৰ মুখৰপৰা বোৰখা গুচাই দিলে। আশ্চৰ্য্য ধুনীয়া দুখন মুখ; দুৰ্গা গোসাঁনীৰদৰে মুখৰ গঢ়, নাকত নাকফুল, ভৰিত মলৰ জিন্‌জিননি শব্দ, পাতল লাহী গাৰ দুজনী যুৱতী ছোৱালী, বৰমিঞাৰ দুই বিবি। এক

বিস্ময়ত সোণৰ চকু দুটা চিক্‌মিকাই উঠিল ; যেন আন্ধাৰ ৰাতি নদীৰ বুকুৰ নাৱৰ ওপৰত জ্বলি থকা চাকিৰ পোহৰ !

সৰু বিবিয়ে ক'লে, আহাঁ সৰু কৰ্তা, মোৰ কোলালৈ আহাঁ—সেই বুলি কৈ ঈছমৰ কোলাৰপৰা সোণক নিজৰ কোলালৈ নি তাৰ মুখৰ ওপৰত নিজৰ মুখখন থৈ সৰু বিবিয়ে ক'লে—ডাঙৰ ডাঙৰ চকু দুটা মেলি কি চাইছা।

সোণে একো উত্তৰ নিদিলে। সি সৰু বিবিৰ মুখৰপৰা তাৰ দৃষ্টি আঁতৰাই আনিলে। ঈছমলৈ চালে। ঈছমে তেতিয়া বৰমিঞাৰ সৈতে খেতি-বাতিৰ কথা পাতিছিল।

ডাঙৰ বিবিয়ে ক'লে—সৰু কৰ্তা, ব'লা আমাৰ লগত।

সোণে চকু দুটা মুদি ক'লে—নাযাওঁ। সোণে আকৌ সৰু বিবিৰ মুখৰ পিনে চালে। সৰু বিবিয়ে সোণক ক'লে—মোক বৰকৈ মন খাইছেনেকি তোমাৰ—সেইবুলি সৰুবিবিয়ে খিল্‌খিল্‌কৈ হাঁহি দিলে।

হাঁহি শুনি ঈছমে ক'লে—তোৰ হাঁহিটো আগৰ দৰেই আছে অ'।— হঠাৎ তাৰ কিবা এটা মনত পৰাৰ দৰে সুধিলে—জাবিদা, তোৰ মাৰৰ কেনে অ' ?

—ভালেই আছে ভাইচাব।

সৰুবিবিয়ে সোণৰ থুঁতৰিত ধৰি ক'লে, বুজিছা কৰ্তা, মোক নিকা কৰিবলৈ হ'লে গালত দীঘল দীঘল দাড়ি ৰাখিব লাগিব। দাড়ি নহ'লে মোৰ হেঁপাহ মিটাব নোৱাৰিবা বুজিছা।— ডাঙৰ ডাঙৰ চকু, বেছ নিপোটল থল থলকৈ নাক-মুখ, গাৰ ৰঙো একেবাৰে নদীৰ বালিৰ দৰে চিক্‌চিকীয়া—এটাইবোৰ বৰ ধুনীয়া হৈছে ল'ৰাটোৰ। কিন্তু দাড়ি নহ'লে কেনেকৈ হ'ব !—সেইবুলি কৈয়েই চকুৰ পাকতে সৰু বিবিয়ে বৰমিঞালৈ চালে। সৰু বিবিৰ কথাষাৰত বৰমিঞাৰ মৰা চকুটোলৈকো যেন এটা শিহঁৰণ বাগৰি গ'ল। সৰু বিবিৰ চকু দুটা তেতিয়া মাণিকৰ দৰে জিলিকি আছিল। তাই ক'লে—ভয় নাই, ভয় নাই। সেইবুলি কৈ

তাই সোণক নিজৰ বুকুৰ মাজত ভালকৈ সুমুৱাই লৈ ভাবিলে—আল্লা, এই ল'ৰাটিৰ দৰে মোৰ এটা ল'ৰা হয় যেন!

বৰমিঞাই ক'লে, ঈছম ভাই যাওঁ এতিয়া; বেলি পৰি আহিল; ঘৰ পাওঁতে ৰাতি হ'বগৈ। যাবাচোন সময় পালে।

সৰু বিবিয়ে ক'লে, ভাইচাব—নিয়ক আপোনাৰ কৰ্তা—এই বুলি সোণক মাটিত নমাই দি মুখত বোৰখা পিন্ধি ল'লে।

সিহঁত কেইটা আকৌ যাবলৈ ধৰিলে। অলপ দূৰ গৈ সিহঁত নদীত নামিল। তাৰ পিছত পানী পাৰ হৈ নদীৰ সিপাৰত উঠিলগৈ। বৰমিঞা আগে আগে, পাছে পাছে সৰুবিবি, বৰবিবি আৰু লগে লগে আবেলিৰ ৰ'দৰ বিপৰীতে সিহঁতৰ ছাঁ কেইটা গৈ থাকিল। সোণে বহুত সময় ঈছমৰ হাতত ধৰি থিয় হৈ থাকিল। বৰবিবি আৰু সৰুবিবিৰ প্ৰতিবিম্ব নদীৰ পানীত ভাঁহিছে; সিহঁত নদীৰ পাৰে পাৰে গৈ আছিল। সিহঁত ক্ৰমে আঁতৰ হৈ গৈছিল। সোণৰ মনত যেন কিবা এটা দুখ লগাৰ দৰে হ'ল—ডাঙৰ ডাঙৰ চকু, দুৰ্গা গোসাঁনীৰ দৰে নাক-মুখ, নাকত ফুল, ভৰিত খাৰু—এতিয়াও তাৰ কাণত ঝিন্‌ঝিননি শব্দবোৰ বাজি আছে। তাৰ পিছত আকৌ হঠাৎ ছবিৰ ভালুকটো চকুৰ আগত ভাঁহি উঠিল সোণৰ। সি ঈছমক ক'লে মায়ে কৈছে—মোক এটা বন্দুক কিনি দিব।

ঈছমেও ইমান পৰে যেন কিবা কিবি ভাবি আছিল। বৰমিঞাৰ বিবিহঁতৰ কথা নাইবা অন্য কোনো ঘটনা—হয়তো তাৰ নিজৰ যৌৱনৰ কথা—সেইবোৰকে ভাবি সি কিছু সময় অন্য মনস্ক হৈ পৰিছিল। নাইবা এনে হ'বও পাৰে—বেলি ডুবিছে, গৰু-গাইৰ হেম্বেলনি শুনা গৈছে, মূৰত ঘাঁহৰ বোজা লৈ পথৰুৱা পথাৰৰপৰা ঘৰলৈ ঘূৰিছে—গতিকে তাৰো ঘৰলৈ ঘূৰাৰ সময় হ'ল। ঘৰ!—লগে লগে তাৰ মনত পৰিল—ঘৰত থকা তাৰ সেই পঙ্গু বিবিলৈ। বৰ মিঞাৰ কপালত কিমান সুখ! দুজনী বিবিক লগত লৈ ঘৰলৈ উভতিছে।—সেইবোৰকেই হয়তো ভাবি থাকোঁতেই সোণে ক'লে—বন্দুকটোৰে মই এটা ভালুক মাৰিম।

ঈছমে এইবাৰো একো উত্তৰ নিদিলে। সি সোণৰ হাতত ধৰি ধৰি

তৰমুজ খেতিৰ মাজে মাজে গৈ থাকিল। কেইটামান ডাঙৰ তৰমুজ ছিঙি আনি ছৈৰ ভিতৰত থলেহি আৰু তাৰ পিছত ছৈৰ জাপখন বন্ধ কৰি ক'লে, ব'লা যাওঁ।

ছৈৰ কাষৰ চাঙৰ তলত সোমাই সোণে ক'লে ঃ মোক যে কান্ধত লৈ নদী পাৰ হ'ম বুলি কৈছিলা—নিনিয়ানেকি ?

—আজি থাওক। সন্ধিয়া হৈ আহিছে, ধনমামীয়ে বিচাৰি ফুৰিব। বেগা-বেগিকৈ ব'লা, ঘৰলৈ যাওঁ।

তৰমুজ খেতিৰ পথাৰখন পাৰ হোৱাৰ লগে লগেই হঠাৎ সোণৰ মনত পৰিল তৰমুজ খেতিৰ মাজত গাঁতটোত তাৰ মৰমৰ মালী মাছটোক অকলে এৰি থৈ আহিল। সি ক'লে, ঈছমকাই, অক'মান ৰ'বা, মাছটো নদীত এৰি থৈ আহোঁ।

জপিয়াই জপিয়াই সোণে তৰমুজৰ লতা আৰু ফলবোৰ পাৰ হৈ যাবলৈ ধৰিলে। কিন্তু তৰমুজ গছবোৰৰ মাজত কোন টুকুৰা ঠাইত গাঁতটো আছিল সি এতিয়া বিচাৰি নোপোৱা হ'ল। সি চাৰিওফালে ভালকৈ বিচাৰিও নিৰ্দিষ্ট ঠাইটুকুৰা বিচাৰি নাপাই হতাশ মনেৰে তৰমুজ পথাৰৰ মাজত থিয় হৈ ৰ'ল। ঈছমে অলপ পিছতে তাক মাতিলে; কিন্তু বাৰে বাৰে মাতোঁতেও সোণৰপৰা কোনো সহাঁৰি নাহিল। অলপ সময়ৰ পিছতে অতি গধুৰ মনেৰে সি ঈছমৰ ওচৰ পালেহি আৰু গহীন মাতেৰে ক'লে, মালী মাছটো বিচাৰি নাপালোঁ।

ঈছমে সোণক হাতত ধৰি গাঁতটোৰ ওচৰলৈ লৈ গ'ল। গাঁতটোত এতিয়া পানী নাই—শুকাই গ'ল। মাছটো উবুৰি হৈ বালিতে পৰি আছে। সোণ গাঁতটোৰ কাষতে বহিল। মাছটো তুলি লৈ হাতৰ তলুৱাতে ইলুটি সিলুটিকৈ লুটিয়াই চালে। দেখিলে মাছটো সঁচাই মৰি আছে। এটা দুখৰ চাৱনিৰে সি চাৰিওপিনে চাবলৈ ধৰিলে। গাঁতটোৰ কাষৰপৰা উঠিবলৈ তাৰ মন নগ'ল। মালী মাছৰ চকু দুটাই যেন তাক পীড়ন কৰিবলৈ ধৰিলে; ঠিক যিদৰে সৰু বিবিৰ মুখখনে......! সি এবাৰ লাহেকৈ মাছটো গাঁতৰ বালিতে শুৱাই দিলে। গাঁতৰ পাৰৰ বালি

মাটিৰে মাছটোৰ গাটো ঢাকি দিলে। তাৰ পিছত তৰমুজ পাত এখিলা আনি গাঁতটোৰ ওপৰত চালি এখনৰ দৰে কৰি দিলে। সৰু মাছটোৰ কাৰণে এবাৰ সি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে। তেনেতে হঠাৎ তাৰ এনে লাগিল যেন—যৱধানৰ মাজে মাজে আহি বৰমিঞাই তাৰ সেই বগা মৰা চকুটোৰে যেন তালৈ একেথৰে চাই আছে। সি যেন মানুহটোৰে কোৱা শুনিলে—হাউ, মাউ, কাউ, মানুহৰ গোন্ধ পাওঁ। সোণে চাৰিওপিনে চালে, সেই একে বহল পথাৰ, যৱ আৰু গমৰ খেতি। বালিচৰত তৰমুজবোৰ, নদীৰ পানীত আবেলিৰ শেষ ৰ'দ আৰু নদীৰ সিপাৰৰপৰা অতি মনে মনে সেই মৰা চকুৰ মানুহটো—মুখত দাড়ি লৈ তাৰ পিনে অগুেৱাই আহিছে। হঠাৎ সোণে ঈছমক তাতে এৰি বালিচৰৰ ওপৰেদি দৌৰিবলৈ ধৰিলে। হঠাৎ তাৰ ধাৰণা হ'ল, তাক দ'তে পাইছে; আৰু দ'তৰ ফুচুলনিত সি এই মানুহ নোহোৱা ঠাইখিনি পাইছেহি। সি দূৰৰপৰা ঘূৰি চাই ঈছমক গৰু পোৱালি এটাৰ দৰে দেখিলে আৰু সেয়ে এই অচিনাকি ঠাইখিনিৰপৰা যিমান সোনকালে পাৰে পলাবলৈ ধৰিলে। সি দৌৰিছে আৰু দৌৰিছে। কিন্তু বেছি দূৰ দৌৰি থাকিব নোৱাৰিলে; কিয়নো, যৱধানৰ মাজত বাট হেৰুৱাই সি বৈ যাব লগীয়া হ'ল। ভয়ত তাৰ ডিঙি শুকাবলৈ ধৰিলে। কণ্ঠ যেন ৰোধ হৈ যাব খুজিলে। সি চিঞৰি কান্দিবও নোৱৰা হ'ল। ভয়ত সি বিবৰ্ণ হৈ পৰিল। চাৰিওপিনে যৱ আৰু গমধানৰ গছবোৰ; তাৰ শৰীৰ সম্পূৰ্ণ ঢাক খাই পৰিছে।

সি ভয়ে ভয়ে চকু নেমেলাকৈ বাট বিচাৰি ফুৰিলে। পথাৰত বালিচৰত অন্ধকাৰ নামি আহিল। ইফালে সিফালে শিয়ালবোৰে মাতিবলৈ আৰম্ভ কৰিলে। তেনেতে ঈছম আহি সোণক সাবটি ধৰি বুকুৰ কোমল উষ্ণতা যেন ওপচাই ঢালি দিলে। সি ক'লে—কৰ্তা, তুমি মোক এৰি থৈ ক'লৈ যাবা?

সোণে এইবাৰ চকু মেলি চালে। দেখিলে এয়া তাৰ চিনাকি ঠাই—তাৰ

সেই প্ৰিয় বকুল গছ—গছৰ তলৰ ছাঁত সৰি থকা অজস্ৰ বকুল ফুল—আৰু ফুলৰ গোন্ধ। সোণে এইবাৰ অতি নিৰ্ভয়ে ক'লে, মই আৰু ক'লৈকো নাযাওঁ ঈছমকাই। তোমাক এৰি ক'লৈকো নাযাওঁ।

ক্ৰমে আৰু কিছু সময় অতিবাহিত হ'ল। কিছু বছৰ পাৰ হ'ল।

পথাৰৰ শেষ মুঠি শস্য এতিয়া ভঁৰালত উঠিছেগৈ। চ'ত মাহৰ প্ৰায় মাজ ভাগ এতিয়া।

শুকান পথাৰ, হু হু কৰিছে। শুকান টান মাটিত হাল বাব নোৱৰা হৈ পৰিছে। সকলোতে এতিয়া খেতি-বাতিৰ বন্ধ্যা সময়। যিমান দূৰলৈকে চকু যায়—সমূখত মাত্ৰ ধূসৰ ধোঁৱা ধোঁৱা ভাব। শুকান কঠিন মাটি শিলৰ দৰে ওখ হৈ হৈ আছে। চৰাই-চিৰিকতি যেন এটাইবোৰ অদৃশ্য হৈ গৈছে নাইবা ক'ৰবাত যেন জ্বলি পুৰি আছে। ভাবিবই নোৱাৰি—এইবোৰ মাটিতে সোণালী শইচ গজে। ভাবিবই নোৱাৰি—ইয়াৰ বুকুতে আকৌ বাৰিষাৰ বান উঠে। হাবি-বন শূন্য। দুখীয়া ভিকহু সকলে শুকান সৰাপাত সংগ্ৰহ কৰিছে। আৰু মুচলমান খেতিয়কৰ জীয়াৰী বোৱাৰীয়ে এই শুকান পাত গোটোৱাৰ সময়ত আকাশলৈ চাইছিল।

জোটনে আকাশলৈ মূৰ দাঙি চাইছিল। তাইৰ বৰ দুৰ্দিন পৰিছে এতিয়া। ফকীৰ চাহাবে সেই যে এদিন এসাঁজ খাই পাঁচ বছৰৰ আগতেই ক'ৰবাত চিন্নি আছে বুলি কৈ গুচি গ'ল—তাৰ পিছত আৰু কোনোদিনেই এই পিনে মুখ নকৰিলে। আবেদালিয়েও আকাশলৈ চাইছিল, কাৰণ পানীৰ অভাৱত খেতি-বাতিৰ কাম একেবাৰে বন্ধ। নাৱৰ কামো একো নাই। গয়না নাৱৰ কাম খৰালি পৰাৰ লগে লগেই বন্ধ হৈছে। বৰষুণ এজাকমান আহিলে মাটিত কিবাকিবি শাক-পাত দুডালমান গজিব—সেই আশাৰেই জোটনে আকাশলৈ চাইছিল।

বৰষুণ হ'লেই খেতিবাতিৰ কাম আৰম্ভ কৰিব পৰা হ'ব, সেই আশাৰেই আবেদালিয়ে আকাশলৈ চাইছিল। এই অঞ্চলত এতিয়া আকাশলৈ মূৰ তুলি চাই থকা সকলোৰে অভ্যাস। বৰষুণ আহিব, কুমলীয়া ঘাঁহ গজিব, গছত নতুন নতুন পাত হ'ব আৰু বৰষুণ পৰি সেইবোৰৰ এটা গোন্ধ বিয়পি পৰিব......জোটনে ক'লে, এইবাৰ বাৰিষা আহিলে আবেদালি, তই মোক শহুৰৰ ঘৰলৈ লৈ যাবি।

আবেদালিয়ে ক'লে, তোৰ শহুৰৰ ঘৰ আকৌ ক'ত আছে এতিয়া?

—কিয় মোৰ ল'ৰাহঁত নাই?

আছে, আছে—কিন্তু কোনোবাই জানো তোৰ খা-খবৰ কেতিয়াবা কৰিছে?

আবেদালিৰ কথাত জোটনে একো উত্তৰ নিদিলে। তাই মনতে অতি দুখ পালে। আগদিনা আবেদালিয়ে ক'তো একো কাম পোৱা নাছিল। আজিও গোটেই দিনটো হিন্দুপাৰা ঘূৰি ঘূৰি এটা কামো গোটাব নোৱাৰিলে। চ'ত মাহত সকলোৰে টান পৰিছে। আবেদালিয়ে গৌৰ চৰকাৰৰ ঘৰৰ চালত খেৰ চিয়াই দিছিল। যি দুপইচা পাব—তেনেই সামান্য। সি অৱশ্যে পইচাৰ কথা নিজে আগতে কোৱা নাই। আবেদালিয়ে গোটেই দিনটো কাম কৰিলে। আজিকালি হাজিৰা কাম কৰা মানুহ বহুত। তাতে মুচলমান পাৰাত সকলো ফালৰপৰা ৰোজগাৰ বন্ধ হৈ পৰিছে। যাৰ গৰু আছে তাৰ গাখীৰ বেচি এবেলা ভাতৰ যোগাৰ হৈছে—ইবেলা মিঠা আলু সিজোৱা খাই থাকিব লগীয়া হৈছে। আবেদালিৰ গৰু নাই, মাটিও নাই—মাত্ৰ দেহাটো আছে। কিন্তু দেহা বেচিও এতিয়া দুপইচা নোপোৱা হৈছে। গোটেই দিন খাটনিৰ পিছত গৌৰ চৰকাৰৰ সৈতে পইচা লৈ তাৰ কাজিয়া লাগিল। বেয়াকৈ গালি কিছুমান পাৰি আবেদালি গুচি আহিল।

আবেদালিৰ বিবি জালালীয়ে তেতিয়াও মাটিত পেট পেলাই পৰি আছে। গোটেই দিন পেটত খুদকণ এটিও পৰা নাই। জববৰে আচমানদিৰ গাঁৱত গান শুনিবলৈ গুচি গৈছে।

মাটিত শুই শুয়েই তাই ক'লে—একো নাপালা ?

আবেদালিয়ে একো উত্তৰ নিদিলে। সি মাত্র হাতত লৈ অহা মোনাটো ঘৰৰ এচুকলৈ দলি মাৰি দিলে। কাষতে জোটনৰ ঘৰ। ঘৰটোৰ জাপখন বন্ধ। আবেদালিয়ে দলিয়াই দিয়া মোনাটোত কিবা আছেনেকি চাবলৈ জালালী লৰালৰিকৈ উঠি বহিল আৰু তাৰ পিছৃত থিয় হৈ কঁকালৰ খুলি যোৱা শাড়ীৰ খোচনিটো টানকৈ পেটত বান্ধি ল'লে। আবেদালিয়ে হোকা চিলিম যোৰ লৈ বহিল—যাতে অলপ সময় অন্যমনস্ক হৈ থাকিব পৰা যায়। জালালীয়ে শুকান সৰা পাত কিছুমান চৰুটোত সুম্ৱাই থৈ কাষৰে খাল এটাৰ ঘোলা পানীত কেৰাহী ধুবলৈ গ'ল।

কিমান সময় হোকা টানিলে আবেদালিৰ মনত নাই। সি দেখিলে জুহালৰ সিকাষে বহি জালালীয়ে কেৰাহী এটাত চাউল বহাইছে। জালালীৰ পিন্ধি থকা শাড়ীখন তেনেই চুটি। তাইৰ পেটটোৰ এছোৱা ওলাই আছে। বেটীৰ পেট উলিয়াই ৰখাৰ বৰ চখ্। ইফালে তাৰ দেহাই টানিব নোখোজে। তথাপি জালালীৰ ওলাই থকা পেটটো দেখি তাৰ যেন কিবা এটা লোভ হ'বলৈ ধৰিলে। বেছি সময় এইদৰে বিবিক বহি থকা দেখিলে আবেদালিৰ চকুৰ সমুখত এডৰা কলামাহ নাইবা এখন শূন্য পথাৰ ভাঁহি উঠে। নিজকে আকৌ অন্যমনস্ক কৰি তোলাৰ উদ্দেশ্যে সি ক'লে—জববৰটোনো গ'ল ক'লৈ ? কালিৰেপৰা দেখা নাই !

জালালীয়ে আবেদালিৰ ভাবগতিত তাৰ দুষ্ট বুদ্ধি ধৰিব পাৰিলে ; তাই ক'লে—জববৰ গুণাইবিবিৰ গান শুনিবলৈ গৈছে।

কাঠৰ হেতাৰে ভাতখিনি লৰাই লৰাই জালালীয়ে আকৌ ক'লে, গুণাইবিবিৰ গান শুনিবলৈ মোৰো মন যায়।

অভাৱ অনাটনৰ ইমান দুৰৱস্থাৰ মাজতো আবেদালিৰ হাঁহি উঠিল। সি ক'লে, নদী-নলাত পানী আহিবলৈ দেচোন, তেতিয়া তোক লৈ যাম—নাৱত তুলি।

জালালীয়ে বুজি পালে আবেদালিৰ কথাৰ ইংগিত। পথাৰলৈ যোৱাৰ,

খেতি কৰাৰ আহ্বান আবেদালিৰ সেই কথাৰ ইংগিতত। মুক্ত পথাৰত সিহঁতৰ মিলন সম্ভাৱনাৰ সেই ইংগিত।

আবেদালিৰ বায়েক জোটনে ইমানপৰে বাৰান্দাত বহি আবেদালিহঁতৰ সকলো কথা শুনি আছিল। সিহঁতৰ মনৰ সেই অনুৰাগ ভৰা কথাবোৰে তাইক উত্তেজিত কৰিছিল। তাই সহ্য কৰিব পৰা নাছিল। গতিকে তাই তাইৰ জুপুৰি ঘৰটোৰ জাপখন আৰু টানকৈ বন্ধ কৰি বহি থাকিল। কোনো কাম-বন নাই, শৰীৰত এক অসহ্য আলস্য। বহি বহি তাই চুলিৰ গুৰিত চিকুটি চিকুটি ওকণি বিচাৰিবলৈ ধৰিলে। জালালীৰ মনৰ অৱস্থাটোৰ কথা মনত পৰাৰ লগে লগেই তাই চুলিৰ গুৰিত ওকণি এটা হেঁচা মাৰি ধৰি পেলালে। তাইৰ চকুৱে মুখে এটা ভীষণ প্ৰতিশোধৰ স্পৃহা ভাঁহি উঠিল। তাই মদাৰ গছৰ তলত মনজুৰৰ মুখখন ভাঁহি উঠা যেন দেখা পালে। ওকণিটো দুই নখৰ মাজত লৈ জাপখনৰ ফাঁকেৰে উঁকি মাৰি চাওঁতেই তাই দেখিলে—চোতালৰ এদাঁতিত থিয় হৈ আবেদালি। সি বেগাই গৈ জালালীক থাপ্ মাৰি সাৱটি ধৰিছে যেন বাঘে বাঘিনীৰ গলধনত ধৰি কামোৰা কামুৰি কৰিছে, নাইবা হাতোৰাৰ মাজত চিকাৰ এটা লৈ বাঘ বৈ আছে, আবেদালিৰ দুই ভৰিৰ মাজত লতা এডালৰ দৰে জালালী মেৰ খাই আছে। এতিয়া চ'ত মাহ কাৰণে ঘনাই ঘনাই জোৰে জোৰে বতাহ মাৰি থাকে। তেনেতে এছাটি বতাহ অতি জোৰে আহি চোতালৰ ধূলিবোৰ উৰুৱাই চৌদিশ আন্ধাৰ কৰি তুলিলে। ঘৰৰ ভিতৰত আবেদালিয়ে এতিয়া তাৰ চিকাৰজনীক লৈ কি কৰিছে জোটনে আৰু দেখা নাপালে। হঠাৎ তাই জাপখন খুলি ধূলিৰ ধুমুহাৰ মাজে মাজে সমুখৰ পথাৰখনলৈ বেগাই গুচি গ'ল।

চ'তমাহৰ ৰ'দে পথাৰখন খাওঁ খাওঁ কৰি আছে। পুখুৰীবোৰৰ ক'তো অকণো পানী নাই। মাত্ৰ সোণালী বালিৰ নদীৰ চৰত বাৰিষা উঠি অহা পানী—এতিয়া তললৈ নামি গৈ এখন পাতল বগা চাদৰৰ দৰে হৈ আছে।

মচ্জিদৰ কুঁৱাতো পানী নাই। গাঁৱৰ দুখীয়া মানুহবোৰে বহুত

দূৰলৈকে খোজকাঢ়ি পানী আনিবলৈ যাবলগীয়া হৈছে। সোণালী বালিৰ নদীত যেন গাগৰিটোৱেই ডুব নাযায়। নমঃশূদ্ৰপাৰাৰ জীয়াৰী-বোৱাৰী-বোৰে শাৰী পাতি পাতি পানী আনিবলৈ গৈছে। সিহঁতে বাঁহৰ চুঙাৰে কলহত পানী ভৰাইছে। টেবাৰ পুখুৰীত, চৰকাৰহঁতৰ পুখুৰীত এতিয়া ঘোলা পানী। গৰু নামি নামি তাৰ পানীবোৰ একেবাৰে ঘোদালি পেলাইছে। বৰ দুঃসময় এতিয়া। হাতত কলহটো লৈ জোটন ওলাই গ'ল। ভাবিলে, সোণালী বালিৰ নদীৰপৰা পানী একলহ লৈ হাজি চাহাবৰ ঘৰলৈ যাব। বুঢ়া হাজি চাহাবৰ কাৰণে মৰম কৰি পানী একলহ কঢ়িয়াই নিলে হয়তো পইচা নহ'লেও এক কড়ি তেল নাইবা ধান এক কড়ি পাব পাৰে। তাই ওলায়েই দেখিলে, কিছু দূৰত পথাৰেদি মানুহ কিছুমান যেন দৌৰি দৌৰি গৈছে। এদল মানুহ যেন পথাৰৰ চোকা ৰ'দলৈ একো ভ্ৰূক্ষেপ নকৰি দৌৰি দৌৰি গৈ আছে। সিহঁতে মূৰত শীতলাদেবী লৈ যোৱা যেন লাগিছে। বিশ্বাসপাৰাত হাইজা লাগিছে। তাই দূৰৰপৰা মানুহ কেইটাক স্পষ্টকৈ চিনি নাপালে।

পথাৰত নামিয়েই জোটনৰ মনলৈ আহিল—জালালী নিশ্চয় এতিয়া উদং গাৰে ঘৰৰ ভিতৰৰ মজিয়াত পৰি আছে। ইফালে চৰুত ভাত উতলি আছে। পাত, খেৰ নাইবা শুকান লতাত জুই লাগি, সকলোবোৰ পুৰি ছাই হ'বলৈ কিমান পৰ! নদীৰ ফালে গৈ থকাৰ সময়ত তেনে কিছুমান দৃশ্য জোটনৰ মনত ভাঁহি উঠিছিল। চ'ত মাহত চাৰিওপিনে জুই লাগেই। জোটনৰ মনটোত অশান্তি লাগি থাকিল। তাই বেগাই খোজ কাঢ়িবলৈ ধৰিলে। সকলোৱেই নদীৰপৰা পানী লৈ ঘৰলৈ উভতিছে! তায়ো সোনকালে ঘূৰিব লাগিব। গাঁৱে গাঁৱে কলেৰা মহামাৰী হৈ বিয়পিছে। পথাৰৰ ৰ'দ মূৰত লৈ দৌৰি দৌৰি যোৱা মানুহবোৰ এতিয়া ঘূৰি আহি জোটনৰ ওচৰ পাইছেহি। একেবাৰে সমুখা-সমুখি হৈছেহি। লৰালৰিকৈ জোটনে কলহটো মাটিতে থৈ আঁঠুকাঢ়ি বহি পৰিল। গাধৰ পিঠিত শীতলাদেবীক তুলি নিয়া হৈছে। মানুহবোৰে মূৰত ঢাক-ঢোল লৈ বজাই বজাই গৈছে। সিহঁতৰ লগে লগে অলপদূৰ

গৈ জোটন ৰ'ল। বাটৰ দাঁতিয়ে দাঁতিয়ে মদাৰ গছ। সেই গছবোৰত লীগৰ ইস্তাহাৰ লগোৱা আছে। জোটনে সেই মদাৰ গছৰ ছাঁৰ তলে তলে গাঁৱৰ পিনে উঠি গ'ল।

বাটত জোটনে ফেলু চেখক লগ পালে। ফেলুৱে সুধিলে—জুতি, পানী কালৈ আনিলি?

জোটনে মাটিত ডুবাৰমান থুৱাই দিলে।—এই মানুহবোৰৰ সৈতে কথা পতাই গুণাহ। এই মানুহটোৱে আন্নুৰ গিৰিয়েকক একে ঘাপেই কাটি মাৰিলে আৰু এতিয়া সেই আন্নুৰ সৈতেই ঘৰ পাতিছে। তাই এদিন বহি বহি আবেদালিৰ সৈতে ফেলুৰ কথা পতা মনত পৰিল। —মানুহটোৰ কি কলিজা! ভয়-ভীত একো নাই। চামচুদ্দিনৰ সৈতে এতিয়া লীগৰ পাণ্ডাগিৰি কৰিছে।

ফেলুৰ প্ৰশ্নৰ উত্তৰত জোটনে একো নামাতিলে। আলিৰ এদাঁতিত থিয় হৈ ফেলুক পাৰ হৈ যাবলৈ তাই বাট এৰি দিলে।

কিন্তু ফেলুৰ লক্ষণ ভাল যেন নালাগিল। সি বাটতে থিয় হৈ থাকিল আৰু মিচিক্ মাচাক্কৈ হাঁহিবলৈ ধৰিলে। তাৰ এটা চকু আই ওলাই নষ্ট হৈছে; মুখখন দেখাত ভীষণ কুৎসিৎ। মুখৰ আধাখিনি দাড়িৰে ঢাক খাই আছে। এতিয়া আৰু চেহেৰাত, এসময়ত হাউ-ডু-ডু খেলাৰ সেই উজ্জ্বলতা নাই। গাত সেই শক্তিও হয়তো নাই। তথাপি তাৰ এটা চকুৱেই ভয়ঙ্কৰ হৈ জ্বলিছে। মিচিকি হাঁহি এটা মাৰি সি ক'লে, জুতি, তোৰ ফকীৰ চাব তেন্তে তোক নিবলৈ আৰু নাহিল!

—নাহিল—মই কি কৰিব লাগে! জোটনে আকৌ এবাৰ থুই পেলালে।

ফেলুৱে এইবাৰ অন্য কথা উলিয়ালে; কাৰণ, জোটনৰ মুখৰ চেহেৰা দেখি সি তাইৰ মনৰ ভাব বুজিব পাৰিলে আৰু এইদৰে আলিবাটত, হাবিয়নিৰ কাষত থিয় হৈ থকাটো সমীচীন নহ'ব বুলি বুজিলে। সেয়ে সি এইবাৰ অতি ভাল মানুহৰ দৰে অন্য কথা উলিয়ালে—মানুহবোৰে মুৰত তুলি কি নিছে জানো!

—শীতলাদেবী নিছে।

—মানুহ কেইটাৰ মূৰকিটা ভাঙি দিলে কেনে হয়?

জোটনে দাঁত মূৰ কামুৰি উঠিল, ভাবিলে—কৈ দিবনেকি—তোৰ মূৰটো ভাঙি দিলে কেনে হয়, নপুংসক। কিন্তু মুখেৰে একো নক'লে। মানুহটোক সকলোৱে ভয় কৰে। কেতিয়া কাৰ মূৰ লয়, হাঁহি হাঁহিয়েই একে চাবেই—কাৰ মূৰ সি কাটি দিয়ে একো ঠিক নাই; সেইবোৰ কৰাত ফেলুৰ সমান ওস্তাদ আৰু নাই। মানুহটোক কোনেও উচটাই নলয়। কোনোবাই তাৰ লগত লাগি ল'লেই ৰাতিৰ অন্ধকাৰত সি বিচমিল্লা-ৰাহমানে—ৰহিম বুলি কোৰবাণিৰ ছাগলীৰ দৰে ডিঙিত ঘপিয়াই দিয়াৰ ভয় আছে। আৰু সঁচাকৈয়ে কোৰবাণিৰ দিনা সি অতি ভয়ঙ্কৰ হৈ উঠে। গতিকে জোটনে যিমান সোনকালে পাৰি এই হাবিয়নি বাট টুকুৰাৰপৰা ওলাই আহিবলৈ বিচাৰিলে।

ফেলুৱে এবাৰ ওপৰলৈ চালে, বাঁহগছৰ ওপৰত চ'তৰ আবেলিৰ শেষ ৰ'দৰ পোহৰ। চামচুদ্দিনে তাৰ দল-বল লৈ বহুতখিনি আগুৱাই গ'ল। চাৰিওপিনে পথাৰ শূন্য। লতাজাতীয় গছ কিছুমান আৰু সোৰা গছৰ জোপোহাবোৰ মাত্ৰ অ'ত ত'ত দেখা যায়। তেনেকুৱা জোপোহা কিছু-মানৰ কাষতে সিহঁত দুটা থিয় হৈ আছে। আৰু ভাবিচিন্তি নাথাকি ফেলুৱে কিবা এটা খাটাংকৈ কৰি পেলাবলৈ ওলোৱাৰ ভাবেৰে মুখখন জোটনৰ পিনে অকণমান আগুৱাই নি ফুচফুচাই ক'লে—দিম নেকি খুন্দা এটা?

খঙত জোটনৰ মূৰটো হম্‌হমাবলৈ ধৰিলে, তাই ক'লে—মাউৰত মৰিবি, নপুংসক, বাট এৰ, নহ'লে মই এতিয়া চিঞৰি দিম।

হঠাৎ এনে এটা পৰিস্থিতিৰ বাবে জোটন অকণো প্ৰস্তুত নাছিল। কি কৰিব তাই একো ভাবি নোপোৱা হ'ল। ফেলুৱে হাঁহি হাঁহি ক'লে, খং কৰিছ কিয়, তোৰে সৈতে অকণমান ঠাট্টা-মস্কৰা কৰিলোঁ।—তাৰ পিছত চাৰিওপিনে এবাৰ চাই হাঁহি হাঁহি ক'লে, শীতলা গোসাঁনীৰ ভয়

মোক নেদেখুৱাবি জোটন। কব্ব যদি, আজি ৰাতি তাইৰ মূৰটো ছিঙি আনি তোক দেখুৱাব পাৰোঁ।

চামচুদ্দিনে দলেবলে গৈ আছে। লীগৰ সভা হ'ব। চহৰৰপৰা মৌলবী চাহেব আহিব। ফেলুৱে সেই সভাত যোগ দিবলৈ আহিছে। সেই কাৰণে তাক ঠিক নেতা এজনৰ দৰেই দেখিছে। গাত লুঙী আৰু হাতকটা গেঞ্জী। ডিঙিত গামোচা এখন মাফ্‌লাৰৰ দৰে বান্ধি লৈছে। সি জোটনক যাবলৈ দিলে। চামচুদ্দিনহঁত বহুদূৰ পালেগৈ। সিহঁতক লগ ধৰিবগৈ লাগিব। পথাৰৰ আলি ভাঙি ভাঙি গজ্ গজ্কৈ ফেলু বেগাই গুচি গ'ল। পথাৰৰপৰা আৰু এতিয়া শীতলাদেবীক দেখা নাপায়; গাঁৱৰ ভিতৰত অদৃশ্য হৈ গৈছে। তেনেতে ধোঁৱাৰ দৰে কিবা এটা কুণ্ডলী, গাঁও আৰু পথাৰৰ ওপৰলৈ আকাশৰ পিনে উঠি গৈ থকা যেন দেখা গ'ল। তাই যি ভাবিলে সেয়ে হ'ল। নদী নলা ক'তো পানী নাই। পথাৰ শুকান, গছ-গছনি শুকান; আৰু গোটেই দিনটো ৰ'দত খেৰৰ চালবোৰ আৰু মৰাঠাৰিৰ বেৰবোৰ শুকাই খৰ্খৰীয়া মাৰি থাকে। জোটনে কাষত কলহটো লৈ বেগাই খোজ ল'লে। তাই দেখিলে কাষৰ গাঁৱৰ পৰাও মানুহ কিছুমান দৌৰিবলৈ ধৰিছে। বহুত দূৰ বাট কুৰি বাই সোণালী বালিৰ নদীৰপৰা খাবলৈ বুলি আনি থোৱা পানীকে মানুহবোৰে কলহে কলহে জুইত ঢালিবলৈ ধৰিলে।

কিন্তু এই জুই আৰু জুইৰ লগত অহা বতাহে এইবোৰ সাধাৰণ মানুহৰ তেনেই সাধাৰণ ঘৰবোৰ এফালৰপৰা পুৰি পুৰি ছাই কৰি দিলে। জোটনৰ ঘৰো পুৰি ছাই হৈ গ'ল। আবেদালিৰ ঘৰতে প্ৰথমে জুই লাগিছিল। আবেদালিয়ে জালালীক এতিয়াও সাৱটি ধৰি আছে, নহ'লে তাই হয়তো জুইত জপিয়াই পৰিবগৈ পাৰে। সিহঁতৰ কঠা, তুলি, গাৰু বিচনা—দুই এপদ কাঁহী-বাটি সকলো গ'ল; পুৰি শেষ হ'ল। ডুম্ ডুম্কৈ বাঁহ ফুটিছে। লোটা কলহৰ শব্দ হৈছে। গোটেই গাঁৱতে জুই বিয়পি পৰিছে। মানুহবোৰে—কলগছ, কেঁচাবাঁহ বোকা-পানী য'ত যি পাইছে তাকেই জুইত জাপি দি জুই নুমুৱাবলৈ চেষ্টা কৰিছে। চাৰিওপিনে

এক বীভৎস দৃশ্য। কিছুমানে বিচনা, তুলি, গাৰু আৰু অন্যান্য বস্তুবোৰ পথাৰত পেলাইছেহি। আমগছ এজোপাৰ তলত বহি জালালীয়ে কপাল ভুকুৱাবলৈ ধৰিলে। নৰেন দাসে দা এখনেৰে জুইলগা ঘৰৰ কাষৰ ঘৰ এটাৰ চালখন কাটি তলত পেলাই দিছে—যাতে জুই উৰি গৈ তাত লাগিবগৈ নোৱাৰে আৰু ঘৰটো বাচি যায়; এইদৰেই আৰু দুই এটা ঘৰৰ চাল আৰু বেৰবোৰ কাটি বগৰাই দিছে; যাতে জুই আৰু বিয়পিব নোৱাৰে। জুই নুমুৱাবলৈ চাৰিওপিনৰ পৰা মানুহবোৰ উধাতু খাই আহিছে। কুঁৱাৰ পানী ইতিমধ্যেই শেষ হৈছে। হাজি চাহাবৰ পুখুৰীৰ তলিত ইতিমধ্যে যিকণ পানী আছিল—সিও শেষ। মনজুৰহঁতৰ পুখুৰীত বোকাপানী। এতিয়া সেই বোকা-মাটিকে কোৰেৰে চবিয়াই কাটি জুইৰ মাজলৈ দলিয়াই দলিয়াই দিছে। দূৰত শীতলাদেবীৰ ওচৰত ঢাক-ঢোল বজাই থকা মানুহ কেইটাই তেতিয়াও বজায়েই আছিল। বিশ্বাস পাৰাত হৰিপদ বিশ্বাস হিকতিয়াই হিকতিয়াই ইতিমধ্যে মৰিল। বেমাৰী চাবলৈ আৰু লগতে দুপইচা অৰ্জন কৰাৰ আশাত গোপাল ডাক্তৰে ইঘৰৰপৰা সিঘৰলৈ চাইকেলেৰে বেগাই কোব লৈছে। গৈ থাকোঁতে বাটতে, গাঁৱত জুই লগা দেখি, তেওঁ অশিক্ষিত মানুহবোৰক গালি পাৰিবলৈ ধৰিলে। প্ৰতি বছৰেই কোনোবাখন নহয় কোনোবাখন গাঁৱত এইদৰে জুই লাগিবই। গাঁৱৰ ঠেকি শিকা, আধা কেঁচেলুৱা ডাক্তৰ, গোপাল ডাক্তৰ। ৰোগী চাই ধন উপাৰ্জন কৰে। তাৰ উপৰিও দুখীয়া মানুহক সুদলৈ টকা ধাৰলৈ দিয়ে। গোপাল ডাক্তৰে আলিবাটত থিয় হৈ চাইকেলৰ ক্ৰিং ক্ৰিং বেল বজাই জুই লগা ঘৰবোৰৰ কাষত গোট খোৱা মানুহবোৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে। তেওঁ যেন মানুহ-বোৰক ক'ব খুজিছে—কোন আছ, কাক লাগে আহ, টকা লৈ যা, ঔষধ লৈ যা, সুদ দিবি, পিছত ধাৰ শোধ কৰিলেও হ'ব।

ভৰিত খৰম পিন্ধিয়েই শচীন্দ্ৰনাথে জুই লগা ঠাইলৈ লৰি আহিছিল। জোটন, আবেদালি আৰু গাঁৱৰ সকলোৱে কিবা অকণমান সান্ত্বনাৰ আশাৰে তেওঁৰ পিনে মুখ ঘূৰাই চালে। শচীন্দ্ৰনাথেও সকলোৰে

মুখলৈ চালে। সকলোৰে এতিয়া আবেদালি আৰু জালালীকে দোষাৰোপ কৰিবলৈ ধৰিছিল ; কাৰণ সিহঁতৰ ঘৰৰপৰাই জুই লগা আৰম্ভ হৈছিল। শচীন্দ্ৰনাথে মাত্ৰ ক'লে—কপাল! বোকা-মাটি-কলগছ আদি দলিয়াই দীঘল দীঘল বাঁহেৰে খুচি খুচি জুই নুমোৱাৰ সকলো চেষ্টাৰ পিছত সিহঁতে দেখিলে—নাই—আৰু কোনো উপায় নাই, সকলো জ্বলি জ্বলি শেষ হৈ যাবলৈ ধৰিছে। হঠাৎ সিহঁতে দেখিলে—মচ্‌জিদটোও দপ্‌ দপ্‌কৈ জ্বলিবলৈ ধৰিছে। সিহঁত এটাইবোৰ মচজিদৰ ফালে দৌৰিবলৈ ধৰিলে।

চামচুদ্দিনৰ দলটোৱে সভাৰ কাম শেষ কৰি ঘূৰি আহোঁতে বহুত ৰাতি হ'ল। সিহঁতে ঘূৰি ঘূৰি সকলোকে সান্ত্বনা দিবলৈ ধৰিলে।

চকুৰ আগতে গাঁওখন পুৰি নিঃশেষ হৈ গ'ল। বিশ্বাসপাৰাত তেতিয়াও শীতলা দেবীৰ পূজা হৈ আছিল। জাহ যোৱা ঘৰৰ জুই-ছাইৰ মাজত আধাপোৰা তুলি-তোচক কাঁহী-বাটি যি দুই এটা লামলাকটু, সা-সম্পত্তি পালে, যেনে তেনে বুটলি আনি সিহঁতে বাটৰ কাষৰ পথাৰত গোটাবলৈ ধৰিলে। জুইৰ পোহৰত মানুহবিলাকৰ মুখবোৰ তেতিয়াও স্পষ্ট দেখা গৈছিল।

ৰাতি বহুত হ'ল। জুই প্ৰায় একেবাৰে নুমাই আহিল ; অলপ অলপ ঠাণ্ডা ভাব হ'ল। শেষত আকুল হৈ জোটন এঠাইত বহি আছিল। চৌদিশ ঘন আন্ধাৰে ছাটি ধৰিছে। পোৰা ছাইৰ মাজৰপৰা অলপ অলপ ধোঁৱা ওপৰলৈ উৰি গৈ থকা এতিয়াও ধৰিব পাৰি। জোটনে লাহেকৈ বহাৰপৰা উঠি, আন্ধাৰতে পোৰা ছাই-ভস্মৰ মাজৰপৰা মনে মনে টকা ধন-সম্পত্তি বিচাৰি উলিয়াব পাৰিনেকি—সেই আশাৰে হাজি চাহাবৰ গোলাৰ ওচৰ পালেগৈ। পোৰা ছাইবোৰৰ মাজেদি জপিয়াই জপিয়াই তাই ইফালে সিফালে যাবলৈ ধৰিলে। চাৰিওপিনে পোৰা পোৰা গোন্ধ। ওচৰৰ কেওকাষৰপৰা দুঃখী মানুহৰ ভ্‌াঁহি অহা হা-হুতাশ তাইৰ কাণত পৰিলহি। আন্ধাৰতে এবাৰ মানুহ এটাক তাই চিনি পাই মাত লগালে—ফুফা, মোৰ সকলো গ'ল, ভালেই হ'ল।

এতিয়া আৰু যিপিনেই চকুৱে টানে সেই পিনেই গুচি যাম। ঘৰটোৰ কাৰণেহে বৰ ম'য়া আছিল! তাই মনতে আৰু ভাবিলে—ফকীৰ চাব আৰু নাহিলেই; আৰু নাহিলেই যেতিয়া এতিয়া আৰু কাৰ আশাত ইয়াত বহি থাকিম!

চিনাকি মানুহটোৱে আন্ধাৰত বহি থকাৰপৰাই অনুমান কৰিলে, জোটনে বৰ দুখতহে কথাবোৰ কৈছে। মানুহটোৱে ক'লে—আবেদালিৰ আৰু সময় অসময় নাই!

জোটনে উভতি চালে; ক'লে—কাকনো কি কম! সি হ'ল মতা মানুহ—দিনেই হওক ৰাতিয়েই হওক, যেতিয়াই তেতিয়াই খাবলৈ বিচাৰিব পাৰে। কিন্তু তই জালালী তিৰোতা মানুহ, তই দিন দুপৰতে কিয় সেইবোৰ কৰিবলৈ দিলি? কাপোৰ-কানি খুলি উদং গাটো দেখুৱালি কিয়?

জোটন আৰু নৰ'ল। বকি বকি সেই আন্ধাৰতে হাজি চাহাবৰ গোলাৰ চৌহদৰ পিনে গুচি গ'ল। প্ৰকাণ্ড গোলাৰ সকলো পুৰি ভস্ম হৈ গৈছে। ধান আৰু গুদামৰ নানাজাতীয় খাদ্য সামগ্ৰী পোৰাৰ গোন্ধ! সেই দুঃসময়তে বেং এটাই ক'ৰবাৰপৰা হঠাৎ কলপ্ কলপ্কৈ উঠিল। জোটনে জুই আৰু ছাইৰ দ'মৰ মাজত দীঘল বাৰি এডালেৰে খোঁচ দুটামান মাৰিলে। নাই, ক'তো একো নোলাল। হেঁচা খাই থকা ছাইৰ তলৰপৰা আঙঠা কিছুমান আন্ধাৰতে জল্মল্কৈ জিলিকি উঠিল আৰু আকৌ লাহে লাহে নুমাই যাবলৈ ধৰিলে। সেই আঙঠাৰ ৰঙা পোহৰত জোটনৰ মুখখন লোভী আৰু ক্ষুধা-সৰ্বস্ব চেহেৰাৰ এজনী গৰ্ভৱতী নাৰীৰ মুখৰ দৰে লাগিল। আন্ধাৰৰ ক্ষীণ পোহৰত জোটনে বাট উলিয়াই ল'লে। কালী গোসাঁনীৰ কাষত ঢাক-ঢোলৰ বাজনা তেতিয়াও চলি আছিল। হাজিচাহাবে তেতিয়া তেওঁৰ তিনিজনী বিবিৰ কোলাত ভৰিকেইটা মেলি দি কপাল খুন্দিয়াই খুন্দিয়াই মাটিত দীঘল দি পৰি আছিল। হাজিচাহাবৰ তিনিটা পুতেকৰ তিনিজনী বিবিয়ে পথাৰৰ চহাই খোৱা মাটিত বিচনা পাৰি, চোপ লোৱা মেকুৰী একোজনীৰ দৰে বহি

থাকিল ; যেন এসোপা পুৰি শেষ হ'ল, ভালেই হ'ল। পুৰিমেলি এতিয়াও শহুৰেকৰ বহুত সম্পত্তি থাকিব।

জোটনে উপলব্ধি কৰিলে—এই অন্ধকাৰত তায়ে অকলে বস্তু বিচাৰি ফুৰা নাই। আৰু বহুতেই হাতত বাৰি একোডাল লৈ এখুজি দুখুজি কৈ জুই আৰু ছাইৰ দ'মৰ মাজত বস্তু বিচাৰি ফুৰিছে। আঁতৰৰপৰা তাইৰ ধাৰণা হ'ল—হাজি চাহাবৰ গোলাৰ এটা ঘৰ যেন নাই পোৰা। আৰু হয়তো নোপোৰাকৈয়ে ৰ'ব। তাই জপিয়াই জপিয়াই আগবাঢ়িল। সেই ঘৰটোৰ ভিতৰত কিছুমান মৰাপাট ঠাঁহ খাই থকা তাই আগদিনা দেখিছিল। জোটনৰ মনটো এতিয়া ভাদমাহৰ পানীৰ দৰে টল্‌বল্ কৰিবলৈ ধৰিলে। হঠাৎ জোটনৰ খোজৰ শব্দত আন্ধাৰৰ মাজৰপৰা কোনোবাই ক'লে ঃ কোন ?

—মই—মই !

জোটনে অনুমান কৰিলে আৰু কোনোবাই ওচৰতে বস্তু বিচাৰি আছে। তাই সুধিলে,—তুমি কোন ?

লগে লগে তাইৰ অনুমান হ'ল—মানুহটো ফেলু চেখ। সিও আন্ধাৰত বস্তু চুৰ কৰিবলৈ আহিছে ; নাইবা এনেও হ'ব পাৰে—হাজি চাহাবৰ মাজুবিবিৰ সৈতে তাৰ আগৰেপৰা পীৰিতি। যেতিয়া ওচৰত আৰু কোনো সাৰে থকা নাই, সকলোৱে পথাৰত আশ্ৰয় লৈছেগৈ তেতিয়া তাই কিবা এৰি যোৱা বুলি ফাঁকি দি আন্ধাৰত মনে মনে আহি ফেলুক লগ ধৰিবহি পাৰে, কোনেও একো গম নাপাব। ফেলুৰ বহুদিনৰ পুৰণি এই জ্বালা। বেহা কৰিবলৈ যাওঁতে ভোলা অঞ্চলৰ সাগৰৰ পাৰৰ ঠাই এখনৰপৰা হাজি চাহাবে মাজুবিবিক তুলি আনিছিল। হাজি চাহাবৰ লগত আছিল ফেলু ; নানান ধৰণে ফুচুলাই, টকা-পইচাৰ লোভ দেখুৱাই ফেলুৱেই মাজুবিবিক আনি নাৱত তুলিছিলেহি। হাজি চাহাব তেতিয়া হাজি হোৱা নাছিল। আনহাতে ফেলুৰ তেতিয়া ভৰ যৌৱন।—তাৰ তেতিয়া কিমান নাম ! জোৱান মৰদ ফেলুৱে আৰম্ভৰেপৰা মাজুবিবিৰ সৈতে পীৰিতি কৰিবলৈ সুবিধা বিচাৰি ফুৰিছিল, আৰু মাজুবিবিয়েও

সেই সুবিধা দিছিল। এতিয়াও হয়তো মাজুবিবিয়ে গোপনে ফেলুক লৈ গান একোটা গায়। যেতিয়া কালিমুদ্দি চাহাব হজ কৰিবলৈ গৈ হাজি হৈ ঘূৰি আহে, তেতিয়া মাজুবিবিৰ মুখত সেই গান। পাছফালৰ আটলচ বাৰীত অকলে অকলে বহি বহি সেই গান গায় মাজুবিবিয়ে। তেতিয়া ফেলু বহি থাকে কাষত। সি তেতিয়া সিহঁতৰ বৰনাৱৰ মাঝি, বেহা বেপাৰৰ কামত নাৱেৰে হাট-বজাৰলৈ যাব লাগে; বস্তু-বাহানি কিনি-কুটি আনিব লাগে; গতিকে নাৱত আৰু ঘাটত সি প্ৰায়েই থাকিবলগাৰ অছিলাতে মাজুবিবিৰ সৈতে পীৰিতি কৰাৰ সুবিধা হয়। কিন্তু কালিমুদ্দিয়ে হজ কৰি অহাৰ কেইদিনমান পিছতে কথাবোৰ গম পাই গ'ল। তেওঁ ক'লে—মিঞা তোৰ মনত এয়াই আছিল! তাৰ পিছত হাজি চাহাবে কামৰপৰা তাক খেদি দিলে। সেইবোৰ বহুতদিনৰ আগৰ কথা। সেইদিনাৰেপৰা ফেলু আৰু হাজি চাহাবৰ ঘৰলৈ যাব পৰা নাই। মাজে মাজে মাজুবিবিৰ মুখখনে তাৰ পৰাণলৈ যেন বাৰিষাৰ বান বোৱাই আনে। তেতিয়া সি অকলে অকলে যেন প্ৰায় পগলা ঠাকুৰৰ নিচিনা হৈ যাব খোজে; গৰু বাটৰ অন্ধকাৰৰ মাজে মাজে গৈ পলাশ গছজোপাৰ কাষত মনে মনে থিয় হয়গৈ। হাবি-জঙ্গলৰ মাজত জুপুকা মাৰি বহি থাকে, আটলচবাৰীৰ ফাঁকেৰে কেতিয়া মুখখনে ভুমুকি মাৰি দেখা দিব? ফেলুৰ বিবি আন্নুও আজিকালি হাজিচাহাবৰ ঘৰলৈ প্ৰায়েই অহা যোৱা কৰে। সৰুবিবিৰ সৈতে বোলে আন্নুৰ বৰ ভাল। সৰুবিবিয়ে হেনো লুকাই লুকাই তাইক তেল, ডাইল, মাহকলাইৰ বড়ি এইবোৰ দিয়ে। আন্নুৱে কয়—সেইবোৰ হেনো সৰুবিবিয়ে দিয়ে। কিন্তু জোটনৰ মনে কয়, সকলো মাজুবিবিৰ কাম। কাৰণ মাজুবিবিৰ সৈতে ফেলুৰ পীৰিতি।

জোটনে সকলো বুজে। আন্নুৱে মাত্ৰ দেখুৱাব খোজে—সৰুবিবিৰ সৈতে তাইৰ বৰ ভাল, দুয়ো যেন সখী পতাপতি! আৰু ফেলুৱে মাজুবিবিলৈ মনত পৰিলেই এক মুহূৰ্তও বৈ থাকিব নোৱাৰে—লগে লগেই এইখিনি পায়হি। সি এতিয়া এই অন্ধকাৰত বহি আছে,

কেনেবাকৈ কিজানি দূৰৰপৰাই, জুইৰ ক্ষীণ পোহৰত এবাৰ মাজুবিবিৰ মুখখন দেখা পায়েই—সেই আশাত। চাৰিওপিনে হুলস্থূল। কোন ক'লৈ গৈছে—কোন ক'ত আছে—কোনে জানে; এয়েতো উপযুক্ত সময়। গতিকে ইয়াতে মনে মনে বহি আছে—মাজুবিবি এবাৰ এইপিনে অহাৰ অপেক্ষাত। মাজুবিবিৰ দুচকুৰ কি যাদু! —আৰু তাৰ মনৰ ভিতৰত কিহৰ মোহ! তাৰ মনটোৱে যে সকলো সময়তে কি বিচাৰে! ঘৰত তাৰ যুৱতী বিবি আন্নু। তাৰ নিজৰে বয়স দুকুৰিৰ ওপৰ হৈছে। তথাপি তাৰ মনে কি যেন বিচাৰে! ইমান অভাৱ অনাটনৰ মাজত অন্য প্ৰয়োজনতকৈ তাৰ মনত যেন কিহৰ অভাৱ! সি যেন কিবা এটা পাবলৈ বিচাৰে! অথচ এই আন্নুৰ কাৰণেই সি জানো কম কাণ্ডটো কৰিলে! আল্‌টাফ্‌ চাহাবৰ ডিঙিটো ঘেঁচকৈ একে ঘাপত সিয়েই ছিঙি পেলাইছে। মৰাপাট খেতিৰ মাজত পাট কটা কেনে হৈছে চাবলৈ আলটাফ্‌ আহিছিল। বুঢ়া আলটাফ্‌ চাহাবৰ শেষ পক্ষৰ বিবিক ফেলুৱে দেখা পাইছিল ঈদৰ পৰ্বত—পীৰৰ দৰগাৰ কাষত। দেখিয়েই সি প্ৰায় পগলাৰ দৰে হৈ পৰিছিল।—সি যেন কিবা এটা কৰি পেলাব খোজে! কি কৰিব, সেই সময়ত সি একো ভাবি নাপালে। তেতিয়া ফেলুৰ যৌৱন পৰি আহিছে। এক গাঁৱৰে নহ'লেও একে তল্লাটৰে মানুহ। গতিকে পিছৰ ঈদত সি মেহমান সাজি আল্‌টাফৰ ঘৰ ওলালগৈ। সি গৈ আল্‌টাফৰ সৈতে কথা-বতৰাৰ মাজেৰে জনালে যে, সি পাটৰ বেপাৰ কৰে; যেন ফেলু এটা ডাঙৰ মহাজন! সি তেতিয়া দাড়িত আতৰ সানে, বাবুৰ হাটৰপৰা কিনা ভাল লুঙী পিন্ধে—আৰু মন ভাল লাগিলেই পালোৱানৰ মেডেল আঁৰি লয়। বুঢ়া আল্‌টাফে খেলা-ধূলাত তাক বৰ উৎসাহ দিছিল। ফেলু যেন তেওঁৰ অতি আপোন, অতি চিনাকি! কিমান ডাঙৰ খেলুৱৈ ফেলু! এদিন তেওঁৰ ঘৰলৈ মেহ্‌মান হৈ আহিছিল—তেওঁৰ কিমান গৌৰৱৰ দিন সেইটো—বিবিহঁতে, পুতেকহঁতে দেখিব ফেলুক। খেলোৱাৰ পালোৱান ফেলুক তেওঁ অন্দৰমহললৈকে লৈ গ'ল। পীৰিতি কৰাৰ সকলো কৌশল ফেলুৰ জনা আছে। আল্‌টাফৰ

কলিফুল এপাহিৰ নিচিনা সকবিবিক চেগ খুজি কাছৰ বুকুৰ নিচিনা তাৰ বুকুখন সি দেখুৱালে। আম্নুৱে দেখিলে—তাৰ সেই বুকুখনত মেডেলবোৰ চিকমিকাই জিলিকি আছে। আম্নুৰ তেতিয়া মনত পৰিল তাইৰ সৰু-কালৰ কথা—। বালিকা আম্নুৱে খেল চাবলৈ গৈছিল— হাউ ডু ডু খেল। পৰাপৰদিৰ হাটত খেলিবলৈ ফেলু আহিছে। সেইদিনা হাটবাৰ নাছিল। তথাপিও কিমান যে মানুহ! দহ-বিছ মাইলৰ ভিতৰত সেই অঞ্চলত কোনো ডেকা ল'ৰা আৰু ঘৰত নাছিল। হাটৰ বাকৰিত মেলাৰ দৰে চাৰিওপিনে বহুতো নিচান উৰিছিল—যেন ঈদ মোবাৰক। ফেলু আছিল সেই মেলাৰ প্ৰাণ। খেলৰ শেষত ফেলুৰ জয় জয়কাৰ! আম্নু—বালিকা আম্নু সেইদিনাই যেন ফেলুৰ প্ৰেমত পৰি গ'ল। সেই ফেলু আহিছে—মেহমানৰ সাজত—তাইৰ মনত জানো এই কামনাই নাছিল, —আল্টাফচাবৰ বিবিয়ে নিজকে যেন সুধিলে। তাৰ পিছত ঘেচ্ কৰি এদিন ফেলুৱে আল্টাফৰ ডিঙিটোত ঘাপ দিলে। পাটখেতিৰ মাজত আল্টাফৰ ডিঙিটো দুছেও হৈ পৰি ৰ'ল। কোৰবাণিৰ দিনা বিচ মিল্লা-ৰহমানে-ৰহিম বুলি কৈ সি যিদৰে পাঁচ-ছটা কোৰবাণিৰ ডিঙিত চাকু চলাই দিয়ে—সেই একেদৰেই বিচ্ মিল্লা-ৰহমানে-ৰহিম বুলি আল্টাফৰ ডিঙিতো ঘেচ্ কৈ চাকুখন বহুৱাই দিলে। তাৰ পিছত আম্নু বিবিক বোৰখা পিন্ধাই যিদিনা সি ঘৰলৈ আনিলে—সেইদিনাই প্ৰথম, সিয়েই যে আল্টাফৰ ডিঙি কাটিছিল সেই খবৰটো তাইক দিলে। আম্নুৱে কথাটো শুনি ক'লে—তাইৰ মনতো সেই বাসনাই আছিল। তাই খিল্‌খিলাই উঠিল। তাইক দেখিলে ভাবিবই নোৱাৰি যে ফেলুৰ ইমান ডাঙৰ হত্যাকাণ্ডটো তাই ইমান সহজভাৱে লৈছে।

অন্ধকাৰতে ফেলুৱে অলপ দূৰত এটা ছায়ামূৰ্তি দেখি ভাবিলে—কিজানি মাজুবিবি মনে মনে তাৰ ওচৰলৈ আহিছে। কিন্তু কোন? কাৰ মাত শুনিলে! জোটনৰ মাতৰ নিচিনা লাগিছে। এই ভস্মীভূত ঠাইত কিবা বস্তু চুৰ কৰিবলৈ আহিছে বুলি সি যদি এতিয়া ধৰা পৰি যায়! তাৰ ভয় লাগিল।

জোটনে ভৎ'সনাৰ সুৰত ক'লে—নাম ক'ব নোৱাৰ মিঞা। কোন 'মই'— ?

ঃ মই মতিউৰ।—ফেলুৱে আন্ধাৰতে লুকাই থাকি মিছা নাম এটা ক'লে।

ঃ তোৰ লগৰ আন মানুহবোৰ ক'ত ?

ঃ জুইৰ ভয়ত পলাইছে।

ঃ তই ইয়াত কি কৰিছ ?

ঃ এই চানকি এখন বিচাৰিছোঁ।

ঃ হাজি চাহাবে নাজানে নেকি—তেওঁৰ বৈঠকখানা ঘৰটো পোৰা নাই বুলি ?

ঃ হাজি চাহাবৰ জুইলৈ বৰ ভয়।

মানুহটোৱে দূৰৰ পৰাই কথা কৈ আছে, ওচৰ চাপি অহা নাই। জোটনবো আন্ধাৰত ওচৰ চাপি যাবলৈ ভয়। মানুহটোৰ মাতটো স্পষ্ট নহয়। মাজে মাজে ফকীৰ চাহেবৰ নিচিনা লাগে, মাজে মাজে আকৌ ফেলুৰ নিচিনা লাগে। হয়তো মিছায়ে মতিউৰ বুলি কৈছে। তাৰপিছত হঠাৎ এনে লাগিল যেন মানুহটোৱে আন্ধাৰতে কিবা এটা বস্তু বিচাৰি পালে আৰু পায়েই লৈ দৌৰ দিছে।

জোটনে ক'ব খুজিলে, ধৰ ধৰ ! কিন্তু ক'ব নোৱাৰিলে ; কাৰণ, তাই নিজেও বস্তু চুৰ কৰিবলৈ আহিছে, ক'ৰবাত এখন চানকি নাইবা পোৰা চাউল, পোৰা ধান নাইবা পোৰা তুলি কঁথা—য'ত যি পালে তাই বুটলিবলৈ ধৰিলে আৰু গছ এজোপাৰ তলত জমা কৰিলেহি। অলপপৰ পিছতে জালালীও আহি তাইৰ লগ লাগিলহি। জালালীয়ে গছৰ তলত বস্তুবোৰ ৰখিলে। জোটনে বিচাৰি বিচাৰি যি পালে, আনি জালালীৰ হাতত দি আকৌ বস্তু বিচাৰি আন্ধাৰতে নোহোৱা হৈ গ'ল।

বিশ্বাসপাৰাৰপৰা কাৰোবাৰ কান্দোন ভাঁহি আহিছিল। শীতলাদেৱীৰ কাষত তেতিয়াও আৰতি চলি আছিল। হাইজাত আকৌ কোনোবা মৰিল চাগৈ। জোটনে আন্ধাৰতে ঘূৰি ঘূৰি মাটিৰ থাল, ভঙা কলহ, পিতলৰ বদনা আদি বিচাৰিবলৈ ধৰিলে আৰু দূৰৰপৰা ভাঁহি অহা

কান্দোন শুনিলে। তেতিয়া প্ৰায় মাজনিশা। পথাৰৰ মাজেৰে কোনোবা কোনোবা নদীৰ পাৰলৈ দৌৰাদৌৰি কৰিছে। অ'ত ত'ত গছৰ তলে তলে জ্বলি থকা লেমবোৰ বতাহত এটা এটাকৈ মুমাল। গোটেই পথাৰখনত তেতিয়া মাত্ৰ এটা হাৰিকেন জ্বলি আছে। হাজিচাহাবৰ হাৰিকেনটো। মহামাৰী হ'লে কিবা এটা অশৰীৰী যেনেকৈ বতাহে বতাহে ঘূৰি ফুৰে—সেইদৰে এই ধ্বংসৰ অন্ধকাৰত জোটনো যেন চাৰিওপিনে ঘূৰি ফুৰিবলৈ ধৰিলে। জোটনে আন্ধাৰতে এখুজি দুখুজিকৈ খোজকাঢ়িছে। হাজিচাহেবে এতিয়াও চোভান আল্লা চোভান আল্লা বুলি পথাৰতে চিঞৰি আছে। তেওঁৰ চকুত টোপনি নাই। সৰুবিবিক কাষত লৈ বহি আছে। কোনে কেতিয়া কি কৰি যায়হি একো ঠিক নাই; ভয়তে তেওঁ সাৰে আছে। যিবিলাকৰ ঘৰ-দুৱাৰ বিশেষ নাছিলেই, সাধাৰণ ভঙা-ছিঙা একোডোখৰ ঘৰ আছিল—সিহঁতে ফটা-ছিটা যি দুই এডোখৰ কাপোৰ-কানি আছিল—তাকেই পাৰি লৈ শুইছে, টোপনিও গৈছে। ৰাতিপুৱালেই হিন্দুপাৰালৈ গৈ হাজিৰা কাম কৰি নাইবা খুজি-মাগি হ'লেও বাঁহ খেৰ বিচাৰি আনিব লাগিব; কাৰণ খেৰণি পথাৰ এটাইবোৰ হিন্দুপাৰাৰ মানুহৰ। সেইদৰে বাঁহ খেৰ খুজি বিচাৰি আনি ঘৰ সাজি লয় মানে বাৰিষা পাবহিয়েই। জোটনেও নিজৰ ঘৰটোৰ কথা ভাবিলে। বাৰিষাৰ কথা ভাবিলে। ফেলুৰ কথা ভাবিলে, সি তাইক বাটে-পথে ধৰিব খোজে, তাইক খুন্দিয়াব খোজে; তাইৰ মনত পৰিল—মনজুৰলৈ—চান্দলৈ। এইদৰে ইটো সিটো ভাবি থাকোঁতেই হঠাৎ পোৰা বাঁহ-কাঠৰ মাজৰপৰা এটা বদনা টানি উলিয়ায়েই তাই দৌৰ দিলে। বস্তুটো জালালীৰ কাষত থৈ তাই ক'লে—চা—কি আনিছোঁ!

জালালীয়ে বদনাটো লিৰিকি বিদাৰি চালে। চাকিৰ পোহৰত বদনাটো—ইমান ডাঙৰ খাঁটি পিতলৰ বদনা—তাই যেন নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। আবেদালিও কাষতে আছিল। সিও ডিঙি বেঁকা কৰি বদনাটো হাতেৰে চুই চালে—ইয়াতে পানী এবদনা

আনচোন, পানী আন, ঢক্‌ঢক্‌কৈ খাই চাওঁ।—বদনাটো দেখিয়েই যেন আবেদালিৰ পিয়াহ লাগিল।

জালালীয়ে ক'লে—মই যাওঁ ৰ'বা—কেনেবাকৈ পাওঁ নেকি চাওঁ।

জালালী পানী আনিবলৈ যাবলৈ ওলাল। ওচৰে-পাজৰে কোনো নাই। আবেদালিয়ে জালালীৰ গালৰ ওপৰলৈ থাপৰ এটা মাৰিবলৈ ধৰাৰ দৰে হাতখন নি ক'লে—তোৰ ইমান সাহস—তই যাবি চুৰ কৰিবলৈ।

সেইবুলি কৈ সি গামোচাৰে মুখখন মচি ল'লে। গৰমতে সি ঘামি আছিল। আমগছজোপাৰ গুৰিত সি আঁউজি বহিব খোজোঁতেই দেখিলে—জোটন পানী আনিবলৈ ওলাইছে। পানীৰ বৰ অভাব। তাই অন্ধকাৰত ক'ৰবাৰপৰা পানী চুৰ কৰি আনিবলৈ গৈছে।

জালালী কিছু সময় মনে মনে থাকিল। তাৰ পিছত এবাৰ কাছৰ দৰে ডিঙিটো মেলি প্ৰায় চিঞৰি উঠিল—তোমাৰ কাৰণেই জুই লাগিল বুইছা।

জালালীৰ চিঞৰত আবেদালি যেন ভয় খাই উঠিল—

ঃ মোৰ কাৰণে জুই লাগিল?

এইবাৰ জালালীয়ে খিলখিলাই হাঁহি দিলে—মই সকলোকে নকওঁ যদি চাবাচোন!

ঃ কি কবি?

ঃ ক'ম, তেওঁ মোক ভাত ৰান্ধি থকাৰপৰা জোৰকৈ ঘৰৰ ভিতৰলৈ লৈ গৈছিলো।

ঃ ঘৰৰ ভিতৰলৈ লৈ গৈছিলোঁ—ভাল কৰিছিলোঁ; তোৰনো সেইদৰে ধানখেৰৰ নৰাৰে ভাত ৰান্ধিবলৈ কিহে পাইছিল?

ঃ সেই বুলি আৰু সময় অসময় নাই নেকি?

আবেদালি গহীন হৈ বহি থাকিল। তাৰ মনত পৰিল—তাৰ দেহাটোত তেতিয়া জুই লাগিছিল। সি মাত্ৰ ক'লে, ঠাণ্ডা পানীত গা ধুবলৈ মোৰ কিবা মন নাযায়নেকি!

ফকীৰচাহাব নিমগজোপাৰ তলতে এবাৰ বহিল। গছজোপাত কাউৰী এটাও দেখিবলৈ নাই। ফকীৰচাহেবে গাঁওখনৰ ঘৰবোৰলৈ চালে। বহাগ মাহ শেষ হৈছে। এতিয়া গছে গছে আম লাগিছে। তেওঁ মালা, তাবিজবোৰৰ মাজৰপৰা এটা ডাঙৰ টোপোলা বাহিৰ কৰিলে। গোটেই-খিনিৰ ওজনটো চাই তেওঁৰ ভাব হ'ল—এইবাৰ গাঁৱত কোৰবাণিৰ সংখ্যা বেছি নহ'ল। আঙুলিমূৰত গণিয়েই তেওঁ উলিয়াব পাৰিলে কেইটা কোৰবাণি কৰিছিল। বক্‌ৰি-ঈদত ইমান কম কোৰবাণি এয়ে প্ৰথম। কাউৰীবোৰে সেইবাবেই গোস্ত বিচাৰি বিচাৰি ঘূৰি ফুৰিবলগীয়া হৈছে। উৰি উৰি সিহঁত ইফালে সিফালে গুচি গৈছে। নিমগছজোপাত এতিয়া কাউৰীবোৰ নথকাত তেওঁ অলপ নিশ্চিন্ত বোধ কৰিলে। টোপোলাৰ-পৰা পাণ-চুপাৰি উলিয়াই মুখত ভৰালে আৰু চূণৰ টেমীৰপৰা চূণ উলিয়াই জিভাত লগাই ল'লে। পাণ-চুপাৰিৰ আমেজত মনটো ৰোমাঞ্চিত হৈ তেওঁৰ বহুত দিনৰ আগৰ ঘটনা এটা মনত পৰিল। তেওঁৰ মনত পৰিল, তেওঁ কাৰোবাক কথা এটা দি থৈছিল।

ওচৰতে বাটটো। দূৰত ক'ৰবাত আজি হিন্দুবিলাকৰ কিবা মেলা আছে। ফকীৰচাহেবৰ মনত পৰিল হয়তো আজিয়েই নয়াপাৰা পাৰ হ'লে ঘোঁৰা দৌৰৰ বাকৰিত বতৰৰ শেষ ঘোঁৰা দৌৰ খেলখন চাবলৈ পাব। তেওঁ ভাবিলে—যাবনেকি এবাৰ সেই খেল-পথাৰলৈ! কিন্তু বহুতদিনৰ পিছত এইবাটে আহি কাৰোবাক দি যোৱা কথা এষাৰলৈ তেওঁৰ বাৰে বাৰে মনত পৰিবলৈ ধৰিলে। ঘাই বাটেদি ডিঙিৰ ঘন্টি বজাই ঘোঁৰাবোৰ দৌৰি আছে। বিশ্বাসপাৰাৰ কালুবিশ্বাসৰ ঘোঁৰাটো —তেওঁৰ যেন নয়নৰ মণি; ঘোঁৰাটোৰ গাৰ ৰং কিচ্‌কিচ্‌কৈ ক'লা, কপালখন বগা আৰু ডিঙিত ঘন্টিৰে সৈতে সোণালী কড়িৰ মালা। ঘোঁৰাটো ঘাই বাটেদি গৈ গৈ বহুত দূৰ পালেগৈ। গ্ৰীষ্মৰ শেষ ধুমুহা বৰষুণত এই অঞ্চলৰ কিছুমান ঘৰবাৰী ভাঙি পৰি আছে। পথাৰৰ মৰাপাটৰ সৰু সৰু পুলি গছবোৰ বতাহত দুলিছে। পথাৰৰ অ'ত ত'ত মূৰত সৰু জাপি লৈ খেতিয়কে পাটখেতি নিৰাইছে আৰু

মাজে মাজে গীত জুৰিছে—আল্লা মেঘ দে, আল্লা পানী দে। চ'তৰ খৰাং ৰ'দ আৰু শুকান শুকান ভাবটো এতিয়া নোহোৱা হৈছে। চাৰিওপিনে সেউজীয়া মুকলি প্ৰান্তৰ। মানুহৰ মনত আনন্দ। যেন বছৰ শেষৰ লগে লগে সকলো দুখৰো শেষ। অভাৱ অনাটন এতিয়া কিছু কম, দুখীয়া মানুহবোৰে এতিয়া অন্ততঃ শাক-পাত খাই হ'লেও বাচি থাকিব পাৰিব। ফকীৰচাহেবে ভাবিলে—গৰমৰ দিনত পাটগছৰ কোঁহ নাইবা শুকান মাছেৰেই এক চানকি ভাত খাই দিবলৈ বেয়া নহয়। তাতে মুচকিলাচানৰ পাত্ৰটোৰ তলতে যত্নেৰে লৈ অহা কোৰবাণিৰ গোস্ত-খিনিতো আছেই! তেওঁ ভাবিলে, শেষ বয়সৰ সম্বল কৰি জোটন-বিবিকো লৈ যাব পাৰিলে গোস্তখিনিৰ দৰেই তাইকো ভাল লাগিব। ফকীৰচাহেবে ঘাই বাট ধৰি ওচৰৰ গাঁওখনৰ পিনে আগবাঢ়িবলৈ ধৰিলে।

মুচকিলাচানৰ চাকিত তেল নোহোৱা হ'ল। দৰগাৰ ছৈৰ তলত দুটামান নহৰু তিয়াই থোৱা আছে। নহৰুৰ তেলত বৰ উজ্জ্বল পোহৰ হয়। কিন্তু তেল নহ'লে এতিয়া তেওঁ এই ঠাইত ৰাতি মুচকিলাচানৰ চাকি জ্বলাই ঘূৰিব নোৱাৰিব। আকৌ দৰগালৈ গৈ চাকিত তেল ভৰাই আনিব লাগিব। ফকীৰচাহেবৰ ইচ্ছা আছিল—নহৰুৰ তেলেৰে মুচকিলাচানৰ চাকি জ্বলাব, সৰু ল'ৰা-ছোৱালীৰ চকুত চুৰ্মা লগাই দি আস্তানাচাহেবৰ দৰগাত—ৰচুলৰ ওচৰত দোৱা মাগিব—দোৱা মাগিব জোটনৰ কাৰণে—কিন্তু এতিয়া একোৱেই নহ'ল।

মচ্‌জিদৰ কুঁৱাৰপৰা পানী তুলি ফকীৰচাহেবে হাতভৰি ধুলে। ভৰিৰ শতচ্ছিন্ন কাপোৰৰ জোতাযোৰ হাতত লৈ জোতাৰ ভিতৰত আঙুলি ভৰাই চাফা কৰিলে। জোতা এপাটৰ ফুটা এটাৰে কাছৰ ডিঙিৰ দৰে—হাতৰ বুঢ়া আঙুলিটো ওলাই আহিল। জোতাত ভৰি সুমাবলৈ ধৰোঁতেই হঠাৎ কাষৰ গছ এজোপাৰপৰা চৰাই এটাই মাত দিলে। ফকীৰ চাহেবে ভাবিলে, দিনটো ভালেই যাব!

আবেদালিৰ ঘৰৰ চোতালত সোমায়েই তেওঁ মাত দিলে—মুচকিলা-

চানৰ আচান কৰিলে; অলপ সময়ৰ পিছত তেওঁ বুজিলে—জোটন হয়তো নাই, পৰবৰ দিনত ক'ৰবালৈ গৈছে। তেওঁ বিশেষভাৱে কাকো উদ্দেশ্য নকৰাকৈয়ে ক'বলৈ ধৰিলে—তেওঁক মাতি দিলে ভাল আছিল, বহুত দূৰৰপৰা আহিছোঁ, আকৌ কেতিয়া আহোঁ ঠিক নাই; গতিকে ভাবিছোঁ তেওঁক এইবাৰ লৈয়েই যাম।—তাৰপিছত কালৈকো ভৰসা নকৰি ফটা লুঙী এখন নিজেই ঘাঁহৰ ওপৰত পাৰি লৈ বহি পৰিল। অতি সাৱধানে বালা-তাবিজ আদি খুলি টোপোলা-টুপলিবোৰ কাষতে থ'লে। আন কোনো পিনে তেওঁ লক্ষ্য কৰা নাই—যেন সকলো ঠিক ঠাক কৰি থোৱাই আছে, উকীল, মৌলবী আদি সকলোকে কোৱাই আছে—দুই চাৰিটা দোৱা ল'লেই হ'ল। এবাৰ ফকীৰচাহেবে মাত্র গলখেকাৰি মাৰি মুৰ তুলি চাওঁতেই দেখিলে, জালালীয়ে জোটনক খবৰ দিবলৈ হাবি-বন ভাঙি হাজিচাহাবৰ ঘৰৰ পিনে দৌৰি গৈছে।

ফটা লুঙীখনত বহি থকা ফকীৰচাহেবে অলপ পিছতে জামৰুল গছৰ ফাঁকেৰে সেই অস্পষ্ট মুখখন দেখা পালে—জোটন আহিছে। জোটনৰ গাত যেন আগৰ শক্তি-সামৰ্থ্য নাই। জোটন নিজৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। ফকীৰচাহেবে জোটনক নেদেখিলেও দুই এটা শব্দৰপৰাই বুজিব পাৰিলে তাই আঁচীত নিজৰ মুখ চাই আছে, তিতা, শণ খেৰৰ দৰে চুলি কেঁচালেৰে অতি কষ্টেৰে খোপা বান্ধিবলৈ ধৰিছে। মুখ নোতোলাকৈয়ে তেওঁ যেন ধৰিব পাৰিছিল—বেৰৰ ফাঁকেৰে জোটনে তেওঁৰ হাত মুখ ভৰি সমস্ত অবয়ব তন্ময় হৈ চাই আছে।

ফকীৰ চাহেবে যেন ওচৰৰ গছ-গছনিকে উদ্দেশ্য কৰি ক'লে—অলপ সোনকাল কৰিলে ভাল হয়।

ঘৰৰ ভিতৰতে জোটনৰ যেন লাজে নধৰা হৈছিল। ফুচ্‌ফুচাই কোৱাৰ দৰে ভিতৰৰ পৰাই তাই ক'লে—আবেদালিক আহিবলৈ দিয়ক।

ফকীৰ চাহেবে চোতালৰ পৰাই ক'লে—উকীল বিচাৰিব লাগিব।

জোটনে যেন এইবাৰ অকণমান শক্তি পালে। আপুনি নাপাৰ, আবেদালিয়ে গৈ সকলো ঠিক কৰি আনিব।

ফকীৰ চাহেবে সঞ্চিত কোৰবাণিৰ গোস্তখিনিৰ ওপৰত হাত থৈ ক'লে, বেলা থাকোঁতেই ৰাওনা হ'ব লাগিব, নহ'লে গোস্তখিনি নষ্ট হ'ব। ফকীৰ চাহেবে গোস্তৰ টোপোলাটো নাকৰ ওচৰলৈ তুলি শুঙি চাই ক'লে—তোমাৰ হাত কেনে আছে? গোস্তত নিমখ-মচলা অলপ সানি ল'ব পাৰিবানে?

জোটনে এইবাৰ ঘৰৰ ভিতৰতে খিল্খিলকৈ হাঁহি দিলে, ক'লে—ঘৰলৈ নিয়াৰ আগতে এবাৰ পৰীক্ষা কৰি চোৱাৰ সাধ্ হৈছেনেকি?

ঃ সাধ আছিল, কিন্তু বেলি পৰিয়েই আহিল দেখোন!

জোটনে দাঁত ৰুকি আছিল। পানী এচলুৰে মুখখন কুল্কুলি কৰি টেকেলী এটাৰ ভিতৰৰপৰা পানচুপাৰি উলিয়াই মুখত ভৰালে। তাৰ পিছত জোটনে দেখিলে জোপোহা-বনৰ মাজে মাজে জালালী আহি আছে, গৰুবাটৰ দাঁতিৰ অশোক গছৰ মূৰৰপৰা বেলি নামি আহিছে, কাম কৰা মানুহবোৰ পথাৰৰপৰা ঘূৰিছে—সিহঁতৰ মূৰত মৰাপাটৰ আঁটি আৰু ঘাঁহৰ বোজা; আবেদালি পৰৱৰ দিনতো ঠাকুৰ ঘৰত কাম কৰিবলৈ গৈছে, তাৰ ঘূৰিবৰ সময় হৈছে, হয়তো সি ইতিমধ্যে আহি আছে। জোটনে সেইবোৰকে চাই চাই ওঁঠ দুটা ৰঙা কৰি লৈ বাবুৰ হাটৰপৰা অনা দুৰীয়া শাড়ীখন পিন্ধিবলৈ লৈ হঠাৎ দেখিলে তাইৰ বুকুৰ মঙহখিনি যেন শুকাই গৈছে। তাই মুখৰপৰা থুই অলপ আনি বুকুখনত সানি ল'লে। পাতল থুই সানি বুকুৰ শুকান ভাবটো গুচাই অলপ কমনীয় কৰিবলৈ চেষ্টা কৰিলে। তাই ভাবিলে, ফকিৰ চাহেবৰ বুঢ়া হাড় হ'লেও, আঘোণৰ পথাৰৰ দৰে বুকুখনত তাইক নিশ্চয় আশ্ৰয় দিব। নিকাহ কৰিব আৰু শূন্য পথাৰৰ দৰে উদং গাৰে তাইৰ সৈতে ৰঙ-ৰস কৰিব। দীৰ্ঘদিনৰ প্ৰত্যাশা—আল্লাৰ মাচুল তুলিবলৈ এই বয়সতো সেই দেহাই সকলো কৌশল খটুৱাব।

বেলি থাকোঁতেই আবেদালি আহিল। বেলি থাকোঁতেই আবেদালিয়ে কৰণীয় কামখিনি কৰি পেলালে। চোতালত দুই-চাৰিজন গাঁৱৰ মানুহ আহি গোট খালেহি। আবেদালিয়ে এটাইকে তামোল-ধপাত খুৱালে।

হাজি চাহেবৰ সৰু বিবিয়ে জোটনক ফটা বোৰখা এটা দিলে। জুই ভস্মৰ মাজৰপৰা অনা পিতলৰ বদনাটো জোটনে ফকীৰ চাহেবৰ ওচৰত থলেহি।

জোটনে লালবন্দৰৰ মেলাৰপৰা দুটা মাটিৰ কলহ আনিছিল। জালালীক মাতি আনি তাই কলহ দুটা আৰু ঘৰটোৰ ভিতৰৰ সামান্য বস্তু-বাহানি অৰ্থাৎ গ্ৰীষ্মকালত সংগ্ৰহ কৰি থোৱা শুকানপাত, মৰাঠাৰি আৰু চৰা দুটা—এই সকলোবোৰ দি দিলে। ফটা লুঙী এখনত জোটনে তাইৰ ভঙা আৰ্চীখন, ঠাকুৰৰ ঘৰৰ বোৱাৰীহঁতে ব্যৱহাৰ কৰি পেলাই দিয়া ভঙা কাঠৰ ফণী এখন, এখন চানকি আৰু চাউলৰ গুড়ি অলপ বান্ধি ল'লে; তাৰ পিছত টোপোলাটো হাতত তুলি লোৱাৰ সময়ত আনবাৰৰ দৰে এইবাৰো আবেদালিৰ গাত ধৰি হুকহুকাই কান্দি দিলে; এইবাৰকে লৈ চাৰিবাৰ তাইৰ নিকাহ হ'ল আৰু এইবাৰকে লৈ চাৰিবাৰ জোটনে এই চোতাল এৰি, বাপেকৰ ভেটি এৰি এজন এজন মিঞাৰ সৈতে খোদাৰ মাচুল তুলিবলৈ ওলাই গৈছিল।

ফকীৰ চাহেবেও টোপোলা-টুপলি বান্ধি ল'লে। পিতলৰ বদনাটো ঘূৰাই পকাই হাত ফুৰাই চাই, দুবাৰমান পানী চুহি খালে। বদনাটোত থকা বাকী পানীখিনি উলিয়াই পেলাই দিলে; বাঁওহাতত বদনাটো আৰু ইটো হাতেৰে কান্ধত জোলোঙা আৰু টোপোলাবোৰ আঁৰি ল'লে। তাৰ পিছত সোঁহাতত মুচকিলাচান তুলি লৈ মুখেৰে আল্লা আৰু ৰচুলৰ নাম লৈ লৈ সমুখৰ গৰুবাটৰ পিনে আগুৱাই গ'ল। এহাতে নিজৰ টোপোলাটো লৈ জোটনে আবেদালিৰ ঘৰৰ ভিতৰত সোমাই বোৰখাটো পিন্ধি ল'লে। তাই আবেদালিক ক'লে, জালালীক মাৰ-ধৰ নকৰিবি। —জালালীক উদ্দেশ্য কৰি ক'লে—সময়মতে আবেদালিক ভাত কেইটা ৰান্ধি-বাঢ়ি দিবি।

কথা কেইটা কোৱাৰ সময়ত জোটনৰ চকুৱেদি পানী বাগৰি আহিল। এইবাৰ বহুত দিনৰ পিছতহে তাইৰ নিকাহ হ'ল। আকৌ এবাৰ তাইৰ আগৰ মৃত তেৰটা সন্তানৰ কথা মনত পৰিল। সিহঁতৰ কাৰণেই যেন

তাইৰ এই চকুৰ পানী! তাইৰ ক'তো বেছিদিনৰ কাৰণে ঠাই নহয়। চতুৰ্থ বাৰৰ কাৰণে জোটনে গিৰিয়েকৰ সৈতে ঘৰ কৰিবলৈ ওলাইছে আৰু আকৌ আল্লাৰ মাচুলৰ কাৰণেই এইবাৰো এই নতুন যাত্ৰা। যদি ইমানদিনৰ পিছত আল্লাৰ দৰবাৰ শেষ হৈ গৈছে, মাচুল তোলাৰ দিন পাৰ হৈ গৈছে। তেন্তে তাই আকৌ ঘূৰি আহিব, আৰু সোণালী বালিৰ নদীত নাইবা বিলত সেলেক তুলি, ঘৰে ঘৰে খুজি মাগি, উছৰ পৰবত ঘৰে ঘৰে কাম-কাজ কৰি দি সুখে দুখে দিন কটাব।

বোৰখা পিন্ধি জোটন ওলাই গ'ল। এই অঞ্চলৰ সকলোৱে দেখিলে, আবেদালিৰ বায়েক জোটন আকৌ গ'ল। সকলোৱে যেন জানে আৰু দুটামান সন্তান-সন্ততি জন্ম দি তাই আকৌ ঘূৰি আহিব, আকৌ আবেদালিয়ে তাইৰে সৈতে কাজিয়া কৰি কৰি চোতালতে, দক্ষিণমুৱাকৈ ঘৰ এটা তুলি দিব। জোটনৰ নতুন ঘটনাটোৰ কথা শুনি হিন্দু পাৰাৰ তিৰোতা বিলাকে ইজনীয়ে সিজনীৰ গাত পৰি খিল্‌খিলাই হাঁহিলে। দীনবন্ধুৰ দ্বিতীয় পক্ষৰ ঘৈণীয়েকে খবৰ পাই জোটন যোৱা চাবলৈ দেৱা গছ জোপাৰ তলত থিয় হ'লহি। মালতীয়ে কাষৰ জোপোহাবোৰৰ মাজত বেতগুটি বিচাৰি ঘূৰি ফুৰোঁতে হঠাৎ জোটনক দেখি চিঞৰি চিঞৰি বৌৱেকক মাতিলে।

চোৱাঁহিচোন কি কাণ্ড! এইবাৰ জুতি ফকীৰ এজনৰ সৈতে ক'লৈ গৈছে চোৱাঁহি। ঠাকুৰৰ ঘৰৰ বোৱাৰীহঁতেও পুখুৰীৰ পাৰত থিয় হ'লহি। হাতত মুচকিলাচান, কান্ধত ওলোমাই কোৰবাণিৰ গোস্ত আৰু ডিঙিত মালা-তাবিজ—ফকীৰ চাহেবে ওপৰলৈ চাই চাই খোজ দিছে। গাত শতচ্ছিন্ন আলখাল্লা—তাক কথা চিলোৱাদি চিলাই লৈছে—য'তে ত'তে টুকুৰা কাপোৰেৰে টাপলি মাৰি লৈছে; ঠিক যেন আল্লাৰ এই দুনিয়াৰ দৰে।—য'তে যি পাইছে—এই দুনিয়াত তেওঁ লগাই দিছে।

এই পথাৰ, এই গছ-গছনি চৰাই, এই নদী উপকূল—তৰমুজ খেতি এই সকলোবোৰ যেন শতচ্ছিন্ন টাপলি মৰা জোব্বা। বিচিত্ৰ পলস পৰা মাটি আৰু পানীৰ ৰঙেৰে ৰঙীণ কৰি ৰাখিছে। ফকীৰ চাহেবে এবাৰ মুখখন ঘূৰাই পাছলৈ চাই দেখিলে, জোটনবিবি আহি আছে—বোৰখা পিন্ধি খোজ কাঢ়িবলৈ তাইৰ অসুবিধা হৈছে, তথাপিও এই চিনাকি বাটছোৱা বোৰখা পিন্ধি পাৰ নহ'লে সন্মান নৰ'ব। তেওঁ তাইক বেগাই খোজ কাঢ়িবলৈ ক'লে। বোৰখাৰ ভিতৰত পিতলৰ বদনাটো লৈ জোটনে বেগাই খোজ কাঢ়িবলৈ চেষ্টা কৰিলে। এই গাঁও, এই পথাৰ এৰি তাই যাবলৈ ওলাইছে, নৰেন দাসৰ বিধবা ভনীয়েক মালতীক মাত এষাৰ লগাই যাবলৈ তাইৰ ইচ্ছা আছিল। মালতীৰ হাঁহজাক তেতিয়া পেঁক্ পেঁক্কৈ পথাৰত চৰি আছিল। মতাহাঁহটোৱে মালতীক বৰ আমনি দি থাকে। মালতীৰ শৰীৰে আৰু আল্লাৰ মাচুল তুলিব নোৱাৰিব—কথাটো ভাবি জোটনৰ মনত বৰ কষ্ট হ'ল।

পথাৰৰ মাজে মাজে নদী-নলা অতিক্ৰম কৰি সিহঁত আগবাঢ়িল। ক'ৰবাত বাঁহৰ সাঁকোত উঠিবৰ সময়ত ফকীৰ চাহেবে জোটনক হাতত ধৰি পাৰ কৰাই দিছিল। তেওঁ এতিয়া যেন বেহা কৰি ঘূৰিছে। হাতত পানীফলৰ দৰে মুচকিলাচানৰ বস্তিটো—তাৰ তিনিফালে মুখ আৰু মাজত কাজল জমাই থোৱা গাঁতটোতে এডাল সৰু কাঠি। আঠ মাইলমান বাট যাব লাগিব। জেঠ মাহ পৰাৰ লগে লগে নদীত পানী বাঢ়িবলৈ আৰম্ভ কৰিছে। জোটনক পলাশ গছ এজোপাৰ তলত থিয় কৰাই থৈ ফকীৰ চাহেব ওচৰৰ হাট এখনৰপৰা কিবাকিবি কিনি আনিবলৈ গ'ল! নতুন মেহমান আহিছে, ঘৰটো ভাল কৰি থব লাগিব। দূৰত, কোনোবা এটা দৰগাৰ কাষত ফকীৰ চাহেবৰ সৰু ছৈ দিয়া চাং ঘৰ এটা। সাঁজ লগাৰ লগে লগে দৰগাৰ কবৰত বহুতে মম জ্বলাই দিবহি। মমৰ পোহৰত কাষৰ হাবি জঙ্গলবোৰ স্পষ্ট হৈ পৰিব। তেতিয়া তেওঁ ক'লা ৰঙৰ আলখাল্লা পিন্ধি মুচকিলাচানৰ চাকি জ্বলাই বাহিৰবলৈ ওলাই যায়। পথাৰে পথাৰে গৈ মানুহৰ চোতালত উঠেগৈ। মোটা মাতেৰে মাতে।

মুচকিলাচান আচান কৰি কৰি মাতে। মানুহবিলাকে ভয় খায়। তেওঁৰ চকু দুটা তেতিয়া জবা ফুলৰ দৰে ৰঙা হৈ থাকে। নহকৰ তেল চকুত সানি চকু ৰঙা কৰি নল'লে মানুহে ভয় নাখায়—পইচা নিদিয়ে। ফকীৰ চাহেবৰ তেতিয়া যেন আৰু ৰাতি নিজৰ চাঙলৈ ঘূৰি আহিবলৈ মন নাযায়। অন্ধকাৰত, বিচিত্ৰ হাবি বনৰ মাজে মাজে, পথাৰৰ আলিয়ে আলিয়ে তেওঁৰ মনত এক ভয়ঙ্কৰ ৰহস্য জাগি উঠে। এনে লাগে যেন এইবোৰ অলৌকিক ৰহস্যৰ মাজতে আল্লা ক'ৰবাত নহয় ক'ৰবাত অদৃশ্য হৈ আছে।

ফকীৰ চাহেবে বজাৰৰপৰা বস্তু কিনি আনোতে বেছি সময় নল'লে। হাট পাৰ হৈয়ে লোকনাথ ব্ৰহ্মচাৰীৰ আশ্ৰম। পলাশ গছজোপাৰ তলৈলৈ আহিয়ে তেওঁ জোটনক সুধিলে, বাবা লোকনাথৰ ওচৰলৈ এবাৰ যাবা নেকি ?

জোটনে বোৰখাৰ ভিতৰৰ পৰাই ক'লে, তেতিয়াহ'লে চাৰি পইচামানৰ মিচিৰি কিনি লওক।

কিন্তু হঠাৎ ফকীৰ চাহেবৰ কথা এটা মনত পৰিল। তেওঁ ক'লে, কোৰবাণিৰ গোস্ত লৈ বাবাৰ ওচৰলৈ কেনেকৈ যাম, তাতকৈ জেঠমাহত বাবাৰ উৎসব হয়, তেতিয়াই তোমাক লৈ আহিম। এতিয়া আৰু পলম কৰা ভাল নহ'ব, বেলি থাকোঁতেই ঘৰ পাবগৈ পাৰিলে হয়। আৰু দুমাইল বাট আছেই! তেওঁলোকে আকৌ বেগাই খোজ ল'লে।

ফকীৰ চাহেবে এবাৰ ক'লে,—কিমান দিন ভাবিছোঁ, তোমাৰ ওচৰলৈ যাব লাগে। কিন্তু ভৰসাই নাপাওঁ !

ঃ কিয়নো তেনেকৈ কয় !

ঃ মোৰ ঘৰটো তেনেই সৰু। চাৰিওপিনে হাবিজঙ্গল। কবৰখানা। ডাঙৰ ডাঙৰ চিৰিচ গছ। ৰাতি কিজানি তোমাৰ ভয়েই লাগিব।

'আপুনি মোৰ নয়নৰ মণি'—এইবুলি ক'বলৈ ইচ্ছা হৈছিল জোটনৰ ; কিন্তু ইমান সোনকালেই এইদৰে তাই মনৰ কথা ক'ব নোৱাৰিলে।

বেলি পৰি আহিছিল। সূৰ্য মেঘনাৰ সিপাৰত ডুব যাব ধৰিছে।

পুখুৰী এটাৰ পাৰত হাত ধুই ফকীৰ চাহেবে নামাজ কৰিবলৈ বহিল। জোটনো বহিল। ওচৰত কেনিও কোনো জনপ্ৰাণী নাই, শূন্য পথাৰ— সূৰ্য প্ৰায় ডুব গ'ল। ফকীৰ চাহেবৰ কাষত ভৰি দুখন ভাঁজ কৰি বহাৰ লগে লগে সমুখলৈ চাই জোটনে ভাবিলে—আগত দেখি থকা গাঁওখনেই কিজানি তাইৰ সেই প্ৰিয় চুলেমানপুৰ। তাইৰ মনত পৰিল। তাইৰ প্ৰথম বিয়া হৈছিল—চুলেমানপুৰৰ চমন্দৰ সৈতে। তাই পৰিয়ালৰ সৰু বিবি আছিল। সেইদিনা নিজকে তাইক এজনী বেগমৰ দৰে লাগিছিল। এতিয়া এই সন্ধ্যা, তাইৰ সন্তানবোৰে হয়তো ঘৰৰ বাহিৰত অ'ত ত'ত ঘূৰি ফুৰিছে। চমন্দৰ সৈতে হোৱা তাইৰ জীৱনৰ প্ৰথম চাদী খনৰ কথা ভাবি তাইৰ মনটো আকুল হৈ উঠিল।

আস্তানাচাহাবৰ দৰগা পায়গৈ মানে সিহঁতৰ ৰাতি হ'ল। চাৰিওপিনে কবৰখানা। চৌদিশে গহীন বন আৰু মাজে মাজে পকী বেৰ দিয়া কবৰ। কোনোবাই কবৰৰ কাষত মম জ্বলাই থৈ গৈছেহি। আজি কি বাৰ মনত পেলাবলৈ তাই চেষ্টা কৰিলে। মম জ্বলাবলৈ আহি কোনোবাই হয়তো এটাইবোৰ কবৰতে মম জ্বলাই থৈ গৈছে। আন্ধাৰত লাঠীৰে খেপিয়াই খেপিয়াই নিজৰ আস্তানাৰ ভিতৰত সোমাই ফকীৰচাবে ক'লে, বিবি, একো ভয় নাই। তুমি এতিয়া বোৰখা খুলি বতাহ লোৱাঁ। কবৰৰ মমৰপৰা মই আচানৰ চাকিটো জ্বলাই আনো।

ফকীৰচাব চাকি জ্বলাবলৈ গ'ল। জোটনে বোৰখাটো খুলি থলে। অন্ধকাৰত তাই একোকে ধৰিব পৰা নাই। এনে ঘোপমৰা অন্ধকাৰ জোটনে জীৱনত কেতিয়াও দেখা নাই। ক'তো এটা কুকুৰৰ মাত, মুৰগীৰ মাত শুনিবলৈ নাই। তাই দূৰৰ গাঁওবোৰলৈকে কেনিও চাকি এটাৰ পোহৰো নেদেখিলে। তাই যেন এক যোজন দূৰলৈ গুচি আহিছে। ভয়ত, আতঙ্কত তাইৰ কান্দো কান্দো লাগিল। হাবিৰ মাজত শুকান পাতৰ খচ্‌খচ্‌ শব্দ মাত্ৰ তাই শুনিলে! মৰা মানুহবিলাকে যেন যুদ্ধৰ আখৰা দিবলৈ বহুদূৰৰপৰা পৰী হৈ নামি আহিছে।

এবাৰ দূৰত মুচকিলাচানৰ পোহৰ দেখা গ'ল। শিয়ালৰ মাতো শুনা

গ'ল। হাবি আৰু গছ-গছনিৰ মাজেৰে আহি থকা ফকীৰচাবক তাইৰ কোনো এক ৰচুলৰ দৰে লাগিল। ওচৰত বহুতো অৰ্জ্জুনগছ যেন উৰ্দ্ধবাহু হৈ বিয়পি আছে। তাৰ তলত নতুন কবৰ এটা খন্দা হৈছে। জোটনে নতুন কফিনৰ গোন্ধ পাইছিল। যেন কোনোবা কোনোবাই কোৰাকুই কৰিছে, চুলেমানপুৰৰ বৰ বিশ্বাসৰ সৰুবিবিৰ প্ৰথম সন্তানটোৰ ইন্তেকাল হৈছে।

কবৰত কফিন নমোৱা মানুহ কেইজনক জোটনে দেখা পোৱা নাই। ফকীৰচাবে চাকিৰ পোহৰত দৰগাৰ চাৰিওপিনে যেন কিবা এটা বিচাৰি ফুৰিছে। কবৰ দিবলৈ অহা মানুহ কেইজন লাহে লাহে ঘৰলৈ যাবলৈ ওলাল—এজন এজনকৈ খোজ ল'লে। জোটনে এই প্ৰথম এই নতুন ঠাই টুকুৰাত মানুহৰ উমান পালে। সিহঁতৰ এজনৰ হাতত এটা হাৰিকেন লেম। সিহঁতে তলৰ বাটেদি পথাৰলৈ নামি গৈছে। বৰবিশ্বাসৰ আদৰৰ ধনে সকলোৰে মুখত ছাই সানি থৈ গুচি গ'ল। বৰবিশ্বাসৰ নাম শুনাৰ লগে লগে ছৈৰ তলত জোটনৰ মুখ শুকাই গ'ল। তাই ফকীৰ চাব অহালৈ বাট চালে, আহিলেই খবৰটো ল'ব, কাৰণ মানুহকেইটাই বাটেদি গৈ থাকোঁতে চুলেমানপুৰৰ বৰবিশ্বাসৰ কথা কৈ কৈ গৈছিল। তাই লাহে লাহে শুনিছিল, বাকীবোৰ অস্পষ্ট—কাণত ভালকৈ নপৰিল। মানুহ কেইটাক আৰু দেখা নোপোৱা হ'ল। হাৰিকেন লেমটো পথাৰৰ মাজত দুলি দুলি আঁতৰি গৈ থকা দেখা গ'ল।

তাত সেয়া কাৰ ইন্তেকাল হ'ল—জোটনে সোধাৰ লগে লগেই ফকীৰ চাবে আচানৰ চাকিটো তাইৰ মুখৰ ওচৰত তুলি ধৰিলে। অলপ সময় মুখখনলৈ চাই থাকিল। তাৰ পিছত যেন গহীন হৈ পৰিল। ক'লে, তোমাৰ মুখত এই কথা আৰু শোভা নাপায় বিবি। তুমি এতিয়া ফকীৰ চাবৰ শেষ বিবি। —সেইবুলি কৈ জোটনৰ আৰু ওচৰলৈ মুখখন নি ফকীৰ চাবে গম্ভীৰ আৰু একান্ত চিত্তে চাবলৈ ধৰিলে, তাৰ পিছত এবাৰ অতি আবেগত কৈ পেলালে, কথা দিয়াঁ, তুমি মোক এৰি নোযোৱাঁ।

—নাযাওঁ।

—এতিয়া যোৱা গোস্ত ৰান্ধাগৈ।

চাঙৰ তলত নানা ৰকমৰ লাম্-লাকতু। কিছুমান ভঙা-ছিঙা, কিছুমান ভাল, সকলো বিধৰে। অলপ আঁতৰত পানীৰ ডোঙা এটা। পাছফালে শুকান শেলুৱৈ লাগি থকা পুৰণি মচ্জিদ। ফকীৰ চাবে লেম এটা বাঁহ এডালত আঁৰি দিলে। গাৰ মালা-তাবিজ, কাপোৰ-কানি সকলো খুলি মাত্র লেঙুটি এডাল পিন্ধি ল'লে। তাৰ পিছত পানীৰ ডোঙা-টোৰপৰা জোটনক পানী আনি দিলে। জোটনৰ ৰন্ধা শেষ হ'লত দুয়ো গোস্ত-ভাত খাই লৈ লৰালৰিকৈ ছৈৰ ভিতৰত সোমাই আন্ধাৰতে মুখামুখিকৈ বহি গল্প আৰম্ভ কৰি দিলে।

অন্ধকাৰে এই ভূতৰ ৰাজ্যখন গিলি খাই পেলাইছে, হাবি জঙ্ঘলৰ মাজত যেন পৰী আৰু জীন কিছুমান খোজকাঢ়ি ঘূৰি ফুৰিছে। তেনেতে এদল ধূর্ত শিয়াল নতুন কবৰটোৰ পিনে সন্তর্পণে আগুৱাই গৈছে। সিহঁতে মাংসৰ লোভত খেক্ খেক্ শব্দ কৰিবলৈ ধৰিলে। জোটনে ক'লে, কিয় জানো মোৰ দেখোন ভয় লাগিছে।

ফকীৰ চাবে জানে, চুলেমানপুৰৰ বৰ বিশ্বাসৰ সৰুবিবিৰ ডাঙৰ ল'ৰা কলেৰাত মৰিছে ; তেওঁ আৰু গম পাইছে—শিয়ালবোৰে মৰাশৰ লোভত কবৰৰ মাটিত ভৰিৰে গাঁত খান্দিবলৈ ধৰিছে। গতিকে তেওঁ সান্ত্বনা দিয়াৰ দৰে আদৰ কৰি ক'লে,—শিয়াললৈকে ইমান ভয়! ভয় নাই, ভয় নাই! সিহঁতে ভোকতে তেনেকৈ চিঞৰিছে। তোমাৰ মনত আছে—পাঁচবছৰৰ আগতে এদিন মোৰ কি ভোক লাগিছিল! তুমি শুকান মাছেৰে মোক পেট ভৰাই খুৱাইছিলা। শিয়ালবোৰেও পেট ভৰিলেই আৰু হুক্কাহুৱা নকৰে।

জোটনৰ স্মৃতিৰ পটত সকলো ভাঁহি উঠিল। সেইদিনা ফকীৰ চাবে ফটা কঠত বহি পৰিপাটিকৈ খাবলৈ বহিছিল। তেওঁ খাবলৈ বহি দুবাৰ আল্লাৰ নাম উচ্চাৰণ কৰি লৈ আকাশলৈ চাইছিল। আকাশ পৰিষ্কাৰ আছিল। ফকীৰ চাবে জ্বলমল কৰি থকা আকাশৰ তলত চিকুণ চোতাল-

খনত বহি খপ্ খপ্কৈ ভাত খাব পৰা নাছিল। যি দৰে পৰিপাটিকৈ বহি লৈছিল—তেনেকৈয়ে ধীৰে সুস্থে এক চান্‌কি মোটা ভাত, শুকান মাছৰ পিটিকাৰে মোহাৰি মোহাৰি বেছ আৰাম কৰি খাবলৈ ধৰিছিল। ঠিক যেন এই চাংঘৰটোৰ দৰে ; কোনো জোৰ-জুলুম নাই। চানকিৰ কাষত, দুই এটা ভাত পৰিছিল, তেওঁ আঙুলিৰে তুলি সন্তৰ্পণে মুখত ভৰাই দিছিল, যেন সেই মোটা ভাত কেইটা আৰু ক'তো পোৱা নাযাব—যেন আল্লাৰ বৰ অমূল্য ধন। জোটনৰ এতিয়া এনে লাগিছে যেন খুটি খুটি খোৱাটো ফকীৰ চাবৰ অভ্যাসেই। এতিয়া এই চাঙত বহি অন্ধকাৰত তাইৰ শৰীৰটোও খুটি খুটি খোৱাৰ চখ্ হৈছে তেওঁৰ। তেওঁৰ গাত শক্তি কম। তথাপি সোলা মুখৰ জিভাৰে লিৰিকি বিদাৰি মাংস খোৱাৰ দৰে তেওঁৰ হাত এখন তাইৰ গাৰ য'তে ত'তে ফুৰাবলৈ ধৰিলে। ধীৰে ধীৰে জোটন বিবি যেন নিস্তেজ হৈ পৰিব খুজিলে। এতিয়া আৰু শিয়ালৰ চিঞৰ কাণত নপৰা হৈ গৈছে। চুলেমানপুৰৰ বৰ বিশ্বাসৰ কথা আৰু মনত পৰা নাই। তেৰটা সন্তানৰ জননী জোটন—তাইক এই অন্ধকাৰত জুমি চালে কোনেও বিশ্বাস কৰিব নোৱাৰিব। তাইৰ ডাঙৰ পুতেক কফিনৰ ভিতৰত—হাতভৰি জঠৰ কৰি পৰি আছে, অথচ জোটনৰ জননী হোৱাৰ চখ্ এতিয়াও শেষ হোৱা নাই। তাই ফকীৰ চাবৰ কোলাত মূৰ থৈ ক'লে—এই ৰাতিৰ বেলাত জোনৰ দৰে মুখখন তোমাৰ এবাৰ চাওঁ—ফকীৰ চাব!

ধীৰ সুস্থিৰ ভাবে ফকীৰ চাবে সেই মুহূৰ্তত খুটি খুটি খোৱাত ইমান ব্যস্ত হৈ পৰিছে যে—প্ৰেম সনা কথাবোৰ—জোনৰ নিচিনা তোমাৰ মুখ, তুমি মোৰ নয়ণৰ মণি নাইবা তোমাক পানীৰ দৰে আকুলি ধৰি থাকিবলৈ মন যায়—এনে ধৰণৰ কোনো কথাই তেওঁৰ ডিঙিৰপৰা ওলাই আহিবলৈ যেন তেওঁৰ সময় নাই। জননী জোটনেও এতিয়া তাইৰ কথাৰ উত্তৰ পাবলৈ একো জোৰ নকৰিলে। তাইও লাহে লাহে খুঁটি খুঁটি ভাত খোৱাত লাগি গ'ল।

সক্ষ খুৱাই লালটু আৰু পলটুক পঢ়াকোঠাত ধমকি দিছে। সোণৰ পঢ়া হৈ গৈছে; তাৰ এতিয়া ছুটী। কিন্তু অকলে অকলে তাৰ বাহিৰত থাকি ভাল লগা নাছিল। সি মনে মনে পগলা বৰদেউতাকক বিচাৰিবলৈ ধৰিলে। মাক এতিয়া ৰান্ধনি ঘৰত—তেওঁ ভাত ৰান্ধি আছে। আৰৈ চাউলৰ ভাত, কাৰৈ মাছ ভজা আৰু সুগন্ধ ঘিঁ। সোণৰ যেন বৰ ভোক লাগিবলৈ ধৰিলে। সি জবা ফুলৰ কলি এটা ছিঙি ল'লে। লালটুহঁতৰ পঢ়া শেষ হ'লেহে সিহঁতৰ সৈতে একেলগে মাকে তাক খাবলৈ দিব। সি সেয়ে এতিয়া ঘৰৰ চাৰিওফালে বৰদেউতাকক বিচাৰিবলৈ ধৰিলে। ফুলনিত দোপাটিফুল ফুলিছে। বকুলফুলৰ গোন্ধ বিয়পি পৰিছে। নিকুঞ্জলতা গছে গছে দুলিছে। ফুলনিত নানা তৰহৰ ফুল। শ্বেতজবা, ৰক্তজবা, চন্দনজবা—কত ৰকমৰ জবাফুল! ৰাতিপুৱাতে বৰমাকৰ সৈতে ফুল তোলাৰ সময়ত সোণৰ এটাইবোৰ ফুলৰ নাম মুখস্থ হৈ গৈছে। ফুলনিৰ মাজেদি গৈ থাকোঁতে সি হঠাৎ দেখিলে দোপাটিফুল জোপাৰ তলতে সেউজীয়া ঘাঁহনিখিনিত বৰদেউতাক শুই আছে। সি মনে মনে ফুলৰ ৰাজ্যত সোমাই বৰদেউতাকৰ কাষতে বহিল। এখন হাত মূৰৰ তলত থৈ বৰদেউতাকে আনখন হাত আইনা এখনৰ দৰে চকুৰ পতাৰ ওপৰত লাহেকৈ থৈ দিছে। যেন সেই হাতখনৰ মাজেৰে তেওঁৰ বিশ্ব দৰ্শনৰ ইচ্ছা। সোণে এবাৰ মনে মনে আগুৱাই গৈ বৰদেউতাকৰ পেটৰ ওপৰত জাপ মাৰি বহিল। তাৰ পিছত ফুলগছৰ পাতৰ ফাঁকেৰে উকি মাৰি চাৰিওপিনে চালে। সি দেখিলে কিমানবোৰ যে বিচিত্ৰ ৰঙৰ পখিলা ফুলগছৰ মৰা ঠাৰি এডালত পৰি আছে! সোণে বুজিলে—বৰদেউতাকে হাত চোৱা নাই, সেই পখিলাবোৰহে চাইছে। পেটৰ ওপৰত বহি থকাৰপৰাই সোণে মাতিলে—বৰদেউতা!

মণীন্দ্ৰনাথে একো উত্তৰ নিদিলে, মাত্ৰ হাঁহিলে।

সোণে ক'লে, ধপাত খাবনেকি? ধপাত আনি দিম?

মণীন্দ্ৰনাথে সেই শব্দটো উচ্চাৰণ কৰিলে, গাৎ ছোৰেৎচালা!

সোণে এইবাৰ ক'লে, বৰদেউতা আপোনাৰ ভোক লগা নাই?

মণীন্দ্ৰনাথে আকৌ ক'লে, গাৎছোৰেৎচালা !

সোণৰ এইবাৰ খং উঠিল। সি ক'লে, ময়ো আপোনাক সেই বেয়া কথাটোৰে মাতিম।.

মণীন্দ্ৰনাথে এইবাৰো হাঁহিলে। তাৰ পিছত চকুৰ ওপৰৰপৰা হাতখন তুলি মৰা ডাল এটাত পৰি থকা বিচিত্ৰ ৰঙৰ পখিলাবোৰলৈ এবাৰ আঙুলিয়াই দিলে, আৰু তাৰ পিছত দুই তিনিডালমান ঘাঁহ ছিঙি মুখত ল'লে। বহুত সময় ধৰি তেওঁ মুখখন মেলি ৰাখিলে, যেন তেওঁ ক'ব খুজিছে, মোৰ মুখখন চা, মুখ-গহ্বৰ চা, মোৰ আলজিভাখন কিমান ডাঙৰ চা—সেই সময়তে চামচুদ্দিনে নাও লৈ এই পাৰালৈ আহিছিল। ঈছমো পুৱাতেই নাও লৈ আহুধান কাটিবলৈ ওলাই গৈছে। এইটো এতিয়া ভাদ মাহ।

মণীন্দ্ৰনাথে ডাঙৰ ডাঙৰ দোপাটিফুলৰ গছবোৰৰ মাজত নিজকে যেন লুকুৱাই ৰাখিলে। কোনেও নেদেখা হৈ আছে। গছবোৰৰ মাজলৈ সোমাই যোৱাত সোণকো নেদেখা হৈ আছে। চাৰিওপিনে মাত্ৰ ফুলৰ গছ আৰু অজস্ৰ দোপাটিফুল, ৰঙা, নীলা, হালধীয়া ফুল ফুলিছে আৰু সৰি পৰিছে। অলপ দূৰত বাট পাৰ হৈ গৰুবাটত পানী, সেই পানীত নাও চলিছে। বাবুহাটৰ শাড়ী নিয়া হৈছে সেই নাওবোৰত—আৰু নিয়া হৈছে বাদাম—,নাওবোৰ গৈ পৰিবগৈ সোণালী বালিৰ নদীত। চামুৱে ফতিমাৰ হাতত ধৰি ধৰি সৰুকৰ্তাৰ ওচৰলৈ গৈছে।

সৰুকৰ্তাক দেখাৰ লগে লগেই চামুৱে ক'লে, কৰ্তা আপোনাৰ ডে' লাইটটো নিবলৈ আহিলোঁ—।

সৰুকৰ্তাই ক'লে, ডে' লাইটেৰে কি হ'ব ?

—ফুলনৰ বিয়া পাতিছোঁ।

—ক'লৈ দিবি ?

—আচ্‌মানদিৰ চৰত।

—বৈঠকখানাত বহগৈ যা—মই লাইটৰ অৱস্থা কেনে আছে চাই লওঁ।

হঠাৎ ফলনিৰ কাষেদি যাওঁতে চামুৱে দেখিলে দোপাটি গছৰ মাজত

বৰকৰ্তা—মূৰৰ তলত হাত দি শুই আছে। আৰু কাষতে বৰকৰ্তাক সাৱটি ধৰি সোণো শুই আছে—দুবৰি বনৰ ওপৰতে। শুই শুই দুয়ো ফুলগছৰ মাজত চকুৰে কিবা যেন বিচাৰি আছে।

সোণক দেখি ফতিমাই ক'লে, মই যাওঁ বা'জী—

—ক'লৈ যাৱ ?

বৰ ঠাকুৰৰ ওচৰলৈ—

—যা, কিন্তু বৰকৰ্ত্তা আৰু সোণক নুছুবি।

এই ফুলৰ গছ, পাতাবাহাৰৰ গছ আৰু নেমু গছৰ জোপোহাবোৰ পাৰ হ'লেই গাঁৱৰ বাট। ফতিমাই ঘূৰি গৈ সেই বাটৰপৰা মাত দিলে, অ' সোণাবাবু—

গছবোৰৰ মাজৰপৰা সোণে পিট্পিট্কৈ চাবলৈ ধৰিলে—সি ক'লে, তই ?

—বা'জীৰ লগত আহিছোঁ। —মিচিক্কৈ হাঁহি এটা মাৰিলে ফতিমাই।

ফতিমাৰ কঁকালত বাবুহাটৰ সৰু শাড়ী এখন মেৰিওৱা আছে। নাকত ফুল, সৰু চকু দুটাত চুৰ্মা টনা, ভৰিত মল ; খোজ কাঢ়িলে ঝুন্ ঝুন্ শব্দ হয়। গাৰ ৰঙটো যেন সেউজীয়া আৰু মুখৰ ৰং যেন ঘন পাতৰ ৰং। সোণে ক'লে, ভিতৰলৈ সোমাই আহিবি নেকি ?

—কেনেকৈ যাম ?

—কিয়—দোপাটিবোৰৰ মাজে মাজে সোমাই আহ !

ফতিমাই ফুলগছবোৰৰ মাজে মাজে বগুৱা বাই আহিবলৈ চেষ্টা কৰিলে। তাই নেমুগছৰ জোপোহাৰ মাজে মাজে আহি সোণৰ কাষত ৰ'লহি আৰু পোহনীয়া চৰাই এটাৰ দৰে মুখখন কৰি ফুলগছৰ মৰা ডালত পৰি থকা পখিলাবোৰ চাবলৈ ধৰিলে। ফতিমা যেন অবাক হৈ গ'ল। তাইৰ কাষতে এজোপা গন্ধৰাজ ফুলৰ গছ ; গছজোপা ফুলেৰে ভৰি বগা হৈ পৰিছে। গছজোপাৰ তলতে এটা কুকুৰ বহি আছে। ফতিমাই লক্ষ্যই কৰা নাই—কুকুৰটো তাইৰ ভৰিৰ কাষতে নেজ লৰাই লৰাই বহি আছে। প্ৰথমে ফতিমাক কুকুৰটোৰ অচিনাকি যেন লাগি-

ছিল, আৰু মুখ মেলি ঘেঁউ ঘেঁউ কৰিব খুজিছিল যদিও সোণৰ সৈতে তাইৰ ভাবগতি লক্ষ্য কৰি সি মনে মনে থাকিল। মণীন্দ্রনাথ আগৰ দৰেই শুই আছে। ফুলগছৰ ডালপাতবোৰৰ ফাঁকেৰে চালে ওপৰত অনন্ত আকাশ, সেই আকাশৰ মেঘৰ মাজে মাজে এখনি মুখ যেন ভুঁাহিবলৈ ধৰিলে, যেন সোণালী বালিৰ নদীৰ চৰৰ কাষে কাষে গৈ থকা নাৱৰ পাল। আৰু সেই আগৰ অভ্যাসমতে, একেই কবিতাৰ চৰাই জাক যেন তেওঁৰ মুখৰ ওপৰত উৰিবলৈ ধৰিলে, আই হেভ্ এক্জামিন্ড্ এণ্ড ডু ফাইন্দ্ অফ্ অল দেট্ ফেভাৰ মি, দেয়াৰ্চ নান আই গ্রীভ্ টু লিভ বিহাইণ্ড, বাট ওন্লী দি, ওন্লী দি।

মণি পিন্ধোৱা পোহনীয়া চৰাই এটাৰ দৰে ফতিমাই ফুলগছৰ জোপোহা-বোৰৰ মাজত বহি আছিল। পগলা ঠাকুৰৰ কথা শুনি শুনি তাই হাঁহি আছিল। কথাবোৰ তাই একো বুজি পোৱা নাছিল। একো নুবুজিলেই তাই হাঁহে। সোণে ক'লে—বৰদেউতাই ইংৰাজী কথা কৈছে। মই যেতিয়া বৰদেউতাৰ সমান ডাঙৰ হ'ম—তেতিয়া ময়ো ইংৰাজীৰে কথা ক'ম। মই এ বি চি ডি পঢ়িব পাৰোঁ। জান?

ফতিমাইও একে সুৰতে ক'লে—বা'জীয়ে কৈছে মোকো ইস্কুলত ভৰ্ত্তি কৰি দিব; ময়ো পঢ়িম।

সোণে ক'লে—ৰাতিপুৱাই মই কলাপাতত খাগৰি কলমেৰে এ বি চি ডি লিখিলোঁ; তাৰ পিছত সি আৰু ক'ব পাৰিলেহেঁতেন—নিৰ্মল চৰণে, ৰত্নে বিভূষিত কুণ্ডল কৰণে শ্লোক মাতিলোঁ—কাৰণ, পঢ়া শেষ কৰি সদায় সোণে বাটৰ কাষত থিয় হৈ গছৰ পাত কিছুমান টুকুৰাটুকুৰ কৈ ছিঙি দলিয়াই পানীত উটাই দিয়ে আৰু লগে লগে সৰস্বতী দেবীক প্রণাম কৰি কৰি কয়—আহাঁ সৰস্বতী, যোৱাঁ ক'লৈ, সেৱাটি জনাওঁ—পুথি পাঁজি লৈ। —কিন্তু সোণে ফতিমাক সেইবোৰ একো নক'লে। কিয়নো বৰদেউতাই ডাঙৰ ডাঙৰকৈ চকু দুটা মেলি চাবলৈ ধৰিলে। এঠাইৰপৰা অন্য ঠাইলৈ গুচি যাবলৈ হ'লেই তেওঁ তেনেকুৱা কৰে। সোণ আৰু ফতিমাৰ কথা শুনি যেন তেওঁ বিৰক্ত হৈছে। ফতিমাই

এটা কথা ক'লে—সোণে দুটা কথা কয়। বা'জীয়ে কৈছে দন্দিৰহাট-লৈ গৈ কিতাপ আনি দিব। মচ্জিদৰ বাৰান্দাত বহি মই পঢ়িম।

পগলা ঠাকুৰে সেই শব্দটো উচ্চাৰণ কৰিলে, গাৎ ছোৰেৎচালা!

সোণেও শব্দটো লগে লগে মাতিলে।

পগলা ঠাকুৰে থাপ মাৰি সোণক সাৱটি ধৰিলে আৰু জোপোহা বনৰ মাজৰপৰা শুই থকাৰপৰা উঠিল। তাৰ পিছত পখিলা এটা ধৰাত সোণক সহায় কৰি দিলে। ফতিমাইও সোণহঁতৰ পাছে পাছে খোজ ল'লে। সোণে পখিলাটো ধৰি টেমা এটাৰ ভিতৰত ভৰাই থোৱাৰ সময়ত ক'লে—পখিলাটো তোক লাগিব নেকি?

দিয়াঁ—

কেনেকৈ নিবি?

ফতিমাৰ ডিঙিত পাথৰৰ মালা। তাই কঁকালৰপৰা শাড়ীৰ আঁচলটো উলিয়াই ল'লে, আৰু মেটেকাৰ পাত এখিলা ছিঙি আনিলে। গছ এজোপাৰ ছাঁত বহি দুয়ো পখিলাটো মেটেকা পাতত থৈ মেৰিয়াই মুখখন বন্ধ কৰি দিলে। তাৰ পিছত লাহেকৈ ফতিমাৰ শাড়ীৰ আঁচলত বান্ধি লৈ খোচনিত খুচি ল'লে আৰু বৰদেউতাকৰ পাছে পাছে দৌৰিবলৈ ধৰিলে। মণীন্দ্ৰনাথে সিহঁতক লৈ অৰ্জুন গছজোপাৰ ওচৰলৈকে গ'ল। এতিয়া বাৰিষা: গতিকে নদী, নাও, মানুহ এইবোৰেই মাত্ৰ চাৰিওপিনে দেখা যায়। কোনোবাখন নাৱত আনাৰস, কোনোবাখনত তাল আৰু কোনোবাখন নাৱত কেৰেলা বোজাই কৰি নদীৰ সোঁতত নামি গৈছে। এই নদী আৰু নাও দেখিলেই মণীন্দ্ৰনাথৰ ভাব হয়, ক'ৰবাত কোনোবাখন নাৱত যেন পলীন শুই আছে। পলীনৰ স্মৃতি, পলীনৰ চকু দুটাই যেন গুণ টনা নাৱৰ দৰে তেওঁক টানি লৈ গৈ আছে।

দক্ষিণৰ ঘৰটোত লালটু আৰু পলটুৱে এতিয়াও পঢ়ি আছে। সিহঁতৰ ছুটী হোৱা নাই। বহাৰপৰাই সোণক পুখুৰীৰ পাৰে পাৰে ঘূৰি থকা দেখি খং উঠিল। পুখুৰীৰ সিটো পাৰত সোণ, পগলা বৰ-দেউতা আৰু টোডৰবাগৰ সেই খটখটীয়া ছোৱালীজনী! যেন হৰিণ-

শিশু এটি, জপিয়ায় আৰু নাচে। সোণৰ লগ পালে তাইৰ আৰু কথাই নাই, খৰালি দিনত দৌৰি দৌৰি গৈ পথাৰৰ যব আৰু গোমধান খেতিৰ মাজত হেৰাই যায়। লাল্‌টুহঁতৰ ছুটী হোৱা নাই, সোণৰ ছুটী হৈ গৈছে। সিহঁতৰ খং আৰু বাঢ়িছিল। সোণে ছোৱালীজনীৰ আঁচলত কিবা এখন যেন বান্ধি দিলে। সিহঁতৰ খং চৰিল। পল্‌টুৱে ক'লে, দেখিলি সোণে ফতিমাক ছুই দিলে।

মণীন্দ্ৰনাথে অৰ্জুন গছৰ কোমল ছালৰ ওপৰত পিঠিখন লগাই থিয় দিলে। সমুখত বিল, বিলৰ বুকুত পানী থৈ থৈ কৰি নাচিছে, দূৰত ক'ৰবাত ধাননিৰ মাজত কোঢ়া চৰায়ে মাতিছিল। নদীত নাও, ক'ৰবাৰ গ্ৰামোফোনত গান—"নদীহে মোক্ উটাই নিয়া।" বাৰিষাৰ এই পৰিবেশত সেই একেটি যেন প্ৰাৰ্থনা—মোক উটাই নিয়া। মণীন্দ্ৰনাথৰো ইচ্ছা হ'ল—এই ল'ৰা-ছোৱালীহালক লগত লৈ যেন এই পানীৰ বুকুত উটি যাব।

ফতিমাই মাতিলে—সোণাবাবু!

সোণে ক'লে,—কি ?

—মোক এটা ভেট ফুল দিবা ?

—দিম ৰ।

চামু তেতিয়া ঘৰৰপৰা ওলাই আহিছে। তাৰ হাতত এটা ডে'লাইট। সি নবেন দাসৰ ঘৰৰ পিনে যোৱাৰ কথা এবাৰো নাভাবিলে। পোনে পোনে পুখুৰীৰ পাৰেদি নামি গ'ল ; কিন্তু দূৰৰপৰাই এবাৰ মূৰ তুলি গছবোৰৰ ফাঁকেৰে মালতীক চাবলৈ চেষ্টা কৰোঁতে তাৰ ঘৰখন একেবাৰে খালী খালী লাগিল। মালতী তেন্তে ইয়াত নাইনেকি! তাই শহুৰেকৰ ঘৰলৈ গ'লগৈনেকি! কিয় জানো তাৰ এবাৰ ইচ্ছা হ'ল, মালতীহঁতৰ ঘৰলৈ এপাক যাবনেকি! কিন্তু নোৱাৰিলে। ক'ৰবাত যেন কিবা এটা সংশয়ে তাক দূৰলৈ ঠেলি দিছে। এই ভাববোৰ মনৰপৰা আতৰাবলৈ সি ফতিমাক বিচাৰি মাতিলে,—ফতিমা—ক'লৈ গলি ?

ফতিমাই সোণক ক'লে, মই যাওঁ।—তাই লৰ মাৰি'গুচি যাব খুজিলে।

চামচুদ্দিনে নাৱত লগী মাৰিবলৈ ধৰিলে। ফতিমাই কিবা এটা ভাবি ক'লে, বা'জী সোণাবাবুৱে কৈছে, মোক এটা ৰঙা ভেট ফুল আনি দিব। চামুৱে একো উত্তৰ নিদি জীয়েকৰ মুখলৈ চালে—তাৰ জীয়েকজনী বৰ চঞ্চল। চকু দুটাত সকলো সময়তে দুষ্টালিৰ হাঁহি। তাই অর্জুন গছজোপাৰ গুৰিত কিবা বিচাৰি ফুৰিলে। চামুৱে দেখিলে, গছজোপাৰ গুৰিত একো নাই; আৰু ফাতেমাৰ মনটো যেন হঠাৎ বিষণ্ণ হৈ পৰিল।......

সোণে ভোকত লৰ মাৰি পাক ঘৰলৈ গৈ ধনবৌক আঁকোৱালি ধৰিলেগৈ।—ক'লে,—মা ভাত দিয়া ভোক লাগিছে।

ধনবৌৱে সোণৰ কাৰণে পিতলৰ টৌ এটাৰপৰা ভাত বাঢ়িছিল। তেওঁ ক'লে,—পীৰা এখন পাৰি বহ।

লালটুৱেও ভাত খাইছিল। সি মাজে মাজে সোণৰ পিনে মিট্ মিট্‌কৈ চাইছিল। সোণৰ কাৰণে মাকৰ ইমান সোহাগ তাৰ ভাল লগা নাছিল। মাকে সোণক ডাঙৰ কাৱৈ মাছ এটা ভাজি দিছে। সি ক্ষোভ দমাই ৰাখিব নোৱাৰিলে। ক'লে, মা, সোণে ফতিমাৰ কাপোৰত কি বান্ধি দিছে সোধাচোন—

ভয়তে সোণে লৰালৰিকৈ মাকৰ ডিঙিৰপৰা হাতখন এৰুৱাই আনি ক'লে, নাই মা, একো নাই।

লালটুৱে ডাঙৰকৈ মাত দিলে,—মিছা নামাতিবি।—সি পলটুক সাক্ষী ৰাখিলে।

পলটুৱে ক'লে, তই ফতিমাক পখিলা ধৰি দিয়া নাই?

শশীবালাই সেই সময়ত ডাঙৰ মাছ এটাৰ মূৰটো কাটি আছিল। তেওঁ পলটুহঁতৰ কথা শুনি হৈ হৈ কৈ সোমাই আহিল। ধনবৌৱে ভয় খালে। কাৰণ, এই খোৱাবোৱাৰ সময়ত শাহু আয়ে এতিয়া জাত-মান লৈ অনৰ্থক হুলস্থূল এখন আৰম্ভ কৰিব। বাচ-বিচাৰৰ কথা উলিয়াব।—এইবোৰ অশুচি হ'ল, অমঙ্গল মাতি আনিলে—আৰু কত ৰকমৰ কথা ক'ব কোনে

জানে। গতিকে ধনবৌৱে লৰালৰিকৈ ভাতৰ কাঁহীখন আঁতৰাই থৈ ক'লে, সোণ—যা বাহিৰলৈ যা, আগেয়ে গা ধুই আহগৈ যা—

সোণে ক'লে, নাই মই এতিয়া গা নোধোঁ, মোৰ ভোক লাগিছে, মোক আগতে ভাত খাবলৈ দিয়াঁ।

ধনবৌৰ মুখটো গৰম হৈ উঠিল। ইয়াকৈ লৈ শশীবালাই গোটেই দিনটো খেচ্‌খেচাই থাকিব। তেওঁ টানকৈ ক'লে—সোণ, ঘৰৰ বাহিৰলৈ যা বুলি কৈছোঁ নহয়—

সোণে ক'লে—মোৰ ভোক লাগিছে। মই ভাত খাম। মোক খাবলৈ দিয়াঁ।

লালটুৱে ক'লে—নোৱাৰ, খাব নোৱাৰ, গা নুধুলে ভাত খাবলৈ নাপাৱ। ধনবৌৱে লালটুক ধম্‌কি দিলে। পিতলৰ টৌটোত অবশিষ্ট যি ভাত আছিল—এটাইখিনি ধনবৌৱে বাহিৰলৈ উলিয়াই থলে। মাছ ভজা ভাত সকলো চুৱনিত পেলাই দিলেগৈ। সোণৰ মনত অত্যন্ত দুখ লাগিল। তাৰ জেদ বাঢ়িল। মাকে তাৰ খাবলৈ লোৱা ভাত চুৱনিত পেলাই দিছে। তাক গা ধুবলৈ কৈছে। সোণ পীৰাতে বহি থাকিল; বহাৰপৰা নুঠিল। তাৰ পিছত খঙত অভিমানত সি হাতভৰি আচাৰি কান্দিবলৈ ধৰিলে।

ধনবৌৱে ক'লে, ভাল নহ'ব সোণ। পিঠিত ঢকা পৰিব এতিয়া, কৈ দিছোঁ। ভাল চাৱ যদি উঠি যা ইয়াৰ পৰা।

বাহিৰত শাহু আইৰ বকনি তেতিয়া ক্ৰমে বাঢ়ি গৈ আছে। সোণ কোনো পধ্যেই ইয়াৰ পৰা নুঠে। এইবোৰ আহুকালৰ কাৰণে সোণেই একমাত্ৰ দায়ী বুলি ভাবি—ধনবৌৱে সোণৰ পিঠিত জোৰে জোৰে ঢকা ভুকু মাৰিবলৈ ধৰিলে। সোণৰ উশাহ বন্ধ হৈ যাব যেন লাগিল; কিন্তু তথাপি সি পীৰাখন নেৰিলে। একান্নবৰ্তী পৰিয়াল আৰু সংসাৰৰ নানান জ্বালা যন্ত্ৰণাই যেন ধনবৌক এই মুহূৰ্তত চৰম কুৎচিৎ কৰি তুলিলে। তেওঁ সোণক চুলিত ধৰি বাহিৰলৈ উলিয়াই আনিলে। চিঞৰি ক'লে—থিয় হৈ থাক মনে মনে; মুখত যেন তু শব্দ নহয়।—ধনবৌৱে

নিজে গা ধুই আহিল, আৰু পানী একলহ আনি সোণৰ মূৰত ঢালি দিলে।

ঘাটত নাও বন্ধাৰ সময়ত ফতিমাই কৈছিল, বা'জী সোণাবাবুৱে মোক পখিলা এটা ধৰি দিছে।

চামচুদ্দিনে কিবা যেন অন্যমনস্কভাৱে ক'লে, জীৱক কষ্ট দিব নাপায় —এৰি দে পখিলাটো।

ফতিমাই পখিলাটো এৰি দিবলৈ বুলি শাড়ীৰ আঁচল খুলি দেখিলে, পখিলাটো উৰি নাযায়, লৰচৰো নকৰে। পখিলাটো মৰি আছে।

ঘৰৰ বাহিৰত অ'ত ত'ত মুৰগীবোৰ ঘূৰি ফুৰিছে। জালালী বাৰান্দাত বহি আছে। চামচুদ্দিনৰ মজলিচ আৰু ঘৰৰ ভিতৰত মেহমান সকলৰ কাৰণে ৰান্ধি থকা গোস্ত সকলো যেন তাইৰ কাৰণে বিসদৃশ লাগিছে। জালালীয়ে সমুখৰ কচুৱনিখিনিৰ সিপাৰে থকা বহল পথাৰখনলৈ চাই পঠিয়ালে। ধাননিৰ মাজত হাঁহ এজাকে শব্দ কৰিছে পেক্ পেক্। তাইৰ পেটটো পকালে। মকবুলৰ আতলচবেৰত ধোৱা মৰাপাট শুকাইছে। তিনি চাৰিদিনমান ধৰি বৰষুণ নোহোৱাৰ কাৰণে মাটিবোৰ, ঘাঁহবোৰ শুকাই আছে। পামৰ বাৰীৰ জামু গছ বোৰত জামু লাগি আছে। সুন্দৰ ৰ'দত জালালীৰ মনটো চৰাইৰ দৰে উৰণীয়া হৈ উঠিছে। গাঁওময় নহৰু পিয়াজৰ গোন্ধ বিয়পি পৰিছে। হাঁহবোৰে তেতিয়াও পথাৰৰ মাজৰ গৰুবাটত থিয় হৈ পেক্ পেক্কৈ মাতি আছে। জালালী যেন বহি থাকিব নোৱৰা হৈ পৰিল। মালতীৰ হাঁহ জাক আকৌ পথাৰেদি আহি এইখিনি পাইছেহি। মিঞা মাতব্বৰ সকল মজলিচ শেষ কৰি যাবলৈ ধৰিছে। জালালী আলিজানৰ ঘৰৰ পাছদুৱাৰৰ ওচৰত বহিছিল—তাইৰ চকু মুখ শুকান, কণ্ঠ কাতৰ। আলিজানে যেন তাইৰ প্ৰাচুৰ্য জালালীৰ

চকুৰ আগত জাহিৰ কৰি দেখুৱাব খুজিলে। মেহমান সকল বিলৰ বৰষুণৰ পানীত গা ধুবলৈ ওলাই গ'ল। মানুহ বিলাকৰ কিছুমানে বিল আৰু নদীত সাঁতুৰি সাঁতুৰি গা ধুলে। আৰু নামাজ শেষ কৰি—শীতল পাটীত গোল হৈ বহি আহাৰ খাবলৈ বহিল। সুন্দৰ খোৱা, মাছৰ জ্বলা, পিটিকা, মুৰগীৰ গোস্ত, নহৰুৰে চম্ভাৰ দিয়া মুগৰ দালি। তেওঁলোকে খাই উঠি চান্‌কিতেই কুল্‌কুলি কৰি মুখ ধুলে। আটাইবোৰে একেটা বদনাৰ নলীত মুখ লগাই পানী খালে। তেওঁলোকে অলপো উচ্ছিষ্ট নৰখাকৈ আহাৰ খালে। জালালীৰ বহি বহি আঁঠুৰ বিষ উঠিল। থুই গিলি গিলি তাই এবাৰ বহাৰ পৰা নিজৰ জুপুৰি ঘৰটোত সোমালগৈ। আল্লা আৰু মানুহবোৰৰ প্ৰতি ভৎর্সনা জনাই তাই যেন মনত শান্তি পাইছিল। মালতীৰ হাঁহ বিলাকে তেতিয়াও ধাননিৰ মাজৰ গৰুবাটত পেঁক্ পেঁক কৰি আছে। গামোচা এখন পিন্ধি জালালী আকৌ ওলাই আহি গৰুবাটেদি পথাৰৰ পানীত সেলেকু তুলিবলৈ গুচি গ'ল।

মেহমান সকল গ'লগৈ। চামচুদ্দিনে ঘাটলৈকে গৈ সকলোকে বিদায় জনালে। বিলৰ পথাৰৰৰ মাজে মাজে গৰুবাটেদি তেওঁলোকৰ নাও চলিবলৈ ধৰিলে। মৰাপাটৰ গছ কিছুমান পাৰ হৈ যোৱাৰ পিছত নাও কেইখন নেদেখা হ'ল। মাজে মাজে মাথোন লগীৰ আগবোৰ উঠানমা কৰা দেখা গ'ল। তেওঁলোক পূবপিনে গৈ আছে। চামচুদ্দিনৰ মনত পৰিল—সেই পূবপিনেই অলপ দূৰতে মালতী থাকে—নৰেন দাসৰ বিধবা ভনীয়েক মালতী। কেন্দু গছত আঁৰা জাননীখন লৈ সিহঁতৰ মাজত হোৱা কাজিয়া আৰু অপমানত উভয়ৰে মন যেন ক্ষত-বিক্ষত হৈ আছিল—আজি হঠাৎ এই সময়ত তাৰ সকলো কথা অৰ্থহীন যেন লাগিল। বাৰে বাৰে সেই জাননীখন তাৰ সমুখত ওলমিবলৈ ধৰিলে, এই দেশ চামুৰ, এই দেশ চামুৰ জাতি ভাই হঁতৰ। এইবোৰ যেন সকলো অৰ্থহীন! কেন্দুগছ জোপাৰ তলত কিমান দিনৰ আগেয়ে সি মালতীক দেখিছিল! কৈশোৰৰ বহুতো স্মৃতি মনলৈ আহি চামুক পীড়ন কৰিবলৈ ধৰিলে—তাৰ বৰ কষ্টবোধ হ'ল।

ফতিমাই পাছ ফালৰপৰা মাতিলে—বা' জান—!

চামু উচপ্ খাই উঠিল—কিবা কৈছিলি ?

মায়ে তোমাক মাতিছে বা'জান।

চামুৱে আকৌ ফতিমাৰ মুখখন দেখি, সমুখৰ পানীৰ নীলা ৰং দেখি, ঘাঁহ আৰু মাটিখিনি দেখি ক্ৰমশঃ যেন ইচলাম্ প্ৰীতিৰ এক গভীৰ অৰণ্যত ডুব দিবলৈ ধৰিলে। সেই অৰণ্যত সি দেখিলে, কোনো এক ফকীৰ চাহেবে ধৰ্মৰ নিচান হাতত লৈ মুচকিলাচানৰ পোহৰত কেৱল সমুখৰ পথেদি আগুৱাই গৈ আছে। পোহৰৰ বৃত্তত কোনো এক বৃদ্ধৰ মুখ অস্পষ্ট ভাবে জিলিকিছে, এক তাৰণাত তেওঁ ক্লান্ত। চামুৱে বাৰে বাৰে মাতিও সেই ক্লান্ত শীৰ্ণ ফকীৰ চাহেবক পাছলৈ ঘূৰাব পৰা নাই। তেওঁ আগুৱাই গৈ আছে আৰু চামুক মাত্ৰ তেওঁক অনুসৰণ কৰি যাবলৈ কৈছে।

চামুৰ সমুখলৈ আহি ফতিমাই আকৌ ক'লে—মায়ে তোমাক মাতিছে।

সি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তাৰ বিবিৰ সুদা গা, নাকত মণি, সৰু চকু দুটাত ছুৰ্মা টনা, হাতত নীলা কাঁচৰ চুৰি, ডুৰিয়া শাড়ীৰ তলত চেমিজ পেটিকোট একো নাই ; শাড়ীখন সাধাৰণ ভাবে পকাই পিন্ধিছে—গতিকে শৰীৰৰ সকলো অঙ্গই প্ৰায় দেখা হৈ আছে। আলিজানৰ দেহাটো এতিয়া গাভিণী গৰুৰ দৰে ; তাই যেন কেৱল শুই থাকিবলৈ পালেই ভাল পায় ; চকুত ছুৰ্মা সানি থোৱাৰ কাৰণে মনৰ প্ৰকৃত ইচ্ছাতকৈ আবেগ বেছি যেন দেখা গৈছে। তাই ক'লে, বেলি গৈ শেষ হ'ল, খোৱা-বোৱা নকৰানেকি ?

চামুৱে তক্তাপোচখনতে খাবলৈ বহিল। কাষতে বহি বিবিয়ে তাক খুৱাবলৈ ল'লে। চামুক বৰ চিন্তা কৰি থকা যেন দেখি বিবিয়ে সুধিলে কি ভাবিছা ? চামুৱে উত্তৰ নিদিলে! নিঃশব্দে খাই থাকিল।

ঃ কি হ'ল, মাতবোল নাই দেখোন!

চামু বিৰক্ত হ'ল। ক'লে, তোৰ সকলো কথাতে কি কাম ? ভাত দুটামান দিয় যদি দে—কথা বঢ়াই নাথাক।

আলিজানে ক'লে, কিনো কথা বঢ়ালোঁ ?

চামুৱে মুৰ তুলি আলিজানৰ মুখলৈ আৰু চকু দুটালৈ চালে সকলো খং-ৰাগ যেন নোহোৱা হৈ গ'ল। সি ক'লে, মই এইবাৰ লীগৰ তৰফৰ-পৰা ভোটত থিয় হ'ম বুলি ঠিক কৰিছোঁ। সৰু ঠাকুৰৰ বিৰুদ্ধে

—তোমাৰ মুৰত যে কি নোসোমায় ক'ব নোৱাৰেঁ। ! কিয়, কি দৰকাৰ পৰিছে এইবোৰ কাজিয়া-পেচাল মাতি আনিবলৈ ! সৰু ঠাকুৰে তোমাৰ কি কৰিছে হোঁ ? তেওঁতো ইমান ভাল মানুহ। চামচুদ্দিনে ক'লে, মোৰ কাৰণে, তেওঁলোক বেয়া মানুহ।—সেইবুলি সি উঠি গ'ল আৰু হাত-মুখ ধুলেগৈ। তাৰ পিছত সি দেখিলে, বেলি পৰিবলৈ আৰু বেছি পৰ নাই। ধনু চেখে মৰাপাটৰ আঁটি আনি ঘৰত পেলাইছেহি। সি ধনু চেখক লৈ নাৱত উঠিলগৈ আৰু নাও চলাই দিলে। হাবিবন ভাঙি, খাল আৰু পুখুৰী এৰি সি পথাৰত নামিলগৈ। মচজিদৰ চালত মুৰগী এটা উঠি ঘূৰি ফুৰিছে। গৰু-ছাগলীবোৰ চোতালত। প্ৰতি ঘৰৰে মতা মানুহবোৰ হাজিৰা কাম কৰিবলৈ গৈছে। মাত্ৰ মঞ্জুৰেহে নিজৰ মাটিত হাল বাইছে। হাজি চাহেবৰ অলপ মাটি আছে। নয়াপাৰাৰ ইচমতালী বৰ প্ৰভাৱশালী লোক। আলিজানক বিয়া কৰাই চামুৱে ভাবিলে, ইচমতালী চাবে এইবাৰ তাৰ কথা ক'ব। কিন্তু মানুহটো বৰ হিন্দু প্ৰেমী। লগে লগে চামুৰ মুখখন কঠিন হৈ পৰিল। তেনেতে কাষৰ ভেটফুলখিনিৰ সিপাৰে হাবিৰ মাজত হাঁহৰ মাত শুনি সি সেই পিনে চালে। হাবিখিনিৰ মাজত কোনোবা মানুহ থকা যেন লাগিল। সি সুধিলে—কোন সেয়া হাবিৰ মাজত ?

কোনেও মাত নিদিলে। হাবিৰপৰা মুৰ উলিয়াইও নাচালে। ওচৰে-পাঁজৰে বেতনি আৰু এজোপা সোৰা গছ; সোৰা গছ জোপাৰপৰা কিছুমান লতা ওলমি ওলমি গছজোপা ঢাকি ৰাখিছে। হাঁহ এজাক ভয় খাই পেক্ পেক্‌কৈ পূবৰ ঘৰৰ পিনে দৌৰি গৈছে। তেনেতে সি দেখিলে—পানীৰ তলৰপৰা বোকামাটি ওপৰলৈ ছিটিকি ছিটিকি আহিছে।





যেন এটা গো-সাপে আন এটা সাপক ধৰিছে; কিন্তু পানীৰ তলত চন্তালিব পৰা নাই, যেন হাবিৰ কাষে কাষে পানীত কিবা এটা প্ৰাগ্-ঐতিহাসিক জীৱ খোজ কাঢ়ি ফুৰিছে।

চামুৱে নাৱৰ এমুৰত থিয় হৈ ল'লে। ধনু চেখে নাওখন ৰখালে। আৰু লাহে লাহে নাওখন হাবিৰ ওচৰলৈ লৈ যাওঁতে হঠাৎ দেখা পালে, ভেট আৰু সেলেকু পাতৰ মাজৰপৰা মুখখন উলিয়াই জালালীয়ে নিশ্বাস পেলাইছে।

চামুৱে ক'লে,—তই ইয়াত কি কৰিছ?

জালালীয়ে ডিঙিটো অলপ ওপৰলৈ তুলি ক'লে, বা'জী, সেলেকু তুলিছোঁ।

—ইয়াত সেলেকু হৈছে জানো?

—হৈছে, এই অকণ অকণ হৈ আছে।—সেইবুলি তাই সোঁহাতেৰে পানীৰ তলৰপৰা সেলেকু এটা উলিয়াই দেখুৱালে। তাৰ পিছত জালালীয়ে আবেলিৰ ৰ'দৰ পিনে চাই ক'লে, তোৰ খুৱায়েৰে বৰ নাৱৰ মাঝি হৈ সেই যে গ'ল—চিঠিও নাই—পইচাও নাই। খাওঁ কি, কোৱাঁ? সেয়ে সেলেকু চোবাইছোঁ।

জালালীয়ে ডিঙিলৈকে গাটো পানীত ডুবাই থৈছে। তাইৰ চকু দুটাত ভয়ৰ ভাব। তাইৰ শুকান, দুৰ্বল মুখখন দেখি চামুৰ কষ্ট হ'বলৈ ধৰিলে। ভেট সেলেকুবোৰ পাৰ হ'লেই ধাননি পথাৰ। মালতীৰ হাঁহজাকে ধানগছৰ মাজে মাজে ভয়ে ভয়ে মাতি আছে। সি দেখিলে, আকাশত চিলনী উৰা নাই, এইখিনি হাবিত শিয়ালো ঘূৰি ফুৰা নাই; —সি কেৱল দেখিলে, জালালীৰ মুখখন যেন লোভ আৰু পাপৰ চিন্তাত ধীৰে ধীৰে বীভৎস হৈ উঠিছে, তাইৰ মুখখনেই যেন শিয়াল এটাৰ দৰে হৈ উঠিছে।

থিয় হৈ থকা ঠাই টুকুৰাৰপৰা জালালী এখোজো লৰচৰ নহ'ল। তাই অলপ আগলৈকে পানীৰ তলত দুহাতেৰে হাঁহ এটাৰ ডিঙি টিপি ধৰি আছিল। সুদীৰ্ঘ সময় সংগ্ৰামৰ পিছত তাই যেন এতিয়া ক্লান্ত। চামুৰ

লগুৱাই আকৌ লগী মাৰিবলৈ ধৰিলে। মাটিৰ মলাটো ভাঁহি ভাঁহি দূৰলৈ গৈ আছে। লাহে লাহে চামুৰ নাও গৰুবাটৰ আহত গছজোপাৰ সিপিনে গৈ অদৃশ্য হৈ পৰিল। জালালীয়ে সেই পিনে চাই চাই মুখ বিকটাই ক'লে—নিৰ্ব্বংশ, সোধে, ইয়াত কি কৰিছ? —তোৰ মূৰ চোবাইছোঁ।। সেইবুলি তাই নাইপিয়া সাপ এডালৰ দৰে পানীত সাঁতুৰিবলৈ ধৰিলে। তাইৰ সোঁহাতত হাঁহটো। তাই হাঁহটো পানীৰ তলত লুকুৱাই লৈ এহাতেৰে সাঁতুৰিছে। চামু ইতিমধ্যে বহুদূৰ পালেগে। আবেলিৰ ৰ'দ শেষ হৈ আহিছিল আৰু আকাশত জমা হৈছিল নানাৰঙৰ মেঘ। ঈশান কোণত ক'লা মেঘবোৰ গোট খাই এটা গহীন পৰিবেশৰ সৃষ্টি কৰিছে।

পানীৰপৰা উঠি, হাঁহটো লুকুৱাই লৈ জালালীয়ে ঘৰলৈ যোৱাৰ কথা ভাবিলে। শকত হাঁহটোৰ পেটটো এতিয়াও তপত আৰু কোমল হৈ আছে। তাই হাঁহটোৰ পেটত হাত এখন থৈ উত্তাপ ল'ব খোজোঁতেই দেখিলে, বহুত দূৰত ধাননি পথাৰখনৰ মূৰত কেন্দুগছজোপাৰ তলত মালতী থিয় হৈ আছে। মালতীয়ে তাইৰ হাঁহজাক বিচাৰিছে। পানীৰ তলৰপৰা গাটো উলিয়াই তাই মালতীৰ পিনে উঁকি মাৰি চালে। এনেতে অলপ দূৰত জালালীয়ে মানুহৰ শব্দ শুনিলে। তাই গাৰপৰা গামোচাখন খুলি হাঁহটো ঢাকি ল'লে। দূৰৰপৰা ভাঁহি অহা মালতীৰ মাতো তাই শুনিবলৈ পালে। চাৰিওপিনে সন্ধিয়াৰ অন্ধকাৰ নামি আহিছে। মৰাপাটৰ ওখ গছবোৰৰ মাজেৰে অন্য প্ৰান্ত নেদেখা হৈ পৰিছে। ঠাইখিনি নিৰ্জন। অশ্বত্থ গছজোপা পাৰ হ'লেই মনূজুৰৰ ঘৰ। ধনৰ মাক বুঢ়ীয়ে চতিয়না গছৰ তলত বহি প্ৰলাপ বকি আছে। তাই লাহে লাহে ঘৰৰ পিনে খোজ ল'লে। চৌদিশৰ আন্ধাৰ গাঢ় হৈ আহিছে। তাই ভাবিলে কেনিও ক'তো মানুহে তাইক এতিয়া দেখাৰ ভয় নাই। হাঁহটোৰ পেটটোত তাই আকৌ এবাৰ হাতখন থ'লে। গামোচাখন আঁতৰাই হাঁহটো জুখি চালে ; ডাঙৰকৈ এটা ঢোক গিলিলে আৰু হাঁহৰ মাংসৰ লোভত তাই অধীৰ হৈ উঠিল।

পানীৰ বুকুৰেদি মালতীৰ কণ্ঠস্বৰ ভঁাহি আহিছিল—আহ আহ, তি-তি-তি-

ধাননিৰ মাজত তেতিয়াও হঁাহজাকে ভয়ত পেক্ পেক্ কৰিয়ে আছে। ডাঠ ধানগছৰ মাজত হঁাহবোৰ লুকাই আছে। অলপ সময় পিছত মালতী পানীলৈ নামি আহিল। আঁঠুৰ ওপৰলৈকে কাপোৰ তুলি আগুৱাই আহি তাই মাতিলেহি—আহ আহ, তিঁ তিঁ তিঁ, আহ আহ- - -।

চাৰিওপিনে অন্ধকাৰ। হাটৰুৱা ঘৰলৈ ঘূৰিছে। খালৰ পানীত নাৱৰ শব্দ। লগীৰ শব্দ। তাই আন্ধাৰত পৰিচিত কোনো হাটৰুৱাৰ মুখ দেখা নাপালে। অমূল্য সূতা আনিবলৈ গৈছিল। শোভা আৰু আবুৱে ঘৰত লেম্‌চাকি জ্বলাইছে। নৰেনদাসৰ ঘৈণীয়েকে ৰাতি বৰষুণ আহিব পাৰে বুলি শুকান মৰা ঠাৰিখিনি ঘৰৰ ভিতৰত সুমুৱাই থৈছেগৈ। ধুমুহা-বৰষুণ আহিলে হঁাহবোৰ ঘৰলৈ ঘূৰিব নোৱাৰিব। বাট পাহৰি ক'ৰবাৰ দূৰলৈ গুচি যাব পাৰে, নাইবা কতৰকমৰ দুৰ্ঘটনা……মালতীয়ে প্ৰাণপণে মাতিবলৈ ধৰিলে, আহ আহ, তিঁ তিঁ……

শোভা আৰু আবুৱে কেন্দুগছৰ তলত পেহীয়েকৰ মাত শুনিবলৈ পালে। সেই তেতিয়াৰেপৰা পেহীয়েকে হঁাহজাকক মাতি আছে। সিহঁতেও পথাৰৰ পানীত নামিলগৈ।

পেহীয়েকৰ সৈতে সুৰ মিলাই সিহঁতেও হঁাহজাকক মাতিবলৈ ধৰিলে। দূৰত চামুৰ নাওখন তেতিয়াও গৈয়ে আছে। বৰষুণ আহিব বুলি জানিও চামু ঘৰলৈ ঘূৰি অহা নাই। জালালীয়ে আকাশলৈ চাই বৰষুণৰ আভাস পালে। বাটৰ পানীৰ কাষে কাষে নানান কঁাইটীয়া গছৰ জোপোহা। জোপোহাবোৰ পাৰ হ'লেই মদাৰ গছৰ তলত মৰা ঠাৰিৰ বেৰ দিয়া তাইৰ ঘৰ। সেমেকা মাটিৰ গোন্ধ ওলাইছে। ফকীৰ চাবৰ সৈতে জোটন দৰবালৈ গুচি গৈছে। জোটনৰ ঘৰটো শূন্য। অন্ধকাৰ আৰু নিৰ্জনতা সত্বেও মৰা হঁাহটো তাই গামোচাখনেৰে ভালকৈ ঢাকি থৈছে। বৰষুণ আহিব। বাৰিষা ঘৰৰ চাৰিওপিনে নানান হাবিজঙ্গল।

কিবা এটা সেউজীয়া সেউজীয়া গোন্ধ। সেইবোৰ চাই চাই জালালীয়ে তাইৰ নঙঠা শৰীৰটোৰে মনে মনে ঘৰৰ পিনে সোমাই গ'ল। সৰু গামোচাখনেৰে হঁাহটো ঢাকি থবলগীয়া হোৱাত তাই নঙঠা হৈ থাকিব লগীয়া হৈছে। কেন্দুগছৰ তলৰপৰা মালতীৰ মাত আৰু ভঁাহি অহা নাই। মাত্র ওচৰ-পাজৰৰপৰা কীট-পতঙ্গৰ মাত শুনা গৈছে।

শেষত মালতীয়ে দেখিলে—তাইৰ মাইকী হাঁহ তিনিজনীহে উভতি আহিছে। মতা হাঁহটো নাই। তাইৰ বুকুখন কঁপি উঠিল। কিমান কষ্টেৰে পোহা হাঁহটো! মৰমৰ হাঁহটো নেদেখি মালতীয়ে প্রায় চিঞৰি উঠিল—

—বৌ, মোৰ হাঁহটো নাই। হাঁহ তিনিজনী আহিছে, মতা হাঁহটো ক'লৈ গ'ল!

নৰেনদাসৰ ঘৈণীয়েকে তেতিয়া মুঠি মুঠিকৈ শুকান মৰা ঠাৰিবোৰ ওপৰলৈ তুলিছিল। ঠাৰিবোৰৰ মৰ্ মৰ্ শব্দ হৈ আছিল কাৰণে তেওঁ মালতীৰ চিঞৰি কোৱা কথা কেইটা স্পষ্টকৈ ধৰিব পৰা নাই। মৰা ঠাৰিবোৰ তাতে এৰি তেওঁ কেন্দুগছজোপাৰ তললৈ লৰ মাৰিলে আৰু পানীৰ কাষত থিয় হৈ সুধিলে—কি হ'ল তোৰ?

চোৱঁাচোন বৌ, কি হৈছে, মাইকী হঁাহ তিনিজনী আহিছে, মতাটো নাই।—কন্দা কন্দা মাতেৰে মালতীয়ে ক'লে।

—চা ক'ত পলাই আছে।

—তোমাৰ যে কথা বৌ—তাৰ প্ৰাণৰ ভয় নাই?

—ভয় আছে দে, ভয় আছে। অমূল্য আহক, নাও লৈ বিচাৰি যাব। তই এতিয়া পানীৰপৰা উঠি আহ।

মালতী পানীৰপৰা উঠি আহিল। কিন্তু তাইৰ মনটো বিষণ্ণতাৰে ভৰি পৰিল। বুকুৰ ভিতৰত যেন ক্ৰমে কান্দোন জমা হৈ উঠিছে। হাঁহটো তাইৰ বৰ মৰমৰ—অতি কষ্টকৈ তাই তাক পুহিছে, তাইৰ দৰে বিধবা যুৱতীৰ কাৰণে হাঁহটো যেন একমাত্র অৱলম্বন। ধুমুহা বৰষুণৰ এটা দিনত নৰেন দাসে সৰু সৰু চাৰিটা হাঁহ খাওত ভৰাই





ঘৰলৈ আনিছিল। আৰু সেইদিনাৰেপৰা মালতীয়ে হাঁহ কেইটাৰ ভৰণ-পোষণৰ দায়িত্ব লৈছিল। সৰু আছিল কাৰণে সিহঁতে তেতিয়া কোমল ঘাঁহ খাব পৰা হোৱা নাছিল, ভাত খাবও নোৱাৰিছিল। গতিকে মালতীয়ে পুখুৰীৰপৰা দৰিকণা মাছ ধৰি আনি হাঁহকেইটাক খাবলৈ দিছিল।—শেষত তাই আকৌ এবাৰ প্ৰাণপণে—মাতিলে আহ আহ, তিঁ তিঁ……

আন্ধাৰত, আৰু বৰষুণ অহাৰ সম্ভাৱনাত মালতীহঁত আৰু বেছি সময় কেন্দুগছৰ তলত বৈ থাকিব নোৱাৰিলে।

জালালীয়ে টিপ্ চাকিটো জ্বলালে। ঘৰৰ ভিতৰত ভগা ছিগা নল খাগৰি অলপমান, আৰু শিকিয়াত আঁৰি থোৱা নাঙলবন্দৰ মেলাৰপৰা অনা দুটামান চৰু কেৰাহী। এচুকত এটা ভঙা চৌকা। চাকিটো জ্বলি থাকিল। তিতি থকা গামোচাখন মাটিতে পাৰি, তাত তাই মৰা হাঁহটো থলে। ঘৰৰ জাপখন বন্ধ কৰি লৈছিল। চাকিৰ পোহৰত তাইৰ তলপেটতো স্পষ্ট হৈ জিলিকি উঠিছে। মুখত লুভীয়া জিভাৰ পৰা ওলোৱা থুইৰ গোন্ধ। তাই হাঁহটোৰ পেটত আকৌ এবাৰ হাত দি চালে। এতিয়া আৰু গৰম হৈ থকা নাই। লগে লগে তাই হাঁহটোৰ ওপৰত প্ৰায় উবুৰি হৈ পৰাৰ দৰে বহি তাৰ পাখিবোৰ লৰালৰিকৈ এৰুৱাবলৈ ধৰিলে। হাঁহটোৰ গাৰপৰা এতিয়াও পানী পৰি আছে— আৰু তলৰ মাটি তিতি বোকা হৈ পৰিছে। তাই যত্নেৰে হাঁহটো গামোচা খনেৰে সৈতে কাষৰ শুকান ঠাই এটুকুৰালৈ টানি আনিলে। পাখি গুচাই লৈ, তাই আঁঠু কাঢ়িয়েই প্ৰাণৰ একান্ত আগ্ৰহেৰে জুই জ্বলাই হাঁহটো সেকিবলৈ ধৰিলে। বাহিৰত তেতিয়া বৰষুণ দিছে।

কিমান দিন যে জালালীৰ পেটত ভাত পৰা নাই, কিমান দিন হ'ল— তাই জামু গছৰ ফল খাই, কেতিয়াবা সেলেকু বিচাৰি খাই পেটৰ ভোক গুচাইছিল! ভালকৈ এসাঁজ খাবলৈ আজি গোটেই দিনটো তাই আশা পালি আছিল। এই হাঁহটো ধৰি আনি তাইৰ আশা যেন পূৰ্ণ হৈছে।

এইকণ মেহেৰবানিৰ কাৰণে তাই আল্লাৰ ওচৰত আনন্দ প্ৰকাশ কৰিলে। আনন্দত, পেটৰ ক্ষুধাত নাইবা লোভৰ কাৰণেই—তাই এতিয়াও গাত কাপোৰ পিন্ধিবলৈ পাহৰি আছে। তাইৰ তলপেটৰ বগা বগা দাগবোৰত পানীৰ ৰেখাবোৰ জিলিকি চিক্‌মিক্ কৰিছে—যেন মানচিত্ৰ এখনৰ নদ-নদীৰ চিনবোৰহে। কিবা এটা ভাবি জালালীয়ে তাইৰ তলপেটত হাত এখন থৈ ভাবিলে, এই পেটটোত আকৌ চৰ্বি হ'ব। আকৌ বৰনায়ৰ কাম শেষ কৰি আবেদালি ঘৰলৈ উভতিব!

জালালীয়ে হাঁহটোৰ পেটৰ ভিতৰৰপৰা নাৰী ভুৰু আৰু ময়লাবোৰ উলিয়াই পেলালে। আবেদালিৰ বৰ দুখ, তাই ভাবিলে। সি কয়, জব্বৰহঁত হোৱাৰ পিছৰপৰা তোৰ যে পেট নামি গ'ল আৰু মুঠিলেই, তোৰ পেটত আৰু চৰ্বি নধৰিলে।

জালালীয়ে এতিয়া নিজে ক'লে, তুমি মোক এইদৰে সপ্তাহে সপ্তাহে হাঁহ খাবলৈ দিয়া—কেইদিনতে পেটত চৰ্বি ভৰাই দিম দেখিবা।—তাইৰ এবাৰ মালতীৰ কথাও মনত পৰিল। মালতী বিধবা যুৱতী। দিনে দিনে তাইৰ ৰূপ ফুলি উঠিছে। আল্লা, মোক তুমি ৰূপ নিদিলা কিয়?—বাহিৰত তেতিয়া বৰষুণ আৰু জোৰে নামিছে।

এইবাৰ হাঁহৰ গাটোৰপৰা জালালীয়ে ছালখন এৰুৱাই পেলালে। বাঁহৰ চুঙাটোত তেল অকণো নাই। তেল অকণমান ক'ৰবাৰপৰা আনিবলৈকে বৰষুণৰ কাৰণে ওলাই যোৱাৰ উপায় নাই। গতিকে তাই বহুত সময় ধৰি হাঁহটোক সেকি আছিল। হাঁহটো পুৰি সিজি গৈ এটা গোন্ধ ওলাইছিল। তাৰে অলপ এৰুৱাই লৈ তাই নিমখ জলকীয়াৰে ভাজি লৈ চানকিত থ'লে। এটুকুৰা মঙহ মুখত ভৰাই হাড় এটুকুৰা ফুট্‌কৈ উলিয়াই পেলালে। তৃপ্তিৰে মঙহটুকুৰা চোবাই থাকোঁতে হঠাৎ তাই দেখিলে এৰুৱাই থোৱা হাঁহৰ পাখিবোৰ কেতিয়াযে বতাহত উৰি ঘৰময় হৈ আছে। গছাৰ ওপৰত চাকিটো উজ্জ্বল হৈ জিলিকি আছে। চাকিৰ পোহৰত, ঘৰময় পৰি থকা পাখিবোৰলৈ চাই চাই আৰু চুৰ কৰি হাঁহৰ মঙহ খোৱা কথাটো ভাবি ভাবি জালালীয়ে হঠাৎ অসহায় অনুভৱ





কৰিলে। কাৰণ আবেদালিয়ে কেনেবাকৈ কথাটো জানিব পাৰিলে তাইক মাৰ-ধৰ কৰিব। সেই কাৰণে জালালীয়ে মাংস খাবলৈ এৰি প্ৰথমে খুঁটি খুঁটি পাখিবোৰ বুটলি গোটাই লৈ আকৌ বৰষুণতে বাহিৰলৈ ওলাই গ'ল; পানী ভাঙি ভাঙি আন্ধাৰৰ মাজে মাজে তাই পথাৰৰ গৰুবাটেদি আগুৱাই গ'ল! তাৰ পিছত অশ্বত্থ গছজোপাৰ কাষৰ জোপোহা হাবিখিনিৰ কাষত পাখিবোৰ পেলাই দিলে। তাই ঘৰলৈ উভতিল। পেটৰ ভোকটো আকৌ উক দি উঠিল। বৰষুণত তিতি তিতি তাইৰ মনৰ সকলো দুখ যেন তাই ধুই পেলাব খুজিলে। ঘৰলৈ গৈ হাঁহৰ মঙহ খাবগৈ—এই সুখৰ আশাটোৱে তাই খোজ ল'লে। মাজে মাজে আকাশত বিজুলী মাৰিছিল, তাৰ পোহৰত তাই দেখিলে মৰাপাটৰ গছবোৰ বাগৰি বাগৰি পৰিছে। মৰাপাটৰ খেতিৰ সিপিনে যেন পোহৰৰ বিন্দু এটা ঘূৰি ফুৰিছে। তাই মন দি কাণপাতি শুনিলে, যেন মালতীয়ে তেতিয়াও তাইৰ হাঁহটোক মাতি আছে, আহ······ আহ······তিঁ······তিঁ······! তাই আৰু অলপো পলম নকৰিলে। লৰালৰিকৈ গৈ তাই ঘৰৰ ভিতৰ সোমাই জাপখন বন্ধ কৰি দিলে। তাৰ পিছত গামোচাখন চেপি লৈ তাকে কঁকালত মেৰিয়াই ল'লে। কাঠৰ টুকুৰা এটাত বহি জালালীয়ে হাঁহৰ গোস্ত আৰু হাঁড় চোবাবলৈ আৰু চুহিবলৈ ধৰিলে। এবাৰ তাইৰ ভাব হ'ল, মালতীয়ে যি দৰে মাতি আছে, হয়তো হাঁহটোৱে এতিয়া চানকিৰ ওপৰতে পেক্ পেক্ কৈ উঠিব। তাই খপ্ খপকৈ হাঁহৰ মঙহ ছিঙি ছিঙি খাবলৈ ধৰিলে,—তাই কোনোমতেই যেন হাঁহটোক চানকিৰ ওপৰত পেক্ পেক্ কৈ মাতিবলৈ সুযোগ নিদিলে।

বৰষুণ এবাৰ লগে লগে চামচুদ্দিন ঘৰলৈ ঘূৰিল। ধনু চেখে নাও বাইছিল। দূৰত ধাননিৰ মাজত চামচুদ্দিনে পোহৰ এটা আৰু মালতীৰ মাত শুনি বুজিলে, মালতীয়ে এতিয়াও তাইৰ হাঁহজাক বিচাৰি পোৱা নাই। মালতী আৰু অমূল্যই প্ৰাণপণে মাতিছে, আহ আহ, তিঁ তিঁ······

সিহঁতৰ সেই মাত গাঁও-পথাৰ পাৰ হৈ দূৰ বহুদূৰলৈ ভাঁহি গৈছে—অতি দুখৰ, অতি কষ্টৰ সেই মাত। বহুত দিনৰ মূৰত আজি চামুৱে পথাৰত মালতীক দেখা পালে। অমূল্যই নাও বাইছিল। ধাননিৰ মাজত, পাট খেতিৰ মাজত নাইবা ক'ৰবাৰ হাবি জোপোহাৰ মাজত কিজানি হাঁহটো ভয়ে ভয়ে লুকাই আছে—মালতীয়ে চাই যাবলৈ ধৰিলে। তেনেতে মালতীয়ে দেখিলে, অন্য এখন নাৱৰ মূৰত চামচুদ্দিন বহি আছে—সি যেন কিবা এটা ক'ব খুজিছে। হাৰিকেনৰ পোহৰত চামচুদ্দিনৰ মুখখন স্পষ্ট হৈ আছে। এক বিজাতীয় ঘৃণাবোধত মালতীয়ে চামুক একো কথা ক'ব নোৱাৰিলে। হাঁহটোৰ কাৰণে তাই কান্দো কান্দো হৈ আছিল। তাই তলমূৰ কৰি বহি থাকিল। চামচুদ্দিনক দেখা পায়ো তাই একো নক'লে। মালতীৰ ব্যাৱহাৰত চামুৱে কিন্তু অপমানিত বোধ নকৰিলে। মালতীক এজনী সহায় সম্বলহীনা ছোৱালীৰ দৰে লাগিল তাৰ। সি মাত দিলে, তোৰ হাঁহ কেইটা ঘৰলৈ যোৱা নাই?

মতাহাঁহটো যোৱা নাই—মাইকী কেইজনী গৈছে।

মালতীয়ে সংক্ষিপ্তকৈ উত্তৰ দিছিল। তাই তলমূৰ কৈয়ে বহি থাকিল। চাৰিওপিনে বৰষুণৰ পিছৰ সেমেকা বতাহৰ গোন্ধ। আন্ধাৰ আৰু কম হৈ আহিছে। এইবাৰ অমূল্যৰ সৈতে চামুৱেও মাত দিলে······আহ······আহ······তিঁ······তিঁ।—কিন্তু ক'তো হাঁহৰ কোনো সা-শব্দ নাই। মাত্ৰ অশ্বত্থ গছজোপাৰ চাৰিওপিনে জোনাকীপৰুৱাবোৰে জিলমিলাই আছে। গছজোপাৰ তলত হাঁহৰ পাখিবোৰ উৰি আছে আৰু কিছুমান পাখি সৰু সৰু নাৱৰ দৰে পানীত উটি গৈছে।

চামু, অমূল্য আৰু মালতী—তিনিও একেলগে হাঁহটোক মাতিবলৈ ধৰিলে। ধান গছৰ মাজে মাজে হাৰিকেনটো ভাঙি ভাঙি তাৰ পোহৰত চাৰিওপিনে চাই চাই সিহঁত যাবলৈ ধৰিলে। তেনেতে হঠাৎ দেখিলে ইপিনে সিপিনে পানীত হাঁহৰ পাখি কিছুমান উটি গৈ আছে। অলপ দূৰ আগুৱাই গৈয়েই অশ্বত্থ গছজোপাৰ তলত মালতী একেবাৰে ভাগি পৰিল। ঠিক তাইৰ হাঁহটোৰ ধূসৰ পাখিৰ ৰং, অশ্বত্থ গছৰ তলৰ

'জোপোহা-হাবি—সকলো মিলি হঁাহটোৰ নিশ্চিত মৃত্যুৰ সংবাদ তাই পাই গ'ল—তাই ফেকুৰি ফেকুৰি কান্দি দিলে।

হঠাৎ চামচুদ্দিনৰ আবেলিৰ ঘটনা এটা মনত পৰিল! সি যেন পানীৰ মাজত এই হাবিখিনিৰ ফাঁকেৰেই জালালীৰ মুখখন দেখা পালে। সি আৰু হঁাহ বিচৰা বাদ দিলে। সি জানে, মালতীয়ে হঁাহ কেইটাক পুত্ৰবৎ পালন কৰি আহিছে। মালতী বিধবা; এই বিধবা যুৱতীৰ সম্বল হঁাহ কেইটা! খণ্ডত যেন চামুৱে একো কথা ক'ব নোৱাৰিলে। তাৰ চকুৰ সমুখত জালালীৰ মুখখন এজনী ধূৰ্ত শিয়ালৰ দৰে ভঁাহি উঠিল আৰু মালতীৰ কান্দোনে তাৰ মনত কিবা এক প্ৰতিহিংসাৰ ভাব জগাই তুলিলে।

চামুৱে ক'লে, ঘৰলৈ যাগৈ মালতী!

অমূল্যইও ক'লে, যাওঁ ব'ল বাইদেউ—

চামুৱে আকৌ ক'লে, নাকান্দিবি মালতী।

মালতীয়ে এইবাৰ মূৰ তুলিলে আৰু চামুৰ পিনে চালে। চামুৰ সৰু সৰু গোল গোল চকু দুটা—এই চামু কিমান শান্ত আছিল, কিশোৰী জীৱনত মালতীৰ দুখত কি দৰে সি কাতৰ হৈ পৰিছিল! সেই চামুৱেই যেন আজি আকৌ মুখত দাড়ি গোঁফবিহীন হিন্দু যুৱকৰ দৰে তাইৰ কাষত আহি থিয় দিছেহি। হঠাৎ মালতীৰ মনৰপৰা বহুদিনীয়া ঘৃণা-বোধখিনি নোহোৱা হৈ গ'ল। বহুত সময় ধৰি তাই নিৰ্বোধ বালিকাৰ দৰে চামুৰ মুখৰ পিনে চাবলৈ ধৰিলে। মুখেৰে একো নক'লে।

নাও দুখন ওচৰা-ওচৰিকৈ আছিল।

হাৰিকেনৰ পোহৰত সিহঁতৰ মুখ কেইখন স্পষ্ট হৈ জিলিকি আছিল। পথাৰৰ বুকুৰেদি গাঁৱৰ ক'ৰবাৰপৰা কুকুৰৰ মাত ভাঁহি আহিছিল। বিশ্বাসপাৰাত হেজেক লাইটৰ পোহৰ আৰু আকাশত অস্পষ্ট মেঘৰ ছায়া। আকাশৰ নক্ষত্ৰবোৰে যেন মালতীৰ মনৰ দুখ আৰু গভীৰ কৰি তুলিছে। সেই দুখ চামুৰ অন্তৰতো সংক্ৰমিত হৈ পৰিছে। চামচুদ্দিনে লৰালি কালত বাপেকৰ হাতত ধৰি ধৰি এই গাঁও পথাৰ পাৰ হৈ

কিমান দূৰলৈকে গুচি যায়! চাৰিওপিনে ঢাক-ঢোল বাজি থাকে, চাৰিওপিনে পাইক-বৰকন্দাজ,—চামুৰ বাপেকে তেতিয়া দুৰ্গা গোঁসানীৰ কাষত লাঠীখেলা দেখুৱাই থাকে ; চামুৱে ভাবিলে, সেইসকল কীৰ্ত্তিমান পুৰুষ আজি অথৰ্ব হৈ পৰিছে। নতুন ভাবধাৰা, নতুন ধৰ্মবোধে মানুহক সংকীৰ্ণ কৰি তুলিছে।—হঠাৎ জালালীৰ ওপৰত তাৰ ভীষণ খং উঠিল। সি মনে মনে ক'লে, বেটীৰ পেটৰপৰা একে গছকতে গোন্ত বাহিৰ কৰি আনিম ৰ!

চামুৰ নাও ক্ৰমে আঁতৰি গ'ল। ক্ৰমে নেদেখা হৈ পৰিল। অমূল্য মালতী আৰু হাৰিকেন লেমটো পিছত পৰি ৰ'ল। লেমটোৰ পোহৰে কিছু দূৰলৈকে আন্ধাৰবোৰ ঠেলি ৰাখিছিল, চামু যিমান দূৰলৈ আঁতৰি আহিল—সিমানেই মালতীৰ মুখখন অস্পষ্ট হৈ পৰিল।……মালতী যেন এক ৰহস্যময়ী নাৰী। ধানগছৰ পাতৰপৰা বৰষুণৰ পানী টোপ্ টোপ্‌কৈ নাৱৰ বুকুত পৰিল, ঠিক যেন মালতীৰ চকুৰপৰা সৰিপৰা চকুলোহে। চামুৱে আকৌ এবাৰ চিঞৰি ক'লে, মালতী ঘৰলৈ যাগৈ। অমূল্যকো উদ্দেশ্য কৰি ক'লে, অমূল্য, ঘাটলৈ নাও লৈ যা। এই ৰাতিখন পথাৰে পথাৰে ঘূৰি নুফুৰিবি।—এই নিৰ্জনত মালতী এইদৰে ঘূৰি ফুৰা কথাটোৱে চামুৰ মনতো যেন এক অসহায় ভাবৰ সৃষ্টি কৰিছিল। তাৰ কলিজাৰ ভিতৰত দুখৰ কাঁইট এডালে যেন আজি বৰ বেছিকৈ খচ্‌খচ্ কৰিবলৈ ধৰিলে।

নাওখন আবেদালিৰ ঘাটত সন্তৰ্পণে বান্ধিবলৈ চামুৱে ধনুচেখক নিৰ্দেশ দিলে। ক'লে, চাবি লগীৰ শব্দ নহয় যাতে!

চামুৱে ভৰি টিপি টিপি নাৱৰপৰা ওপৰলৈ উঠি আহিল। আঁঠুলৈকে বোকা। ওপৰৰ হাবি আৰু গছৰপৰা বৰষুণৰ পানী এতিয়া টোপ্ টোপ্‌কৈ পৰি আছে। সি দেখিলে—আবেদালিৰ ঘৰৰ ভিতৰত ঢিমিক-ঢামাক পোহৰ। কোনো সাৰ শব্দ নাই। সি জানে আবেদালি নাই, জববৰো গৈছে বাবুৰ হাটলৈ, জোটনো আজিকালি ইয়াত নাই। ঘৰটো

ভূতৰ ঠাইৰ নিচিনা লাগিল তাৰ। সি বেতৰ শুকান পাত এখিলা ঠেলি বেৰৰ ফাকেৰে ভিতৰলৈ জুমি চালে; দেখিলে সৰু টিপ্ চাকি এটা জ্বলি আছে। জালালীয়ে প্ৰায় নগ্ন অৱস্থাৰে পীৰা এখনত বহি আছে। তাই দুখন চানকিৰপৰা হাঁড় কিছুমান চুহি আছে। হাঁড়বোৰত এতিয়া আৰু মঙহ লাগি থকা নাই। দাঁতৰ মাজত হাঁড়বোৰ লৈ তাই মৰ্মৰ্কৈ চোবাইছে। মাজতে তাই এবাৰ পানী খাই ল'লে। চামুৰ এনে লাগিল যেন গোটেই দিনটো পানীৰ মাজত ডাঁহি থকা শিয়াল এজনীৰ দৰে জালালীৰ মুখখন গোস্ত খাই উঠি এতিয়া সহজ আৰু সুন্দৰ হৈ উঠিছে। তাইৰ মুখত এতিয়া যেন আল্লাৰ দোৱা। পানী খাই খাই তাই দুবাৰ আল্লাৰ নাম ল'লে। চামুৰ আকৌ গাঁৱৰ দুখীয়া মানুহবোৰৰ কথা মনত পৰিল। সিহঁতৰ কথা ভাবি ভাবি সি আকৌ হাবিৰ মাজে মাজে আগুৱাই যোৱাৰ কথা ভাবিলে। মালতীৰ হাঁহ চুৰ হোৱাৰ কথা নাইবা জালালীৰ পেটত গোৰ মাৰি গোস্ত বাহিৰ কৰি অনাৰ ইচ্ছা যেন তাৰ মনৰপৰা মচ খাই যাবলৈ ধৰিলে। জালালীয়ে এতিয়া কঠ এখন পাৰি লৈ নামাজ পঢ়িবলৈ ধৰিছে। তাইৰ হাত দুখন সমুখলৈ প্ৰসাৰিত—মুখখনত ৰচুলৰ সৌন্দৰ্য্য বিয়পি পৰিছে। চামচুদ্দিনে তাইক তেনে অৱস্থাত একোকে ক'ব নোৱাৰিলে। এই সুদীৰ্ঘ সংসাৰ যাত্ৰাত সি যেন কালনেমিৰ দৰে এক অলীক লঙ্কাভাগৰ স্বপ্নত নিমগ্ন হৈ গৈছে। সি আৰু আগ নাবাঢ়িল।

শীতকাল আহিলেই মানুহটো কিছুদিন ভালে থাকে। ঠাণ্ডা পৰাৰ কাৰণে মণীন্দ্ৰনাথে চাদৰ এখন গাত মেৰিয়াই আছে। আগৰ দৰে সুদা গাৰে থকা নাই। এইদৰে অলপ অলপকৈ ভাললৈ আহি হয়তো এদিন একেবাৰেই ভাল হৈ উঠিব। তেতিয়া দুয়ো ক'ৰবালৈ একেলগে গুচি যাব।—কোনোবা তীৰ্থ নাইবা কোনো এখন ডাঙৰ চহৰলৈ—নাইবা

মাজে মাজে মণীন্দ্রনাথে কৈ থকা সেই ঠাইখনলৈ—য'ত এখন বহল মুকলি পথাৰ আছে। পথাৰৰ কাষত এখন ডাঙৰ বিল আছে—সেই বিলত ডাঙৰ ডাঙৰ পদুমফুল ফুলে, গ্ৰীক পুৰাণৰ নায়কক লগত লৈ তেওঁ যথাৰ্থতে সেই ঠাইলৈ যাব। মানুহজন ভাল হ'লেই জলদানৰ কাৰণে কোনোবা জলছত্ৰৰ কাষত থিয় হৈ ৰ'ব! তেতিয়া হয়তো দূৰত ক'ৰবাত গীৰ্জাৰ ঘণ্টা বাজিব, পুৰোহিতসকলে মন্ত্ৰ উচ্চাৰণ কৰিব। বলিয়া মণীন্দ্ৰনাথে ক'ৰবাৰ হেমলক গছৰ তলত থিয় হৈ সোণৰ হৰিণাৰ স্বপ্ন দেখিব।

মানুহজনক স্বাভাৱিক অৱস্থাত দেখা পাই বৰবৌৱে এবাটি গৰম গাখীৰ আনি দিলেহি। লগতে অলপ গৰম মুড়ি, নতুন গুৰ আৰু এটা মালভোগ কল। ভালকৈ আসন পাতি দি তেওঁ কাষতে বৈ থাকিল।

সেই আহিনৰ কুকুৰটোৱে মণীন্দ্ৰনাথৰ ভৰিৰ কাষত থিয় হৈ সূৰ্ সূৰ্ শব্দ এটা কৰি আছিল। দক্ষিণৰ বাৰান্দাত সোণে পঢ়ি আছিল। কুকুৰটোৱে মাজে মাজে ঘেঁউ ঘেঁউ কৰি আছিল। ৰঙা জবাগছ জোপাৰ তলত শীতৰ দিনতো বেঙ দুটাই কাপ্ কাপ্ কৰি আছে। মণীন্দ্ৰনাথে গৰম গাখীৰ মালভোগ কল আৰু নতুন গুৰেৰে মুড়িখিনি সানি তাৰে অলপ তেওঁৰ মৰমৰ কুকুৰটোক দিলে; তাৰ পিছত তেওঁ জলপান খাই উঠি অহাৰ সময়ত মন কৰিলে, পঢ়া এৰি সোণে মনে মনে এইফালে আহি আছে। বৰকৰ্তাৰ মনত আনন্দ লাগিল। তেওঁ সোণ আৰু কুকুৰটোক লগত লৈ পথাৰলৈ নামি গ'ল।

তেওঁলোক সোণালী বালিৰ নদীত নামিলহি। এতিয়া নদীত সিমান সোঁত নাই। পানী কমি গৈছে। ইচ্ছা কৰিলে খোজ কাঢ়িয়েই পাৰ হ'ব পৰা যায়। নদীৰ পাৰৰ চিনাকি মানুহবিলাকে মণীন্দ্ৰনাথ আৰু সোণক আদাব জনালে। ওচৰে-পাঁজৰে এটাইবোৰ মুচলমান মানুহৰ গাঁও। মণীন্দ্ৰনাথহঁতক দেখিয়েই নাও লৈ মাঝি এই পাৰলৈ আগুৱাই আহিল। সকলোৰে আগেয়ে কুকুৰটো জপিয়াই নাৱত উঠিল। সোণৰ বহুদিনৰেপৰা ইচ্ছা আছিল—এদিন পুৱাই বৰদেউতাকৰ সৈতে নাৱত

উঠি, নদীয়েদি গাঁও আৰু পথাৰৰ মাজে মাজে আগুৱাই যাব। বৰ দেউতাকে গৰমৰ দিনত মাইলৰ পিছত মাইল খোজকাঢ়ি আহি দুপৰীয়া নাইবা সন্ধিয়া ক্লান্ত সৈনিকৰ দৰে আহি ঘৰৰ চোতালত থিয় দিয়েহি! তেওঁৰ ভৰিত নদী-নলাৰ বিচিত্ৰ চিনবোৰ লাগি থাকে। গৰমৰ দিনত তৰমুজ আৰু শীতৰ শেষত কুঁহিয়াৰৰ আঁটি বান্ধি লগত লৈ আহে। সোণৰ বাবে মানুহজন যেন কোনোবা বনবাসী ৰাজপুত্ৰ! তেওঁৰ ওচৰত বহি কতৰকমৰ সাধু শুনাৰ বাসনা হয় সোণৰ! অদ্ভুত অদ্ভুত সাধুবোৰ কয় তেওঁ। নিৰ্জন, নিঃসঙ্গ মুকলি ঠাই পালেই তেওঁ সাধু শুনাবলৈ আৰম্ভ কৰে। পগলা মানুহ, তেওঁ কোৱা সাধুৰ কোনো বিশেষ আৰম্ভও নাই—শেষো নাই।

বৰদেউতাকে তাক কয়,—পদুম পুখুৰীলৈ যাবি?—নাইবা কয়,—ইলিচ মাছৰ ঘৰ চাবলৈ যাবি?—তাৰ পিছত কোনো উত্তৰ নাপালে তেওঁ কয়—ৰূপালী-জোন চৰাই চাবি?

সোণে কোনো উত্তৰ নিদিয়ে। আৰু উত্তৰ দিলেই বৰদেউতাকে অশ্লীল শব্দ এটা উচ্চাৰণ কৰিব। তথাপি এবাৰ অতি সাহস কৰি সি উত্তৰ এটা দিছিল,—মই পক্ষীৰাজ চাম। দেখুৱাবানে?

মণীন্দ্ৰনাথে যেন ক'ব খুজিছিল,—তোৰ পদুম পুখুৰী চাবলৈ মন নাযায়? ইলিচ মাছৰ ঘৰ চাবলৈ মন নাযায়, ৰূপালী-জোন চৰাই নাচাৱ, চাবলৈ লাগে পক্ষীৰাজ ঘোঁৰা—পক্ষীৰাজ ঘোঁৰা এটা মোকো লাগে; কিন্তু পাম ক'ত?—সেইবুলি তেওঁ প্ৰশ্নসূচক ভাব এটাৰে সোণৰ পিনে চাই ৰ'ল।

আজি কিন্তু সোণৰ একোতেই পক্ষীৰাজ ঘোঁৰা এটাৰ কথা মনত নপৰিল। সি পঢ়া এৰি মনে মনে গুচি আহিছে—মাকে—খুৰাকে হয়তো তাক এতিয়া বিচাৰিছে। সোণ ক'লৈ গ'ল—ল'ৰাটো ক'লৈ গ'ল চা-চোন—সকলোৱে বিচাৰিব। কথাটো ভাবি সোণৰ বৰ স্ফুৰ্তি লাগিল। ফতিমাক চুই দিয়াৰ কাৰণে মাকে তাক মাৰিছিল। আইতাকে কৈছিল—তাৰ জাত-পাত সকলো গ'ল। তাক সকলোৱে কতদিন অযথা শাস্তি

দিছে। লাল্টু আৰু পল্টুৱে সি অকণমান কিবা কৰিলেই কাণত ধৰি উঠ বহ কৰায়। আজি সকলোৰে চিন্তা কৰক! সি মনে মনে বৰদেউতাকৰ সৈতে বাহিৰলৈ ওলাই আহিল। পগলা বৰদেউতাকে মাথোঁ মিচিক্‌মাচাক্ হাঁহিছিল। তেওঁ তাক লগত আহিবলৈ উৎসাহিত কৰিছিল। তেওঁ কৈছিল—ক'ৰবাত নহয় ক'ৰবাত পক্ষীৰাজ ঘোঁৰা আকাশত উৰি ফুৰে, ক'ৰবাত শঙ্খৰ ভিতৰত শঙ্খকুমাৰ পলাই থাকে আৰু ক'ৰবাত শামুকৰ পেটৰ ভিতৰত চম্পক নগৰৰ ৰাজকন্যাই সাপৰ বিষ ঢালি থৈছে। তই আৰু মই তালৈকে গুচি যাম সোণ! সকলোৰে কাৰণে মুকলি বহল পথাৰৰপৰা সোণালী ধানৰ লেছেৰা বুটলি লৈ আনিম।

সিহঁতে অনেক গাঁও আৰু পথাৰ পাৰ হৈ যাবলৈ ধৰিলে। সিহঁত যিমানেই আগুৱাই গৈছিল—সিমানেই আকাশখন ক্রমে দূৰলৈ আঁতৰি আঁতৰি গৈছিল। সোণ ক্লান্ত হৈ পৰিছে। ভোকত যেন কাতৰ হৈ পৰিছে। আকাশ চুবলৈ তাৰ যেন আৰু শক্তি নোহোৱা হৈ গৈছে। তাৰ কতদিনৰ ইচ্ছা—বৰদেউতাকৰ সৈতে ওলাই গৈ সি নদীৰ সিপাৰে নামি অহা আকাশখন এদিন চুই আহিব। কিন্তু কি যাদুৰ শক্তিত আকাশখন অনবৰত দূৰলৈ গৈ আছে! কেইজনমান মানুহে নাবালক শিশুটোক পগলা মানুহজনৰ সৈতে ওলাই অহা দেখি আচৰিত হৈ সুধিলে—সোণবাপু তুমি! বৰদেউতাৰ সৈতে কোনপিনে যাবা? খোজকাঢ়ি যাব পাৰিবানে?

সোণে ডাঙৰ মানুহ এজনৰ দৰে মূৰ দুপিয়াই ক'লে—ওঁ।

কিন্তু মণীন্দ্ৰনাথে বুজিব পাৰিছিল—সোণে আৰু খোজকাঢ়িব নোৱাৰা হৈ পৰিছে। তেওঁ তাক কান্ধত তুলি ল'লে। এতিয়া সূৰ্য্যৰ উত্তাপ প্ৰখৰ। ঘাঁহৰ ওপৰত এতিয়া আৰু নিয়ৰ নাই। সূৰ্য মূৰৰ ওপৰত উঠিছে। তেনে সময়তে তেওঁলোকে ক'ৰবাত ঘণ্টা বজাৰ দৰে শুনিবলৈ পালে।

সোণে ভাবিলে, সেইয়াই কিজানি পক্ষীৰাজ ঘোঁৰা। সি হাত চাপৰি মাৰি সুধিলে—বৰদেউতা, পক্ষীৰাজ ঘোঁৰানেকি!

আহিনৰ কুকুৰটো গৈ গৈ হঠাৎ ৰৈ গ'ল। সি কাণ থিয় কৰি শব্দটো শুনিলে। শব্দটো যেন এইপিনেই আগুৱাই আহিছে।

মণীন্দ্ৰনাথৰ ঘৰলৈ ঘূৰাৰ কথা মনত পৰিল। সেই ঘন্টা ধ্বনি শুনিয়েই হয়তো মনত পৰিল! সোঁফালে এখন দীঘলীয়া বননি। সেই বননিৰ মাজেৰে গ'লে আকৌ সোণালী বালিৰ নদী পোৱা যাব! নদীৰ পাৰে পাৰে তৰমুজ খেতি। এতিয়া হয়তো ঈছমে তৰমুজৰ লতাবোৰ মেলি দিছে। বনৰ ভিতৰত কতৰকমৰ গছ!

সেই ঘণ্টাৰ ধ্বনি ক্ৰমে ওচৰ চাপি আহিছে। বনৰ ভিতৰত কত-ৰকমৰ ফলৰ গছ! এটাইবোৰ চিনি পোৱা নাযায়। তথাপি গোলাপী জামু, লেতেকু আদি গছ ধৰিব পাৰি। . সকলো গছৰে ফলবোৰ প্ৰায় শেষ হৈছে। গছবোৰত কি কি ফল আছে সোণে উঁকি মাৰি মাৰি চাবলৈ চেষ্টা কৰিলে। তাৰ পিছত বনৰ মাজৰপৰা ওলাই সমুখৰ শূন্য পথাৰত ভৰি দিয়াৰ লগে লগেই দেখা গ'ল—এক আচৰিত জীৱ। অতিকায় জীৱ এটা! জীৱটোৰ ডিঙিত ঘণ্টা এটা বাজিছে। সোণে চিঞৰি দিলে—বৰদেউতা সৌটো চোৱঁা—

কুকুৰটো দৌৰিবলৈ ধৰিলে আৰু ঘেঁউ ঘেঁউ কৰি উঠিল। মণীন্দ্ৰনাথে কান্ধৰপৰা সোণক নমাই দি, তিনিও থিয় হৈ সেই আচৰিত জীৱটোৰ কাৰণে ৰৈ থাকিল। জীৱটো ওচৰলৈ আহিলেই দৌৰ দিব। অন্য এটা বাটেৰে দৌৰ দি গুচি গলে কোনো ভয় নাই।

সোণে বিস্ময়ত একো কথা ক'ব পৰা নাই। এইদৰে মুকলি ঠাইত এনেকুৱা এটা বিৰাট জীৱ। মাজুদেউতাকে তাক কোৱা হাতীৰ গল্পটোৰ কথা মনত পৰিল। জমিদাৰৰ ঘৰৰ হাতী। হাতীটো দুলি দুলি সিহঁতৰ পিনে আহি আছে। ওচৰ আহি পোৱাত দেখা পালে প্ৰায় তাৰ বয়সৰে ল'ৰা এটাই হাতীৰ মূৰৰ ওপৰত উঠি অঙ্কুশ চলাবলৈ ধৰিছে। তাৰ মনলৈ অহা সকলো ভয় যেন আঁতৰি গ'ল। আনন্দত সি চিঞৰি দিলে—বৰদেউতা! বৰদেউতাকে কিমান দিনৰ মূৰত যেন কথা ক'লে—সেইটো হাতী! কিন্তু—ই কি! হাতীটো দেখোন সিহঁতৰ

পিনেই কোব লৈছে। দীঘল দীঘলকৈ খোজ পেলাই উঠি আহিছে। ইমান ডাঙৰ জন্তু এটা সিহঁতৰ পিনে আহি থকা দেখি সোণৰ আকৌ ভয় লাগিল। হাতীটো সিহঁতৰ একেবাৰে ওচৰ চাপি আহিছে। বৰ-দেউতাক একে ঠাইতে থিয় হৈ আছে, লৰচৰ কৰা নাই। কুকুৰটো ইফালৰপৰা সিফাললৈ দৌৰাদৌৰি কৰি আছে। সোণে ভাবিবলৈ ধৰিলে—সি পলাবনেকি?—কোনফালে দৌৰ দিব, পাছফালে ইমান বহল পথাৰ, সমুখত হাবি—, সি কোনপিনে দৌৰ দিব স্থিৰ কৰিব নোৱাৰিলে। ভয়তে সি মাথোন বৰদেউতাকক সাৱটি ধৰিলে। ক'লে, —বৰদেউতা ঘৰলৈ যাওঁ ব'লা—।

বৰদেউতাকে কোনো উত্তৰ নিদিলে। তেওঁ মাত্ৰ অপলক দৃষ্টিৰে হাতীটোলৈ চাই থাকিল। যিমানেই হাতীটো ওচৰ চাপি আহিছে, সিমানেই যেন তেওঁ কিবা অস্থিৰ হৈ উঠিছে।

সোণে বৰদেউতাকৰ হাতখনত কামোৰ মাৰি দিব খুজিলে। মানুহটোৱে তাৰ কথালৈ অকণো মন দিয়া নাই। সি আকৌ ক'লে, মই মাৰ গুৰিলৈ যাম—সেইবুলি সি কান্দিবলৈ ধৰিলে।

কিন্তু কি আশ্চৰ্য্য! হাতীটো সিহঁতৰ ওচৰলৈ আহি ভৰি চাৰিটা মোটোকাই একান্ত বাধ্যৰ দৰে বহি পৰিল। মাউতে বৰদেউতাকক চেলাম দিলে। তাৰ পিছত হাতীটোক ক'লে, চেলাম দে। হাতীটোৱে শুৰ তুলি সোণক চেলাম দিলে।

জচীমৰ পুতেক ওচমান আগত বহি আছিল। জচীম পাছফালে আছিল। সি ক'লে, আহক কৰ্ত্তা, হাতীৰ পিঠিত উঠক, আপোনালোকক ঘৰত থৈ আহোঁ।

সোণহঁত ইমান দূৰলৈ গুচি আহিছে যে, জচীমেও বুজি পাইছিল—এই পগলা মানুহজনে নাবালক ল'ৰাটোক লৈ বেলি থাকোঁতেই গৈ ঘৰ নাপায়গৈ। সি তেওঁলোকক হাতীৰ পিঠিত তুলি ল'লে। সোণে হাতীৰ পিঠিত উঠি মাজুদেউতাকৰ কথা মনত পেলালে। মাজুদেউতাকে মুড়া-পাৰাৰপৰা ঘৰলৈ আহিলেই এই হাতীবোৰৰ বিষয়ে বহুতো বিচিত্ৰ সাধু

কয়। এবাৰ তেওঁ হাতীত উঠি শীতলক্ষা নদী পাৰ হৈ কালীগঞ্জলৈ গৈছিল। তেনেতে বাটতে এক প্ৰচণ্ড ধুমুহা বৰষুণে পালে। ধুমুহাত এজোপা গছ উভালি পৰিব খোজোঁতেই এই হাতীয়েই গছজোপা ধৰি ৰাখি মাজুদেউতাকক মৃত্যুৰপৰা বচাইছিল। এই প্ৰকাণ্ড জীৱটোৰ প্ৰতি সোণৰ যেন মায়া উপজিল। তাৰ এনে লাগিল যেন হাতীৰ পিঠিত উঠি সি এতিয়া সমুখৰ আকাশ পাৰ হৈ যাব পাৰিব। হাতীটো গৈ আছে। তাৰ ডিঙিৰ ঘণ্টাটো বাজিছে। পাছত আহিনৰ কুকুৰ। সি পাছে পাছে দৌৰি দৌৰি আহিছে। গাঁও, পথাৰ, হাবি-জঙ্গল ভাঙি ভাঙি সিহঁত হাতীৰ পিঠিত যাবলৈ ধৰিলে, যেন কোনোবা সদাগৰ বেপাৰলৈ ওলাইছে—সাতখন ডিঙা—সাতশ মাঝিৰ বহৰ……নাইবা যেন যুদ্ধ জয় কৰি ঘৰলৈ ঘূৰিছে।

জচীমে সোণক উদ্দেশ্য কৰি ক'লে, সোণবাপু, ঘৰৰপৰা কেতিয়া ওলাই আহিছিলা ?

সোণে ক'লে, সেই পুৱাতেই।

—মুখ-চুখ একেবাৰে শুকাই গৈছে।

—ভোক লাগিছে, একোকে খোৱা নাই।

—খাবানেকি ? সেইবুলি জচীমে কোঁচৰপৰা বগা বগা পকা গোলাপ জামু কেইটামান উলিয়াই সোণক দিলে।

মিঠা জামুকেইটা পোৱাৰ লগে লগেই সোণে গিলি পেলালে।

হাতীটো দেখি গাঁৱৰ ঢেকুৰা কুকুৰবোৰে ভুকিবলৈ ধৰিলে। মাটি ভাঙি থকা মানুহ কিছুমানে হাতীটোলৈ চালে। মুড়াপাৰাৰ হাতী। জচীমুদ্দিনে প্ৰতিবছৰে ঠিক হেমন্তৰ শেষত, শীতৰ প্ৰথম ভাগত এই অঞ্চললৈ আহে আৰু ঘৰে ঘৰে গৈ হাতীৰ খেলা দেখুৱায়।

জচীমে সোণক উদ্দেশ্য কৰিয়েই আকৌ ক'লে, পগলা বৰদেউতাৰাৰ সৈতে যে বাহিৰলৈ গুচি আহিছা—তোমাক যদি ক'ৰবাত এৰি থৈ গুচি যায়— ?

—নাই, নাযায়। বৰদেউতাই মোক বৰ ভালপায়।

—পগলা মানুহৰ সৈতে বাহিৰলৈ আহিবলৈ ভয় নালাগে ?—জচীমে ক'লে।

সোণে ক'লে, নাই নালাগে। বৰদেউতাই মোক লগত লৈ কত ঠাইলৈ যায়! এবাৰ হাচানপীৰৰ বৰদৰগাত মোক থৈ আহিছিলা নহয় বৰ-দেউতা ?—সোণে পগলা বৰদেউতাকক সঁকিয়াই সুধিলে।

মণীন্দ্ৰনাথে মূৰ ঘূৰাই সোণলৈ চালে।—যেন এই ল'ৰাটোক তেওঁ একেবাৰে চিনি নাপায়। এই সৰু ল'ৰাটোৰ সৈতে কথা পতাটো যেন অসম্মানজনক। তাতকৈ বৰং তেওঁ সমুখৰ আকাশ চাব। আকাশ অতিক্ৰম কৰি আৰু দ্ৰুত গতিত যাব পাৰিনে নোৱাৰি, নাইবা তেওঁ যদি আকাশখন অতিক্ৰম কৰিব পাৰে তেন্তে তেওঁ নিশ্চয় সিফালে এটা দুৰ্গ পাব, দুৰ্গৰ ভিতৰত পলীন বৈ আছে। তেওঁ তাকে ভাবি হঠাৎ হাতীৰ পিঠিত আঁঠুকাঢ়ি বহিব খুজিলে আৰু জচীমৰ পুতেক ওচমানক ঠেলি তাৰ হাতৰপৰা অঙ্কুশ ডাল কাঢ়ি লৈ নিজৰ ইচ্ছাৰে হাতী চলাই দিব খুজিলে। তেওঁ মুখেৰে বিৰ্ বিৰ্কৈ ক'লে, হাতী, মোক বেগাই লৈ ব'ল—পলীনৰ দেশলৈ—সেই সুকোমল মুখ মই আৰু ক'তো দেখা নাপাওঁ।

জচীমে চিঞৰি উঠিলে—কৰ্তা আপুনি কি কৰিব খুজিছে কৰ্তা! —ওচমানে মণীন্দ্ৰনাথৰ পিনে চাই ভয় খাই গ'ল। মানুহটোৱে তাৰ হাতৰ অঙ্কুশ কাঢ়ি ল'বলৈ আগুৱাই আহিছে, সোণে পাছপিনৰপৰা বৰদেউতাকৰ ভৰি এখন টানি ধৰিলে—বৰদেউতা, তুমি পৰি যাবা। মণীন্দ্ৰনাথ হঠাৎ বৈ গ'ল। এক কৰুণ দৃষ্টিৰে তেওঁ সোণৰ পিনে চাবলৈ ধৰিলে। সোণৰ চকুত এনে এটা যাদু আছে—যিটোক কোনোমতেই তেওঁ ঠেলি আঁতৰাই থৈ দৃষ্টি ঘূৰাই আনিব নোৱাৰে।—পথাৰ পাৰ হৈ তেওঁ দেখিলে—পূবৰ পাৰাৰ নৰেন দাস মূৰত কাপোৰৰ গাঁথ লৈ বাবুৰ হাটলৈ গৈ আছে।—হাতীৰ ডিঙিৰ ঘন্টি বাজি আছিল। সেই ঘন্টা শুনি গাঁৱৰ সকলো ল'ৰা-ছোৱালী লৰি ওলাই আহিল। নৰেন দাসৰ

বিধবা ভনীয়েক মালতীয়ে সোৰা গছজোপাৰ কাষত দেখিলে ডাঙৰ ডাঙৰ চামিয়ানা টানি দিয়া হৈছে। তলত সতৰঞ্চি পাৰি দিয়া আছে। মিঞা আৰু মৌলবী বিলাক আহি তাত গোট খাইছেহি। গাঁৱৰ সকলো ঠাইতে, অন্য গাঁৱৰো গছে গছে, পথে ঘাটে, চামচুদ্দিনৰ মানুহে আৰু চামচুদ্দিনৰ সোঁ হাত ফেলু চেখে ইস্তাহাৰ আঁৰি দিছে। ইস্তাহাৰত দুটামান শব্দ লিখা আছিল ; আৰু লিখা আছিল—পাকিস্তান জিন্দাবাদ ; লিখা আছিল লড়কে লেঙ্গে পাকিস্তান—আৰু লিখা আছিল—নাৰায়ে তক্‌দিৰ। মালতীয়ে 'নাৰায়ে তক্‌দিৰ' শব্দৰ অৰ্থ নাজানে। তাই ভাবিছিল—মনে মনে চামচুদ্দিনকে এদিন অৰ্থটো সুধি ল'ব।

মালতীয়ে এবাৰ নিজৰ পিনে চালে। তাইৰ শৰীৰৰ লাৱণ্য যেন ক্ৰমে আৰু বৃদ্ধি পাইছে। স্বামীৰ মৃত্যুৰ পিছত যোৱা মাহত ঢাকাত আকৌ ডাঙ্গা হৈ গৈছে। অলপতে তাইৰ শহুৰেক আহি কৈ গৈছেহি—ঢাকাত চাঁখাৰী আৰু ছুৰিবিলাকে বেছ বদ্‌লা লৈছে। সেই কথা শুনাৰ পৰা মালতী বৰ খুচী।—চামু, গছে গছে ইস্তাহাৰ লগাই তই কি কৰিবি ?—চামুক উদ্দেশ্য কৰি নিজে নিজে মনতে মালতীয়ে ক'লে।

চামিয়ানাৰ তলত মুচলমান গাঁৱৰ মানুহ বিলাক আহি গোট খাইছেহি। চিন্নিৰ কাৰণে ডাঙৰকৈ একুৰা জুই ধৰা হৈছে। ডাঙৰ ডাঙৰ তামৰ ডেক্‌চিত পানী মিহলি গাখীৰত চাউলৰ গুড়ি সিজোৱা হৈছে। সেই সময়তে হাতীৰ পিঠিত উঠি ৰজাৰ দৰে মণীন্দ্ৰনাথ ঘৰলৈ ঘূৰিছে।

মালতীয়ে দেখিলে হাতীৰ পিঠিত উঠিয়ে পগলাঠাকুৰ ঘৰলৈ আহিছে। হাতীৰ ডিঙিৰ ঘন্টা শুনি যেয়ে য'তে আছিল দৌৰি দৌৰি আহিল। ঘণ্টাৰ শব্দ কোনো এক শুভবাৰ্তাৰ দৰে, সেই অঞ্চলৰ মানুহৰ কাণত পৰিল। মানুহবিলাকৰ মনত পৰিল—লক্ষ্মীৰ ৰূপ লৈ, শুভবাৰ্তা লৈ সেই মঙ্গলময় হাতী আকৌ আহিছে সিহঁতৰ দেশলৈ। হাতী চাবৰ কাৰণে ল'ৰা-ছোৱালী, গৃহিণী-বোৱাৰী—যি কেতিয়াও ঘৰৰ বাহিৰ নোলায়—তেওঁলোকো আন আন মানুহৰ পাছে পাছে ঠাকুৰৰ ঘৰ পালেগৈ।

তাৰ পিছত হাতীটো যেতিয়া ঘৰে ঘৰে গৈ চোতালত থিয় দিয়েগৈ আৰু জচীমে মা মা বুলি মতাৰ লগে লগে সিও এটা শব্দ কৰে—তেতিয়া ঘৰৰ গিৰিহঁতনী আৰু বোৱাৰীহঁতৰ মনত ভাব হয়—এই হাতী যেন আপোনজন, যেন মা-লক্ষ্মীৰ এটি ৰূপ—এই হাতী। এই হাতী যাৰে ঘৰৰ চোতালত ভৰি দিয়ে, তাৰে মাটিত সোণৰ গুটি গজিব। তেওঁলোকে হাতীৰ কপালত, মূৰত সানিবলৈ সেন্দূৰ গোলাত লাগি গ'ল। হাতী অহাৰ আগেয়ে তেওঁলোকে সেন্দুৰৰ সৈতে দিবলৈ ধান ছুটামানো গোটাই থৈ দিয়ে।

মালতীয়ে দেখিলে, হাতীৰ পিঠিত উঠি পগলাঠাকুৰে হাততালি দিছে। তেওঁৰ কাষত বহি আছে সোণ। তলৰপৰা ফতিমাই চিঞৰি কৈছে, মোকো হাতীৰ পিঠিত তুলি লোৱা সোণাবাবু।—ফতিমাই হাতীৰ পিঠিত উঠাৰ আশাৰে হাতীৰ পাছে পাছে দৌৰি দৌৰি গৈ আছে।—সেই সময়ত ফতিমাৰ বা'জী চামচুদ্দিনে চামিয়ানাৰ তলত ডাঙৰ ডাঙৰ আখৰেৰে ইস্তাহাৰ লিখিছে, ইচলাম বিপন্ন। ডাঙৰ ডাঙৰ হৰফত লিখিছে—পাকিস্তান জিন্দাবাদ!

সেইবোৰকে চাই চাই মালতীয়ে ডেফল গছজোপাৰ তলত বহি হঠাৎ যেন আবেগত কান্দি পেলালে। তাই চিঞৰি ক'বলৈ বিচাৰিলে—চামু অ', তই দেশখনৰ কপালত দুখ মাতি নানিবি!

পুখুৰীৰ পাৰে পাৰে যাওঁতে হাতীটোৱে আমগছ, অৰ্জুনগছ আৰু জামু গছৰ তলৰ ডালবোৰ য'তে যি পালে মট্‌মট্‌কৈ ভাঙি, শুৰেৰে পকাই মুখৰ ভিতৰত ভৰাই যাবলৈ ধৰিলে। তাৰ পিছত যি জোপা গছৰ তলত পগলাঠাকুৰে ঘণ্টাৰ পিছত ঘণ্টা বহি নীলা আকাশ চাই কটায়—সেই স্থলপদ্ম গছজোপাও মটককৈ ভাঙি হাতীটোৱে মুখত ভৰাই দিলে আৰু মানুহে নাৰিকল চোবোৱাৰ দৰে শব্দ কৰি স্থলপদ্মজোপাৰ ডাল-পাত সকলো ভাঙিছিঙি চোবাবলৈ ধৰিলে। জচীমে বাৰে বাৰে অঙ্কুশেৰে খুচি খুচিও হাতীটোক দমাব নোৱাৰিলে। গছজোপা ঠৰডাকৈ চোবাই পেলালে। খঙে-দুখে পগলাঠাকুৰে হাত আচাৰিবলৈ ধৰিলে। তেওঁৰ

এই গছজোপা, তেওঁৰ চখৰ এক নীৰৱ আত্মীয় যেন—স্থলপদ্মজোপাৰ এই অৱস্থাত তেওঁ কৈ উঠিল—গাৎছোৰেৎচালা !

বাকৰিৰ চামিয়ানাৰ তললৈ মোল্লা-মৌলবীসকল আহি আছে। ধান কটা শেষ হৈ যোৱাৰ কাৰণে পথাৰবোৰ নবাবে ভৰি পৰিছে। শস্য বুলিবলৈ এতিয়া কিছুমান কলামাহ আৰু মচুৰমাহৰ গছ। ফেলু চেখে দলেবলে কেইটামান ডাঙৰ ডাঙৰ গাঁত খান্দিছে। হাজিচাহাবৰ চাকৰ-টোৱে গাখীৰ উতলাইছে ! তামৰ প্ৰকাণ্ড প্ৰকাণ্ড ডেক্‌চীত গাখীৰ আৰু পানী ঢালি তাত চাউলৰ গুড়ি, গুৰ, তেজপাত, আখ্‌ৰুট, ইলাচি, দালচিনি, জাফৰাণ আৰু লং দিলে। পুৰণা তক্তাপোচ এখনৰ ওপৰত ফটা চাদৰ এখন পৰা আছে। হাজি চাহেবৰ ল'ৰা তিনিটাই উজনিত ধান কাটিবলৈ যাওঁতে তাৰপৰা এখন গাত লোৱা কাপোৰ আনিছিল আৰু সেই কাপোৰখনকে পাৰি মৌলবী চাহেবৰ কাৰণে আসন এখন কৰি দিয়া হৈছে ! এটাইবিলাক মুচলমান খেতিয়কলোক লাহে লাহে চামিয়ানাৰ তলত গোট খাইছিলহি। এনে এটা ঘটনা ঘটিব বুলি শচীন্দ্ৰনাথে জানে। চামচুদ্দিন এইবাৰো ভোটত হাৰিছে। লীগৰ নাম কৈ এইবাৰো সি মুচলমান খেতিয়কৰ সকলো ভোট ল'ব পৰা নাই। কংগ্ৰেছৰ পক্ষৰপৰা থিয় হৈ এইবাৰো শচীন্দ্ৰনাথ ইউনিয়নৰ প্ৰেচিডেণ্ট হ'ল। গতিকে এনে এটা ঘটনা হ'ব বুলি তেওঁ জানিছিল। চামচুদ্দিন ঢাকালৈ গৈছিল। চাহাবুদ্দিন চাহাব অহাৰ কথা। ইমান ডাঙৰ এজন মানুহ আহিব এই ঠাইলৈ—এবাৰ তেওঁৰ হেপাহ হৈছিল—চামিয়ানাৰ তলত থিয় দিবগৈ। কিন্তু গোটেই কথাটোৱেই একেবাৰে ধৰ্মীয় কৰি ৰখা হৈছে—হয়তো তেওঁক নিমন্ত্ৰণ কৰা হ'লেও যোৱাৰ অসুবিধা হ'ল-হেঁতেন।

সেই সময়ত পুখুৰীৰ পাৰে পাৰে জচীমৰ হাতীটো উঠি আহিছিল। আৰু তালৈকে চাই চাই শচীন্দ্ৰনাথে কথাবোৰ ভাবি আছিল। হাতীটোক এতিয়া জচীমে তেওঁলোকৰ ঘৰৰ চোতালৰ পিনে লৈ

আহিছে। হাতীটো আহি ওচৰ পোৱাত তেওঁ সুধিলে, জচীম, ভালে আছ ?

—আছোঁ কৰ্তা।—জচীমে হাতীটোক চেলাম দিবলৈ ক'লে।

—মাজুদাদা ভালে আছেনে ?

জচীমে অকণমান মূৰটো দোৱাঁই ক'লে,—হজুৰ ভালে আছে।

—বহুত দিনৰ মূৰত এইপিনে আহিলি ?

—হয় কৰ্তা। আপোনালোকক এবাৰ চাবলৈ মন গ'ল, গুচি আহিলোঁ।

তহঁতৰ বাবুহঁত এতিয়া জমিদাৰীত নাইনেকি ?

—নাই, বাবুহঁত ঢাকালৈ গৈছে।

সোণলৈ চাই খুৰাকে ক'লে, হেৰ সোণ, তোৰ ভোক লগা নাই ? তাক নমাই দে জচীম। অথনিৰেপৰা তাৰ মাকে মূৰে-কপালে হাত দি বহি আছে—ল'ৰাটো গ'ল ক'লৈ !

ভৰি কেইটা চপাই হাতীটো বহি পৰিল ; সোণ লাহেকৈ নামিল। হাতীৰ কাৰণে গাঁৱত এক আনন্দ উৎসৱৰ সৃষ্টি হ'ল। জচীমৰ ল'ৰা ওচমানো হাতীৰ পিঠিৰপৰা নামি আহিল। মানুহবিলাকে হাতীটোক ভিৰ কৰি আগুৰি আছে। জচীমে পগলা ঠাকুৰক উদ্দেশ্য কৰি ক'লে, কৰ্তা নামক।

পগলা মানুহ ! তেওঁ মাত্ৰ জচীমৰ মুখলৈ চাই হাঁহি এটা মাৰিলে। হাতীৰ পিঠিৰপৰা নামিবলৈ অকণো চেষ্টা নকৰিলে। তেওঁৰ মৰমৰ স্থলপদ্ম ফুলগছজোপা হাতীটোৱে খাই পেলাইছে। এই ফুল জোপাই কিমান দিনৰ স্মৃতি, পলীনৰ স্মৃতি ধৰি ৰাখিছে। এইজোপা গছৰ তলত বহিয়েই তেওঁ সেই জাহাজৰ অলৌকিক শব্দ শুনিবলৈ পায়। জাহাজৰ কেপ্তেনে মাস্তুলৰ কাষত উঠি নিচান উৰালে। জাহাজখনে পলীনক লৈ পানীৰ মাজলৈ ভাঁহি গ'ল।……আৰু হাতীটোৱে সেই স্মৃতি জড়িত ফুলজোপা লঠঙা কৰি খাই শেষ কৰি এতিয়া চকু মুদি আছে।

হাতীৰ পিঠিৰপৰা নামি আহিবলৈ শচীন্দ্ৰনাথেও ক'লে। কিন্তু পগলা

ঠাকুৰ হাতীৰ পিঠিত সন্ন্যাসীৰদৰে পদ্মাসন কৰি বহি থাকিল; অকণো লৰচৰ নকৰিলে। আৰু জোৰ কৰিবলৈ গ'লে তেওঁ সকলোৰে হাত কামুৰি দিব। সকলোৰে প্ৰতি এক ক্ৰোধ ভাবেৰে তেওঁ স্থলপদ্ম গছৰ বাকী থকা অংশ টুকুৰালৈ চাই ৰ'ল।

জচীমে দেখিলে, বৰকৰ্তাই মুখেৰে কিবাকিবি বিৰ্‌বিৰাই বকি আছে। তেওঁ কাৰো কথা শুনা নাই। শচীন্দ্ৰনাথে তেওঁক কেইবাবাৰো নামি অহাৰ কথা ক'লে। হাতী অহা দেখি অন্য মানুহৰ লগতে ওচৰৰ কেইবাজনো মাতব্বৰ ধৰণৰ মানুহ আহি হাতীৰ কাষত গোট খাইছিলহি। তেওঁলোকেও পগলা ঠাকুৰক নামি আহিবলৈ অনুৰোধ কৰিলে। —বৰকৰ্তা নামক; হাতী বহুত দূৰ বাট খোজকাঢ়ি আহিছে; এতিয়া তাক অলপ বিশ্ৰাম ল'বলৈ দিয়ক। কিন্তু বৰকৰ্তাৰ কোনো ভ্ৰূক্ষেপ নাই। তেওঁ বৰং হাতীৰ কাণৰ তলত ভৰি দুখন থৈ ক'লে— হেট্ হেট্……

ইঙ্গিত পোৱাৰ লগে লগেই হাতীটো থিয় হ'ল। পগলা ঠাকুৰে হাতীটো লৈ বাহিৰলৈ ওলাই গ'ল। জচীমে ক'বলৈ ধৰিলে, কৰ্তা আপুনি কি কৰে! আস্ কৰ্তা!

ঘৰৰ প্ৰায় সকলোৱেই বিপদৰ কথা ভাবি হাতীৰ পাছে পাছে দৌৰিবলৈ ধৰিলে। ইতিমধ্যে হাতীটো পুখুৰীৰ পাৰেদি গৈ তলৰ পিনে নামি গৈছে। পুখুৰীৰ সিপাৰৰপৰা মালতীয়ে দেখিলে, পগলা ঠাকুৰে মুড়াপাৰাৰ হাতীটো লৈ পথাৰৰ পিনে নামি গৈছে। অলপ দূৰ গৈয়েই সেয়া সেইজোপা সোৰা গছ, গছত ইস্তাহাৰ ওলমিছে, গছে গছে চামচুন্দিনে ইস্তাহাৰ আঁৰি দিছে, আৰু সেই একে কথাই লিখিছে, পাকিস্তান জিন্দাবাদ, লড়কে লেঙ্গে পাকিস্তান। নাইবা নাৰায়ে তকদিৰ, নাইবা এনেধৰণৰ কথাবোৰ লিখা আছে, যিবোৰ মালতীৰ দুচকুৰ বিষ হৈ পৰিছে। মালতীৰ চিঞৰি চিঞৰি ক'বলৈ মন গ'ল—চামু তই জহনীত নাযাব কিয়?

নৰেন দাসৰ মাটি পাৰ হৈ হাতীটো তেতিয়া পথাৰৰ মাজেৰে দৌৰ

দিছে। পাছে পাছে সক্ঠাকুৰ, জচীম, জচীমৰ পুতেক ওচমান—দৌৰ দিছে। গাঁৱৰ ল'ৰা বুঢ়া কিছুমানো লৰ দিছে। সিহঁতে এটায়ে হৈ চৈ কৰি চিঞৰিবলৈ ধৰিছিল ; কিয়নো পগলা মানুহ এজনে অকলে হাতী এটা লৈ ঘোঁৰদৌৰত বাজী জিকিবলৈ যোৱাৰ দৰে পথাৰত হাতীটো দৌৰাই দিছে। কিছুদূৰ গৈয়েই চামচুদ্দিনৰ চামিয়ানা অঁৰা মণ্ডপ। মণ্ডপৰ বাহিৰত, খোলা আকাশৰ তলত ডাঙৰ ডাঙৰ ডেক্‌চীত ফেলুৱে চিন্নি তুলি দিছে। মৌলবীচাবে আজান দি এইমাত্র মঞ্চত উঠি নামাজ কৰি আছে। সুদূৰগাঁৱৰপৰা "ইচলাম বিপন্ন" ভাবি বহুতো মানুহ এই সভালৈ আহিছে, চিন্নিৰ সোৱাদ ল'বলৈ আহিছে। নামাজৰ শেষত মৌলবীচাব আৰু ডাঙৰ ডাঙৰ মিঞাসকলৰ ধৰ্মীয় বক্তৃতা মানুহবিলাকে শুনিছে : এই যে কাফেৰ জাতীয় মানুহবোৰ—যাৰ ভৰিৰ তলত থাকি আমি সংসাৰৰ হাল ধৰি আছোঁ, আমাৰ কিমান দুখ—এই জাতিটোৰ মানুহবোৰে আমাক আজি কিটো দিছে! আজি মাটি সিহঁতৰ, জমিদাৰী সিহঁতৰ, উকীল, ডাক্তৰ সকলো আজি সিহঁতৰ—কিন্তু তোমালোকৰ আছে কি?—এনে ধৰণৰ ভীষণ উত্তেজনাৰ সৃষ্টি কৰা বক্তৃতা শুনি থাকোঁতেই হঠাৎ পাছফালৰপৰা ফেলু চেখে এটা চিঞৰ মাৰি দিলে। ঠাকুৰৰ ঘৰৰ পগলা ঠাকুৰে এটা উন্মত্ত হাতী সভাস্থলৰ পিনে দৌৰাই আনিছে। লগে লগে হৈ চৈ লাগি গ'ল। মানুহবিলাক ইজনৰ ওপৰত সিজন হামখুৰি খাই পৰিল। বলিয়া হাতীৰ দৰে শুৰ ওপৰলৈ তুলি, চিঞৰি চিঞৰি হাতীটো চামিয়ানাৰ ভিতৰলৈকে দৌৰি আহি সকলোবোৰ লণ্ড ভণ্ড কৰিবলৈ ধৰিলে। ফেলুচেখ তামৰ ডেকচীৰ কাষত লুকাই আছিল। ডেকচীৰ উতলা গাখীৰ পানীত চাউলৰ গুৰি বক্‌বকাই আছিল। মানুহবিলাকৰ কিছুমানে পথাৰৰ পিনে দৌৰি প্রাণ ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। আতঙ্কত চামচুদ্দিনে ভঙা তক্তাপোচৰ তলত সোমাই লুকাবলৈ ধৰিলে। এবাৰ পলাব খোজোঁতেই ফেলু হাতীটোৰ সমুখতে পৰি গ'ল। লগে লগে হাতীটোৱে ফেলুক শুৰেৰে পকাই ওপৰলৈ তুলি ল'লে। সকলোৱে দূৰৰপৰাই "হায় হায়"কৈ

চিঞৰিবলৈ ধৰিলে; ওচৰলৈ আহিবলৈ কোনেও সাহ কৰা নাই। হাতীটোৱে জীৱন্ত মানুহ এটা যেন এতিয়া ভৰিৰ তলত মোহাৰি মাৰিব! পগলা ঠাকুৰ মণীন্দ্ৰনাথে হাতীৰ পিঠিত বহি গালত হাত দি যেন চাব খুজিছে হাতীটোৱে আৰু কিমান কি কৰিব পাৰে! তেওঁ যেন ভাবত বিভোৰ। যেন বৰ স্ফূৰ্তি হৈছে! যেন ফেলুৰ এনেকুৱাই হোৱা উচিত! এইবাৰ তেওঁ হাতীটোৰ কাণৰ কাষত ভৰিৰে খোচ এটা মাৰি দিয়াৰ লগে লগেই হাতীটোৱে একান্ত বাধ্যৰ দৰে ফেলুক পুতলা এটাৰ দৰে মাটিত থিয় কৰাই নমাই দিলে। তাৰ পিছত পগলাঠাকুৰে হাতীটোক এই ঠাই এৰি যাবলৈ নিৰ্দেশ দিলে। লগে লগে হাতীয়ে সভাস্থল এৰি সমুখৰ মুকলি পথাৰৰ পিনে আকৌ দৌৰিবলৈ ধৰিলে।

তেতিয়া বেলি ডুবিবৰ হৈছে। নদীৰ চৰত ঈছমে তৰমুজ লতাবোৰ নিৰাই দিছে। হেমন্তকালৰ শেষ ভাগ। বেলি ডুবাৰ লগে লগেই ঘাঁহত নিয়ৰ পৰে। জচীমে চিঞৰিয়েই আছিল আৰু হাতীৰ পাছে পাছে দৌৰিছিল। বাবুহঁতৰ হাতী—সি হাতীটো এই গাঁৱলৈ আনি এতিয়া কি বিপদখনত পৰিল! পগলাঠাকুৰক হাতীৰ পিঠিত তুলি নোলোৱা হ'লেই ভাল আছিল। এতিয়া কি যে হ'ব! হাতী ক্ৰমে পথাৰ এৰি গাঁও, গাঁও এৰি পথাৰ অতিক্ৰম কৰি যাবলৈ ধৰিলে। হাতীৰ পিঠিত উঠি মণীন্দ্ৰনাথে কেৱল হাততালি দি গৈছে। হাতীৰ পাছে পাছে গাঁৱৰ সৰু বৰ সকলো মানুহ দৌৰি দৌৰি গৈয়ো এসময়ত আৰু লগ ধৰিব নোৱৰা হ'লগৈ। নদীৰ চৰ পাৰ হৈ অন্ধকাৰত হাতী একেবাৰে অদৃশ্য হৈ পৰিল। মণীন্দ্ৰনাথে নীৰৱে বহি বহি ভাবিলে—আৰু ভয় নাই। এইবাৰ তেওঁ হাতীটোক লাহে লাহে যাবলৈ নিৰ্দেশ দিলে, এতিয়া আৰু লাহে লাহে যা হাতী! এতিয়া আৰু তোকে মোকে কোনেও বিচাৰি নাপায়।

নিশা হ'ল; এইখন কি পথাৰ জানো! বোধকৰো দামোদৰ দিয়া পথাৰ। আৰু অলপ গলেই মেঘনা। নদীৰ পাৰে পাৰে বিৰাট বিস্তীৰ্ণ

পথাৰ। অন্ধকাৰত কিন্তু সেই পথাৰ এতিয়া আৰু দেখা নাযায়। মাত্র দূৰত যেন এডাল ত্ৰিশূলৰ মূৰত এটা পোহৰ জিলিকি আছে।

শচীন্দ্রনাথ তেতিয়া ঘৰত। অন্য মানুহবিলাকো আহি তাত জমা হৈছেহি। চোতালত বহি বহি জচীমে কান্দিছে। প্রকাণ্ড হাতীটো লৈ পগলাঠাকুৰ ক'ত নিৰুদ্দেশ হ'লগৈ! সি হাতীৰ মাউত—বাবুহঁতৰ হাতী—পোৱতী হাতী—এতিয়া কি হ'ব ভাবি ভাবি একো উৱাদিহ পোৱা নাই। চোতালত বহি গাঁৱৰ মানুহবিলাকে আলোচনা কৰিছে—এতিয়া কি কৰা যায়! ওচৰৰ সকলো গাঁৱলৈকে ইতিমধ্যে খবৰ পঠোৱা হৈ গৈছে। হাতত লেম লৈ ঈছম আকৌ ওলাই গ'ল আৰু এদল মানুহ, হাতত লেম লৈ, আকৌ ওলাই গৈছে। অন্য এদল মানুহ হাতত লেম লৈ সোণালী বালিৰ নদীৰ চৰেদি আগুৱাই গৈয়েই আছে। সিহঁতে ৰিঙিয়াই ৰিঙিয়াই গৈছে। জচীমো বেছি সময় বহি থাকিব নোৱাৰিলে। সি ওচমানক থৈ, কান্ধত গামোচাখন লৈ মানুহৰ দলটোক লগ ধৰিবলৈ দৌৰি দৌৰি নদীৰ চৰৰ পিনে যাবলৈ ধৰিলে। চামচুদ্দিনে হাতত লেম এটা লৈ পথাৰত অকলে অকলে থিয় হৈ আছে। এই যাত্রাত ফেলু কোনো ৰকমেহে বাচি গৈছে। হাতীৰ শুৰৰ পাকত তাৰ কেৱল হাত এখনহে ভাগিছে। সকলোৱে ধৰাধৰি কৰি ফেলুক ঘৰলৈ লৈ গৈছে। এটা উত্তেজনাৰ ভাব বিয়পি পৰিছে। পগলাঠাকুৰে ইচ্ছা কৰিয়েই এই কামটো কৰিছে। চামচুদ্দিনে স্বাৰ্থপৰ মানুহৰ দৰে ইস্তাহাৰ আঁৰি এখন সমাজ বিচ্ছিন্ন কৰাৰ চেষ্টা কৰিছে—এই কথা ভাল হোৱা নাই। পগলা মণীন্দ্রনাথ! তেওঁ সেই কথাকে ভাবি ভাবি এখন আনন্দমুখৰ ছবিৰ দৰে হৈ থকা গোটেই সভাখন লণ্ড ভণ্ড কৰি পেলালে। চামচুদ্দিনৰ আপ্ৰাণ চেষ্টাৰ ফলত এই পথাৰত এই প্ৰকাণ্ড জলসাখন হৈছিল। জলসালৈ চহৰৰপৰা মোল্লা মৌলবীসকল আহিছিল। তেওঁলোক এতিয়া হাজি চাহাবৰ ঘৰত বহি তোবা তোবা কৰি আছে। কি যে এটা বেমাফিক কাণ্ড হৈ গ'ল! চামচুদ্দিনৰ নিজৰ হাতত‌ে কামুৰি দিবলৈ মন গ'ল।

তাৰ ধাৰণা হ'ল—গোটেই ঘটনাটো এটা ষড়যন্ত্ৰ। সৰুঠাকুৰ আকৌ এদিন ইউনিয়নৰ প্ৰেচিডেণ্ট হ'বলৈ চেষ্টা কৰিব। আকৌ কংগ্ৰেছ পক্ষৰপৰা সৰুঠাকুৰ থিয় হ'ব আৰু কবিৰ চাহাবক মাতি আনি কংগ্ৰেছৰ হে বক্তৃতা দিয়াব। সি ভাবিলে, সেইদিনা এনে এটা হাতী সি বিচাৰি নাপাবনে? হাতীৰ পিঠিত ফেলুক বহুৱাই দিয়াব। নাইবা, ফেলুৰ হতুৱাই সভাৰ মণ্ডপ জুই লগাই দিব। যেন সেইদিনাই সি তাৰ সকলো আক্ৰোশৰ শোধ ল'ব। লেম এটা লৈ তামৰ পাত্ৰ, ভঙা টুল-টেবুল, ফটা-ছিটা চামিয়ানা, সতৰঞ্চি আদি বস্তুবোৰ জববৰৰ হতুৱাই গোটাই ঘৰলৈ অনাৰ সময়ত চামচুদ্দিনে সৰুঠাকুৰৰ বিৰুদ্ধে প্ৰতিশোধ লোৱাৰ কথা ভাবি থাকিল।

বুঢ়া কৰ্ত্তা আজিকালি প্ৰায়ে ঘৰৰ ভিতৰত সোমাই থাকে। অতিশয় বৃদ্ধ হৈ পৰাত এতিয়া তেওঁ বেছিকৈ ওলোৱা-সোমোৱা কৰিব নোৱাৰে। ঘৰৰ ভিতৰৰ মৃদু পোহৰত খাট এখনত, টাকিয়া গাৰুত ভেজা দি কাঁহি কাঁহি তেওঁ বহি আছিল। বাহিৰত গণ্ডগোল শুনি তেওঁ বৰ বোৱাৰীক মাতি সুধিলে—কি হৈছে বৰবোৱাৰী? বাহিৰত ইমান গণ্ডগোল কিহৰ?

বৰবোৱাৰীয়ে লেমৰ ফিটাডাল আৰু অলপ বঢ়াই দিলে। টিঙৰ প্ৰকাণ্ড ঘৰ। খিৰিকীয়েদি হেমন্তৰ ঠাণ্ডা বতাহ সোমাই আহিছে। বৰ-বোৱাৰীয়েই সদায় বৃদ্ধ শহুৰৰ দেখাশুনা কৰে; আল-পৈচান ধৰে। এই কোঠাটোত প্ৰায়েই তেওঁ সোমায় আৰু এই খিৰিকীয়েদি বাহিৰলৈ চাই দেখা পায়—সুদূৰ বিস্তীৰ্ণ পথাৰ। তেওঁৰ মনলৈ আহে—সেই পথাৰৰে হয়তো কোনোবা এঠাইত, এজন পগলা মানুহ খোজ কাঢ়ি কাঢ়ি ক'ৰবালৈ গৈ আছে। বাহিৰৰ এই গণ্ডগোলবোৰ আৰু মানুহ-জন এইদৰে হাতীত উঠি নিৰুদ্দেশ হৈ পৰা ঘটনাই তেওঁৰ মনত এক গভীৰ বিষণ্ণতাৰ সৃষ্টি কৰিলে। মানুহজনে আকৌ মনৰ স্থিৰতা হেৰুৱালে। আজি পুৱাবেলিকাও মানুহজনক তেওঁ খাবলৈ দিছিল। অতি ভাল মানুহৰ দৰে মানুহজনে পুৱা জলপান খাইছিল। তাৰপিছতে নিৰুদ্দেশ

হ'ল। তাৰ পিছত কোনোবা সুদূৰ ঠাইত জচীমে পাই সোণ আৰু পগলা ঠাকুৰক হাতীত তুলি ঘৰলৈ লৈ আহিল। জচীমে পগলা ঠাকুৰ আৰু সোণক আনি ঘৰ পোৱাৰ পিছতেই আকৌ এই নতুন কাণ্ড। বৃদ্ধ শহুৰৰ ভৰিৰ কাষত বহি বৰবোৱাৰীয়ে অতি দুখেৰে গোটেই ঘটনা-বোৰ ক'লে। বৃদ্ধই—পুতেক হাতীত উঠি নিৰুদ্দেশ হোৱাৰ সকলো ঘটনা শুনি শুই থকাৰপৰাই এটা বাগৰ সলালে। তেওঁৰ মুখত এক অসীম মনোকষ্টৰ ভাব ফুটি উঠিল। ববৰোৱাৰীৰ কাষত সেই মনো-কষ্টৰ ভাব লুকুৱাবলৈ তেওঁ বাগৰ সলাই মুখ ঘূৰালে আৰু খিৰিকীৰে বাহিৰলৈ চাবলৈ ধৰিলে। বৃদ্ধৰ এই শেষ বয়সত পুত্ৰ পগলা হৈ য'তে ত'তে ঘূৰি ফুৰে; অথচ এই সকলো দুখৰ মূল তেওঁ নিজেই, তেওঁৰ জেদী স্বভাৱ। সেই কথা ভাবি এতিয়া তেওঁৰ দুখৰ অন্ত নাই। তেওঁ মাত লগালে, বোৱাৰী, খিৰিকীখন বন্ধ কৰি দিয়া।—মোৰ ঠাণ্ডা লাগিছে।

—কম্বলখন গাত দি দিওঁনেকি ?

নালাগে, খিৰিকীখন বন্ধ কৰি দিলেই হ'ব।

বৰবোৱাৰীয়ে খিৰিকীখন বন্ধ কৰিবলৈ গৈ দেখিলে, কৰদৈ গছজোপাৰ সিপিনে হাবিখিনি পাৰ হৈ বহল পথাৰখনৰ সিটো মূৰে—কিছুমান লেমৰ পোহৰ। বৰবোৱাৰীয়ে বুজিলে, আন্ধাৰৰ মাজে মাজে সেইবোৰ মানুহ গৈছে—হাতীটোৰে সৈতে পগলা মানুহজনক বিচাৰি আনিবলৈ।

......জচীমে অন্ধকাৰত চিঞৰি চিঞৰি হাতীৰ নাম ধৰি ধৰি মাতিছিল—লক্ষ্মী, অ' লক্ষ্মী! সি আনবিলাক মানুহতকৈ বহুত আগতেই দৌৰি দৌৰি আগবাঢ়ি গৈছিল। যেন তাৰ ঘৰৰ বিবি অন্ধকাৰত নিৰুদ্দেশ হৈছে। পগলা ঠাকুৰ, গৌৰবৰ্ণ, সুন্দৰ সুঠাম চেহেৰা—ঠিক যেন এজন পীৰ—, সেই মানুহজনে তাৰ পোহনীয়া হাতী, তাৰ মৰমৰ হাতী লক্ষ্মীক লৈ গুচি গৈছে! সি প্ৰাণপণে মাতিলে—লক্ষ্মী—লক্ষ্মী অ', মই তোৰ কাৰণে চিৰা-মুড়ি গোটাই থলোঁ, অ' লক্ষ্মী, তই এবাৰ

অন্ধকাৰৰপৰা মাত দে লক্ষ্মী, আন্ধাৰ পথাৰৰ কোন চুকত বহি আছ,
এবাৰ মাত দে লক্ষ্মী! মই তোক লৈ ঘৰলৈ উভতি যাম।

ঈছমে মাত দিলে, ঐ মিঞা, ইমাম উতলা হ'লে কেনেকৈ চলিব?
বৰকৰ্ত্তা ডাঙৰ মানুহ আৰু হাতী হ'ল প্ৰেমৰ জীৱ। তেওঁ হাতী পাই
তাৰ পিঠিত উঠি পলীনক বিচাৰি গৈছে।

জচীমে সুধিলে, পলীন? কোন পলীনৰ কথা কৈছ?

আৰে, আছে মিঞা, আছে।

জচীমে ক'লে, হেৰ খোজ কাঢ়ি ভাগৰ লাগিছে; গল্প চল্প শুনিলে
পাহৰি যাব পাৰিম—কচোন, কথা কি?

ঈছমে ক'লে, ডাঙৰ মানুহৰ কথা আমাৰ দৰে অধমৰ মুখত মুশুৱাই
বুইছ।—ঈছমে লগতে ক'ব খুজিছিল—মিঞা, তল্লাটৰ কোনে নাজানে
সেই কথা! তুমিহে নাজানা দেখিছোঁ। কৰ্ত্তাই মাজে মাজে নাৱত উঠি
নাইবা খোজ কাঢ়িয়েই নিৰুদ্দেশ হয়। তাৰ পিছত ঈছমে বাৰিষা দিনৰ
ঘটনা এটা ক'লে; এবাৰ বাৰিষা নাও লৈ পগলা ঠাকুৰে তিনিদিন
নিৰুদ্দেশ হৈ আছিল। সোণালী বালিৰ নদীত তেতিয়া বেছ সোঁত।
তেওঁ অকলেই সোঁতৰ মুখত নাও মেলি দিছিল। যেন সেই নাৱত উঠি
তেওঁ ফোৰ্ট উইলিয়াম দুৰ্গ নাইবা গঙ্গাৰ জেটীৰ ওচৰলৈকে গৈ এখন
প্ৰকাণ্ড জাহাজ লগ পাবগৈ। তেওঁৰ পগলা মনে পথাৰৰ বিলৰ
মাজতে যেন এখন কলিকতা নগৰ সাজি লৈছিল; আৰু সেই মনে সজা
কলিকতাত পানীয়ে পানীয়ে দিনে নিশাই পলীনক বিচাৰি ফুৰিছিল।
বিলৰ পানীত যেন এটি স্বপ্ন ভাঁহি থাকে। সেই স্বপ্নত তেওঁ দেখা
পায়—প্ৰকাণ্ড কলিকতা চহৰ, গাড়ী-ঘোঁৰা-হাতীৰ শোভাযাত্ৰা, ফোৰ্ট
উইলিয়াম দুৰ্গ—দুৰ্গৰ দাঁতিত মেমৰিয়েল হল, কাৰ্জন পাৰ্ক। গড়েৰ-
মাঠত চাহাববিলাকে উৰ্দ্দি পিন্ধি কুচ-কাৱাজ কৰি আছে। এদিন
পগলা ঠাকুৰে হেঁ হেঁ কৈ হাঁহি হঠাৎ কৈছিল—গাৎছোৰেৎচালা! কাৰণ
তেওঁ তেওঁৰ নিজৰ প্ৰতিবিম্ব মাত্ৰ বিলৰ পানীত দেখা পাইছিল, আৰু
একোৱেই নাই। চহৰখন যেন চকুৰ নিমিষতে পানীৰ তলত অদৃশ্য

হৈ পৰিল। তেওঁৰ নিজৰ প্ৰতিবিম্বই মাত্ৰ তেতিয়া তেওঁক পৰিহাস কৰি যেন কয়—হায় হায় বেউলা ভাঁহি যায় জলে, বেউলা ভাঁহি যায় জলে !

সকলো যেন পানীত ভাঁহি যাবলৈ ধৰিছে। প্ৰকাণ্ড এখন বিল, চাৰিওপিনে অন্ধকাৰ, মাজে মাজে কেৱল জাক জাক জোনাকীৰ পোহৰ। উৰি উৰি জোনাকীবোৰে পগলা ঠাকুৰ আৰু হাতীজনীক আগুৰি ধৰিলেহি। মণীন্দ্ৰনাথে তেতিয়াও হাতীৰ পিঠিত উঠি বিলৰ পাৰে পাৰে আগুৱাই গৈ আছিল। বিলৰ বুকুত আন্ধাৰ কেৱল আন্ধাৰ। হেমন্তৰ ঠাণ্ডা বতাহ বৈ আছে। বতাহত ভাঁহি আহিছে পকা ধানৰ গোন্ধ। মণীন্দ্ৰনাথে হাতীৰ পিঠিত বহি সেই পকা ধানৰ গোন্ধ পাইছিল। আকাশত হাজাৰ নক্ষত্ৰ। হাতীৰ পিঠিত বহি পগলা ঠাকুৰে সেইবোৰকে চাবলৈ ধৰিলে, যেন নক্ষত্ৰবোৰৰ কোনো এটা তেওঁৰ প্ৰিয়তমা পলীনৰ মুখ। কিন্তু তেওঁ কোনো দিনেই হাতীত উঠি নাইবা নাৱেৰে গৈ পলীনৰ ওচৰ পাবগৈ পৰা নাই ; কোনোদিনেই তেওঁ হেমলকগছৰ তলত থিয় হ'বগৈ নোৱাৰিলে। তেওঁ এবাৰ হাতীটোক সম্বোধন কৰি ক'লে, লক্ষ্মী, তই মোক এবাৰ পলীনৰ ওচৰলৈ লৈ যাব নোৱাৰনে ? সেই সুন্দৰ মুখ—নিজৰাৰ পানীৰ দৰে সেই উৎসৰ কাষলৈ মোক তই লৈ যাব পাৰিবিনে লক্ষ্মী ?

হঠাৎ পগলা ঠাকুৰৰ মনৰ ভিতৰত অতীত স্মৃতিয়ে তোলপাৰ কৰিবলৈ ধৰিলে। তেওঁ যেন থিৰেৰে থাকিব নোৱৰা হ'ল। তেওঁৰ ভাব হ'ল, আৰু কিছুদূৰ গলেই হয়তো তেওঁ তেওঁৰ প্ৰিয় হেমলক গছজোপা বিচাৰি পাবগৈ। সেই হেমলক গছৰ তলতে সোণৰ হৰিণাটো বান্ধি থোৱা আছে।—এইদৰে কতদিন কত ভাবে তেওঁ অকলে অকলে গাঁও-পথাৰ, হাবি-জঙ্ঘল, নদী-বিল পাৰ হৈ অনাই বনাই ঘূৰি ফুৰিছে, এই অঞ্চলত এনে এটুকুৰা ঠাই নাই য'লৈ তেওঁ অকলে অকলে নোযোৱাকৈ আছে। এইদৰে অ'ত ত'ত ঘূৰি ফুৰোঁতে ফুৰোঁতে হঠাৎ একোবাৰ তেওঁৰ ভাব হয়—তেওঁ আৰু কোনোদিনেই পলীনক লগ নাপায়গৈ,

লগে লগেই তেওঁৰ ঘৰলৈ মনত পৰে। ঘৰৰ মানুহজনীলৈ মনত পৰে। হঠাৎ তেওঁ আকৌ ঘৰৰ কাৰণে উদ্বিগ্ন হৈ উঠে। লাহে লাহে তেতিয়া তেওঁ ঘৰলৈ খোজ লয়। সেই সময়ত তেওঁক দেখিলে এনে লাগে যেন তেওঁ আৰু কোনো দিনেই হাতীত উঠি বা নাও চলাই হেমলক গছৰ সন্ধানত ওলাই নাযায়। সোণৰ হৰিণা খেদি গৈ যেন আৰু লাভ নাই।

জচীম, ঈছম আৰু নৰেন দাসৰ দলটোৱে গোটেই ৰাতি লেম লৈ হাতী আৰু পগলা ঠাকুৰ কাকো বিচাৰি নাপালে। সিহঁত এটাইবিলাক পুৱতি নিশাৰ সময়ত উভতি আহিছিল। শচীন্দ্রনাথে আৰু দুটা দল পঠাইছিল, এটা পূবৰ পিনে, এটা পশ্চিমৰ পিনে। উত্তৰলৈ যোৱা দলটোৱে দক্ষিণৰ পিনেও চাবলৈ গৈছে। চাৰিওপিনৰ পৰা নানান লোকে নানান ধৰণৰ খবৰবোৰ আনি দিলেহি। কোনোবাই ক'লে, আহঁত গছৰ তলত ৰাতি হাতীটোৱে সৈতে পগলা ঠাকুৰক বৈ থকা দেখা গৈছিল; কোনোৱে ক'লে, বাৰদিৰ পথাৰৰ উত্তৰলৈ কেইদিন মানৰ আগতে মানুহজনক গৈ থকা দেখিছিল। উত্তৰ পিনৰপৰা অহা কোনোবাই ক'লে, পগলা ঠাকুৰে হাতীৰ হতুৱাই সেই ঠাইৰ কুঁহিয়াৰবোৰ খুৱাই শেষ কৰিলে। কিন্তু কোনেও হাতীটোক ধৰিব পৰা নাই, বা নিশ্চিতভাৱে লগ পোৱাৰ কথা ক'ব নোৱাৰিলে। তিনি চাৰিদিনমান পিছলৈ আৰু কোনেও একো খবৰ নিদিয়া হ'ল। সকলোৱে মাত্র ক'লে, নাই, আমি হাতী আৰু পগলা ঠাকুৰ কাকো দেখা নাই।

ঘৰত সকলোৰে মুখত বিষাদৰ ছাঁ। কোনেও ডাঙৰকৈ কথা নকয়। লালটু পলটু আৰু সোণহঁত গোটেই দিনটো ঘৰতে থকা হ'ল। পুখুৰীৰ পাৰত অৰ্জুন গছ জোপাৰ তলত থিয় হৈ সিহঁতে মাজে মাজে গৈ চায়গৈ হাতীত উঠি বৰদেউতাক ঘূৰি আহিছে নেকি! আবেলি পৰত সিহঁতে সদায় অৰ্জুন গছ জোপাৰ তলত বহি পথাৰৰ সিমূৰলৈ চাই থাকে। সিহঁতৰ লগত থাকে সেই আহিনৰ কুকুৰটো। সন্ধিয়া হৈ নোযোৱালৈকে, পথাৰৰ মাজৰ অশ্বত্থ গছৰ ছাঁ গৰু বাটটোৱেদি নামি অহা আন্ধাৰৰ লগত মিলি নোযোৱালৈকে সিহঁতে তাত বৰ আশাৰে বৈ থাকে।

আৰু এদিন সিহঁত তেনেকৈ বৈ থাকোঁতেই হঠাৎ কুকুৰটোৱে ঘেউ ঘেউকৈ চিঞৰি উঠিল। সিহঁতে দেখিলে কুকুৰটোৱে বাৰে বাৰে ভুকি ভুকি পথাৰৰ পিনে দৌৰি দৌৰি নামি গৈছে আৰু আকৌ দৌৰি ঘূৰি আহি সোণৰ ওচৰত কাঁও বাঁও কৰিছেহি। বেলি তেতিয়াও ডুবিবৰ হোৱা নাই। অলপ পিছত সিহঁতে দেখিলে পথাৰৰ পূবফালে আকাশ লাগি থকা সীমাত কঁপি কঁপি এটা ক'লা বিন্দু। ক্ৰমে বিন্দুটো ডাঙৰ হৈ হৈ হাতী এটা হৈ পৰিল। সোণে চিঞৰি চিঞৰি ঘৰৰ পিনে লৰ মাৰিলে,—বৰদেউতা আহিছে, হাতীত উঠি বৰদেউতা আহিছে!

গাঁৱৰ মানুহ ভৰি পৰিল। সকলোৱে দেখিলে পগলা ঠাকুৰ ক্লান্ত, বিষণ্ণ। চকুৱে-মুখে অনাহাৰৰ চাপ। তেওঁ হাতীৰ পিঠিত প্ৰায় লেপেটা খাই পৰি আছে।

আঁঠু ভাঙি হাতীজনী বহি পৰিল। এনে ভঙ্গীৰে বহিল যেন এই হাতী আৰু কেতিয়াও গুচি নাযায়। যেন ইয়াতেই বহি থাকিব। জচীমে ক'লে, কৰ্তা নামক। লক্ষ্মী অ', আইজনী—আৰু কষ্ট নিদিবি।

পগলা ঠাকুৰ তেতিয়াও বহি থাকিল। গাঁৱৰ সকলোৱে আকৌ অনুৰোধ কৰিলে—নামি আহিবলৈ। কিন্তু তেওঁ নানামিল।

শচীন্দ্ৰনাথে ক'লে, তোমালোক সকলো এতিয়া ঘৰলৈ যোৱাহঁক, মই ব্যৱস্থা কৰিম। সেইবুলি কৈ তেওঁ হাতীৰ ওচৰলৈ গৈ লাহেকৈ ক'লে, বৰদাদা—বৰনবৌৱে আজি কেইবাদিনো ধৰি খোৱা-বোৱা কৰা নাই। নবৌক আৰু কিমান কষ্ট দিবা! কিন্তু বৰদাদাৰ নামি অহাৰ কোনো লক্ষণ নাই। শচীন্দ্ৰনাথে এবাৰ সোণলৈ চাই ক'লে, সোণ, যাচোন তোৰ বৰমাৰক এবাৰ ইয়ালৈ মাতিছোঁ বুলি কগৈ!

ওৰণিখন টানি বৰ নবৌ স্থলপদ্মগছ জোপাৰ কাষত থিয় হ'লহি। শচীন্দ্ৰনাথে ক'লে, বৰ নবৌ আপুনি এবাৰ চেষ্টা কৰি চাওকচোন।

বৰনবৌৱে মুখেৰে একো নামাতিলে। সজল উদ্বিগ্ন দৃষ্টিৰে হাতীজনীৰ কাষত থিয় হ'লগৈ। লগে লগে মণীন্দ্ৰনাথ হাতীৰ পৰা লাহেকৈ নামি পৰিল আৰু বৰনবৌক অনুসৰণ কৰি খোজ ল'লে। তেওঁ যেন এতিয়া

এটি সৰল নিৰ্বোধ বালক ! বৰনবৌৰ ডাঙৰ ডাঙৰ চকু দুটাৰ বাহিৰে তেওঁৰ মনত এতিয়া একো ভাবেই খেলা কৰা নাই। ঘৰত, তেওঁৰ নিজৰ কোঠাত সোমাই দেখিলে, তেওঁৰ সেই প্ৰিয় খিৰিকীখন খোলা আছে ! তাৰ কাষত থিয় দিলেই তেওঁ সেই পথাৰখন দেখা পায়। আৰু তেতিয়া তেওঁৰ ভাব হয়—সেই পথাৰতে এজোপা ডাঙৰ হেমলক গছ আছে, আৰু তাৰ তলতে থিয় হৈ আছে পলীন। এই কেইদিন অযথা তেওঁ নদী-বিল-হাবি-বন পাৰ হৈ ক'ৰবাত পলীনক বিচাৰি ফুৰিছিল !

বৰনবৌৱে পূজাৰ ফুল তুলি আছিল। শীতকাল। ফুলনিত শীতকালৰ বহুত ফুল ফুলি আছে। ধল পুৱাতেই মালতী ঘাটলৈ গা ধুবলৈ আহিছিল। ঘাটত তেতিয়া শীতৰ কুঁৱলী ছাটি আছিল, চিৰিবোৰত ৰ'দ পৰাহি নাই। কিৰণী আৰু পাৰেই চিৰিত বহি পাঁচালী মাতি আছিল—উঠা উঠা সূৰ্যদেৱ জিকি মিকি কৰি......সেই সময়তে মালতী ঘাটলৈ নামি গৈছিল। বৰ নবৌৱে ঘাটলৈ আহি দেখিলে, মালতীয়ে শীতৰ ঠাণ্ডাত পানীত ডুব মাৰি গা ধুইছে। যেন এই শীতে মালতীক একো কৰিব পৰা নাই। মালতীয়ে সাঁতুৰি সাঁতুৰি পানীত ওপঙি যাবলৈ ধৰিলে। এসময়ত মালতী পানীৰ পৰা উঠি আহিল। তিতা কাপোৰেৰে তাই হি হি শব্দ কৰি কঁপিবলৈ ধৰিলে। কিন্তু বৰনবৌক অলপ ফুল তুলি দিবলৈ তাই তিতা কাপোৰেৰেই ঘণ্টাকৰ্ণ ফুল কেইজোপাৰ কাষত থিয় হৈ থাকিল।

বৰনবৌৱে ক'লে, এই মৰ পুৱাতেই তোৰ গা ধুবৰ হ'লনে ?

মালতীয়ে মুখেৰে একো নামাতিলে। ইফালে সিফালে থকা ফুলগছ আৰু জোপোহা হাবিবনবোৰৰ মাজলৈ তাই উঁকি মাৰি যেন কিবা এটা চাবলৈ ধৰিলে। যেন তাইৰ কিবা এটা হেৰাইছে। তাইক অলপ বিষণ্ণ দেখা গ'ল। তাইৰ গাত ডুবীয়া পাতল শাড়ী। গাৰ শাড়ীখনৰ কথা

ভাবি মালতীৰ এটি সপোনৰ কথা মনত পৰিল। এটি সপোন; তাই মধুমালা সাছিজিল; ডুৰীয়া শাড়ী পিন্ধিছিল। মদন কুমাৰ আহিব, তাইৰ সেই মদন কুমাৰ, যাৰ চখৰ অন্ত নাছিল, হাট-বজাৰলৈ গলেই যি মালতীৰ কাৰণে ডুৰীয়া শাড়ী আনে। তাই সপোন দেখিছিল, বহুতদিনৰ মূৰত তাইৰ কাষলৈ মদন কুমাৰ আহিছিল; তাইৰ কাষলৈ আহি বহিছিল। হিন্দু মুচলমান সংঘৰ্ষৰ কথা ওলোৱাৰ সময়ত তেওঁৰ মুখখনি অতি করুণ দেখা হৈছিল। তাৰ পিছত সকলো পাহৰি গল্প কৈ কৈ মানুহজনে তাইৰ থুঁতৰিটোত ধৰিছিল আৰু এবাৰ তাইৰ কোলাত দাঙি লৈ টুপুচ্‌কৈ পেলাই দিছিল—কোমল তুলিৰ বিচনাখনত। তাৰ পিছত? তাৰ পিছত কি কৰিছিল সপোনত? সহবাস! সপোনতে স্বামীৰ সৈতে সহবাস। সেই সহবাসৰ পিছতেই সাৰ পাই তাই গা ধুবলৈ গুচি আহিছে।

পুখুৰীৰ পানীত মালতীয়ে দেহৰ উত্তাপ ঢালি দি ওপৰলৈ উঠি আহোঁতেই দক্ষিণৰ পিনে ঠাকুৰহঁতৰ ঘৰত কোনোবা সৰু ল'ৰাই চিঞৰি চিঞৰি পঢ়া শুনিবলৈ পালে। গছৰ পাতত নিশাৰ নিয়ৰ টোপ্‌ টোপ্‌কৈ পৰি আছে। শীতৰ পুৱা। পুখুৰীৰ সিটো পাৰৰপৰা মাক মণ্ডলৰ ব্ৰতকথা শেষ কৰি পালহঁতৰ ঘৰৰ দুজনী ছোৱালী জপিয়াই জপিয়াই গৈ আছে। সিহঁতে কবিতা মতাৰদৰে গাই গৈছিল—

উঠা উঠা সূৰ্য্যদেৱ জিকি মিকি কৰি।

নহ'লে নেদেখোঁ তোমাক কুঁৱলীবোৰ ফালি॥

সোণে আঁওৰাইছিল,—পাতে পাতে পৰে নিশাৰ নিয়ৰ······

লাল্‌টুৱে পঢ়িছিল,—এট্‌ লাষ্ট্‌ দি চেলফিচ্‌ জায়েণ্ট্‌ কেম্‌······

পল্‌টুৱে মাতিছিল—এ প্লাচ্‌ বি হ'ল স্কোৱাৰ······

সিহঁতৰ পঢ়াৰ প্ৰতিযোগিতা চলিছিল। তিনিওটাই চিঞৰি চিঞৰি পঢ়িছে। বহুতদিনৰ মূৰত সিহঁতৰ ঘৰলৈ, দূৰদেশৰপৰা ঘূৰি আহিছে ডেকা ৰঞ্জিত। সোণ লাল্‌টু পল্‌টুহঁতে ৰঞ্জিতক শুনাই শুনাই, সিহঁতৰ পঢ়াত কিমান মনোযোগ, নাইবা সিহঁতে কিমান টান পঢ়া পঢ়িব লাগে

তাকে বুজাবলৈ চেষ্টা কৰিছিল। মালতীয়ে আগদিনা সন্ধিয়াই খবৰ পাইছিল। কিন্তু কিবা সঙ্কোচৰ কাৰণে কালিয়েই যাব নোৱাৰিলে। ৰঞ্জিতক এবাৰ চাবলৈ তাইৰ বৰ ইচ্ছা হৈছিল। প্ৰায় গোটেই নিশা যেন তাৰ কথা ভাবি তাইৰ টোপনি নাহিল।

লাল্‌টুৱে একেশাৰী কথাকে ঘূৰাই ঘূৰাই পঢ়ি আছে—এট্ লাষ্ট্ দি চেল্‌ফিচ্ জায়েণ্ট কেম্। চেল্‌ফিচ্ জায়েন্ট! তাই মনে মনে শব্দ দুটা উচ্চাৰণ কৰিলে।......ভয়ত সি পলাই গৈছিল। সেই কিমান দিনৰ আগৰ কথা! বিলৰ পানীত কুম্ভীৰ ওলোৱাৰো আগৰ কথা। মালতীয়ে তেতিয়া ফ্ৰক পিন্ধিছিল। এদিন কিশোৰ সেই চেল্‌ফিচ্ জায়েণ্টে লুকাভাকু খেলি খেলি হঠাৎ এবাৰ মালতীক সাৱটি ধৰিছিল, চুমা খাই দিছিল। মালতীৰ ভীষণ খং উঠিছিল। ঠিক খং বুলি ক'ব নোৱাৰি; ৰঞ্জিতে তাইক একো নোকোৱাকৈ একো ইঙ্গিত নিদিয়াকৈ হঠাৎ কিয় চুমা খাই দিলে! কিয় তেনেকুৱা পাতল কাম এটা কৰিলে। তাইক সি কৈ ল'ব লাগিছিল,—কুমাৰী ছোৱালীৰ সন্মান কেনেকৈ থাকিব নহ'লে। তাই ৰঞ্জিতক ভয় দেখুৱালে,—বৰনবৌক কথাটো কৈ দিব।

পিছদিনা দোকমোকালিতে মাক-বাপেক নোহোৱা ল'ৰাটো—চেল্‌ফিচ্ জায়েণ্টে—কাকো একো নোকোৱাকৈ ভয়তে গাঁও এৰি পলাই গুচি গ'ল।

ঠাকুৰৰ ঘৰৰ বৰ বোৱাৰীক পিতৃমাতৃহীন সৰু ভায়েকৰ খবৰ কোনেও আনি দিব নোৱাৰিলে। তাৰ পিছত সোণালী বালিৰ নদীৰ বুকুৱেদি কিমান পানী বাগৰি গ'ল—কত শীত, কত বসন্ত পাৰ হৈ গ'ল; বিলৰ পানীত যিবাৰ কুম্ভীৰ উঠিছিল তেতিয়াই মালতীৰ বিয়া হৈছিল। মালতীয়ে এদিন মনে মনে বৰ নবৌক সুধিছিল—বৰ নবৌ, ৰঞ্জিতে আপোনালৈ চিঠি পত্ৰ দিয়েনে?

—দিয়ে।

—কি লিখে?

—একো নিলিখে, মাত্ৰ লিখে, "ভালে আছোঁ।"

—ঠিকনা দিয়েনে নিদিয়ে ?

—ঠিকনা দিয়া মানা।

—কিয় ?

—সি দেশৰ কাম কৰে। ঠিকনা দিব নোৱাৰে।

শীতৰ বেলি ওলাবই নোখোজে। ৰ'দ দিব নোখোজে। ঘৰবোৰৰ ওপৰত গছ-গছনিৰ ছাঁ পৰি আছে। বুঢ়া মানুহবিলাকে ৰ'দ ওলোৱালৈ আগ্ৰহেৰে বৈ আছে। পুৱা বেলিকা তেতিয়া বৰ আন্ধাৰ হৈ থকা নাই, পোহৰো বৰকৈ হোৱা নাই, মালতীয়ে মনে মনে ঘাটলৈ অহাৰ সময়ত দেখিছিল—অমূল্যই তাঁতশাল ঘৰৰ কাষতে বহি জুই পুৱাই আছে। খেৰখুৰ বিচাৰি আনি, শীতৰ দিনত গছৰ শুকান পাত আনি জমা কৰি থৈছে সি। তাৰেই জুই ধৰি জাৰ গুচাই আছিল। অলপ পিছতে শোভা, আবু আৰু নৰেনদাসৰ ঘৈণীয়েক আহি জুইৰ কেউকাষে গোল হৈ বহিলহি।

মালতীয়ে প্ৰথম দুৱাৰ খুলি বাহিৰলৈ ওলাই অহাৰ লগে লগেই দেখিলে অমূল্যই তাইৰ পিনেই চাই আছে। মালতীয়ে পোনে পোনেই চোতাললৈ নামি নাহিল। বাৰান্দাৰ চৌ-কাঠত আঁউজি বৈ থাকিল। জুইৰ মাজেৰে অমূল্যৰ মুখখন এক ভীষণ ৰূপত জিলিকি উঠিছে। অলপ আগতে সপোনত দেখা পোৱা তাইৰ মনৰ মানুহজনৰ ছবিখন এতিয়া যেন মচ খাই গৈছে। মাত্ৰ অমূল্যৰ চকু দুটা, মুখখন মনত ভাঁহি উঠিছে। লগে লগে তাইৰ এনে লাগিল যেন এটা অশুচি ভাব তাইৰ গোটেই শৰীৰত বিয়পি পৰিছে। এই ঠাণ্ডাত তাই অমূল্যৰ কাষত বহি জুই ফুৱাবলৈ যাব লাগিছিল ; কিন্তু তাই পুখুৰীৰ ফালে বেগাই খোজ দিলে আৰু তাইৰ মৃত স্বামীৰ মুখখন মনত পেলাই পুখুৰীৰ পানীতে বহুত সময় ডুব দি থাকিল। অমূল্যৰ মুখৰ ছবি মনত আঁকি লোৱাৰ কাৰণে, পাপচিন্তাক মনত ঠাই দিয়াৰ কাৰণে মালতীয়ে এই শীতৰ ঠাণ্ডাতো, হিম চেঁচা পানীত ডুব দি থাকিল, যেন সেই সকলোবোৰ ধুই নিকা কৰি পেলালে।

সেয়ে তাই স্থলপদ্ম গছজোপাৰ তলত থিয় হৈ থাকোঁতে বৰ নবৌৱে কৰা প্ৰশ্নৰ উত্তৰত তাই কৈ দিব নোৱাৰিলে, কি বিশেষ কাৰণত তাই আহি এই পুৱাতেই পুখুৰীৰ পানীত জপিয়াই পৰিছিল।

গোসাঁই ঘৰত সোমাই মালতীয়ে সেৱা কৰিলে আৰু বিৰ্‌বিৰ্‌কৈ কিবা কৈ থাকিল। যেন তাই নিজকে নিজে গালি পাৰিছিল। তাই গোসাঁই ঘৰৰ দুৱাৰত দুবাৰমান মূৰটো খুন্দিয়াই দিলে। ভগৱানৰ ইচ্ছা, বিধবা মানুহৰ যৌৱন থাকিব নোৱাৰে, সুখ থাকিব নোৱাৰে, প্ৰেম থাকিব নোৱাৰে। যৌৱন পাপ, প্ৰেম সুখ সকলো পাপ। মালতীয়ে মূৰ খুন্দিয়াই খুন্দিয়াই ক'ব খুজিলে, ভগৱান, তুমি মোৰ এই আপদীয়া যৌৱন লৈ যোৱাঁ। মোৰ পোৰা কপাল। মোৰ কপালত ভালপোৱা থকা হ'লে মোৰ মানুহজন নিশ্চয় ঘৰতে থাকিলহেঁতেন। ৰায়টত কেতিয়াও কটা নগ'লহেঁতেন। আগনিশাৰ সপোনটোৰ কথা বাৰে বাৰে মালতীৰ মনত পৰিছিল। কিমান দিনৰ মূৰত যে সঁচাসঁচিকৈয়ে মানুহজন তাইৰ ওচৰলৈ আহিছিল! তাইৰ ওচৰলৈ পানী বিচাৰি আহিছিল। তাই যিমানবাৰ মানুহজনৰ হাতত পানীৰ গিলাচ তুলি দিব খুজিছে সিমানবাৰ যেন মানুহজনৰ মুখখন সলনি হৈ যাব খুজিছে। মুখখন যেন অমূল্যৰ সেই মুখখন! তাঁতশালত অমূল্যই হাঁহি হাঁহি পেনপেনীয়া সুৰেৰে কথা কয়—যেন সি একো নাজানে, যেন একো বুজি নাপায়; বাইদেউ, অ' মালতী বাইদেউ, তাঁতশাললৈকে পানী এগিলাচ পঠাই দিবাচোন—নাইবা বাইদেউ, আপোনাৰ কাৰণে বেতগুটি পাৰি আনিছোঁ আৰু পানীৰ তলত যে সেলেকু হয়, আৰু ভেটৰ গুটি—সেয়াও আনিছোঁ। আপোনাৰ কাৰণে মই কি কৰা নাই! সপোনত মালতীয়ে মনৰ মানুহজনক পানী দিবলৈ গৈ শেষত দেখিলে—বিচনাৰ ওপৰত অমূল্য বহি আছে।

গোসাঁই ঘৰৰপৰা ওলাই আহি নিজৰ কোঠাত সোমাই মালতীয়ে গাৰ তিতা কাপোৰবোৰ সলাই বগা থান কাপোৰৰ শাড়ী এখন পিন্ধিলে। বগা চাদৰ এখন গাত মেৰিয়াই ল'লে। ঘৰৰ বাহিৰৰ এদোঁতিত মধুৰী

আম গছজোপাৰ তলত জুই একুৰা ধৰি ল'লে। আজি মালতীয়ে ইচ্ছা কৰিয়েই অমূল্যৰ কাষত জুই পুৱাবলৈ নগ'ল। যেন তাৰ ওচৰত জুই পুৱাবলৈ বহিলেই তাইৰ শৰীৰ আৰু মনৰ গ্লানি আকৌ ভাঁহি উঠিব। তাই আবুক মাতি আনিলে, শোভাক অলপমান শুকান কঠালৰ ডাল আনি দিবলৈ ক'লে। ঠাণ্ডাত হাত-ভৰিবোৰ ঠেৰেঙা লাগিছে। আবুৰ গালত মালতীয়ে নিজৰ ঠাণ্ডা হাতখন লগাই আদৰ কৰিলে। তাৰ পিছত হাতখন শোভাৰ গালত ঘঁহি গৰম কৰিব খুজিলে।—ছোৱালী দুজনীয়ে এই ঠাণ্ডাতো কেনেকৈ যে গালদুখন গৰম কৰি ৰাখিব পাৰিছে!

শীতকালিৰ ৰ'দ, দীঘল দীঘল হৈ নামি আহিছে। ঘৰৰ দাঁতিৰপৰাই খেতিৰ মাটি। সমুখৰ পথাৰত বহল বহল পাতৰ ধঁপাতৰ গছ। ঘৰৰ পাছফালে গোটেইবোৰ পিয়ঁাজৰ খেতি—পিয়ঁাজ, নহৰু আৰু বন্ধাকবি। নৰেনদাসে এই মাটিখিনি আৰু তাঁতশাল কেইখনত দিনে নিশাই খাটি খাটি সংসাৰখন এতিয়া ইমান ডাঙৰকৈ গঢ়ি তুলিছে। সংসাৰখনক নৰেনদাসে বৰ ভাল পায়। সকলো সময়তে তাঁতশাল নাইবা পথাৰত নিজকে ডুবাই ৰাখে। তেতিয়া নৰেনদাসে পিয়ঁাজখেতিত মাটি চপাই আছিল। মালতীয়ে জুইকুৰাৰ মাজেৰে চাই দেখিলে, নৰেনদাসে মাটি এমুঠি হতেত তুলি লৈ অপলক দৃষ্টিৰে সেইখিনি চাই আছে, যেন সেয়া এমুঠি সোণহে সি হাতত তুলি লৈছে। এই মাটিত কি ৰস আছে, ফচলৰ মাটি কি ৰস দি গঢ়া, এই যে সোণৰ শস্য ভঁৰালত উঠেহি, কি পুণ্যৰ ফলত সেয়া হ'ব পাৰে, বোধকৰোঁ নৰেনদাসে মাটিমুঠিৰ মাজত তাৰ ৰহস্য বিচাৰি আছিল। মাটিখিনিৰ সৈতে নৰেনদাসে বিৰ্ বিৰকৈ কিবা কথা ক'বলৈ আৰম্ভ কৰিছে। হয়তো সেই কথা কাষৰ গছবিৰিখৰ সৈতেও হ'ব পাৰে। কাৰণ তাৰ চাৰিওপিনে ধঁপাত, বাদাম আৰু নানা-জাতীয় গছ। কিমান যত্নেৰে পানী আনি আনি নৰেনদাসে তাৰ মাটিত এই শস্যবোৰ সিঁচিছিল! কিমান মৰমৰ এই শস্যবোৰ। প্ৰতিদিনেই কাঁহিলি পুৱাতেই সি তাৰ বাৰীখনত সোমাই ঘূৰি ফুৰিব। গছৰ গুৰিত মাটি দিবলৈ লৈ গছৰ সৈতে অকলে অকলে কথা পাতিব।—খোৱা-বোৱা

সকলো পাহৰি যায়। জীৱনৰ অন্য সুখ-দুখৰ সকলো কথা যেন তেতিয়া সি পাহৰি যায়।

মালতীয়ে তেল, নিমখ, পিয়ঁাজ, জলকীয়া সানি মুড়ি অলপ আৰু এঘটি পানী লৈ বাৰীৰ ভিতৰলৈ নামি গ'ল—নৰেনদাসক খাবলৈ দিবলৈ। মুড়িখিনি দি ঘূৰি অহাৰ সময়ত তাই দেখিলে, গাঁৱৰ আৰু বহুতেই নিজৰ নিজৰ খেতি চাবলৈ পথাৰলৈ গৈছে। ঠাকুৰৰ ঘৰৰ সৰুঠাকুৰ পথাৰলৈ ওলাই গৈছে—পাছে পাছে ঈছম। তেওঁলোক নিশ্চয় সোণালী বালিৰ নদীৰ চৰলৈ গৈছে। তেওঁলোকৰ পথাৰৰপৰা পানী এতিয়াও নামি যোৱা নাই, ঈছম সেয়ে বৰ চিন্তিত হৈ পৰিছে, পানীখিনি কি কৰা যায়, কেনেকৈ পানীখিনি আঁতৰোৱা যায়, তাৰে পৰামৰ্শ ল'বলৈ সৰুঠাকুৰক লগত লৈ আহিছে। সেই সময়তে গৰুবাটেৰে মন্‌জুৰ, জববৰ আৰু কিছুমান মানুহ হাটলৈ গৈছিল। নয়াপাৰাৰ বিশ্বাসহঁত, হাচিমৰ জয়নাথ আৰু আবেদালিকো দেখা গ'ল। সকলোৱে গৰু-গাই খেদি খেদি পথাৰৰ ৰ'দলৈ ওলাই আহিছে। ফেলুচেখে হাজিচাহাবৰ ষাঁড়-গৰুটোৰ পাছে পাছে দৌৰি খেদি ফুৰিছে। সকলোৰে এতিয়া পথাৰৰ খেতিৰ চিন্তা, নতুন শস্য-ফচলৰ চিন্তা, আশা-আকাঙ্ক্ষা, স্বপ্ন আৰু প্ৰেম। তাৰ পিছতে সিহঁতৰ হ'ল ধৰ্মীয় কাৰ্য্য। হিন্দুপাৰাত তেতিয়া যাত্ৰা-নাটক হ'ব; ৰাবণ বধৰ পালাগান, ৰামায়ণ গান। লোকনাথ পাল আহিব ৰাম সাজি। মাঝিঘৰৰ ডাঙৰ চন্দ্ৰতাপৰ তলত ঢোলক বাজিব; গাঁৱৰ বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী ঘৰত আৰু কোনো নাথাকে। এই শীত-কালতে চন্দহঁতৰ ঘৰত কবিগান হয়, ডাঙৰ ডাঙৰ ডে-লাইট জ্বলি উঠে, যেন গোটেই গাঁৱতে এখন মেলাহে বহিছে। পৰাপাৰদিৰ হাটৰপৰা শ্ৰীশচন্দ্ৰই ইয়ালৈকে দোকানপাট তেতিয়া তুলি আনে। শীতকাল আহিলেই আন সকলো ঠাইতে কত ৰকমৰ যে মেলা হয়! বহুত দূৰলৈকে মানুহবিলাক গুচি যায়, বিশেষকৈ ঘোঁৰাদৌৰ হয় বহুত ঠাইত, আৰু ঘোঁৰাদৌৰৰ বাজিত জিকিবৰ কাৰণে বিশ্বাসপাৰাত এতিয়া সদায় ঘোঁৰা-দৌৰৰ আখৰা চলে।

মালতীৰ হঠাৎ মনত পৰিল তাঁতশালত বহি অমূল্যয়ো যেন কিবা আখৰা কৰিছে। এই অমূল্য এদিন কিমান বেঙা আছিল! গোটেই দিনটো তাঁতশালত বহি থাকি ঘৰৰ ভিতৰৰপৰা যেতিয়া বাহিৰলৈ ওলাই আহে তেতিয়া কেনিও মূৰ তুলি এবাৰো নাচায়—সি যেন মালতীৰ এটা ভৃত্যহে আছিল। সেই অমূল্যক লৈ যোৱা বাৰিষাৰ কথা মালতীৰ মনত পৰিল।—প্ৰকাণ্ড বৰ নাৱত উঠি অষ্টমীৰ স্নান কৰিবলৈ সিহঁত গৈছিল নাঙ্গল বন্ধলৈ। ওচৰচুবুৰীয়া বৰপেহী, ধনবৌ, মাঝিৰ ঘৰৰ কালাপাহাৰৰ মাক, নৰেন দাস, গাঁৱৰ প্ৰায় গোটেইবিলাক মানুহ গোট খাই প্ৰকাণ্ড নাৱত দিনটো শুই বহি সিহঁত অষ্টমীৰ স্নানলৈ গৈছিল। নাঙ্গলবন্ধৰ মেলাত মালতীয়ে সকলোৰে সৈতে গা ধুইছিল। অষ্টমীৰ স্নানলৈ কিমান মানুহ যে আহিছিল! নদীৰ দুয়ো পাৰে মেলা বহিছিল, নানান দেবদেবীৰ মূৰ্তি উলিয়াইছিল। মাটিৰে সজা ভৈৰব দেবৰ মূৰ্তিৰ নীলা ৰঙৰ পেটটোলৈ চাই অমূল্যই ৰসিকতা কৰিছিল। ইপাৰ সিপাৰ নমনা প্ৰকাণ্ড নদী—কিমান মানুহ নাৱত আহিছে, ষ্টীমাৰত আহিছে, হিচাপ নাই। সকলোৱে নিজ নিজ পাপ ঢালি দি পুণ্য বুটলি লৈছিল। ক'তো তিলমানো খালী ঠাই পাবলৈ নোহোৱা হৈছিল। সকলোৰে সৈতে মালতীয়েও নদীৰ পানীত গা ধুবলৈ নামি গৈছিল। পাৰত বহি আছিল অমূল্য। তাৰ জেপত তামৰ পইচা। সি মালতীৰ কাৰণে পূজাৰীৰ দক্ষিণা, তিল, তুলসী আদি সকলো গোটাই দিছিল। মেলাত ঘূৰি ফুৰোঁতে অনবৰত সিয়েই মালতীৰ খা-খবৰ দেখা শুনা কৰিছিল। সি মালতীক লগত লৈ মেলাৰ চাৰিওপিনে ঘূৰি ফুৰিছিল। এবাৰ সি তাইক এখন লক্ষ্মীৰ ছবি কিনি দিলে; মালতীৰ কাৰণে পইচা খৰচ কৰিবলৈ পাই অমূল্যই মনৰ আনন্দত অজানিতে গুণগুণাই গান গাই দিছিল। মালতী যেন তাৰ জিম্মাদাৰত আহি পৰিল। অমূল্যই মালতীক এবাৰ কৈছিল—বাইদেউ, আহাঁ আমি নদী পাৰ হৈ গুচি যাওঁ।

—নদী পাৰ হ'বলৈ তোৰ হ'বলা বৰ মন যায় অমূল্য?

মালতীয়ে হাঁহকেইটা খেদি খেদি নৈ ঘাটৰ পিনে গৈছে। অমূল্যই তেতিয়া ঘৰৰ ভিতৰত তাঁত বৈ আছে। মতা হাঁহটোৱে হাঁহকেইজনীক পানীত নামিবলৈ দিয়া নাই। নামিবলৈ ধৰাৰ আগতেই ডিঙিত কামুৰি দি হাঁহকেইজনীৰ সৈতে কাজিয়া লগাইছে। মালতীয়ে মতা হাঁহটোৰ কাণ্ড দেখি অন্যদিনাৰ দৰে আজিও মুখত আঁচলখন গুজি ধৰিলে। তাইৰ মনৰ ভিতৰৰপৰা সেই দুষ্ট হাঁহিটো আহি গোটেই মুখখনতে খেলি গ'ল। তোৰ সহ্য নহয়! মালতীয়ে হাঁহকেইটাক পানীলৈ খেদি দিয়াৰ সময়ত নিজে নিজেই ক'লে। এইবোৰ দেখিলেই তাইৰ মনটো যেন তাঁতৰ পাটৰ মাকোটোৰ দৰে এবাৰ ইফালে, এবাৰ সিফালে অহা-যোৱা কৰিবলৈ ধৰে। তাইৰ মনত ভাব হয়, কোনোবাই যেন আহি তাইক এবাৰ সাবটি ধৰি আলিঙ্গনৰ মাজত নিঃশেষ কৰি দিব! কিন্তু পিছ মুহূৰ্ত্ততে ভাব হয়, বিধবা মানুহৰ কাৰণে এনেবোৰ ইচ্ছা হোৱা ভাল কথা নহয়; তেতিয়া তাইৰ নদীলৈ গৈ গা ধুবলৈ মন যায়; নদীৰ পানীত ডুব মাৰি শৰীৰ আৰু মনৰপৰা সকলো পাপ চিন্তা ধুই পেলাবলৈ ইচ্ছা হয়। যেন পাপ চিন্তাৰ পিছত গা নুধুলে তাইৰ জাত যাব। তাৰ পিছতে আকৌ ভাব হয়, বিধবাৰ আকৌ জাত! সবল যুৱতী ছোৱালী মালতী—তাইৰ অঙ্গে অঙ্গে অপাৰ লাৱণ্য বিয়পি আছে, তাইৰ মুখখনি পিঁয়াজৰ পাতৰ দৰে কোমল, আৰু অমূল্য—মালতীৰ ওচৰত এটা বান্দৰ, অনবৰত যেন নেজ তুলি বহি আছে। সেই অমূল্যক সপোনত দেখাৰ পিছৰেপৰা মনটো আৰু লগে লগে তাইৰ মুখখনতেই যেন কিবা বিস্বাদ আহি পৰিছে।

হাঁহবিলাক পানীলৈ নামি যোৱাৰ পিছত মালতীয়ে এবাৰ চাৰিওপিনে চকু ঘূৰাই চালে। হাঁহবিলাকে পানীত ডুব মাৰি মাৰি গা ধুইছে। কাষত কেনিও কোনো নাই। ধঁপাতৰ খেতিখিনি পাৰ হৈ সিপিনে থকা ওখ মাটি টুকুৰাত জবৰে হাল বাই আছে। নৰেন দাসে পিয়াজ, নহৰু আৰু চিনাবাদামৰ গুৰিত মাটি চপাই দি আছে, যাতে খেতিখিনিৰ চেহেৰা ভাল হয়। তাৰ বাহিৰে আৰু ক'তো কাকো দেখিবলৈ নাই।

ঠাকুৰৰ ঘৰৰ সোণে তেতিয়াও পাঠ পঢ়ি আছে।—পাতে পাতে পৰে নিশাৰ নিয়ৰ। লাল্টুৱে পঢ়িছে—এট্ লাষ্ট্ ডি চেল্ফিচ্ জায়েণ্ট্ কেম্। জব্বৰে হাল বাই আছে। সি যদি তাৰে পৰাই মালতীক কেনেবাকৈ দেখা পায়, তেন্তে হাল এৰি লৰ মাৰি এইখিনি পাবহি— মালতী দিদি, বদনাত অলপ পানী দিয়ঁাচোন, ডিঙিটো শুকাই গৈছে। মালতীয়ে ভাবিলে, জব্বৰ আহিলে তাক চামচুদ্দিনৰ কথা সুধিব। চামু এতিয়া ইয়াত নাই, ঢাকালৈ গৈছে। পগলা ঠাকুৰে হাতী লগাই সিহঁতৰ জল্‌চা ভাঙি দিছিল। ফেলু চেখৰ হাত ভাঙি দিছিল। তাৰ পিছৰে পৰা চামুৱে হিন্দু পাৰালৈ অহা বাদ দিছিল। সৰু ঠাকুৰ শচীন্দ্ৰনাথে এদিন গোবাটত থিয় হৈ চামুৰ সৈতে কিবা কথা পাতি পাতি তৰ্ক কৰিছিল; সেই তেতিয়াৰেপৰা চামু আৰু এইফালে অহা নাই। চামুৰ ছোৱালীজনীয়ে মাত্ৰ মাজে মাজে আহি এই পিনৰপৰা সিহঁতৰ গৰু-ছাগলীবোৰ খেদি লৈ যায়হি। তাই নাকত এটা ডাঙৰ নথ পিন্ধে। এদিন ঠাকুৰৰ ঘৰৰ অৰ্জুন গছ জোপাৰ তলত থিয় হৈ তাই বৈ আছিল; কাৰোবাৰ কাৰণে যেন অপেক্ষাহে কৰিছিল! মালতীয়ে মনে মনে আগবাঢ়ি গৈ তাইক মাতিছিল, কি অ' ফতিমা, তই!

ফতিমাৰ সৰু সৰু চকু দুটা, নাকত ডাঙৰ নথ। শিশু বয়সৰ ছোৱালীজনীৰ চকুৱে মুখে লাৱণ্য ভৰা। চুলি বেণী গোঁঠা। মালতীৰ পিনে কিছু সময় চাই থাকি ফতিমাই ক'লে, পেহীটি, এই কেইটা সোণাবাবুক দি দিব—এই বুলি কৈ তাই কোঁচৰপৰা লেতেকুৰ থোক দুটা উলিয়াই মালতীৰ হাতত দিলে।

এই অবতৰত লেতেকু!—মালতী আচৰিত হ'ল। ফতিমাই নিজেই ক'লে—আবেদালি খুৰাই উজনিৰপৰা আনিছে।

মালতীৰ এনে লাগিল যেন ছোৱালীজনীক বুকুৰ মাজত সাৱটি ধৰিব। কিন্তু মুচলমানৰ ছোৱালী, ছুই দিলেই জাত যাব। তাই লেতেকুৰ থোক দুটা সাৱধানে একাষৰীয়াকৈ হাতত ল'লে; ফতিমাক নুছুলে। মাত্ৰ

হাঁহি ক'লে, সোণবাপুলৈ তোৰ বৰ মৰম নহয়। ডাঙৰ হ'লে সোণবাপু-লৈকে তোক বিয়া দিম।

সৰু ছোৱালী। কিন্তু মালতীৰ কথাষাৰত ফতিমাৰ লাজ লাগিল; তাই আৰু নৰ'ল; উভতি গৰু বাটটোৰেদিয়েই লৰ মাৰিলে। লাজতেই হওক বা অন্য কিবা কাৰণতে হওক তাই তাৰপৰা দৌৰি আঁতৰি গ'ল। চাৰিও পিনৰ গছ-গছনিবোৰৰ ছাঁ পৰিছিল গাঁৱৰ বুকুত; সেই ছাঁৰপৰা যেন এক সুষমা বিয়পি পৰি ফতিমাৰ গোটেই গাত লাগিছিলহি। হেমন্তৰ শেষ আবেলি। অকণমান ছোৱালীজনী যেন সেই সুষমাৰ মাজত হেৰাই গৈছিল।

সেই একে সুষমাই মালতীকো সুদীৰ্ঘ দিন অভিভূত কৰি ৰাখিছে। সোণে তেতিয়াও পঢ়ি আছে—পাতে পাতে পৰে নিশাৰ নিয়ৰ……। হাঁহবিলাকে তেতিয়াও পানীত ডুব মাৰিছিল—আৰু সাঁতুৰি আছিল। মালতী পাৰত থিয় হৈ আছিল। পানীত তাইৰ দীঘল ছাঁটো পৰিছিল। মালতীয়ে পানীত তাইৰ মুখখন দেখা পাইছিল। এইদৰে পুখুৰীৰ এই পাৰত থিয় হৈ তাইৰ কত কথা মনত পৰে! মনত পৰে চামুৰ কথা, ৰসো আৰু বুঢ়ীৰ কথা—আৰু সেই ল'ৰা জনৰ কথা—যি এদিন তাইক সাৱটি ধৰি চুমা খাইছিল আৰু তাৰপিছতে ভয়তে নিৰুদ্দেশ হৈছিল। ল'ৰাজন কালি সন্ধিয়া ঘূৰি আহিছে; এতিয়া আৰু তেওঁ সৰু হৈ থকা নাই। কথাই কথাই আগৰদৰে আৰু নিশ্চয় কাজিয়া নকৰে। এতিয়া ল'ৰাজন এজন ডাঙৰ মহৎ ব্যক্তি হৈ পৰিছে। তেওঁ দেশৰ কাম কৰি ঘূৰি ফুৰি কিছুদিন জেলতো আছিল। আগৰ কথাবিলাক এতিয়া সাধু কথা যেন লগা হ'ল। মালতীয়ে পানীত হাঁহবোৰৰ সলনি কেৱল ল'ৰা-জনৰ মুখৰ ছবি ভাঁহি উঠা যেন দেখিলে। তেওঁক চাবলৈকে সেই পুৱাতে ঠাকুৰৰ ঘৰৰ পুখুৰীত গা ধুই পাৰত থিয় হৈ আছিল। বৰনবৌৰ কাৰণে পূজাৰ ফুল তুলি দিছিল। আনকি ঠাকুৰহঁতৰ ঘৰৰ ওচৰলৈ গৈ এদাঁতিত মনে মনে থিয় হৈ আছিল, জানোচা এবাৰ মানুহজনক দেখা পায়! কিন্তু ক'তা! আকৌ সেই অমূল্যৰ মুখ! অমূল্য আৰু জবৰৰ দুয়ো

মিলি যেন তাইক গিলি খাবলৈ আহিছে। তাই ঠাকুৰহঁতৰ ঘৰৰ কাষত বেছিসময় থিয় হৈ থাকিব নোৱাৰিলে, কিজানি কোনোবাই দেখি পেলায়! আনকি বৰনবৌক সুধিব খুজিও সুধিব নোৱাৰিলে, ৰঞ্জিত আহিছে নেকি? কাৰণ মালতীৰ দুচকুত ভালপোৱাৰ সুষমা। মালতীয়ে ৰঞ্জিতক এবাৰ দেখাৰ আশাৰে বৈ থাকি জোপোহা দুটামানৰ আঁৰত বহিব খোজোঁতেই কোনোবাই যেন হঠাৎ পাছফালৰ পৰা মাতিলে, মালতী তুমি অকলে ইয়াত!

মালতীৰ বুকুখন চিৰিঙকৈ উঠিল। তাই পাছলৈ মুখখন ঘূৰায়েই দেখিলে এহাতেৰে সোণক ধৰি ৰঞ্জিত থিয় হৈ আছে। তাই যেন ধৰা পৰি গ'ল। প্ৰথমে তাই মাটিৰপৰা ওপৰলৈ মূৰ কৰিব পৰা নাছিল। 'পাতে পাতে পৰে নিশাৰ নিয়ৰ—'এতিয়া আৰু মুশুনা হ'ল। চাৰিও-পিনে যেন হঠাৎ সকলো নীৰৱ হৈ গ'ল। আনকি কীট-পতঙ্গৰ শব্দও নোহোৱা হৈ পৰিছে। মালতীয়ে সঙ্কোচেৰে ক'লে, হাঁহকেইটা পানীত এৰি দিবলৈ আহিছিলোঁ। সেইবুলি তাই লাহেকৈ ৰঞ্জিতৰ পিনে মুখ তুলি চালে। তাইৰ এতিয়া আকৌ এনে লাগিল যেন সকলোফালে কিবাকিবি শব্দ আৰম্ভ হৈছে। হাঁহ, মুৰগী, গৰু-ছাগলী, চৰাই-চিৰিকতি সকলোৱে যেন কলৰৱ আৰম্ভ কৰিছে। ঠিক তেনেতে মালতীয়ে অদূৰত অমূল্যৰ তাঁতশালৰ ঠক্ ঠক্ শব্দ শুনিবলৈ পালে।

ৰঞ্জিতক দেখাৰ পিছত মালতীৰ মনৰ সুদীৰ্ঘ দিনৰ ভয় যেন আঁতৰি গ'ল। জবৰৰ নাইবা অমূল্য কোনেও আৰু তাইক গিলি খাবলৈ আহিব নোৱাৰে।

তাই শুনিলে, এট্ লাষ্ট্ দি চেল্ফিচ জায়েণ্ট কেম্......। মালতীয়ে কাণ পাতি কথাষাৰ শুনাৰ লগে লগে ৰঞ্জিতৰ পিনে মুখ তুলি চাই সামান্য হাঁহিলে; ৰঞ্জিতেও হাঁহি এটা নমৰাকৈ থাকিব নোৱাৰিলে।

মালতীৰ দিনবিলাক ভালদৰেই কাটিছিল। ৰঞ্জিত অহাৰ আগলৈকে তাইৰ মনত ভাব হৈছিল যেন তাইৰ জীৱনৰপৰা কিবা এটা হেৰাই গৈছে, কিবা যেন নাই, সংসাৰত বিশেষ কিবা এটা নাথাকিলে যেন শূন্য শূন্য লাগে— ; কিন্তু ৰঞ্জিত অহাৰ লগে লগেই মালতীৰ জীৱনলৈ সেই বিশেষ বস্তুটো উভতি আহিছে।

জাৰকালি বেলি সোনকালে পৰে। জাৰকালি কাৰণেই পানীত বাঁহ পাতৰ পচা গোন্ধটো সিমান তীব্ৰ নহয়। আৰু জাৰকালি কাৰণেই গাঁৱৰ প্ৰায় সকলোৱে সোনকালে কুঁৱাৰপৰা পানী নিবলৈ আহে।

পকী ৰিং দিয়া দ কুঁৱা; কুঁৱাপাৰ পাৰ হ'লেই বাঁহনি। ঈছমে পূৰ্বঠ বাঁহ বিচাৰি আছে, লগত ৰঞ্জিত। ৰঞ্জিতে দাৰে কোব মাৰি বাঁহবোৰ একাষৰীয়া কৰি থৈছে আৰু ঈছমে টানি উলিয়াই বাঁহৰ গাঁঠিবোৰ কাটি কাটি এৰুৱাই দিছে। পানী তুলিবলৈ অহা তিৰোতাবিলাকে কুঁৱাপাৰত বেছি সময় ৰৈ থকা নাই। বৰ নবৌৰ সেই হেৰোৱা ভায়েকটো ঘূৰি আহিছে। সৰু গোঁফ একোছা, দীঘলীয়া চকু দুটা আৰু বিদেশে বিভূঁৱে ঘূৰি ফুৰা কাৰণেই হয়তো শৰীৰত এক ধৰণৰ শ্যামল লাৱণ্য। পোন্ধ মাৰি ধুতী পিন্ধি লৈছে। কেঁকোৰা চুলি, মুখৰ মাজেৰে সেওঁতা, সুদীৰ্ঘ চেহেৰাৰে এতিয়াৰ ৰঞ্জিতক দেখিলে ভাবিবই নোৱাৰি যে, মাক-দেউতাক নোহোৱা এসময়ৰ সেই কিশোৰ বালক—এতিয়া এজন ভদ্ৰলোক মানুহ হৈ পৰিছে।

পানী নিবলৈ অহা মানুহবোৰে কুঁৱাৰপৰা পানী তুলি লৈ উভতি যাওঁতে ৰঞ্জিতলৈ একোবাৰ ভালদৰে চাইছে; এই সুদৰ্শন যুৱকক সকলোৱেই চিনি পায়। সেয়া কিমান দিনৰ আগৰ কথা— ; ৰঞ্জিতে তেওঁলোকৰ কাৰোবাক 'দিদি' নাইবা অন্য কিবা সম্বোধনেৰে মাতিছিল। ওচৰচুবুৰীয়া সকলোৱে মাউৰা ল'ৰাটোক মৰম কৰিছিল, বহুতেই তাক ঘৰলৈ মাতি নি ইটো সিটো খাবলৈ দিছিল। সেয়ে এতিয়া পানী লৈ উভতি যাওঁতে তেওঁলোকে ৰঞ্জিতক দেখি তাক ওচৰলৈ মাতি লৈ গ'ল আৰু তাৰ সৈতে কথা-বতৰা পাতিলেগৈ।

তিৰোতাবোৰ গুচি যোৱাৰ পিছত মালতী আহিল। তাইৰ কঁকালত কলহ, গাত তাঁতৰ শাড়ী। এই শাড়ী পিন্ধিলে তাইক বিধবা বুলি ধৰিব নোৱাৰি। যেন কুমাৰী মালতীয়ে চথতে পানী তুলিবলৈ আহিছে। মালতীয়ে হয়তো বগা থান কাপোৰ পিন্ধি মানুহৰ আগত ওলাবলৈ লাজ পায়। তাই আহিয়েই কুঁৱাৰ পাৰত কলহটো থৈ, পোনে পোনে ৰঞ্জিতে য'ত বহি বাঁহ কাটি আছিল, তালৈ গ'ল।

—ইমান বাঁহ! ইমানবোৰ বাঁহেৰে কি কৰিবা?

ৰঞ্জিতে ক'লে, পানীত তিয়াই থ'ব লাগিব। লাঠী হ'ব; বাঁহৰ লাঠী।

সোণে ওচৰতে দৌৰাদৌৰি কৰি আছে! সি এই নতুনকৈ অহা মানুহজনৰ লগ নেৰা হৈছে। মানুহজনে তাক দেশ-বিদেশৰ কিমান যে অদ্ভুত অদ্ভুত সাধু কৈছে—অদ্ভুত মেজিকৰ কথাবোৰ কৈছে!

সোণে ক'লে, পেহীটি, ৰঞ্জিতমামাই জানা, ৰাতি ৰাতি মেজিক দেখুৱায়।

মালতী আৰু অলপ তললৈ নামি গ'ল। ঈছমে বাঁহৰ গুৰিত দাখন থৈ কটা বাঁহ এটা জেঙনিৰ মাজৰপৰা টানি উলিয়াই আনিছে! মালতী তাৰ ওচৰতে থিয় হৈ বৈ ক'লে—মামাৰৰ কথা আৰু নকবি!

ৰঞ্জিতে মালতীৰ পিনে চোৱা নাছিল। সি তেতিয়া বাঁহৰ চকুবোৰ কাটি কাটি চাফা কৰি আছিল। মুৰ তুলি নোচোৱাকৈয়ে সি হাঁহিলে; কাৰণ মালতীৰ অৰ্থপূৰ্ণ কথাষাৰত তাৰ সেই দৃশ্যটোৰ কথা মনত পৰি গ'ল। সেইদিনা খং, ক্ষোভ আৰু উত্তেজনাত তাই কঁপি উঠিছিল; মুখখন ৰঙা পৰিছিল। চকু দুটা তিতি গৈছিল। তাইৰ ভাব হৈছিল ৰঞ্জিতে তাইৰ সকলো সতীত্ব কাঢ়ি নিলে। মালতীয়ে প্ৰায় কান্দি পেলাইছিল। ৰঞ্জিতৰ সেই সকলো মনত পৰিল, সি সুধিলে, মালতী তোৰ সেই ঘটনাটোৰ কথা মনত আছে? তই দিদিক একো কোৱা নাইতো?

ৰঞ্জিতে তাৰ পিছত সহজভাৱে মালতীৰ পিনে মুৰ দাঙি চাই ক'লে, মামাৰ কথা ক'ব নাপায়, নহয়?

ৰঞ্জিতে মালতীৰ চকুলৈ চাই ৰ'ল। পূৰ্বৰ সেই ঘটনাৰ সকলো কথা

মালতীৰ মনত পৰি গ'ল। তাই আৰু বেছি সময় তাত নাথাকিল। কুঁৱাৰপৰা পানী লৈ উভতি গ'ল। কিন্তু আঁতৰি গলেই সকলো শেষ হৈ নাযায়। যাওঁতে তাই বৰনবৌৰ সৈতে কথা পাতিবলৈ সোমাল। বৰনবৌ আৰু ধনবৌৱে পূজাৰ ভোগৰ বাবে ধান বানিছে। বনা ধান খুবলিৰপৰা উলিয়াই অলপ আঁতৰত শশীবালাই জাৰি আছিল। পগলা ঠাকুৰ আজি ক'লৈকো ওলাই যোৱা নাই। তেওঁ আপোনমনে চোতালত ঘূৰা-পকা কৰি আছে। মালতী আহি ঠাকুৰ ঘৰৰ চোতালত থিয় হোৱাৰ লগে লগেই আকৌ বাঁহ কটাৰ শব্দ শুনিলে। বাঁহেৰে লাঠী হ'ব। তাৰেই জোৰ ব্যৱস্থা চলিছে। তাইৰ বুকুৰ ভিতৰত যেন কিবা এটাৰ অস্তিত্ব অনুভৱ কৰিলে। ৰঞ্জিতৰ চকু-মুখ হাত-ভৰিবোৰে যেন তাইৰ বুকুৰ ভিতৰত লৰচৰ কৰি আছে। মানুহটোক চাবলৈ, তাৰ বিষয়ে শুনিবলৈ কিবা এটা ছল কৰি তাই বৰনবৌৰ ওচৰ ওলায়হি। মালতীৰ ঘৰত কাম নো কি থাকে! নৰেনদাস এতিয়া ঘৰত নাই; ডুৰীয়া শাড়ীৰ গাঁঠ এটা মূৰত তুলি লৈ নৰেনদাসৰ সৈতে অমূল্যও বাবুৰহাটলৈ গৈছে। ঘৰত এতিয়া শোভা, আবু আৰু মালতী। আভাৰাণী আছে যদিও মানুহজনী ইমান নিৰীহ যে ঘৰত থকা নথকা একেই। আভাৰাণীক ৰঞ্জিতে 'বৌদি' বুলি মাতে।

শীতৰ নিশা, বৈঠকখানাত শচীন্দ্ৰনাথে লালটু আৰু পলটুক পঢ়াবলৈ বহে, ঠাণ্ডা কাৰণে সকলোবিলাক সোনকালে শুবলৈ যায়। ৰঞ্জিতে তেতিয়া নিজৰ কোঠাত বহি হাৰিকেন লেমৰ পোহৰত কিবা ডাঙৰ ডাঙৰ কিতাপ কিছুমান পঢ়ি থাকে। কিমান যে পঢ়ি থাকে ল'ৰাটোৱে! আজিকালি সি কথা কম কয়। মালতীয়ে যেতিয়া বৰ বেছিকৈ কথা কয়, সি তাইলৈ চাই হাঁহি থাকে, যেন তাইৰ সাধাৰণ কথাবোৰ শুনি সি সেই হাঁহি মাৰে। তাইৰ তেতিয়া অভিমান হয়, মুখখন ৰঙা হৈ পৰে। ৰঞ্জিতে তেতিয়া তাৰ ভুলটো বুজি পায়। অপৰাধীৰ দৰে তাইলৈ চাই থাকে। সেই চাৱনিত অতীতৰ সেই দৃশ্যটো ভাঁহি উঠে। ভয়ত যদি সি আকৌ গুচি যায়!

মালতীয়ে এদিন কৈছিল, পুৰুষ মানুহৰ ইমান ভয় ভাল নহয়।

—মোৰ আকৌ কিহৰ ভয়?

—ভয় নাই! মুখেৰে ক'লেই হ'লনে?

—মই কিন্তু ভাবিছিলোঁ, তই সঁচাই দিদিক কৈ দিবি।

—আৰু একো ভবা নাছিলা?

—আৰু কি ভাবিম?

—কিয়? মালতীক লৈ কত ভাব হ'ব পাৰে!

—মোৰ আৰু একো ভাব হোৱা নাছিল মালতী। তাৰ পিছতে মই গুচি গৈছিলোঁ। বহুত দূৰলৈ গুচি গলোঁ। প্ৰথমেই আসামলৈ গলোঁ। দুবছৰৰ পিছত তাৰপৰা গুচি আহিলোঁ কলিকতালৈ; তাতে লাহিড়ী ডাঙৰীয়াৰ সৈতে দেখা। তেঁৱেই মোক প্ৰায় গঢ় দিলে।—কৈ কৈ ৰঞ্জিত এবাৰ বৈ গ'ল। যেন স্বপ্ন দেখিবলৈ আৰম্ভ কৰিলে। এইবোৰ এতিয়া অতি তুচ্ছ যেন লগা হৈছে। বোধহয় বেছি কোৱা হৈ গ'ল। তাৰ গোপন জীৱনৰ কথা হয়তো ওলাই পৰিল। সি হঠাৎ বৈ গ'ল আৰু নিজৰ কথা এৰি ক'লে,—কচোন, তই কেনে আছ? তোমাৰ সকলো খবৰেই মই ৰাখোঁ। তুমি যে ইয়ালৈ গুচি আহিলা মই সেই খবৰো পাইছোঁ। কিন্তু—তাৰ পিছত?

—তাৰপিছত আৰু কি? তাইৰ ক'বলৈ মন গ'ল তাৰ পিছত যি হৈছে দেখিছাইতো—এই জীৱনকে লৈ আছোঁ!

—চামুক দেখোন দেখা নাই অহাৰ পৰা?

—চামু ঢাকালৈ গৈছে। লীগ লীগ বুলি দেশখনত জুই জ্বলাইছে।

—চামুৱে তেন্তে পাৰ্টি কৰাত লাগিছে।

—পাৰ্টিনে তাৰ মূৰটো!—মালতীৰ চকু দুটা হিংস্ৰ হৈ উঠিল। তাই ক'লে, লাঠীতো বহুত কাটি থৈছা। কিন্তু তাৰে কেইটাৰ মূৰ ভাঙিব পাৰা দেখিম নহয়!

—লাঠীতো মালতী মূৰ ভাঙিবৰ কাৰণে নহয়, মূৰ ৰক্ষা কৰিবলৈহে। মই ভাবিছোঁ, প্ৰথম আখৰা ইয়াতেই কৰিম। তাৰ পিছত আৰু তিনি

ঠাইত আৰম্ভ কৰিম। বামন্দি, চামন্দি আৰু বাৰদিত। তাৰ পিছত এই কেইঠাইৰ পৰা যিবিলাকে শিকি ওলাব—তেওঁলোকে আৰু তিনিটাকৈ কেন্দ্ৰ খুলিব। এইদৰে গাঁৱে গাঁৱে সকলোতে আমি আখৰা আৰম্ভ কৰি প্ৰত্যেককে লাঠী খেলা আৰু ছুৰী খেলা শিকাম। এইদৰে নিজৰ মূৰ নিজে ৰক্ষা কৰিবৰ কাৰণেই এইবোৰ কৰা হৈছে। আনৰ মূৰ ভাঙিবৰ কাৰণে নহয়।

মালতীয়ে যেন লাজ পালে। তাই ক'লে, তুমি মোক দুটামান কৌশল শিকাই দিবাচোন। অ' তুমি আকৌ মোক লাঠী খেলা শিকালে আকৌ জাত নাযায়তো?

—জাত যাব কিয়?

—মই ছোৱালী যে, অবলা নাৰী!

—অবলাবিলাকেই বেছিকৈ শিকিব লাগিব। তেন্তে আৰম্ভ হওক, সকলো ঠিকঠাক কৰি লোৱা যাওক। খেলা জমি উঠক।

—খেলা কোনে শিকাব?

—মই—

—তুমি আকৌ এইবোৰ খেলা কেতিয়া শিকিলা?

—কামৰ মাজতে শিকি পেলালোঁ।

—তুমিযে কিমান কি নাজানা! কিমান কি কৰিব নোৱাৰা!

—মই একোকে কৰিব পৰা নাই মালতী! কিমান কি কৰিবলৈ আছে আমাৰ! সকলো কথা জানিলে তুমি আচৰিত হৈ যাবা।

—মোকো দলত ল'বানে?

—দল পালা ক'ত?

—এই যে তুমি লাঠী খেলাৰ দল তৈয়াৰ কৰিছা—

'দল' বুলি কোৱাৰ লগে লগেই ৰঞ্জিত যেন সন্ত্ৰস্ত হ'ল। 'দল' বুলি কোৱা উচিত নহয়। কাৰণ, ৰঞ্জিতে ইয়াত কিছুদিন গোপনে কটাবলৈ আহিছে। সি ক'লে,—নাই, কোনো দল নাই মালতী, মোৰ দল পাতিবলৈ কি হৈছে?

—কিয় বৰনবৌৱে যে ক'লে, তুমি দেশৰ কাম কৰি ফুৰা—

—তোমাক তেন্তে সকলো কথা ক'ব লাগিব।—সেইবুলি ৰঞ্জিতে ক্ষন্তেকপৰ মৌন হৈ ৰ'ল। পুৱাৰ ৰ'দ সিহঁত দুয়োৱে পিঠিত পৰিছিলহি। সিহঁতে দীনবন্ধুৰ ঘৰৰ পাছফালে থিয় হৈ কথা পাতিছিল। লাল্টু পলটু আৰু শোভা সিহঁতৰ চাৰিওপিনে ঘূৰাঘূৰি কৰি আছে। সিহঁতে দেখিছে, মামাই মালতীপেহীৰ মুখলৈ চাই চাই কথা কৈ আছে আৰু মালতীপেহীয়ে তললৈ মূৰ কৰি মাটিলৈ চাই চাই কথা শুনিছে।

মালতীয়ে কিবা এটা ক'ব খুজিছিল; কিন্তু তাই ভাবিলে, এই সৰু সৰু ল'ৰা-ছোৱালী কেইটাৰ আগত কোৱা ঠিক নহ'ব। মালতীয়ে একো নোকোৱাকৈয়ে তাৰপৰা লাহে লাহে আঁতৰি গুচি গ'ল।

ৰঞ্জিতে অতি গোপনে কাম কৰিছিল। সি ঘৰৰ ভিতৰফালে চোতালত, ৰাতি জোনৰ পোহৰত নাইবা লেমৰ পাতল পোহৰত লাঠী খেল শিকাবলৈ আৰম্ভ কৰিছে। যেন কোনেও গম নাপায়। মাত্ৰ বৰ নবৌ, ধনবৌ আৰু পগলা ঠাকুৰে দেখা পায়। সোণ, লাল্টু আৰু পল্টুৱে টোপনি যোৱাৰ পিছত লাঠী খেল আৰম্ভ হয়। কিন্তু এদিন সোণে সাৰ পাই কাষত দেখে মাক নাই। মা ক'ত! সি শোৱাৰ পৰা উঠি বহিল। দুৱাৰ খোলা। ভিতৰ চোতালত কিবা ঠক্ ঠক্ শব্দ শুনা গৈছে। জোনাক ৰাতি। পাতল পোহৰত সি দেখা পালে, এদাঁতিত মাক থিয় হৈ আছে। সি লাহেকৈ দুৱাৰ মুখ পাৰ হৈ মাকৰ ওচৰ পালেগৈ। আঠ-দহজনমান গাঁৱৰ ডেকা ল'ৰাই ৰঞ্জিত মামাৰ ওচৰত লাঠী খেল শিকিছে। সিফালে সেয়া কোন! যেন মালতীপেহী, যেন কিৰণী দিদি, যেন ননী-শোভা-আবু! সিহঁতে কাঠৰ ছুৰী লৈ খেলিছিল, খেলা শিকিছিল। সোণৰ মাক আৰু বৰ মাকে একাষত থিয় হৈ খেলা চাই আছিল আৰু বোধহয় পহৰা দি আছিল। এইপিনে কোনোবা আহে নেকি মন কৰি আছিল। লাঠীৰ ঠক্ ঠক্ শব্দ উঠিছে। সিৰ, বাহু, পিঠি,—পাছ এনে শব্দ কিছুমান শুনা গৈছিল। সৰু মামাই মন্ত্ৰ মতাৰ দৰে তালে তালে শব্দবোৰ মাতি গৈছিল। মাজে মাজে সৰু মামাই লাঠী

ঘূৰাই ঘূৰাই ইমান বেগেৰে এইপিনে আহে যে, তেওঁৰ হাতত যে এডাল লাঠী আছে ধৰিবই নোৱাৰি। মাত্র বোঁ বোঁ শব্দ এটা হয়। তেওঁ ঘূৰি ঘূৰি একোবাৰ সোঁ ভৰি, একোবাৰ বাঁও ভৰি তুলি আগুৱাই যায়। মানুহটোৱে যেন লাঠীৰ চক্রৰ মাজত জীয়াই থকাৰ এক ৰহস্য বিচাৰি পাইছে, যিদৰে ইচ্ছা লাঠী চলাই গৈছে। সোণে মাজে মাজে লাঠীৰ মাজত সৰু মামাৰ মুখখন হেৰাই যোৱা যেন দেখে।

সোনেও ভিতৰি ভিতৰি বৰ উত্তেজনা অনুভৱ কৰিছিল। কাঁচি জোনৰ পোহৰ। কৰদৈ গছজোপাৰ সিপিনে বিস্তীর্ণ পথাৰ যেন জোনাকত শুই আছে। পগলা বৰদেউতাই বাৰান্দাত বহি হাত কচালি আছিল আৰু মাজে মাজে উত্তেজিত হৈ সেই একেটা শব্দ উচ্চাৰণ কৰিছিল। সংসাৰত যেন আপদবোৰ লাগি আছে। কোনেও কাকো বিশ্বাস কৰিব নোৱাৰে। সৰু মামা মাজে মাজে দৌৰি গৈছিল—মালতী পেহীৰ ওচৰলৈ। কাঠৰ ছুৰী চলাই থাকোঁতে ক'ৰবাত ভুল কৰিলে তেওঁ গৈ শুধৰাই দিছেগৈ। বাৰান্দাত ডাঙৰ ডাঙৰ লাঠী কিছুমান থিয় কৰি থোৱা আছে; তেল সানি থোৱা কাৰণে জোনৰ সামান্য পোহৰতো লাঠীবোৰ চিক্‌মিকাই আছে। কাৰোবাৰ লাঠী ঘূৰাই ঘূৰাই ভাগৰ লগাত বাৰান্দাত কাষত লাঠী থৈ চোতালতে হাত ভৰি মেলি বহি পৰিছে। সৰু মামাৰ গাত হাত কটা গেঞ্জী। তেওঁ সকলোৰে ওপৰত চকু ৰাখিছে। কিছু সময়ৰ পিছত সোণে লৰি গৈ মাকৰ কাষত থিয় দিলেগৈ।

ধনবোৱে ক'লে, সোণ তই ?

—মোৰ অকলে ভয় লাগে।

অন্ধকাৰ ঘৰত অকলে শুবলৈ সোণে ভয় কৰিছিল। সি সুধিলে, মা এইবোৰ কি হৈছে ?

লাঠী খেলা।

ৰঞ্জিতে দেখিলে সোণ শোৱাৰ পৰা উঠি আহিছে। সি সোণক ওচৰলৈ মাতি নি সুধিলে, খেলা শিকিবি তই ?

—শিকিম। সোণে অতি আগ্ৰহেৰে ক'লে।

—কিন্তু বহুত সাধনা কৰিব লাগিব।

সোণে সাধনা কথাটোৰ অৰ্থ নাজানে। সি মাকক সুধিলে, মা সাধনা মানে কি?

ৰঞ্জিতে ক'লে, ধনবৌৱে কি ক'ব? মোৰ ওচৰলৈ আহ। সাধনা মানে হৈছে—তই যিটো কৰিবি অতি একাগ্ৰচিত্তে কৰিবি আৰু কোনেও তোৰ মনৰ ইচ্ছাৰ কথা গম নাপাব।

—মই কাকো নকওঁ।

—ওঁ ক'ব নাপায়। যদি কাকো নকৱ— তেন্তে তোক শিকাম।

—চাবা, মই কাকো নকওঁ।

ৰঞ্জিতে জানে এনেদৰে কোৱাৰ কোনো অৰ্থ নাই। তথাপি ল'ৰা কেইটাকো দলত সুমুৱাই ল'লে। ইহঁতে কাৰোবাক ক'বও পাৰে; নক'বও পাৰে। তথাপিও সিহঁতক একাগ্ৰচিত্তে কৰিবৰ কাৰণে মাজে মাজে ৰঞ্জিতে নানান বক্তৃতা দিয়ে। যি হওক, ৰঞ্জিতৰ দলত সোণ, লাল্‌টু আৰু পল্‌টু সোমাই পৰিল। সিহঁতে খেলাতকৈ প্ৰশ্ন আৰু ফৰমাচ কৰে বেছি। ৰাতি বেছি হ'লে, কেতিয়াবা সোণ শুই পৰে। খেলাৰ কথা পাহৰি যায়, ৰাতিপুৱা মামাক কয়, "মই তোমাক নামাতোঁ যোঁৱা"—

—কিয়, কি হ'ল?

—কালি ৰাতি তুমি মোক খেলিবলৈ নিয়া নাই।

—তই দেখোন শুই থাকিলি!

মাজে মাজে সোণে মামাক আৰু বৰ দেউতাকৰ দৰে কথা ক'বলৈ চেষ্টা কৰে। মামাই কেনেকৈ বুদ্ধিমান মানুহৰ দৰে স্পষ্ট আৰু ধীৰ মাতেৰে কথা কয়! মালতীৰো মন যায় ৰঞ্জিতৰ দৰে কথা ক'বলৈ। বৰনবৌ আৰু ৰঞ্জিতৰ মাত-কথাবোৰ ইমান মিঠা যে মনৰ ভিতৰতে গুণ গুণ কৰি থাকে। তেওঁলোকৰ কথাবোৰ অকণো কৰ্কশ নহয়। সেইকাৰণেই মালতীয়ে ৰঞ্জিতৰ সৈতে যিমান পাৰে কম কথা কয়।

ৰঞ্জিতেও আজিকালি কামৰ বাহিৰে অন্যকথা বৰ বেছিকৈ নকয়। সি তাইক ঘৰলৈকে আগবঢ়াই থবলৈ যাওঁতে কয়, একাগ্ৰতাৰ বৰ অভাৱ মালতী। তই বৰ অন্যমনস্ক। খেলাৰ সময়ত অন্যমনস্ক হ'লে কেতিয়াবা দুৰ্ঘটনা ঘটি যাব পাৰে।

মালতীয়ে তেতিয়া একো উত্তৰ নিদিয়ে। কিটো উত্তৰ দিব! খেল শিকিবলৈ যোৱাটো মালতীৰ প্ৰধান কথা নহয়, প্ৰধান কথা হৈছে, সদায় একোবাৰ ৰঞ্জিতৰ সঙ্গলাভ কৰা। সেয়ে ৰঞ্জিতৰ সকলো কথা তাই নীৰৱে মাত্ৰ শুনি থাকে। কেতিয়াবা কেতিয়াবা মালতীক স্বাভাৱিক কৰি তুলিবৰ কাৰণে ৰঞ্জিতে এই অঞ্চলৰ গ্ৰাম্যভাষা ব্যৱহাৰ কৰে। মালতীৰ তেতিয়া খং উঠে। এই গ্ৰাম্য অঞ্চলৰ ভাষা যিদৰে কৰ্কশ তেনেকৈয়ে শ্ৰীহীন। ৰঞ্জিতে এনে ভাষাৰে কথা ক'লে, তাই যেন তাৰ ওচৰত আৰু একো পাবলৈ নাথাকে। মালতীয়ে বিৰক্ত হৈ কয়, তোমাৰ আৰু চং দেখুওৱাৰ দৰকাৰ নাই ৰঞ্জিত। ইচ্ছা কৰিলে ময়ো তোমাৰ দৰে কথা ক'ব পাৰোঁ। তুমি যি কথা ভালকৈ ক'ব নোৱাৰা—নকবা; শুনিবলৈ আপচু লাগে।

মালতীৰ এনে কথা শুনি ৰঞ্জিত আজি আচৰিত হৈ গ'ল। তোক মালতী গাঁৱৰ ছোৱালী বুলি ধৰিবই নোৱাৰি।

মালতীয়ে ক'লে, তথাপি যি য'ৰ তাৰেই। মোৰ মুখত তোমাৰ ভাষা কিয় শুৱাব? আৰু তুমিও যিটো ভালকৈ ক'ব নোৱাৰা নক'বা; বৰ বেয়া শুনি।

সোণে ক'লে, শুই গৈছিলোঁ, তুমি নামাতিলা কেলেই।

ঠিক আছে, আজি ৰাতি তোক জগাই দিম। কিন্তু এটা চৰ্ত আছে।

চৰ্ত! সোণে চৰ্ত শব্দটো শুনাই নাই। সি ক'লে,—সৰুমামা চৰ্ত কি?

—তই মাত্ৰ খেলিফুৰা পথাৰ দেখিছ?—

—ওঁ পথাৰ দেখিছোঁ!

—ফুল দেখিছ?

—ফুল দেখিছোঁ।—। সোণে মামাৰ দৰে কথা ক'বলৈ চেষ্টা কৰিলে।

—আৰু সোণালী বালিৰ নদীৰ চৰ দেখিছ?

—দেখিছোঁ, তাত তৰমুজৰ খেতিও দেখিছোঁ।

—কিন্তু চৰ্ত্ত দেখা নাই!

—নাই।

—চৰ্ত্ত হৈছে এটা দৈত্য। এই দৈত্য গাত লাগিলে মানুহ অমানুহ হৈ যায় আৰু অমানুহ মানুহ।

—তোমাৰ দৈত্যটোৱে কি কৰে সৰুমামা?

—মোৰ দৈত্যটোৱে অমানুহক মানুহ হ'বলৈ কয়।

—দৈত্যটো মোক আনি দিয়ানা।

—ডাঙৰ হ। ডাঙৰ হ'লে আনি দিম। সেইবুলি কৈ ৰঞ্জিতে সোণক কান্ধত তুলি ঘূৰাবলৈ ধৰিলে। ডাঙৰ চোতালখনত লাঠী খেল হয়; ছুৰী খেল হয়। চোতালৰ চাৰিওপিনে ডাঙৰ ডাঙৰ টিনৰ ঘৰ। কাষৰ পালহঁতৰ ঘৰৰ পৰাও একো দেখা নাপায়। ৰাতি হ'লেই চোতালখন মানুহেৰে ভৰি পৰে।

আতলাচ বেৰাৰ সিপাৰৰপৰা এযুৰি চকুৱে অপলক দৃষ্টিৰে ৰঞ্জিতক চাই আছে। ৰঞ্জিতৰ পেশী বহুল শৰীৰটোলৈ চাই যেন অবাক হৈ গৈছে। ৰঞ্জিত সুদা গাৰে আছে। সোণক কান্ধত লৈ ঘূৰাইছে নাইবা হাতত লৈ ঘূৰাইছে। সোণৰ মনত বৰ ৰং। তাৰ মূৰ ঘূৰাই গৈছিল। কিছু সময় এইদৰে ঘূৰাই ঘূৰাই ৰঞ্জিতে সোণক মাটিত এৰি দিছিল। সি ধলং পলং কৈ দুহাত আগবঢ়াই দি 'আকৌ' 'আকৌ' বুলি আগুৱাই গৈছিল।

চোতালৰ মাজেদি পাৰ হৈ যাওঁতে শচীন্দ্ৰনাথে দেখিলে, ৰঞ্জিতে সোণৰ সৈতে চোতালত খেলি আছে। শচীন্দ্ৰনাথে একো নক'লে। ৰাতিপুৱা পঢ়াৰ সময়। কিন্তু সোণৰ পৰীক্ষা হৈ গৈছে। পৰীক্ষাত সি খুব ভাল কৰিছে। তাৰ স্মৃতি শক্তি অতি প্ৰখৰ। মামা-ভাগিনে ইমান মনোযোগে খেলি থকা দেখি শচীন্দ্ৰনাথে বৰ ভাল পালে। এই

শীতকালতে সিহঁত মোমায়েকৰ ঘৰলৈ যোৱাৰ কথা। ল'ৰাহঁতৰ পৰীক্ষা হৈ গ'লেই ধনবৌ মাকৰ ঘৰলৈ যায়। এই সময়ত পথাৰত ডাঠ কুৰঁলী ভৰি থাকে। কলা মাহৰ গছত গুটি ভৰি থাকে; পথাৰে পথাৰে সৰিয়হৰ হালধীয়া ফুল।

এই খৰালি দিন কেইটাত যিমানহে খোৱা বস্তু হয়! পিঠা লাড়ু তেতিয়া ঘৰে ঘৰে। ডাঙৰ মানুহবিলাকৰ ঘৰত বাস্তু পূজা হয়। পূজাত ভেৰা ছাগলী বলি দিয়া হয়। তিল-কদমা, তিলৰ অম্বল আৰু নানা ৰকমৰ খোৱা বস্তুৰ যোগাৰ হয়। এই সময়ত বজাৰলৈ গ'লেই পাভ মাছ—কি যে সোণালী ৰং—আৰু কিমান ডাঙৰ ডাঙৰ! তাৰ উপৰি বাহু মাছ আৰু ডাঙৰ ডাঙৰ মিছা মাছ। ঠাণ্ডা দিন আহিলেই গাই গৰু বোৰেও যেন সিহঁতৰ সঞ্চিত এটাইখিনি গাখীৰ এৰি দিয়ে। গাঁৱত তেতিয়া অভাৱে তেনেকৈ জুমুৰি দি নধৰে। সকলোতে তেতিয়া আনন্দ উৎসৱ। দুখীয়া মানুহবিলাকে তেতিয়া ধনী গৃহস্থ হঁতৰ ঘৰত হাজিৰা কাম কৰিবলৈ পায়। বস্তু-বাহানিৰ দাম অতি সস্তা হৈ পৰে আৰু তেতিয়াই লাল্‌টু পল্‌টুহঁতে গাঁৱৰ আন ল'ৰাবিলাকৰে সৈতে পথাৰলৈ গৈ ঢোপ খেলেগৈ। খালী পথাৰ। ধান কটাৰ পিছতে কোমল মাটিৰ ওপৰত শুকান নৰা; ভৰিৰ খোজত খৰ খৰ শব্দ হয়। তেতিয়া আৰু যিমান পাৰা লৰ মাৰা; লৰি লৰি মাটিত পৰি যোৱা—শৰীৰৰ ক'তো অকণো দুখ নোপোৱা।

আতলচ বেৰৰ কাষেদি যাওঁতে শচীন্দ্ৰনাথে দেখিলে, মালতী থিয় হৈ আছে। ভোটেৰা গছ এজোপাৰ দাঁতিত থিয় হৈ কিবা যেন কৰিছে। শচীন্দ্ৰনাথে সুধিলে, তই ইয়াত?

—আঠা অলপ লাগে।—সেইবুলি ভোটেৰা গছৰপৰা আঠা ল'বলৈ ধৰাৰ নিচিনা অভিনয় কৰিলে। আচলতে মালতীয়ে গছৰ কাষত থিয় হৈ বেৰৰ ফাঁকেৰে সিপিনে থকা মানুহ এজনক মনে মনে চাই আছিল। কোনোবা আহিলেই গছৰ ঠাল ভাঙি আঠা গোটাইছিল, চকুৱে মুখে এনে এটা ভাব দেখুৱায়। তাই সেইদৰেই প্ৰাণভৰি ৰঞ্জিতক চাইছিল। পুৱা

শুই উঠিয়েই তাই কৰিবলগীয়া কামখিনি যেনে, চোতাল সৰা, ঘাটত বাচন ধুই অনা, তাৰ পিছত হাঁহকেইটা পানীত এৰি দি অহা—এইখিনি কৰি দেখিলে—আৰু একো কৰণীয় নাই। আভাৰাণীয়ে পাকঘৰত চিৰাৰ ধান তিয়াই থৈছে। মালতীয়ে সেয়ে মনে মনে ঠাকুৰ ঘৰলৈ গুচি আহিল। আহিয়েই তাই আতলচ বেৰৰ কাষত ৰ'লহি। প্ৰথমেই উঁকি মাৰি চাবলৈ সাহস নকৰিলে। কিবা এটা ছলৰ দৰকাৰ। বেৰৰ কাষতে কিছুমান ভোটেৰা গছ। গছৰপৰা আঠা ওলাই আছে। তাই পাত এখিলা হাতত লৈ থিয় হৈ ৰ'ল। কোনোবাই দেখিলে বুজিব, মালতীয়ে গছৰপৰা আঠা লৈছে। আতলচ্ বেৰৰ ফাঁকেৰে তাই উঁকি মাৰি চালে। একোবাৰ হাঁহাকাৰ ভাব এটাৰে তাই ডিঙি মেলি মেলি ৰঞ্জিতক চাবলৈ ধৰিলে। তাই সেইদৰে চাই থকা কোনোবাই দেখিলে অপমানৰ কথা হৈ যাব পাৰে, হয়তো কলঙ্কও ৰটি দিব পাৰে—সেইবোৰ সকলো তাই পাহৰি গ'ল। নৰেনদাস ঘৰত নাই, অমূল্য বাবুৰহাটত শাড়ী বেচিবলৈ গৈছে। কেইদিনমানৰ কাৰণে তাঁতৰ কাম বন্ধ আছে। গতিকে মালতীৰ ছুটীৰ দিন এতিয়া। এই দিনকেইটা তাই খেলা-ধূলা কৰি, ইঘৰ সিঘৰ ঘূৰি ফুৰি, তেতেলীৰ আচাৰ চেলেকি চেলেকি ৰং মনে কটাই দিব পাৰে। তাৰ পিছতেই পুৰী পূজাৰ মেলা। এইবাৰ তাই ৰঞ্জিতক লৈ পুৰী পূজাৰ মেলালৈ যাব। সেই মেলাৰ প্ৰাঙ্গণত চাৰ্কাচৰ হাতী, সিংহ, বাঘ আৰু ঘোঁৰা দৌৰ, মন্দিৰৰ এদাঁতিত গাহৰি বলি—এইবোৰ চাব। মেলাৰ জেলেপী ৰসগোল্লা মুখত ভৰাই ভৰাই মেলাৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰিব; কি যে আনন্দ—কি যে সুখ হ'ব আৰু তাইৰ সুখৰ কাৰণে ৰঞ্জিত হৈছে তাইৰ জীৱনৰ সৰ্বস্ব। তাই মৰোঁ জীঁউ যেন হৈ বেৰৰ ফাঁকত চকু থৈ থিয় হৈ ৰ'ল।

আবেলিৰ পিনে যেতিয়া বেলি একেবাৰে পৰি আহিল, যেতিয়া বৈঠকখানাৰ চোতাললৈ আন্ধাৰ নামি আহিল তেতিয়া সোণ, লাল্টু আৰু পল্টুৱে বাঁহৰ লাঠীবোৰ এডাল এডালকৈ গোটাই নি পূবফালৰ ঘৰটোৰ বাৰান্দাত সজাই থ'বলৈ ধৰিলে। তেনেতে কোনোবা এজনৰ

মাত শুনা গ'ল। পুখুৰীৰ পাৰৰপৰা মাতি মাতি কোনোবা এজন আহি আছে।

বৈঠকখানাৰ চোতালত মানুহটো আহি ৰ'লহি আৰু সুধিলে, ৰঞ্জিত আহিছে বোলে?

শচীন্দ্ৰনাথে চামুক দেখি সামান্য আচৰিত হ'ল। কিছুদিন আগেয়ে মাটি সংক্ৰান্ত কথা লৈ শচীন্দ্ৰনাথে চামুক এবাৰ টান কথা শুনাইছিল। দুয়োৰে কথা কটাকটি হৈছিল। সেই চামুৱেই আকৌ আহি এইখন ঘৰত ভৰি দিয়া দেখি তেওঁৰ মনত অলপ সংকোচবোধ হ'ল। তেওঁ স্বাভাৱিক হ'বলৈ অন্য কথা উলিয়াই ক'লে, তোৰ মাৰ বোলে এতিয়া বিচনাৰপৰা উঠিবই নোৱৰা হৈছে।

—এৰা, নোৱাৰেই কৰ্তা।

—তাৰিণী কবিৰাজৰ ওচৰলৈ এবাৰ যা।

—গৈ আৰু কি হ'ব কৰ্তা; বোধহয় আৰু শীতৰ দিন কেইটাই নাযাব।

—তথাপি এবাৰ গৈ চা। তেওঁ যদি এবাৰ তোৰ মাৰক চাই যায়হি—মই চিঠি এখন দি দিম, লৈ যাবি। চামুৱে ক'লে, দিবচোন ৰাৰু চিঠি, পঠাই চাওঁ, কি হয়!

—চাওঁ নহয়, পঠাবি। পেহীটিক চিকিৎসা নকৰাকৈ মাৰিবি—সেইটো হ'বলৈ নিদিওঁ।

চামুৰ মুখত প্ৰসন্ন হাঁহিৰ সামান্য ৰেখা এটা ভাঁহি উঠিল। তাৰ মুখত চুটি গোঁফ আৰু সামান্য দাড়ি, লক্ষ্য কৰিলে দেখা যায় থুঁতৰিৰ তলৰ দাড়িখিনি চামুৱে যত্নেৰে ৰাখিছে। এসময়ত চামুৰ মুখৰ দীঘল দীঘল দাড়ি দেখি শচীন্দ্ৰনাথে কৈছিল, তোক দেখিলে চামু, পেহালৈ মনত পৰে। —শচীন্দ্ৰনাথে দেউতাকৰ কথা উলিয়াই চামুক যেন মহান কৰিব খুজিছিল। তাৰ পিছত কিমান দিন পাৰ হ'ল—মালতীক সি দীঘল দাড়ি দেখুৱাই যেন প্ৰতিশোধ ল'ব খুজিছিল। তাৰ পিছত এদিন তাৰ মনত এনে ভাব হ'ল যে প্ৰতিশোধৰ ভাব কাৰো মনত সদায় বৈ নাথাকে,

সময় আহিলে, সি পানীৰ দৰে ভাঁহি যায়, যেন তেতিয়া আৰু কথাটোৱেই কিবা হাস্যকৰ হৈ উঠে ; সৰু ল'ৰাই কৰা আচৰণৰ নিচিনা ভাবি নিজৰে লাজ লাগে। চামু এতিয়া যেন হৈ পৰিছে শিক্ষিত, মার্জিত ৰুচিৰ মানুহ। গাত পাতল গেঞ্জি, হাতদীঘল চার্ট, আঁচটনা লুঙীত ধানগছৰ ৰং। সি এইবাৰ শচীন্দ্ৰনাথৰ পিনে নোচোৱাকৈ ক'লে, শুনিলোঁ ৰঞ্জিত ঘূৰি আহিছে ?

ওঁ আহিছে। ইমানদিনে কলিকতাত আছিল ; আকৌ ঘূৰি আহিল।

চামু আৰু শচীন্দ্ৰনাথৰ কাৰণে বৈ নাথাকিল।

—ক'ত, ঠাকুৰ—ক'ত আছাহে—চাওঁ ওলাই আহাঁচোন ; চেহেৰাটো চাওঁ। চাওঁ, তুমি মোক চিনি পোৱানে নোপোৱা।

বৈঠকখানাৰ চোতাললৈ ৰঞ্জিত ওলাই আহিল ; অলপ সময় চাই ৰ'ল—তই তই চামু নহয়নে ?

—তেনেহ'লে দেখিছোঁ পাহৰি যোৱা নাই।

—পাহৰিম কিয় ?

—কি জানো ভাই, তুমি ক'লৈ গুচি গ'লা—কোনো চিঠি-পত্ৰ নাই। বৰবৌক দেখা পালেই সোধোঁ, ৰঞ্জিতৰ চিঠি-পত্ৰ আহিছেনে ? একেবাৰে নিৰুদ্দেশ হৈ গ'লা ; কোনো চিঠিপত্ৰ খা-খবৰ নাই—

ৰঞ্জিতে ক'লে—আহ ভিতৰত বহহি।

—এই সাঁজ লগা পৰত ভিতৰত বহি থাকিবানে ? ব'লা বাহিৰলৈকে অলপ ওলাই যাওঁ।

কথাটো বেয়া নহয়। বাহিৰলৈ মানে—সেই সোণালী বালিৰ নদীৰ চৰ ! সেই নদী—এক আবহমান কালৰ নদী। ৰঞ্জিতে চামুক বহুত কথা ক'লে। অত দিনৰ কত কথা ; এবাৰ মালতীৰ কথাও।

আকাশত জোন উঠিছে, পৰিচ্ছন্ন আকাশ। সিহঁত দুটা পথাৰৰ মাজৰ আলিয়েদি গৈ আছিল। এই যৱ ধান আৰু গোম ধানৰ খেতি পাৰ হ'লেই নদীৰ চৰ। সাপৰ দৰে বিস্তৃতি লৈ এই নদীৰ চৰ যেন পথাৰৰ মাজত শুই আছে। তৰমুজৰ গছবোৰ সৰু হৈ আছে, বতাহ আৰু জোনৰ

পোহৰত দূৰৰপৰা তৰমুজৰ গছবোৰ এপাল শহাপহুৰ দৰে লাগিছিল। সিহঁত যেন নদীৰ বালিৰ চৰত সদায় লৰি ফুৰিছে। নদীত পানী কমি গৈছে। খোজ কাঢ়ি পাৰ হ'ব পাৰি। সিহঁতে আঁঠুলৈকে কাপোৰ কোচাই লৈ নদীৰ পানীলৈ নামি গ'ল। পানীৰ স্ফটিকধাৰা। তলত সৰু সৰু শিলগুটি, মূৰৰ ওপৰত আকাশ। শুকুলা জোনাক, নদী পাৰ হৈ গাঁও, কিছু ডাঠ হাবি আৰু তাৰো পূবলৈ খোজ কাঢ়ি গ'লে, এঠাইত এডাল বাঁহৰ সাঁকো।—এদিন চামু আৰু ৰঞ্জিতে মালতীক লগত লৈ সেই সাঁকোৰ ওপৰত উঠিছিলগৈ। নদীৰ পানী ভাঙি, পথাৰ, হাবি ভাঙি, টেঙা মৰা আৰু হাবিৰ অন্যান্য মিঠা ফল বিচাৰি সিহঁত সেইখিনি পাইছিলগৈ। তাৰ পিছত উভতি অহাৰ বাটত, সেই বিস্তীৰ্ণ পথাৰ আৰু হাবি পাৰ হৈ আহোঁতে বাট হেৰুৱাই বহুদূৰ ঘূৰি ঘূৰি ঘৰ পাওঁতে সন্ধিয়া লগাত নৰেন দাসৰ ধমকি খাবলগীয়া হৈছিল। লাঠী লৈ নৰেন দাসে সিহঁত দুয়োটাকে খেদা মাৰি গৈছিল। তাৰ পিছত সিহঁত দুটাক অহা দেখিলেই নৰেন দাসে মালতীক কাম পাচি তাঁতশালৰ ঘৰলৈ পঠাই দিয়ে।

তেতিয়া চামুৱে এদিন কৈছিল, ঠাকুৰ, বুধি এটা উলিওৱা।—

ৰঞ্জিতে কৈছিল, নৰেন দাসে মাছ খাবলৈ ভালপায়।

—কি মাছ?

—মিছা মাছ।

তেতিয়া ভাদ নে আহিন মাহ আছিলে, এতিয়া সিহঁতৰ মনত পৰা নাই। বাৰিষাৰ পানী শুকাবলৈ আৰম্ভ কৰিছিল। পানীৰ তলৰ ঘাঁহ-বন পচি দুৰ্গন্ধ হৈ আছিল। খালডোঙৰ মাছবোৰ ডাঙৰ বিল, নৈ নাইবা সাগৰলৈ যাবলৈ ধৰিছিল। খালেদি মাছবোৰ নামি যাব; ঠিক সেই ঠাই বিচাৰি চেপা এটা পাতি থব পাৰিলে মাছেৰে চেপা ভৰি পৰে।—মিছা মাছেৰে চেপা ভৰি যাব! ডাঙৰ ডাঙৰ মিছা মাছ! কিন্তু বৰ কষ্ট কৰিব লাগিব। বিশেষকৈ সাপ, জোক আৰু পানীৰ কীট-পতঙ্গলৈ ভয়। সিহঁতে সেইবোৰ ভয় তুচ্ছ কৰি গাত নহৰু তেল সানি মাছ ধৰিবলৈ

পানীত নামিল। খালৰ পচা পানীত সাঁতুৰি গৈ এঠাইত চেপা পাতি সিহঁত খালৰ কাষৰ বটগছত উঠি গোটেই ৰাতি কটালে আৰু পিছদিনা পুৱা দুই খালৈ ডাঙৰ ডাঙৰ মিছা মাছ লৈ নৰেন দাসৰ চোতালত ঢালি দিয়াৰ লগে লগেই নৰেন দাসে আচৰিত হৈ চিঞৰি উঠিল, আৰে আৰে তহঁতে কৰ কি? সিহঁতে দেখিছিল—নৰেন দাসৰ দুচকুত বিস্ময়। লোভী বিষয়ী নৰেন দাসে মাছখিনি দেখাৰ লগে লগেই আপ্লুত হৈ পৰিল আৰু সেইদিনাৰে পৰা মালতীক সিহঁতৰ সৈতে ওলাই অহাত কোনেদিনেই বাধা দিয়া নাছিল। মালতীয়ে তাইৰ প্ৰায় সমবয়সী লগৰীয়াহঁতৰ সৈতে এই অঞ্চলৰ সকলো ঠাইতে ঘূৰি ফুৰিছিল।

মালতীৰ কাৰণে চামু আৰু ৰঞ্জিতে নানাৰকমৰ দুঃসাহসিক কাম কৰি ফুৰিছিল। মালতী এতিয়া কিমান ডাঙৰ হ'ল।—খোজ কাঢ়ি গৈ থাকোঁতে ৰঞ্জিতে তাকেই ভাবিছিল। সি এবাৰ ক'লে, মালতী বৰ ধুনীয়াজনী হৈ পৰিছে। কিমান দিনৰ মূৰত দেখা। তাই ইমান ওখ হ'ল!

চামুৱে মূৰ তুলি ৰঞ্জিতলৈ চালে। ক'লে, তাইক লৈ মোৰ বৰ ভয় হয়। এদিন ৰাতি দেখোঁ, অমূল্যক লগত লৈ আন্ধাৰত হাবিৰ মাজে মাজে হাঁহ বিচাৰি ফুৰিছে।

চামুৰ কথাবোৰ ৰঞ্জিতৰ কাণলৈ যোৱা নাছিল। এইবাৰ মালতীক প্ৰথম দিনা দেখি সি চমকি উঠিছিল। তাৰ মুখৰ পৰা হঠাৎ ওলাই আহিব খুজিছিল—কি ধুনীয়া হৈছ তই দেখিবলৈ! কিন্তু সি ক'ব নোৱাৰিলে। তাৰ মনৰ কোনোবাখিনিত যেন এটা অহঙ্কাৰ আছে, কিবা এটা আত্মত্যাগৰ অহঙ্কাৰ। তথাপি তাৰ মনৰ ভিতৰত মালতীক ভাল লাগি যোৱাৰ আবেগে সময়ে অসময়ে খেলা কৰি থাকে। চামুক লগ পোৱাৰ লগে লগেই তাৰ ভাব হ'ল, মালতীক তাৰ ভাল লাগি যোৱাৰ বিষয়ে ক'লে একো ক্ষতি নহয়। পানীৰ কাষে কাষে গৈ থাকোঁতে সি মালতীৰ কথা উলিয়াইছিল। তাৰ ক'বলৈ মন গৈছিল, মালতী এতিয়াও নিৰ্মল পানীৰ দৰে পৱিত্ৰ হৈ আছে। তেতিয়া পানীৰ বুকুত জোনাকবোৰ জিলমিলাই ছিল। পানীৰ শব্দৰ সৈতে সৰু সৰু

মাছবোৰ লৰি আহিছে। মাছবোৰ ভৰিত লাগি গৈছে। মাজে মাজে দুয়ো নীৰৱ হৈ পৰে। আকৌ কথা ওলায়, নানাৰকমৰ কথা। কথাৰ মাজতে এবাৰ ৰঞ্জিতে ক'লে, তই বোলে লীগৰ পাণ্ডা হৈছ!

চামুৱে সেই কথাৰ কোনো উত্তৰ নিদিলে। কাৰণ, কথাষাৰত ৰঞ্জিতৰ বোধহয় বিদ্ৰূপ আছিল। সি যেন এতিয়া ঠিক শচীন্দ্ৰনাথৰ দৰে কথা কৈছে। শচীন্দ্ৰনাথ নাইবা আন হিন্দু মাতব্বৰ সকলে তাৰ দল সম্পৰ্কে যিদৰে উন্নাসিকতা প্ৰকাশ কৰে ঠিক সেইদৰেই যেন ৰঞ্জিতেও তাৰ পাৰ্টি সম্পৰ্কে এটা অবজ্ঞাৰ ভাব দেখুৱাব খুজিছে। সেই কাৰণেই চামুৱে অন্য কথালৈ গুচি যাব খুজি ক'লে, ব'লা, ওপৰলৈ উঠি যাওঁ। বালিচৰত বহি অলপ 'হাৱা' খাওঁ।

ৰঞ্জিতহঁত চৰলৈ উঠি আগুৱাই গ'ল। তাৰ পিছত প্ৰায় মুখামুখিকৈ থিয় হৈ ৰঞ্জিতে আকৌ সুধিলে, কি অ' উত্তৰ নাপালোঁ দেখোন!

—সেই কথা বাদ দিয়া ঠাকুৰ।

—কিয় বাদ দিম। ৰঞ্জিতে আৰু কিবা ক'ব খুজিছিল। কিন্তু হঠাৎ চামুৱে কৈ দিলে, সেইটো আমাৰ ধৰ্মৰ কথা। কৈয়েই সি ৰঞ্জিতক হাতত ধৰি মাটিত বহুৱাই দিলে।—ছুই দিলোঁ; গা ধুব নালাগেতো!—চামুৰ কথাত ৰঞ্জিতে হা হা কৈ হাঁহি দিলে। কিন্তু হাঁহি হাঁহিয়েই হঠাৎ বিষণ্ণ হৈ পৰিল ৰঞ্জিত। তাৰ পিছত দুয়ো দুয়োৰে চকুলৈ কিছু সময় উদ্বিগ্ন দৃষ্টিৰে চাই ৰ'ল। সকলো যেন কিবা গোলমাল হৈ গৈছে। চামুৱে এবাৰ লাহে লাহে মাত লগালে, কিমান দিন আছা ঠাকুৰ?—কৈয়েই নদীৰ পানীলৈ চাই থাকিবলৈ ধৰিলে।

—ঠিক নাই, যিমান দিন পাৰোঁ থাকিম।—তাৰ আৰু কোৱাৰ ইচ্ছা আছিল, আত্মগোপন কৰি আছোঁ। ধৰাই নিদিয় যদি এইবাৰ ইয়াত অনেকদিন থকা হ'ব পাৰে।

চামুৱে ৰঞ্জিতৰ পিনে মুখ ঘূৰাই চালে; সি আৰু বালিচৰ দেখা নাই, নদী দেখা নাই আৰু সেই ৰহস্যময় গাঁও-পথাৰ শস্য—একো দেখা নাই। সি এইবাৰ মাত্ৰ ৰঞ্জিতৰ মুখখন দেখিছে। সি ৰঞ্জিতৰ মুখত

সেই ছাঁয়া দেখা পাইছে, বোধহয় কিবা এক আত্মত্যাগৰ অহঙ্কাৰ সেই মুখত, অন্য মানুহৰ ধৰ্ম-কৰ্মত একো বিশ্বাস নথকা ভাব। সেই মুখখনৰ ওচৰলৈ নিজৰ মুখখন নি চামুৱে ক'লে, মোৰ ছোৱালীজনী আনি এদিন তোমাক দেখুৱাম ঠাকুৰ। তাই এতিয়া ঠিক সৰুকালৰ মালতীৰ দৰেই হৈছে। কেৱল বাটে পথে দৌৰি দৌৰি ঘূৰি ফুৰে। তাইক দেখিলে মোৰ তোমাৰ কথা মনত পৰে। ঠাকুৰ, তুমি মোক অবিশ্বাস নকৰিবা, অৱহেলা নকৰিবা—এইবুলি কৈ চামুৱে দুখেৰে হাঁহি এটা মাৰিলে। মালতীয়ে কোৱা কথা এবাৰ তাৰ মনত পৰিল, "তই বোলে আজিকালি ঢাকাত থাক, তাত পাৰ্টি কৰ।"

—মালতীয়ে মোক বৰ অবজ্ঞা কৰে ঠাকুৰ।—মালতীয়ে মোৰ সৈতে আৰু প্ৰাণ খুলি কথা নকয়, সি ক'লে।

—হয়তো অবিশ্বাস হৈছে।

—নাজানো ঠাকুৰ। বিশ্বাস-অবিশ্বাসৰ কথা নাজানো।

ঠিক তেনে সময়তে জোনৰ পোহৰত এনে লাগিছিল যেন পগলা ঠাকুৰে খোজকাঢ়ি নদী পাৰ হ'ব খুজিছিল। নদীৰ সিপাৰে গাঁৱত লেম জ্বলি আছিল। পানীত সেই পোহৰ ভাঁহিছিল। পগলা ঠাকুৰ মণীন্দ্ৰনাথ পাৰ হৈ যাওঁতে পানীত সৰু সৰু ঢৌ উঠিছিল। পোহৰৰ ৰেখাবোৰ তেতিয়া সিঁচৰিত হৈ পৰিছিল।

ফেলুৱে বাৰান্দাত বহি গৰজি আছিল। তাৰ বাঁওহাতখনত এতিয়া আৰু শক্তি নোহোৱা হৈ গৈছে। হাতখনৰ পিনে চালেই এক ভয়ঙ্কৰ আক্ৰোশ তাৰ বুকু ভাঙি ওলাই আহিব খোজে।—ঠাকুৰ—পগলা ঠাকুৰ, তোৰ পাগলামি মই শেষ কৰি দিম।

বাঁওহাতৰ ঠাৰিত একেবাৰে জোৰ নোহোৱা হৈ গৈছে। ছালখন ক'লা—পুৰি যোৱাৰ দৰে বিশীৰ্ণ ৰং। দুকাষৰ মাংস ফুলি ফোপোলা

হৈ গ'ল। যেন দুয়োফালে মঙহ বাঢ়ি গেঠেলা মাৰি গৈছে। বান্ধি থোৱা কাপোৰখন ক'লা; মন্ত্ৰ কৰা কড়ি এটা ক'লা সূতাৰে আঁৰি থোৱা আছে। ফেলুৱে কেৱল গৰজি আছে। চোতালত কেইটামান কাউৰী উৰি আহি পৰিছিলহি। কাষৰ চাংখনত কেইটামান শালিকা। বিবি গৈছে পশ্চিম পাৰালৈ—তেল এচিচা ধাৰে আনিবলৈ। ফেলুৱে শুকান মাছ পহৰা দি আছে।

চোতালত শীতৰ ৰ'দ, কাফিলা গছৰ ডালৰ ফাঁকেৰে নামি আহি পৰিছেহি। এই কম ৰ'দতেই ফেলুৱে চাঙত মাছ মেলি দি বহি আছে। ঘৰৰ দাঁতিতেই খাল আৰু ডোং; তাত একো ফচল নহয়। ফেলুৰ মাটি তেনেই অকণমান। মাটিখিনি ঘৰৰ উত্তৰ পিনে—তাতে বাঁহগছৰ ছাঁ পৰি মাটিখিনি একেবাৰে অনুৰ্বৰ হৈ গৈছে।

ফেলুৰ ডিঙিত ক'লা তাঁৰ এডাল বন্ধা। ডিঙিত চাৰিকোণীয়া ৰূপৰ চৰতীয়া। সকলো সময়তে পালোৱানৰ দৰে চেহেৰা কৰি ৰখাৰ চখ ফেলুৰ। ফেলুৰ এতিয়া যৌৱন নাই। তথাপি এতিয়াও গলধন আৰু হাত দেখিলে বিস্ময় মানিব লাগে। মানুহটোৰ মুখখন ফচল নোহোৱা মাটিৰ দৰে। ৰুক্ষ আৰু কিবা এটা দাহে যেন সকলো সময়তে পুৰি আছে। সি এটা চকুৰে চালেই বুকু কঁপি উঠে। চকুৰ মণিটোত সকলো সময়তে এক নৃশংস ভাব। সুখী পাৰ চৰাই উৰি যোৱা দেখিলেই ধৰি অনাৰ চখ; দুয়োখন ডেউকা ভাঙি দিয়াৰ চখ।

ফেলু এটা নামকৰা হাউ দুদু খেলুৱৈ আছিল। তেতিয়া তাৰ হাত দুখনৰ ওপৰত শত্ৰুপক্ষৰ কি আক্ৰোশ! সেই দুখন হাত পাৰিলে ভাঙি দিয়াৰ চেষ্টা। বাঘৰ হাতোৰাৰ দৰে ফেলুৱে যেতিয়া খামুচি ধৰে তেতিয়া সিহঁত ভয়ত কঁপিবলৈ ধৰে।

চত্বৰত খেলা হৈছে। গোপালদি বাবুহঁতৰ দলে খেলিছে—দহ টকা আগধন। আৰু দহটকা, ফেলুৰ সেই বাঘৰ হাতোৰাৰ দৰে হাতখন মোটোকাই ভাঙি দিব পাৰিলে। কিন্তু হায়! কোনে কাৰ হাত ভাঙে! ফেলুৱে দৌৰ মাৰিছে এবাৰ ইফালে এবাৰ সিফালে। দৌৰ মৰাত ফেলু

বৰ পাকৈত। চিনৰ ওপৰত থিয় হৈয়ে সি জাপ মাৰে, যেন সি জপিয়াই আকাশ ছুব খুজিছে। তাৰ সেইটোৱেই কায়দা। তাৰ কঠিন হাতভৰি আৰু পেশীবোৰ সূৰ্য্যৰ পোহৰত জ্বলমলাই উঠে। ক'লা চুটি পেণ্ট্, ক'লা গেঞ্জী, ডিঙিত ৰূপৰ লকেট। মুখৰ চেহেৰাও কুৎচিৎ। 'জয় মা' নাইবা 'আল্লা' বুলি সি জাপ মাৰি পৰিব। বাবুহঁতে কয়—তাৰ ভৰি দুখনত পকাই ধৰিবি—পাহাৰ এটা পৰাদি সি মুখ থেকেচা খাই পৰি যাব আৰু তেতিয়াই তাৰ কঁকালত বহি ওলোটাকৈ এনে এটা পাক মাৰি ধৰিবি যাতে তাৰ বাঘৰ খামোচ, মেকুৰীৰ খামোচ হৈ পৰে। কিন্তু বাবুহঁতৰ মুখত, সিহঁতে খৰছ কৰা আগধনৰ ওপৰত ছাই সানি দিয়ে ফেলুৱে। খেলাৰ শেষত গমেই ধৰিব নোৱাৰি ফেলুৰ গাৰ ক'ৰবাত অকণো জখম হৈছে বুলি!

সেই ফেলুৱেই এতিয়া বহি বহি তাৰ হাতখন চাই আছে। কাউৰী খেদি খেদি ভঙা হাতখনলৈ চাই চাই সি পগলা ঠাকুৰক গালি পাৰি আছিল।—পাগলামিৰ আৰু ঠাই নহ'ল।

ভাঙি শেষ কৰি দিম জনা নাই। তাৰপিছতে 'হুচ্' বুলি শব্দ এটা কৰিলে; কাউৰী এটা আকৌ আহি ঘৰৰ চালত বহিছেহি। কাউৰী-টোৱে তেতিয়াৰেপৰা তাক জ্বলাই মাৰিছে। কাউৰী এটা নহয়, বহুতো। সিহঁতে গম পাইছে সি বেমাৰী, নিশকতীয়া মানুহ। সি ক্রমে পঙ্গু হৈ পৰিছে। গাঁঠিয়ে গাঁঠিয়ে বিষ। হাতীৰ শুৰে তাৰ শৰীৰৰ সকলো শক্তি কাঢ়ি লৈ গুচি গৈছে। ফেলুৰ জ্বলন্ত দুচকু, বিশেষকৈ পোকে খোৱা চকুটো এতিয়া ভীষণ জ্বলন্ত হৈ উঠিছে। কাউৰীটোৱে বোধহয় সেই চকুটো দেখা নাই। সি চকুটো দেখুৱাবৰ কাৰণে ঘূৰি থিয় হ'ল। কাউৰীটো উৰি চোতালৰ এমূৰত পৰিলগৈ। চকুটো আকৌ নেদেখা হ'ল। সি এইবাৰ জকি উঠিল—তই মোকো পগলা ঠাকুৰ পাইছ!—কৈয়েই সি সোঁ হাতটো ওপৰলৈ তুলিব খুজি দেখিলে সেই হাতখনো সম্পূৰ্ণ নিৰাময় হোৱা নাই। বিবি গৈছে এচিচা তেল

ধাৰে আনিবলৈ আৰু সি ঘৰৰ মাইকী এজনীৰ দৰে বহি আছে মাছ পহৰা দি।

বিবিৰ ওপৰত তাৰ খং বাঢ়ি গ'ল। মৰা ঠাঁৰিবে কাউৰী শালিকা খেদি সি কিমান আৰু বহি থাকিব! কাউৰী শালিকাৰ উপৰিও মাছৰ ক্ষোভত চিলনিও উৰি আহিব পাৰে। চিলনিৰ কথা ভাবোঁতেই ফেলুৰ গৌৰ চৰকাৰলৈ মনত পৰি গ'ল। হাজি চাহাবৰ মাজু বিবিক লৈ অনবৰত সন্দেহ। মাজুবিবিক সেয়ে তেওঁ খোচা মাৰি থাকে। ফেলুৰ প্ৰতাপচন্দলৈও মনত পৰিল। প্ৰতাপচন্দৰ নাইত তেল ঘঁহাৰ অভ্যাস। এইবোৰ মানুহ চিলাও নহয়……এইবোৰ হৈছে ৰঙা নদীৰ ঈগল। ডাঙৰ মাছৰ বাহিৰে সিহঁতে অন্য মাছ নাখায়।

মাটিবাৰী এটাইবোৰ সেইখিনি মানুহৰে। সুদিনে দুৰ্দিনে তাত হাজিৰা কাম কৰিলেই পইচা। ফেলুক গৌৰ চৰকাৰে বৰ ভয় কৰে। তেওঁ ফেলুক কেৱল শৰীৰটোৰ কাৰণেই যে ভয় কৰে এনে নহয়— এনেকুৱা শৰীৰৰ কামলা তেওঁৰ ঘৰত ঢেৰ আছে; ভয়—ফেলুৱে বোলে তাৰ যৌৱন কালত আনকি সিদিনাও ৰাতি ৰাতি ঘূৰি ফুৰিছিল আৰু বোলে প্ৰয়োজন হ'লে সি দহটা টকাৰ বিনিময়ত দহটা মূৰ একেকোবেই আনি দিব পাৰিছিল। সেই ফেলুৱে—কি আচৰিত—এতিয়া কাউৰী এটাকে খেদাব পৰা নাই। খং আৰু হতাশাত ফেলুৱে এতিয়া তাৰ গাৰ লুঙীখনকে বাৰে বাৰে জোকাৰিবলৈ ধৰিলে।

ৰ'দত মাছখিনি প্ৰায় শুকালেই। সৰু চোতাল এখনেৰে সৈতে ফেলুৰ ঘৰ। কাষত এজোপা মধুৰীআমৰ গছ। ঘৰত নতুন বিবি। দুই তিনিবছৰ হ'ল, সি এইজনী বিবিক ধৰি আনিছে। বয়স কিমান হ'ব বিবিৰ, একুৰিমান হ'ব, হয়তো এক-দুইবছৰ বেছি হ'ব পাৰে। বিবিৰ গাত এতিয়া কেঁচা যৌৱনৰ ধল বৰকৈ নামিছে। গোটেই চুবুৰিতে মানুহৰ মুখত মুখৰোচক কথা—বিবিজনী হেনো আলটাফ চাহাবৰ। কোনে কেতিয়া কেনেকৈ আলটাফ চাহাবৰ লাচটো মৰাপাট খেতিৰ মাজত আবিষ্কাৰ কৰিছিলগৈ কোনেও নাজানে। তাৰ পিছত এবছৰেই পাৰ

নহ'ল। ফেলুৱে আলটাফ চাহাবৰ খুবচুৰত বিবিক নিজৰ ঘৰত আনি সুমুৱালেহি; কোনেও টু শব্দ এটা নকৰিলে। ফেলু যিহে সাংঘাতিক মানুহ! কোনেও তাক জোকাই ল'বলৈ সাহস নকৰে। সেই ফেলুৱে এতিয়া এটা কাউৰী, সামান্য কাউৰীৰ সৈতে পৰা নাই।

ৰ'দত মাছ শুকাইছে। ছেগ বুজি কাউৰী এটাই মাছ এটা লৈ উৰা মাৰিলে। দুখ আৰু হতাশাত ফেলুৱে কাউৰীটোক খেদি গ'ল। তাৰ কঁকালৰপৰা লুঙীখন খুলি গৈছিল, সি প্ৰায় উলঙ্গ হৈ কাউৰীটোৰ পাছে পাছে দৌৰি গ'ল। হঠাৎ পাছলৈ ঘূৰি চাই সি দেখিলে, ইতিমধ্যে এটাইবোৰ কাউৰীয়ে জাকপাতি পৰি মাছৰ চাংখনত বহি মাছ খাবলৈ ধৰিছে। খঙে দুখে সি আৰু খোজ কাঢ়িব নোৱাৰি ফটা লুঙীখনকে ওপৰলৈ তুলি ল'লে আৰু প্ৰায় হামখুৰি খাই পৰি পৰি আগুৱাই আহিবলৈ ধৰিলে। সি দেখিলে, সামান্য কাউৰী, সিও আজি বুজিছে, ফেলুৰ আৰু শক্তি সামৰ্থ্য নোহোৱা হৈ গৈছে। সি মৰা শুকান মাছখিনিৰ পিনে তাৰ পোকে খোৱা চকুটো ডাঙৰকৈ মেলি থিয় হৈ ৰ'ল। সি আৰু তাৰপৰা এখোজো আঁতৰ হ'ব নোৱৰা হ'ল। আঁতৰ হ'লেই বাকী-কেইটা মাছো আৰু নাথাকিব! তাৰ এতিয়া সোঁ হাতখনেই সম্বল, বিবিৰ ওপৰত সংসাৰৰ ভাৰ। এই অৱস্থা দেখিলে বিবিয়ে তাক আজি দুছেও কৰিব। সি চাঙৰ কাষত বহি মাছকেইটা আকৌ মেলি দিলে। পুঠি আৰু চেলেকনা মাছকেইটা বহলাই মেলি দিলে, যাতে বিবিয়ে আহি আৰু ধৰিব নোৱাৰে। চামু আকৌ ঢাকালৈ গৈছে, ঘূৰি অহা নাই। চামুৰ মাকৰপৰা সি এদোন ধান ধাৰে আনিছিল, সেইখিনিও কেনেকৈ কেতিয়া শোধ কৰিব পাৰিব, সি ভাবি পাৰ পোৱা নাই; একমাত্ৰ গাভৰু বিবি আন্নুৱেই সকলো দেখাশুনা কৰিবলগীয়া হৈছে।

এই সময়ত আন্নুলৈ তাৰ যেন কিবা এটা মায়া উপজিল। সি লুঙীখন ওপৰলৈ তুলি ভালকৈ পিন্ধি ল'লে। আন্নু বেগম। অতি মনোৰম নাম; তাইৰ শৰীৰত ইমান উতলা তেজ—যেন চৰকাৰহঁতৰ তেজী ঘোঁৰাটোহে—বহল পথাৰ পালেই কেৱল দৌৰিবলৈ বিচাৰে। অথচ

ফেলুৱে আৰু বহল পথাৰত এতিয়া ঘোঁৰাত উঠি দৌৰিব নোৱাৰে। কঁকালত আগৰ সেই জোৰ নাই। আম্নুৰ সৈতে সমানে সমানে দৌৰ দিবলৈ গ'লে অৱশ অৱশ লাগে শৰীৰ। আম্নুৱে তেতিয়া বিৰক্ত হৈ কয়, বৰমতা দেখোন! তেতিয়া তাই তাক গাৰপৰা একুৱাই ঠেলা মাৰি দিয়ে! মাটিত বাগৰি ফেলুৱে মুখ মেলি পৰি থাকে। তেতিয়াই সন্দেহৰ কোঢ়া চৰাই এটাই ফেলুৰ মনত খোচা-বিন্ধা কৰিবলৈ ধৰে। সি তেতিয়া যেন চিঞৰি চিঞৰি ক'ব, আম্নু আম্নু অ', পগলা ঠাকুৰে মোক কণা কৰি থৈ গ'ল ঐ......

সৰু এখন গাঁও। কেইঘৰমান মুচলমান পৰিয়াল। হাজি চাহাবৰ চাৰিখনকৈ দুৱাৰ থকা চাৰিটা নতুন টিনৰ ঘৰ উঠিছে। কেইজনীমান গাই গৰু আৰু মেলালৈ নিয়া দুটা বলদ গৰু আছে। তাৰ পিছতে চামুহঁতৰ কিছু মাটি আছে, নয়াপাৰাৰ পথাৰত সিহঁতৰ অলপ মাটি আছে। চামুহঁতৰ খেতিৰ ধানেৰেই গোটেই বছৰ চলি যায়। মৰাপাটৰ ভাল দুবিঘামান মাটি থাকিলে আৰু কি লাগিছে! চামুৰ শহুৰেক মিঞাহঁতৰ গৃহস্থী ডাঙৰ। গতিকে অভাৱে-অনাটনে ধান, আখৈ, মুড়ি সকলো আহি থাকে। আৰু তাৰ পিছত যি কেইঘৰ মানুহ এটাইখিনি আল্লাৰ বান্দা। দেহা মাৰি খাব লাগে। আবেদালিৰ মাটি নাই। মনজুৰে আধিয়া লয়। ঈছমৰতো কথাই নাই। তাৰ বিবি পঙ্গু। চামুহঁতৰ ঘৰ পাৰ হৈ হাজি চাহাবৰ ঘৰ। তাৰ পিছতে বেতনি এডৰা পাৰ হৈয়ে আতলচ গছৰ এখন বেৰা। সেই বেৰাৰ কাষতে এটা ভঙা জুপুৰি ঘৰ। তাতেই কোন আদি কালৰপৰা তাৰ বিবিজনীয়ে কেঁকাই কেঁকাই দিন কটাইছে। কিবা এটা বেমাৰ তাইৰ। বিবিজনীক ঈছমে কোনোদিনেই ভাল পাব নোৱাৰিলে। তাৰ একমাত্ৰ সম্বল এডৰা তৰমুজ খেতি। সেই খেতি ডৰাতে ওৰে দিন সি বহি থাকে। এতিয়া শীতকাল; তাৰ পিছত আহিব গ্ৰীষ্ম। তেতিয়া যেন ঈছম সদাগৰ হৈ যায়। ঠাকুৰৰ ঘৰৰ ভৃত্য ঈছমে তৰমুজ বিক্ৰী কৰি গোটেইখিনি টকা সৰু ঠাকুৰৰ হাতত

দি দিয়ে। সেই চাপৰিটোৰ মাটিখিনিৰপৰা সি কিমান টকা সৰু ঠাকুৰৰ হাতত তুলি দিব পাৰিলে তাতেই তাৰ গৰ্ব।

গাঁৱৰ পিছত গাঁও, নাইবা বিস্তীৰ্ণ পথাৰ। মুচলমান গাঁওবোৰত সদায় হাহাকাৰ। কোনো কোনো গাঁৱত হাজি চাহাবৰ দৰে দুই-এঘৰ ধনী মানুহ আছে। সিহঁতৰ সুখ অন্য ধৰণৰ। সিহঁতৰ কোনো কোনোৱে উজনিলৈ গৈ মৰাপাটৰ ব্যৱসায় কৰে। মচজিদত ডাঙৰ পকী কুঁৱা সাজি সিহঁতে চিন্নি আগবঢ়ায়। এইবোৰ দেখিশুনি ফেলুৰ বৰ ইচ্ছা হয়—এখন ডাঙৰ নাও সাজি ল'বলৈ। সেই নাও লৈ মৰাপাটৰ ব্যৱসায় কৰিব পাৰিব। মৰাপাটৰ ব্যৱসায়ীৰ দালাল হ'ব পাৰিলে বৰ লাভ আছে। তাকে কৰি হাজি চাহেবে হজ কৰিও আহিলগৈ।

আৰু হিন্দু গাঁওবিলাকলৈ এবাৰ চোৱঁা—পূবপিনে নৰেনদাস, তাৰ খেতিৰ মাটি আছে, তাঁতৰ ব্যৱসায় আছে। দীনবন্ধুৰ দুখন তাঁত আৰু দুজনী ঘৈণীয়েক। বেছ সুখত আছে। আৰু ঠাকুৰৰ ঘৰৰ মানুহখিনি, এই তল্লাটৰ বিদ্বান বুদ্ধিমান মানুহ। ডাঙৰ ঠাকুৰ পগলা। মাজু আৰু সৰু মাজু ঠাকুৰে দুই ক্ৰোশ দূৰৈত মুড়াপাৰাৰ জমিদাৰৰ কাছাৰীত নায়েব আৰু গোমস্তাৰ কাম কৰে। তেওঁলোক জমিদাৰৰ বৰ বিশ্বাস-ভাজন লোক। তেওঁলোকৰ সংসাৰ অতি স্বচ্ছল। তাৰ পিছত পালহঁতৰ ঘৰ; মাটি আছে, মিলত কাম কৰে। তাৰ পিছত মাঝিহঁত—সিহঁতৰ আকৌ ডাঙৰ ডাঙৰ ষাঁড় গৰুও আছে। ইচ্ছা কৰিলে সিহঁতে সকলো মেলাতে জিকি আহিব পাৰে। কাচিৎ দুই এবাৰহে নয়াপাৰাৰ মিঞাহঁত বাজিত জিকিছে যদিও সেয়া যেন মাঝিহঁতৰ দয়াতে। প্ৰতিবাৰেই সিহঁতে কাপ-মেডেল লৈ গ'লে মানুহে কি ক'ব! কেতিয়াবা সিহঁতে মেলালৈ গৰু নিনিয়াকৈ থাকে, আৰু তেতিয়াই মিঞাহঁতে এনেয়ে পথাৰত সিহঁতৰ গৰুকেইটা দৌৰাই বাজিত জিকি যায়।

তাৰপিছত আহিল কবিৰাজ আৰু প্ৰতাপ মাঝিৰ ঘৰ। প্ৰতাপ মাঝিও চহকী মানুহ। বিশ্বাস পাৰা ফাউচা আৰু চুলতান চাদিৰ পথাৰৰ এটাইতকৈ ভাল মাটিখিনি তাৰ। শেষত চোৱঁা গৌৰ চৰকাৰ—তেওঁৰ

আকৌ খুলশালীয়েকৰ সৈতে পীৰিতি, কিন্তু মানুহটো কৃপণ আৰু টকাৰ লালসা অতি বেছি ; ঘৰত কাম কৰা মানুহক পানী এটোপাও খাবলৈ নিদিয়ে। টকা ধাৰলৈ দি পোৱা সুদেৰে ধনী হৈছে। আনৰ সুখ দুখ অনুভৱ নকৰে। মাত্ৰ টকা, টকা আৰু টকা—টকা পালে সি নিজৰ কলিজা পৰ্যন্ত বিক্ৰী কৰি দিব পাৰে। ফেলুৱে তাৰ কথা ভাবি ভাবি দাঁত মুৰ কামুৰি উঠিল। ইহঁত—এই বাবুমখাক জবাই কৰিব পাৰিলেহে শান্তি হ'লহেঁতেন ! সি প্ৰায় চিঞৰি উঠিল। ঠাকুৰ পগলা ওলাইছে, তোমাৰ পাগলামি মই······সি আৰু একো ক'ব নোৱাৰিলে, কাউৰীবোৰে তাক অন্যমনস্ক যেন দেখি আকৌ চোতাললৈ নামি আহিল। সি হুচ্-হুচ্কৈ শব্দ কৰিবলৈ ধৰিলে। তাৰ এই দুখ-দুৰ্দশা !······বিবিজনী এতিয়াও ঘূৰি অহা নাই, কি কৰিছে ইমান পৰে ! হাজি চাহাবৰ সৰু পুতেকে আম্নুৰ পেটত কেঁচুৱা দিব খোজা নাইতো ! সি আকৌ অকলে অকলে চিঞৰি উঠিল।—হালাৰ কাউৰী তয়ো ভয় নকৰা হৈছ ! হালাৰ বিবি, তোৰো ভয় নাই ! সি তাৰ বিবিক খুন কৰাৰ কথা ভাবি পগলাৰ দৰে হাঁহি দিলে। নিজৰ হাত দুখনলৈ চাই চাই সি ক'লে, অমঙ্গলীয়া হাতদুখন জানো আৰু ভাল হৈ মুঠিব আল্লা ! সি বাঁওহাতখন কোনো মতে ওপৰলৈ তুলি চকুৰ ওচৰলৈ আনিলে ; দেখিলে, হাতৰ ঠাৰিৰ ছালখন কোঁচ খাই গৈছে। হাতখন ফুলিছে আৰু তাত তাঁৰেৰে বন্ধা এটা কড়ি ওলমি আছে। ঈছমৰ বিবি জনীৰ দৰেই ফেলু পঙ্গু হৈ গ'ল। সি পগলাৰ দৰে চোতালতে চিঞৰি থাকিল, আম্নু···আম্নু !!

তেনেতে আবেদালিৰ বিবি জালালী ফেলুৰ ঘৰৰ তলেদি নামি গ'ল। বাঁহনিখনৰ তলেদি গৈ থকা ৰুগীয়া খীণ চেহেৰাৰ জালালীলৈ চাই সি বুজিব পাৰিছিল, তাই বিলৰ পিনে নামি গৈছে। এতিয়া দুখীয়া-নিচলা-বিলাকৰ পানীত ভেট আৰু শেলেকু তোলাৰ সময়। আহিন কাতি মহীয়া সমুখৰ ওখ পথাৰখনত আৰু আঘোণ পুহ মাহত বিলৰ মাটিত শামুকৰ খোলাৰে ধানৰ লেচেৰী মনে মনে কাটি কোচত ভৰাই আনিবলৈ সুবিধা। এতিয়া কিন্তু পথাৰত একো নাই। শূন্য পথাৰ। যব আৰু

গোমধানৰ গুটি এতিয়াও ওলোৱা নাই। গতিকে এতিয়া কেৱল বিলত নামি গৈ শেলেকু তুলিবহে পাৰি। জালালীয়ে শেলেকু তুলিবলৈ বিলৰ পিনে গৈ আছে। ফেলুৱে 'জালালীক দেখি সুধিলে, বৌ, আম্নুক দেখিছিলানে?

জালালীৰ গাত কেৱল গামোচা খন। মূৰত এটা পাচি। পাচিটোৰ কাৰণে তাইৰ মুখখন ভালকৈ নেদেখি। ফেলুৰ কথাষাৰ তাই ভালকৈ নুশুনিলে, গতিকে তাইৰ মূৰৰ পৰা পাচিটো নমাই সুধিলে, কি কৈছা মিঞা! মোক কিবা কৈছানেকি?

—কিনো আৰু কম!—কথাখিনি কৈ ফেলুৱে গৰুৰ দৰে নিৰ্বোধ ভাবে চাই এটা হাঁহি মাৰিলে।

—কিবা ক'ব খুজিছানেকি?

আম্নু তেল এচিচা আনিবলৈ গৈছে, এতিয়াও অহা নাই—

জালালীয়ে ক'লে, নাহে দিয়া।—সেইবুলি কৈ জালালী আৰু নৰ'ল, পাচিটো মূৰত লৈ পথাৰেদি নামি গ'ল। প্ৰকাণ্ড পথাৰ—বাঁওপিনে সোণালী বালিৰ নদী আৰু নদীৰ চৰ। চৰ পাৰ হৈ পোনে পোনে উত্তৰ পিনে গ'লেই সেই বিল—ফাউচাৰ বিল। সেই বিলত এবাৰ ঈছমক ভূতে পাইছিল। ইমান ডাঙৰ বিল এই মৌজাত হে নালাগে এই জিলাতে নাই। এবাৰ বিলৰ পানীত কুম্ভীৰ সোমাইছিলহি, প্ৰকাণ্ড এটা অজগৰ সাপো উটি আহিছিল। তাৰ উপৰি এই বিলত থকা নানান কাছৰ সাধু, শাল মাছৰ সাধু আৰু সপ্ত ডিঙা মধুকৰৰ সাধু কিবংদন্তি হৈ এই অঞ্চলত চলি আছে। সেই বিলতে জালালীয়ে শেলেকু তুলিবলৈ গৈছে। কেৱল জালালীয়ে নহয়, এই সময়ত বহুত মানুহ, প্ৰায় হাজাৰ হাজাৰ মানুহ যায় শেলেকু তুলিবলৈ। সিহঁত অতি পুৱাতে ওলাই যায় আৰু সন্ধিয়া সময়ত ঘূৰি আহে। আজিও এই শীতৰ পুৱা একেদৰেই দুখীয়া মানুহ কিছুমান শেলেকু তুলিবলৈ ওলাই গৈছে। ফেলুৱে চোতালত থিয় হৈ মানুহবিলাক ষোৱা চাই আছিল।

আবেদালি এই সময়ত গাঁৱলৈ ঘূৰি আহে। বাৰিষাৰ পৰা খৰালিলৈকে

এই ছমাহ সি বেপাৰী নাৱৰ মাঝি—আৰু খৰালিৰপৰা আকৌ বাৰিষা অহালৈকে সি হিন্দু পাৰাত কাম্‌লা খাটে। এইখনেইতো গাঁও। মাত্ৰ চামুৱেই মাতব্বৰ মানুহৰ দৰে গাঁওখনত ফুৰাচকা কৰে। চামু যিমানেই মাতব্বৰ হৈ পৰিছে, হিন্দু পাৰাৰ ডেকা ল'ৰা বিলাকে সিমানেই চামুক সন্মান কৰি কথা ক'বলৈ আৰম্ভ কৰিছে—আৰু সিমানেই ফেলু চামুৰ প্ৰতি আকৃষ্ট হৈছে। সি যেন ক্ৰমে চামুৰ একেবাৰে ভৃত্য হৈ পৰিছে।

এই এটা মানুহ, সমাজত একেবাৰে মিলি গৈছে, কেৱল এটা মানুহ, যি সেই ভদ্ৰ হিন্দু পাৰাৰ মানুহবিলাকতকৈ কোনো গুণে কম নহয়। চামু ঢাকাৰ পৰা ঘূৰি আহিলেই ফেলুৰো ফুৰাচকা বাঢ়ি যায়। সি তাৰ ভঙা হাতখনৰ বিষয়ে চামুক নালিচ কৰাৰ সময়ত দুখে ক্ষোভে একেবাৰে ভাঙি পৰে। তাৰ মনৰ ভিতৰত যেতিয়া এই হিন্দু পৰিয়ালৰ মানুহবিলাকৰ বিৰুদ্ধে এই ভয়ঙ্কৰ আক্ৰোশে ভীষণ পীড়ন কৰিবলৈ ধৰে, তেতিয়া চামুৱে যেন মোল্লা-মৌলবীৰ দৰে কিছু আঁচনিৰ কথা তাক শুনাব পাৰে। চামুৰ 'লীগ', 'পাৰ্টি', 'জিন্দাবাদ' 'আমাৰ নিজৰ কাৰণে এখন নিজৰ দেশ লাগে' 'ভালদৰে জীয়াই থাকিবৰ কাৰণে আমাক এটুকুৰা স্বকীয়া ঠাই লাগে', 'এদিন এই দেশখন দুখীয়া মানুহবোৰৰ হৈ যাব' —এইবোৰ কথা ভাবি ফেলুৰ চকুৰ টোপনি নোহোৱা হৈ যায়। দুখীয়া মানুহ বুলিলে ফেলুৱে তাৰ গোটেই স্বজাতিটোকে বুলি ভাবি পেলাই-ছিল। এই নিজৰ ঠাই এখনৰ কাৰণে কত জেহাদ। কত ধৰ্মযুদ্ধ হ'ব লাগিব; তাৰ কাৰণে কত ৰকমৰ বিপ্লৱৰ প্ৰয়োজন হ'ব, চামুৱে কথাবোৰ কৈ কৈ কেতিয়াবা উত্তেজিত হৈ পৰে। আমাৰ কাৰণে এখন দেশ হ'ব। সেই দেশৰ মাটি, শস্য সকলো আমাৰ হ'ব। আমাৰ সকলোৰে সুখ হ'ব। দেশৰ এই অংশত যেতিয়া আমাৰ মানুহেই বেছিকৈ বসবাস কৰিছে—তেতিয়াহ'লে এইখন ঠাই আমাৰেই।

চামুৱে যেতিয়া বাহিৰৰ ভাষাৰে টানি টানি কথা কয়—তেতিয়া ফেলুৰ এনে লাগে যেন নিজৰ সকলো কাম-কাজ এৰি এই মানুহজনৰ পিছত

থাকি জাতিৰ সেৱা কৰিলে—কথাটো—মোল্লা-মৌলবী সকলে কৰাতকৈ কম ধৰ্মীয় নহ'ব! কিন্তু তাৰ হাত দুখন ভাঙি কি যে হৈ গ'ল।

কাউৰীবোৰে মাছৰ আশাতে মূৰৰ ওপৰত ঘূৰি ফুৰিছে। সি হুচ্‌কৈ শব্দ এটা কৰি দিলে। আৰু ক'লে, হালাৰ পো কাউৰী, মোৰ নাম ফেলু চেখ্।—তাৰপিছত সোঁ হাতেৰে মৰাৰ ঠাৰি ডাল মূৰৰ ওপৰত ঘূৰাবলৈ ধৰিলে।

সেই সময়তে গৰু পোৱালিটোৱে হেম্বে বুলি মাতিলে। হাঁড় ওলোৱা গৰু পোৱালিটোৰ ঠাণ্ডাতে মুখৰ পৰা লেলাৱতি ওলাই আছিল। তাৰ ভীষণ ঠাণ্ডা লাগিছে। ঠাণ্ডাত পোৱালিটো ফুলি উঠিছে। ৰ'দলৈ উলিয়াই নিলে, গৰম পাই হয়তো ফুলা ভাবটো কিছু কমিলেহেঁতেন। এতিয়া গৰু পোৱালিটোৰ কাৰণেও কাম এটা ওলাই গ'ল। ইমান পৰেও আন্নু ঘূৰি নাহিল; পোৱালিটোৱে কিজানি ভোকতে হেম্বেলিয়াইছে। গতিকে সিয়েই এতিয়া পোৱালিটোক পথাৰলৈ লৈ যাব লাগিব। পথাৰৰ খুঁটি এটাত বান্ধি দিলে ঘাঁহ-বন অলপ খাব পাৰিব। ভালকৈ ঘাঁহ-বন খালেহে যদি পোৱালিটো অলপ সুস্থ আৰু শকত আবত হ'ব।

আন্নু এতিয়াও অহা নাই। কি কৰা যায়। সি সোঁ হাতেৰে মাছ-খিনি গোটাই ঘৰৰ ভিতৰত থৈ দিলেগৈ আৰু ঘৰৰ জাপখন বন্ধ কৰি দিলে। তাৰ পিছত গৰু পোৱালিটো লৈ গৰু বাটেদি ওলাই পথাৰলৈ নামি গ'ল। এৰালৰ খুঁটিটো পুতি উঠি সি মূৰ দাঙি চোৱাৰ লগে লগে দেখা পালে, বহুতো মানুহে শাৰী পাতি পাতি বিলৰ পানীত শেলেকু তুলিবলৈ ধৰিছে। এটাইবোৰ মুচলমান বিবি আৰু মুচলমান বিধবা তিৰোতা। সিহঁত এই অঞ্চলৰ মুচলমান গাঁওবিলাকৰ পৰা আহিছে। সমুখত বিশাল বিলৰ মাটি। হাইজাদিৰ চৰকাৰহঁতে পুখুৰীৰ পাৰত বাস্তু পূজা পাতিছে। পূজাত ভেৰাছাগলী বলি দিয়া হৈছে। বাস্তু পূজাত ঢাক বাজিছে, ঢোল বাজিছে। ঠাকুৰৰ ঘৰৰ সৰু ঠাকুৰ বাস্তু পূজাৰ কাৰণে ঘৰৰপৰা ওলাই আহিছে। তেওঁ হিন্দু গাঁৱত সকলো হিন্দু ঘৰতে বাস্তু পূজাৰ তিল-তুলসী দিবলৈ যাব। বাস্তু পূজাৰ ঢাক বাজিছে, ঈছম আজি

ভালৈ নাযায়; কাইলৈ যাব, আৰু পূজাৰ চাউল কল আৰু অন্যান্য প্ৰসাদকৰণ সকলো বান্ধি আনিব।

কত জীয়াৰী-বোৱাৰী নতুন শাড়ী পিন্ধি পিন্ধি চৰকাৰহঁতৰ বাস্তু পূজালৈ আহিছে—কপালত সেন্দূৰৰ ফোঁট, হাতত সোণৰ গহনা, গাত গৰদৰ ধুনীয়া শাড়ী। তেওঁলোকৰ কেনে মিঠা মিঠা চেহেৰা--কি যে সুন্দৰ মুখবোৰ! যেন হেমন্তত সোণালী বালিৰ নদীৰ চৰ। পূজা হৈছে, পাৰ্বণ হৈছে। ঠাকুৰ ঘৰৰ বৰ নবৌ আৰু ধনবৌ পুখুৰীৰ পাৰে পাৰে আহি আছে।

সৰু এজোপা কলগছ, তাৰ তলতে এটা ঘট, ঘটৰ ওপৰতে এটা নাৰিকল আৰু তাৰ চাৰিওপিনে সজাই থোৱা আছে নৈবেদ্য। ভোজ্য দ্ৰব্যৰ যেন অভাৱ নাই। শীতৰ দিনৰ সকলো খাদ্য যেন তেওঁলোকৰ আয়ত্বত।

আৰু কিযে জ্বালা যন্ত্ৰণা! পানীত ডুবিও সেই জ্বালা নিবাৰণ নহ'ব! জালালী মাজলৈ নামি যাবলৈ ধৰিলে; পথাৰৰ সিমূৰে তাই অদৃশ্য হৈ গ'ল।

গৰু পোৱালিটোৱে কিমান দিন যে ঘাঁহ মুখত দিয়া নাই! শীতকালিৰ ঘাঁহ……নিয়ৰত তিতি আছে। যেতিয়ালৈকে ভালদৰে ৰ'দ নুঠে, আৰু ঘাঁহৰপৰা যেতিয়ালৈকে নিয়ৰ শুকাই নাযায় তেতিয়ালৈকে গৰু পোৱালিটো একেঠাইতে থিয় হৈ থাকিব, আৰু মুখলৈ এডালো ঘাঁহ নিনিয়ে। পোৱালিটোৱে ঘাঁহ নোখোৱা দেখি খণ্ডত ফেলুৱে তাৰ পেটতে গোৰ এটা মাৰি দিলে; পোৱালিটো কথমপি হামখুৰি খাই নপৰাকৈ থাকিল। ফেলুৱে ভাবিলে, তাৰ পোৱালিটোৱে যদি সোনকালে এই ঘাঁহখিনি খাই নেপেলায় তেন্তে অলপ পিছতে হাজি চাহাবৰ ষাঁড়টোৱে নাইবা গৌৰ চৰকাৰৰ দমৰাটোৱে আহি সুন্দৰ কেঁচা ঘাঁহখিনি খাই শেষ কৰি পেলাব। সি পথাৰত ভৰি দিয়েই এই ঘাঁহখিনি দেখিছিল। লৰালৰিকৈ তাৰ দমৰাটোৱে ঘাঁহখিনি খাই পেলালে আনৰ গৰুৱে আৰু আহি ভাগ ল'বহি নোৱাৰে; কিন্তু হালাৰ বেটী আন্নৰে তাইৰ

ভাগত পোৱা যিটোহে গৰু পোৱালি লগত আনিছে! এইটো, এই গাত বল নথকা মৰকেচেলীয়া দমৰাটো—সি মাথোন ঘৰৰ চাৰিওফালে চেৰেলিয়াইহে থাকিব পাৰে। আম্নুৰ লগত অনা দমৰা বুলি ভবাৰ লগে লগে ফেলুৰ আকৌ আম্নুলৈ মনত পৰি গ'ল। সি ভাবিলে—এতিয়া সকলো এৰি সি তাইক বিচাৰি গাঁৱৰ পিনেই যাবনেকি! তেল এচিচা আনিবলৈ গৈ ইমান পলম কৰিছে!

দূৰত ঢাক-ঢোল বাজি আছে। ফেলুৰ কাণত শব্দবোৰ বিসদৃশ লাগিছে। অলপ দূৰত জালালীক দেখা গৈছে। তাই যেন অনাহাৰত কাতৰ। প্ৰতাপ চন্দৰ ঘাট পাৰ হৈ তাই ফাউচাৰ বিলৰ পিনে গৈ আছে। সমুখৰ পথাৰখন আৰু সোৰাগছকেইজোপা পাৰ হৈ, গেলামালৰ দোকানখনৰ কাষেদি পুখুৰীৰ পাৰে পাৰে তাই গৈ আছে। বিৰাট পথাৰখনৰ গোটেইবোৰ মাটি প্ৰতাপচন্দৰ। সেই মাটি পাৰ হ'লেই ফাউচাৰ খাল। খালৰ পাৰে পাৰে থকা মাটিখিনি গৌৰ চৰকাৰৰ; তাত মৰাপাট, কুঁহিয়াৰ আৰু কেৰেলাৰ খেতি। গৌৰ চৰকাৰৰ পাছৰ মাটিখিনি হ'ল হাজি চাহাবৰ। হাজি চাহাবৰ বিবি তিনিজনী; সৰু জনীৰ বয়স আৰু কিমাননো হ'ব, এই একুৰি চাৰি-পাঁচ। হাজি চাহাবে ঈদৰ দিনা তিনিওজনী বিবিক মচজিদলৈ লৈ যাবৰ সময়ত চাৰিওপিনে চকু দি যায়। সতৰ্ক দৃষ্টি। কাষেদি যোৱা মানুহৰ কোনোবাই কেৰাহিকৈ এবাৰ চাই গৈছেনেকি, হাজি চাহাবে মন কৰি যায়। কোনোবাই যদি চাই যায়, আৰু তেওঁ বোৰখাৰ তলৰ বিবিহঁতৰ মনৰ ভাব ধৰিব নোৱাৰে, তেতিয়া তেওঁ কয়, এ—কি হৈছে, চকুত কিহৰ লালসা? সেইবুলি হয়তো হাতৰ লাঠীডালেৰে মাজুবিবিৰ পাছ-ফালে খোচ এটা মাৰি দিয়ে। খোচটো মাৰি তেওঁ আকৌ কয়—বিবিহঁত বাটলৈ চাই খোজ দে। তেতিয়া ফেলুৰ কিয় জানো মনত ভাব হয়—হাজি চাহাবৰ হাতৰপৰা লাঠিডাল কাঢ়ি আনি, হালাৰ ভাই হালা বুলি, হাজিৰ মূৰত এক মাৰ শোধাই দিব। সেইবোৰ ভাবি ভাবি এতিয়া ফেলুৰ মূৰটো গৰম হৈ উঠিল, সি আৰু স্থিৰে থাকিব নোৱৰা

হ'ল। কি যে ভাববোৰ তাৰ মনলৈ আহিবলৈ ধৰিলে। ফেলু—সেই ফেলু, যি কোনো মাতব্বৰ মানুহ নহয়, যি হাবিয়ে বনে ঘূৰি ফুৰি ডাঙৰ হৈছে, যি ফেলুক হাজি চাহাবে উজনিৰপৰা ধৰি আনিছিল, উজনিৰ ধান চপোৱাৰ কাম শেষ হ'লে নাৱেৰে উভতি আহি সদায় গোটা নহৰু আৰু তেলেৰে হাজি চাহাবৰ পিঠি, বুকু আৰু পেট মালিচ কৰি দিছিল, সেই ফেলুৰ কিয় জানো মাজে মাজে বৰ মন যায়, হাজি চাহাবৰ মাজু বোৱাৰীৰ বোৰখাৰ তলত থকা মুখখন যেন এবাৰ জুমি চাব।

ফেলু তেতিয়া পথাৰৰ মাজৰ গৰু বাটটোত থিয় হৈ আছিল। প্ৰকাণ্ড বট গছজোপাৰ তলত কিছুমান জোপোহা হাবি আৰু পাতাবাহাৰ গছ। খৰালি কাল কাৰণে হাবিখনৰ মাজভাগ খৰ্‌খৰীয়া শুকান হৈ আছে। তাৰ মাজতে মনে মনে গুঁই সাপ এটাৰ দৰে সন্তৰ্পণে বৈ থাকিলে হয়তো মাজুবিবিক দেখিবলৈ পোৱা যাব; কাৰণ, সেইপিনে হাজি চাহাবৰ পাছফালৰ পুখুৰীটো। হাবিৰ মাজত সোমাই লোৱাৰ আগতে সি চাৰিওপিনে এবাৰ ভালকৈ চাই ল'লে। বাঁওফালে আমগছ এজোপাৰ তলত আবেদালিৰ ভগা খালী ঘৰটো—তাত এতিয়া কোনো নাই। কাষতে থকা দক্ষিণমুখীয়া ঘৰটো আছিল জোটনৰ। এতিয়া তায়ো নাই কাৰণে বতাহ বৰষুণত ঘৰটো ভাঙি পৰি মাটিৰ সৈতে সমান হৈ আছে। কিছুমান বেতগছ আৰু হাবি জঙ্ঘলে আবেদালিৰ ঘৰটো সকলো সময়তে আন্ধাৰ কৰি ৰাখে। শীতৰ সূৰ্য্য কোনোমতেই আহি আবেদালিৰ চোতালত পৰিব নোখোজে। আৰু আবেদালিৰ সেই চোতালঘৰ আৰু জঙ্ঘলখিনি পাৰ হ'লেই হাজি চাহাবৰ বাৰীৰ জেওৰা পাৰ হৈ তিনি বিবিৰ মাত কথাবোৰ কাঁচৰ চুৰীৰ দৰে জুন্‌জুন্‌কৈ বাজি থাকে; আৰু কি যে হাঁহি! এনে লাগে যেন হাঁহি হাঁহি সিহঁত কেইজনীয়ে হালাৰ ডুবীয়া গিলি পেলাব! পথাৰৰ ধাননিৰ মাজৰ বগা আলি একোটাৰ দৰে সিহঁতৰ মূৰৰ সেওঁতা আৰু আঁঠুৰ ওপৰলৈকে গাৰ ডুৰীয়া শাড়ী; বেছি তললৈ নামিব নোখোজে। হাবিৰ জোপোহাৰ

মাজৰপৰা ফেলুৱে এবাৰ মৰোঁ। জীঁউ কৈ মুৰ দাঙি উঁকি মাৰি চালে। পঙ্গু হাত—সোঁহাতখন কোনোমতে কামত লগাব পৰা হৈ আছে যদিও কোনদিনা সেইখনো পঙ্গু হৈ যায় তাৰ একো ঠিক নাই। সি প্ৰায় এটা মৰা সাপৰ দৰে জোপোহা বনৰ মাজত পৰি থাকিল। বনখিনিৰ কাষেদিয়েই ঘাটলৈ যোৱা বাট। হাজি চাহাবৰ পাছপিনৰ পুখুৰীৰ পানী বোলে কজলা। সেই পানী দেখিলেই বোলে বিবিহঁতৰ পেটত পোৰণি ধৰে। তলপেটত বোলে সিৰ্‌সিৰণি অনুভৱ কৰে। আৰু সেই কজলা পানীৰ টানত মাজুবিবি মনে মনে সময়ে অসময়ে ঘাটলৈ আহে। এতিয়া যদি আহে—আহিলেই সি খপ্‌কৈ তাইৰ হাতত ধৰি হাবিৰ মাজলৈ টানি নি……ফেলু আৰু বৈ থাকিব নোৱাৰিলে। কাছৰ দৰে সি মূৰটো উলিয়াই দাঙি ধৰিলে। মৰা সাপ এটাৰ দৰে আৰু বেছি সময় চিকাৰৰ আশাত বৈ থাকিবলৈ তাৰ ধৈৰ্য্য নোহোৱা হৈ আহিল।

ফেলুৰ মনত যেতিয়া খুচীৰ উজান উঠি নাথাকে তেতিয়া সি ঘৈণীয়েকক অকল আন্নু বুলি মাতে আৰু যেতিয়া মনত আনন্দৰ উজান উঠি নদীৰ দৰে তলমল কৰি থাকে তেতিয়া মাতে আন্নু বেগম। পেট ভৰাই খাবলৈ পালেই হয়, বেগম চাহেবা। ফেলু বেগম চাহেবাৰ কাৰণে পগলা,—আৰু পগলা হাজি চাহাবৰ মাজুবিবিৰ চুৰমা টনা চকু দুটাৰ কাৰণে। এই বটগছৰ তলৰ জোপোহা হাবিৰ মাজত তাৰ দৰে নিৰালম্ব মানুহৰ কাৰণে এয়ে যেন সামান্য আশ্ৰয়। জোপোহা বনৰ মাজত সি সেই তেতিয়াৰেপৰা এটা মৰা গুঁই সাপৰ দৰে পৰি আছে, মাজুবিবি দেখোন এতিয়াও এই বাটেৰে ঘাটলৈ নামি অহা নাই!

এতিয়া শীতৰ দিন। খেতি উঠাৰ পিছত পথাৰ এতিয়া শূন্য হৈ আছে। মাত্ৰ নৰেন দাস আৰু মাঝিৰ ঘৰৰ শ্ৰীশচন্দ আৰু প্ৰতাপ চন্দই কামলা লগাই দ শুকান মাটিত ধপাত খেতি কৰিছে; আৰু য'ত

য'ত অলপ সাকৰা মাটি আছে—পিঁয়াজ, নহৰু আৰু চিনাবাদামৰ খেতি কৰিছে। এইটো বাটেৰে এতিয়া বৰ বেছি মানুহ নাহে। আহিলেও হাবিৰ মাজত যে এটা চিকাৰী মেকুৰীৰ দৰে চোপ লৈ বহি আছে—সেইটো কোনেও গম নাপায়। জালালী এতিয়া পথাৰৰ সিমূৰে নেদেখা হৈ গ'ল। পূব পিনৰপৰা মালতীয়ে গৰু খেদি আনিছে পথাৰত এৰাল দিবলৈ। তাই গৰু বাট এটাতে খুঁটিটো পুতি গৰুটো থৈ গুচি গ'ল।

চৰকাৰহঁতৰ ঘাটত ঢাক-ঢোল আগৰ দৰেই বাজি আছে। পথাৰে পথাৰে বাস্তু পূজাৰ নিচান উৰিছে। ঠাকুৰৰ ঘৰ, পালহঁতৰ ঘৰ আৰু বিশ্বাস পাৰাৰ যেনিতেনি কেৱল সেই ঢাক-ঢোলৰ বাজনা আৰু ছাগলী নাইবা ম'হৰ আৰ্ত চিঞৰ। ম'হ বলিৰ সময় হ'লে চৰকাৰৰ ঘৰত পঞ্চাছটা ঢোল একেলগে গিজগিজাই উঠে।

ফেলুৱে কাছৰ দৰে ডিঙিটো আকৌ এবাৰ উলিয়াই উঁকি মাৰি চালে। এনে লাগিল যেন হাবিৰ সিপাৰেই সেয়া মাজুবিবি—ঠিক ঘাটলৈ অহা বাটেদি নামি আহিও যেন হঠাৎ লুকাই নেদেখা হৈ পৰিল। মৰীচিকাৰ দৰে যেন মাত্ৰ চিক্ মিক্ কৰি গ'ল। আহা! ফেলুৰ মনৰ ভিতৰখন যেন ছাটিফুটি কৰিবলৈ ধৰিলে।

তেতিয়া হাইজাদিৰ চৰকাৰহঁতে ডিঙিত গামোচা লৈ কৰযোৰে থিয় হৈ আছে। যিবিলাক মানুহ ম'হৰ ছাল আৰু মাংস নিবলৈ আহিছিল, সিহঁত ঘাটৰ সিপাৰত থিয় হৈ আছে। পথাৰে পথাৰে উৎসৱ আৰু হাবিৰ জোপোহাৰ মাজত ফেলু। সি মাজুবিবিৰ মৰীচিকা চাবলৈ হাবিৰ ভিতৰত কাছৰ দৰে ডিঙি উলিয়াই বৈ থাকিল।

মালতীয়ে গৰুবাটত খুঁটি এটা পুতি গৰুটো এৰাল দি লৰালৰিকৈ শোভা আৰু আবুৰ সৈতে ঠাকুৰহঁতৰ ঘাটত গা ধুবলৈ গুচি গ'ল। বাস্তুপূজাৰ কাৰণে আভাৰাণীয়ে সোনকালেই গা ধুই উঠিছে। অমূল্যাই পথাৰৰ এঠাইত কলগছ পুতি, ঘাঁহ-বন চুচি চৌদিশ পৰিষ্কাৰ কৰি আমপাত, শুকান আমৰ ডাল, বেলপাত ইত্যাদি সকলো পাৰি আনি

কাঠৰ থালত গোটাই থলে। তিনি ডৰামান মাটি পাৰ হৈ ঠাকুৰৰ ঘৰৰ গোসাঁই ঘৰ, বৰনবৌ আৰু ধনবৌৱে পুৱাতেই গা ধুই উঠি তালৈকে আহিছে। সোণে গোসাঁইঘৰৰপৰা কাঁহখন লৈ লৰ মাৰিলে। তাৰপিছত কাঁহখন জোৰে জোৰে বজালে। পুখুৰীৰ পাৰত মেটেকা আৰু কলমৌ শাক। খৰালিকালত গছত একো ফল নাই। ফুল বুলিবলৈ মাত্র নিকুঞ্জ-লতাৰ ফুল আৰু বগা আৰু ৰঙা জবা। বাস্তুপূজাত আকৌ ৰঙা জবা দিব নাপায়। বগা জবা যি কেইপাহ ফুলিছিল ৰাতি নৌপুৱাওঁতেই কোনোবাই চুৰ কৰি নিলে। বৰ নবৌৱে কৰণিত কেইপাহমান ফুল গোটাইছিল। কেইটামান বগা জবা, ঘণ্টাকর্ণ আৰু কেইপাহমান বেল-ফুলো। শীতকালি ফুলবোৰো ভালকৈ নুফুলে। মুজুৰা মাৰি থাকে। আবতৰৰ ফুল বৰ ডাঙৰ নহয়।

জালালী তেতিয়া আন আন দুখীয়া মানুহবোৰৰ সৈতে বিলৰ মাজত। প্রকাণ্ড বিল, ইপাৰৰপৰা সিপাৰ নেদেখি। এইবিলাক লৈ কিমানবোৰ কিংবদন্তি চলি আহিছে! বিলৰ চাৰিওপিনে নল-খাগৰিৰ বন আৰু মাজে মাজে একোডোখৰ ওখ ঠাই। অলপ দূৰ গৈয়েই বিলৰ গভীৰ পানী—গভীৰ কজলা পানী। তাত মানুহে নাও বাই যাবলৈকে ভয় কৰে ; কিন্তু জালালীয়ে সেই বিলৰ বুকুলৈ নির্ভয়ে নামি গৈছে। বিলৰ পানীত বোলে দৈত্য। জোনাক ৰাতি দৈত্যটোৰ পেট আৰু পিঠি ময়ূৰপঙ্খী নাৱৰ দৰে লাগে। জোনাক ৰাতি ময়ূৰপঙ্খী নাও বিলৰ পানীত ভাঁহি গৈ থাকে, আৰু মানুহ অহা গম পালেই টুপ্‌কৈ পানীৰ তললৈ সোমাই যায়—হায়. মানুহৰ কি অগম্য বুদ্ধি! অজ্ঞ মানুহৰ বিশ্বাস, অলৌকিক ঘটনাৰ দৰে আৰু ঘটনা নাই। দুপৰ ৰাতি যেতিয়া চৰাচৰত কোনো জনপ্রাণী সাৰে নাথাকে, যেতিয়া খেতি পথাৰ জোনৰ পোহৰত ডুব গৈ থাকে, তেতিয়া বিলৰ পানীত এখন ময়ূৰপঙ্খী নাও ভাঁহি উঠে ; নাৱৰ ভিতৰত এক ৰাজকন্যা। হয়তো চান্দো সদাগৰৰ পুত্র বধুও হ'ব পাৰে, মনত পৰে বেউলা লক্ষীন্দাৰৰ পাঁচালি, মানুহৰ মনত বিহ্বলতা আনি দিয়ে সেই পাঁচালিয়ে।

বিলৰ বুকুত নাও ভঁাহি উঠাৰ লগে লগে গোটেইখন পোহৰময় হৈ উঠে। যেন মাজবিলত কোনোবাই জুই ধৰিছে। সেই বিলৰ বুকুলৈ নামি যোৱাৰ আগতে জালালীয়ে বিলৰ পানী এচলু মূৰত ল'লে। তাৰ পিছত এচলু পানী মুখত লৈ গুঁই সাপৰ দৰে পানীৰ মাজলৈ ভঁাহি ভঁাহি গৈ থাকিল। ঠাণ্ডাত গা সিৰসিৰাইছে; কিন্তু পেটৰ পোৰণি অসহ্য, পানীত ডুব দিলেও সেই পোৰণি নিবাৰণ নহয়। আবেদালিয়ে ঘৰ এৰি যোৱা কিমান দিন হ'ল, কিজানি এমাহৰো ওপৰ হ'ল, এতিয়াও ঘূৰি অহা নাই, আহিলেও কেইদিননো পেট পূৰাই খাবলৈ পাব—দুই-চাৰি সপ্তাহ। তাৰ পিছত আকৌ উপবাস। পানীত ওপঙি জালালী গৈ থাকিল। মুখত পানী এমুখ লৈ ফুৎকৈ শূন্যলৈ মাৰি দিলে।

মানুহবিলাকে সাঁতুৰি যি পিনে ভেট আৰু শেলেকুৰ পাত ওপঙি আছে সেইপিনে ক্রমশঃ গৈ থাকিবলৈ ধৰিলে। ডাঙৰ ডাঙৰ শেলেকু পোৱাৰ আশা সকলোৰে। এই বিলৰ পানীত কি আছে কি নাই কোনেও খাটাংকৈ ক'ব নোৱাৰে। বৰং কি যে নাই, কি যে থাকিব নোৱাৰে সেইটোহে সকলোৰে বিস্ময়ৰ বিষয়। তাহানি পুৰী পূজাৰপৰা ঘূৰি অহা অগণন মানুহে দেখিছিল, বিলৰ ঠিক মাজত ক'লা ৰঙৰ এটা মঠ যেন ভঁাহি আহিছে। মঠটো পানীৰ মাজৰপৰা ওপৰলৈ উঠি উঠি গৈ এবাৰ থমকি ৰ'ল আৰু তাৰ অলপ পিছত আকৌ ক্রমে তললৈ নামি নামি অদৃশ্য হৈ গ'ল। গোটেই ঘটনাটো সকলোৰে এটা সপোন সপোন লাগিছিল। যিবিলাকে ঘটনাটো দেখিছিল তেওঁলোকে মন্ত্রৰ দৰে বিশ্বাস কৰিছিল, আৰু যিবিলাকে নিজ চকুৰে দেখা নাছিল তেওঁলোকে এইবোৰ সাজি কোৱা কথা বুলি ভাবিছিল। যিবিলাকে অলৌকিক ঘটনাক বিশ্বাস কৰে, তেওঁলোকে নতুন কিংবদন্তি সৃষ্টি কৰিবলৈ ধৰিলে। বোধহয় ঈছা খাঁই সোণাইবিবিক লৈ ইয়াতে লুকাই আছে। সেয়ে জাহাজ এখনৰ সমান ময়ূৰপঙ্খী নাৱৰ গুৰিৰ দাঁৰ ক'লা ৰঙৰ মঠ এটাৰ দৰে মাজে মাজে ওপৰলৈ উঠি আহে। যেন সেইদৰে অকণমাণ দেখা দিয়েই বুজাব খোজে, চোৱঁা এই বুঢ়া বয়সত এতিয়াও মই সোণাইবিবিৰ

সৈতে অতি সুখেৰে বিলৰ বুকুতে আছোঁ। তোমালোকে মোক কিবা অনিষ্ট কৰিলে ময়ো কৰিম। সেই ভয়তে ভৰ ভাদমহীয়া বিলৰ মাজ বুকুলৈ পোনে পোনে কোনেও নাও লৈ নাযায়। এইখন বিল অতি ভয়ঙ্কৰ। এই বিলৰ তলি নাই। বিলৰ তলিত মাটি নাই। মাথোন এক গভীৰ অন্ধকাৰ কিছুমান লতাগুল্মৰ মাজত নীৰৱে পানীৰ তলত ডুব গৈ আছে। ভয়তে এই বিলৰ বুকুৰেদি কোনেও বাদামৰ নাও লৈ যাব নোখোজে। অতি গোপনে যাব লাগে, যেন ঈছা খাঁৰ কাল ঘুমটি নাভাঙে।

এই অঞ্চলৰ মানুহে এইখন বিলক দানৱৰ দৰে ভয় কৰে। ঈছয়েও এদিন এই বিলৰ পাৰলৈ আহি পথ হেৰুৱাই পেলাইছিল। সেই নিশা ভূতে ধৰি তাক অজ্ঞান কৰি পেলাইছিল। এতিয়া পেটৰ পোৰণি নিবাৰণৰ কাৰণে দীন দুখী মানুহবোৰ সেই বিলৰ বুকুলৈকে নামি গৈছে।

পেটৰ জ্বালা, বৰ জ্বালা। পানীৰ মাজত সেই ক্ষুধাৰ জ্বালা উপশম নহয়। পানীৰ মাজত জালালী ওপঙি আছিল। পানীৰ মাজলৈ নামি গ'লেই যেন পেটৰ পোৰণি আঁতৰিব। কিন্তু হায়, পানীৰ তলত বোকাৰ মাজত ক'তো দেখোন শেলেকু পাবলৈ নাই। সদায় একে-ঠাইৰপৰা বুটলি থাকিলে শেলেকু আৰু ক'ৰপৰা ওলাব! মৰা ভেটৰ পাত কেইখিলামান লুটি খাই ভাঁহি আছে। শীত কালি ভেট ফুল নুফুলে। কিন্তু ক'লা ভেট গুটি কেইটামান শুকান ফুল কেইপাহৰ কাষতে লাগি আছে। জালালীয়ে সাঁতুৰি সাঁতুৰি আগুৱাই গৈ ভেট গুটি কেইটা ছিঙি আনিলে আৰু পানীৰ মাজতেই ওপঙি ওপঙি গুটি কেইটা খাবলৈ ধৰিলে। ভিতৰৰ ক'লা ক'লা গুটি, কিবা এটা গোন্ধ, কিন্তু সোৱাদ বুলিবলৈ একোৱেই নাই। যেন খাব লাগে কাৰণেই খোৱা। পেটৰ পোৰণি মাৰিবলৈ কিনো খাব নোৱাৰি! শেলেকুবোৰ ৰঙা আলুৰ দৰে সিজাই খাব পাৰি। তাতে অকমান নিমখ দি আৰু মাজে মাজে তেতেলিৰ ৰস অলপ ছটিয়াই ল'লে একেবাৰে অমৃত!

কথাটো মনত পৰি জালালীৰ লোভ লাগিবলৈ ধৰিলে ; তাই উছাহতে সাঁতুৰিবলৈ ধৰিলে। এবাৰ সমুখতে তাই দুটা শেলেকু পাত ভাঁহি থকা দেখিলে। আৰু লতা দুডাল টানি আনিবলৈ পানীৰ তললৈ ডুব দিলে। একেবাৰে তলিলৈকে নামি গ'ল। লতাডাল ধৰি ধৰি সাৱধানে ওপৰলৈ টানি আনিবলৈ চেষ্টা কৰিলে ; জোৰে টানি দিলে লতাডাল যদি ছিগি যায়, তেতিয়া হ'লে সকলো গ'ল। গতিকে অন্ধকাৰ হাতেৰে খেপিয়াই খেপিয়াই ঘূৰি ফুৰাৰ দৰে, অতি সন্তৰ্পণে পানীৰ তললৈ বুদ্‌বুদ্‌ তুলি নামি গ'ল। পানীৰ তলিত বৰ ভয়। ভয়তে তাই চকু মেলা নাই, চকু মেলিলেই ভাব হয়, কোনোবা যাদুকৰৰ দেশত তাই সোমাই পৰিছে। পানীৰ তলৰ জলজ ঘাঁহবোৰে নাচি নাচি তাইক যেন ভয় খুৱাব খোজে। নীলা নাইবা সেউজীয়া ৰঙৰ এক কুৎসিৎ অন্ধকাৰে তাইক যেন চাৰিওফালৰপৰা ঢাকি ধৰিলে। একে উশাহতে তাই পানীৰ তললৈ ডুব মাৰি দিলে আৰু নিমিষতে পানী কাটি ওপৰলৈ উঠি আহিল। তাৰ পিছত কিমান সুদীৰ্ঘ কালৰ পিছত যেন সূৰ্য্য দেখা পালে, এনে এক নিশ্চিন্ত ভাবেৰে উশাহ ল'বৰ সময়ত আনন্দতে মুখখন যেন উজ্জ্বল হৈ উঠিল, কাৰণ সোণতকৈও দামী এটা ভেট গুটি তেতিয়া তাইৰ হাতৰ মুঠিত।

মাটিৰ মলাটো তেতিয়া ঢৌৰ খুন্দা খাই খাই কিছু দূৰলৈ আঁতৰি গৈছিল। জালালীয়ে মলাটো টানি আনি শেলেকুৰ শিপাবোৰ ছিঙি প্ৰথম কামোৰটো মাৰি দেখিলে—শেলেকুটো তাই যিমান ডাঙৰ হ'ব বুলি ভাবিছিল সিমান ডাঙৰ নহয় ; বোধ কৰো ৰঙা ভেটৰ গুটি। বগা ভেটৰ শেলেকু ডাঙৰ হয় আৰু মিঠাও হয় বেছি। ৰঙা ভেটৰ শেলেকু অলপ অলপ তিতিকি হয়। তথাপি তাই শেলেকুটো পৰিষ্কাৰ কৰি অতি যত্নেৰে মলাটোত ভৰাই থৈ বিলৰ পাৰলৈ চালে। তেতিয়া আৰু পাৰত কোনো মানুহ নাই। যেয়ে যেনেকৈ পাৰে শেলেকু বিচাৰি বিচাৰি বিলৰ পানীৰ মাজলৈ গুচি গৈছে। আবেদালি অহা নাই। কিমান দিন যে হ'ল সি নহা ! কোন কেতিয়াবাই সি গয়না নাৱৰ

মাঝি হৈ গ'ল, আজিও আহি নাপালেহি। জব্বৰো ঘূৰি অহা নাই। সি গৈছে বাবুৰ হাটলৈ, তাঁতৰ কামলৈ। জোটনে এদিন আবেদালিক খুৱাবলৈ বুলি মুৰগী এটা লৈ আহিছিল; কিন্তু মুৰগীটো উৰা মাৰি হাজিচাহাবৰ ঘৰৰ পিনে গুচি গ'ল। সেই যে গ'ল—মুৰগীটো আৰু ঘূৰি নাহিল। হাজি চাহাবৰ সৰু বিবিয়ে মুৰগীটো ধৰি মূচৰি পেলালে।

বিলৰ পানীত দীনদুখী মানুহবিলাকে শেলেকু বিচাৰি ঘূৰি ফুৰিছিল। চাৰিওফালৰ গাঁওবিলাকৰপৰা দুখীয়া মানুহবিলাক আহি পানীত নামি গ'ল। আবেলিৰ লগে লগে সকলো পানীৰপৰা উঠিব। শীতৰ শেষত বিলৰ বুকুত শেলেকু শেষ হৈ যায়। পানীত ভেট গছৰ পাত এটি দেখিবলৈ নাইকিয়া হয়। বিলৰ বুকুত এটা শান্ত নিৰিবিলি পৰিবেশ। সেই সময়তে বিলৰ পানীত আৰু পাৰৰ হাবিত জাক জাক বালি হাঁহ পৰেহি। নানা চৰাই, ৰঙা নীলা পাখিৰ বিভিন্ন চৰাই—কণামুচৰি আৰু বক। সৰু ডাঙৰ চাকৈ-চকোৱাৰে বিলখন প্ৰায় ভৰি পৰে। তেতিয়া মুড়াপাৰাৰ জমিদাৰ বাবুহঁত হাতীত উঠি আহে, বিলৰ পাৰত তম্বু তৰি লয় আৰু দোকমোকালিতে নাইবা জোনাক ৰাতি চৰাই চিকাৰ কৰে। তম্বুৰ তলত চৰাইৰ মঙহেৰে নিতৌ আহাৰ কৰে। শীতৰ শেষত এইদৰেই এমাহৰ ওপৰকাল জমিদাৰবাবুসকলে চৰাইৰ মঙহেৰে বনমহোৎসৱ পাতে।

গ্ৰীষ্মকালৰ দিনকেইটা জালালীৰ বৰ দুঃসময়। মাটিত পেট পেলাই থকাৰ বাহিৰে তেতিয়া অন্য গত্যন্তৰ নাথাকে। বাৰিষা ধান বা মৰা-পাট খেতিৰ পথাৰত আবেদালিৰ সদায় কাম থাকে। বাৰিষা শেষ হৈ আহিলে, পানী কমি, লগে লগে ভেটফুল ফুলিবলৈ ধৰে; মাটিৰ তলত শেলেকু গজিবলৈ আৰম্ভ কৰে আৰু সেই শেলেকুৱেই দুখীয়া নিৰন্ন মানুহবোৰৰ একমাত্ৰ সম্বল হৈ পৰে। জলাহ মাটি আৰু তাৰ বুকুত গজি উঠা শেলেকু,—অতি প্ৰিয় ধন, তাক দলিয়াই পেলাব নোৱাৰি—অৱজ্ঞা কৰিব নোৱাৰি। মলাটোৰ পাছে পাছে জালালী ভাঁহি ভাঁহি

গৈ থাকিবলৈ ধৰে। তাই পানীত ডুব মাৰি গৈ থাকোঁতে কোনোবাই মলাটোৰপৰা শেলেকু লৈ যায় যদি!

সমুখত পানী, যেন অনন্ত জলৰাশি। শেলেকুৰ লোভত তাই বহু-দূৰ গুচি আহিছে। বোধ হয় আৰু ইয়াৰ পিছত শেলেকু নায়েই। সোঁফালে পতুম ফুলৰ গছবোৰ দেখা গৈছে। বাঁওফালে পৰিষ্কাৰ স্ফটিক পানী। সমুখৰ পানীত কিবা যেন গৈ আছে। কি হ'ব পাৰে—হয়তো শাল মাছ হ'ব। প্ৰকাণ্ড মাছ, চিকচিকীয়া ক'লা, মূৰ আৰু মুখখন সেন্দূৰ গুলি সানি থোৱাৰ নিচিনা, গাত অজগৰ সাপৰ দৰে চক্ৰ। জালালীৰ ভয় লাগিছিল, তথাপিও, তাই ভাবিলে ভয় কৰিয়েই হয়তো, পানীৰ মাজলৈ ইমান দূৰ কোনো মানুহ অহা নাই আৰু কোনো অহা নাই কাৰণেই বোধহয় ইফালে সিফালে দুই এটা শেলেকু ইয়াত এতিয়াও থাকিব পাৰে। তাই ভয়ৰপৰা ৰেহাই পোৱাৰ আশাৰে চকু দুটা মুদি পানীৰ তললৈ ডুব মাৰি দিলে। কিন্তু পানীৰ তলত হঠাৎ চকু মেলাৰ লগে লগে তাইৰ ধাৰণা হ'ল যেন এটা প্ৰকাণ্ড শাল মাছে তাইলৈ একেথৰে চাই আছে। মাছটোৱে এবাৰ ফিচা লৰাই স্থিৰ ভাবে ৰৈ গ'ল। জালালীৰ পিনে চাই মাছটোৱে যেন ভাবিছে পানীৰ তলত এইটো কি আচৰিত জীৱ, মানুহৰ নিচিনা, অথচ বেঙৰ দৰে পানীৰ তললৈ নামি আহিছে। পানীৰ তলৰ পুৰণি ঘাঁহ আৰু লতা কিছুমানৰ মাজৰপৰা মুখখন উলিয়াই মাছটো ৰৈ আছে। পানীৰ তলত চকু মেলিয়েই জালালীয়ে মাত্ৰ দেখিলে মাছটোৱে তাৰ ক'লা ভয়ঙ্কৰ মুখখন মেলি পানী গিলিলে আৰু কাপ্‌কৈ মুখখন আকৌ বন্ধ কৰি দিলে। জালালীক দেখি মাছটোৱে অকণো ভয় কৰা নাই, বৰং জালালীকহে যেন ভয় খুৱাব খুজিছে।

হায়, পেটৰ পোৰণি,—কি যে এই পোৰণি! সহিব নোৱাৰি এই কষ্ট! ভয় আৰু বিস্ময়ত পানীৰ তলতে তাই কোচ খাই যাব খুজিলে। অথচ তাই শেলেকুৰ আশাও এৰিব পৰা নাই। আৰু অকণমান গৈ মাটি ছুব পাৰিলেই শেলেকুটো হাতলৈ আহিব। কিন্তু নাই—তাইৰ

যেন দম বন্ধ হৈ যাব এতিয়া। লৰালৰিকৈ উশাহ ল'বলৈ তাই ওপৰলৈ উঠি আহিল। ভালকৈ এবাৰ দম ল'লে। অলপ সময় পানীৰ ওপৰতে ওপঙি জিৰাই ল'লে। তাৰ পিছত আকৌ ডুব মাৰি পানীৰ তললৈ সোমাই গ'ল। তাই আকৌ দেখিলে, সেউজীয়া যেন এখন দেশ, তাত নীলা পানীৰ এখন গালিচা পৰা আছে। অন্ধকাৰ, ক্রমে সেই অন্ধকাৰ যেন আৰু বেছি নিবিৰ ঘন হৈ আহিছে। তাৰ পিছত মাটিৰ য'ত ভেটগছৰ লতা এডালৰ গুৰিটো লগ লাগিছে তাতেই তাইৰ হাতখন আহি থমকি ৰ'লহি। লগে লগে তাই গম পালে আকৌ সেই মাছ-টোৱে হাঁ কৈ মুখখন মেলি তাইৰ পিনে আগুৱাই আহিছে। এটা অতিকায় মাছ। কিন্তু তাই ভাবিলে, হওক ডাঙৰ—সি এটা মাছহে! এটা মাছ—এটা সামান্য মাছ—যিমানেই ডাঙৰ নহওক লাগে। আৰু মই মানুহ, মই মানুহ হৈ জন্মি তোক কিহৰ ভয় কৰিম! তাকে ভাবি ভাবি তাই পানীৰ তলৰ শেলেকুটো খামুচি ধৰিলে। তেতিয়াও তাই দেখিলে মাছটোৱে সেউজীয়া ঘাঁহৰ ভিতৰত মুখখন লৰাই লৰাই বৈ আছে—আৰু তাইৰ ফালে সন্তর্পণে চাই আছে। হাতত শেলেকুটো পাই জালালীৰ সাহস বাঢ়ি গ'ল। তাই আৰু মাছটোলৈ ভ্রূক্ষেপ নকৰা হ'ল। তাই মাছটোৰ ফালে অকণমান আগুৱাই গ'ল। লগে লগে মাছটো অকণমান পিছুৱাই গ'ল। তাই আৰু পলম নকৰিলে; এইবাৰ মাছটোৱে ভয় কৰা যেন দেখি তাই আৰু পানীৰ তলত সোমাই থকাৰ প্রয়োজন নাই বুলি ভাবিলে। তাই ফোচ্‌কৈ পানী কাটি শিহু এটাৰ দৰে ওপৰলৈ উঠি আহিল আৰু আকৌ আগৰ দৰে পিঠি ওপৰলৈ কৰি ওপঙি ৰ'ল।

জালালীৰ মনত পৰিল, বহুত দিনৰ আগেয়ে এদিন হাঁহ চুৰ কৰি পানীৰ তলতে তাই হাঁহৰ ডিঙি মুচৰি ধৰি আছিল, মালতীৰ মতা হাঁহটো সেইদিনা, সেই ধুমুহা বৰষুণৰ ৰাতি কেনেকৈ পুৰি সেকি, কোমল মাংস আৰু হাঁহৰ ঠেং চোবাই খাইছিল, আল্লাৰ দুনীয়া কি যে সুখৰ বুলি উগাৰ মাৰিছিল—সেইকথা এতিয়াও তাইৰ মনত পৰে।

আৰু এই মাছটো, তাৰ চকু দুটাও যেন সেইদিনাৰ সেই মৰা হাঁহটোৰ দৰেই। যেন অনবৰত পানীৰ তলত এক স্থিৰ দৃষ্টিৰে মাছটোৱে তাইলৈ চাই আছিল। যেন এটা প্ৰকাণ্ড অজগৰ সাপ, তাইক গিলি খাবলৈ আহিছে। তাই ভাবিলে সাপ হোৱা হ'লে ইমান পৰে পানীত ঢৌ তুলি তোলপাৰ লগালেহেঁতেন। ইমান ধীৰ স্থিৰ হৈ নাথাকিল-হেঁতেন। তাৰ মনৰ ভুল বুলি তাই ধৰি ল'লে। চকু মেলিলেই পানীৰ তলত বিচিত্ৰ গছ-গছনি ঘাঁহ-লতা,—যেন সেইবোৰে প্ৰাণ পাই উঠি তাইক আগুৰি ধৰিব খোজে। সেই কাৰণেই তাই পানীৰ তলত সহজে চকু মেলিব নোখোজে।

সেউজীয়া ৰঙৰ, কদম ফুলৰ দৰে ঘাঁহৰ অন্ধকাৰত ডুব দি জালালীয়ে ধৰিব পৰা নাই, তাইৰ পিনে কি আগুৱাই আহিছে। আনন্দ মনেৰে তাই ইবাৰৰ পিছত সিবাৰকৈ গভীৰ পানীৰ তলত ডুব মাৰিবলৈ ধৰিলে। পানীৰ তললৈ ডুব মাৰে, আকৌ ওপৰলৈ উঠে; আকৌ ডুবে, আকৌ উঠে—কেতিয়াবা হয়তো শেলেকু পাইছে আৰু কেতিয়াবা নোপোৱাকৈয়ে উঠি আহিছে। বিলৰ পাৰৰপৰা চালে দেখা যাব জালালীৰ দৰে অসংখ্য মানুহে পানীত ডুব মাৰিছে আৰু আকৌ ওপৰলৈ উঠি আহিছে। কোনোবাই শেলেকু পাইছে—কোনোবাই বা তাকো পোৱা নাই। ক'ত, কেতিয়া, কোনে শেলেকু পাই যাব পাৰে, কোনেও আগতে ঠিককৈ কৈ দিব নোৱাৰে; কাৰণ এটাইবোৰ ভেট-গছৰ গুৰিত শেলেকু নাথাকে। গতিকে বিলৰ বুকুত চাৰিওপিনে মানুহৰ দলটো বিয়পি পৰিছে। বেলি তেতিয়া ভালেখিনি ওপৰলৈ উঠিছে। দূৰলৈ চাই পঠিয়ালে দেখা যায়—কেৱল গভীৰ জলৰাশি—শান্ত ক'লা পানী। সেই জলৰাশিৰ সিফালে এটা যেন সুন্দৰ শীতল ঘৰ আছে। সেই বিলৰ সিপাৰ দেখা নাযায়। অতি প্ৰাচীন কালৰে-পৰা, নানান কিংবদন্তি বুকুত লৈ, এই অনন্ত জলৰাশি যেন বৈ আছে। শীতৰ দিনত পানীৰ ৰং আৰু ক'লা হৈ পৰে। এই সময়ত বিলৰ চাৰিওকাষৰ নল-খাগৰিৰ জোপোহাবোৰৰপৰা চৰাইবোৰ অন্য

ঠাইলৈ উৰি গুচি যায়। সেই হাবিৰ মাজত য'ত য'ত পানী শুকাই অলপ মাটি ওলাই আছে, তাত গাঁত কৰি কৰি বিষাক্ত সাপবোৰ শীতল ঠাণ্ডাত মৰাৰ দৰে পৰি থাকে। গ্ৰীষ্মকাল অহালৈ, বাৰিষা অহালৈ সিহঁত বৈ থাকে। বৰষুণ পৰাৰ লগে লগেই, নাইবা বসন্ত কালত যেতিয়া সূৰ্য্যৰ ৰ'দ মুৰৰ পোনে পোনে পৰেহি তেতিয়াই বিষাক্ত সাপ-বোৰ আকৌ পানীলৈ নামি যায়। পানীৰ ওপৰত ওপঙি ওপঙি ঘূৰি ফুৰে। দূৰৰ গজাৰি বনৰপৰা কিছুমান অজগৰ সাপো এই পানীলৈ নামি আহে। জালালীয়ে আকৌ দেখিলে, সেই ৰঙা চকু দুটাই একেৰাহে তাইলৈ চাই আছে। একো ভালকৈ ধৰিব নোৱাৰি। দ পানী—পানীৰ তলত ঘন আন্ধাৰ। নীলা নাইবা সেউজীয়া ৰঙৰ জোপোহাবোৰৰ মাজত কিজানিবা আৰু দুই এটা শেলেকু বিচাৰি পোৱা যায়—সেই লোভত জালালীয়ে পাতি হাঁহ এটাৰ দৰে পানীৰ তলত ডুব দি দি সেই ৰঙা চকু দুটাক মৰণ খেলা দেখুৱাবলৈ ধৰিলে।

ফেলু তেতিয়াও হাবিখিনিৰ মাজতে সোমাই আছে। মাজুবিবি যেন এই আহে এই নাহে। আহিলেই থাপ মাৰি ধৰি হাবিৰ মাজলৈ টানি লৈ যাব। কৰদৈ গছৰ ছাঁত বিবিৰ গাটো দেখা নেদেখা হৈ আছে। ইফালে ৰ'দ মূৰৰ ওপৰলৈ উঠি আহিছে; বিবি এতিয়াও ওলাই নাহিল, দেখাই নহ'ল। দূৰৈৰ বাস্তু পূজাৰ ঢাক-ঢোলৰ বাজনা কেতিয়াবাই বন্ধ হ'ল। পুখুৰীৰ পাৰত সেয়া বৰনবৌ। পথাৰত থিয় হৈ সোণে এনেয়ে টং টংকৈ কাঁহ বজাই আছে। পূজা শেষ হ'ল। এতিয়া তিল-তুলসী, কোষা-অৰ্ঘ্য-নৈবেদ্য আৰু অন্যান্য ভোজ্য দ্ৰব্য ঘৰলৈ লৈ যোৱা কাম আছে। ডাঙৰ বগা শিলৰ পাত্ৰত পায়সখিনি ধনবৌৱে লৈ গৈছে। ফল-ফুল, নতুন গামোচা, ঘট আৰু নাৰিকল লৈ ৰঞ্জিত গৈছে। পথাৰতে প্ৰসাদ বিতৰণো হৈছে। গাঁৱৰ যুৱক, বৃদ্ধ-বৃদ্ধা সকলোৱে প্ৰসাদ লৈ ঘৰলৈ উভতিছে। ৰাতি হ'লে হেজাক লাইট জ্বলিব। চৰকাৰহঁতে পুখুৰীৰ পাৰত চাৰি-পাঁচটা হেজাক লাইট জ্বলাব। অহা যোৱাৰ বাটত

ডে লাইট জ্বলাব। পথাৰৰ অন্যান্য ঠাইতো আৰু বহুত হেজাক লাইট জ্বলি উঠিব। সেই লাইটৰ পোহৰত গোটেই ৰাতি এই পথাৰ, গাঁও সকলো ডুব গৈ থাকিব। সুন্দৰ আৰৈ চাউলৰ ভাত আৰু ভেৰা ছাগলীৰ মঙহৰ আঞ্জাৰ গোন্ধ সমস্ত পথাৰত বিয়পি পৰিব। কথাটো ভাবিয়েই ফেলুৰ জিভাৰ পানী ওলাবলৈ ধৰিলে। ৰঞ্জিতে অলপ আঁতৰত ৰৈ মালতীলৈ চাই আছে; মালতী বৰ ব্যস্ত। তাই মানুহ কিছুমানক খিচিৰি আৰু পায়স বিলাই আছে। শীতৰ ৰ'দত বেছ এটা আমেজ লাগি আছিল। উত্তৰপৰা অহা বতাহত এটা ঠাণ্ডা ঠাণ্ডা ভাব। দুই-এজন মানুহে পেট ভৰাই খাই উঠি ৰ'দ পৰি থকা ঘাঁহৰ ওপৰতে বাগৰি শুই আছে।

সোণে তেতিয়া কাঁহখন পেলাই থৈ গৰু বাটেৰে দৌৰ দিছে। ফতিমাই সেইপিনেই ছাগলী এৰাল দিবলৈ আহি সোণক দেখি ইঙ্গিতেৰে ওচৰলৈ মাতিছিল। তাই কাছ এটা দেখিছিল, তাকে ধৰিবলৈ সোণক মাতিলে। শীতকাল। ঠাণ্ডাত কাছবোৰ বেছি সময় পানীত থাকিব নোৱাৰে। পাৰলৈ উঠি আহি ৰ'দ লয়; নাইবা মাটিত কেনিবা লুকাই থাকে। কেতিয়াবা হাল বাওঁতে নাঙলৰ ফালত কাছ ওলাই আহে। ফতিমাই কিন্তু সোণক প্ৰথমে কাছটো নেদেখুৱালে। বটগছৰ তললৈ সোণক টানি লৈ গ'ল। জোপোহা এটাৰ মাজত কি আছে সোণক চাবলৈ কৈ ফতিমা মনে মনে ৰৈ থাকিল। কোনোবা মানুহ, হয়তো পগলা ঠাকুৰো হ'ব পাৰে; ফতিমাই অন্ততঃ সেইবুলিয়েই ভাবিছিল। সোণাবাবুৰ পগলা বৰদেউতা, সময়ে অসময়ে পথাৰ পাৰ হৈ, সোণালী বালিৰ নদী পাৰ হৈ, নিৰুদ্দেশ হয়—তেওঁৱেই হয়তো আজি বেছি দূৰলৈ নগৈ এই আহঁত গছৰ তলতে জোপোহা বনৰ মাজত শুই শুই চৰাইৰ সৈতে কথা পাতি আছে। ফতিমা সৰু ছোৱালী, চামুৰ একেজনী ছোৱালী। তাই ধৰিবই পৰা নাই—সেয়া পগলা ঠাকুৰ নহয়, সেইটো অন্য মানুহহে, সেইটো ফেলু চেখ্। ফেলু চেখে তেতিয়াও, মনে মনে, তাৰ পৰাণতকৈও প্ৰিয়, মৰণতো যাৰ কথা পাহৰিব নোৱাৰি—সেই পৰম আশ্চৰ্য্য যুৱতী

ৰমণীক থাপ মাৰি হাবিৰ মাজলৈ টানি নিবৰ কাৰণে আত্মগোপন কৰি ৰৈ আছে।

সোণে জোপোহাটোৰ ওপৰত আঁতৰৰপৰা উঁকি মাৰি মাত দিলে,— ৰৰদেউতা! সোণে ভাবিলে, সম্পূৰ্ণ মানুহৰ দৰেই যেতিয়া সেয়া পগলা ৰৰদেউতাৰ বাহিৰে আৰু কোন হ'ব পাৰে! এই অঞ্চলত তেওঁৱেই একমাত্ৰ মানুহ, যাৰ কাৰণে পূজা-উৎসৱ, পথাৰ সমাৰ, গছ-গছনি সকলো সমান।

ফেলুৱে সিফালে মুখ কৰি ইমান নিবিষ্টমনে বহি আছিল যে, অন্য কোনোপিনে তাৰ খেয়াল নাছিল। হঠাৎ কাৰ মাত? কোনে মাতিলে পাছফালৰ পৰা? হাবিৰ মাজত ফেলুৰ মুখ-গা একো ভালকৈ দেখা নাপায়; মাত্ৰ ভৰি দুখন অলপকৈ হাবিৰ বাহিৰত দেখা হৈ আছিল; তাকে দেখি ধনকৰ্তাৰ সৰু পুতেকে গম পালে হাবিৰ মাজত মানুহ সোমাই আছে। সিহঁত দুয়োটা এতিয়া বগুৱা বাই হাবিৰ ভিতৰত সোমাব খুজিলে। ফেলু ধৰ্ফৰাই উঠি বহিল। সি হাবিৰপৰা ওলাই দৌৰ দিবনেকি ভাবিলে; কিন্তু লৰালৰি কৰিলে কিবা সন্দেহ হ'ব আৰু ধৰা পৰি যাব পাৰে। সি কিবা এটা বিচৰাৰ ভাও জুৰিলে। তাৰ যেন কিবা এটা হেৰাইছে।

সোণ আৰু ফতিমাই ভাবিবই পৰা নাই ফেলুৰ নিচিনা মানুহ এটা হাবিৰ মাজত তেনেকৈ সোমাই থাকিব পাৰে। সোণে ক'লে তুমি!

ফেলুৱে চকুৱে মুখে এনে এটা ভাব কৰিলে যেন তাৰ কিবা এটা হেৰাইছে। সি ক'লে, এই হাবিৰ মাজত কিবা গছৰ শিপা এডাল বিচাৰিছোঁ।

—কি কৰিবা?

—হাত যোৰা লগাবৰ কাৰণে।

সোণে সুধিলে, পালানে?

—নাই বাপু নাপালোঁ। ক'ত যে থাকে—এইবুলি কৈ ফেলুৱে ফতিমাৰ পিনে চকু পোন্দোৱাকৈ চাবলৈ ধৰিলে। ইতিমধ্যে সোণ আৰু ফতিমাও

হাবিৰ ভিতৰত সোমাই পৰিছে। ফেলুৱে সোণক আৰু একো নক'লে। কেৱল ফতিমাৰ পিনে চাই ভোৰ ভোৰাবলৈ ধৰিলে। চামুৱে জীয়েকক বৰ আসৈ দিছে। হোঁহ্—তাইক আকৌ ইংৰাজী শিকায়! ইমান অধৰ্ম ভাল নহয়, ফেলুৱে ভাবিলে। হঠাৎ তাৰ মনত পগলা ঠাকুৰৰ মুখখন ভুঁাহি উঠিল। লগে লগে এটা অধৰ্মৰ ভাবো তাৰ মনত খেলালে। তাৰ হাতখনলৈ এবাৰ চালে। এতিয়া ফেলুৰ প্ৰতিপত্তি কমি গৈছে। তাৰ বিবি আম্নু—তায়ো যেন তাক ভয় নকৰা হৈছে; তেল অনাৰ কথা কৈ কোন কাহানিবাতে হাজি চাহাবৰ সৰুবিবিৰ ওচৰলৈ গ'ল—এতিয়াও ঘূৰি অহা নাই! সৰুবিবিৰ ওচৰলৈকে গৈছে নে সৰু চাহাবৰ ওচৰলৈকে গৈছে কোনে জানে? ফেলুৱে ভাবিলে, সোনকালে ওলাই যোৱাই ভাল হ'ব। বিবিৰ কথা মনলৈ অহাৰ লগে লগেই সি ঘৰলৈ বেগাই খোজ দিলে। সোনকালে গৈ পাবলৈ হ'লে বাৰী এখনৰ মাজেদি যাব লাগিব। ডাঠ বাঁহনি আৰু বেতনি। ভিতৰখন আন্ধাৰ। দিনৰ ভাগতো সেইপিনে যাবলৈ হ'লে গাটো কিবা ৰিম্‌ঝিম্ লাগে। কাষতে গাঁৱৰ কবৰখানা। ফেলুৱে হন্ হন্কৈ খোজ লৈছিল। বাঁওহাতত অকণো শক্তি নাই। কঞ্চিত মন্ত্ৰ শুনোৱা কড়ি ওলমি আছে। যদি বিবিয়ে এতিয়াও চং কৰি ঘূৰি ফুৰিছে—সি বিচাৰি গৈ পেটতে এটা গোৰ শোধাই দিব। ভবাৰ লগে লগে তাৰ শৰীৰটো আৰু দাঁতকেইটা কট্‌কটাই উঠিল। ঠিক তেনেতে হঠাৎ ফেলুৱে দেখিলে তাৰ বিবি—বাঁহনিৰ অন্ধকাৰৰ মাজৰপৰা বাহিৰলৈ ওলাই আহিছে। কিন্তু হাতখন; হায় তাৰ হাতখন! পঙ্গু হাতখনেৰে সি যে একোৱেই কৰিব নোৱাৰে। বাৰীখনৰ মাজৰপৰা ওলাই অহাৰ লগে লগে সি চিঞৰি উঠিল—তই—আম্নু!

আম্নু নৰ'ল। এইটো মানুহলৈ আৰু তাইৰ এতিয়া একো ভয় নালাগে। কাষেদি আগুৱাই যোৱাৰ সময়ত তাই ক'লে, তুমি কি ধৰণৰ মানুহহে? কাউৰী খেদিবলৈ কৈ আহিলোঁ, তুমি আহি ইয়াত ঘূৰি ফুৰিছাহি।

—তই এই হাবিত সোমাই কি কৰিছিলি?

—তোমাকে বিচাৰি আহিছিলোঁ।

—হোঁহ্—এইও ঠাট্টা কৰিব পৰা হ'ল!

ফেলুৱে এতিয়া কাৰ পেটত গোৰ মাৰিব ঠিক কৰিব নোৱাৰিলে। খঙে-দুখে সি যেন তাৰ নিজৰ পেটতে এটা গোৰ শোধাব! তাৰ বিবিয়েও বুজি পাইছে, সি পঙ্গু হৈ গৈছে! গতিকে কোনে কাৰ পেটত এতিয়া গোৰ মাৰিব? আমুৱে হাবিৰ ভিতৰত সোমাই কুলীন যুৱতী কন্যাৰ দৰে যেন একাদশীৰ শান্তি পানী খাই আছিল। ফেলুৱে অতি কাতৰ কণ্ঠেৰে ক'লে, তই ভাবিছ মই একো বুজি পোৱা নাই। হোহ্ কাউৰী খেদিব লাগে!

—আৰু তুমি ভাবিছা ময়ো একো বুজি পোৱা নাই?—ফেলুৰ মুখৰ ওপৰত আমুৱে যেন বাঢ়নিৰে কোব এটা মাৰি দিলে।

—গাভৰু ছোৱালী, তই সুবুজি কোনে বুজিব ক।—সেইবুলি কৈ ফেলুৱে আৰু কথা নবঢ়ালে। অলপ দূৰত এজোপা কঠাল গছত সোণ আৰু গছৰ তলত ফতিমা। সোণে ফতিমাৰ ছাগলীটোক কঠালৰ পাত আৰু ঠাল ভাঙি ভাঙি দিছে। ফেলুৱে গোলমাল কৰিলে নাইবা বেছি চিঞৰ-বাখৰ কৰিলে সোণ আৰু ফতিমা ওচৰ চাপি আহিব পাৰে আৰু সিহঁতে আহি হয়তো সকলো কথা উলিয়াই দিব পাৰে। সেই সময়ত সি বটগছৰ তলত হাবিৰ মাজত সোমাই থকা বুলি জানিলেই আমুৱে বুজি পাব—সি মাজুবিবিক গোপনে লগ পাবলৈ পাং পাতিছিল। সেই কাৰণে সি মনে মনে থাকিল আৰু আমুৰ শৰীৰত থকা অশুচি গোন্ধটো সি হজম কৰি থলে। সি মাত্ৰ চিঞৰি ক'লে—ঐ, গা ধুই ঘৰত সোমাবি, নহ'লে সুদাই নেৰিছোঁ। এইদৰে আমুৰ কথাটো হজম কৰি লোৱাৰ পিছত তাৰ সকলো খং আকৌ পগলা ঠাকুৰৰ ওপৰত পৰিলগৈ। সেই হাতী লগাই তাৰ হাত দুখন ভাঙি এতিয়া হাবিৰ চৰাই উৰাই ফুৰিছে। মানুহটোক যদি এই বাঁহবাৰীৰ মাজত পালেহেঁতেন তেন্তে তেওঁক আজি পীৰ কৰি এৰিলেহেঁতেন! খং আৰু বিদ্বেষত সি জ্বলিপুৰি মৰিবলৈ

ধৰিলে। ইফালে বিবি আম্নুৱে তেল নিবলৈ অহাৰ নাম কৈ তাক মাছ ৰাখিবলৈ বৈ এই হাবিৰ মাজত কি কৰিছিলহি—সেইবোৰ সকলো যেন তাৰ জনা আছে।

কিন্তু অসহায় ফেলুৱে হাত দুখন ওপৰলৈ তুলিব খুজি দেখিলে, সি একেবাৰে নিশকতীয়া বেমাৰী হৈ পৰিল। এনে এজনী 'জবৰদস্ত' বিবিৰ সৈতে সি আৰু এই জীৱনত হয়তো লাগিব নোৱাৰিব ; পৰা হ'লে এই অন্ধকাৰ হাবিৰ মাজতে আজি সাংঘাতিক ঘটনা এটা ঘটি গ'লহেঁতেন। অথচ সি এতিয়া অতি শান্ত ভাল মানুহৰ দৰে আম্নুৰ পাছে পাছে গৈ আছে, যেন আম্নুৰে সৈতে সি এতিয়া কাৰোবাৰ ঘৰৰ পৰা নিমন্ত্ৰণ খাই ঘূৰি আহিছে ; সিহঁতৰ মাজত একো বিৰাগ ভাব নাই ! অতি শান্ত ভাৱে সিহঁত দুয়ো হাবিৰ মাজে মাজে গৈ আছে। দূৰত তেতিয়া আকৌ ঢাক-ঢোল বাজিছে। মালতীয়ে প্ৰসাদ বিলাই আছে। চাৰিওপিনে নীলা ৰঙা কাগজৰ পতাকা বতাহত উৰিছে। পূজা-প্ৰাঙ্গণত ধকধকীয়া বগা থান কাপোৰ পিন্ধি মালতীয়ে মানুহক পূজাৰ পায়স খুৱাইছে। মালতী—নিষ্ঠাৱতী, ধৰ্মাচৰণেই যাৰ একমাত্ৰ সম্বল,—যি মালতীয়ে সেই হাঁহটোৰ কাৰণে, হাঁহটো হেৰোৱাৰ দুখত গোটেই ৰাতি বৰষুণত তিতি নিঃশব্দে নীৰবে ঘূৰি ফুৰিছিল—সেই যুৱতী মালতী—বিধবা মালতী।

কঠালগছৰ ডালত সোণ। দুষ্ট পখিলাৰ দৰে ফতিমাই গছজোপাৰ চাৰিওপিনে দৌৰিছে, জপিয়াইছে আৰু ছাগলীটোৰ কাৰণে কঠালপাত গোটাইছে। সোণে ছাগলীটোৰ কাৰণে গছৰ ঠাল ভাঙি ভাঙি দি আছে। সৰু ছাগলী পোৱালিটোৱে কঠালপাত খাবৰ কাৰণে পাছ ভৰি দুটাত ভৰ দি জপিয়াই আছে। ছাগলী পোৱালিটোৰ পাত খোৱাৰ আনন্দ দেখি উৎসাহিত হৈ কঠাল গছৰ কুমলীয়া পাতবোৰ এফালৰপৰা ছিঙি দিছিল। ছাগলীটোৰ কাষত এতিয়া কঠালপাতৰ এটা দ'ম। সোণ জাপ মাৰি গছৰপৰা নামিল। লগে লগে ফতিমাই ক'লে,—যাবানেকি সোণাবাবু ?

—ক'লৈ ?

—বকুল ফুল আনিবলৈ—

—কিমান দূৰ ?

—বেছি দূৰ নহয়—

তাই আঙুলি টোঁৱাই দেখুৱাই ক'লে,

—সৌ যে হাচান পীৰৰ দৰগা দেখিছা তাৰ সোঁফালে টেবাৰ পুখুৰী ; আমি পুখুৰীৰ পাৰে পাৰে যাম।

—সৰু খুড়াই বকে যদি—

—যাম আৰু আহিম। একে দৌৰে যাম আৰু একে দৌৰে আহিম।

সোণে চাৰিওপিনে চালে। পূজা-পাৰ্বণৰ দিন ; কাৰো কেনিও লক্ষ্য নাই। লালটু আৰু পলটু সৰু খুড়াকৰ সৈতে যজ্ঞৰ ভোগ ৰন্ধা ঠাইত আছেগৈ। সৰু মামাক চৰকাৰহঁতৰ বাস্তুপূজালৈ গৈছে। শোভা, আবু আৰু কিৰণীয়ে পূজাৰ প্ৰসাদ খাই খাই ঘূৰি ফুৰিছে। এই পূজাৰ দিনত কোন ক'লৈ যায়, কোনে খবৰ ৰাখে! পগলা বৰদেউতা পুৱাতেই কেনি ওলাই গ'ল কোনেও নাজানে। সোণে মনে মনে ভাবিলে, বেছি পলম হ'লে সকলোৱে ভাবিব, সোণ বৰদেউতাকৰ লগত গৈছে। তাকে ভাবি সি ফতিমাৰ কথাত মান্তি হ'ল আৰু দুয়ো পথাৰৰ মাজেৰে লৰ মাৰিলে। বিৰাট পথাৰখনৰ উত্তৰে গ'লেই হাচান পীৰৰ দৰগা। দৰগাৰ কাষেৰে গোপাল ডাক্তৰ চাইকেল লৈ নামি আহিছে। গোপাল ডাক্তৰে সিহঁতক দেখি পেলোৱাৰ ভয়ত সিহঁতে খাল এটালৈ নামি গ'ল। দুয়ো তললৈ মুৰ গুজি মনে মনে বহি থাকিল। প্ৰকাণ্ড পথাৰখনত অকলে অকলে সোণ আৰু ফতিমাক ঘূৰি ফুৰা দেখিলে গোপাল ডাক্তৰে কিবা আশঙ্কা কৰিব পাৰে।—কি সাহস তহঁতৰ—ক'ত ঘূৰি ফুৰিছ। ব'ল, ব'ল, এইদৰে ঘৰলৈ বুলি ওভোতাই লৈ আহিব পাৰে—নাইবা কিবা কিবি কথা কৈ তিৰস্কাৰো কৰিব পাৰে ; তাৰ উপৰি গৈ যদি ঘৰত খবৰটো দি দিয়েগৈ—তেন্তে ঈছম তৰমুজ খেতি এৰি দৌৰি আহিব আৰু পথাৰত নাইবা বিলৰ পাৰত চিঞৰি চিঞৰি মাতিবহি, সোণাবাবু, ক'ত আছা সোণাবাবু—

বহুত দিনৰ আগৰ কথা। সোণে সেইদিনা অকলে অকলে তৰমুজ খেতিৰ পথাৰ পাইছিলগৈ। সেইবাৰ সেইদৰে সোণ প্ৰথমবাৰৰ কাৰণে বাহিৰলৈ ওলাই গুচি গৈছিল। সেয়া কিমান দিনৰ আগৰ কথা—দক্ষিণপিনৰ পথাৰলৈ সি ওলাই গৈছিল—সোণালী বালিৰ নদীৰ চাপৰিত তৰমুজৰ খেতিৰ মাজত সি হেৰাই গৈছিল, কিমান দিনৰ আগতে, বৰ ভালকৈ সোণৰ মনত নাই, কিন্তু সেই তৰমুজৰ খেতি, মালিনী মাছ আৰু বৰমিঞাৰ দুই বিবি, দুৰ্গা গোসাঁনীৰ নিচিনা মুখ, নাকত নথ দুলিছিল, কি যেন ৰোমাঞ্চ সিহঁতৰ জীৱনত, সোণেও যেন এতিয়া সেই এক ৰোমাঞ্চৰ লোভত ওলাই আহিছে। ফতিমাই কাপোৰ এখন গামোচাৰ দৰে গাত মেৰিয়াই লৈছে; গাত ফ্ৰক নাই। খালী গা। ফতিমাৰ নাকতো নথ দুলিছে! কাণত পিতলৰ মাকড়ি। তাইৰ নাকৰ মাজতে সোণৰ নাকচাবি এটা। নাকচাবিটো চেপেটা জোনৰ দৰে। কথা নাই বতৰা নাই, সোণে ফতিমাৰ নাকটো চেপি ধৰি নাক চাবিটো কেনেকৈ নাকত ওলোমাই পিন্ধি আছে চাবলৈ ধৰিলে। ফতিমাৰ নাকটো বৰ ধুনীয়া দেখিছিল সি। সোণাবাবুৰ গাত চন্দনৰ গোন্ধ লাগি আছিল। আৰু মুৰত কি সুমধুৰ গোন্ধ! সোণাবাবুৱে তাইৰ নাকৰ পাহিটো লুটিয়াই বিন্ধাত লগাই থোৱা চেপেটা জোনৰ মুখখন উঁকি মাৰি চাইছে।

ফতিমাৰ শৰীৰটো আনন্দত সিৰসিৰকৈ কঁপি উঠিছিল। তাই ক'লে, সোণাবাবু, ব'লা। গোপাল ডাক্তৰ পাৰ হৈ গ'ল। দূৰত—পথাৰৰ মাজৰ আলিবাটত গোপাল ডাক্তৰৰ চাইকেলৰ ঘন্টি বাজিছে। এতিয়া পথাৰত বা নদীৰ চাপৰিত ক'তো শস্য নাই। সকলোপিনে শূন্য আৰু উদং। মাথোন অ'ত ত'ত দুই এজোপা জোপোহা বন; গতিকে সিহঁতে ভাবিলে দৌৰি গুচি গ'লে মানুহে দেখাৰ সম্ভাৱনা কম। কিন্তু দৌৰি গৈ থাকোঁতে সিহঁতে দেখিলে, টেবাৰ পুখুৰীৰ পাৰৰ পথাৰেদি পগলা বৰদেউতা গৈ আছে। তেওঁ হন্ হন্ কৈ বিলৰ পিনে খোজ লৈছে। সোণে আৰু এক মুহূৰ্তও পলম নকৰিলে। সি যেন হঠাৎ বৰদেউতাকক

দেখা পালে, সেই ভাবত চিঞৰি চিঞৰি তেওঁক মাতিবলৈ ধৰিলে, কিন্তু মানুহটো হন্ হন্ কৈ গৈছে, যে গৈয়েই আছে। সিফালে ঢাক-ঢালৰ বিৰাম নাই। বলি কটা খৰ্গত তেজ লগাৰো যেন শেষ নাই। সোণ আৰু ফতিমাৰো দৌৰি থকাৰ যেন শেষ নাই। সিহঁতে দৌৰি থাকোঁতে বৰদেউতাকক ৰিঙিয়াই ৰিঙিয়াই মাতি গৈছিল। কিন্তু কোনে কাৰ কথা শুনে! এসময়ত বৰদেউতা পুখুৰীৰ পাৰৰ হাবিৰ মাজত অদৃশ্য হৈ পৰিল।

পথাৰত সকলো সময়তে শস্য নাথাকে! এই সময়ত কিছুমান ঠাই একেবাৰে শুকান শুকান, ক'ৰবাত ক'ৰবাত ধপাতৰ খেতি হৈছে আৰু ওখ ঠাইবিলাকত পিয়াজ, নহৰু আৰু বন্ধাকবিৰ খেতি। চহকী খেতিয়ক প্ৰতাপ চন্দই পুখুৰীৰপৰা পানী তুলি পিয়াজ, নহৰু আৰু বন্ধাকবিৰ খেতিত পানী দিয়াৰ ব্যৱস্থা কৰি দিছে। পথাৰৰ আলিয়ে আলিয়ে দুটি অকণি অকণি ল'ৰা-ছোৱালী দৌৰি গৈ আছে। ওখ ঢাপৰপৰা নামি মাঝিহঁতৰ বহল পথাৰখন পাৰ হৈ সিহঁত দৌৰি গৈ আছে। অসময়ত হাবিৰ মাজত বকুল গছত গুটি লাগিছে। সিহঁত বকুল গুটি বিচাৰি দৌৰিছে। ফতিমাই বকুলগুটি বুটলিব, লগত আছে তাইৰ—'সোণাবাবু'। ভৰদুপৰৰ ৰ'দ; শীতৰ সূৰ্য্য মূৰৰ ওপৰত; সিহঁতৰ ঠাণ্ডা লগা নাই। সিহঁতে সুদা ভৰি আৰু সুদা গাৰে দৌৰিছে; যেন শহাপহু—ভয় খাই বনৰপিনে পলাইছে।

হঠাৎ সোণে ভাবিলে, সিহঁত বহুত দূৰ গুচি আহিছে। সমুখত প্ৰকাণ্ড হাবি। এইবাৰ সোণৰ ভয় লাগিল। সিহঁতে যদি বাট হেৰুৱাই ঘৰলৈ ঘূৰি যাব নোৱৰা হয়!

ঠাইখন বৰ নিৰ্জন, পুখুৰীটো অতি পুৰণি। মৰা পুখুৰীটোত মেটেকাৰে ঠাহ খাই আছে। পুখুৰীৰ পাৰে পাৰে বিচিত্ৰ গছ-গছনি লগ লাগি এখন ডাঠ হাবি হৈ পৰিছে। চাৰিওপিনে নানান লতা জাতীয় গছ।

কেৱল মাজেদি খোজকাঢ়ি যাব পৰা এটা লুংলুঙীয়া বাট। বাটটোত শুকান ঘাঁহ আৰু শুকান গছৰ পাত। অ'ত ত'ত গছৰ শুকান ডাল আৰু চৰাইৰ পাখি পৰি আছে। বোধহয় মূৰৰ ওপৰত থকা এজোপা পুৰণি প্ৰকাণ্ড অৰ্জুন গছৰ ডালত চৰাইৰ বাঁহ আছে। গছজোপাৰ তলত মাছ গৰু মানুহ—কত ৰকমৰ জীৱৰ হাঁড়—কিমান দিনৰপৰা যে তাত পৰি আছে। কাষতে এজোপা প্ৰকাণ্ড কৰৈ গছ। গছজোপা ডালপাতেৰে ওখ হৈ হৈ যেন আকাশ চুব খুজিছে। গছজোপাৰ গাত কিছুমান খোৰোং—জঠৰ হৈ গছডাল থিয় হৈ আছে। একাষত কিছুমান শুকান মৰা ডাল। জাক জাক শগুণে শাৰী পাতি ডালবোৰত পৰি আছে।

সোণ আৰু ফতিমাই লৰি গৈ থাকোঁতে হাবিৰ মাজৰ সেই অৰ্জুন গছজোপাৰ ওচৰ পালেগৈ আৰু গছজোপাৰ তলেদি যাবলৈ এটায়ো সাহ কৰিব নোৱাৰিলে। কিন্তু এইখিনি পাৰ হৈ যাব নোৱাৰিলে যে বকুল গুটি অনা নহ'ব! বকুল গছজোপা বৰ ডাঙৰ নহয়—সৰু গছ। হাবিৰ মাজত গছজোপা বিচাৰি উলিয়াওঁতেও টান হ'ব। ফতিমাক গছজোপাৰ খবৰ দিছিলে জোটনে, আবেদালিৰ বায়েক জোটনে। জোটন আহিছিল আবেদালিৰ কাৰণে মুৰগী এটা লৈ। মুৰগীটো বান্ধি থৈ তাই হাজি চাহাবৰ বাৰীৰ জেওৰাখনৰ ওচৰলৈ গৈছিল। হাজি চাহাবৰ সৰুবিবি সেইখিনিতে বৈ আছিল। জোটন সৰুবিবিৰ লগত কথা পাতিবলৈ গৈছিল; কিন্তু সৰুবিবিয়ে হঠাতে ক'লে, হেৰ' মুৰগীটো পথাৰৰ পিনে গ'লগৈ। জোটনে মুৰগীটো খেদি গ'ল; কিন্তু তাইৰ ভাব হ'ল—অলপ দূৰেদি কিবা এটা দৌৰি গৈ আছে; কুকুৰ বা মেকুৰী—কিবা এটা—দূৰত—পথাৰেদি দৌৰি গৈ আছে। অলপ দূৰ গৈয়েই জোটনে হাজি চাহাবৰ সৰু পুতেকক লগ পালে। সি এনেয়ে কৈ দিলে—সৌৱা সৌটো মুৰগী—সৌপিনে গৈ আছে।— সেইবুলি সি এনেয়ে পথাৰৰ পিনে হাত তুলি দেখুৱাই দিলে।

জোটনে আবেদালিক খুৱাবলৈ বুলি মুৰগীটো চুৰ কৰি আনিছিল।

তাইৰ ধাৰণা হ'ল, মুৰগীটো এতিয়া সুবিধা পাই নিজৰ গাঁৱৰ পিনে গুচি গৈছে। মৌলবী চাহাবৰ এইটো বৰ মৰমৰ মুৰগী। মুৰগীটো পলাই পথাৰে পথাৰে উভতি ঘৰলৈ দৌৰ মাৰিছে। জোটনে লৰ মাৰি গৈ মুৰগীটো ধৰাৰ কথা ভাবিলে। যদি মুৰগীটো উভতি গৈ ঘৰ ওলাইগৈ আৰু যদি মৌলবী চাহাবে গম পাই, জোটনে তেওঁৰ মুৰগীটো বাটৰপৰা ধৰি চুৰ কৰি লৈ গৈছিল, তেন্তে আৰু ৰক্ষা নাই। সেয়ে জোটনে যেতিয়া কিছু দূৰত অস্পষ্টভাৱে মুৰগীটো দেখা যেন পালে, টেবাৰ পুখুৰীৰ পাৰৰ হাবিখিনিলৈ কিবা এটা সোমাই যোৱা যেন দেখিলে তেতিয়া আৰু তাই দৌৰ নিদিয়াকৈ থাকিব নোৱাৰিলে। তাই আবেদালিক খুৱাবলৈ ইমান চখ কৰি, অত কষ্ট কৰি মুৰগীটো ধৰি আনিছিল, এতিয়া মুৰগীটো উধাও! তাই আৰু তাকে ভাবি নাথাকি আঁঠুৰ ওপৰলৈকে কাপোৰ-কানি তুলি লৈ মুৰগীটো ধৰিবলৈ লৰ মাৰিলে। দৌৰি দৌৰি গৈ তাই টেবাৰ পুখুৰীৰ পাৰত উঠিলগৈ।— কাষত ডাঠ হাবি। তাৰ ভিতৰত বাট বিচাৰি পোৱা টান। কিজানিবা মুৰগীটো ক'ৰবাৰ জোপোহাৰ মাজত মনে মনে বহি আছে, তাই জুমি চাবলৈ ধৰিলে।

সেই সময়ত হাজি চাহাবৰ সৰুবিবিয়ে মুৰগীৰ ডিঙিটো টেপা মাৰি ধৰি আছিল ; তাৰ পাছত মুৰগীটোৱে জানোচা কঁ্যা কঁ্যা শব্দৰে চিঞৰি দিয়ে তাকে ভাবি মুৰগীৰ ডিঙিটো কাটি হাতৰ মুঠিৰ মাজত টানকৈ ধৰি থাকিল—আৰু ঠিক তেতিয়াই সিফালে জোটনে বনৰ মাজত মুৰগীটো বিচাৰি আছিল—হায় মুৰগী—তই ক'লৈ গ'লি! হাবিৰ মাজে মাজে মুৰগী বিচাৰি বিচাৰি জোটনে মুৰত থপৰিয়াবলৈ ধৰিলে। তেনেতে হঠাৎ এবাৰ জোপোহা এটাৰ মাজেৰে মুৰগীৰ মুৰৰ ৰঙা ফুলটোৰ দৰে কিবা এটা দেখি তাই প্ৰায় হামখুৰি খাই জোপোহাটোৰ ওপৰত জপিয়াই পৰিল। কিন্তু হায়! জোপোহাটোৰ সিফালে তাই দেখিলে—ওলমি থকা গছৰ ডাল এটাত ৰঙচুৱা বকুল গুটি। অবতৰত গছৰ ডালত বকুল গুটি লাগিছে। কেইটামান পকা গুটি তলত পৰি আছে। কাষেদি এটা

বোন্দা মেকুৰী নে ভতুৱা কুকুৰ পাৰ হৈ গ'ল। জাৰকালিৰ পাতল ৰ'দৰ ক্ষীণ পোহৰত জন্তুটো কি আছিল তাই ধৰিব নোৱাৰিলে। তাই ঠিক কৰিলে—মুৰগীটো যেতিয়া পলাই গ'লগৈ—গতিকে পাইছে যেতিয়া মুৰগীৰ সলনি বকুল গুটিকে দুটামান বুটলি লোৱা যাওক। তাই বকুল গুটি কেইটামান তুলি ল'লে আৰু সেইকেইটা আনি ফতিমাৰ হাতত দিলেহি। আৰু ক'লে, সেই আচৰিত বকুল জোপা সৌ হাবিখনৰ মাজত লুকাই আছে।

এতিয়া সেইজোপা গছকে বিচাৰি আহি হঠাৎ সোণৰ ভয় লাগি গৈছে। সি ক'লে, ফতিমা মোৰ ভয় লাগিছে।

—ভয় কিহৰ ? আহাঁ মোৰ লগত।—সেইবুলি ফতিমাই সোণৰ হাতত ধৰি অলপ আঁতৰত থকা কৰৈ গছজোপাৰ পিনে চালে। প্ৰকাণ্ড প্ৰকাণ্ড শগুণবোৰ নিবিষ্টমনে তাত বহি আছে। কৰৈ গছজোপাৰ পিনে চালেই সোণৰ ভয়টো বাঢ়ি যায়। সিহঁতে এবাৰ ৰঙা বীট শগুণটো দেখা পালে। সি গছৰ একেবাৰে মূৰৰ ডালত ছাঁৰ দৰে বহি ক'ত মৰাশ ওলাইছে, বতাহত তাৰ গোন্ধ শুঙি শুঙি চাৰিওপিনে উমান ল'বলৈ চেষ্টা কৰি আছিল। অন্য শগুণবোৰে ঠোঁট গুজি গুজি বোধহয় টোপনিয়াই আছিল। শগুণবোৰৰ দুই এটাই ডিঙি বেঁকা কৰি কৰি সোণহঁতৰ ফালে চালে—সৰু সৰু পুতলাৰ দৰে মনুষ্যকুলৰ জীৱ দুটা সিহঁতৰ গছজোপাৰ তলতে থিয় হৈ আছে। শগুণৰ ৰজা বীট শগুণটো জাগি আছে; সিয়েই বাকীবোৰক চিকাৰৰ খবৰ দিব। সি মূৰ ওপৰলৈ তুলি চাই থাকিব আকাশৰ কোন ঠাইত চৰাই উৰিছে, কিমান চৰাই উৰিছে······আৰু যদি মৰাশৰ গোন্ধ ভাঁহি আহে, সিয়েই প্ৰথম ডেউকা দুখন বতাহত মেলি দিব; তাৰ পিছত আকাশৰ বুকুলৈ উৰা মাৰিব—তেতিয়া এনে লাগে যেন এই ডাঙৰ ডাঙৰ চৰাইবোৰ নিৰ্বাণ লাভৰ কাৰণে কোনো এক অদৃশ্য জগতৰ সন্ধানত উৰি গৈছে।

কিন্তু বীট শগুণটো উৰি যোৱাৰ সলনি মূৰ ঘূৰাই ঘূৰাই তললৈ—সিহঁতৰ পিনে চাবলৈ ধৰিলে। ফতিমাৰো তাক দেখি ভয় লাগি গ'ল।

এনেয়ে ফতিমাৰ বেছ সাহস। তাই অকলে অকলে বাৰীত ছাগলী এৰাল দিবলৈ আহে, চানকিত নাস্তা লৈ মূৰত তুলি পথাৰত থকা বাপেকহঁতক দিবলৈ যায়। তাইৰ মূৰতকৈ ভালেখিনি ওখ ওখ ঘন মৰাপাটৰ খেতি—তাৰ মাজেদিয়েই মূৰৰ সেওঁতাৰ দৰে লুংলুঙীয়া নির্জন আলি। ছাগলীৰ এৰাল ধৰি ধৰি তেনে আলিয়েদি কিমান দিন তাই অকলে অকলে অহা যোৱা কৰিছে ; কোনোদিনেই তাই ইমান ভয় কৰা নাছিল। কিন্তু সেই ফতিমায়ো আজি ভয় খাই গৈছে। বীট শগুণে আকৌ এবাৰ সিহঁতলৈ চোৱাৰ লগে লগে তাই সোণৰ হাতখন ধৰি লৰ মাৰিবলৈ ধৰিলে।

যেন এই গছজোপাৰ গুৰিতেই সাধুকথাৰ সেই ৰত্নৰাজ্যৰ সদৰ দুৱাৰ। গছজোপাই ৰাক্ষসৰ দৰে সদৰ দুৱাৰত পহৰা দি আছে। সদৰ দুৱাৰ পাৰ হ'ব পাৰিলেই সেই বকুল ফুলৰ ৰাজকন্যাক লগ পোৱা যাব। ফতিমাই সাহ কৰি সেই আচৰিত ঠাই টুকুৰালৈ সোণক হাতত ধৰি জোৰকৈ লৈ গ'ল ; চৰাইৰ পাখি, মাছৰ হাড়, মানুহৰ হাড় আৰু চৰাইৰ মলমূত্ৰ পাৰ হৈ হাবিৰ আৰু ভিতৰলৈ সোমাই গ'ল। সিহঁতে দেখিলে কিছুমান বিচিত্ৰ ৰঙৰ সৰু সৰু চৰাই উৰি ফুৰিছে। সিহঁতে কিচিৰ্ মিচিৰ্কৈ মাতি আছিল। কিছুমান পখিলাও উৰি আছে। এটা নাইপিয়া সাপে মুখখন মেলি ডাল-পাতৰ মাজেৰে মূৰ উলিয়াই সিহঁতৰ পিনে চাই আছিল। ঠাইখন বৰ নির্জন নিঃসঙ্গ লাগিল সোণৰ। ক'তো কোনো মানুহৰ শব্দ শুনিবলৈ নাই। দূৰত কোনোবাই কাঠ কাটিছে, তাৰ শব্দ ভাঁহি আহিছিল। ঢাক-ঢোলৰ শব্দ কাণ পাতিলেহে, ইয়াৰপৰা শুনা যায়। সিহঁতে এনে এখন ঠাইৰ মাজত সোমাই পৰি এই প্ৰথম অতি অসহায় দৃষ্টিৰে পৰস্পৰ দুয়ো দুয়োৰে চকুলৈ চালে।

ফতিমাই ক'লে, সোণাবাবু, তোমাক ছুই দিলোঁ যে—ঘৰলৈ গৈ গা ধুব লাগিব।

লগে লগে সোণৰ মাকলৈ মনত পৰি গ'ল, সি ক'লে, তই মোক কেলেই ছুই দিলি ?

—মই ছোৱা নাই, তুমিহে ছুলা—মোৰ নাকৰ নাকচাবি ছোৱা নাছিলা তুমি? মায়ে শুনিলে মোক আকৌ মাৰিব।

—সোণৰ চুচকুত সেই পূৰ্বৰ দৃশ্যটো আহি ভঁাহি উঠিল; সি ফতিমাৰ আঁচলত পখিলা বান্ধি দিয়াৰ বাবে মাকে সেইদিনা তাক খুব মাৰিছিল। এতিয়া আকৌ ফতিমাই তাক ছুই দিয়া কথাটোত তাৰ ভয় লাগিল। সি ফতিমাক ক'লে,—তই মকবি, মই তোক ছুইছোঁ বুলি মাক কৈ নিদিবি।

—মই কিয় ক'বলৈ যাম?

—ক'লে কিন্তু মোক মায়ে ঠিক মাৰিব।

—মই কেতিয়াও নকওঁ।

—তিনি সইত্?

—তিনি সইত্।

সোণ যেন কিছু নিশ্চিন্ত হ'ল; ফতিমাই নক'লে কথাটো কোনেও জানিব নোৱাৰে।

চাৰিওপিনে প্ৰকাণ্ড প্ৰকাণ্ড গছ। বিভিন্ন অচিনাকি গছ। হাবি-লতা, জঙ্ঘল, গছ-গছনি সকলো মিলি এখন অগাধ অৰণ্য। সেই অৰণ্যৰ মাজত সিহঁত দুয়ো বকুল গছজোপা বিচাৰি ফুৰিছে। যেন সিহঁতে গছজোপাক লগ পালে ক'ব—

—অ' গছ, গছ—ইমান দিনে তুমি কাৰ আছিলা?

গছে ক'ব—ৰক্ষসৰ।

—এতিয়া কাৰ?

—তোমালোকৰ।

—তুমি তেন্তে আমাক বকুল গুটি দিয়া।

সিহঁতে হাতত সাৰে ভৰিত সাৰে আগুৱাই গৈ আছে। বেগাই যাব পৰা নাই। চাৰিওপিনে হাবি। এই হাবিৰ মাজেৰে যে আৰু কিমান দূৰ যাব লাগিব। শুকান ঘাঁহ-পাতবোৰ সিহঁতৰ ভৰিত লাগি খৰ্-খৰ্ শব্দ হৈছিল। কিমান সুদীৰ্ঘ দিনৰ মানুহ বিবৰ্জিত এই ঠাই।

সিহঁতে বগুৰা বাই নাইবা মাজে মাজে একোটা জাপ মাৰি অতি সন্তৰ্পণে কাঁইটীয়া গছ-লতাবোৰ পাৰ হৈছিল। আৰু মাজে মাজে মনতে আওঁৰাইছিল—

—গছ তুমি কাৰ আছিলা?

—ৰজাৰ।

—এতিয়া কাৰ?

—এতিয়া তোমালোকৰ।

—তেন্তে গুটি দিয়াঁ—বকুল গুটি।

বৃক্ষ—কেতিয়াবা ৰজাৰ, কেতিয়াবা ৰাক্ষসৰ। বকুল গছ অ' বকুল গছ! সিহঁতে বকুল গছজোপাক চিঞৰিবলৈ ধৰিলে।—তুমি ক'লৈ গ'লা বকুল গছ?—এইদৰে সিহঁতে বনৰ ভিতৰত বকুল গছজোপাক মাতিবলৈ ধৰিলে। কেৱল গছজোপাৰ অন্বেষণত সিহঁতে ঘূৰি ফৰিবলৈ ধৰিলে। অৰ্জুন গছৰ আগত পৰি শগুণবোৰে চিঞৰ-বাখৰ কৰি আছিল। হাবিৰ মাজত বিভিন্ন শব্দ। গছে গছে ডালে ডালে চৰাই-বোৰে কলৰব কৰি আছে। আৰু দুটি অকণি শিশুৱে বকুল গছ বিচাৰি ভয়ে ভয়ে গৈ আছে।

ঠিক তেনে সময়তে হঠাৎ হাবিৰ মাজত হুম্ হুম্কৈ এটা শব্দ হ'ল। কোনোবা যেন ক্ৰমশঃ সিহঁতৰ পিনে আগুৱাই আহিছে। ঠিক যেন সোণে আইতাৰ মুখত শুনা সাধুকথাৰ ভূত-প্ৰেত বা ডাকিনী-যোগিনীয়ে কৰা শব্দৰ নিচিনা। ফতিমাই ফুচ্‌ফুচাই ক'লে,—সোণাবাবু, সেয়া শুনা!

মৰা গছ এজোপাৰ গুৰিত সোণ বহি পৰিল। সি আৰু খোজ কাঢ়িব নোৱৰা হ'ল। সি ভৰিত দুখ পাইছে। ক'ৰবাত কাঁইট সোমাইছে। সোণে এতিয়া ভাবিছে—কোনোৰকমে এইখন ঠাই এৰি মুকলি পথাৰ ওলাব পাৰিলেই হয়; কিন্তু অবতৰৰ বকুলগুটি কেইটা-মানৰ কাৰণে বৰ আশা আছিল। কেইটামান লৈ যাব পৰা হ'লে ৰবদাদা আৰু মাজুদাদা আচৰিত হৈ গ'লহেঁতেন। সিহঁত দুয়োটাই

খাতিৰ কৰি ৰুৰি তাৰ পাছে পাছে ঘূৰি তাক ফুচুলাই ফচুলাই বকুল-গুটি খুজি থাকিলেহেঁতেন। বকুল গুটি নিবলৈ ফতিমায়ো বৰ আশা কৰি এই হাবিলৈ আহিছিল। কিন্তু এতিয়া হাবিৰ মাজত সেই হুম্ হুম্ শব্দটো দেখোন ক্ৰমে বেছি হৈ আহিছে।

সিহঁত দুয়ো মনে মনে বহি ৰ'ল। মনৰ ভিতৰত গভীৰ আতঙ্কৰ সৃষ্টি হ'ল। সিহঁতে কেনিবা পলাবলৈ চেষ্টা কৰিলে; কিন্তু জঙ্ঘলৰ মাজত সিহঁত আৰু বেছিকৈহে হেৰাই যাবলৈ ধৰিলে। হাবিখনৰ ভিতৰখনো যে ইমান ডাঙৰ হ'ব পাৰে, সিহঁতে আগতে ভবাই নাছিল। সিহঁতৰ ধাৰণা আছিল—গৈ থাকিলেই যেন সিহঁতে দেখিব—বকুল গছজোপা এঠাইত বৈ আছে, সদৰ দুৱাৰৰ ৰখীয়া হৈ; আৰু সিহঁত ওচৰ পোৱাৰ লগে লগেই—সিহঁতক আঁজলি ভৰাই বকুলগুটি দিব। কিন্তু এতিয়া সিহঁত কেনি যাব, কোন পিনে গ'লে মুকলি পথাৰ আৰু চিনাকি বাট ওলাবগৈ পাৰিব—তাকে ধৰিব নোৱৰা হ'ল। ফতিমাৰ মুখ শুকাই অকণমান হৈ পৰিছে। সেই হুম হুম শব্দটো গোটেই হাবিখনতে বিয়পি পৰিল। যেন হাবিৰ মাজত সেয়া কাৰোবাৰ অট্টহাস্য। আইতাৰ সাধুকথাৰ দৰে কোনোবাই যেন মাতিছে হাঁও মাঁও কাঁও—মানুহৰ গোন্ধ পাওঁ। সিহঁতে ভয়ত সন্মুখৰ ঘাঁহ-বন, লতা-জঙ্ঘল যি পাইছে কোনো ৰকমে সেইবোৰ আঁতৰাই আঁতৰাই বাট উলিয়াই বেগাই খোজ দিলে। মাজে মাজে দৌৰিলে। কিন্তু হাবিৰ বাহিৰত কোন পিনে পথাৰ আছে এতিয়াও ধৰিব নোৱৰা হৈ আছে। শুকান ডাল, চৰাইৰ পাখি, মাছ আৰু জীৱ-জন্তুৰ হাড়, মানুহৰ হাড় সকলো গচকি, পাৰ হৈ সিহঁত দৌৰিবলৈ ধৰিলে। কিন্তু সমুখত আৰু বাট নাই। সিহঁতে আকৌ উভতি পাছপিনে দৌৰিব খুজিলে; কিন্তু সেইপিনৰপৰা সেই অট্টহাঁহি ওচৰ চাপি আহিছে। ডাল-পাত-হাবি-জঙ্ঘল ভাঙি সিহঁতক ধৰিবলৈ যেন দৌৰি আহিছে। সূৰ্য্যৰ তীব্ৰ পোহৰৰ দৰে হাবিৰ মাজত সেই অট্টহাঁহিয়ে গছ-গছনি ভাঙি দুম্‌দাম্ শব্দ কৰি তোলপাৰ লগাইছে।

সিপিনে চাপৰিৰ পথাৰত আৰু এক নিনাদ। ঢাক-ঢোল বাজিছে। ৰাজ ৰাজেশ্বৰ কি জয়। জয়-যজ্ঞেশ্বৰ কি জয়! —বহুতো মানুহে এইদৰে চিঞৰি চিঞৰি গৈ আছে। সেই চিঞৰ শুনি ভয়ত সোণ আৰু ফতিমাই চকু মুদি জোপোহা এটাৰ মাজত বাগৰি লুকাই পৰিল। মানুহৰ চিঞৰ-বাখৰবোৰ অলপ আঁতৰি যোৱাৰ লগে লগে সিহঁতে চকু মেলি অকণমান আগুৱাই জোপোহা এটাৰ মাজেৰে দেখিলে অলপ দূৰত মুকলি পথাৰ দেখা যায় আৰু সেই পিনেই চল্লিছ পঞ্চাছ জনমান মানুহৰ দল এটা গৈ আছে। আৰু সিহঁতৰ মাজত যোল্লজন মানুহে এটা কটা ম'হ বাঁহ এডালত ওলোমাই লৈ গৈছে। . চাৰিটা ঠেং বান্ধি ওলোমাই নিয়া ম'হটো মৰা গৰু পোৱালিৰ দৰে লাগিছিল। সিহঁতে ম'হটোৰ কটা মূৰটোও ম'হটোৰ পেটৰ কাষতে আঁৰি লৈছে। ৰছীৰে মূৰটো পেটটোৰ সৈতে বান্ধি লৈছে। চকু দুটা মেলা আৰু কাণ দুখন পৰা। মানুহ-বিলাকে শস্য নথকা মুকলি পথাৰেদি আগুৱাই গৈ আছে আৰু চিঞৰি চিঞৰি কৈ গৈছে—জয় যজ্ঞেশ্বৰ কি জয়, ৰাজ ৰাজেশ্বৰ কি জয়! সোণ আৰু ফতিমাই প্ৰায় ৰুদ্ধশ্বাসেৰে হাবিৰ মাজৰপৰা দৃশ্যটো চাবলৈ ধৰিলে। সিহঁতৰ ডিঙি শুকাই গৈছিল। মুখত মাত কথা নাছিল। সিহঁতে যেন ক'ব খুজিছিল, আমি হাবিৰ মাজত আটক হৈ পৰিছোঁ, বাট বিচাৰি পোৱা নাই। আৰু অলপ সময় এইদৰে থাকিলে আমি মৰি যাম।

মানুহবোৰে কটা ম'হটো লৈ গুচি গ'ল। সিহঁতৰ পাছে পাছে যিবিলাকে মানুহ আহি আছে—সিহঁতৰ মূৰত চাউল-দাইল আদিৰ টোপোলা। এটা ম'হৰ মাংসৰে ভোজ খাবলৈ চাউল-দাইল, তেল ইত্যাদি যিমান লাগে সেইখিনি সিহঁতে লৈ আহিছে। সিহঁত শীতলক্ষাৰ পাৰৰ পৰা আহিছে। পূজাৰ প্ৰসাদ এই ম'হৰ মাংস পেলাই দিব নাপায়। সেই কাৰণে এই মানুহবিলাকে শীতলক্ষাৰ পাৰৰপৰা কটা ম'হ নিবলৈ আহিছিল। সিহঁতে যেন পাল্কী এখনহে লৈ গৈ আছে—হুম্ হুম্ হুম্না —যেন দৰা-কইনা গৈছে—সেই পাল্কীত—হুম হুম্ হুম্না,—কটা ম'হৰ মূৰ পেটৰ সৈতে বান্ধি লৈ গৈছে—হুম্ হুম্ হুম্না! অতি কুৎচিৎ দৃশ্য।

মুৰহীন ম'হ পেটৰ সৈতে ওলমি ওলমি গৈ আছে। হাবিৰ মাজত তেতিয়াও ডাল-পাত ভাঙি কিবা এটা যেন ঘূৰি ফুৰিছে—আৰু কি যে সেই হাঁহি। কিহৰ অট্টহাস্য। ইফালে গছৰ আগত শগুণৰ আৰ্তনাদ, ঝিলিৰ চিঞৰ আৰু দ্ৰুত ডাল-পাত ভঙাৰ শব্দ। সোণ আৰু ফতিমাই ভয়ত আকৌ চকু মুদি দিলে আৰু বহি পৰিল; কাৰণ হাবিৰ মাজৰ সেই অট্টহাস্য আকৌ সিহঁতৰ পিনেই আগুৱাই আহিছে। সিহঁত দুয়োকে যেন দুবাহুত টানি হেঁচি ধৰিছে। সিহঁতক যেন মাটিৰপৰা ওপৰলৈ তুলি নিব খুজিছে। যেন সিহঁত দুটা সৰু সৰু পুতলা। দৈত্যটোৱে সোণ ৰূপৰ এই পুতলা দুটাক কান্ধত তুলি লৈ হাবিৰ বাহিৰলৈ ওলাই আহিল। পুতলা দুটাই যেন এইবাৰ প্ৰাণ পাই উঠিল, আনন্দত সিহঁতৰ চকু জ্বলমলাই উঠিল। দৈত্যটোৱেও আনন্দত চিঞৰি উঠিল—গাৎছোৰেৎচালা!

চাপৰিত তেতিয়াও ঢাক-ঢোল বাজি আছে। বাস্তু পূজা শেষ হ'লেই আকৌ পুৰী পূজাৰ আনন্দ মেলা। ইতিমধ্যে মেলালৈ পথাৰৰ মাজৰ গৰুবাটেৰে দোকান-পাট লৈ মানুহ যাবলৈ আৰম্ভ কৰিছেই। কান্ধত বাঁহ, মুৰত ত্ৰিপাল লৈ মানুহবোৰ গৈছে। সোণালী বালিৰ নদীয়েদি সদাগৰৰ নাও যাবলৈ আৰম্ভ কৰিছে। নাৱত পাল তুলি খালেৰে গৈ ব্ৰহ্মপুত্ৰত পৰিবগৈ। তাৰপিছত বাঁওফালে কিছুদূৰ গ'লেই সেই প্ৰকাণ্ড বিল—প্ৰায় দহ মাইল দীঘল বিল। খাল-ডোঙৰ সকলো পানী আহি বিলত পৰেহি। তাৰপিছত বিল পাৰ হ'লেই মেলাৰ প্ৰাঙ্গণ। ডাঙৰ কাঠৰ দলংখন পাৰ হৈ যজ্ঞেশ্বৰৰ মন্দিৰ। মন্দিৰৰ কাষতে চৰকাৰহঁতে তম্বু তৰিছে।

পগলা ঠাকুৰৰ সেই বিলখনৰ কথা মনত পৰিল। তেওঁ সোণ আৰু ফতিমাক পথাৰলৈ আনি এৰি দিলে। সোণৰ মনৰ সকলো ভয় আঁতৰিল। ফতিমায়ো হি হি কৈ হাঁহিবলৈ ধৰিলে। সিহঁতে ঘৰলৈ বুলি উভতি দৌৰ ল'লে। বেলি পৰি আহিছিল, জাৰকালিৰ বেলি। চামচুদ্দিন আকৌ ঢাকালৈ গৈছিল। আজি ঢাকাৰ পৰা উভতি অহাৰ

কথা। ফতিমা বেগাই দৌৰ দিলে। ঢাকাৰ পৰা বা'জানে কাঁচৰ চুৰী কিনি আনিব; আহি ফতিমাক কাষত নেদেখিলে বা'জানে ভীষণ খং কৰিব। কাণৰ ফুল অনাৰ কথাও আছে। মাৰ কাৰণে ডুৰীয়া শাড়ী আনিব। বা'জান সময় নাই অসময় নাই যেতিয়াই তেতিয়াই চহৰলৈ গুচি যায়; দুই চাৰিদিনৰ পিছত আকৌ ঘূৰি আহে। ডাঙৰ হ'লে ফতিমাও সেই ঢাকা চহৰলৈ যাব। গৈ থাকোঁতে এইবোৰ কথা ফতিমাই সোণক কৈ গ'ল।

সোণে ক'লে, ময়ো যাম। বাবাই কৈছে ডাঙৰ হ'লে মোক লৈ যাব।

বা'জীয়ে কৈছে—ঢাকাত মোক সদৰঘাটৰ কামান দেখুৱাব; ৰমনাৰ পথাৰ দেখুৱাব আৰু বুঢ়ী গঙ্গাৰ পানীত গা ধুৱাব।

—মোৰ দেউতায়ো কৈছে—পৰীক্ষাত প্ৰথম হ'লে, ৰেলগাড়ীত তুলি মোকো ঢাকালৈ লৈ যাব।

—ই—ৰেলগাড়ী সৰুগাড়ী। সোণাবাবু ৰেলগাড়ীত যাব!

—মটৰগাড়ী ৰেলগাড়ীতকৈ সৰু।

—ইচ্ হৈছে যোৱঁা!—ফতিমাই সোণৰ মুখৰ ওচৰলৈ নিজৰ মুখখন নি ভেঙুচাই দিলে।

—একো নাজান তই, দিম এক থাপ্পৰ।

—দিয়ঁাচোন বাৰু। থাপ্পৰ দিয়ঁা—তোমাৰ মাক লগাই দি ময়ো তোমাক মাৰ খুৱাম; ক'ম—সোণাবাবুৱে মোক ছুই দিছে।

—তই সঁচাই কৈ দিবি, ছুইছোঁ বুলি?

—তেন্তে তুমি কেলেই কৈছা—মটৰগাড়ী সৰু বুলি?

—আৰু নকওঁ দে সেই বুলি।

ফতিমাই আৰু পলম নকৰিলে। তাইৰ এই অকণমানি বাবুটোৰ ওপৰত বিজয়িনী হোৱাৰ উল্লাসত তাই লৰিবলৈ ধৰিলে! তাইৰ মূৰৰ চুলিবোৰ উৰিবলৈ ধৰিছে। কঁকালৰ পৰা অকণমানি ডুৰীয়া শাড়ীখন খুলি খুলি পৰিছে। দৌৰি দৌৰিয়েই তাই আকৌ কোনোমতে শাড়ীখন কঁকালত মেৰিয়াই লৈছে আৰু কাপোৰ-কানি কোনোমতে

চস্তালি লৈ আকৌ লৰিছে। তাইৰ খোজৰ লগে লগে বাজিছে ভৰিৰ মল খাৰু, ৰূপৰ মল—ভিতৰত লোহাৰ দানা। ফতিমা দৌৰিছিল—ঝন্‌ঝন্‌কৈ বাজিছিল তাইৰ ভৰিৰ মলযোৰ। দৌৰি গৈ থকাৰ পৰা তাই দুবাৰ পাছলৈ ঘূৰি চালে। সোণবাবু থিয় হৈ আছে; অলপো লৰচৰ কৰা নাই। সেই তাই এৰি থৈ যোৱা ঠাইতেই থিয় হৈ ৰৈ আছে। সি যেন কিবা এটা দুখত, ক্ষোভত ভাঙি পৰিছে। ফতিমাই বিজয়িনীৰ দৰে জপিয়াই দেও দি দি যাবলৈ ধৰিলে। মাজে মাজে এনেয়ে চক্রাকাৰে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। যেন এটা চঞ্চল শহা পোৱালি, নতুনকৈ গজা ঘাঁহ একামোৰ খাইছে, দুকামোৰ নষ্ট কৰিছে। এটা চঞ্চল শহা পহুৰ দৰে তাই আকৌ লৰিবলৈ ধৰিলে। তাইৰ মনত কিন্তু তেতিয়াও সোণৰ ছবি, সোণৰ শৰীৰত সকলো সময়তে চন্দনৰ গোন্ধ। মুখখন তাৰ কুমলীয়া ঘাঁহৰ দৰে সুকোমল, আগলি কলাপাতৰ দৰে সি লাজুক, তেনেহেন ল'ৰা এটাক পথাৰত অকলে অকলে এৰি থৈ আহি ফতিমাৰ মনটো বেয়া লাগিল। তাই ৰৈ গ'ল—আৰু পাছলৈ ঘূৰি সোণলৈ চাই ৰিঙিয়াই ক'লে—আঁহা মই ৰৈছোঁ।

খং আৰু অভিমানত সোণে চিঞৰি উত্তৰ দিলে, নাই, মই নাযাওঁ।

ফতিমাই আৰু ডাঙৰকৈ চিঞৰি ক'লে,—আহঁানা,—তুমি নাহিলে মই এখোজো নাযাওঁ—

দুখন পথাৰৰ দুমূৰে দুয়োটা থিয় হৈ ৰ'ল। সোণ লৰচৰ নহ'ল। শেষত ফতিমা লৰ মাৰি সোণৰ ওচৰ পালেহি আৰু ক'লে, ব'লা—

—নাই, মই নাযাওঁ।

ব'লা না, অলপ ৰৈ আকৌ ক'লে,—ঠিক আছে বাৰু দিয়া, তোমাৰ ৰেলগাড়ীখনেই ডাঙৰ—

তাৰ পিছত ফতিমাই আৰু কিবা ক'ব খুজিও ক'ব নোৱাৰিলে; নাইবা তাইৰ মনত খেলাইছিলে—তাই যেন সোণক ক'ব—মেলালৈ যাওঁতে আমিও ৰেলগাড়ীতে যাম—ডাঙৰ গাড়ী নহ'লে আমি দুটা মানুহ কেনেকৈ যাম!—কিন্তু ফতিমাই এইবোৰ একো নক'লে, তাইৰ

মনৰ ভাব প্ৰকাশ কৰিবলৈ তাই যেন ভাষা বিচাৰি নাপালে। তাই কিছু সময় মনে মনে থিয় হৈ ৰ'ল। তাৰপিছত সোণৰ হাতত ধৰি ক'লে, মোক কাৰ্তিক পূজাত পেলাই দিয়া ঘট এটা আনি দিবা?

—দিম বাৰু।

—আহঁা আমি এতিয়া দৌৰেঁা।

—সিহঁতে হাতত ধৰাধৰিকৈ লৰি যাবলৈ ধৰিলে। মূৰৰ ওপৰত শীতৰ ৰ'দ। অলপ দূৰ গৈ সিহঁতে হঠাৎ দেখিলে পুখুৰী পাৰত মালতী। সিহঁতে তৎক্ষণাৎ ইটোৱে সিটোৰ হাতৰপৰা হাত এৰি দিলে। আৰু দুয়ো দুফালে লৰ মাৰিলে।

ঢাক-ঢোল বজাৰ বিৰাম নাই। ঢাকীয়ে ডিঙি বেঁকা কৰি একেৰাহে বজাই আছে। চৰকাৰহঁতৰ বাস্তুপূজা এই অঞ্চলত বিখ্যাত। পূজালৈ অহা মানুহৰ সীমা সংখ্যা নাই। আত্মীয়-কুটুম, গাঁৱৰ এটাইবোৰ মানুহ আৰু মুখিয়াল ব্যক্তিসকলে হাতত লাঠী লৈ লৈ পূজা মণ্ডপৰ ইফালে সিফালে ঘূৰা পকা কৰি আছে। পুখুৰীৰ পাৰত প্ৰায় এহেজাৰমান মানুহ হ'ব। বহুদূৰৰ গাঁৱৰপৰা মানুহ আহি আছে। ধোবা, নাপিত, নমঃশূদ্ৰ—সকলোৱে পাত পাৰি পাৰি খিচিৰি খাইছে। পথাৰৰ সিমূৰেদি কটা ম'হ ভাৰ কৰি লৈ যোৱা দলটো গৈ আছে; যেন কান্ধত দোলা লৈ যোৱা দোলাভাৰীৰ দল এটাহে গৈ আছে। দলটো মুচলমান গাঁৱৰ মাজেদি যাওঁতে জয় মহেশ্বৰ শিৱ কি জয়, ৰাজৰাজেশ্বৰ যজ্ঞেশ্বৰ কি জয় ইত্যাদি ধ্বনি তুলি গৈছিল। কটা মূৰটো পেটৰ কাষত আঁৰি লৈ ম'হটো লৈ গৈছে। পথাৰত ঘাঁহৰ ওপৰত টোপ্ টোপ্‌কৈ তেজ পৰি গৈছে, আমাৰ সনাতন ধৰ্ম, এনে পোৱালি ম'হ সাধাৰণতে এই অঞ্চলত বলি দিয়া নহয়। ইমান ডাঙৰ বলি কটা খৰ্গ এই অঞ্চলত আৰু ক'তো নাই। এই ধৰ্মৰ দৰে পূত-পৱিত্ৰ কথা কি আছে! জয় ৰাজৰাজেশ্বৰ কি জয়, জয় যজ্ঞেশ্বৰ কি জয়! বিলৰ কাযেদি বাঁহত কটা ম'হ ওলোমাই ভাৰ কৰি লৈ গৈ থকা দলটোৱে মাজে মাজে জয়ধ্বনি তুলিছিল। বিলৰ মাজত তেতিয়াও দীনদুখী মানুবোৰে শেলেকু তুলি আছিল। বহুত সময়

পানীত থাকি থাকি সিহঁতৰ গাবোৰ শেঁতা পৰি গৈছে; হাতভৰি ঠাণ্ডা হৈ জঠৰ লাগিছে। সিহঁতৰে কিছুমানে বিলৰ পাৰত বহি ৰ'দ লৈ আছিল। সিহঁতে দেখিলে, কটা ম'হ লৈ যোৱা মানুহবোৰ বহুত দূৰত বিন্দু বিন্দু এজাক চৰাইৰ দৰে ক্রমে নেদেখা হৈ গৈছে। কিন্তু ঠিক সেই সময়তে হঠাৎ ম'হৰ পেটৰ কাষৰপৰা হুকুস্কৈ মূৰটো সৰি পৰিল। আৰু পৰিলগৈ বিলৰ থিয় গৰাইদি একেবাৰে তলত, য'ত মানুহবোৰে শেলেকু তুলি আছিল—সিহঁতৰ একেবাৰে ভৰিৰ কাষত মূৰটো পৰিলগৈ। হঠাৎ কি কাণ্ডটো ঘটিল! গা নোহোৱা ম'হৰ মূৰ এটা সিহঁতৰ ওচৰতে পৰিলহি।

ম'হৰ কটা মূৰটো দেখি সিহঁতে তৌবা তৌবা কৰি উঠিল। একে ঘাপে কটা ম'হৰ মূৰ! সিহঁতে যেন গুনাহ কৰিবলৈ ধৰিলে। বিলত শেলেকু তুলিবলৈ আহি মানুহবোৰে এনে কুৎচিৎ দৃশ্য দেখিব লগীয়া হোৱাৰ বাবে সিহঁতে চকুৰে কাণে আঙুলি দি ৰ'ল। সিহঁতৰ ভয় লাগিল; এই প্রকাণ্ড বিল, এই বিলৰ বুকুত কিমান কিংবদন্তি, কিমান সাপ, অজগৰ, কীট-পতঙ্গ, প্রকাণ্ড প্রকাণ্ড জোক, পানীৰ তলৰ দীঘল দীঘল বন—এইবোৰৰ মাজত কিবা বিপদ হ'ব পাৰে! এইটো কিবা অমঙ্গলৰহে চিন; গতিকে সিহঁতে কটা মূৰটোৰপৰা চকু ঘূৰাই আনিলে। বেলি ডুবি আহিছে—গতিকে সিহঁত এতিয়া ঘৰলৈ ঘূৰি যোৱাই ভাল হ'ব।

শীতকাল—উত্তৰৰপৰা জোৰে বতাহ বৈছে। পৰিচ্ছন্ন আকাশ। এনেহে লাগিছে যেন এইবাৰ পৃথিৱীয়ে সকলো ঠাণ্ডা উজাৰ কৰি এইখন ঠাইতে, এই বিলৰ বুকুতে ঢালি দিছে। ইমান পৰে বিলৰ পানীত অগণন পাতিল ওপঙি আছিল। কিন্তু শেষত মাত্র এটা পাতিলহে আছেগৈ—পানীত অকলে এটা পাতিল ওপঙি থাকিলে বৰ ভয়ৰ কথা। সেই পাতিলৰ গৰাকী ক'লৈ গ'ল! সকলোৱে চাৰিওপিনে চাবলৈ ধৰিলে।

সূৰ্য্য সম্পূর্ণ অস্ত গ'ল। ওচৰত ক'তো ভেট নাই! দূৰত বহুত

পদুম পাত। পদুম পাতবোৰৰ কাষতে এটা পাতিল অকলে অকলে ওপঙি আছিল। কিন্তু কাষত মানুহ নাই। ক'লৈ গ'ল? পাতিলৰ গৰাকী ক'লৈ গ'ল? বিলৰ পানীৰপৰা সকলো মানুহ পাৰলৈ উঠি আহিল। নিজৰ নিজৰ পাতিল মূৰত লৈ বিলৰ পাৰৰপৰা চাবলৈ ধৰিলে—উত্তৰৰ প্ৰবল বতাহত এটা পাতিল পানীত ভাঁহি ভাঁহি বিলৰ মাজে মাজে মাজলৈ গৈ আছে।

কোনোবাই মাত লগালে, চা হঁত অ', পাতিলটো উটি গৈ আছে।

কোনোবাই তেনেতে ক'লে, চা হঁত পানীৰ তলত কোনোবা ডুবিল-নেকি?

এগৰাকী ত্ৰিকালজ্ঞ বৃদ্ধা, মুখত জড়াৰ চিন, ক্লিষ্ট চেহেৰা—পাৰতে থিয় হৈ আছিল, মানুহ গৰাকীয়ে ডাঙৰ ডাঙৰ মাতেৰে ক'লে, নিলে, নিলে, বিলে আৰু কোন্যেবা এটাক কাঢ়ি নিলে! নিয়তিৰ দৰে থিয় হৈ সেই বৃদ্ধাই যেন ক'ব খুজিলে, এইটো হ'বই। গোটেই বছৰ ধৰি এই বিলৰ পেটত ভোক। গতিকে সুবিধা পালেই তপকৈ গিলি থয়। কিন্তু মানুহটো কোন? কোন ডুবিল পানীত।

জালালীয়ে পানীৰ তলত ৰঙা চকু দুটাৰে সৈতে ধেমালি খেলি আছিল। চকু দুটা এবাৰ আগলৈ আকৌ এবাৰ পাছলৈ যায়। পানীৰ তললৈ ডুব দিলেই নীলা আৰু সেউজীয়া ৰং কিছুমান চাৰিওপিনে ভাঁহি উঠে। সূৰ্য্যৰ পোহৰ পানীৰ মাজলৈ যিমান দূৰ যাব পাৰে সিমান দূৰলৈকে আধা ছাঁ আধা পোহৰৰ ভাব। কিন্তু তাৰ তলত জালালীয়ে ধৰিবই নোৱাৰিলে যে প্ৰকাণ্ড ৰাক্ষস শাল মাছ এটাই তাইক মৰকামোৰ মাৰিবলৈ ছেগ চাই আছে। সুবিধা পালেই যেন একে কামোৰে এবখলা মঙহ একুৰাই নিবহি। মাছটোৱে যেন তাৰ বাসস্থানত জালালীয়ে আহি উপদ্ৰৱ কৰি থকাটো সহ্য কৰিব পৰা নাই।

জালালীয়ে আকৌ পানীৰ তলত ডুব দি চালে—তলিৰ মাটিখিনি অতি কোমল। সাধাৰণতে ৰৌ, ভকুৱা আৰু বাহু আদি ডাঙৰ মাছে এইদৰে এটুকুৰা ঘূৰণীয়া সমতলত থকা ঠাই কৰি লয়। চাৰিওপিনে পানীৰ তলৰ ঘাঁহ বনৰ মাজত এই নিঃসঙ্গ নিবাস। জালালীয়ে শেলেকু বিচাৰি ঠাই-টুকুৰাৰ চাৰিওকাষে যিমানেই ঠাই খুচৰিছিল সিমানেই মাছটোৰ খং উঠিছিল আৰু সিমানেই মাছটোৱে ফিচাখন নচুৱাই নচুৱাই অগা-পিছা কৰি আছিল। মানুহ দেখি মাছটোৱে ভয় খাইছে নে নাই একো ধৰিব নোৱাৰি। ঘোঁৰাৰ কদমৰ দৰে তাৰ কাষৰ ফিচাবোৰ নচুৱাই আছে। মাছটোৰ গাত কিছুমান ডাঙৰ ডাঙৰ চক্ৰ। অজগৰ সাপেইনেকি! এডাল ডাঙৰ ক'লা গোজ মাৰিৰ নিচিনা—মানুহতকৈও যেন তাৰ শৰীৰৰ শক্তি বেছি! মাছটোৱে সেই শক্তিৰে জালালীৰ গাত অতি জোৰে এটা খুন্দা মাৰিলেহি। জালালীয়ে তেতিয়া তলমূৰ কৰি পানীৰ তললৈ শেলেকু বিচাৰি গৈ আছিল। তাই ভৰি দুটা ফাঁক কৰি বেঙ এটাৰ দৰে তললৈ নামি গৈছিল। ঠিক তেনেতে মাছটোৱে আহি জালালীৰ বুকুত ভীষণ জোৰে খুন্দাটো মাৰিলেহি।

জালালীৰ যেন নিশ্বাস বন্ধ হৈ যাব খুজিলে। লগে লগে পানীৰ তলত মাছটোৱে এটা অতিকায় পশুৰ দৰে জপিয়াবলৈ ধৰিলে। পানীৰ তলত যেন পকনীয়া উঠিছিল। দীঘল দীঘল লতা-ঘাঁহ-বনবোৰে অঁকাই-পঁকাই জালালীক মেৰিয়াই ধৰিলে। জালালীয়ে লতা ঘাঁহবোৰৰ পাক একৰাই ওপৰলৈ উঠি যাবলৈ শেষ দুবাৰ চেষ্টা কৰিলে। তাইৰ এটা হিকটি আহিল। পানীৰ তলতে উশাহ এটা ল'ব খুজি পানী কিছুমান খাই দিলে। তাই আকৌ এবাৰ ওপৰলৈ উঠি আহিবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। তাই পানীৰ তলতেই আকৌ উশাহ ল'বলৈ চেষ্টা কৰাৰ লগে আকৌ পেটত একোপা পানী সোমাল। পানীৰ তলৰ অন্ধকাৰত ভেট, পদুম আৰু দীঘল দীঘল বন লতাৰ মেৰৰ মাজৰ পৰা নিজক মুক্ত কৰিব খুজি জালালীয়ে যিমানেই প্ৰাণৰ যাতনাত ছট্‌ফটালে সিমানেই সমুখৰ ৰঙা চকু দুটা ডাঙৰ হৈ হৈ এসময়ত প্ৰকাণ্ড

গোলাকাৰ জুইৰ দৰে হৈ পৰিল। তাৰ পিছত হঠাৎ মুমাই যোৱাৰ দৰে হৈ জুইৰ গোলাকাৰ দুটা যেন পানীৰ সৈতে মিহলি হৈ একো-পাহি ৰঙীণ ফুলৰ দৰে ৰৈ থাকিল। তাৰপিছত জালালীৰ প্ৰাণবায়ু এটা বুদ্ বুদ্ তুলি পানীৰ ওপৰলৈ ভাঁহি উঠাৰ লগে লগে সেই ফুলৰ ৰংকণো নোহোৱা হৈ গ'ল। ঘোলা পানীখিনি আকৌ চাফা হৈ থিতি ল'বলৈ ধৰিলে। পানীৰ তলৰ ঘাঁহ, বন-লতা এটাইবোৰ নীৰৱ হৈ পৰিল। আৰু লৰচৰ নকৰা হ'ল। লতাবনৰ মাজত মেৰ খাই জালালী পৰি থাকিল। ডিঙি আৰু বাহুত লতাবোৰ বৰ বেছিকৈ পাক খাই আছে। ভৰিৰ তলত আৰু বুকুৰ চাৰিওপিনে কদম ফুলৰ দৰে অজস্ৰ দল ঘাঁহ লিপিট খাই লাগি ধৰিছিল। জালালীক আচৰিত জীৱ এটাৰ দৰে লাগিল। তললৈ মূৰকৈ তাই পৰি আছে, ভৰি দুখন ওপৰলৈ আৰু মূৰটো তলৰ ফালে অলপ বেঁকা হৈ আছে! অকণমানি মাছ এটা আহি ৰূপালী জিলিকনি তুলি তাইৰ নাক-মুখ আৰু স্তন দুটাৰ ওপৰত সুৰ সুৰাই দিলেহি।

প্ৰকাণ্ড শাল মাছটো তেতিয়া লৰচৰ নকৰাকৈ ৰৈ আছিল। সি ফিচাখন থিয় কৰি দূৰৈৰ পৰাই এক দৃষ্টিৰে গোটেই ঘটনাটোকে লক্ষ্য কৰি আছিল; আৰু যেতিয়া দেখিলে, আচৰিত জীৱটো লতাবনৰ মাজত পাক খাই লৰচৰ কৰিব নোৱৰা হৈ পৰিছে তেতিয়া সি তাৰ সেই বাসস্থানৰ চাৰিওপিনে এবাৰ বিজয়ী ভঙ্গীৰে পাক এটা মাৰিলে; তাৰ-পিছত দ্ৰুত ভাৱে তীৰ এপাটৰ দৰে মাছটো দক্ষিণ পিনে গুচি গ'ল। হয়তো সি তাৰ লগৰবোৰক খবৰ দিবলৈ গ'ল—চাহি আহ, মোৰ ঘৰত কি প্ৰকাণ্ড এটা আচৰিত জীৱ ধৰি পেলাইছোঁ!

প্ৰকাণ্ড মাছটোৰ কপালত ৰঙা চিন। যেন *সেন্দূৰহে* সনা আছে! বহুত বছৰীয়া পুৰণি মাছটোৰ গাত মাছ মৰা পঁচা আৰু শেলৰ অসংখ্য খোচৰ চিন। মুখখনৰ সোঁ ফালে দুটা ডাঙৰ ডাঙৰ বৰশী—নাক ফুলৰ দৰে ওলমি আছে। গাতো বহুত সৰু সৰু বৰশী লাগি আছে; হয়তো গাৰ মঙহৰ ভিতৰতো বৰশী সোমাই আছে। আনন্দত, উত্তেজনাত

মাছটোৰে যেন আকাশৰ ওপৰলৈ উঠি যাব, এনেদৰে বিলৰ পানীত জপিয়াই জপিয়াই যাবলৈ ধৰিলে।

বিলৰ পাৰত মানুহবোৰে অকলে অকলে ওপঙি থকা পাতিলটোলৈ চাই তেতিয়াও হায় হায় কৰি আছিল। হঠাৎ সিহঁতে মন কৰিলে, বিলত ভালেমান মাছে জপিয়াই জপিয়াই অহা যোৱা কৰি আছে; যেন এটাই-বোৰ মাছেই আকাশ ছুব খুজিছে। ভয় আৰু বিস্ময়েৰে মানুহবোৰে দেখিলে অনন্ত জলৰাশিৰ মাজত প্ৰকাণ্ড প্ৰকাণ্ড গৰুৱা মাছবোৰে কুম্ভীৰৰ দৰে, ৰাক্ষসৰ দৰে পানীৰ ওপৰলৈ উঠানমা কৰিবলৈ ধৰিছে। সিহঁতে যেন পাৰৰ মানুহবোৰক দেখুৱাব খুজিলে, আমি পানীৰ জীৱ বাপুহঁত, আমাৰ স্ফূৰ্তি চা, পানীৰ মাজত আমাৰ কিমান সুখ চাহঁত!

তেতিয়া বেলি ডুবিবলৈ ধৰিছিল।

বিলৰ পানীত বেলিৰ ৰঙা ৰং বিয়পি পৰিছিল। আকাশতো ৰঙা ৰং। মানুহ বিলাকৰ মুখতো জুইৰ দৰে এক উজ্জ্বল ৰং। দুখীয়া মানুহবোৰে অসহায় দৃষ্টিৰে থিয় হৈ আছে। অতিপাত জাৰ পৰিছে। উত্তৰৰ পৰা অহা বতাহ জাকত পৃথিৱীৰ সকলো শীত যেন উটি আহি বিলৰ বুকুত জমা হৈছেহি। বহুত সময় পানীৰ মাজত থাকি মানুহ বিলাকৰ হাতভৰি সকলো ঠেৰেঙা লাগিছে। শালমাছবোৰে পানীত উঠানমা কৰা আৰু মাজে মাজে পানীৰ ওপৰলৈ জাপ মাৰি দিয়া দৃশ্যবোৰ মানুহবোৰে চাই আছিল। বুঢ়ীজনীয়ে তেতিয়া শুকান ঘাঁহ-পাত কিছুমান গোটাই জুই একুৰা ধৰিবলৈ চেষ্টা কৰিছিল। বুঢ়ীৰ শৰীৰত একোৱেই নাছিল। জুইকুৰা জ্বলাই গাৰ সেই জেলজেলীয়া কানি টুকুৰা সেকি ল'ব নোৱাৰিলে ঠাণ্ডাতে হয়তো তাই মৰি থাকিব। জুইকুৰা ধৰি তাই ফোচ্‌ফোচাই কিবা কিবি কৈ আছিল। কি কৈছিল কোনেও বুজি নাপায়! হয়তো তাই ক'ব খুজিছিল, হেৰ মানুহবিলাক, মাছবোৰলৈ চা, সিহঁতৰ আনন্দৰ দিনত কেনেকৈ একেলগ হৈ নাচিছে চা—তহঁতে হয়তো নাজান। নোয়া নামেৰে মহাপুৰুষ এজন এদিন এই বিলত নাও চপাইছিল; সেইদিনা এইখন বিলত প্ৰবল বান উঠিছিল। সেই

মহাপ্লাবনৰ দিনটোৰ কথা তহঁতে জানো জান? এনেবোৰ কথাকে হয়তো বুঢ়ীয়ে ক'ব খুজিছিল; কিন্তু সেইবোৰ কথা কোৱাৰ অৰ্থ কি? গয়না নাৱৰ মাঝি আবেদালিৰ বিবি জালালী এতিয়া পানীৰ তলত ফেৰেস্তালৈ যাবলৈ বাট চাই আছে। এতিয়া আৰু মহাপ্লাবনৰ খবৰ লৈ লাভ কি? গতিকে বুঢ়ীৰ পিনে কোনেও মন নিদিলে। কেৱল ঠাণ্ডাত থাকিব নোৱাৰি বুঢ়ীয়ে জ্বলোৱা জুইকুৰাৰ প্ৰতিহে আগ্ৰহান্বিত হ'ল। জালালী পানীত ডুবা কথাটো লাহে লাহে সিহঁতে পাহৰি পেলালে আৰু নিজৰ নিজৰ চিন্তাত ব্যস্ত হৈ পৰিল। বিলৰ পাৰত পৰি থকা শুকান ডাল-পাত, ঘাঁহ-বন গোটাই আনি সকলোৱে জুইত জাপি দিবলৈ ধৰিলে। বিলৰ বুকুত ক্ৰমে সূৰ্য্য ডুবিবলৈ ধৰিলে। বিলৰ সিপাৰত সূৰ্য্যৰ ৰঙা ৰং। ইপাৰত জুইৰ শিখা ওপৰলৈ উঠি প্ৰায় আকাশ ছুব খুজিছে। জুইৰ কি লেলিহান জিভা! জুইৰ প্ৰচণ্ড উত্তাপত যেন বিলৰ মাছবোৰ পানীৰ মাজলৈ গুচি যাব ধৰিছে। এনেতে বিলৰ পাৰত আহি বিৰাট পুৰুষ পগলা ঠাকুৰ থিয় হ'লহি। তেওঁ জুই কুৰা দেখি সেইফালে বেগাই খোজ ল'লে; আৰু হাতমূৰ জোকাৰি কৈ থাকিল—গাৎছোৰেৎচালা! তেওঁও হয়তো গম পাইছিল, বিলত মানুহ ডুবিছে। পদুম বনৰ তলত মানুহ ডুবিছে। পানীৰ তলত শেলেকু তুলিবলৈ গৈ সেই মানুহ আৰু উভতি নাহিল।

বিলৰ পাৰৰ মানুহবিলাক জাৰতে জুইৰ চাৰিওফালে থিয় হৈ আছে। পানীত ওপঙি থকা পাতিলটো আৰু এতিয়া লৰচৰ কৰা নাই। বতাহ কমি আহিছে। কিছু দূৰ গৈ পাতিলটো পদুমপাতত লাগি ৰৈ গ'ল। বিলৰ বুকুত সূৰ্য্য ডুবাৰ লগে লগে পানীখিনি ৰক্তবৰ্ণ হৈ পৰিল, তাৰ পিছত মাত্ৰ ৰক্তিম আভা—ক্ৰমে সেই ৰং পাতল হৈ হৈ নীলা হ'ল, নীলাৰপৰা সেউজীয়া—আৰু একেবাৰে শেষত ক'লা পানী হৈ পৰিল। তাৰ পিছত বিলৰ পানী স্থিৰ নিশ্চল হ'ল। পানীত আৰু এটা বুদ্‌বুদো দেখিবলৈ নোহোৱা হ'ল। ঠাণ্ডাত মাছবোৰ লৰচৰ কৰা নাই। পাৰত থিয় হৈ থকাৰপৰা পগলা ঠাকুৰে আকৌ মাত দিলে—গাৎছোৰেৎচালা!

ম'হৰ কটা মূৰটো তেনেকৈয়ে বিলত পৰি ৰ'ল। কটা ম'হটো লৈ শীতলক্ষাৰ পাৰলৈ যোৱা মানুহখিনিৰ কাৰণে ম'হৰ মূৰটো হয়তো বিশেষ লোভনীয় নাছিল। মূৰটো য'তে ত'তে পেলাই দিলেই হয়। ম'হটোৰ এটাইবোৰ মঙহ খাবও নোৱাৰি। তথাপি লৈ আহিব লাগে; কিয়নো প্ৰসাদ এৰি থৈ আহিব নাপায়। তাতে মূৰটো ল'লে চাউল-দাইলৰ ভাগটো অলপ বেছিকৈ পোৱা যায়। গতিকে ম'হৰ মূৰটো পৰি গ'ল যদিও দলটোৰ কোনেও তাত মন নিদিলে। ম'হৰ কটা মূৰটো পৰি থাকিল; কাষতে ডাঙৰকৈ জ্বলি উঠা জুইকুৰাৰ তাপত, পৰি যোৱা ম'হটোৰ মূৰৰ কাণ দুখন থিয় হৈ উঠিল। আহা!—সেই কাহিলি পুৱাতে ম'হটোক গা ধুৱাই—কপালত তেল-সেন্দুৰ দি—কোমল ঘাঁহ খাবলৈ দিছিল। ডিঙিত পিন্ধাই দিছিল কৰবীফুলৰ মালা। ভৰিত পিন্ধাইছিল ৰক্তজবাৰ মালা—নূপুৰৰ দৰে। যেন ম'হ পোৱালি-টোৱে ধৰ্মৰ মঞ্চত মৰণ নাচোন নাচিবলৈহে ওলাইছে।

গা ধুউৱাৰ পিছত ম'হ পোৱালিটো বলিশালৰ কাষত শুই আছিল। ঠাণ্ডাতে সি লৰচৰ কৰিব নোৱৰা হৈছিল। তাক ৰজাৰ দৰে আপ্যায়ন কৰা হৈছে। মৰম লগা কণ কণ ল'ৰা-ছোৱালীবোৰে নতুন নতুন চোলা-কাপোৰ পিন্ধি ম'হ পোৱালিটোৰ সমুখত কোমল কোমল ঘাঁহ আনি দিছিলহি। সেই পুৱাবেলাৰেপৰা তাক যে কত আদৰ সাদৰ! বুঢ়া বামুণদেউৰ মূৰত দীঘল টিকনি; টিকনিত ৰঙাজবা ফুল বান্ধি লৈ সেই যে পুৱাতেই তেওঁ এসেৰমান ঘিঁউ লৈ বহিল—যেন আৰু নুঠিবই। ম'হৰ ডিঙিত ঘিঁউ ঘঁহি ঘঁহি দেউৱে চপক্ চপক্ তামোল চোবাইছিল। ঘিঁউ ঘঁহি ঘঁহি দেউৱে ম'হটোৰ ডিঙি আৰু কান্ধৰ মঙহ কোমল কৰিছিল; যাতে বলিকটা দা লাগি নধৰে, একে ঘাপতে পাৰ হয়। একে ঘাপত বলিকটাৰ বাবে দেউৰ কিযে প্ৰাণান্তকৰ চেষ্টা! কিন্তু হলে কি হ'ব? কাৰো আদৰ চেনেহৰ প্ৰতি ম'হটোৰ যেন আগ্ৰহ নাই। তাৰ যেন কোমল ঘাঁহ নালাগে একো খোৱাৰে ইচ্ছা নাই। ঢাক-ঢোলৰ শব্দ, ধূপ-ধূনাৰ আৰু চন্দন, ফুল,

বেলপাতৰ গোন্ধ—এই সকলোৰে প্ৰতি ম'হ উদাসীন। ঠাণ্ডাত পুৱাৰে পৰা সি যেন নিৰ্জীৱ হৈ আছিল। এতিয়া বিলৰ দাঁতিত পৰি থকাত, জুইৰ তাপ লগাৰ লগে লগে ম'হৰ ক'লামুৰৰ কাণ দুখন থিয় হ'ল। পগলা ঠাকুৰে এইবোৰ দেখি নহঁহাকৈ আৰু নোকোৱাকৈ থাকিব নোৱাৰিলে, গাৎছোৰেৎচালা!

ইতিমধ্যে গাঁৱে গাঁৱে প্ৰচাৰ হৈ গ'ল—এইবছৰো বিলত মানুহ ডুবিছে। এই বিলত মানুহ ডুবি নমৰাকৈ কোনো এবছৰ যোৱা নাই। কিংবদন্তিৰ কথা যেন সদায় সঁচা হৈ আহিছে। গতিকে এইবাৰো খবৰ ওলাই গ'ল, ফাউচাৰ বিলত মানুহ ডুবিল; তলি ঢুকি নোপোৱা, এবাৰ বাট হেৰালে আৰু উভতি আহিব নোৱৰা বিশাল ফাউচাৰ বিলত এইবাৰ আবেদালিৰ বিবি জালালী ডুবি মৰিল। টোডৰবাগৰ আবেদালিয়ে সেই বাৰিষাতে গয়না নাও লৈ ঘৰ এৰি গৈছিল—ঘূৰি অহা নাই। জববৰ গৈছে বাবুৰ হাটলৈ। গতিকে মানুহ পঠাব লাগিল; নহলে বিলৰ তলৰ পৰা কোনে লাচ তুলি আনিব! পানীৰ তলত ক'ত কোন পিনে কিংবদন্তিৰ ৰাক্ষসে জালালীক লৈ ডুব দি আছে কোনে জানে!

বিলৰ পাৰৰ জুই নুমাই অহাৰ লগে লগে কাষৰ মানুহবোৰ নিজৰ গাঁৱৰ পিনে ৰাওনা হ'ল। অলপ পিছতে বিলৰ বুকুত জোনাক নামিব। গোটেই নিশা বিলখন জোনাকত ডুব গৈ থাকিব। পাতিলটো ওপঙি গৈ গৈ এসময়ত অদৃশ্য হৈ যাব। ৰাতি বতাহ মাৰিলে সেই মন্দিৰৰ দৰে ক'লা বস্তুটো বিলৰ মাজত আকৌ থিয় হৈ উঠিব পাৰে। কি বস্তু সেইটো, কি জীৱ, কোনখিনিত বা আছে, দৈত্য নে আন কিবা,—একো ক'ব নোৱাৰি। কোনোবা কোনোবাই সেই জীৱটোক দূৰত দেখা পাইছে, এনে এটা বিষয় মানুহৰ মাজত মাত্ৰ প্ৰচলিত হৈ আহিছে। বিলৰ পাৰে পাৰে খোজ কাঢ়ি গ'লেই সেই কথাটো মনলৈ আহে। ইমান প্ৰকাণ্ড বিল, আৰু তাৰ ক'লা পানীবোৰ দেখি কথাবোৰ যেন অবিশ্বাস কৰিব নোৱাৰি। অতি প্ৰাচীন বিল, কথিত আছে যে, এই বিলত নবাব ঈছা খাঁই সোণাই বিবিক লৈ ময়ূৰপঙ্খী নাৱত নিশাৰ পিছত নিশা

কলাগাছিয়াৰ দুৰ্গৰ পিনে মুখ কৰি বহি আছিল। চাঁদ ৰায় আৰু কেদাৰ ৰায়ে কলাগাছিয়াৰ দুৰ্গ ভাঙি চূৰমাৰ কৰি পেলাইছিল। সোণাইক উদ্ধাৰ কৰিবলৈ বিলৰ 'বুকুৰেদি সপ্ত ডিঙা আগুৱাই গৈছিল, সাতশ মকৰমুখী জাহাজে পাল তুলি গৈছিল। বৃদ্ধ ঈছা খাঁৰ মুখত ফকীৰ চাহাবৰ দৰে দীঘল দীঘল বগা দাড়ি। তেওঁৰ মূৰত সোণৰ মুকুট। কঁকালত তৰোৱাল আৰু তেওঁৰ পাছতে থিয় হৈ ক'লা বোৰখাৰ ভিতৰত প্ৰতিমাৰ দৰে সুন্দৰী সোণাই, সোণাই বিবি—স্থিৰ অপলক দৃষ্টিৰে সমুখলৈ চাই আছে। পলাতক ঈছা খাঁই নদীয়েদি আহি বিলৰ বুকুত নাৱত আত্ম-গোপন কৰি আছিল। সেই আত্মগোপনৰ ছবি কিংবদন্তিৰ কাহিনীৰ দৰে এক বিশ্বাসত পৰিণত হৈ পৰিছে। সেয়ে ধপাত হুপি হুপি ফেলুৱে ভাবিলে, জালালী এতিয়া সেই কিংবদন্তিৰ দেশত যেফৎ খাটিবলৈ গুচি গ'ল। নবাব ঈছা খাঁ, সোণাই বিবি, সেই পাহাৰৰ দৰে দৈত্যটো আৰু বিলৰ হাজাৰ হাজাৰ ৰাক্ষস শাল মাছে এতিয়া জালালীক ফেৰেস্তাৰ অলৌকিক পোহৰত বিলৰ পানীৰ তলেদি বাট দেখুৱাই নবাবৰ অন্দৰ-মহললৈ লৈ গৈছে।

এতিয়া মাথোন পগলা ঠাকুৰহে বিলৰ পাৰত থিয় হৈ আছে। পাতিলটো প্ৰথমে যি ঠাইত আছিল আৰু য'ত জালালী ডুবিছিল সেই ঠাই টুকুৰালৈকে তেওঁ অপলকভাৱে চাই আছে। সোঁফালৰ বাঁহনি ডৰা পাৰ হৈ অলপ দূৰ পানীৰ মাজলৈ নামি যাব লাগে। ডাঙৰ পদুম কলি দুই এটা ছিগি পানীত ওপঙি আছে। ঠিক তাৰ কাষতে জালালী। শেষবাৰৰ কাৰণে ডুব মাৰি তাই আৰু ওপৰলৈ উঠিব পৰা নাছিল। পাতিলটো ইতিমধ্যে উটি উটি বহুত দূৰলৈ গুচি গৈছে আৰু এতিয়া নেদেখা হৈ পৰিছে। পাতল জোনাকত এতিয়া একোকে নেদেখি। মাত্ৰ পগলা ঠাকুৰৰ ভৰিৰ কাষতে কটা ম'হৰ মূৰটো। কটা মূৰটোৱে পগলা ঠাকুৰলৈ চাই হাঁ কৈ মুখখন যেন মেলি আছে। কিবা যেন ক'ব খুজিছে। ৰক্তবীজৰ বংশ! য'তেই তাৰ এটোপা তেজ পৰিছে তাতেই সেই ৰক্তবীজৰ দৈত্যৰ সৃষ্টি হৈছে। ৰক্তবীজ অসুৰৰ দৰে এই কটা ম'হৰ

মূৰটোৱেও যেন প্ৰাণ পাই উঠিছে। পগলা ঠাকুৰে আচৰিত হৈ চাই আছিল। চাওঁতে চাওঁতে তেওঁৰ এনে লাগিল যেন ম'হৰ মূৰটোৱে তেওঁক প্ৰশ্ন কৰিলে—ঠাকুৰ, তুমি কি চাইছা? পগলা ঠাকুৰে ক'লে—মই বিলৰ জোনাক চাইছোঁ।

—ঠাকুৰ, তুমি জোনাকৰ বাহিৰে আৰু কি দেখা পাইছা?

—তোক দেখা পাইছোঁ।

—মই কোন?

—তই এক অবলা জীৱ, ম'হ।

—ম'হৰ জানো প্ৰাণ থাকে।

—থাকে।

—তেন্তে তোমালোকে মোক অযথা হত্যা কৰিলা কিয়?

—তোক হত্যা কৰা হোৱা নাই—দেৱতাৰ নামত উৎসৰ্গা কৰা হৈছে।

—দেৱতানো কোন আকৌ?

—দেৱতাই গোটেই বিশ্বক নিয়ন্ত্ৰণ কৰে। পোহৰ দিছে, গছত ফুল ফুলাইছে, সংসাৰৰ সকলো পাপ মোচন কৰি মানুহৰ মনত পুণ্য দিছে।

—আৰু একো কৰা নাই?

—আৰু বহুত কিবা কৰিছে। জীৱৰ পালন, সৃষ্টি, স্থিতি, লয়—সকলো তেওঁৰে হাতত।

—তেন্তে মই নিমিত্ত মাত্ৰ। ভোগৰ নিমিত্ত!

—নিমিত্ত—ভোগৰ নিমিত্ত। ম'হটোৱে এইবাৰ হাঁহি দিলে। পগলা ঠাকুৰে সুধিলে—

—তই হাঁহিছ কিয়?

—ঠাকুৰ তোমাৰ কথা শুনি।

পগলা ঠাকুৰক হঠাৎ বৰ বিমৰ্ষ যেন দেখা গ'ল। তেওঁ যেন আৰু ম'হৰ মূৰটোৰ ফালে চাব নোৱৰা হ'ল। চালেই সি হাঁহিব। তেওঁ অন্যপিনে চাই থাকিবলৈ ধৰিলে। পদুম কলি দুটাৰ তলত য'ত পানীত জালালী ডুবি আছে—সেই ঠাইখিনিলৈ পগলা ঠাকুৰে চাই থাকিল।

সমুখত অনন্ত জলৰাশি। বতাহৰ কাৰণে পানীত আকৌ ঢৌ উঠিছে। পানীৰ শব্দ পাৰলৈকে ভঁাহি আহিছে। দূৰৰপৰা ঢাক-ঢোলৰ শব্দও ভঁাহি আহিছে। কিবা যেন গুম্ গুম শব্দ! হয়তো ধুমুহা আহি আছে। নাইবা হয়তো হাজাৰ বছৰ ধৰি চিঞৰি থকা সেই ৰাক্ষসটো। ৰাজপুত্ৰৰ হাতত চৰাইৰ ডেউকা। চৰাইৰ ডেউকা ছিঙি পেলাইছে ৰাজপুত্ৰই। মৰেঁ। জীউকৈ সেই হাজাৰ হাজাৰ ৰাক্ষসৰ দলটো ৰাজকাৰেঙৰ পিনে দৌৰি আহিছে। কাণ পাতি শুনিলে এনেহে লাগে যেন ৰাক্ষসবোৰ অনন্তকালৰ গুহাৰ ভিতৰৰ পখীৰ ৰক্তপানৰ লোভত দৌৰি আহিছে। ৰাজপুত্ৰৰ হাতত পখী। ইচ্ছামতেই ডেউকা ঠেং আৰু মূৰ মুচৰি দিলেই শেষ। কিন্তু হায়, শিলৰ ৰাজপুত্ৰ, শিলৰ পখী। অনন্তমুখী ৰাজপুত্ৰ এদিন নিশা হাতত পখী লৈ সপোন দেখি থাকোঁতেই শিলা হৈ গ'ল।

ম'হৰ মূৰটোৱে ক'লে, কি হ'ল ঠাকুৰ, এইফালে নোচোৱা হলা দেখোন!

পগলা ঠাকুৰে উত্তৰ নিদিলে।

—ঠাকুৰ, তুমি সামান্য কটা মূৰ এটাৰ হাঁহি সহ্য কৰিব পৰা নাই, কিন্তু মই কেনেকৈ বলিকটা দাৰ আঘাত সহ্য কৰিছোঁ—কোৱঁা?

পগলা ঠাকুৰে ক'লে—হেৰ চা—তোক মই একো ক'বলৈ যোৱা নাই। তই এনেকৈ মোৰ লগত লাগি নাথাকিবি।

—ঠিক আছে, মই তেন্তে উৰি গুচি যাওঁ—এইবুলি ম'হৰ মূৰটোৱে মুহূৰ্ততে তাৰ দুকাষে দুখন ডেউকা উলিয়াই বিলৰ ওপৰেদি উৰি যাব খুজিলে।

—আৰে কি কৰ, কি কৰ! পগলা ঠাকুৰে থাপ মাৰি ম'হৰ কটা মূৰটো ধৰিবলৈ গ'ল।

—কিয়, মোক তোমাৰ দেৱতাতকৈ এতিয়া বেয়া দেখিছানেকি? বাদুলীৰ নিচিনা দেখিছা নহয়? প্ৰকাণ্ড বাদুলীৰ নিচিনা?—সেইবুলি কৈ ম'হৰ মূৰটো পগলা ঠাকুৰৰ ওচৰলৈ আহি পেন্দুলামৰ দৰে ডুলিবলৈ ধৰিলে আৰু ক'লে, কেনে দেখিছা? বাদুলীৰ নিচিনা নহয়? লক্ষ

লক্ষ বছৰ আগতে পৃথিৱীত এনেকুৱা বাদুলী কিছুমানেই আছিল; এতিয়া আৰু সেইবোৰ বাদুলী নাই। সিহঁততকৈও ডাঙৰ কিছুমান সৰীসৃপ আহি বাদুলীবোৰক খাই পেলালে। কিন্তু সিহঁতে তোমালোকৰ দৰে যিহকে কৰক, ধৰ্মৰ নামত ভণ্ডামি কৰা নাছিল। ঈশ্বৰৰ নামত অপকৰ্মও কৰা নাছিল।

কটা মূৰটোৰ কাণ্ড কাৰখানা দেখি পগলা ঠাকুৰ অত্যন্ত বিৰক্ত হ'ল। মুৰটোৱে বৰ জ্বলাই মাৰিছে—ভাল মানুহ পালে যি কৰে। এইবাৰ তেওঁ বিলৰ পাৰে পাৰে খোজ ল'লে। কিন্তু কি আচৰিত, ম'হৰ মুৰটোৱে ডেউকা দুখন নচুৱাই নচুৱাই অনবৰত তেওঁৰ সমুখত পেন্দুলামৰ দৰে ডুলিবলৈ ধৰিলে আৰু আগে আগে গৈ থাকিল। কোনোবাই যেন এডাল অদৃশ্য সূতাৰে আকাশৰপৰা মুৰটো ওলোমাই ধৰি আছে। পগলা ঠাকুৰে যিমানেই আগুৱাই গৈ থাকে সিমানেই মুৰটোও লগে লগে গৈ থাকে। পগলা ঠাকুৰ পিছুৱাই আহিলে, মুৰটোও পিছুৱাই আহে। এইটোও পগলা ঠাকুৰৰ বৰ সমস্যা হ'ল। শেষত তেওঁ এই ভয়ঙ্কৰ দৃশ্যৰ পৰা হাত সাৰিবলৈ, দৌৰিবলৈ ধৰিলে। এবাৰ আগলৈ, এবাৰ পাছলৈ। যেন অকলে অকলে পথাৰত হাউ-ডুডহে খেলিছে। এবাৰ উত্তৰলৈ এবাৰ দক্ষিণলৈ। তাৰ পিছত পূব পশ্চিম যেনিয়ে গৈছে—সেই পিনেই ম'হৰ মূৰটো তেওঁৰ চকুৰ সমুখত এটা অতিকায় বাদুলী হৈ ডুলিছে। মুৰটোৱে এবাৰ হাঁহিছে—এবাৰ কান্দিছে; এবাৰ হয়তো কৈছে, চালা—মানুহৰ দৰে ইতৰ জাতি দেখা নাই। খুচীমতেই ঈশ্বৰৰ নামত মোক দুটুকুৰা কৰি বিলৰ দাঁতিত পেলাই থৈ গুচি গ'ল!

পগলা ঠাকুৰৰ নিচিনা মানুহৰো ভয়ত তৎ নোহোৱা হ'ল। তেওঁ সকলো পাহৰি পথাৰে পথাৰে দৌৰিবলৈ ধৰিলে; আৰু ম'হৰ মুৰ ৰূপী সেই বাদুলীটোক উদ্দেশ্য কৰি চিঞৰি উঠিল—গাৎছোৰেৎচালা!

চামচুদ্দিনে ঢাকাৰ পৰা সেইদিনাই উভতি আহি খবৰ পালে—জালালী পানীত ডুবি মৰিল। কিন্তু গাঁৱৰ কোনেও এবাৰো তাইক বিচাৰি

নগ'ল। সেয়ে সি আহিয়েই দলে বলে ওলাই গ'ল। দুজন মানুহক দুপিনে পঠাই দিলে। এজনে আবেদালিক আৰু আন এজনে জববৰক খবৰ দিবলৈ গ'ল। চামচুদ্দিনে দল লৈ বিলৰ পাৰ পায়গৈ মানে বেছ ৰাতি হ'ল। ঠাইটুকুৰা পোৱাৰ লগে লগে জোনাকত সিহঁতে দেখা পালে, কোনোবা মানুহ এজনে পথাৰত ঘূৰি ঘূৰি দৌৰি আছে। কিবা এটা আধি ভৌতিক দৃশ্যৰ দৰে লাগিল। ভূতেই নে মানুহেই—সিহঁতে একো ধৰিব নোৱাৰিলে। চামচুদ্দিন চকিত হৈ পৰিল। দলৰ মানুহ-বোৰে ক'লে, চামু ভাই, যোৱাই ভাল। কাৰ কপালত কি আছে ক'ব পৰা নাই।

চামুৱে চিঞৰি মাতিলে,—পথাৰত সেয়া কোন?

উত্তৰত সিহঁতে সেই পৰিচিত মাতটো শুনিবলৈ পালে—গাৎছোৰেৎ-চালা!—তাৰমানে অন্য একো নহয়—মানুহ হে; পগলা ঠাকুৰ—জোনাকত দৌৰি ঘূৰি ফুৰিছে। ভূত-প্ৰেত, দৈত্য-দানৱৰ ভয় এতিয়া সিহঁতৰ নোহোৱা হ'ল। চামুৱে আকৌ চিঞৰি ক'লে—বৰকৰ্তা, মই চামু। আবেদালিৰ বিবি জালালী পানীত ডুবিছে। আমি তাইক বিচাৰি আহিছোঁ।।

কিংবদন্তিৰ ভয়টো সিহঁতৰ নোহোৱা হ'ল; সিহঁত লাহে লাহে বিলৰ পানীলৈ নামি গ'ল। আগেয়ে শেলেকু তুলিবলৈ অহা দুই এটা মানুহো সিহঁতৰ লগত আহিছিল। চামচুদ্দিনে সিহঁতৰ এটাক লগত লৈ বিলৰ দাতিয়ে দাঁতিয়ে যাবলৈ ধৰিলে। জালালীক শেষ ক'ত দেখা গৈছিল—তেতিয়া সময় কিমান আছিল, চামুৱে সেই বিলাক কথাৰ এটা আন্দাজ কৰিবলৈ চেষ্টা কৰিলে। ইতিমধ্যেই হাচিমহঁতৰ ডাঙৰ নাওখন আনিবলৈ মানুহ কেইটামানক পঠোৱা হৈছিল। নাওখন আহিলেই পানীৰ মাজত বিচাৰিবলৈ যাব পৰা হ'ব। জালালীৰ গাৰ কাপোৰ ক'ৰবাত ওপঙি থাকিব পাৰে। তাইৰ মৰা শ টো ফুলি ক'ৰবাত পানীৰ ওপৰত ভাঁহি উঠিব পাৰে।

অলপ পিছত নাও লৈ মনজুৰ আহিল। জয়নাথ নাৱৰ গুৰিত

বহিছে। নাৱত প্ৰায় পঁচিছ-ত্ৰিছজনমান মানুহ। জোনাক ৰাতি বিলৰ বুকুত ঢৌ বাগৰিছে। পদুম পাতৰ ওপৰত গঙ্গা ফৰিঙে শব্দ কৰিছে। নিশা গহীন হৈ পৰিছে। বহুত সময়লৈকে জালালীৰ কোনো চিন পোৱা নগ'ল। তাৰ পিছত এবাৰ হঠাৎ দেখা গ'ল, দূৰৈত কিবা এটা ভঁাহি গৈ আছে। বিলৰ মাজলৈ নাওখন লৈ গৈ সিহঁতে দেখিলে—এটা পাতিল। পাতিলটো তুলি আনি চালে তাত কেইটামান শেলেকু। জোনাকত শেলেকু কেইটা জিলিকি আছে। গোটেই দিনটো পানীত ডুব মাৰি মাৰি মাত্ৰ আঠ-দহটামান শেলেকু জালালীয়ে সংগ্ৰহ কৰিছিল। শেলেকু কেইটাৰ মাজত এটা ডাঙৰ শামুক। জালালীয়ে তলত সপোন দেখি আছিল, শামুকৰ পেটত মুক্তা পোৱাৰ সপোন; হয়তো বেগম হোৱাৰ সপোন! চামচুদ্দিনে বেকঁা হৈ পাতিলটো তুলি আনিলে আৰু নাৱৰ তক্তাৰ ওপৰত থৈ কাতৰ মাতেৰে ক'লে, জালালী ক'লৈ গলি, ক'ত আছ?

পানীৰ মাজৰপৰা কোনো উত্তৰ নাহিল। সি এবাৰ চাৰিওপিনে মূৰ ঘূৰাই চালে। বিলৰ পাৰে পাৰে এখনৰ পিছত এখনকৈ সৰু সৰু নাও। দুখীয়া-নিচলাৰ নিবাস। গাঁৱত থকা মোল্লা-মৌলবী মানুহবিলাকৰ বজাৰত সূতা বা মৰাপাটৰ কাৰবাৰ আছে; আৰু আছে হিন্দু মহাজন। হক চাহেবৰ ঋণচালিচী বোৰ্ডো আছে। মানুহবিলাকে আত্মৰক্ষাৰ কৌশলো লাহে লাহে জানি পেলাইছে। মানুহবিলাকৰ পিনে চাই চামুৱে ক'লে—তেনে বিচাৰি পোৱা নগ'ল দেখিছেঁা।

কোনেও একো মাত নামাতিলে। কোনোবাই যদি কিবা গম পোৱা বুলি কয়, চামুৱে পানীৰ তললৈ নামি যাবলৈ ক'ব। এই ঠাণ্ডাত পানীত নামিলে বৰফ হৈ যাব লাগিব। মানুহবিলাকে ইতস্ততঃ কৰা যেন গম পাই চামুৱে ক'লে, ঠিক আছে, তোমালোক নাৱতে থাকা, ময়ে পানীত ডুব দি বিচাৰি চাওঁ।—কৈয়েই চামুৱে গামোচা এখন পিন্ধি জালালী শেষ যি টুকুৰা ঠাইত আছিল বুলি মানুহবিলাকে দেখুৱাই দিছিল—সেইখিনি ঠাইলৈ নামি গ'ল।

বিলৰ পাৰত বহুতো মানুহ দেখিয়েই হয়তো ম'হৰ মূৰটো অদৃশ্য হৈ পৰিল। পগলা ঠাকুৰে চাৰিওপিনে চাই ভাবিলে।—এইবোৰ কেনেকৈ হ'বলৈ পাইছিল! সামান্য জন্তু এটাৰ ইমান ৰোষ! ম'হৰ মূৰৰ ৰোষৰপৰা হাত সাৰিবলৈ লৰালৰিকৈ তেওঁ চামুহঁতৰ নাৱৰপিনে যাবলৈ ধৰিলে। নাওখন তেতিয়া পানীৰ মাজত এঠাইত থমকি ৰৈ আছিল; আৰু এজন মানুহে অকলে অকলে—সাঁতুৰি আছে—মাজে মাজে পানীত ডুব দিছে। পানীৰ মাজত মানুহটোৱে অকণো ভয় কৰা নাই।—আৰু ইমানবোৰ মানুহ—! সিহঁতে যেন নাৱত উঠি ৰং চাইছে! মানুহটো এই ঠাণ্ডাত পানীৰ তলৰ দলনিত বন্দী হৈ যায় যদি! ইমান অবিবেচক মানুহ কোন এইটো! পগলাঠাকুৰ প্ৰায় পানীৰ কাষত গৈ থিয় হ'লগৈ। জালালী আচলতে যিখিনি ঠাইত ডুবিছে তাৰ বহুত দূৰত সিহঁতে অন্বেষণ চলাইছে। চামুৰ এই অনৰ্থক পৰিশ্ৰমৰ কাৰণে পগলাঠাকুৰৰ খং উঠিল। তাৰ উপৰি ইয়াৰপৰা এতিয়া গুচি যাবলৈও পথাৰৰ আলিত কটা ম'হৰ মূৰৰ কবলত পৰাৰ ভয় আছে। তেওঁ তাতে থিয় হৈ থাকি এবাৰ চাপৰি বজালে; যেন নাৱৰ মানুহবোৰক ক'ব খুজিলে, তহঁতে মোকো নাৱত তুলি লচোন!

মনজুৰে নাৱৰ তক্তাত থিয় হৈ ডাঙৰকৈ সুধিলে—কোনে হাত তালি দিছে?

কোনো উত্তৰ নাই। কেৱল বিলৰ পাৰত কোনোবাই হাত চাপৰি বজাই থাকিল। এইবাৰ মনজুৰে বুজি পালে—ঠাকুৰহঁতৰ ঘৰৰ পগলা ঠাকুৰে হাত চাপৰি মাৰি আছে। হয়তো নাৱত উঠিবলৈকে চাপৰি মাৰিছে। মনজুৰে চিঞৰি ক'লে, কৰ্তা, ৰ'ব আহিছোঁ।

নাওখন বিলৰ পাৰৰ পিনে আগুৱাই গ'ল; কিন্তু পগলাঠাকুৰ নাৱত ক'ত উঠিব, হঠাৎ পানীত জাপ মাৰি দিলে আৰু পানীত ওপঙি থকা পদুম কলি দুটাৰ পিনে বেগাই সাঁতুৰিবলৈ ধৰিলে। পগলা মানুহ—ঠাণ্ডা গৰম একো নাই। সকলোকে পাছ পেলাই থৈ তেওঁ এটা শুকুলা ৰাজহাঁহৰ দৰে পদুমকলি দুটাৰ পিনে বেগাই যাবলৈ ধৰিলে। এক

থুলন্তৰ পুৰুষ পগলাঠাকুৰ, এই অঞ্চলত এনে মানুহ দ্বিতীয় এজন নাই। মানুহজন যিদৰে অতি ওখ তেনেকৈয়ে অতি শক্তিশালী। কিংবদন্তিৰ সকলোবোৰ দৈত্য-দানৱ, ভয়-ভীত একোকে নামানি পদুমকলি দুটাৰ মাজেদি তেওঁ তললৈ ডুব মাৰি দিলে। অলপ পিছত দল-ঘাঁহ-বন পদুম আৰু ভেটৰ লতা ছিঙি আঁজুৰি জালালীৰ জীৰ্ণ মৃতদেহাটো টানি উলিয়াই লৈ আহিল আৰু চুলি কোচাত ধৰি পানীৰ ওপৰেদি ওপঙাই ওপঙাই সাঁতুৰিবলৈ ধৰিলে। তীৰবেগে তেওঁ সাঁতুৰিবলৈ ধৰিলে। কাষত থকা নাৱৰ মানুহবিলাকে বিস্ময়ত কেৱল হাঁকৈ মুখ মেলি ৰৈ থাকিল। ঠিক যেন এজন পীৰ—দৰগাৰ পীৰ এই পগলাঠাকুৰে সকলোকে আচৰিত কৰি জালালীৰ শটো কান্ধত তুলি লৈ পানী ভাঙি ভাঙি ওপৰলৈ উঠি গ'ল—কোনোফালে উভতি নাচালে। কান্ধত মৃতদেহ, সমুখত শস্যবিহীন পথাৰ, আকাশত কিছুমান তৰা আৰু দূৰত তেতিয়াও আগৰদৰেই ঢাক বাজি আছিল। পগলাঠাকুৰৰ হঠাৎ ভাব হ'ল তেওঁ যেন জালালীৰ মৃতদেহ কান্ধত লৈ দৌৰা নাই—সেইটো আন কাৰোবাৰহে মৃতদেহ। হঠাৎ মনত পৰিল—সেই ফ'ৰ্ট উইলিয়াম দুৰ্গ, দুৰ্গৰ ওপৰত পাৰ চৰাই উৰি আছে, ৰেমপাৰ্টত বেণু বাজিছে। এতিয়া ঢাক-ঢোলৰ শব্দত হয়তো বেণুৰ সঙ্গীত নুশুনা হৈছে।—আৰু তেওঁৰ কান্ধত যুৱতী পলীন। পলীনক কান্ধত লৈ তেওঁ দৌৰিছে। এয়া পথাৰ নহয়, যেন ৰেমপাৰ্ট, পাছতে দুৰ্গ। এদল ইংৰাজ সৈনিকৰ কুছকাৱাজৰ শব্দ, সিহঁতে পাছ পিনৰপৰা পলীনক কাঢ়ি নিবলৈ খেদি আহিছে। এইবোৰকে ভাবি পগলাঠাকুৰে দৌৰিবলৈ ধৰিলে।

মানুহবোৰে দেখিলে—পথাৰেদি পগলা ঠাকুৰ দৌৰিবলৈ ধৰিলে। পগলা মানুহ, জালালীৰ মৃতদেহ কান্ধত লৈ এতিয়া কোনপিনে গুচি যায় একো ঠিক নাই। তাৰ উপৰি তেওঁ হ'ল বিধৰ্মী মানুহ। সেই মানুহৰ কান্ধত মৃত জালালী। মানুহবোৰেও তেওঁৰ পাছে পাছে দৌৰিবলৈ ধৰিলে। জালালীৰ মৃতদেহটো অন্য ঠাইলৈ নাইবা নদীৰ সিপাৰলৈ লৈ গুচি গ'লে ইচলামৰ গুনাহগাৰ হ'বলৈ আৰু বাকী নাথাকিব।

ধৰ্মমতে আবেদালিয়েও তেতিয়া জালালীক আনকি চাবও নোৱাৰিব। ইপিনে এতিয়া এই পগলা বিধৰ্মী মানুহটোৱে সকলোকে পাছ পেলাই পথাৰে পথাৰে দৌৰি আছে। মানুহবিলাকেও দৌৰি দৌৰি চাৰিও-পিনৰ পৰা পগলা ঠাকুৰক আগুৰি ধৰিলে। সিহঁত পগলা ঠাকুৰৰ ওচৰ চাপি আহিল; সিহঁতে বুজিবলৈ দিয়া নাছিল যে, জালালীক তেওঁৰ কান্ধৰপৰা আঁতৰাই নিবলৈহে সিহঁত ওচৰ চাপি আহিছে। কাৰণ, সিহঁতৰ কিবা কৌশলৰ কথা গম পালেই তেওঁ সিহঁতৰ মাজেৰেই জোৰকৈ ওলাই লৰ মাৰিব—যিদৰে সেইদিনা পগলা ঠাকুৰে হেমন্তৰ আবেলিত মুড়া-পাৰাৰ হাতী লৈ পথাৰে পথাৰে মহতিয়াই ফুৰিছিল।

সিহঁতে তেওঁক আগুৰি ধৰি সতৰ্কভাৱে ৰৈ থাকিল। চামু ওচৰ চাপি গ'ল আৰু ক'লে, আমাৰ চাচীক দি দিয়ক।

অদ্ভুত কাণ্ড! তেওঁ যেন অতি ভাল মানুহ! আলফুলে যেন এজনী ৰুগীয়া মানুহহে দুহাতেৰে ধৰিছে—সেইদৰে কান্ধৰপৰা জালালীৰ মৃত দেহটো মাটিলৈ নমালে। লাহেকৈ জালালীৰ দেহটো মাটিত শুৱাই দিলে। শুৱাই দিয়াৰ সময়ত জালালীৰ পেটৰপৰা খল খলকৈ পানী এসোপা উগাৰি ওলাই আহিল। তাইৰ গাটো বগা-শেঁতা হৈ পৰিছে। চকুৰ মণি দুটা স্থিৰ। অপলক দৃষ্টিৰে যেন সকলোলৈকে চাই আছে। গাৰ ডুৰীয়া শাড়ীখন খহি পৰিছে। চামুৱে কাপোৰখন অকমান খুলি পানীখিনি চেপি দিলে। তাৰপিছত শাড়ীখনেৰে গোটেই গাটো ঢাকি দিলে; তাৰপিছত জালালীৰ সম্বন্ধীয়া মানুহ তাত কোন কোন আছে, কোনে মৃতদেহ কান্ধত তুলি নিব পাৰিব—আলোচনা হ'ল। জালালীৰ পুত্ৰবৎ নাইবা পিতৃবৎ যি কেইজন আছে তেওঁলোকেহে মৃতদেহ ল'ব পাৰিব। আলোচনা কৰি চাৰি-পাঁচজন মানুহ উলিয়ালে আৰু মৃতদেহটো বান্ধিবলৈ সিহঁতক নিৰ্দেশ দিলে। বাঁহ এডালত সিহঁতে জালালীৰ মৃতদেহটো বান্ধি ল'লে। দিনত শীতলক্ষাৰ দলটোৱে "জয় যজ্ঞেশ্বৰ কি জয়", বুলি জয়ধ্বনি কৰি কটা ম'হটো বান্ধি নিয়াৰ দৰে—এতিয়া

চামুহঁতেও জালালীৰ শটো বাঁহ এডালত বান্ধি লৈ "আল্লা ৰহমানে ৰহিম" বুলি মাতি মাতি পথাৰৰ আলিৰে যাবলৈ ধৰিলে।

আবেদালিৰ বিবি জালালী শেলেকু তুলিবলৈ আহি পানীত ডুবি মৰিল। কিংবদন্তিৰ দেশত জালালী বলি হ'ল। এই কথাকে লৈ আৰু কিছুদিনলৈ মানুহৰ মাজত উত্তেজনা চলি থাকিব। কিছুদিনৰ আগতে ৰসো আৰু এজনী বুঢ়ী এই একেদৰে বিলৰ পানীত ডুবিছিল। কোনেও বহুদিনলৈকে একো খবৰ পোৱা নাছিল। বহুতদিনৰ মূৰত কঙ্কাল কেইটা ওলোৱাৰ পিছতহে মানুহে গম পাইছিল। তাৰপিছত কিমান যে গল্প গুজব! অশিক্ষিত বা অৰ্ধশিক্ষিত এই মানুহ বিলাকে কিছুমান বিশ্বাস লৈ জীয়াই থাকিবলৈ ভাল পায়। ৰাতি যেতিয়া কোনো সাৰে নাথাকে—তেতিয়া এই অঞ্চলৰ খাল বিল শ্মশান নাইবা কবৰখানা সকলোতে যেন নানান অলৌকিক ঘটনা ঘটি থাকে—সেই বিশ্বাস এই মানুহবিলাকৰ।

চামুহঁত যিমানেই গাঁৱৰ ওচৰ চাপি গৈছে—সিমানেই ঢাক-ঢোলৰ শব্দ বেছি স্পষ্ট হৈ আহিছে। গোটেই ৰাতি ঢাক-ঢোল বাজিব। গাঁৱৰ ওচৰৰ গোটেই পথাৰ খনত হেজাক লাইটৰ পোহৰ। মাজে মাজে আতচবাজী—হাৱৈ উৰিছে। মালতীৰ চকুত টোপনি নাই। পূজাৰ প্ৰসাদ চাৰিওপিনে উপচি আছিল। তাৰ উপৰি খিচিৰি আৰু পায়স। বৰনবৌৱে এবাৰ মালতীক অকলে মাতি আনি পায়স খাবলৈ দিছিল। লেপৰ তলত শুই শুই মালতীয়ে কাষৰ খিৰিকীৰে বাহিৰৰ মুকলি জোনাক চাই আছিল। বাস্তু পূজাৰ সময়ত এই জোনাক অতি ৰহস্যময় হৈ পৰে। ঠিক যেন লক্ষ্মী পূৰ্ণিমাৰ নিশা! তেতিয়াও আতচবাজী আৰু হাৱৈ উৰি আছিল। মালতীয়ে ভাবিছিল—এই জোনাকত জালালী বিলৰ পানীত ডুবি আছে। কথাটো ভাবিয়েই মালতীৰ যেন দম বন্ধ হৈ যাব খুজিলে। তাই উঠি বহিল। মানুহবিলাক এতিয়াও ঘূৰি অহা নাই। সিহঁত আহিলে, আলিবাটত সিহঁতৰ মাত কথা শুনিলেই জালালীক পালেনে নাই গম পোৱা যাব।

বহুত চেষ্টা কৰিও মালতীয়ে শুব নোৱাৰিলে। লেপখন গাত মেৰিয়াই

লৈ কুচি মুচি এক উদাস দৃষ্টি ভঙ্গীৰে খিৰিকীৰ কাষত মালতী বহি থাকিল। গোটেই দিনটো পূজাৰ কামত খাটি খাটি ভাগৰো লাগিছিল। নৈবেদ্য সজাবলৈ পিতলৰ বাচন-বৰ্তন ধোৱাৰ পৰা কত ৰকমৰ কাম! নৰেন দাসৰ কত ৰকমৰ পেচ! এই বাস্তু পূজা পতা হয় খেতিৰ কাৰণে, ভাল ভাল শস্য হ'বৰ কাৰণে। প্ৰাণতকৈও মহামূল্যবান শস্য। গতিকে পূজাত অকণমানো ক্ৰুটি থাকিলে আৰু ৰক্ষা নাই। অমূল্যকো পূজাৰ কামৰ কাৰণে ছুটী দিয়া হৈছে। মালতীয়ে সেই কাহিলি পুৱাৰে পৰা বাচন ধুই, তাৰপিছত পথাৰৰ পূজাথলি আৰু ঘৰ—ঘৰ আৰু পূজাথলি কৰি অহাযোৱা কৰি থাকোঁতেই গৈছিল। বাস্তু পূজা পথাৰত হয়। পথাৰলৈ সকলো বস্তু কঢ়িয়াই নিব লাগে। আকৌ পূজাৰ শেষত সকলো বস্তু ঘৰলৈ ঘূৰাই আনিব লাগে। প্ৰায় এহাতেৰে সকলো কাম কৰিব লগীয়া হৈছিল। শোভা আৰু আবুৱে সামান্য যি পাৰে সহায় কৰিছে। অমূল্য দুপৰীয়ালৈকে আছিল। তাৰপিছত ঘৰলৈ ঘূৰি আহিছিল। গতিকে মালতীয়ে সন্ধিয়ালৈকে উশাহ ল'বলৈকে সময় পোৱা নাছিল। এতিয়া ঘৰলৈ আহি লৰালৰিকৈ হাত ভৰি ধুই পোনেই বিচনাত পৰিছিলহি। কিন্তু নাই, চকুলৈ টোপনি নাহে। কিহবাৰ আশাত, কিবা এটাই যেন তাইৰ বুকুত বাৰে বাৰে আহি খুচি থাকে।—এনে ভাব হয় যেন বাহিৰৰ জোনাকত মনে মনে পথাৰৰ কোনোবা এঠাইত থিয় হৈ থাকিব। কাষত থাকিব মাত্ৰ এজন মানুহ,—প্ৰিয়তম মানুহজন। তাইৰ প্ৰিয়—সেই স্বাৰ্থপৰ দৈত্যটোৰ কথা মনত পৰিল।

তাইৰ দৈত্যটোৱে গোটেই দিনটো সকলোতে বাস্তুপূজা খাই ফুৰিছে—কিন্তু এবাৰো মালতীৰ পূজা চাবলৈ নাহিল। তেওঁ চৰকাৰহঁতৰ পূজা চাবলৈ মালতীহঁতৰ পথাৰৰ কাষেদিয়েই পাৰ হৈ গৈছিল; কিন্তু ইমান নিষ্ঠাৰে পতা তাইৰ পূজাখন এবাৰ চাই নগ'ল। সেইবাবে তাই ক্ষোভত ভিতৰি ভিতৰি জ্বলিপুৰি আছিল। মানুহটোৰ ওপৰত ক্ষোভতেই তাইৰ গোটেই দিনটো পাৰ হ'ল। এই ক্ষোভৰ জ্বালা অতি কষ্টকৰ।

মানুহটোৰ মনে মনে বৰ গৰ্ব। দেশৰ কাম কৰি ফুৰে কাৰণে অহঙ্কাৰত মাটিত ভৰি নপৰে।

সমুখৰ মুকলি পথাৰখনত জোনাক উপচি পৰিছে। গছ-গছনি সকলো জোনাকেৰে বগা। সামান্য অন্ধকাৰৰো আভাস নাই ক'তো। কিমান দিন যেন এনে জোনাক হোৱা নাই! এই জোনাকত চকুলৈ কেনেকৈ টোপনি আহে!

মালতীৰ প্ৰথমে ভাব হৈছিল—বেছিকৈ খোৱাৰ কাৰণে তাইৰ গা ভাল লগা নাই, আৰু সেই কাৰণেই টোপনি অহা নাই। কিন্তু ওহোঁ—তাইৰ টোপনি অহা নাই ক্ষোভত—অভিমানত।—আৰু এটা প্ৰৱল ইচ্ছা—মানুহটোক এবাৰ কাষত পাব লাগে। গতিকে মনৰ ভিতৰত পোৰণি, বুকুৰ ভিতৰত কি এক ভীষণ জ্বালা। মাজে মাজে হঠাৎ একোবাৰ বুকুৰ ভিতৰখন চিৰিঙকৈ উঠে—আহিছে নেকি! মনে মনে কিজানি আহি তাইৰ খিৰিকীৰ কাষত থিয় দিছেহি! কিন্তু নাই—কোনো নাই—তাই মাত্ৰ অকলে বহি আছে। মালতী আকৌ শুই পৰিল। জোনাকত পথাৰৰ ইপাৰ সিপাৰ এক হৈ পৰিছে। খিৰিকীৰে অহা জোনাকখিনিয়ে মালতীৰ মুখৰ লাৱণ্য আৰু উজ্জ্বল কৰি তুলিছে। তাই নিজৰ ডিঙি, কান্ধ আৰু বাহু ছুই চালে—কি যে নিমজ তাইৰ গাটো! কি মনোৰম এই শৰীৰ! মালতী ভিতৰি ভিতৰি অস্থিৰ হৈ পৰিল! ৰঞ্জিতৰ চিন্তা মনৰপৰা আঁতৰ কৰিবলৈ, তাই তাইৰ স্বামীৰ স্মৃতি মনত পেলাবলৈ চেষ্টা কৰিলে। স্বামীৰ সৈতে হোৱা সহবাসৰ দৃশ্যবোৰ মনত পেলাবলৈ চেষ্টা কৰিলে! তাই ভাবিলে—হয়তো তাইৰ মনৰ ভিতৰৰ অস্থিৰ অৱস্থাটো, স্বামীৰ স্মৃতিয়ে শান্ত কৰিব পাৰিব। কিন্তু সেই পুৰণি একেবোৰ দৃশ্যৰ স্মৃতিৰে বাঁচি থকা সম্ভৱ নহয়। পুৰণি সহবাসৰ দৃশ্যই কোনো উত্তেজনাৰ জন্ম নিদিয়ে। তাই মনে মনে ভাবিলে—নাই আৰু ক'তো জোনাক নাই। তাই লেপখন মূৰে গায়ে পেলাই লৈ ভিতৰখন আন্ধাৰ কৰি ল'লে। এতিয়া তাইৰ চৌদিশে কেৱল অন্ধকাৰ। তাইৰ জীৱনৰ সকলো সপোন ঢাকাৰ সেই সংঘৰ্ষই

শেষ কৰি দিছে। আকৌ নতুনকৈ সপোন দেখাটো পাপ। সেই পাপৰ ভয়ত মালতীয়ে লেপৰ তলত মুখখন লুকুৱাই দিলে। আন্ধাৰত যদি আপোনা আপুনি কিবা পাপ হৈ যায়ো, কোনেনো গম পাব! স্বামীৰ মুখখন তাই আৰু কোনো ৰকমেই মনলৈ আনিব নোৱৰা হ'ল। পুৰণি সহবাসৰ ছবিখন কেলেণ্ডাৰৰ পাতৰ দৰে নিত্যনৈমিত্তিক হৈ পৰিছে। তেনে অৱস্থাত তাইৰ নিজৰ সৰু সৰু আঙুলিবোৰৰ স্পৰ্শই যেন শৰীৰত এক ৰোমাঞ্চ আনি দিছে। আঙুলিবোৰে শৰীৰৰ ভিতৰত নানাৰকম পাপ কৰি ফুৰিছে। শৰীৰত আবেশ আনি দিছে। সতীসাবিত্ৰীৰ দৰে পুণ্যবতী হ'বলৈ এৰি, মনে মনে মনৰ অন্ধকাৰৰ মাজত ৰঞ্জিত নামৰ এক যুৱকৰ স্মৃতিত—নিজৰ শৰীৰত, পাপ অন্বেষণ কৰি ফুৰা—এই গোপন পাপ কাৰ্য্য মালতীৰ বৰ ভাল লাগিল।—প্ৰাণতকৈও আপোন যেন লাগিল। আহত সাপে মৰাৰ আগতে গোটেই গাটো কোঁচাই আনি, আকৌ মেলি দি এসময়ত একেবাৰে দীঘল দি পৰি থকাৰ দৰে মালতীয়েও গাটো এবাৰ কোঁচাই আনিলে আৰু তাৰপিছতে হঠাতে আকৌ মেলি দিলে। তাইৰ গোটেই শৰীৰ ভাঙি এক অসহায় আৰ্তনাদ যেন ওলাই আহিব খুজিলে। কিবা এটা যেন নাই তাইৰ এই পৃথিৱীত —কিবা যেন তাইৰ হেৰাই গৈছে। তাইৰ সমস্ত শৰীৰত এতিয়া মাত্ৰ প্ৰেমৰ অনুসন্ধান চলিছে। কিমান আপোন, কিমান প্ৰিয় এই সন্ধান! মানুহৰ হৃদয়ত এই প্ৰেমৰ সৃষ্টি কেনেকৈ যে হয়! কোন অন্ধকাৰৰপৰা সি উঁকি মাৰে—কেতিয়া সকলো পাপ-পুণ্য বিসৰ্জন দি উদাসী সন্ন্যাসী হৈ পৰে—কোনেও একো ক'ব নোৱাৰে। মালতীয়ে ঘন ঘনকৈ নিশ্বাস পেলাইছিল। কোনোবা বাউলে যেন তাইৰ শৰীৰত বাদ্যসঙ্গীত বজাইছে। তোমাৰ সুকোমল আঙুলিৰে মোক বজোৱা বাউল! তাৰপিছত কোঢ়া চৰাইৰ মাতৰ দৰে বুকুৰ ভিতৰত এটা ঢুক্ ঢুক্ শব্দ। মালতী একেবাৰে নিস্তেজ আৰু অৱশ হৈ পৰিল। হঠাৎ সেয়া কি! আলিবাটত কোনোবাই যেন দৌৰাদৌৰি কৰিছে। হঠাৎ কোনে সেয়া বুকু ভাঙি কান্দিবলৈ ধৰিছে। মালতীৰ বুজিবলৈ বাকী নাথাকিল। জব্বৰৰ কান্দোন সেয়া। তাৰ

মাক শেলেকু তুলিবলৈ গৈ পানীত ডুবি মৰিছে। কিন্তু জবৰে এইদৰে কান্দিবলৈ কেতিয়া শিকিলে? ঠিক এটা শিশুৰ দৰে আকাশ বিদীৰ্ণ কৰি সি কান্দিছে।—মা—মা! —মালতী লৰ মাৰি বাহিৰৰ জোনাকলৈ ওলাই গ'ল। জালালীৰ মৃতদেহ বাঁহ এডালত ওলোমাই বান্ধি লৈ অলপ পিছতে হয়তো চামুহঁত গৰুবাটেৰে উঠি আহিব।

গৰুবাটত চিঞৰ শুনি ওচৰ-চুবুৰীয়া সকলো সাৰ পাই উঠিল। তাৰ উপৰি সন্ধ্যাৰ পিছৰেপৰা সকলোৱে বাট চাই আছিল—হয়তো এই আহি পালেহি! চামচুদ্দিনে যেতিয়া তাৰ দলবল লৈ ওলাই গৈছে—তেন্তে লাচ তুলিবলৈ আৰু কিমান পৰ! কিন্তু যিসকল বয়সত বুঢ়া আৰু যিবিলাকে বিলৰ অলৌকিক ক্ষমতাৰ কথা বিশ্বাস কৰে—তেওঁলোকৰ কাৰণে চামুৱে ব্যৰ্থ চেষ্টা কৰিবলৈ গৈছে। তেওঁলোকে বৈঠকখানাত, ঘৰৰ চোতালত নাইবা গোহালিৰ কাষত বহি ধঁপাত খাই খাই যতমানে বিলৰ অলৌকিক গল্পৰ আড্ডা মাৰিছিল। সৰু সৰু ল'ৰা-ছোৱালীবোৰে বুঢ়া মানুহবিলাকৰ কাষত বহি গল্প শুনিছিল।

ঈছমেও সোণক কাষত লৈ কিংবদন্তিৰ কাহিনী শুনাইছিল।

এদিন—হেমন্তৰ আবেলি। সোণাবাবুৰ জন্ম হৈছিল সেইদিনা। ঈছমে তৰমুজৰ পথাৰত পহৰা দি আছিল। তেতিয়া সোণালী বালিৰ নদীৰ চাপৰিত তৰমুজ ফুল ফুলিছিল। ধান কটা তেতিয়া শেষ হৈছিল। সোণাবাবুৱে মেকুৰীৰ দৰে কেওঁ কেওঁকৈ অশৌচীয়া ঘৰত কান্দি আছিল। সোণে ঈছমৰ মুখত সেইদৰে কেওঁ কেওঁকৈ কন্দাৰ কথা শুনি ক'লে, যোৱাঁ—তুমি মিছা কথা কৈছা—

—নহয় নহয় সৰু কৰ্তা, মিছা কোৱা নাই।—তাৰপিছত ঈছমে সোণক সেইদিনাৰ ঘটনাটোৰ কথা ক'লে। মূৰত পাগুৰি মাৰি ৰাওনা হলোঁ। ধনকৰ্তাক খবৰ দিবগৈ লাগে। তাৰপিছত বুজিলা সোণাবাবু, ৰাতি,

কি ঘিট্‌ঘিটীয়া আন্ধাৰ! এনে লাগিল যেন বামুণদিৰ পথাৰৰ প্ৰকাণ্ড শিমলুজোপা মূৰত চাকি জ্বলাই মোৰপিনে খোজকাঢ়ি আহি আছে। কি যে ভয় লাগিল! কোনে যেন মোক হেঁচা মাৰি ধৰি বিলৰ পানীত ডুবুৱাই মাৰিব খুজিলে।

—মাৰিব খুজিলে?—সোণৰ ডুচকু যেন থৰ হৈ গ'ল।

ওঁ! কি ক'ম কৰ্তা। বিলৰ লখিমীক দেখা নাই কেতিয়াও! ৰূপহী কন্যা—সোণৰ নাও, পবনৰ বঠা, পানীৰ তলৰপৰা টুপ্ কৈ ওপৰলৈ উঠি আহে। আন্ধাৰ ৰাতি নোলায়, ৰাতি জোনাক হ'লে ওলায়। পূৰ্ণিমাৰ নিশা সেই নাও দেখিলে আচৰিত হৈ যাব লাগে; একদম সকলো বগা। সেই পানীত ডুবি গ'লে কোনো যে আৰু ওলাই নাহে—এইবুলি ঈছমে গানকে জুৰি দিলে।

সোণৰ এই সাধু, কিয় জানো, ভাল লগা নাছিল। বিলৰ অলৌকিক সাধুবোৰ শুনি তাৰ ভয় লাগি গৈছিল। সেই পানীত ডুবি যে মানুহ আৰু ওলাই নাহে! বাৰে বাৰে সোণৰ মাকৰ কথালৈ মনত পৰিল। মাকে আবেলি তাক বকিছিল,—তই ক'লৈ যাৱ, ক'ত থাক, ঠিক নাথাকে। কেতিয়াবা পানীত ডুবি মৰিবি।

সোণৰ ভাব হ'ল—মাকে ঠিকেই কৈছিল। তাৰ হাবিয়ে বনে ঘুৰি ফুৰাত বৰ চখ। কেতিয়াৰপৰা যে তাৰ এনে অভ্যাস গঢ়ি উঠিল—সি নিজেও নাজানে। সাধাৰণ মানুহৰ দৰে তাৰো মনত বৰ ভয় সোমাল। কোনোবাদিনা কাকো নোকোৱা নেমেলাকৈ পথাৰলৈ গুচি যাব—তাৰ পিছত সেই বিল, প্ৰকাণ্ড বিললৈ নামি যোৱাৰ পিচা—আৰু কোনোবাদিনা সেই বিলৰ পানীত ডুবি মৰি থাকিব—কোনেও গমকে নাপাব। সি মনে মনে প্ৰতিজ্ঞা কৰি পেলালে, নাই আৰু নহ'ব। হাবিয়ে বনে সি আৰু কেতিয়াও ঘূৰি নুফুৰে। সি আৰু অকলে নাইবা পগলা বৰদেউতাকৰ সৈতেও ক'লৈকো গুচি নাযায়। অন্ততঃ সেই বিলৰ পানীৰপিনে আৰু কেতিয়াও নাযায়। মাকে গোটেই দিনটো চিন্তা কৰি থাকে। মাকৰ চকুত ভয়ৰ চিন দেখিলে সি মাকৰ অবাধ্য হৈ কোনো

কাম নকৰে। সদায় সি মাকক সঁচা কথা ক'ব। সেই ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিষয়ে শুনা সাধুৰ দৰে—মাকৰ কাৰণে ধুমুহা বৰষুণতো যিদৰে তেওঁ অৱলীলাক্ৰমে দামোদৰ নদী পাৰ হৈ গৈছিল—সেইদৰে সোণেও মাকৰ কাৰণে সকলো কৰিব। অকণো অবাধ্য নহয়। কিয় জানো, মাকৰ কথা মনলৈ আহিলেই সোণৰ ঈশ্বৰচন্দ্ৰৰ মাকৰ কথা মনত পৰে। সি যেন মনতে ঈশ্বৰচন্দ্ৰৰ দৰে আদৰ্শবাদী, সত্যবাদী হ'বলৈ বিচাৰিলে। ঈশ্বৰচন্দ্ৰৰ দৰে সিও মাকৰ কাৰণে সকলো কৰিব। মাকে যিটো নিবিচাৰে সি আৰু কেতিয়াও তেনে কাম নকৰে, যি বিচাৰে তাকেহে কৰিব। ঈছমে তেতিয়াও গান গায়েই আছে।

বৰ ঘৰৰ ভিতৰত ককাকে কাহি আছিল—আৰু চোতালৰ দাঁতিত সিহঁত দুয়ো বহি আছিল।

ঈছমে এবাৰ গান বন্ধ কৰি ক'লে, বুজিছা সোণাবাবু, সাঁজ লাগিলেই ৰাজকন্যাই হাতত সূৰ্য্যটো লৈ বিলৰ পানীত ডুব দিয়ে।

—আৰু ওলাই নাহে ?

—আহে। গোটেই ৰাতি হাতত সূৰ্যটো লৈ পানীৰ তলত সাঁতুৰি থাকে। সাঁতুৰি সাঁতুৰি নদীৰ বুকুৰেদি সাগৰলৈ যায়গৈ। সাগৰৰপৰা মহাসাগৰ—তাৰপিছত আকৌ পুৱা হওঁ নৌ হওঁতেই পূবৰ আকাশত সূৰ্য ভাঁহি উঠে। ৰাজকন্যাই আচমানত সূৰ্যটো তেতিয়া আঁৰি দিয়ে। তাৰপিছত এক পলকত ৰাজকন্যা নোহোৱা হৈ যায়।

—তেওঁ ক'ত নোহোৱা হৈ যায় ?

—বিলৰ পানীত।

—তুমি দেখিছানেকি ?

—মই কি দেখিম সোণাবাবু—তোমাৰ মাক সুধিবাচোন—পগলা ঠাকুৰকো সুধিব পাৰা।

সোণে ভাবিলে, হয়তো হ'ব পাৰে। ইমান এখন ডাঙৰ বিল, ৰাজকন্যাৰ সোণৰ নাও, বতাহৰ বঠা, বিলৰপৰা নদীৰ বুকুৰেদি গৈ সাগৰত পৰিবলৈ কিমান সময় লাগে ! সাগৰেদি ৰাজকন্যা কিমান দূৰ পায়গৈ

চাগৈ! এতিয়া বাৰু ৰাজকন্যা কোন সাগৰত আছে? উত্তৰত নে দক্ষিণত? সি সুধিব খুজিছিল—কোনখন সাগৰৰ তলত ৰাজকন্যাই এতিয়া সাঁতুৰি আছে? হাতত সূৰ্য লৈ ৰাজকন্যাই নীলা পানীৰ তলত সাঁতুৰি আছেনেকি? মুখত ৰূপালী সূৰ্য লৈ সোণালী মাছৰ দৰে কোন সাগৰৰ তলত সাঁতুৰি ফুৰিছে? সোণৰ জানিবলৈ বৰ মন গ'ল। ঈছমে তেতিয়া কৈছিল—ৰাতিপুৱালে ৰাজকন্যা পূব সাগৰত ভাঁহি উঠে। সূৰ্যটো আচমানত ওলোমাই দিয়ে; তাৰপিছত ৰাজকন্যাই টুপ্‌কৈ পানীৰ তলত ডুব মাৰে। সোণে যেন কিমান দিনৰ মূৰত সূৰ্য দেৱতাৰ আচল বুদ্ধিটো ধৰি পেলাইছে।

ইমানদিনে তাৰ সদায় এটা প্ৰশ্ন আছিল, সূৰ্য, তুমি ক'লৈ যোৱা? দেউতাকে কৈছিল, সি ডাঙৰ হ'লে জানিব পাৰিব। এতিয়া কিন্তু তাৰ ওচৰত সকলো ৰহস্য ওলাই পৰিল। সূৰ্য মোমায়েকৰ ঘৰলৈ যায়। বিলৰ তলত থকা মোমায়েক-মামীয়েকৰ ঘৰলৈ যায়।

সোণ মনে মনে বহি থাকিল। কিবা এটা কামত ঈছম গোহালিৰ ভিতৰলৈ উঠি গ'ল। চোতালত অকলে অকলে সোণৰ ভয় লাগিল। সি লৰ মাৰি বৰঘৰৰ ককাকৰ কোঠা পালেগৈ। কোঠাটোত আইতাক আছে আৰু তক্তাপোচৰ ওপৰত চাৰিওপিনে লেপ আৰু গাৰু গুজি লৈ ককাক বহি আছে। ডাঙৰ ডাঙৰ গাৰু দুটামানত ককাকক আওঁজাই ৰখা হৈছে। গাৰুকেটা যেন তেওঁৰ বহি থকাৰ অৱলম্বন। মূৰৰ কাষত পিতলৰ গচাত চাকি জ্বলি আছে। এৰি তেলৰ চাকি। নীলা নীলা পোহৰ। দীঘল দীঘল পোহৰৰ ৰেখাবোৰ তেওঁলোকৰ চকুৱে-মুখে বিজুলীৰ দৰে জিলিকিছিল। আইতা অলপ পিছতে সন্ধ্যা-আহ্নিকৰ কাৰণে গোসাঁইঘৰলৈ যাব। আইতা কোঠাত থকালৈকে সোণে তাতে ঘূৰাঘূৰি কৰি থাকিল। তাৰ আকৌ ঈশ্বৰচন্দ্ৰৰ কথা মনত পৰিল। দামোদৰ নদীৰ কথা মনত পৰিল। সি আকৌ ভাবিলে, মাকৰ কাৰণে সিও সকলো কৰিব। কোঠাটোত ঘূৰি থাকোঁতে তাৰ আকৌ মনত পৰিল, বিলত ৰাজকন্যা থাকে। মনত পৰিল—ফতিমালৈ। ফতিমাই

আজি তাক ছুই দিছিল, সি কিন্তু গা ধোৱা নাই—মাকে জানিলে তাক খং কৰিব। মাকৰ খং উঠা কঠোৰ মুখখনৰ কথা মনলৈ অহাৰ লগে লগেই তাৰ প্ৰায় কান্দোনটো ওলাই আহিব খুজিলে। মাকে আজি গৰদৰ শাড়ী পিন্ধিছিল; পূজা-পাৰ্বণত মাকে সদায় গৰদৰ শাড়ী পিন্ধে। তেতিয়া মাকক ভদ্ৰঘৰৰ চাকৰণী যেন দেখি। কিন্তু তেতিয়া মাকক পানীৰ দৰে নিৰ্ম্মল, বগা ভেট ফুলৰ দৰে পবিত্ৰ যেন লাগে। গতিকে সেই পবিত্ৰ নিৰ্মল পানীৰ কাষত এটা অশুচি শৰীৰ লৈ থকাটো পাপ। সোণে কি কৰিব ভাবি পোৱা নাছিল। কৈ দিবনেকি,—'মা মোক ফতিমাই আজি আকৌ ছুলে!' নে একোকে নোকোৱাকৈ মনে মনে থাকিব! সি একো স্থিৰ কৰিব নোৱাৰিলে। ভিতৰি ভিতৰি তাৰ ভীষণ ভয় লাগিবলৈ ধৰিছিল। সি আৰু ৰৈ নাথাকি, একে দৌৰে পশ্চিমৰ ঘৰটোত সোমালগৈ। কি যে জাৰ—কি ঠাণ্ডা! এই ঠাণ্ডাত কেনেকৈনো বাৰু গা ধোৱে! সোণে গাৰ চাদৰখন আৰু ভালকৈ মেৰিয়াই ল'লে। তাৰপিছত মাকৰ কাষত বহিলগৈ। অলপ পৰৰ পিছতে সি গা ধোৱাৰ কথা পাহৰি গ'ল। এতিয়া মাত্ৰ আকৌ সেই ৰাজকন্যাৰ কথা মনত পৰিছে। ৰাজকন্যাৰ মুখত ৰূপালী সূৰ্য। সূৰ্য মুখত লৈ ৰাজকন্যাই এটা মাছৰ দৰে পানীৰ তলত সাঁতুৰি আছে।

আজি উৎসৱৰ দিনা ওৰেদিন দৌৰাদৌৰি কৰি থকা কাৰণেই নেকি সোণক বৰ ক্লান্ত যেন দেখা গৈছিল। সি ৰাতি একো খাব নুখুজিলে। সকলোৰে অলক্ষ্যে বিচনাত শুই থাকিল। আজি তাৰ পঢ়া শুনাও নাই। পূজাৰ কাৰণে ছুটী। ভিতৰ চোতালত আজি ছুৰী খেলা আৰু লাঠী খেলাও বন্ধ। লাল্টু আৰু পল্টু সেই যে সৰু খুৰাকৰ সৈতে পূজাৰ ভোগ ৰান্ধিবলৈ গৈছিল—এতিয়াও ঘূৰি অহা নাই। গোটেই আবেলিটো প্ৰায় অকলে অকলেই আছিল। বৰমাক এতিয়াও পাকঘৰত, ৰাতি আজি কোনো ৰন্ধাবঢ়াৰ কাম নাই। ককাকে অলপ মাত্ৰ ফল সিজোৱা খাব। আইতাকে গৰম গাখীৰ খাব। তেওঁলোকৰ সেই কামখিনি কৰি দিয়া হ'লেই মাক আৰু বৰমাকৰ ছুটী। মাক কোঠাটোৰ-

পৰা ওলাই গ'ল। সি এতিয়া আকৌ কোঠাটোত অকলে। হাৰিকেনটো মুমাও মুমাও হৈছে। ওপৰত টিনৰ চাল, তাত নিয়ৰ পৰিছে। এটোপ এটোপকৈ পানী জমা হৈ টিঙৰপৰা তললৈ সৰি পৰিছে। টুপ্ টুপ্ শব্দ হৈছিল। সোণে কাণ পাতি কিবা শব্দ শুনিছিল। যেন কোনোবাই ওপৰৰ কাঠৰ চিলিঙত খোজ কাঢ়ি অহা যোৱা কৰি আছে। সোণে মাকক মাতি তাৰ ভয়ৰ কথা ক'ব পাৰিলেহেঁতেন; কিন্তু আনদিনা তাৰ কেতিয়াও ভয় নালাগে, আজি হঠাৎ তাৰ ভয় লগা বুলি ক'লে মাকে হয়তো বিৰক্ত হ'ব। সি মাকক মাতিবলৈ সাহ নকৰিলে।

মানুহ এজনী পানীত ডুবি মৰাৰ খবৰ আৰু কটা ম'হৰ মুৰ, পেটটোৰে সৈতে বান্ধি বাঁহ এডালত ওলোমাই কিছুমান মানুহে লৈ যোৱা সেই দৃশ্যটো! সেইবোৰ মনত পৰাৰ লগে লগে সোণে লেপখন মুৰে গায়ে ঢাকি ল'লে। তাৰ মনত পৰিল—তাৰ শৰীৰটো অশুচি। সি ফতিমাক ছুই আহি গা ধোৱা নাই। শৰীৰ অশুচি হ'লে অপদেৱতা গাত লম্ভিবলৈ বেছি সময় নালাগে। সি অশৰীৰী অপদেৱতাৰপৰা হাত সাৰিবলৈ লেপখনেৰে গোটেই গা-মুৰ ভালকৈ ঢাকি ল'লে। তাৰ বাৰে বাৰে মনলৈ আহিল, কেনেবাকৈ ছল পালেই বিলৰ অপদেৱতা আহি যেন লেপৰ তলত সোমাবহি পাৰে। —তাক কুট্‌কুটাই দিবও পাৰে! হুহুঁৱাই হুহুঁৱাই তাক যেন মাৰি পেলাব। তাৰ নাকে মুখে কিবা অদ্ভুত গোন্ধ সানি দিব; আৰু গোন্ধটো সানি দিলেই সি অপদেৱতাৰ দাস হৈ পৰিব। আৰু তেতিয়া অপদেৱতাই তাক তেওঁৰ পাছে পাছে বিলৰ পিনে যাবলৈ নির্দেশ দিব। অপদেৱতাৰ পাছে পাছে গৈ সি বিলৰ পানীত নামিবগৈ লাগিব; আৰু অলপ আগুৱাই গৈয়েই সি পানীত ডুবি যাব। কথাটো ভাবি তাৰ বৰ দুখ লাগিল। মাক-দেউতাকলৈ বৰকৈ মনত পৰিল। সি লেপৰ তলত কুচি মুচি শুলে। অপদেৱতাবোৰে যেন ঘৰৰ চাৰিওপিনে ফুচফুচাই কিবা কৈ আছে। সোণে মনে মনে ঈশ্বৰৰ নাম ল'বলৈ ধৰিলে। এনেতে কোঠাৰ ভিতৰত লেমৰ পোহৰখিনি ধপ্‌ধপ্‌কৈ

ডুবাৰ শব্দ কৰি শুমাই থাকিল। কোঠাটো একেবাৰে অন্ধকাৰ হৈ পৰিল। সোণে এবাৰ লেপৰ তলৰপৰা মুখখন উলিয়াই চাওঁতেই খিৰিকীয়েদি জোনাক দেখা পালে আৰু দেখা পালে খিৰিকীৰ কাষত কাৰোবাৰ যেন এখন মুখ! যেন জালালীয়ে উঁকি মাৰি সোণলৈ চাই আছে। ভয়তে সোণে চিঞৰ মাৰি দিলে। কটা ম'হৰ মূৰটো লৈ জালালীয়ে যেন তাৰ পিনে চাই আছে।

চিঞৰ শুনি পাকঘৰৰ পৰা ধন নবৌ লৰি ওলাই আহিল। বিচনাত বহি থকা সোণে তেতিয়া থৰ থৰকৈ কঁপি আছিল। খিৰিকীৰ পিনে আঙুলি তুলি কিবা এটা দেখুৱাবলৈ চেষ্টা কৰিলে। ধন নবৌৱে সেই পিনে চাই দেখিলে—খিৰিকীত কেৱল জোনাক। ধন নবৌৱে সুধিলে, —কিয় চিঞৰিছিলি সোণ?

সি ক'লে,—মানুহ!

—মানুহ ক'ৰ পৰা আহিব—শুই থাক।

ভয়ে ভয়ে এইবাৰ সোণে কান্দি পেলালে আৰু ক'লে, মা মোক ফতিমাই আকৌ ছুই দিছিল!

—আকৌ তই সেই ছোৱালীজনীৰ ওচৰ পাইছিলিগৈ!

সোণে নিজৰ দোষ ঢাকি ক'লে, মা, মই তাইক ছোৱা নাই।

ধনবৌৱে সোণক আৰু একো নক'লে। তেওঁ সোণক লগত লৈ গোসাঁই ঘৰৰ পিনে খোজ ল'লে। গাত থান কাপোৰৰ শাড়ী, ফুল, বেলপাত আৰু চন্দনৰ। সুগন্ধ। সোণৰ মনত মাকক এজনী পৱিত্ৰ ফুলকুমাৰীৰ দৰে লাগিল। সিও মাকৰ পাছে পাছে আঁতৰে আঁতৰে খোজ ল'লে। লেম চাকি নাথাকিলেও সিমান আন্ধাৰ নাছিল। জোনাকত বাট-পথাৰ সকলো মুকলি হৈ আছিল। ঈছম হয়তো ইমান পৰে তৰমুজ খেতি পালেগৈ। বৈঠকখানাত বহি বহি ৰঞ্জিতে বৰ মনোযোগেৰে কিবা লিখি আছিল। ধন নবৌ চোতাল পাৰ হৈ গ'ল। সোণে ভাবিছিল—মাকৰ:যিহে খং, তাক ছাগে' পুখুৰীৰ পিনেহে লৈ গৈছে! পুখুৰীৰ বৰফৰ নিচিনা চেঁচা পানীত তাক ডুব মাৰিবলৈ ক'ব। ভয়ত সি থক্ থক্কৈ কঁপিছিল।

ঠিক শেৱালি ফুল জোপাৰ তলতে মাকে তাক ক'লে,—সোণ, তই ৰ ইয়াতে।

সোণ তাতে ৰ'ল।

মাক পুখুৰীৰ পিনে কিন্তু নামি নগ'ল। গোসাঁই ঘৰৰ দুৱাৰ খুলি তামৰ পাত্ৰ এটাৰপৰা দুখিলামান তুলসীপাত আৰু অলপ চৰণামৃত লৈ ওলাই আহিল। আহিয়েই চৰণামৃতখিনি সোণৰ গাত আৰু তেওঁৰ গাত ছটিয়াই ল'লে। তাৰপিছত সোণক মুখখন হাঁ কৈ মেলিবলৈ ক'লে আৰু আঁতৰৰপৰা তাৰ মুখত তুলসী পাত কেইটা সুমুৱাই দি ক'লে, খা। লগে লগে সোণৰ ভাব হ'ল—তাৰ দেহ মনৰপৰা সকলো ভয় সংশয় নোহোৱা হৈ গৈছে। সি মাকক সাৱটি ধৰি ক'লে, মা, মই আৰু পথাৰলৈ কেতিয়াও অকলে নাযাওঁ।

ধন নবৌৱে সোণৰ কথাৰ একো উত্তৰ নিদিলে। তামৰ পাত্ৰৰ বাকীখিনি পানী হাতৰ অঁাজলি কৰি ল'লে আৰু নিজৰ কোঠাৰ পিনে বেগাই খোজ দিলে। কোঠাৰ ভিতৰলৈ গৈ তেওঁ পানীখিনি সোণ শোৱা বিচনাখনত ছটিয়াই দিলে। তেনেতে পথাৰৰ পিনে হৈ চৈ শব্দ হ'ল। জব্বৰৰ কান্দোন শুনা গ'ল।

বৰ নবৌ লৰালৰিকৈ ঘৰৰপৰা বাহিৰলৈ ওলাই আহিল। ৰঞ্জিতেও লিখা এৰি চোতাললৈ ওলাই আহিল। ধননবৌৱেও দুৱাৰখন খুলি দিলে। তেওঁলোক এটাই কেইজন একেলগে পুখুৰীৰ পাৰলৈ খোজ ল'লে। পাছে পাছে সোণেও খোজ ল'লে।

দীনবন্ধু আৰু তেওঁৰ দুয়োজনী ঘৈণীয়েক ওলাই আহি বকুল তলত থিয় হ'লহি। প্ৰতাপ চন্দও আহি দুমহলীয়াৰ সৰু কোঠাটোৰ কাষত থিয় হ'লহি। তেওঁৰ তিনিজনী ঘৈণীয়েক আৰু বহুতো ল'ৰা-ছোৱালী। এটাইবোৰে ছাটৰ ওপৰত থিয় হৈ জালালীক চাবলৈ বৈ থাকিল। শ্ৰীশচন্দ, নাপিত পাৰাৰ কৰিৰাজ আৰু গৌৰ চৰকাৰৰ ল'ৰা-ছোৱালী-বোৰ আহি বাঁহনিডৰাৰ তলত থিয় হৈছিলহি। দলটো আহি আছে। এটা যেন ভৌতিক পৰিবেশ। পানীত ডুবা মানুহ উঠি আহিছে!

জোনাকবোৰো যেন কিবা শেঁতা হৈ পৰিছে। এক গহীন গম্‌গমীয়া ভাব। আনকি কলাপাত এখন লৰিলেও গম পোৱা যাব। নীৰৱ। নিঃশব্দ। আকাশত অকণিও মেঘ নাই। আকাশত বগা মেঘ থকা হ'লে, বনবোৰত দুই চাৰিটা কীট-পতঙ্গই মাতি থকা হ'লেও হয়তো পৰিবেশটো ইমান ভৌতিক যেন নালাগিলহেঁতেন। আনকি ঢাক-ঢোলৰ বাজনাও বন্ধ হৈ গৈছে! এক ভয়লগা শেঁতা জোনাকৰ পোহৰত দেখা গ'ল—গৰু বাটেদি মানুহ বিলাক ওপৰলৈ উঠি আহি আছে। সোণে মাকক আকৌ সাৱটি ধৰিলে—কাৰণ, কটা ম'হৰ মূৰ আৰু পেটটোৰে সৈতে সেই মুখখনে যেন তালৈ আকৌ ভূমুকি মাৰি চাবলৈ ধৰিলে।

ধননবৌৱে সোণক লৰালৰিকৈ কোলাত তুলি ল'লে।

মৃতদেহটো বাঁহ এডালত বান্ধি আনিছে। বাঁহডালত ওলমি মৃতদেহটো দুলি দুলি আহিছে। ৰঞ্জিতে ভাবিলে, চামচুদ্দিনক এবাৰ মাতি কথা পাতিবনেকি! কিন্তু অলপ দূৰলৈ পথাৰৰ পিনে চাই বাস্তু পূজাৰ উৎসৱৰ দৃশ্য দেখি অলপ সঙ্কোচবোধ হ'ল। কিছু সময়ৰ পিছত অৰ্থাৎ শেষ ৰাতিৰ পিনে চৰকাৰহঁতৰ পুখুৰী পাৰত আতচবাজী হ'ব। কিবা ভাবি ৰঞ্জিতে চামুক মাতিবলৈ সঙ্কোচ কৰিলে।

সোণৰ ভাব হ'ল—সি দুপৰীয়া দেখা দৃশ্যটো এতিয়া আকৌ সেয়া আহি আছে। কটা মূৰটো পেটৰ সৈতে বান্ধি লৈ যোৱা হৈছে। খুব ভালকৈ মনিব নোৱাৰি, কিন্তু ধাৰণা হয়, জালালীৰ মূৰটো তললৈ ওলমি আছে। মূৰৰ চুলিবোৰ শণ খেৰৰ দৰে থিয় হৈ আছে। সোণে ভয়তে মাকক আৰু জোৰে সাৱটি ধৰিলে। মাকৰ কোনো মাতবোল নাই। তেওঁও সেই দৃশ্য দেখি গহীন হৈ পৰিছে।

সাধাৰণতে মানুহৰ এনেকুৱাই হয়। দুখৰ ছবি দেখিলে সকলোৰে মনত এক কষ্ট সংক্ৰমিত হৈ পৰে। ভাব হয়—এদিন নহয় এদিন মানুহে সকলো এৰি থৈ যাবই লাগিব। গোটেইখনতে জোনাক বিয়পি পৰিছে। বৰনবৌ অৰ্জুন গছজোপাৰ তলত। জালালীৰ শটো লৈ মানুহবিলাক পথাৰৰ বাটটোৰে পাৰ হৈ গ'ল। তাৰ পিছতেই চাই থকা

মানুহবিলাকে দেখিলে—সেয়া তেওঁও আহিছে, সেইজন মানুহ, যেন কিংবদন্তিৰ মানুহ, পথাৰৰ আলিয়েদি ৰাজপুৰুষৰ দৰে ওপৰলৈ উঠি আহি আছে।

জোনাকত পগলা ঠাকুৰক এজন সন্ন্যাসীৰ দৰে লাগিছিল।

সোণে দেখিলে, বৰদেউতাই এতিয়া কোনো পিনে চোৱা নাই। পোনে পোনে গৰু বাটেৰে আগুৱাই আহি আছে। ওচৰ পোৱাহিৰ লগে লগে বৰমা বেগাই আগুৱাই গ'ল। ৰঞ্জিতো নামি গ'ল। বৰদেউতাকক দেখাৰ লগে লগে সোণৰ মনৰ পৰা সকলো ভয় নোহোৱা হ'ল। সিও লৰ মাৰি গৰু বাটেদি নামি গৈ মাত দিলে, বৰ দেউতা!

বৰনবৌৱে পগলাঠাকুৰক আৰু অন্যপিনে যাবলৈ সুবিধা নিদি আগভেটি ধৰিলে। তেওঁ পগলাঠাকুৰৰ লগে লগে আহি থাকিল। কাষতে ৰাখিব পাৰিলে, মানুহটো একেবাৰে সৰল শিশু এটিৰ দৰে হৈ থাকে। সুদা ভৰি, গাৰ কাপোৰ তিতি পানী পৰি আছে; ঠাণ্ডাত মানুহটো একেবাৰে শেঁতা হৈ পৰিছে। কি আচৰিত, ইয়াৰ পিছতো মানুহটোৰ কঁাহ পানী লগা এটাও নহয়! বৰনবৌৱে আৰু নোৱৰা হৈ পৰিছে। দিন নাই, ৰাতি নাই—কেতিয়া ক'লৈ ওলাই গুচি যায়—কেতিয়া ঘূৰি আহে—একো ঠিক নাথাকে। ইমান ডাঙৰ উৎসৱ এটা হৈ গ'ল, দিনটো মানুহটোক একো এটাকে খুৱাব নোৱাৰিলে। তেওঁৰ কাৰণে সকলো বস্তু সুকীয়াকৈ থৈ দিয়া আছে। কিজানি ৰাতি আহি ওলায়হি! পুৱা পৰত হ'লেও ঘূৰি আহেইবা!—সেই আশাৰে বৰনবৌৱে বগা শিলৰ বাতিত সকলো বস্তু ভাগ ভাগ কৰি থৈ দিছে।

পগলাঠাকুৰ বেছি সময় শান্ত হৈ থাকিব নোৱাৰিলে। বৰনবৌৰ চকুত সেই একে বিষণ্ণতা। জোনৰ পোহৰত সেই বিষণ্ণতা আৰু স্পষ্ট হৈ উঠিছে। পগলাঠাকুৰে বৰনবৌৰ হাতত ধৰি নীৰৱে ঘৰৰ পিনে উঠি গৈ থাকিল। চাৰিওপিনে এবাৰ চকু মেলি চালে। কেতিয়া কিয় যে তেওঁ ঘৰৰপৰা ওলাই গৈছিল, এতিয়া তেওঁৰ একো মনত নপৰিল। কি উদ্দেশ্য লৈ তেওঁ ওলাই গৈছিল! কাৰ স্মৃতিৰ কাৰণে ইমান উদ্বিগ্নতা!

কোনে তেওঁৰ জীৱনৰ সোণৰ হৰিণা বান্ধি থৈছে! ক'ত সেই হেমলক গছ—যি জোপা হেমলকৰ তলত তেওঁৰ জীৱনৰ সোণৰ হৰিণাটো বান্ধি থোৱা আছিল। কল্পনাৰ সেই সোণৰ হৰিণা এতিয়া কোনখন বনত আছে—তাকে ভাবি ভাবি পগলাঠাকুৰ বিচলিত হৈ পৰিল। কোন তেওঁ? এদিনৰ যুৱতী পলীন এতিয়া সেই জোনবাইৰ বুঢ়ী আইতাজনীৰ দৰে হৈ পৰিছেনেকি? পলীনৰ সেই অপলক দৃষ্টি! কোনোবা নিজৰাৰ পানীত সদায় চাগে' তেওঁ গা ধোৱে। এদিন যুৱতী পলীন আছিল ফ'ৰ্ট উইলিয়াম্ দুৰ্গত······দুৰ্গৰ ওপৰত জালালী পাৰ উৰি ফুৰিছিল। সমুখত জাহাজ। জাহাজত উঠি যুৱতী আহিছিল এই দেশত থকা পিতাকৰ ঘৰলৈ। পগলা ঠাকুৰে সেইদিনা দেউতাকৰ সৈতে যুৱতীক 'ৰিচিভ' কৰিবলৈ গৈছিল। অলপ অলপ কথা পুনৰ যেন মনত পৰিছে। স্পষ্ট নহয়, মনত পৰা নপৰা ভাবত। সেই যুৱতীৰ কি অপৰূপ ৰূপ-লাৱণ্য! সেই দুটি নীল চকুৰ প্ৰিয়তমাক কাষত লৈ তেওঁ প্ৰতিদিনে দুৰ্গৰ ৰেমপাৰ্টত বহিছিল। সেইবোৰ কথা মনত পৰিলেই উদ্বিগ্ন হৈ পৰা যায়, মূৰৰ ভিতৰত তীব্ৰ যন্ত্ৰণা হয়। তাৰ পিছত পুনৰ স্মৃতিভ্ৰষ্ট। যুৱতীৰ সেই চকু মুখ আৰু শৰীৰৰ ৰূপ-লাৱণ্যই মাথোন তেওঁক পগলাপ্ৰায় কৰি পথাৰে-পথাৰে, বাটে-ঘাটে ঘূৰাই ফুৰাইছে। তাৰ পিছত হঠাৎ আৰু কোনোমতেই সেই নীল চকু আৰু লাৱণ্যভৰা মুখৰ স্মৃতি মনলৈ নহা হৈ যায়। প্ৰিয়জনৰ মুখ আৰু কথা মনত পেলাব নোৱাৰিলে দুখ-খং, বেদনা আৰু হতাশাত ক্ৰমে অস্থিৰ হৈ পৰা যায়। ফলত সেই আক্ৰোশৰ চিঞৰ—গাৎছোৰেৎচালা!

ৰঞ্জিতে মন কৰিলে পথাৰত এতিয়া মাত্ৰ সি অকলে! দূৰে দূৰে এতিয়াও পথাৰৰ অ'ত ত'ত হেজাক লাইটৰ পোহৰ জিলিকি আছে।

চাপৰি, পথাৰ, বিশাল বিল, আৰু বিলৰ দাঁতিৰ পথাৰত পোহৰ; বিশ্বাসপাৰাত হেজাকৰ পোহৰ, চৰকাৰৰ পুখুৰী পাৰত হেজাকৰ পোহৰ; দুই এজনে এতিয়াও প্ৰসাদ পোৱাৰ আশাৰে সেই দূৰৰ পথাৰৰ পূজা-থলি ওলাইছেগৈ। ৰঞ্জিতে অকলে অকলে ঠাণ্ডাতে কিছুসময় অহা-

যোৱা কৰি থাকিল। তাক অতি অন্যমনস্ক যেন লাগিছিল। মনতে হয়তো সংগঠনৰ প্ৰস্তুতি সম্পৰ্কীয় কাম-কাজবোৰৰ সমস্যা লৈ চিন্তিত। কাৰণ সমিতিৰ নিৰ্দেশমতে সি সকলোৰে অলক্ষ্যে, গোপনে গোপনে কামবোৰ চলাব লাগে। কিন্তু কিয় জানো তাৰ ভাব হৈছে—লাঠী চলোৱা, ছুৰী চলোৱা আদিৰ আখৰাৰ সকলো কথা চামচুদ্দিন আৰু তাৰ দলে জানি গৈছে। সিহঁতে জানিছে, হিন্দুবিলাকে নিজক শক্তিশালী কৰি তুলিবলৈ চেষ্টা কৰিছে। আত্মৰক্ষাৰ কাৰণেই এই ব্যৱস্থা। মানুহবিলাকৰ মাজত পৰস্পৰ অবিশ্বাস। হিন্দুবিলাক জনসংখ্যাত কম। সিহঁত সকলো কম বেছি পৰিমাণে মধ্যবিত্ত। নমশূদ্ৰ আদি নীচজাতিৰ মানুহবিলাকৰ মাজতো লাঠীখেল আৰু ছুৰীখেলৰ হুজুগ উঠিছে। এনেবোৰ কাৰণত পৰস্পৰৰ মাজত নিৰ্ভৰতা ক্ৰমশঃ কমি আহিছিল। ফলত দুটা ভিন্ন জাতি ক্ৰমশঃ দুফালে ধাবিত হ'বলৈ ধৰিছিল। ৰঞ্জিতে সমিতিৰ কৰ্মকৰ্তালৈ এখন দীঘলীয়া চিঠিত হয়তো এইবোৰ কথাকে ব্যাখ্যা কৰিব খুজিছিল। ৰঞ্জিতে ভাবিলে, এই যে মৃত্যু, জালালী পানীত ডুবি মৰা এই ঘটনা, জীৱন-সংগ্ৰামৰে এটা স্বৰূপ। শেলেকু-তুলিবলৈ গৈ জালালী পদুমৰ লতাত পাক খাই মৰিল। মানুহৰ মাজত এইযে প্ৰথম আৰ্থিক বৈষম্য, ৰঞ্জিতক হয়তো সেই কথায়ো পীড়িত কৰিছিল। তেওঁ সমিতিক এইবোৰ কথাও লিখি জনাব বুলি ভাবিলে!

ঠিক সেই সময়তে নৰেনদাসৰ পথাৰত বগাকাপোৰ পিন্ধা কোনোবা মানুহ এগৰাকীয়ে ৰঞ্জিতক দূৰৰপৰা চাই থকা যেন লাগিল। ৰঞ্জিতে ভাবিলে, মালতীও ওলাই আহিছিল—কিন্তু আনবোৰ মানুহ উভতি যোৱাৰ পিছতো তাই অকলে বৈ আছে। তাই যেন সন্তৰ্পণে এইপিনেই আগুৱাই আহিছে। নিঃসঙ্গ মালতীৰ কাৰণে মনটো চঞ্চল হৈ উঠিল। সি অৰ্জুনগছজোপাৰ আঁৰত নিজকে লুকুৱাই ৰাখিলে। কিন্তু —কোনে কাক লুকুৱাই ৰাখিব পাৰে! মালতীৰ দৃষ্টি অতি প্ৰখৰ। জোনাকৰ পাতল পোহৰত ৰঞ্জিতক দেখাৰ লগে লগেই তাইৰ বুকুৰ ভিতৰত সদায় মাতি থকা বাসনাৰ পখীটোৱে আকৌ কলৰব কৰি

উঠিল।"যেন বুকুৰ ভিতৰখন দহিবলৈ ধৰিছে। এনে এটি জোনাক ৰাতি সমুখৰ দিগন্ত প্ৰসাৰিত পথাৰখনত নিজকে বিলীন কৰি দিবলৈ তাইৰ মন যায়। সমস্ত বিশ্ব বুৰাই পেলোৱা এই জোনাকত ডুবি যাবলৈ মালতীৰো মন যায়—।

এনে এজন সুপুৰুষক ভাল নোপোৱাকৈ থাকিব পাৰি জানো! বৰ-নবৌৱে কোঠাটোত সোমাই দুৱাৰ বন্ধ কৰি দিলে। টেবুলৰ ওপৰত হাৰিকেন লেম্প এটা জ্বলি আছিল। পগলাঠাকুৰ এতিয়া প্ৰায় নগ্ন অৱস্থাত। তেওঁৰ গাৰ তিতি থকা কাপোৰবোৰ বৰনবৌৱে খুলি পেলালে। শ্বেত পাথৰৰ দৰে টান আটিল অবয়ব। বুকুৰ পেশীবোৰ দেখিলে প্ৰকাণ্ড হাতী এটা অনায়াসে তাত তুলি লৈ নচুৱাব পাৰিব যেন লাগে। পেটত অলপো চৰ্বী নাই; কোমল মঙহৰ ওপৰত মিহি বগা ছাল—ঠিক যেন এখন নদীৰদৰে এটি ৰেখা—কোমল নোমাল বুকুৰ পেশীবোৰৰ মাজেৰে নাভিৰ তললৈ নামি গৈ এক আদিম অৰণ্যৰ সৃষ্টি কৰিছে। বৰনবৌৱে এখন বগা টাৱেলেৰে তেওঁৰ গাৰ পানীবোৰ অতি যত্নেৰে মচি দিলে। পগলাঠাকুৰ মণীন্দ্ৰনাথ যেন এটা অতি ডাঙৰ কাঠৰ পুতলা। কল লগোৱা কাঠৰ পুতলা। অকণো লৰচৰ কৰা নাই, অকণো অন্যমনস্কও হোৱা নাই। মাত্ৰ বৰনবৌৰ ডাঙৰ ডাঙৰ চকু দুটালৈ,—মৰমৰ চকু দুটালৈ অপলক দৃষ্টিৰে চাই আছে। ওপৰলৈ হাত তুলি দিবলৈ ক'লে—হাত তুলি দিয়ে, বহিবলৈ ক'লে বহি দিয়ে।

আজি উৎসৱৰ দিন আছিল। বৰনবৌৱে সকলো খোৱা বস্তু বেলেগ বেলেগ পাত্ৰত সজাই থৈ দিছিল। মণীন্দ্ৰনাথে কিছুমান খাব—কিছুমান নাখায়; আকৌ এটাইবোৰ হয়তো খায়ো পেলাব পাৰে। হয়তো আৰু খাবলৈ বিচাৰি নাপালে বৰনবৌৰ হাত এখনত কামুৰি ধৰিব আৰু সাৱটি ধৰি দাংকোলা কৈ লৈ ঘৰৰ ভিতৰৰপৰা ওলাই পথাৰলৈ লৰ মাৰিব। নাইবা ঘৰৰ ভিতৰতে বিচনাত বৰনবৌক কোলাৰপৰা পেলাই দি কেতিয়াবা উলঙ্গ কৰি দিব নাইবা কেতিয়াবা সুন্দৰী যুৱতীৰ মুখৰ ঘ্ৰাণ লোৱাৰ দৰে বৰনবৌৰ মুখত মুখ দি পৰি থাকিব। এইদৰে তেওঁ

কেতিয়াযে কি কৰে—কোনেও একো ক'ব নোৱাৰে। বৰনবৌৱে সেই সকলো অত্যাচাৰ নীৰৱে সহ্য কৰি যায় আৰু সেই অত্যাচাৰৰ আশাতে গোটেই দিন অপেক্ষা কৰি থাকে। গোটেই দিনটোৰ পিছতো তেওঁ উভতি নাহিলে খিৰিকীৰ কাষত বৈ বৈ বৰনবৌৱে দূৰৰ পথাৰলৈ চাই থাকে। আৰু সেইদৰে খিৰিকীৰ কাষত বৈ বৈ সমুখৰ মুকলি পথাৰলৈ চাই থাকোঁতে থাকোঁতে কেতিয়াবা নিশা শেষ হৈ যায়, কিন্তু পগলাঠাকুৰ মণীন্দ্ৰনাথ ঘূৰি নাহে। এনে কত নিশা বৰনবৌৱে তেনেকৈ কটাইছে। হয়তো পগলাঠাকুৰ তেতিয়া ক'ৰবাত গছৰ তলত শুই শুই নীল আকাশৰ গাত নক্ষত্ৰ দেখি আছে। তেওঁৰ মুখত তেতিয়া অনৰ্গল কবিতা ফুটিছে। শুই শুই আকাশৰ তৰা চাই চাই প্ৰেমৰ কবিতা আবৃত্তি কৰি থাকে। কবিতাৰ সেই শাৰীবোৰে বৰনবৌক সদায় এযুৰি নীলা চকু আৰু একোচা সোণালী চুলিৰ কথা মনত পেলাই দিয়ে। লগে লগে তেওঁৰ শহুৰেকক ক'বলৈ মন যায়—আপুনি কিয় মানুহটোক পগলা হ'বলৈ দিলে দেউতা? আপোনাৰ ধৰ্মক মানুহটোতকৈ ডাঙৰ বুলি কিয় ভাবিলে? বৰনবৌৰ চকুৰেদি লোতক বাগৰি আহিল। কাপোৰ পিন্ধাবৰ সময়ত চকুৰ পানীয়ে সকলো আচ্ছন্ন কৰি পেলালে। অস্পষ্ট হৈ উঠিছে সমুখৰ স্বামীৰ চেহেৰা। জাপ খুলি লোৱা কাপোৰখন পিন্ধাই দিয়াৰ সময়ত বৰনবৌৱে হঠাৎ মণীন্দ্ৰনাথৰ বুকুৰ মাজত মুখখন সুমুৱাই দি অলপ সময় বৈ থাকিল। কাঠৰ পুতলাটোৱে অকণো লৰচৰ নকৰিলে, কিজানি তেওঁৰ কিবা অত্যাচাৰ আৰম্ভ হয়, কিজানি দুহাতেৰে জোৰে হেঁচি ধৰি বৰনবৌক উলঙ্গ কৰি দিয়েই! কিন্তু পগলাঠাকুৰ আজি অকণো উত্তেজিত নহ'ল। তেওঁ যেন এতিয়া সন্ন্যাসীৰ দৰে—দান পাবলৈ অপেক্ষা কৰি আছে। তেওঁৰ হাতত এতিয়া সন্ন্যাসীৰ লাঠীডাল দি দিলেই দেখিবলৈ তেনে হ'লহেঁতেন!

উৎসৱৰ দিন বুলি বৰনবৌৱে মণীন্দ্ৰনাথক তচৰৰ চোলা এটা পিন্ধাই দিলে। কেঁকোৰা চুলিখিনি ভালকৈ আঁচুৰি দিলে। পগলা ঠাকুৰক ঠিক যেন দৰাৰ সাজেৰে সজোৱা হ'ল। তেওঁক চাই বৰনবৌৰ মন

আবেগত ভৰি পৰিল। —ইমান ধুনীয়া মানুহটো মোৰ—বুলি কৈ বৰ-নবৌৱে প্ৰায় কান্দি পেলালে। হাতত ধৰি আনি বৰনবৌৱে মানুহ-জনক বহুৱাই দিলে। তাৰপিছত এবিধ এবিধকৈ উৎসৱৰ প্ৰসাদ ভোগ, পায়স—খিচিৰিকে আদি কৰি বিবিধ ৰকমৰ খোৱা বস্তু তেওঁৰ কাষত সজাই মাজে মাজে ইটো সিটো বস্তু আগবঢ়াই দিলে। কিন্তু পগলা মণীন্দ্ৰনাথৰ আজি খোৱাত স্পৃহা নাই। তেওঁ বস্তুবোৰ লিৰিকি বিদাৰি এবাৰ বহাৰপৰা উঠিল। তাৰপিছত বিচনাখনত শুবলৈ গ'ল। ঠিক যেন ৰূপৰ কাঠি সোণৰ কাঠি শিতানত লৈ এজন সুন্দৰ ৰাজপুত্ৰ কোমল বিচনাখনত শুই পৰিছে,—মণীন্দ্ৰনাথক তেনেকুৱা লাগিল। গাৰ কাপোৰৰ ভাজ ক'তো অকণো ভঙা নাই। ধুতীখনে গোৰোৱা পৰ্য্যন্ত ঢাকি আছে। ধুতীখনৰ থোৰটো একেবাৰে ভৰিৰ ওপৰত পৰি আছে। হাত দুখন ওপৰা-উপৰিকৈ লৈ বুকুৰ ওপৰত থৈ দিয়া আছে। বুকুৰ ওপৰত হাত দুখন তেনেকৈ থৈ তেওঁ যেন ঘৰৰ চিলিঙৰ মাৰলি গণি আছে। স্থিৰ অপলক দৃষ্টি। কাষতে বৰনবৌ বহি আছে। চকুত টোপনি নাই। তেওঁ মণীন্দ্ৰনাথৰ দুগালত অবিৰাম চুমা আঁকিবলৈ ধৰিলে। চোলাৰ তলেদি হাত ভৰাই বুকুৰ ওপৰত তেওঁ আলফুলে আঙুলি বুলাই দিলে—কিজানিবা সোণ ৰূপৰ কাঠিৰ দৰে সেই স্পৰ্শত মুহূৰ্তৰ বাবে হ'লেও জাগি উঠে। নাই, মানুহটোৱে আজি একোতেই সহাৰি নিদিয়ে। এনে এটা উৎসৱৰ দিন আজি—সকলো বিফলে গ'ল। তেওঁ মণীন্দ্ৰনাথৰ নোমাল বুকুৰপৰা হাতখন উলিয়াই আনিলে। তাৰপিছত লেপখন গাত তুলি লৈ কাঠৰ পুতলাটো বুকুত সুমুৱাই শুই থাকিল। কাঠৰ পুতলাৰ চকুত টোপনি নাই ; কিন্তু বৰনবৌৰ চকুত কি মৰ টোপনি! কেতিয়া যে তেওঁৰ দুচকু টোপনিত মুদ খাই আহিল, কেতিয়া যে মণীন্দ্ৰনাথে ধীৰে ধীৰে ৰাজপুত্ৰৰ বেশ খুলি সুদা ধুতী পিন্ধি বাহিৰলৈ ওলাই গ'ল, বৰনবৌৱে গমকে নাপালে—কাল টোপনিয়ে বৰ নবৌৰ বুকুৰ কাষৰপৰা সকলো হৰণ কৰি নিলে।

জালালীক তেতিয়া তাবুদৰ ভিতৰত সুমুৱাই থোৱা আছে। মালতী সেই অৰ্জুন গছজোপাৰ ফালে ভৰি টিপি টিপি গৈ আছে। জালালীৰ কবৰটো ঠিকমতে খন্দা হৈছে নে নাই—ফেলুৱে তেতিয়া কাষত থিয় হৈ চাই আছিল।

বিলত তেতিয়া শাল মাছটোৱে আকৌ তাৰ নিজৰ থকা ঠাইলৈ উভতি আহিছিল। পদুমৰ লতাৰ মাজৰ সেই আচৰিত জীৱটো দেখা নাপাই মাছটোৱে বিস্ময়ত তাৰ ফিচাখন লৰাবলৈ ধৰিলে। প্ৰাণীটোক কোনে চুৰকৈ লৈ গ'ল! ক'ৰবাত—অন্য ঠাইত ভাঁহি আছে নেকি! শাল মাছটোৱে অনুসন্ধানত আকৌ ইফালে সিফালে সাঁতুৰি ফুৰিবলৈ ধৰিলে।

তাবুদৰ ভিতৰত জালালীৰ মুখখন বগা কাপোৰেৰে ঢকা আছে। হাজি চাহাবে কফিনৰ বাবে নতুন কাপোৰ আনি দিছে। তেওঁৰ তিনিওজনী বিবিয়ে গৰম পানীৰে জালালীক গোচল কৰাই দিছে। তেনে ধৰণৰ সকলো কামৰ দেখা শুনা সিহঁতেই কৰিছে। জালালীৰ চুলিখিনি বেণী গুঠি দিছে, আঁতৰ ছটিয়াই দিছে, চন্দন সানি দিছে—এতিয়া আৰু কোনেও ক'ব নোৱাৰে—এইজনী জালালীয়ে তাইৰ গোটেই জীৱন হাঁ ভাত হাঁ ভাতকৈ কটালে, কোনেও ক'ব নোৱাৰে, সামান্য গয়না গাঁৱৰ মাঝি আবেদালিৰ বিবি—এই জালালী।

তাবুদৰ ভিতৰত জালালী। মছজিদত ইমাম। আল্লাৰ ওচৰত জালালীৰ কাৰণে সকলোৱে দোৱা ভিক্ষা কৰিছে; গাঁৱৰ সকলো পুৰুষ মছজিদৰ ভিতৰত হৈ আঙুলিৰে কাণ স্পৰ্শ কৰি থিয় হৈ আছে। হে আল্লা—এই বিৰাট বিশ্ব জুৰি তোমাৰ অপাৰ মহিমা। আমি সামান্য মানুহ। আমাৰ আৰু কি কৰিবলগীয়া আছে! সৌৰ জগতৰ অপাৰ নীলা বিশ্ব জুৰি তুমি ছটিয়াই দিছা। হে আল্লা, এই যে পথাৰ ঘাঁহ-বন শস্য দেখিবলৈ পাইছোঁ, চৰাইৰ কলৰৱ শুনিবলৈ পাইছোঁ,—তুমিয়েই সকলোকে আশ্ৰয় দিছা, তোমাৰ কৰুণাৰ কথা কোনে নাজানে। তুমি আমাৰ এই চিৰদুখী জালালীক তোমাৰ অপাৰ মহিমাৰ আশ্ৰয় কোলাত

তুলি লোৱঁা।······মানুহবিলাকে হয়তো আল্লাৰ দোৱা ভিক্ষা কৰোঁতে এনেবোৰ কথাই মনতে কৈছিল।

জোনাক ৰাতি। আকৌ ঢাক-ঢোল বাজিছে। পথাৰৰ অ'ত ত'ত হেজাক লাইটৰ পোহৰ। আৰু তাবুদৰ ভিতৰত জালালী মুখ ঘূৰাই শুই আছে। চামচুদ্দিনে ইমামৰ কাম কৰিছিল। মছজিদৰ কাষত আটলাচৰ গছ। গছজোপাত ৰাজ্যৰ যতমানে চৰাইৰ বাহ। অসময়ত ইমানবোৰ মানুহ দেখি সিহঁত এটাইবোৰ সাৰ পাই গ'ল আৰু কলৰৱ তুলিবলৈ ধৰিলে। আটলাচ গছজোপাৰ পাত কিছুমান ফুলৰ দৰে উৰি আহি তাবুদৰ ওপৰত পৰিবলৈ ধৰিলে।

সকলোৱে মিলি ক'লে—লা-ইলাহা-ইল্‌লাল্‌লা মোহম্মদ ৰচুলাল্লা। তাৰপিছত তাবুদ কান্ধত তুলি লৈ মানুহবিলাক পথাৰৰ পিনে নামি গ'ল আৰু যাওঁতে এক আল্লা আৰু তেওঁৰ ৰচুল মহম্মদৰ কথা কৈ কৈ যাবলৈ ধৰিলে। তেতিয়াও চৰকাৰহঁতৰ পুখুৰীৰ পাৰত ঢাক-ঢোল বাজিয়েই আছে। তেতিয়াও সমস্ত পথাৰ বিয়পি জোনাক। মানুহ-বিলাকৰ কোনোবাই লেম, কোনোবাই টিপ চাকি হাতত লৈ লৈ গৈ আছে। বোৰখা পিন্ধা বিবিবিলাকো গৈ আছে। কবৰৰ ওচৰলৈ যি-বিলাক নগলেও হয়, তেওঁলোক দুখুনী জালালীৰ শেষ যাত্ৰাত লগে লগে গৈছে। কবৰৰ চাৰিওকাষে মানুহবোৰ থিয় হ'ল। হাজি চাহাব অসুস্থ; সেইকাৰণে তেওঁ নিজে আহিব নোৱাৰিলে। তাবুদৰপৰা জালালীক উলিয়াই অনা হ'ল। এমূৰে চামচুদ্দিন আৰু আনমূৰে জববৰ থিয় হ'ল। সিহঁত তললৈ নামি গ'ল। দুপৰীয়া হাবিৰ মাজত সোমাই কাছ এটাৰ দৰে ডিঙি মেলি মেলি ফেলুৱে চাই থকা হাজি চাহাবৰ মাজু বিবিয়ে এতিয়া বোৰখাৰ ভিতৰৰপৰা ফেলুলৈ চাই আছে। ফেলু চঞ্চল হ'ল; তাৰ বুকুখন কঁপিবলৈ ধৰিলে। সি সোঁ হাতেৰে কটাবাঁহ-খিনি ধৰি আছে; চামু কবৰৰপৰা উঠি আহিলেই সজাই দিব। উত্তৰৰ পিনে মূৰ আৰু দক্ষিণৰ পিনে ভৰি থৈ জালালীক কবৰত শুৱাই দিয়া হ'ল। মুখখন পশ্চিমলৈ ঘূৰাই দিলে—মক্কা মদিনালৈ চাই থাকক

জালালীয়ে। চামু অৰু জববৰ ওপৰলৈ উঠি আহিল। ফেলুৱে এছাতেৰেই কটা বাঁহবোৰ কবৰৰ ওপৰত মেলি দিলে। তাৰ ওপৰত কিছুমান ইস্তাহাৰো ছটিয়াই দিলে। কি লিখা আছে সেই ইস্তাহাৰবোৰত? লিখা আছে—মুছলিম্ লীগ জিন্দাবাদ। যেন কবৰত সাক্ষী হিচাপে সিহঁতে সিহঁতৰ প্ৰতিজ্ঞাপত্ৰ কেইখনমান থৈ দিলে। প্ৰতিজ্ঞাপত্ৰবোৰ কবৰৰ ওপৰৰপৰা সৰি পৰি নোযোৱাকৈ ৰাখিব আৰু দুখীয়া মুছলমান-বিলাকে বাচি থাকিবলৈ উত্তৰাধিকাৰৰ যি দৌলত তাক যেন কোনেও অস্বীকাৰ কৰিব নোৱাৰে তাকেই প্ৰতিজ্ঞাপত্ৰবোৰে ঘোষণা কৰিব। নাইবা যেন চামুৱে ক'ব খুজিলে—চাচী—আমি আমাৰ এই পথাৰ আৰু এই শস্য আমাৰ উত্তৰাধিকাৰীক দি যাম—আমি সেই সংগ্ৰামত লিপ্ত হৈছোঁ। ধৰ্ম আমাৰ সকলোৰে ওপৰত—আমাৰ ৰচুল মহম্মদ, আমাৰ আল্লা এক—তেওঁৰ কোনো চৰীফ নাই।

সকলোৱেই কবৰত অলপ অলপ মাটি দিলে। তাৰপিছত গোটেই-বোৰ মাটি কবৰত তুলি দিয়া হ'ল। সম্পূৰ্ণকৈ মাটি চপাই দিয়াৰ পিছত গোচলৰ বাকী পানীখিনি তাত ছটিয়াই দিয়া হ'ল। তাৰ পাছত তিনিটা জীয়া গছপুলি ৰুই দি মানুহবিলাকে এবাৰো পাছলৈ উভতি নোচোৱাকৈ গাঁৱৰ পিনে খোজ ল'লে। মানুহখিনি গৈ অলপ দূৰ পাইছেগৈহে—ঠিক তেনেতে এক অলৌকিক পোহৰ আহি কবৰৰ ভিতৰলৈ সোমাই গ'ল। ফতিমা বাপেকৰ পাছে পাছে গৈ আছিল। বাপেকে তাইক ফেৰেস্তাৰ সাধু কৈ কৈ গৈছিল। সেয়া কিংবদন্তিৰ আৰু এক সাধু—বেহেস্তৰ এডাল চিৰি নামি আহিছে—পোহৰৰ চিৰি। কবৰৰ ভিতৰত অলৌকিক পোহৰ পৰাৰ লগে লগে জালালী সাৰ পাই উঠিল।

দুটি ফেৰেস্তাই প্ৰশ্ন কৰিলে—তুমি কোন?

জালালীয়ে ক'লে—মই জামিলা খাটুন।

—তোমাৰ ধৰ্ম কি?

—ধৰ্ম ইচলাম

—আল্লা কোন?

—আল্লা এক, তেওঁৰ কোনো চৰীফ নাই।

—ৰচুলৰ নাম?

—হজৰত মহম্মদ।

—এওঁক চিনি পোৱা?—সেই বুলি দুই ফেৰেস্তাই সেই পিনে পোহৰ নিক্ষেপ কৰিলে।—কোন তেওঁ?

—হজৰত মহম্মদ।—পুনৰ জালালী টোপনিত ঢলি পৰিল।

দুই ফেৰেস্তাই জালালীক কোলাত তুলি ল'লে। অলৌকিক পোহৰৰ মাজত জালালীৰ দেহা লীন হৈ গ'ল। ঠিক যেন কিংবদন্তিৰ সূৰ্য্য এই যায় যায়—বিলৰ বুকুত ডুবি যায়। বিলৰপৰা নদী, নদীৰপৰা সাগৰ—তাৰপৰা মহাসাগৰ—অৱশেষত এসময়ত টুপকৈ পানীত জাঁপিহি উঠি ৰাজকন্যাই দুই ডেউকা আকাশলৈ মেলি পূব আকাশত সূৰ্য্যটো আঁৰি দিয়ে আৰু আকৌ সাগৰৰ পানীত ডুব মাৰি অদৃশ্য হৈ যায়।

তেতিয়া সোণে মাকৰ কাষত শুই শুই এটা ঘোঁৰাৰ সপোন দেখি আছিল। এটা ঘোঁৰাৰ দুখন মুখ। ঘোঁৰাটো অন্ধ। চাৰ্কাছৰ তম্বুৰ তলৰপৰা ক্লাউন এটাই ঘোঁৰাটো টানি বাহিৰলৈ উলিয়াই আনিলে আৰু তাৰপিছত খোলা মুকলি পথাৰত ঘোঁৰাটো এৰি দিলেহি। কণা ঘোঁৰা। এবাৰ পূবলৈ, এবাৰ পশ্চিমলৈ এইদৰে ঘূৰি ঘূৰি দৌৰি আছে। ঘোঁৰাৰ পিঠিত এজন হতভগীয়া মানুহ। মানুহটোৱেও এবাৰ পূব, এবাৰ পশ্চিম কৰি আছে। যেন চাৰ্কাছৰ খেলাহে দেখুৱাইছে। দৰ্শক মাত্ৰ দুজন—সোণ আৰু ফতিমা। সিহঁত দুয়ো এই ফুৰ্তিৰ খেলাটো দেখি আনন্দত হাততালি দিছে। সিহঁতৰ পাছফালে পগলা বৰদেউতা থিয় হৈ আছে। তেওঁৱেই সিহঁতক যেন পথাৰত চাৰ্কাছৰ খেলা দেখুৱাইছেহি!

জোনাক কমি আহিছে। ৰাতি পুৱাবলৈ আৰু বেছি পৰ নাই। জালালীক কবৰ দি গাঁৱৰ প্ৰায়বোৰ মানুহ ঘৰাঘৰি গৈছে। বাঁহনিৰ দাঁতিত ফেলু থিয় হ'লহি। গোটেই পথাৰখনত কুঁৱলী—দৃষ্টি দূৰলৈ নাযায়। কুঁৱলীৰ বাবে নিজৰ দেহাটোকে ভালকৈ নেদেখা হৈ পৰিছে।

পুৱাৰাতিৰ ঠাণ্ডা। হাত ভৰি সকলো যেন বৰফ হৈ পৰিছে। আমু সকলোৰে আগতেই ঘৰলৈ বুলি গুচি গৈছে; বিবিৰ টোপনিৰ নিচা বৰ বেছি। মন্‌জুৰো গ'ল, হাজি চাহাবৰ বৰ বিবিও গ'ল। চামুৱে জববৰক ধৰি লৈ গৈছে। চামুৰ বিবি পাছে পাছে গৈ আছে। বোৰখা দেখিলেই সকলোকে চিনিব পাৰি—কাৰ বিবি, কোন বিবিৰ কেনে চালচলন! বোৰখাৰ চকু দুটাত মাত্ৰ সূতাৰ কাম কৰি খোলা কৰি থোৱা থাকে যদিও ধৰিব পাৰি কোন সেয়া। জোনাকত সিহঁতক হঠাৎ দেখিলে ভূত বুলি ভ্ৰম কৰাৰো স্থল আছে। সেই বোৰখাৰ তলতে গাভৰু মাজুবিবিও আছে। তোৰে সৈতে মোৰ পীৰিতি হৈছে বিবি,—মনে মনে ফেলু চঞ্চল হৈ উঠিল। আকৌ ফেলুৰ বুকুখন অকাই পকাই যোৱা যেন লাগি গ'ল। ঢক্ ঢক্ শব্দটো আকৌ হ'ল। কামটো অতি নিমিষতে কৰি পেলাব লাগিব। যেন আন কোনো মানুহে গম নাপায়। কুঁৱলী ইমান ঘন যে এহাত আঁতৰৰ মানুহটোকো দেখা নাপায়! অস্পষ্ট কুঁৱলীৰ মাজত সেই নিৰ্দিষ্ট বোৰখাটো ঠিক মতে চিন ধৰিব নোৱাৰিলে সৰ্বনাশ কাণ্ড ঘটি যাব। সি ঠাণ্ডাত ঠক্ ঠক্‌কৈ কঁপি আছিল। এখন হাত তাৰ মাত্ৰ সম্বল। কিন্তু তাৰ জবৰদস্ত বিবিক কাবু কৰিবলৈ কিমান পৰ! ঠিক সেইদৰে ভাবি থাকোঁতেই হঠাৎ চকুত পৰিল—অলপ দূৰত কুঁৱলীৰ পৰ্দা এখনত ভাঁহি উঠিছে—মাজুবিবি। লগে লগে সি এহাতেৰেই থাপ মাৰি মাজুবিবিক সাৱটি ধৰিলে। তাৰ দেহত এতিয়া অযুত হাতীৰ শক্তি। সি সোঁহাতখনেৰে বিবিৰ মুখত হেঁচি ধৰি কাষৰ জোপোহা হাবিখনৰ ফালে ঠেলি লৈ গ'ল আৰু হাবিৰ ভিতৰত সোমাই প্ৰায় হুঙ্কাৰি উঠাৰ দৰে ক'লে—বিবি, টু শব্দ নকৰিবি—মই তোৰ পৰাণৰ ফেলু!

ঈছম সকলোৰে শেষত গৈ আছিল। গৈ থাকোঁতে হঠাৎ এঠাইত ঈছমে বাটৰ কাষৰ জোপোহা এটাৰ মাজত কিবা প্ৰলয়ঙ্কৰ কাণ্ড ঘটি

থকা যেন পালে ; যেন সাপে সাপে খেলা কৰি আছে নাইবা সাপে বাঘে কামোৰা কামুৰি কৰি আছে। জোপোহাটোৰ মাজত কিবা এটাই যেন বগৰা বগৰি কৰি আছে। গুঁই সাপো হ'ব পাৰে। প্ৰায় কুম্ভীৰৰ সমান প্ৰকাণ্ড প্ৰকাণ্ড গুঁই সাপ নদীৰ চৰত ঘূৰি ফুৰা সি নিজেই কিমানদিন দেখিছে! এতিয়া এই জোপোহাৰ মাজত তেনেকুৱা দুটা গুঁই সাপেই কিজানি কামোৰা কামুৰি কৰিছেহি। ভয়তে ঈছমে গাঁৱৰ পিনে লৰ মাৰিলে।

পুৱাৰ সপোন অতি জীৱন্ত, অতি মনোৰম। সোণে হয়তো জীৱনত এই প্ৰথম সপোন দেখিবলৈ শিকিলে। সপোনটোৰ পিছতে সোণৰ টোপনি ভাগি গ'ল। সি শুনিবলৈ পালে বৰঘৰত ককাই ঈশ্বৰৰ স্তোত্ৰ মাতিছে। বৰমা আৰু সৰু খুৰাই এই শীতৰ পুৱাই ককাক চোতাললৈ আনি থিয় কৰাই দিছেহি।

বৃদ্ধই বহুতদিনৰপৰা নেৰা নেপেৰাকৈ লাগি আছে, তেওঁ আজি সূৰ্য্যোদয় চাবই। কোন কাহানিতে তেওঁ অন্ধ হৈ গৈছে। বহুতদিন ঘৰৰ বাহিৰ হোৱা নাই। ঘৰৰ ভিতৰত বহি বহিয়েই তেওঁ পুৱা-গধূলি ভগৱানৰ স্তোত্ৰ পাঠ কৰে। হে ঈশ্বৰ—তোমাৰ কৰুণা—ফল-ফুল, শস্য-পথাৰ সকলোতে। তুমি করুণাময়।

বৃদ্ধৰ কথা নাৰাখিলে অনৰ্থ ঘটিব। গতিকে তেওঁলোকে বৃদ্ধৰ হাতত ধৰি কাষতে থিয় হৈ থাকিল। কৰদৈ গছজোপাৰ ঠিক তলতে থিয় হ'লেই পূবৰ আকাশ স্পষ্ট দেখা যায়। সূৰ্য্য উঠিব। পূবৰ আকাশ লাগে লাহে বগা হৈ আহিছে। চৰাইবোৰ দুই এটা উৰিবলৈ ধৰিছে। মচজিদত চামচুদ্দিনে আজান দিছে। মুৰগীবোৰে ডাক দিছে। বৰনবৌ পূজাৰ ফুল তুলিবলৈ ওলাই গৈছে।—সূৰ্য্যোদয় চাবলৈ ককা থিয় হৈ ৰৈ আছে। কত কাল,—যেন কত সুদীৰ্ঘ দিন তেওঁ সূৰ্য্যোদয় দেখা নাই। কত কাল যেন তেওঁ পখীৰ কলৰৱ শুনা নাই। কৰদৈ গছ-জোপাৰ তলত তেওঁ সোণ, লাল্টু আৰু পলটুক লৈ থিয় হৈ থাকিল। সূৰ্য্য উঠিলেই সিহঁতে ক'ব লাগিব—সূৰ্য্যোদয় হৈছে। এই যে সূৰ্য্য,

পোহৰৰ দেৱতা, ঈশ্বৰৰ অংশ, প্ৰতি জনে জনে ফলে-ফুলে বিৰাজ কৰি থকা ঈশ্বৰ—সৰ্বত্ৰ তেওঁ, তেওঁ এক আৰু বহুত, তেওঁ সীমা সংখ্যাৰ অতীত, মহাবিশ্বৰ তেওঁৱেই সকলো—বৃদ্ধই সেই পোহৰৰ দূতক স্বাগতম্ জনাব।

কিন্তু বিস্ময়ৰ কথা—সূৰ্য্যোদয়ৰ কথা তেওঁক ক'বলগীয়া নহ'ল। তেওঁ নিজেই যেন গম পালে, সূৰ্য্য আকাশত উঠি আহিছে। নিয়ৰৰ পানী কৰবৈদে গছৰপৰা টোপ টোপকৈ পৰিছিল। ৰঙা নীলা চৰাইৰ ডেউকাৰ শব্দ হৈছিল। গাত ফ্লানেলৰ চোলা, ভৰিত খৰম পিন্ধা বৃদ্ধ মানুহজনে সূৰ্য্য উঠাৰ লগে লগে দুহাত তুলি সেৱা জনালে। এই মহাবিশ্বত আমি সামান্য মানুহ। তুমি মানুহৰ জৰাজীৰ্ণ জীৱনক আলোকিত কৰা। ৰোগ শোক সকলো হৰণ কৰি নিয়া।

সূৰ্যোদয় যে ইমান ৰহস্যপূৰ্ণ সোণে আগেয়ে জনা নাছিল। সিও ককাকক দেখি সূৰ্যক প্ৰণাম কৰিলে আৰু ককাকৰ সৈতে সুৰ মিলাই সূৰ্যস্তৱ পাঠ কৰিলে।

শচীন্দ্ৰনাথৰ আন কাম আছিল। ঈছমক লৈ পথাৰলৈ যাব লাগে। গৌৰ চৰকাৰে তেওঁলোকৰ পথাৰৰ সীমা ঠেলিছে—তাকে চাই আহিবগৈ লাগে। গৌৰ চৰকাৰৰ সৈতে ভালদৰে বুজাবুজি হ'ব লাগে। তাতে গৌৰ চৰকাৰ মানুহটো মকৰ্দমা খেলা মানুহ। আগদিনা ঘটনাটো শুনি উত্তেজনাত শচীন্দ্ৰনাথৰ ৰাতি ভালকৈ টোপনিয়েই নাহিল। কাৰণ মাটিৰ দৰে প্ৰিয় বস্তু আৰু কি হ'ব পাৰে! সেয়ে তেওঁ সোনকালে পথাৰলৈ যোৱাৰ কথা ভাবিলে।

সূৰ্য উঠি আহিছে। বৃদ্ধৰ কাষত আৰু যেন অৱলম্বনৰ প্ৰয়োজন নাই। সূৰ্যৰ উত্তাপত তেওঁৰ শৰীৰৰ ভিতৰত যৌৱনৰ দৰে, কৈশোৰৰ দৰে প্ৰাণাবেগৰ সঞ্চাৰ হ'ল। তেওঁ এতিয়া অকলে অকলে থিয় হৈ আছে। কোনেও একো নোকোৱাকৈয়ে, কোনপিনে গ'লে পথাৰৰ আলিবাটত উঠিব, কোনপিনে গ'লে পুখুৰী পাৰৰ প্ৰিয় অৰ্জুনগছ জোপা পাবগৈ, ইয়াৰ পৰা নদী কিমান দূৰ, পথাৰেদি কিমান দূৰ যোৱাৰ পিছতে

সোণালী বালিৰ নদীৰ চাপৰি পোৱা যাব, নদীৰ চাপৰিত এতিয়া তৰমুজ গছবোৰ কিমান ডাঙৰ হৈছে, কিমান সেউজীয়া হৈছে—তৰমুজ লতাবোৰ, পাতবোৰ—এই এটাইবোৰ কথা তেওঁ এতিয়া চকু মুদি কৈ দিব পাৰিব। তেওঁ পুতেকক ক'ব খুজিছিল, শচী, তই পথাৰলৈ যাব খুজিছ যা, মোৰ কাৰণে বৈ থাকিব নালাগে। মই অকলেই পাৰিম। সংসাৰৰ এইটো-ৱেইতো নিয়ম, স্ত্রী পুত্র ইমানবোৰ থাকিলেও—সময়ত নিজকে বৰ অকলশৰীয়া লাগে। তেওঁ শচীন্দ্রনাথক মাত্র কৈছিলে, পথাৰলৈ যোৱাৰ আগতে তেওঁক যেন ৰূপেৰে বন্ধো ৱা লাঠীডাল হাতত তুলি দি থৈ যায়। বহুতদিনৰ আগৰ কথা—তেতিয়া মহেন্দ্রনাথ বৃদ্ধ হোৱা নাই--কি প্রতাপ আছিল তেওঁৰ ! ৰূপেৰে বন্ধোৱা লাঠী ঘূৰাই ঘূৰাই তেওঁ সদায় গাঁও পথাৰ—ইখনৰ পিছত সিখনকৈ ঘূৰি ফুৰিছিল। সেইজন মানুহ এতিয়া কিমান দিন ঘৰৰ পৰা বাহিৰলৈ ওলোৱা নাই। তেওঁ এতিয়া প্রায় অথর্ব হৈ পৰিছে। কিন্তু এই বছৰো তেওঁৰ দেহ ৰক্ষা হ'ব বুলি ৰাশিফল, সোঁৱৰণি আদিয়ে কৈছে। শীতকালত বুঢ়ামানুহৰ মৃত্যুৰ ভয় যথেষ্ট থাকে। কাতি মাহৰ টান বৰ কঠিন টান। বাৰিষাৰ বানপানীৰ দৰে। গাঁও-ভূই নিকা কৰি বুঢ়া মানুহ সকলো লৈ গুচি যায়। সেয়ে পুতেক ভূপেন্দ্রনাথে এদিন এনে এটা ঠাণ্ডা দিনতে কৈছিল, দেউতা, এইবাৰ চন্দ্রায়ণটো কৰি পেলোৱা যাওক। তেওঁ পুতেকৰ মনৰ ভাবটো ধৰিব পাৰিছিল। তেওঁৰ বয়স হৈছে। কাতিমাহৰ দিন কেইটা বৰ কষ্টকৰ দিন। দ্বাদশ ব্রাহ্মণ ভোজন আৰু চন্দ্রায়ণ কৰাব পাৰিলে পাপ খণ্ডন হয়। পাপ খণ্ডন হ'লেই সংসাৰৰ পৰা মুক্তিলাভ। আৰু তেতিয়াই বায়ূত পঞ্চভূত হৈ আত্মা মিলি যায়। তেওঁৰ ভূপেন্দ্রনাথৰ কথাটোত মনে মনে কষ্ট হৈছিল—মোৰ যোৱাৰ সময় এতিয়াও হোৱা নাই,—হ'লে গম পাম। তইঁতে ঘণ্টা বজাই জনাব নালাগে।

এই শীতৰ মাজভাগত মহেন্দ্রনাথ যেন আৰু তজবজীয়া হৈহে পৰিছে ; কাণেৰেও যেন ভালকৈ শুনা হৈছে ; শৰীৰৰ জড়তা ক্রমে নোহোৱা হৈ আহিছে। এতিয়া তেওঁ বিচনাতে নিজেই উঠা-বহা কৰিব পৰা হৈছে দুই

নাকেৰে দীঘল দীঘলকৈ উশাহ টানিলে, কিজানিবা কিবা চিনাকি গোন্ধ ভাঁহি আহিছে! এই ঠাইৰ মাটি-পানীৰ প্ৰতি তেওঁৰ ভাল পোৱাই হয়তোবা তেওঁক অন্তৰ্যামী কৰি তোলেই।

এইবাৰ মহেন্দ্ৰনাথে ক'লে, খেজুৰ গছৰ তললৈ আহিছোঁ।।

তিনিও নাতিয়ে আৰু জোৰে হাঁহি দিলে। ককাকক লৈ এইবাৰ সিহঁতৰ খেলা আৰম্ভ হ'ল। চোৰ ধৰা খেলা। ককা অন্ধ; গতিকে তেওঁৰ চকুত যেন কাপোৰ বন্ধা আছে। সিহঁতে তেওঁৰ চাৰিওপিনে ঘূৰি ঘূৰি চোৰ চোৰ খেলিবলৈ ধৰিলে আৰু ককাই সিহঁতক ছুবলৈ চেষ্টা কৰি নোৱাৰিলে। সিহঁতে ককাকক লৈ এটা বৰ কঠিন খেলত মজি গ'ল। তাৰ পিছত সিহঁতে আকৌ ককাক সমুখৰ পথাৰখনৰ পিনে লৈ গ'ল আৰু যাওঁতে বাটত এঠাইত সুধিলে—ককা, আপুনি এতিয়া ক'ত বাৰু? ককাই ক'লে, আমাৰ ঘৰৰ দাঁতিত। তাৰ পিছত সিহঁতে ককাক উত্তৰ দক্ষিণ যেনিয়েই লৈ যায় তেনিয়েই বৈ বৈ সুধি যাবলৈ ধৰিলে, ককা আমি এতিয়া ক'ত? ককাইও উত্তৰ দি যাবলৈ ধৰিলে—আমি এৰাবাৰীত—ইত্যাদি। ককাক লৈ বেছ খেলা চলিবলৈ ধৰিলে। ইমান ফুৰ্তিৰ খেলা যেন আৰু নাই। সিহঁতে প্ৰশ্ন কৰি গ'ল আৰু বিজ্ঞৰ দৰে ককাকৰ পৰা উত্তৰ পাবলৈ আশা কৰি থাকিল। সোণে কেৱল হৰিণা পোৱালিৰ দৰে ককাৰ চাৰিওপিনে জপিয়াই থাকিল। ককাই উত্তৰটো ঠিক দিব পাৰিলেই আকৌ তেওঁক ৰথ এখনৰ দৰে টানি টানি অন্য এঠাইলৈ লৈ যায়; এখন পুৰণি ৰথ যেন প্ৰেমৰ চিনাকি পথেৰে টানি টানি লৈ গৈ আছে।

জৰাজীৰ্ণ ৰথখন এঠাইত বাটত, এক অতিকায় বটবৃক্ষৰ দৰে থিয় হৈ ৰ'ল। তেওঁৰ হাতত লাঠী, গাত গৰম শ্বাল, মূৰত ৰঙা টুপী আৰু হাতত হাতমোজা। ভৰিতো গৰম মোজা আৰু বগা কেড্‌চ শু। তেওঁ ভাবিলে, নাবালক নাতিহঁতে আৰু ক'লৈ টানি নিয়ে? তেওঁ ভাবিলে বোৱাৰীয়েক-হঁতক চিঞৰি মাতিব নেকি?—বোৱাৰীহঁত চাহি চোন, তহঁতৰ ল'ৰাহঁতে মোক ক'লৈ টানি আনিছে; কিন্তু তেওঁ একো নক'লে। তেওঁ আচলতে

এইদৰে পুখুৰীৰ পাৰলৈ ওলাই আহিবলৈ পাই বৰ ভাল পাইছে। তেওঁ নীৰৱেই সমুখৰ বনজঙ্ঘলত লাঠী ডালেৰে কোবাই কোবাই আগুৱাই গৈ থাকিল। এবাৰ তেওঁৰ ভাব হ'ল, লাঠীডাল কিবা টান বস্তুত ঠোকৰ খাইছে। এতিয়াহে তেওঁৰ মনত পৰিল—ডাঙৰ জাম গছ জোপা কাটি তাত এজোপা অৰ্জুন গছ লগোৱা হৈছিল। গছজোপা এতিয়া ডাঙৰ হৈছে। আনন্দত তেওঁৰ চকুমুখ উজ্জ্বল হৈ উঠিল।—তহঁতে মোক অৰ্জুনগছৰ তললৈ লৈ আহিছ!

এইবাৰ ককাই ঠিক ক'ব পাৰিছে। সোণে কিন্তু আগৰেপৰাই মনে মনে আশা কৰি আছিলে—ককাই যেন শুদ্ধকৈ কৈ দিব পাৰে। কাৰণ ককাৰ এই অসহায় অৱস্থাটো দেখি, বৰদাদা আৰু মাজুদাদাই যেনেকৈ হেয় কৰি আছিল তাকে দেখি, সোণৰ মনটো বেয়া লাগি আছিল। ককাই এতিয়া ঠিককৈ কৈ দিব পৰাত আৰু ককাক যে অন্য এটা বাটেৰে পুখুৰীৰ দক্ষিণ পাৰলৈ লৈ অহা হৈছে ককাই সেইটো এতিয়া জানি যোৱাত সোণৰ আনন্দই নধৰা হ'ল। ককাৰ মুখতো এতিয়া গৰ্বৰ চিন দেখি সোণে জাপ এটা নমৰাকৈ থাকিব নোৱাৰিলে। যেন ককাকে নহয় সিহে উত্তৰটো দিলে!

সিহঁতে মহেন্দ্ৰনাথক আৰু আগুৱাই নিব খুজিলে; কিন্তু তেওঁ ক'লে, মই আৰু নাযাওঁ; তহঁতে মোক হাবি-জঙ্ঘলত সুমুৱাব খুজিছ; বান্দৰৰ দৰে নচুৱাব খুজিছ নহয়। মই আৰু নাচিব নোৱাৰোঁ। সেই বুলি কৈ তেওঁ অৰ্জুন গছজোপাৰ তলতে বহি পৰিল। দুবৰি ঘাঁহ আছিল—তাত ৰ'দ পৰিছেহি। ঘাঁহত আৰু নিয়ৰ লাগি থকা নাই। ঘাঁহৰ ওপৰত বহি তেওঁ যেন চাৰিওপিনে কিবা বিচাৰিবলৈ ধৰিলে।

সোণে সুধিলে—কি বিচাৰিছে?

—মোক

সোণে কথাটো বুজি নাপালে।

—মই মোক বিচাৰিছোঁ।

তহঁতে মোক ইয়াতে এৰি দেচোন।—তাৰ পিছত তেওঁ কিবা ভাবি

ভাবি মৌন হৈ পৰিল। হয়তো নাতিয়েকহঁতে তেওঁৰ এই প্ৰিয় ঠাই টুকুৰাৰ একো খবৰ নাজানে। তেওঁ কাষৰ মাটিখিনিৰ ওপৰত মৰমেৰে হাত এখন থলে। পুতেকহঁতক তেওঁ কৈ থৈছে—তেওঁ মৰিলে যেন তেওঁক এই ঠাইতে দাহ কৰা হয়। তেওঁ নিজে এই ঠাই টুকুৰা বাচি থৈছে। আৰু চিন হিচাপে অৰ্জুন গছজোপা ৰুই দিছিল।

গছৰ ওপৰত ৰ'দ পৰি বেছ উম লাগিছিল। ইতিমধ্যে পথাৰত মানুহে গৰু মেলি দিছেহি। গছজোপাৰ ছঁা পুখুৰীৰ পাৰত অ'ত-ত'ত পৰিছিল। বৃদ্ধ মহেন্দ্ৰনাথে ভৰি হাত মেলি দি অৰ্জুন গছৰ ছঁাত বহি আছে। দেখিলে এনে লাগে তেওঁ যেন চকু মুদি কিবা ভাবি আছে। হয়তো পগলা পুতেকৰ কথা ভাবি তেওঁৰ মনোকষ্ট হৈছিল। তেওঁ পল্টুৰ মুৰত হাত এখন থৈ ক'লে, ভালকৈ পঢ়াশুনা কৰিবি। দেউতাৰক কষ্ট নিদিবি।

দূৰত আবেদালিৰ বিবিৰ কবৰটো দেখা গৈছে। কবৰৰ কাষত তিনিজোপা গছপুলি পুতি থোৱা আছে। মুৰগী এটাই কবৰটোৰ ওপৰত এটা ঠেঙেৰে থিয় হৈ শীতৰ বেলিটোৰ পিনে চাই আছে। মহেন্দ্ৰনাথৰ পগলা পুতেকেই যোৱা নিশা জালালীক পানীৰপৰা তুলি উলিয়াই আনিছিল। মণীন্দ্ৰনাথ তেওঁৰ বৰ পুত্ৰ—পগলা পুত্ৰ, সি এতিয়া ক'ত বা ঘূৰি ফুৰিছে, কোনে জানে!

পল্টুৱে একো নামাতিলে। দেউতাক সম্পৰ্কে পল্টুৰ এটা অসম্ভৱ ৰকমৰ ভয় ভাব আছে। সি দেউতাকৰ সৈতে ক'লৈকো নাযায়। পল্টুৱে অন্য কথা উলিয়ালে। সি ক'লে, ব'লক ককা আমি গৰুবাটেৰে নামি যাওঁ।

মহেন্দ্ৰনাথে পল্টুৰ কথা শুনিও যেন নুশুনিলে। তেওঁ এতিয়া অন্য কথা ভাবি আছিল। জালালী পানীত ডুবি মৰিল। কবৰৰ ওপৰত মুৰগী এটা উত্তৰপৰা দক্ষিণলৈ অহা যোৱা কৰি আছে। সূৰ্য্যৰ উত্তাপ সকলোতে সমানে আহি বিয়পি পৰিছে। আগদিনা বাস্তু-পূজাৰ উৎসৱ হৈ গৈছে। আজি শেষ পূজাৰ বলিৰ বাজনা বাজিছে, যেন

বিৰাম নাই। এই অঞ্চলৰ এটাইতকৈ বয়সস্থ মানুহজনে এতিয়া তেওঁৰ প্ৰিয় মাটি টুকুৰাৰ ওপৰত বহি আছে। আৰু ইয়াতেই তেওঁ এদিন চিৰকালৰ কাৰণে মহানিদ্ৰাত নিমগ্ন হ'ব। ইয়ালৈকে এদিন তেওঁৰ দেহাটো সকলোৱে ধৰাধৰি কৰি লৈ আহিব। মানস চকুৰে তেওঁ গোটেই দৃশ্যটো এবাৰ চাবলৈ ধৰিলে। ল'ৰাহঁতে কেউকাষে আগুৰি থাকিব; চাৰিওপিনৰ গাঁওবোৰৰপৰা মানুহ আহি গোট খাবহি, মানুহ-বিলাকে হৰিকীৰ্তন কৰিব, চন্দনকাঠ পুৰিব, ঘিউ দৈ গাখীৰ ঢালি দিয়া হ'ব। তাৰ মাজতে তেওঁ যজ্ঞৰ হাবিৰ দৰে জ্বলি থাকিব। তেতিয়া হয়তো তেওঁৰ পগলা পুত্ৰই অৰ্জুন গছজোপাৰ গাত আঁউজি চিতাত জ্বলি থকা মানুহটোলৈ চাই চাই দুহাত ওপৰলৈ তুলি চিঞৰ-বাখৰ কৰি থাকিব। হঠাৎ পগলাপুত্ৰৰ মুখখনে তেওঁৰ মনটো বিষণ্ণ কৰি তুলিলে। পগলাপুতেকে চিতাৰ জুইৰ পিনে যেন চাই আছে। যেন সেই সময়তো তেওঁ অভিযোগ কৰিছে—দেউতা আপুনি মোৰ সৰ্বনাশ কৰি থৈ গ'ল। আপুনি মোৰ জীৱনৰ সকলো প্ৰেম কাঢ়ি লৈ গ'ল। আপোনাৰ ধৰ্মবোধে মোৰ জীৱন ধ্বংস কৰি দিলে। মই পাগল। মোৰ চিন্তাশক্তি নাই; মোৰ পগলা চিন্তাৰ সমভাগী হ'বলৈ কোনো নাই, মাত্ৰ ভাব হয় মোৰ মূৰৰ ভিতৰৰ যেন এটা সপোনে অনবৰত কুণ্ডলী পকাই আছে, কোনোবাই যেন সেই সপোনৰ মাজলৈ মোক মাতি আছে। মোৰ আত্মাৰ কাষতে আছিল সেই যুৱতী নাৰী, তেওঁৰ নাম পলীন, তেওঁৰ দীঘল চেহেৰা নীলা দুচকু, সেই যুৱতী নাৰীক আপুনি মোৰ কাষলৈ আহিবলৈ নিদিলে। মই সমুদ্ৰ দেখা নাই দেউতা, কিন্তু বসন্তৰ আকাশ দেখা পাইছোঁ; আকাশৰ তলত সোণালীবালিৰ নদীৰ পানী, পানীত সেই নাৰীৰ মুখৰ ছবি দেখা পাইছিলোঁ, নদীৰ অন্ধকাৰ পানীত আকাশৰ কোনোবা উজ্জ্বল নক্ষত্ৰৰ প্ৰতিবিম্ব চাই ভাব হয় সেই যুৱতীনাৰীয়ে মাতিছে, মণি তুমি নাযাবা। উইল'গছৰ জোপোহাৰ কাষত বহি আমি দুজনে চান্তাৰুজৰ কথা পাতিম। তুমি গুচি নাযাবা মণি। শীতৰ পথাৰত ঘাঁহৰ বুকুত কিমান নিয়ৰবিন্দু জিলিকি থাকে—

নিয়ৰবিন্দুৰ দৰে সেই পৱিত্ৰ মুখখনি আপুনি মোৰপৰা কাঢ়ি লৈ গ'ল দেউতা—এইদৰেই অভিযোগ কৰি কৰি—চিতাৰ জুইৰ পিনে চাই—বিদ্বান বুদ্ধিমান সেই পগলা মানুহটোৱে হাওঁ হাওঁকৈ কান্দিবলৈ ধৰিব।

……ভাবি ভাবি মহেন্দ্ৰনাথে হাতৰ লাঠীডাল আৰু জোৰে খামুচি ধৰিলে। মনৰ ভিতৰত কিমান দিনৰপৰা যে অনুশোচনা চলি আছে। মৃত্যুৰ কাৰণে যিমানেই তেওঁৰ মানসিক প্ৰস্তুতি চলি আহিছে—সিমানেই পগলা পুতেকৰ কাৰণে তেওঁৰ অনুশোচনা বৃদ্ধি পাবলৈ ধৰিছে; আৰু সিমানেই তেওঁ অসহায় অনুভৱ কৰিছে। কিয় জানো হঠাৎ তেওঁৰ ভাব হ'ল, আৰু পলম কৰি লাভ নাই—সোনকালেই চন্দ্ৰায়ণটো কৰি পেলোৱাই ভাল হ'ব। বাৰজন ব্ৰাহ্মণক ভোজন কৰাব লাগিব। ব্ৰাহ্মণে ভোজন কৰি প্ৰায়শ্চিত্ত কৰাই দিলেই সংসাৰৰ পৰা চিৰদিনৰ কাৰণে নিৰ্বাসনৰ দলিলখন পাই যাব পাৰি। এতিয়া ঈশ্বৰক সমৰ্পণ কৰা এই জীৱন, সাংসাৰিক দুখবোধেৰে পীড়িত নহ'লেই যেন তেওঁ ভাল পায়!

তেওঁ পল্টুক ক'লে, ব'ল মোক ঘৰলৈ লৈ ব'ল। সেইবুলি কৈ তেওঁ ঘৰলৈ ঘূৰি যাবলৈ ওলাল আৰু পল্টুৰ কান্ধত লাহেকৈ হাত এখন থলে।

আচলতে মহেন্দ্ৰনাথে তেওঁৰ নিজৰ কাৰণে এখন স্বকীয়া ঘৰলৈ ঘূৰি যাব খুজিছিল। সিহঁতেই যেন তেওঁক তেওঁৰ নিৰ্দিষ্ট ঘৰখনলৈ লৈ যাব। সূৰ্য্যোদয় চাবৰ কাৰণে তেওঁ ঘৰৰ এটা কোঠাৰপৰা বাহিৰলৈ ওলাই আহিছিল। তেওঁৰ সেই অন্ধকাৰ কোঠা বায়ুশূন্য, মাজে মাজে জিলিৰ মাত শুনা যায়—তাৰ বাহিৰে চাৰিও পিনে নিঃশব্দ—নিৰ্জন, কাষত কোনো নাই—সকলো শূন্য। নিজেও এটা শূন্যৰ দৰে এক বায়ুশূন্য কোঠালৈ পুনৰ উভতি যাব। তেওঁ চকু মুদি তেনে এটা পোহৰহীন, বায়ুহীন কোঠাৰ দৃশ্য দেখা পালে।

কিন্তু দুষ্ট নাতিয়েকহঁতৰ মতলব বুজা টান। সিহঁতে ককাকক লৈ

আৰু কিবা ৰং-তামাচা কৰাত লাগিল। সিহঁতৰ মৰমৰ ককাকক ধৰি ধৰি সিহঁতে আৰু আগুৱাই নিলে ; গৰুবাটটো পাৰ হৈ অশ্বত্থ গছজোপাৰ তলত সিহঁত থিয় হ'লহি। আকৌ সিহঁতে ককাকক তাতে এৰি দি সুধিলে, এইবাৰ কওকচোন ক'লৈ আহিছোঁ ?

বৃদ্ধই সিহঁতক অনুনয় বিনয় কৰিবলৈ ধৰিলে, যাতে তেওঁক আৰু ঘৰলৈ ঘূৰাই লৈ যায় ; কাৰণ তেওঁ জানিছে—ইহঁতৰ হাতৰপৰা আৰু ৰক্ষা নাই। তেওঁক লৈ সিহঁত খেলাত মতলীয়া হৈ পৰিছে। এবাৰ সিহঁতে তেওঁক জোপোহা হাবি এটুকুৰাত সুমুৱাই দি ভয় খুৱাবলৈ ধৰিলে। তেওঁ প্ৰায় কৰযোৰে সিহঁতক ক'বলৈ ধৰিলে, অ' মোৰ সোণহঁত—মোৰ লক্ষী ল'ৰাহঁত—তহঁতে মোক এতিয়া ঘৰলৈ লৈ ব'ল।

সোণে ক'লে, ককা, ভয় নাই—টোডৰ বাগৰ বট গছ জোপাৰ তল পাইছোঁহি।

লালটুৱে ক'লে, ককা আমি আপোনাৰ সৈতে পথাৰত লুকাভাকু খেলিম—সেইবুলি কৈ সিহঁতে মহেন্দ্ৰনাথক গছৰ তলত ধীৰে ধীৰে বহুৱাই দিলে। যেনে মহেন্দ্ৰনাথ সিহঁতৰ সমনীয়া বন্ধুহে। বৃদ্ধক গছৰ তলত বহুৱাই থৈ সিহঁতে চাৰিওপিনে দৌৰাদৌৰি খেলিবলৈ ধৰিলে। ককা ৰজা হৈ সেই গছৰ তলত বহি আছে। ৰজাক যেয়ে প্ৰথম ছুবগৈ সিয়েই জিকিব। মহেন্দ্ৰনাথেও খেলত যোগ দিলে আৰু ঘৰৰ কথা পাহৰি গ'ল। গছৰ ডালত চৰাই, চৰাইবোৰে কলৰৱ কৰি আছে। ক'ৰবাত দূৰত গৰুৱে হেম্বেলিয়াইছে। বহুত দূৰত কোনোবাই গছ কাটিছে। দূৰে দূৰে এজন বিশেষ মানুহ বেগাই গৈ আছে। তেওঁ হ'ল পগলাঠাকুৰ। মহেন্দ্ৰনাথৰ এনে লাগিল যেন তেওঁৰ চাৰিওকাষৰ প্ৰকৃতিৰ গাত শৈশৱৰ স্মৃতিবোৰ লাগি আছে। তেওঁ লাঠীডাল কোলাত লৈ বহি থাকিল। স্থিৰ। প্ৰায় বুদ্ধ মূৰ্তিৰ দৰে চকু মুদি তেওঁ বহি থাকিল। দূৰত সোণালী বালিৰ নদীৰ পানীত নাও গৈ থাকে। নাৱৰ পালত ৰঙা নীলা কত ৰঙৰ চৰাইৰ ছবি ; বহি থাকোঁতে সেই শৈশৱৰ দিনবোৰৰ কথা তেওঁৰ মনলৈ আহিছে। শৈশৱ যেন বহুত দিনৰ মূৰত

আকৌ ঘূৰি আহিছে? এখন নাও নদীৰ সোঁতেদি ভটিয়াই গৈ থাকে —কাষে কাষে ৰঙা নীলা চৰাইবোৰ উৰি থাকে! তেওঁৰ চাৰিকাষলৈ আহি শৈশৱে যেন আকৌ খেলা কৰিছেহি। তেওঁ এতিয়া সেই পুৰণি শৈশৱৰ প্ৰতীক। তেতিয়া পথাৰত নাতিয়েকহঁতে লুকাভাকু খেলৰ গীত গাইছিল। গাঁৱৰ আন আন ল'ৰা-ছোৱালীয়েও আহি সিহঁতৰ লগতে খেলত যোগ দিছেহি। সুভাষ, কিৰণী, কালাপাহাৰ আনকি টোডৰ-বাগৰপৰা সকু প্ৰতিমায়ো আহি খেলত নামিছেহি।

মহেন্দ্ৰনাথৰ চকুত এতিয়া আৰু পগলা পুত্ৰৰ মুখ ভাঁহি থকা নাই। কাৰণ, সংসাৰত মানুহৰ সকলো সময়তে সুখ হ'ব নোৱাৰে। মাত্ৰ কোন দূৰ অতীতৰ পৰা শৈশৱৰ দিনবোৰ বাৰে বাৰে এই প্ৰকৃতিৰ কোলালৈ উভতি উভতি আহে। নিজৰ সেই হেৰোৱা অতীতক ঘূৰাই পাবলৈ তেওঁ মনে মনে গুণগুণাই লুকাভাকু গীত গাবলৈ ধৰিলে। সিদিনাৰ সেই ল'ৰালি কালত মূৰৰ ওপৰৰ এই বটগছ জোপা ইমান ডাঙৰ নাছিল। এইজোপা গছৰ তলতেই তেওঁ যেন তাহানিৰ তেওঁৰ লগৰীয়া-বোৰক আকৌ দেখা পালে। সিহঁতেও আহি ধেমালি খেলিছেহি। আৰু তেওঁ গোৱা গান সিহঁতেও সমস্বৰে গাবলৈ ধৰিছে। কিন্তু অতি সামান্য সময় মাত্ৰ। তেওঁৰ হঠাৎ ভাব হ'ল, তেওঁৰ লগৰ কোনো জীয়াই থকা নাই। সিহঁত এতিয়া কেনেকৈ এই বটগছৰ তললৈ ঘূৰি আহিব পাৰিব! তেওঁৰ মনটো বৰ বেয়া লাগি গ'ল। মনৰ ভিতৰৰ পৰা কোনোবাই যেন চিঞৰি উঠিল, সিহঁতৰ কোনো এতিয়া জীয়াই থকা নাই। তুমি অকলেই এই পুৰী পহৰা দি আছা। যেন ইমান দিনৰ মূৰত তেওঁ এতিয়াহে গম পালে যে এই গছ-গছনি, পশুপক্ষীৰ মাজত তেওঁৰ আৰু কোনো অস্তিত্ব নাই। তেওঁ এক পৰিত্যক্ত মানুহ। এখন সেউজীয়া বননিত এজোপা মৰা গছৰ দৰে মাথোন তেওঁ এটুকুৰা ঠাই দখল কৰি আছে। নাইবা যেন এটা জীৰ্ণ মন্দিৰ, সেই মন্দিৰৰ পৰা পুণ্য কৰিবলৈ সন্ন্যাসীসকল অন্য তীৰ্থলৈ ওলাই গৈছে। তেওঁ

আৰু সেই ঠাইত বহি থাকিব নোৱাৰিলে। সকলোৰে অলক্ষ্যে অকলে অকলে এজন পগলা মানুহৰ দৰে তেওঁ নদীৰ পিনে নামি যাবলৈ ধৰিলে।

সোণেই প্ৰথমে আহি চিঞৰি উঠিল—ককা গছৰ তলত নাই।

লাল্ টুইঁতে খেলত একেবাৰে ক'ব নোৱৰা হৈ আছিল। কাষৰ হাবি জঙ্ঘলৰ মাজে মাজে দৌৰাদৌৰি কৰি সিহঁতে লুকাভাকু খেলি আছিল। বুঢ়া ককাক কেতিয়াযে বহাৰ পৰা উঠি নদীৰ পিনে নামি গ'ল সিহঁতে গমকে নাপালে। সিহঁত সকলোৱে গাঁৱৰ পিনে লৰি লৰি চিঞৰি কৈ যাবলৈ ধৰিলে, ককা হেৰাল, গছৰ তলত নাই, আন ক'তো বিচাৰি পোৱা নাই।

চাপৰিৰ ঠিক মাজতে ঈছম থিয় হৈ আছিল। চৌদিশে তৰমুজৰ লতা। হালধীয়া ৰঙৰ ফুলবোৰ ফুলি আছে। দীঘল দীঘল লতাৰ মাজে মাজে উট চৰাইৰ কণীৰ দৰে তৰমুজবোৰ। যেন এক অতিকায় উটপখীয়ে এই বালিৰ চৰত কণী পাৰি গৈছে। কিচ্ কিচিয়া ক'লা ৰং। এইবাৰ শীত শেষ হোৱাৰ আগতেই তৰমুজৰ পথাৰত তৰমুজ ভৰি পৰিছে। এইবাৰ মেলাত বহুত তৰমুজ ওলাব। সৰুঠাকুৰে বেপাৰীৰ সৈতে কথা-বতৰা পাতিছেই। তেওঁ পথাৰৰ সীমা লৈ প্ৰয়োজন হ'লে মকৰ্দমাত নামিব বুলি ভাবি পুৱাতেই ওলাই আহিছিল। বাটতে বেপাৰীৰ সৈতে দেখা। তেওঁ তৰমুজ পথাৰলৈ আহি আচৰিত হৈ গ'ল। ঈছমে এদিনো কোৱা নাছিল, এইবাৰ খেতি ইমান ভাল হৈছে বুলি। কেইদিনমানৰ ভিতৰতে খেতিখিনিৰ চেহেৰা সলনি হৈ গৈছে। এই তৰমুজবোৰ মেলালৈ যাব। দুই-এদিনতে এই বাটেৰে নাইবা চাপৰিৰ কাষে কাষে ডাঙৰ ডাঙৰ ঘোঁৰা পাৰ হৈ যাব। মেলাত ঘোঁৰা দৌৰ হ'ব। সোণালী বালিৰ নদীত পাল তুলি নাও যাবলৈ আৰম্ভ কৰিছে। এই গোটেই মাহটোতে নদীয়েদি অনবৰত নাও গৈ থাকিব। অলপ দিন পিছত নদীৰ পানী কমি গৈ ইপাৰ সিপাৰ হ'বলৈ মাত্ৰ আঁঠুৱনীয়া পানী থাকিব। ঈছমে খেতিৰ পৰা এটা দুটাকৈ তৰমুজ ছিঙিবলৈ আৰম্ভ কৰিলেই।

ঈছম বেগাই গৈ আছে। তৰমুজ পাতৰ ফাঁকেৰে ডিঙি মেলি মেলি চাই গৈছে। আঙুলিৰে টোকৰ মাৰি মাৰি চাইছে। ইঁহা তৰমুজ খাবলৈ বৰ ভাল লাগে। ঈছমে টোকৰ মাৰি কৈ দিব পাৰে কোনটো তৰমুজ ছিঙিবৰ হৈছে। একোটা তৰমুজ বিছ-ত্ৰিছ সেৰ পৰ্য্যন্ত ওজনৰ হয়। দুটা তৰমুজ একেলগে তুলি আনিব নোৱাৰি। আনকি একোটা তৰমুজ বেঁকা হৈ তুলি প্ৰায় দাংকোলাকৈহে আনিব লাগে। সি তৰমুজবোৰ এটা দুটাকৈ আনি ছৈৰ কাষত গোটাবলৈ ধৰিলে। এনেতে হঠাৎ সি দেখিলে এজন মানুহ টলং ভটং কৈ এইপিনেই আহি আছে। সি প্ৰথমে ভালকৈ মন দিয়া নাছিল। কাৰণ তেতিয়া সি নিবিষ্টমনে তৰমুজ গোটোৱাত ব্যস্ত। তাৰ হাতত সময় নাই। সময় গৈ আছে। একোবাৰত সি দূৰত দেখা পায়—বতাহত তৰমুজৰ পাতবোৰ আঁতৰি গৈছে আৰু তাৰ ফাঁকেদি সি ডাঙৰ তৰমুজ এটাৰ পিঠিটো দেখা পায়। লগে লগে সি সেইফালে লৰ মাৰে। কিন্তু বতাহ নোহোৱা হৈ যায়; আৰু ওচৰ চাপি সি দেখে ডাঙৰ ডাঙৰ পাতবোৰে তৰমুজটো আকৌ ঢাকি পেলাইছে। সি চাৰিওপিনে তৰমুজটো বিচাৰিবলৈ ধৰিলে। পাতৰ তলত পৰি থকা তৰমুজ বিচাৰি উলিওৱা টান। পাতৰ তলতে কেতিয়াবা তৰমুজ পকি ফাটি নষ্ট হৈ যায়। সি আকৌ এবাৰ বতাহ অহালৈ ৰৈ থাকিল। বতাহ আহিলেই পাতৰ ফাঁকেৰে তৰমুজটো সি দেখা পাব—তাকে ভাবি অলপ দূৰলৈ চকু তুলি চাওঁতে ঈছমে হঠাৎ দেখিলে, আহি থকা মানুহটো দুবাৰ উজুটি খাই খাই পৰিছে আৰু পৰাৰ পৰা উঠি থিয় হৈছে। টলং ভটং কৈ মানুহটো আহি আছে! কোন মানুহ এইটো! শীতৰ ৰ'দত পগলাৰ দৰে নদীৰ পিনে আহি আছে। সি এইবাৰ ভালকৈ লক্ষ্য কৰিলে। হঠাৎ দেখিলে—কি কাণ্ড! এয়া দেখোন বুঢ়াকৰ্তা! সি লৰ মাৰিলে। নদীৰ পিনে তেওঁ আগুৱাই আহিছে। তেওঁৰ ইমান সাহ কেনেকৈ হ'ল! তেওঁতো চকুৰে দেখা নাপায়,—কি আচৰিত! মানুহজনে যেন লাঠী ঘূৰাই ঘূৰাই আহিছে, যেন ডেকা মানুহ এজনহে!

যেন বতাহৰ সৈতে মানুহজনে যুঁজিছে, লাঠী ঘূৰাইছে,—চা—মই মহেন্দ্ৰনাথ, এতিয়াও কিমানদূৰ খোজকাঢ়ি আহিব পাৰোঁ। চা, মই মহেন্দ্ৰনাথ, কতকাল ধৰি মই এই মাটিত কাম কৰিছোঁ। এতিয়া আকৌ মোৰ ল'ৰাহঁতে কয় মই চন্দ্ৰায়ণ কৰিব লাগে! কি সাহস! মানুহজনে লাঠী ঘূৰাই ঘূৰাই আগুৱাই আহি থাকোঁতে বাৰে বাৰে উজুটি খাই পৰি পৰি যাব খোজে। শেষত এবাৰ ঠিক অকণমান সিফাল হ'লেই বাগৰি গৈ নদীৰ পানীত পৰিলহেঁতেন; কিন্তু ঠিক তেনেতে ঈছম দৌৰি দৌৰি আহি তেওঁক থাপ মাৰি ধৰি পেলালে। তাৰপিছত বৃদ্ধক দাংকোলাকৈ তুলি আনিব খোজোঁতে ঈছমে দেখিলে তেওঁৰ হাত-ভৰি বহুত ঠাইত কাটি গৈছে, তেজ ওলাইছে। কিয় এনে কৰিছে তেওঁ! এতিয়া যেন মানুহজন পুতলা এটাৰ দৰে, সেই হৃষ্টপুষ্ট গজ্‌গজীয়া চেহেৰা আৰু নাই। একেবাৰে অকণমান মানুহ এটাৰ দৰে হৈছে। অকণমানি শিশু এটিৰ দৰে মানুহজনে কান্দিবলৈ ধৰিলে।

আপোনাৰ কি হৈছে। কেনি যাবলৈ ওলাইছিল?

—তই মোক ক'লৈ লৈ যাব খুজিছ?

—ঘৰলৈ।

—ঘৰ! বৃদ্ধই এইবাৰ আকৌ চকু মুদি দিলে। তেওঁ ভাবিলে, তেওঁ কি কৰিব খুজিছিল? তেওঁ যেন তেওঁৰ বৰপুতেকৰ দৰে নিৰুদ্দেশ হৈ যাব খুজিছিল। মনৰ ভিতৰত কিহৰ ইমান আবেগ! নিজৰ ল'ৰামতীয়া আচৰণৰ কাৰণে তেওঁ অপ্ৰস্তুত হৈ পৰিল।

—মোক নমাই দে।

—শৰীৰৰ কি হৈছে গম পাইছে?

—কি হৈছে?

ঈছমে আৰু একো নক'লে। শৰীৰত এনেয়ে তেজ নাই। বহুত ঠাইত কাটিছে, কিন্তু তেজ ওলোৱা নাই। সি তেওঁক লৈ পুখুৰী পাৰ পোৱাৰ লগে লগে সকলো লৰি গুচৰ চাপি আহিল। এইজন বৃদ্ধ

মানুহ, আলখোল্লা পিন্ধা বৃদ্ধ মানুহ, অঞ্চলৰ সৰ্বশেষ বৃদ্ধ মানুহ— আজি তেওঁ বাট হেৰুৱাই পেলাইছিল। তেওঁ সকলোকে বাট হেৰুৱা বুলিয়েই ক'লে।

এইদৰেই শেষত মেলাৰ সময় পালেহি। এটা দুটাকৈ ঘোঁৰা আহি পালেহি। পথাৰৰ আলিৰে ডাঙৰ ডাঙৰ ঘোঁৰা যাবলৈ ধৰিলে। এমাহতকৈও ওপৰকাল মেলা হয়। অহা শনিবাৰে প্ৰথম ঘোঁৰা দৌৰ হ'ব। ঘোঁৰাৰ ডিঙিৰ ঘণ্টা শুনিলেই মানুহে ঘৰৰ পৰা ওলাই চায়— কাৰ ঘোঁৰা গৈছে! নয়াপাৰাৰ ঘোঁৰা নে বিশ্বাসপাৰাৰ ঘোঁৰা! দূৰত ঘোঁৰা দেখা পালেই মানুহে চিঞৰি কয়—ঘোঁৰা গৈছে।

মেলালৈ সকলো মানুহ যাব। ৰঞ্জিত যাব; মালতী যাব। আবু আৰু শোভাও আছে। তৰমুজৰ নাও লৈ সৰু ঠাকুৰ যাব। এতিয়া নাৱত তৰমুজ বোজাই হৈ আছে। মাত্ৰ নাযায় সোণ। আনকি লালটু পলটুও কাপোৰ পিন্ধি সাজু হৈ আছে। ভালকৈ ৰ'দ ওলালেই সিহঁত ৰাওনা হ'ব। সোণ নাযায়; কাৰণ ইমান দূৰ খোজ কাঢ়ি যাবলৈ তাৰ কষ্ট হ'ব।

সোণ বহুত সময় বাৰান্দাতে বহি থাকিল। সি সকলো চাই আছে আৰু অভিমানত মনে মনে ভাঙি পৰিছে। কাৰো সৈতে কথা-বতৰা পতা নাই। সৰু খুৰাই ন'কলে সি মেলালৈ যাব নোৱাৰে। ঘৰৰ কোনেও সাহস কৰি সৰুখুৰাক ক'ব নোৱাৰে। সোণে মাকক পুৱাৰে পৰা কৈ আছিল, মই যাম, তুমি সৰু খুৰাক কোৱাঁ, মই যাম।—মাকৰো ক'বলৈ সাহস নাই; ধনবৌৱে আগদিনা এবাৰ কৈছিল, সোণ যদি মেলালৈ যাব খোজে! মেলাত কিমান ভিৰ হয়, ইমান দূৰ বাট খোজ কাঢ়ি যোৱাৰ কথা, সি নোৱাৰিব ইত্যাদি, সৰু খুৰাই ধনবৌক কৈছিল। আৰু তাৰপিছত ধনবৌৱে ক'বলৈ আৰু সাহস নকৰিলে।

খুটা এটাত আঁউজি মনে মনে সোণ থিয় হৈ আছে। সকলোবোৰ চাই আছে। কিন্তু হঠাৎ এবাৰ ভালকৈ ইস্ত্ৰী কৰা পেন্ট-চাৰ্ট পিন্ধি দৌৰাদৌৰি কৰি থকা লাল্টু পলটুক দেখি ভেঁকৈ কান্দি দিলে। যিমানেই সকলোৰে ৰাওনা হোৱাৰ সময় হৈ আহিছে সিমানেই সি ভাঙি পৰিবলৈ ধৰিছে। কাৰণ শেষলৈকে সি আশা কৰিছিল—তাক কন্দা দেখি সৰু খুৰাকে হয়তো মেলালৈ যাবলৈ ক'ব।

ঈছমে মূৰত তৰমুজ এটা লৈ আহিছিল। সি এটা অদ্ভুত ডাঙৰ তৰমুজ আবিষ্কাৰ কৰি আচৰিত হৈ ঘৰলৈ লৈ আহিছিল। তৰমুজটো প্ৰায় এমোন ওজন হ'ব। সি তৰমুজটো বেপাৰীৰ নাৱত তুলি নিদি ঘৰলৈ লৈ আহিছে। সকলোকে কাটি কাটি খাবলৈ ক'ব। কাটিলেই ভিতৰৰ ৰঙা ৰঙৰ বুকু আৰু ক'লা গুটি। বতৰৰ প্ৰথম তৰমুজৰ ৰস মিচিৰিৰ ৰসৰ দৰে মিঠা হয়। সি চোতালত ভৰি দিয়েই মাত দিলে— সোণাবাবু ক'ত আছা ?

ৰঞ্জিত চোতালত থিয় হৈ আছে। শোভা আৰু আবুও আহি চোতালত গোট খাইছেহি। মালতীও আহিছে। মেলালৈ যিবোৰ যাব—সকলো আহি চোতালত আহি গোট খাইছে। গাঁৱৰ তলেদি বাট, বাটেদি মানুহ ইতিমধ্যে শাৰী শাৰীকৈ যোৱা আৰম্ভ কৰিছেই। সকলো মেলালৈ যাব ; মাত্ৰ যাব নোৱাৰে সোণ। সি ঈছমৰ মাত শুনিলে, কিন্তু নামি নগ'ল। ফেকুৰি ফেকুৰি মাত্ৰ কান্দিয়েই থাকিল।

ঈছমে ৰঞ্জিতক ক'লে, দিয়া তুমিয়েই কাটি দিয়া সকলোকে।

ঈছমে ডাঙৰ কলাপাত দুখন কাটি আনিলে। খেতিৰ প্ৰথম তৰমুজ, অলপ কাটি প্ৰথমে গোসাঁইৰ কাৰণে ৰখা হ'ল। বাকীখিনি ৰঞ্জিতে কাটি সকলোকে ভগাই দিলে। ৰঞ্জিতে তৰমুজ বিলাই থাকোঁতে ঈছমে সুধিলে, সোণাবাবু ক'ত, তেওঁক দেখা নাই দেখোন !

লাল্টুৱে ক'লে, সোণে কান্দি আছে।

—কান্দিছে কিয় ?

—মেলালৈ যাবলৈ লাগে।

—তোমালোকে যাবা, আৰু সোণাবাবু কিয় নাযায় ?

—সৰু খুৰাই যাব নালাগে বুলি কৈছে।

—এহ নালাগে বুলি ক'লেই হ'ব!— সেইবুলি কৈ সি ভিতৰলৈ সোমাই গ'ল আৰু মাতিলে, ক'ত সোণাবাবু ক'ত? কোনে কৈছে তুমি মেলালৈ যাব নোৱাৰা বুলি! মই তোমাক মেলালৈ লৈ যাম। কাৰ সাধ্য আছে তোমাক নোৱাৰে বুলি ক'ব! সৰু খুৰাই ক'লে, সি ইমানদূৰ খোজ কাঢ়ি যাব নোৱাৰে। কোনে তাক কোলাত লৈ খোজ কাঢ়িব!

—মই লৈ যাম কোলাত তুলি, —ব'লা সোণাবাবু।

যেন আকাশৰপৰা মেঘ দূৰ হৈ গ'ল। সোণে কিবা এটা যেন হেৰুৱাই পেলাইছিল; হঠাৎ ঘূৰাই পালে। সি মাকক ক'লেগৈ—মা মোক সৰু খুৰাই যাবলৈ কৈছে। ঈছমকাই মোক কোলাত লৈ যাব। —মেলালৈ যোৱাৰ নামত সি প্ৰায় আত্মহাৰা হৈ পৰিল। সি যেন এক অন্য জীৱন, মেলা নদী নলা সকলো মিলি মানুহৰ প্ৰাণত যেন এক বন্যাৰ সৃষ্টি কৰে। এই ৰহস্য সোণে এই প্ৰথম জানিব। মেলাৰ কি ৰহস্য, কোন কোন মেলালৈ যায়, বাজি ধৰা দৌৰ হ'লে সকলো মানুহ কি দৰে আকুল উত্তেজিত হৈ পৰে—সোণে মনে মনে সেইবোৰ কথা ভাবিলে। ঈছমৰ হাতত ধৰি সকলোৰে আগতে সোণ পথাৰৰ আলিৰে নামি গ'ল। কিছুদূৰ খোজ কাঢ়ি, কিছুদূৰ ঈছমৰ কান্ধত উঠি—সোণ যাবলৈ ধৰিলে। অলপ দূৰ গৈয়েই বালিয়াপাৰা পাৰ হৈ নদীৰ পাৰত সোণে জলছত্ৰ দেখা পালে। তাৰ পিছত শাৰী শাৰী কেন্দু গছ। গছৰ তলত ৰঙা ৰঙা বাতাচা আৰু বৰাধানৰ আখৈ বেচি আছে। ঈছমে দুপইচাৰ আখৈ আৰু এপইচাৰ বাতাচা কিনি দিলে। সৰু খুৰা লগত থকা হ'লে একো খাবলৈ নিদিলেহেঁতেন। লগৰ বহুতো আগ হৈ আছে। সোণৰ পেণ্টৰ দুয়োটা জেপতে আখৈ আৰু হাতৰ ঠোঙা এটাত বাতাচা। সি আখৈ আৰু বাতাচা খাই খাই গৈ আছিল। অলপ পিছতে সিহঁতে দেখিবলৈ পালে দূৰত মুকলি পথাৰত প্ৰকাণ্ড

তম্বু। তম্বুৰ মূৰত পতাকা উৰিছে। যজ্ঞেশ্বৰ মন্দিৰ দেখা গৈছে। অশ্বত্থ গছৰ মাজেৰে মন্দিৰৰ ওপৰত ত্ৰিশূল আকাশৰ পিনে ওলাই আছে। শাৰী শাৰীকৈ ঘোঁৰা বাকৰিলৈ গৈ আছে। কোনোবাই তালপাতেৰে বাঁহী বজাইছে। নদীত বহুতো নাও বন্ধা আছে। সিহঁতৰো এখন নাও আহিব। তৰমুজৰ নাও। নদী-নলা ঘূৰি ঘূৰি আহোঁতে সময় লাগিব।

নাৰায়ণগঞ্জৰপৰা ৰঞ্জিতৰ দল এটা অহাৰ কথা। দলটোৱে মেলাত ছুৰী আৰু লাঠী খেলা দেখুৱাব। ভুজঙ্গ, গোপাল আদি কেইজনমান আগতেই আহি সিহঁতৰ কাৰণে তম্বু তৰি থৈ যোৱাৰ কথা। তেৰ, চৌদ্ধ বছৰীয়া সৰু সৰু ছোৱালী কিছুমানো আহিব। সিহঁতে বগা ফ্ৰক, ক'লা পেণ্ট আৰু ভৰিত কেড্‌চ্‌ শ্বু পিন্ধিব। সিহঁতক বাবুহঁতৰ ডাঙৰ অফিচঘৰতে থাকিবলৈ দিয়াৰ কথা আছে বুলি সমিতিৰ নিৰ্দেশ আছে। কিন্তু ৰঞ্জিতে এইদৰে ঘূৰি ফুৰিলে, যেন দলটোৰ কাৰো সৈতে তাৰ সম্পৰ্ক নাই। ভুজঙ্গই দলৰ নেতাৰ সকলো কাম কৰিছিল।

মালতীয়ে ঠিক যজ্ঞেশ্বৰ মন্দিৰলৈ উঠি যোৱাৰ সময়ত দেখিলে যে মেলাত জব্বৰে ইস্তাহাৰ বিলি কৰি ফুৰিছে। সি মালতীদিদিক দেখি ডাঙৰকৈ হাঁহি এটা মাৰি সুধিলে—তুমিও আহিছা?

মালতীয়ে দেখিলে তাৰ লগত কেইটামান চিনি নোপোৱা মুচলমান মানুহ। ভয়তে তাই একো নামাতিলে। নাহাঁহিলেও। তাইৰ এবাৰ জানিবলৈ মন গ'ল—চামু মেলালৈ আহিছে নে নাই। কিন্তু জব্বৰৰ লগৰ ল'ৰা কেইটাই তাইৰ পিনে এইদৰে চাবলৈ ধৰিছিল যে তাইৰ আৰু তাত এখন্তেকো ৰৈ থাকিবলৈ সাহ নহ'ল। নদীত গা ধুই আহিব লাগিব। তুলসী আৰু বেলপাত অলপ লাগিব। মালতী পোনে পোনে মন্দিৰলৈ উঠি গ'ল।

তেনেতে মেলাৰ মাজত সৰু ল'ৰা এটা হেৰাল বুলি খবৰ ওলাল। ল'ৰাটোৱে এটা ছাগলী পোৱালি লৈ আহিছিল। তাক গছ এজোপাৰ তলত থিয় হৈ থাকিবলৈ কৈ বায়েক নদীত গা ধুবলৈ গৈছিল। বায়েক আহিব, আহিলেই মন্দিৰলৈ উঠি যাব।

সংসাৰত কিমান দুখ-কষ্ট। তাৰ অন্তৰালত মানুহৰ এটা মন আছে, বলিয়াৰ দৰে সেই মন নদী দেখিলে উথলি উঠে। মেলাত বহুত সুন্দৰী হিন্দু যুৱতীৰ ভিৰ! সিহঁতে গা ধুই তিতা কাপোৰেৰে উঠি আহোঁতে কি যে অপূৰ্ব দৃশ্য! যুৱতীৰ সৰ্বাঙ্গত যেন একোডাল কালসাপ মেৰ খাই আছে, দেখাৰ লগে লগেই যেন খোট মাৰি দিব খোজে! মন আৰু থিৰেৰে ৰাখিব নোৱৰা হৈ পৰে।

গোপালদিৰ বাবুহঁতৰ ল'ৰাবোৰে মেলাত ভলন্টিয়াৰৰ কাম কৰিছে। মেলাৰ সকলো মানুহক সিহঁতে আহ্বান জনাইছে, যেন সকলো মিলিজুলি থাকে। কু-কামত মন নিদিয়ে, কিবা অন্যায় কৰিলে বিহিত শাস্তি পাব লাগিব। খোৱা পানীৰ ব্যৱস্থা কৰা হৈছে। কোনোবা হেৰালে তাৰ অনুসন্ধানৰ খবৰ দিয়াৰ ব্যৱস্থা আছে। বাবুহঁতৰ বেজ পিন্ধা ল'ৰাবোৰে ঘোঁৰাত উঠি চাৰিওপিনে তদাৰক কৰি ফুৰিছে। এনেতে হঠাৎ খবৰ ওলাল কোনোবা ল'ৰাই ছোৱালী এজনীৰ স্তনত ধৰিছিল। লগে লগে ল'ৰাটোক ধৰি পেলোৱা হৈছে। ল'ৰাটোৰ গাত লুঙী, ডিঙিত ৰুমাল বন্ধা, কাষত এডাল লাঠী—মাতব্বৰৰ চেহেৰাৰে মেলা চাবলৈ আহিছিল। ভিৰৰ মাজত, গা-ধোৱা ঘাটত কোনোবা চিনাকি ছোৱালীৰ স্তনত হাত দিলে মনে মনে থাকিব পাৰে, কিন্তু এইজনী হিন্দু ছোৱালীক মানুহৰ মাজত তেনে ব্যৱহাৰ কৰাত তাই মান-সন্মান সকলো গ'ল বুলি হাওঁ হাওঁকৈ কান্দিবলৈ ধৰিলে। তেনেতে বাবুহঁতৰ ল'ৰা এজনে দেখা পালে। চাৰিওপিনে চোকা দৃষ্টি। থাপ মাৰি ধৰি লুঙী পিন্ধা ল'ৰাটোক এক গোৰ শোধাই দিলে। লগে লগে খবৰটো জুইৰ দৰে মেলাৰ চাৰিওপিনে বিয়পি পৰিল। দৰগাত ঘোঁৰাবোৰে তেতিয়া ঘাঁহ খাই আছিল। আবেলি হ'লেই বাজী ধৰিবলৈ খেল পথাৰলৈ সিহঁতক লৈ যোৱা হ'ব। কিমান প্ৰকাণ্ড বহল পথাৰ! দূৰে দূৰে ৰঙা নীলা বহুতো নিচান উৰি আছে। দুই এটা ঘোঁৰা বোধহয় মুৰাপাৰাৰ সুৰেশবাবুৰ ঘোঁৰা, পথাৰত এনেয়ে দৌৰি আছে, বগা ঘোঁৰা—এইপিনেই তীব্ৰবেগে দৌৰি আহিছিল।

আৰু তীৰবেগে দৌৰি গৈছিল জব্বৰ। সি গম পালে তাৰ লগৰে স্বজাতি কোনোবা এটাক বান্ধি টানি কাছাৰীঘৰলৈ লৈ গৈছে। কোনেও মুখ ফুটাই একো কোৱা নাই। তাৰ স্বজাতিৰ আন মানুহবিলাকে লাজতে তললৈ মূৰ কৰি আছে। মানুহৰ মাজে মাজে দীঘল দীঘল জাপ মাৰি জব্বৰ দৌৰ মাৰিলে। ভিৰৰ মাজত সোমাই হুঙ্কাৰি উঠিল, তাক ক'লৈ লৈ গ'ল? কোনোবা এজনে ক'লে—কাছাৰী ঘৰলৈ।

—কি কৰিছিলে সি?

—ছোৱালীৰ বুকুত হাত দিছিল।

—হাত দিলে, তাতে কি ডাঙৰ কথা হ'ল!—

সেইবুলি কৈয়েই জব্বৰে ভিৰ ঠেলি আৰু আগুৱাই গ'ল। লগে লগে তাৰ দলটোও আগুৱাই গ'ল। কিন্তু সিহঁতে গৈ সিটো ল'ৰাক লগ নাপালে। এদল বেজ পিন্ধা ল'ৰাই আনোৱাৰক কাছাৰী ঘৰৰ ভিতৰলৈ লৈ গ'ল। ল'ৰাটোৰ গাত, পাছফালৰ পৰা গোৰ, চৰ, কিল, ঘোঁচা আদি পৰিবলৈ ধৰিলে। হায় আনোৱাৰ, তোৰ মনত কি বাসনা জাগিছিল! এনে দুটি সুন্দৰ স্তনত তই গভীৰ তলিৰ পানীৰ এক সপোন দেখিছিলি, যেন এটি ৰূপালী মাছ তোৰ চকুৰ আগেদি ভাঁহি গৈ আছিল! তই সেই মাছটোক থাপ মাৰি ধৰিবলৈ গৈছিলি!

বেলি পৰি আহিছিল। প্ৰকাণ্ড তম্বুৰ তলত সতৰঞ্চি পৰা আছিল; তাত জমিদাৰ বাবুহঁতৰ জীয়াৰী বোৱাৰীহঁত বহিব। তেওঁলোকৰ গাত সুন্দৰ অলঙ্কাৰ, গোসাঁনীৰ দৰে মুখৰ লাৱণ্য, উজ্জ্বল চকুৰ দৃষ্টি। তাৰ পৰা সৰ্বসাধাৰণ মানুহবোৰ নামি আহি মেলাময় আনন্দৰ জোৱাৰত উটি যাবহি। দৰগাৰপৰা তেতিয়া তম্বুৰ তললৈ এটা দুটাকৈ ঘোঁৰা নামি আহিব আৰু বাবুহঁতক প্ৰথম চেলাম জনাই পথাৰলৈ নামি যাব।— আমি বহুত দূৰৰ পৰা আহিছোঁ, ঘোঁৰা দৌৰৰ বাজীত জিকিম বুলি আহিছোঁ। আপোনালোকৰ মেহেৰবান, আপোনালোকৰ এই খেল পথাৰত আমি ঘোঁৰা দৌৰাম, বাজীত জিকিম।—সেইবুলি কৈ ঘোঁৰাৰ

খেল দেখুৱাবলৈ ধৰিলে। ঘোঁৰাই ভৰি তুলি নাচি নাচি বাবুহঁতৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰক খেল দেখুৱালে।

মেলাত দুটা দল হ'ল। কাছাৰী ঘৰৰ ওপৰত হিন্দু ডেকা ল'ৰাবিলাক গোট খাইছেহি। তলত মুচলমান ডেকাবিলাক। পুলিচো আহি পাইছে। পুলিচবিলাকে বাবুহঁতৰ সপক্ষে কথা কৈছিল। আইন আছে; বিচাৰ আছে। দোষীক চালান দিয়া হ'ব।

কিন্তু কোনে কাৰ কথা শুনে! সিহঁতে কাছাৰী ঘৰ ভাঙি আনোৱাৰক জোৰকৈ উলিয়াই আনিবলৈ আগুৱাই গ'ল। কিন্তু বাবুহঁতৰ বন্দুক গৰ্জন কৰি উঠিল। অলপ দূৰত ঘোঁৰাই নাচি আছিল। বন্দুকৰ শব্দত ঘোঁৰাবোৰে ভয়তে কেনিও নোচোৱাকৈ দৌৰিবলৈ ধৰিলে। ঈছমে তৰমুজ বিক্ৰি কৰি আছিল। সোণ লাল্‌টু পল্‌টুৱে তম্বুৰ তলত চাৰ্কাছৰ বাঘ সিংহৰ খেলা চাই আছিল। ব্যেগ পাইপ বাজি আছিল। বাঘ এটাই হাতোৰাটোৰে আগলৈ থপিয়াই আছিল। ওপৰৰ ৰিঙত অকণমানি ছোৱালী এজনীয়ে খেলা দেখুৱাই আছিল। সেই সময়তে বন্দুকৰ গৰ্জন। গোটেই মেলাখনতে যেন এক ভয়ঙ্কৰ অন্ধকাৰে আগুৰি ধৰিলে।

দুটা মানুহ মৰিছে। আন্ধাৰৰ মাজত লাহে লাহে জোৰৰ পোহৰ দেখা গ'ল। বাবুহঁতৰ মহিলাসকলে কাছাৰীঘৰত উঠিছেগৈ। দৰগাৰপৰা এটা এটাকৈ ঘোঁৰাবোৰ দৌৰি আহিছে! চহীচ্‌বোৰৰ হাতে হাতে জোৰ। গোটেই মেলাতে জোৰৰ পোহৰ। মাজে মাজে আল্লাহো আকবৰ ধ্বনি নিনাদি উঠিছে। কাছাৰীঘৰত হিন্দুবিলাকে প্ৰাণৰক্ষাৰ কাৰণে চিঞৰি উঠিল—বন্দে মাতৰম্!

কোন ক'ত উফৰি পৰিছে হিচাপ নাই। ঈছমে সোণ, লাল্‌টু আৰু পল্‌টুক তম্বুৰ ভিতৰত বহুৱাই থৈ আহিছিল। চাৰ্কাছ শেষ হোৱাৰ লগে লগে পোনে পোনে ঈছমৰ ওচৰলৈ গুচি আহিবলৈ সিহঁতক কৈ থোৱা আছিল। মেলাত কাজিয়া লগাৰ লগে লগে ঈছম লৰ মাৰি তম্বুৰ পিনে গ'ল। চাৰিওপিনে আন্ধাৰ। মানুহবোৰ যি যি পিনে পাৰে দৌৰিবলৈ ধৰিছে। ছাগলী পোৱালিটোৰে সৈতে সৰু ল'ৰাটোক

মোলোৱাং গছকি পাৰ হৈ গৈছে। সি বায়েক অহালৈ বাট চাই আছিল ; আহিলেই একেলগে মন্দিৰলৈ যাব। ঘটনাটো প্ৰায় দুপৰীয়া ঘটিছিল। আৰু সেই দুপৰীয়াৰপৰাই বু-বু বা-বা চলি আছিল। জবৰৰ আহি হুলস্থূল লগোৱাৰপৰাই ঘটনাই আচল ৰূপ ল'লে। প্ৰথমে সকলোৱে ভাবিছিল—মেলাত এনেবোৰ ঘটনা দুই এটা হয়েই, মুখিয়াল লোকসকল আহি সকলো মিটমাট কৰি দিয়ে, সকলো ঠিক হৈ যায়। কিন্তু এইবাৰ জবৰে আচৰিত কৰি দিলে ; সি তাৰ স্বজাতিবোৰক সম্বোধন কৰি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, ভাইহঁত তোমালোকৰ কোনো ইজ্জত নাই ? তোমালোকে আৰু কিমানদিন গৰু ঘোঁৰাৰদৰে দিন কটাবা ?—সি চামুৰ কণ্ঠস্বৰ অনুকৰণ কৰি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে ; ইমানবোৰ মানুহ শ্ৰোতা হিচাপে পাই সি যেন অনুপ্ৰাণিত হৈ পৰিছিল। সি নিজকে অতি দায়িত্বশীল মানুহ এজনৰদৰে ভাবিলে, সি ইচ্ছা কৰিলে কি যে নোৱাৰে !—আৰু তাকে ভাবি দলেবলে সি আনোৱাৰক কাছাৰীঘৰৰ পৰা উলিয়াই আনিবলৈ আগুৱাই গ'ল ; তেনেতে বন্দুক গৰ্জি উঠা শুনিলে—সি সিমানখিনি হ'ব বুলি আশা কৰা নাছিল। এটা এটাকৈ দুটা মানুহ মৰিল। জুই জ্বলিবলৈ কিমান পৰ ! অলপ আন্ধাৰ হোৱাৰ লগে লগেই হাতত জোৰ লৈ সিহঁত ওলাই গ'ল। আৰু এফালৰপৰা সকলো লণ্ডভণ্ড কৰি যাবলৈ ধৰিলে। আগে পাছে য'তে যি অমূল্য বস্তু পালে কাঢ়ি লৈ দৌৰিবলৈ ধৰিলে।

ঈছম চাকাৰ্ছৰ তম্বুৰপিনে দৌৰি গৈ আছিল। হায় হায়, গ'ল সকলো গ'ল, সি চিঞৰিবলৈ ধৰিলে। সোণাবাবু, সোণাবাবু ! তম্বুৰ ওচৰলৈ আহি দেখিলে, তম্বু নাই। সকলো লণ্ডভণ্ড কৰি পেলাইছে। তম্বুৰ এচুকত জুই লাগিছে। বাঘ-সিংহই দেদাউৰিয়াই চিঞৰিছে। কাষত কোনো মানুহ-দুনুহ নাই। যেন নিমিষতে সকলো লুটপাট কৰি তুলি লৈ গুচি গৈছে।

কি কৰিব ঈছমে একো থিৰ কৰিব নোৱাৰিলে। সিহে সোণাবাবুক লৈ আহিছিল। হায় হায়, কি হ'ব এতিয়া ! সি হাহাকাৰ কৰি বলিয়াৰ

দৰে হৈ কাহানাথৰৰফালে যোৱাৰ কথা ভাবিলে। কিন্তু কিছুদূৰ গৈ হঠাৎ তাৰ মনত পৰিল, সি লুঙী পিন্ধি আছে, সি আৰু কোনোমতেই সেই ফালে যাবলৈ সাহস নকৰিলে। সি ভাবিলে সোণাবাবুহঁত সেইপিনে দৌৰি যাবও নোৱাৰে। সি য'ত তৰমুজ বিক্ৰী কৰি আছিল সিহঁত হয়তো সেইপিনে দৌৰি যাব আৰু সেইপিনে গৈ বাট হেৰুৱাই পেলাব পাৰে। সি আৰু ৰৈ নাথাকিল। গোটেই মেলাখনতে ভীষণ উত্তেজনা। চাৰিওপিনে জুই জ্বলিছে। এই জুই যে কিমান দিনৰপৰা মাটিৰ তলত আত্মগোপন কৰি আছিল। কিমানদিনৰ অপমান সহ্য কৰি কৰি আজি তাৰ পোতক তুলিব খুজিছে—কিছুমান মানুহে। ঈছমে কি কৰিব একো ভাবি নাপালে। চৌদিশৰ জুইৰ মাজত সোমাই মাত্ৰ চিএঞৰিবলৈ ধৰিলে, সোণাবাবু ক'ত আছা? পলটু বাবু! মই কেনেকৈ গাঁৱলৈ উভতি যাম! কেনেকৈ মুখ দেখুৱামগৈ! সি পগলাৰ দৰে জুইৰ মাজে মাজে মাত্ৰ দৌৰিবলৈ ধৰিলে। মাতি মাতি সি দৌৰি আছিল। চাৰিওপিনে আইনা ভাঙি পৰি আছিল। কাঁচৰ চুৰীবোৰ ভাঙি বাটটোত ৰঙা নীলা সেউজীয়া মিহিদানাৰদৰে আইনাবোৰ ভাঙি পৰি আছিল। সেইপিনেই দৌৰি যাওঁতে ঈছমৰ হাত ভৰিবোৰ কাটি পেলালে। তাৰ গাত হুচ নোহোৱা হ'ল। ল'ৰাকেইটাই হয়তো কোনোবা গছ এজোপাৰ তলত ভালেকৈ ৰৈ আছে। কিন্তু গছৰ তললৈ আহি দেখেহি নাই—তাত কোনো নাই! মাত্ৰ ডাঙৰ ডাঙৰ তৰমুজবোৰ কোনোবাই চাৰিওপিনে দলিয়াই দি অন্ধকাৰত মিলি গৈছে। তৰমুজত তেজৰ দাগ। তাৰ শৰীৰ শিহঁৰি উঠিল। সি পগলাৰ দৰে চিএঞৰি উঠিল—কোনে মোৰ ল'ৰাহঁতক টানি নিছে?—সেইবুলি সিও যেন উন্মত্ত মেলাত কাৰোবাক হত্যা কৰিবলৈ যোৱাৰ দৰে দৌৰ দিবলৈ ধৰিলে। সি শূন্য পথাৰত থিয় হৈ উন্মত্তৰ দৰে চিএঞৰি মাতিবলৈ ধৰিলে, সোণাবাবু ক'ত আছা? মাত দিয়া সোণাবাবু! ক'ৰবাত আন্ধাৰত লুকাই আছানেকি কোৱাঁ? মই ঈছম। মই তোমালোকক লৈ ঘৰলৈ যাব লাগে। ঘৰলৈ লৈ যাব নোৱাৰিলে মোৰ জাতকুল মান সকলো যাব।

ঘোঁৰাবোৰ দ্রুত গতিত চাৰিওপিনে দৌৰিবলৈ ধৰিছে। দৰগাত থকা এটাইবোৰ ঘোঁৰা যেন জব্বৰৰ হুকুমত চলিছে। এইবোৰ যে কি হৈ গ'ল! মনিহাৰী দোকান, কাপোৰৰ দোকান, আনকি কলহ, দা লৈ অহা কমাৰ কুমাৰৰ দোকান সকলো লুট-পাট হৈ গৈছে। দুই তিনিজনী ছোৱালী উধাও হৈছে। এটাইবিলাক মানুহ নদীৰ পাৰত আহি জুম খাইছেহি। নদীৰ ডাঙৰ ডাঙৰ নাৱত তৰমুজ আৰু মাটিৰ কলহ চৰু আদি বোজাই হৈ আছিল। প্ৰাণৰক্ষাৰ কাৰণে সেইবিলাকৰ ওপৰতে মানুহ জমা হ'লগৈ। পানীৰ মাজত হাহাকাৰৰ শব্দ। যি যেনি পাৰে নাওবোৰত উঠিবলৈ গৈছে। ঘোঁৰাৰ খুড়াৰ তলত নাইবা জুইৰ মাজত কাৰ কেতিয়া প্ৰাণ যায় একো ঠিক নাই। ইতিমধ্যে শ শ মানুহৰ দুটা দলৰ মাজত যাঠী-জোং, তামোল গছৰ শলা—ক'ৰপৰা যে আমদানী হ'বলৈ ধৰিলে কোনেও ক'ব নোৱাৰে। যেন এক কুৰুক্ষেত্ৰ! দীঘল পুখুৰী এটাৰ দুটা পাৰত দুফালে দুয়োটা দল বৈ আছে; ৰাতি হ'লেই জপিয়াই পৰিব।

ৰঞ্জিতে এনে এটা হ'ব পাৰে বুলি দুপৰীয়াতে অনুমান কৰিছিল। সি তাৰ নিজৰ মানুহখিনি লৈ কাছাৰী ঘৰত তুলিলেহি। সোণ, লালটু আৰু পলটু ক'ৰবাত থাকিল। সিহঁতক বিচাৰি যাব লাগিব। মেলালৈ আহিলে মালতীয়ে বেছি ভাগ সময় মন্দিৰৰ ভিতৰতে কটায়। সি মানুহখিনিক কাছাৰীঘৰত থৈ আহি প্ৰথম মালতীক বিচাৰি গ'ল। এটা ভঙা মঠৰ দুৱাৰ মুখত পূজা দিবৰ কাৰণে মানুহে ভিৰ কৰি আছেহি। সেই ভিৰৰ মাজতে মালতী সোমাই প্ৰায় হামখুৰি খাই আগুৱাই যাব খোজোঁতে ৰঞ্জিত গৈ সেইখিনি পালেগৈ। সি তাইৰ আঁচলত ধৰি মাতিলে, শোভা আৰু আবু ক'ত?

সিহঁতে মন্দিৰৰ ভিতৰত আছে।

—সিহঁতক বেগাই উলিয়াই লৈ আহ।

মালতীয়ে ৰঞ্জিতৰ পিনে ফেল্ ফেল্‌কৈ চাবলৈ ধৰিলে।

ৰঞ্জিতে ক'লে, পলম নকৰিবি, মই চাৰ্কাছৰ তম্বুৰ পৰা আহোঁ। ঈছমক খবৰ দিব লাগে। মেলাত গণ্ডগোল লাগিব পাৰে।

তাৰ পৰা ওলাই ৰঞ্জিতে চাৰ্কাছৰ তম্বুৰ ফালে বেগাই খোজ দিলে। পুখুৰীৰ এই পাৰে হাজাৰ ৰকমৰ কাঁচৰ চুৰীৰ দোকান, ফুল আৰু ফলৰ দোকান, বাতাচা আৰু ধানৰ আখৈৰ দোকান, বহুত মিঠাইৰ দোকান, আৰু শেষত চানাচুৰৰ দোকানবোৰ পাৰ হ'লেই এখন পথাৰ। সেই পথাৰত এটা ডাঙৰ তম্বুৰ তলত গোপালদিৰ বাবুহঁত বহি আছে। মাজৰ পথাৰখন পাৰ হ'লেই চাৰ্কাছৰ তম্বু। এটা ডাঙৰ আৰু এটা সৰু। ৰঞ্জিতে টিকেট কিনি ঈছমৰ হাতত দি আহিছিল। ঈছমে লালটুহঁতক চাৰ্কাছৰ ভিতৰত বহুৱাই থৈ কৈ আহিছিল, শেষ হ'লেই ঈছমে তৰমুজ বেচি থকা ঠাইলৈ সিহঁতক লৈ যেন গুচি আহে।

ৰঞ্জিতে অলপো পলম নকৰিলে। ইয়াত সি ছদ্মবেশত আছে। কিয়নো, তাক বিচাৰি চিনি উলিয়াবলৈ মানুহ ঘুৰি ফুৰিছে। সি যিমান পাৰে বেগাই চাৰ্কাছৰ তম্বুৰ তলত সোমাবলৈ চেষ্টা কৰিলে। জেলেপীৰ দোকানবোৰৰপৰা এটা গোন্ধ বিয়পি আহিছিল। সেই মনোৰম গোন্ধৰ মাজত থাকি ক'ব নোৱাৰি যে মেলাৰ পিছত এনে ভয়ানক ঘটনাবোৰ হ'ব পাৰে। ৰঞ্জিত আৰু দুই চাৰিজনে মাত্ৰ গম পাইছিল, হয়তো এটা দুঃসময় আহি আছে। এতিয়া মেলা এৰি সোনকালে নিজৰ নিজৰ ঘৰাঘৰি যোৱাটো আৱশ্যক।

মেলালৈ শচীন্দ্ৰনাথ অহাৰ কথা আছিল। তেওঁ অহা হ'লে জব্বৰক হাত কৰিব পৰা গ'লহেঁতেন। জব্বৰে শচীন্দ্ৰনাথক ভয় কৰে। কাৰণ, জব্বৰৰ বাপেক আবেদালিৰ সুখে দুখে শচীন্দ্ৰনাথে এজন আত্মীয়ৰ দৰে সহায়-সহানুভূতি দেখুৱাই আহিছে। সেইবোৰকে ভাবি ভাবি ৰঞ্জিত গৈ আছিল। চাৰ্কাছৰ তম্বুৰ ওচৰ পায়েই সি দেখিলে চাৰ্কাছ আগতেই শেষ কৰি দিয়া হৈছে। কিবা গণ্ডগোল হ'ব বুলি চাৰ্কাছ পাৰ্টিৰ মানুহেও কথাটো গম পাইছিল। গতিকে আধাতে খেলা বন্ধ কৰি দি বাঘ সিংহ আৰু অন্যান্য জন্তু গড়ালৰ ভিতৰত সুমুৱাই দিলে। ৰঞ্জিতে গেটৰ পৰাই

সোণহঁতৰ তিনিওটাক দেখা পালে, তহঁত আৰু ঈছমৰ ওচৰলৈ যাব লালাগে। তহঁতক প্ৰথমে মই কাছাৰীঘৰত থৈ আহোঁ। ৰঞ্জিতে ভাবিছিল সিহঁতক কাছাৰীঘৰত থৈ আহি ঈছমক খবৰ দিব আৰু তৰমুজ-বোৰ আকৌ নাৱত তুলি দিবলৈ কৈ আহিব। কিন্তু কাছাৰীঘৰ নাপালে-গৈয়ে। তেতিয়া সূৰ্য অস্ত গৈছিল। হঠাৎ বন্দুকৰ গৰ্জন হ'ল। লগে লগে হুলস্থূল, আৰু মানুহ মৰিল।

ৰঞ্জিতে ততালিকে উভতি পাছ পিনে যাবলৈ ধৰিলে। সি মালতীক কৈ আহিছিল—চাৰ্কাছ শেষ হোৱাৰ সময়ত চাৰ্কাছৰ গেটৰ সমুখত সি ৰৈ থাকিব আৰু তাতে তাক মালতীয়ে লগ ধৰিবগৈ। সি সোণহঁতক লগত লৈ আকৌ চাৰ্কাছৰ তম্বুৰ পিনে বেগাই গ'ল। ওচৰ পায়েই দেখিলে চাৰ্কাছৰ তম্বুৰ পাছপিনে কোনোবাই জুই লগাই দিছে। ৰঞ্জিতে ভাবিলে, সি এতিয়া কি কৰিব। ল'ৰাকেইটাক ক'ত থ'ব! মালতীহঁতো আহি নাপালেহি। নাইবা মালতী মাজতে আহি সিহঁতক নেদেখি আকৌ উভতি মন্দিৰলৈকে গ'লগৈনেকি! এতিয়া চুলিৰ আগত প্ৰাণ লৈ থকাৰ নিচিনা হৈছে। কোন সময়ত জীৱন যায় ঠিক নাই। আৰু মালতীৰ দৰে এজনী সুন্দৰী যুৱতী! ৰঞ্জিতে আকুল ভাৱে সোণহঁতক লৈ আকৌ মন্দিৰৰ পিনে দৌৰ দিলে। সোণে একো বুজিব পৰা নাছিল। হঠাৎ কিয় এনেকুৱা হৈছে! যেন সকলো মানুহ পঙ্গপালৰ দৰে নদীৰ পিনে দৌৰিবলৈ ধৰিছে। সি প্ৰথমেই দেখা পালে আবু গছ এজোপাৰ তলত থিয় হৈ আছে।

সোণে ক'লে, মামা সৌৱা চোৱাঁ আবু।

ৰঞ্জিতে ক'লে, তোৰ পেহী ক'ত?

আবুৱে কান্দি আছিল। তাই ভাবিছিল মেলাৰ মাজত তাই হেৰাই গৈছে। লগৰ এটাইবোৰে তাইক এৰি থৈ গ'ল। ৰঞ্জিতে চাৰিওপিনে চাই ভাবিলে, মালতীক বিচাৰি যোৱা অৰ্থহীননেকি? তাৰ বুকুখন কঁপি উঠিল। এতিয়া ইহঁতক কোনো এক নিৰাপদ ঠাইত থৈ আহিব নোৱৰালৈকে তাৰ শান্তি নাই। কিন্তু মাজৰ এই বাটছোৱা পাৰ হৈ

কাছাৰী ঘৰলৈ কেনেকৈ যাব পাৰি! পাছফালে চাই সি দেখিলে—সেই পিনেও জুই জ্বলিছে। একমাত্ৰ নদীৰ পিনেই হয়তো যাব পৰা ঠাই আছে। নদীত নাওবোৰ আছে। তৰমুজৰ নাও। সি সোণহঁতক লৈ সেইপিনে দৌৰি গ'ল। চাৰিওপিনে আন্ধাৰ। মানুহ বিলাকৰ কাকোৱেই আৰু চিনি পোৱা নাযায়। মাজে মাজে দূৰত জ্বলি উঠা জুইৰ শিখাৰ পোহৰত মানুহবোৰৰ মুখ দেখা গৈছিল। নদীৰ পিনে হিন্দু মুচলমান নিৰ্বিচাৰে একেলগ হৈছেহি। সকলোৱে প্ৰাণৰ ভয়ত নিৰাপদ ঠাই বিচাৰি এই পিনে দৌৰি আহিছে।

নদীৰ পাৰলৈ আহি ৰঞ্জিতে দেখিলে সিহঁতৰ নাওখন কোনোবাই এফলীয়া কৰি দিছে। অলপ আঁতৰত নাওখন পানীত ভাঁহি আছে। সি পানীত জাপ মাৰি দিলে। নদীৰ মাজৰ পৰা নাওখন টানি আনিবৰ কাৰণে সি সাঁতুৰি আগুৱাই গ'ল। এনেতে দেখিলে পানীৰ মাজত কিবা কিছুমান যেন বৈ আছে। সি বুজি পালে সেই ভীত সন্ত্ৰস্ত মানুহ-বিলাক—সেইদৰে পানীত সোমাই বৈ আছে। জুই আৰু হত্যাৰ পৰা প্ৰাণ ৰক্ষাৰ কাৰণে পানীত ডুবি ডুবি পাৰ হৈছে। সি দেখিলে কিছুমান নাও বেগাই যাবলৈ ধৰিছে, সি আৰু পলম নকৰিলে। নাৱত উঠিলগৈ। হঠাৎ তাৰ ভাব হ'ল—নাওখনত ছায়ামূৰ্তিৰ দৰে কোনোবা থিয় হৈ আছে। কঠোৰ মাতেৰে ৰঞ্জিতে সুধিলে—

—কোন সেয়া?

কোনো উত্তৰ নাহিল।

—কোন তোমালোক?

মালতীয়ে ৰঞ্জিতৰ মাত বুজি পাই কান্দি দিলে। ক'লে, মই মালতী!

—তুমি? আৰু কাষত কোন সেয়া?

—শোভা, আবুক নাপালোঁ।

এতিয়া আৰু কথা কোৱাৰ সময় নাই। নাওখন পাৰৰ পিনে টানি নিয়াৰ লগে লগে ৰঞ্জিতে ক'লে, আবুক পাইছোঁ। আবু সোণ লাল্টু পল্টু এটাইকেইটা পাৰত বৈ আছে। তাৰ পিছত ইফালে

সিফালে চাই ক'লে, বঠা লগী এইবোৰ দেখা নাই দেখোন, ক'লৈ গ'ল এইবোৰ ?

মালতীয়ে একো উত্তৰ নিদিলে। তাইৰ এতিয়া আৰু কোনো ভয় নাই। তাই হাতেৰে পানী কাটি কাটি প্ৰাণটাকি ৰঞ্জিতক সহায় কৰিবলৈ ধৰিলে। নাওখন পাৰত লগাৰ লগে লগে ৰঞ্জিতে দেখিলে দূৰত দেখা জোৰৰ পোহৰ ক্ৰমে নদীৰ পিনেই ওচৰ চাপি আহিছে। সৰ্বনাশ ! সিহঁতে জানিব পাৰিছে, নদীয়েদি পাৰ হৈ মানুহবোৰ পলাইছে। প্ৰথমেই মুহূৰ্তৰ বাবে সি ভাবি নাপালে এতিয়া কি কৰা উচিত হ'ব। ভাব হ'ল, এইবাৰ সকলোৰে নিশ্চিত মৃত্যু। নিৰ্বিচাৰে মৃত্যু ! সি সোণৰ চকুযুৰিলৈ চালে। সোণে যেন একোৱেই বুজি পোৱা নাছিল। হাঁহি তামাচাৰ এই মেলাখন—ইয়াৰ আকাশলৈ কিমান চৰাই উৰি আহিছে, কত ৰংবিৰঙৰ ঘোঁৰা, তালপাতৰ বাঁহী, তিলকদমা, বাতাচা, কি সুন্দৰ সুন্দৰ ৰঙা-নীলা নিচান উৰিছিল—কিন্তু হঠাৎ সেইবোৰৰ একো নোহোৱা হৈ গ'ল—কি দৰে যে সকলোবোৰ লণ্ডভণ্ড হৈ গ'ল। মাত্ৰ চাৰিওপিনে জুই জ্বলিছে। মেলা পথাৰত অশ্বাৰোহী মানুহবোৰে, ঘোঁৰাৰ কদম দিছে। হাতে হাতে জোৰ। জোৰৰ পোহৰত, মৃত্যুৰ মুখামুখি হোৱা মানুহবোৰ চাবলৈ ৰঞ্জিতৰ বাসনা হ'ল। ৰঞ্জিতে নাৱৰ ওপৰত এটাইকে তুলি লৈ নাওখন জোৰে আকৌ পানীৰ মাজলৈ ঠেলি দিলে। তাৰ পিছত এটাইবোৰে প্ৰাণটাকি হাতেৰে পানী কাটি কাটি নাওখন বেগাই চলাই নিবলৈ ধৰিলে। তৰমুজ বোজাই হৈ থকা নাও। ৰঞ্জিতে তৰমুজবোৰ এটা এটা কৈ পানীত দলিয়াই দি পাৰৰ পিনে উটাই দিবলৈ ধৰিলে। তৰমুজবোৰ আন্ধাৰৰ মাজে মাজে পানীত ভাঁহিবলৈ ধৰিলে। মানুহৰ মূৰৰ দৰে তৰমুজবোৰ ভাঁহিছিল ; যেন শ শ মানুহ কাৰোবাৰ পৈশাচিক উল্লাসৰ পৰা আত্মৰক্ষা কৰিবলৈ মাত্ৰ মূৰবোৰ উলিয়াই ৰাখি পানীত ডুব মাৰি আছে।

নদীৰ মাজৰপৰা ৰঞ্জিতে দেখা পালে, হাতত জোৰ লৈ লৈ দলটো মাজৰ পথাৰখন পাৰ হৈ প্ৰায় নদীৰ পাৰ পাইছেহি। সিহঁতে যদি

ৰঞ্জিতহঁতক দেখা পায় তেন্তে হাতৰ যাঠিবোৰ সিহঁতৰ গালৈ দলিয়াই মাৰি দিব পাৰে নাইবা হয়তো পানীত সাঁতুৰি সিহঁতৰ পিনে আগুৱাই আহিব পাৰে। সেয়ে সি এটাই কেইটাকে নাৱৰপৰা পানীত নমাই দিলে আৰু নাওখন পানীত কাতি কৰি ধৰি ৰাখিলে। আঁতৰৰপৰা দেখিলে এনে লাগিব যেন সুদা নাও এখন পানীত ভাঁহি আছে। আনহাতে নদীৰ পানীত যিবোৰ তৰমুজ উটি গৈছে সেইবোৰকে পানীত ডুব গৈ লুকাই থকা মানুহৰ মূৰ বুলি ভুল কৰি দলটোৰ মানুহে সিহঁতৰ হাতৰ বল্লম, যাঠি, জোং, তামোল গছৰ শলা যি আছে দলিয়াই দিব আৰু সেইদৰেই কিছু সময় পিছত হাতৰ অস্ত্ৰবোৰ শেষ কৰি নদীৰ পাৰৰপৰা আকৌ পথাৰৰ পিনে গুচি যাব। ৰঞ্জিতহঁতে নাও-খনৰ সিটো ফালে গা লুকুৱাই মাছৰ দৰে পানীৰ তলত ভাঁহি থাকিল আৰু অতি লাহে লাহে নাওখন টানি টানি সিটো পাৰলৈ লৈ যাবলৈ ধৰিলে। সিটো পাৰ পালেই আৰু কোনো ভয় নাই। নদীৰ পাৰে পাৰে গুণ টনাৰ দৰে টানি নাওখন লৈ যাব পাৰিব।

মালতী নাৱৰ এমূৰত আছিল তাৰপিছত মাজত ক্ৰমে সোণ, লাল্টু পল্টু, আবু আৰু শোভা আৰু শেষত আনটো মূৰত ৰঞ্জিত। এটাইৰে হাতবোৰ নাৱৰ দাঁতিত, কাঠত খামুচি ধৰি থকাৰ দৰে আছে। আৰু গোটেই শৰীৰ মুখ, নাৱৰ পাছফালে ছাঁত ঢাক খাই আছে। পাৰৰ-পৰা দেখা যাব যেন নাওখনত হয়তো কিছুমান মানুহ আছিল, সিহঁত নদীৰ পানীত ডুবিছে। নাৱত অ'ত ত'ত দুই এটা তৰমুজ পৰি আছিল। সেইকেইটো দেখি ভাব হয় যেন কেইটামান কটা মূৰ নাৱত পৰি আছে। অন্ধকাৰত, পানীৰ মাজত এনে এটা দৃশ্য তৈয়াৰ কৰিবলৈ ৰঞ্জিতে চেষ্টা কৰিলে।

মানুহৰ কেতিয়াবে কি হৈ যায়! ঘোঁৰা দৌৰাই এই হত্যাকাণ্ডত লিপ্ত হোৱা মানুহবিলাকে সিহঁতৰ ঘিবি, ল'ৰা-ছোৱালী সকলো নিৰাপদে থৈ আহিছে। বাজীত জিকিলে উৎসৱ পাৰ্বণৰ আনন্দত মতলীয়া হৈ যায়।.সেই বাজীত জিকাৰ মেডেল ডিঙিত আঁৰি গাঁৱে গাঁৱে, মানুহৰ

ঘৰে ঘৰে দোৱা ভিক্ষা কৰি ফুৰিব। কিন্তু এতিয়া দেখিলে কোনে ক'ব সেই নিৰীহ মানুহবিলাকেই সেই মানুহ। নাৱৰ আঁৰৰপৰা আন্ধাৰৰ মাজেৰে ৰঞ্জিতে দেখিলে দলটোৰ মানুহবিলাকৰ প্ৰত্যেকৰ হাতত তামোলগছৰ একোডাল একোডাল শলা। সিহঁত আটায়ে হাতৰ সেই শলাবোৰ বা যাঠি, জোং, বল্লম যি আছিল তৰমুজৰ বুকুত নিক্ষেপ কৰিবলৈ ধৰিলে। আনন্দত সিহঁত উল্লাসিত হৈ উঠিছিল। সিহঁতে কাফেৰ হত্যা কৰিছিল।

সেই সময়তে এটা মানুহ নদীৰ পাৰে পাৰে গৈ আছিল আৰু মুখেৰে কেৱল চিঞৰি গৈছিল—সোণাবাবু ক'লৈ গ'লা অ'—!

অন্ধকাৰৰ মাজৰপৰা কোনো সঁহাৰি নাহিল।

ৰঞ্জিতহঁত তেতিয়া প্ৰায় সিপাৰ পাইছেগৈ। উঠিব পাৰিলেই সিহঁতে নিৰাপদে খোজ ল'ব পাৰিব।

মানুহটোৱে চিঞৰিছিল—মই কি লৈ ঘৰলৈ উভতিম—সি এইপাৰৰ পৰা চিঞৰিছিল। সেই মুহূৰ্তত সিপাৰত নাৱৰপৰা পাৰত উঠিয়েই দৌৰিব খুজি উজুটি খাই সোণ পৰি যাব খুজিছিল। দূৰৰপৰা—বহুত দূৰৰপৰা তাক যেন কোনোবাই ৰিঙিয়াই মাতিছে। সোণে সুধিলে, মামা মোক কোনোবাই মাতিছে?

ৰঞ্জিতে সিহঁতক পথাৰৰ মাজে মাজে লৈ গ'ল; ক'লে, কথা নকবিহঁত। বেগাই খোজ দে। সি ফুচ্‌ফুচাই সকলোকে ক'লে, ওচৰতে হিন্দু গাঁও আছে। তাতে ৰাতি থাকিব লাগিব। এই অন্ধকাৰ ৰাতি মালতীক লৈ যাবলৈ তাৰ সাহস হোৱা নাছিল। ৰাতি ৰাতি খোজ কাঢ়ি যোৱাত বিপদ আছে। সেয়ে কোনোবা গাঁৱত, কাৰোবাৰ ঘৰত আশ্ৰয় লোৱাৰ কথা ভাবিলে।

এই পাৰত মানুহটোৰ মাত ক্ৰমে ক্ষীণ হৈ হৈ এসময়ত নুশুনা হৈ গ'ল। সোণাবাবু—ক'ত আছা? মই ঈছম। মই কাক লৈ ঘৰলৈ যাম? বাৰে বাৰে সোণৰ ভাব হৈছিল তাক যেন কোনোবাই নদীৰ সিপাৰৰপৰা মাতিছে। কোনোবাই নদীৰ পাৰে পাৰে তাক যেন

বিচাৰি ফুৰিছে। দূৰৰ পৰা সি সেই মাত ধৰিবপৰা নাই। ভয়তে সি মৰি পৰি দৌৰিবলৈ ধৰিলে। তাৰ ভয় লাগিল, কিজানি কোনোবা ভূত চুতেও মাতিব পাৰে! তাক কিজানি ভূতে মাতিছে।

মেলাৰ সংঘৰ্ষ মেলাতেই শেষ হ'ল। মেলাৰপৰা সকলো মানুহ গৈ শেষ হোৱাৰ পিছত ঈছম ঘৰলৈ উভতিছিল। তাৰ চেহেৰা জৰাজীৰ্ণ হৈ পৰিছিল, দেখিলে ভাব হয়, যেন শৰীৰৰপৰা প্ৰাণপখী উৰি যাব খুজিছে। সেই যে সি পথাৰে পথাৰে নদীৰ পাৰে পাৰে চিঞৰি চিঞৰি সোণক মাতিছিল—সেই মতাৰ যেন অন্ত নপৰিল। তাৰ চকু দুটা ঘোলা হৈ পৰিছিল—সি যেন এটা নাবালক ল'ৰাক হত্যা কৰি থৈ আহিছে। শচীন্দ্ৰনাথক কোনোবাই খবৰ দিলেহি, ঈছমক বিলৰ পাৰত বহি বিৰবিৰকৈ কিবা বকি থকা দেখি আহিছে। শচীন্দ্ৰনাথে আৰু পলম নকৰিলে। মেলাৰ সংঘৰ্ষ এইপিনে আৰু বিয়পি নপৰিল। ৰাতিৰ ভিতৰতে সকলো শান্ত হৈ গৈছে। ৰূপগঞ্জৰপৰা এদল আৰ্মড্ পুলিচ আহি শেষত সংঘৰ্ষ আয়ত্বলৈ আনিলে। মুখিয়াল মানুহবিলাক লগ লাগি আকৌ সকলোকে মিলিজুলি থাকিবলৈ আহ্বান জনালে। যি হওক এইবাৰৰ কাৰণে নিস্পত্তি হ'ল। চামুৱে খবৰ পায়েই ৰাতি ৰাতি ঢাকাৰপৰা আহি ওলাইছেহি। বিলৰ পাৰলৈ যোৱাৰ সময়ত চামুৰে সৈতে শচীন্দ্ৰনাথৰ দেখা হ'ল। চামুৱে সুধিলে,—কৰ্তা, কোনপিনে যায়?

—ফাওচাৰ বিলৰপৰা আহোঁ।

—এই পুৱাই পুৱাই?

ঈছম আজিলৈকে ঘুৰি অহা নাই। ভাবিছিলোঁ সংঘৰ্ষত সি গলেই। এতিয়াহে শুনিছোঁ আজি দুদিন ধৰি সি বিলৰ পাৰতে বহি আছে।

শচীন্দ্ৰনাথে ঈছমক বিলৰ পাৰৰপৰা প্ৰায় গাত ধৰি ধৰি আনিব-

লগীয়া হৈছিল। তাৰ চেহেৰা দেখিলে ধৰিবই নোৱাৰি যে এইটোৱেই সেই ঈছম। সোণ, লাল্টু আৰু পল্টু ঈছমৰ ওচৰত থিয় হ'লগৈ। সিহঁতক দেখি ঈছমৰ গাটো থৰ থৰ্কৈ কঁপিবলৈ ধৰিলে ; তাৰ মুখত হাঁহি ওলাব খুজিও নোলাল ; সি হাঁহিব নোৱাৰিলে। সি যেন বিশ্বাস কৰিব পৰা নাছিল, সিহঁত ঘূৰি আহিব পাৰে! সি ল'ৰা তিনিটাৰ গায়ে-মুখে হাত ফুৰাই ফুৰাই সুধিলে, বাবুহঁত তোমালোক বাচি আছা? অ' মোৰ সোণহঁত। —এইবুলি সি আবেগতে কান্দি পেলালে।

শচীন্দ্ৰনাথে ধমক দি ক'লে, এই উঠ। যা, গা-পা ধুই আহি খোৱা-বোৱা কৰ। তাৰ পিছত শোগৈ! আজি আৰু তৰমুজ ৰখিবলৈ যাব নালাগে। ঐ তহঁত যা, তাক অলপ জিৰাবলৈ দে।—সেইবুলি তেওঁ সোণ আৰু লাল্টু-পল্টুক বৈঠকখানাৰপৰা ওলাই যাবলৈ ক'লে। কাৰণ, তেওঁ ভাবিলে, সিহঁত আঁতৰি নগলে ঈছমে গোটেই দিনটো সিহঁতৰ ওচৰতে বহি আৰু হাওঁ হাওঁকৈ সুখৰ আবেগত কান্দি থাকিব!

মেলাৰপৰা ঘূৰি অহাৰপৰা মালতীয়েও কিবা ভয়ে ভয়ে দিন কটাবলৈ ধৰিলে। ৰাতি হ'লে তাই আজিকালি একেবাৰে বাহিৰলৈ নোলায়। চাকি জ্বলাই ভিতৰতে বহি থাকে। নিশা বিচনাত শোভা আৰু আবুক কাষত লৈ কেৱল দুঃস্বপ্ন দেখে। কেতিয়াবা যেন তাইৰ চিঞৰি চিঞৰি ক'বলৈ মন যায়—ঠাকুৰ আৰু নোৱাৰোঁ। ৰাতি চকুত টোপনি নাহে। কোনোবাই যেন ঘৰৰ বাহিৰত ফুচফুচাই কথা কৈ থাকে। মই তোমাক বুজাব নোৱাৰোঁ ঠাকুৰ—পৰাণত কি জ্বালা! সেই যেন জ্বালালীৰ নিচিনা প্ৰাণত পোৰণি—আৰু সহ্য নহয়। পানীত ডুবিও যেন সেই জ্বালাতন শেষ কৰিব নোৱাৰি। তাইৰ দুখন শীতল হাতে যেন উম থকা কিবা এটা স্পৰ্শ কৰিবলৈ কাতৰ হৈ পৰিছে। মালতীয়ে যেন আৰু ক'ব খোজে—যিপিনেই চকু যায় সেইপিনেই মোক তুমি লৈ গুচি নোযোৱা কিয়? কিন্তু ৰাতিপুৱালেই, টোডৰবাগৰ পথাৰত মুৰগীয়ে মতাৰ লগে লগে, কেন্দুগছৰ ফাঁকেৰে বেলিৰ পাতল পোহৰে ভুমুকি মৰাৰ লগে লগেই তাই বাহিৰৰ সকলো ভয় পাহৰি যায়; তেতিয়া

আকৌ বলিয়াৰ দৰে হৈ পৰে। কিবা এটা অছিলা উলিয়াই ঘৰৰপৰা ওলাই গৈ মানুহটোক কিদৰে দেখা পাব পাৰি তাৰ চিন্তা কৰে।

এদিন তাই ৰঞ্জিতক ক'লে, ঠাকুৰ মোক ছুৰী এখন দিবা?

—ছুৰীৰে কি কৰিবি?

—মোক দিয়ঁানা। কাঠৰ ছুৰীৰে আৰু খেলিবলৈ মন যোৱা নাই।

—এতিয়াও তোৰ হাত ঠিক হোৱা নাই। ঠিক হ'লে আনি দিম।

মালতীয়ে ক'ব খুজিছিল, মোৰ হাত ঠিক হোৱা নাই বুলি কোনে ক'ব পাৰে। তুমি মোক আনি দিয়ঁাচোন।—চোৱঁা কি খেলা দেখুৱাব পাৰোঁ। বুজিছা, মৰণ খেলাৰ চখ হৈছে। অমূল্য বৰ বাঢ়ি গৈছে। ৰঞ্জিত অহাৰ পিছৰ পৰাই সি যেন বলিয়াৰ দৰে হৈ পৰিছে! সি সুবিধা বিচাৰি আছে। ক'ৰবাত হাবি-জঙ্ঘলৰ ওচৰত পালে নাইবা কবিগান, যাত্ৰাগান আদি হ'লে কেতিয়াবা যদি ঘৰৰ বাকীবিলাক মানুহ তালৈ যায় আৰু মালতী অকলে থাকে, তেনে ধৰণৰ কিবা সুবিধা পালেই, সি মালতীৰ ওপৰত জপিয়াই পৰাৰ পাং পাতি থাকে। মালতীয়ে অকলে ঘৰ ৰখি শুই আছে। এনেতে দুৱাৰত শব্দ হ'ল। কোন? আৰে—মাত নিদিয় কিয়? দুৱাৰ খুলি সোমাই আহচোন, চন্দ্ৰমুখখন চাওঁ এবাৰ—বুলি কৈয়েই তাই মৰণ খেলাৰ কাৰণে নিজকে সাজু কৰিলে। তেনেতে তাইৰ ভাব হ'ল, যেন গছৰ তলত জববৰ থিয় হৈ আছে আৰু ইস্তাহাৰ বিলি কৰিছে। সি ক'লে, মালতী দিদি আহিছা? জববৰৰ কাষৰ মানুহ কেইটাই তাইলৈ দাঁত নিকটাই চাই আছে। মালতীৰ মনত এনেবোৰ ছবি ভাঁহি উঠিলেই তাই ৰঞ্জিতক কাকুতি কৰে, ঠাকুৰ, দিয়ঁানা, ডাঙৰ চাই ছুৰী এখন। দিবা ঠাকুৰ? বেলি ডুবিলে আৰু মোৰ বুকুত সাহস নাথাকে।

সংঘৰ্ষৰ পিছৰ পৰা লাঠী খেলা, ছুৰী খেলা ৰাতিৰ আন্ধাৰত হয়, ডাঙৰ দালানৰ পাছফালে থকা বাৰীৰ মূৰৰ নিৰ্জন ঠাইত আহিও গাঁৱৰ মানুহবিলাক আহি জমা হয়। এতিয়া আৰু ৰঞ্জিতে সেইবোৰ চাই নুফুৰে। সি দূৰে দূৰে ঘূৰি ফুৰে। ক'লৈ যায়, কিয় যায় কোনেও

নাজানে। ইয়াৰ কাম কবিৰাজ আৰু গোপালে দেখা শুনা কৰে। ফাগুন আৰু চ'ত গ'ল। বহাগ মাহ বৰ গৰম। গৰম দিনত জোনাকৰ অস্পষ্ট পোহৰত লাঠী খেল হয়। সেই পোহৰত মানুহৰ মুখবোৰ ভালকৈ ধৰিব নোৱাৰি। মালতীয়ে শোভা আৰু আবুক লগত লৈ ঠাকুৰহঁতৰ ঘৰলৈ গুচি আহে। ধন নবৌ আৰু বৰনবৌও থাকে। পালবাৰীৰ পৰা সুভাষৰ মাকো আহে। হাৰাণ পালৰ ঘৈণীয়েক আহে। চন্দহঁতৰ ডাঙৰ ডাঙৰ দুজনী জীয়েক মতি আৰু গগনি আহে। লাহে লাহে খেলা জমি উঠে। সোণহঁতৰ নতুন মাষ্টৰ মহাশয় শশীভূষণে সকলোৰে হাতত জুলীয়া গুৰ দিয়ে। দেশত কেতিয়া ক'ত গৃহ যুদ্ধ আৰম্ভ হয় ঠিক নাই। শশীভূষণ বুৰঞ্জীৰ ছাত্ৰ। স্বাধীনতা আহিলেই গৃহ যুদ্ধ হয়। আৰু তেনে গৃহ যুদ্ধত এইবোৰ লাঠী খেল, ছুৰী খেল আত্মৰক্ষাৰ কামত লাগে।

ক'ৰবাত যুদ্ধ লাগিছে, ক'ৰবাত দুৰ্ভিক্ষ হৈছে। এই অঞ্চলত থাকিলে বাহিৰৰ পৃথিৱীৰ সেইবোৰ কথা গম নাপায়। যেন সুজলা-সুফলা দেশ। বাহিৰৰ অভাৱ-অনাটনত পৰি কিছুমান এইবোৰ ঠাইলৈ গুচি আহিছিল। শশীভূষণ সেইবোৰ মানুহৰে এজন। তেওঁ চাকৰি লৈ ইয়ালৈ আহিছে। ইয়াৰ স্কুলৰ প্ৰধান শিক্ষক। সোণে শশীভূষণৰ ভৰিৰ কাষত বহি বুৰঞ্জীৰ কাহিনী শুনে। ট্ৰয় যুদ্ধ, ট্ৰয়ৰ সেই কাঠৰ ঘোঁৰা, নগৰীৰ দুৱাৰ মুখত সেই কাঠৰ ঘোঁৰা কোনে থৈ গ'ল! ইমান প্ৰকাণ্ড ঘোঁৰা। নগৰীৰ সৰু সৰু ল'ৰা ছোৱালীবিলাকে সেই ঘোঁৰাৰ চাৰিওপিনে থিয় হৈ গীত গাইছিল। সেই কাঠৰ ঘোঁৰা সমুদ্ৰৰ পাৰৰ বালিত থিয় হৈ আছে। কি প্ৰকাণ্ড আৰু কি ওখ ঘোঁৰাৰ ওপৰত হাজাৰ হাজাৰ সৈন্য। সেই ট্ৰয় নগৰী আৰু সাগৰৰ পাৰৰ বালিৰ কথা মনত পৰিলেই সোণৰ আৰু এটা কাহিনীৰ কথা মনত পৰে। আৰু এজন ৰজাৰ এখন দেশ আছিল। দেউতাকৰ মুখত শুনা সেই গল্প। মুড়াপাৰাৰ বাবুহঁতৰ ঘৰ নদীৰ পাৰে পাৰে। বিৰাট বিৰাট অট্টালিকা। নদীৰ প্ৰকাণ্ড চৰ পাৰ হৈ পিলখানাৰ বড়ি। সেই বড়িত হাতী বন্ধা থাকে। বাবুহঁতৰ দুজনী ছোৱালী—

অমলা আৰু কমলা। কমলা তাৰ বয়সৰ। সিহঁত কলিকতাত থাকে। পূজাৰ সময়ত সিহঁত ইয়ালৈ আহে। কিয় জানো, ট্ৰয় নগৰীৰ কাঠৰ ঘোঁৰাৰ কথা মনত পৰিলেই, সেই নদীৰ চৰত বান্ধি থোৱা হাতী-ঘোঁৰাৰ কথা সোণৰ মনত পৰি যায়; অমলা আৰু কমলাৰ কথা মনলৈ আহে। বৰ দাদা আৰু মাজু দাদা পূজা আহিলেই তালৈ যায়। সিহে যাবলৈ নাপায়। মেলাৰ পৰা ঘূৰি আহি সোণে ভাবিলে, সিও এইবাৰ দাদাকহঁতৰ লগত মুড়া পাৰালৈ যাব পাৰিব। বাবুহঁতৰ হাতী, শীতলক্ষা নদী, পিল খানাৰ বড়ি আৰু নদীৰ পাৰত থিয় হৈ সি সেই ষ্টীমাৰখন দেখা পাব। জাহাজখনৰ কি যে পোহৰ! গোটেই নদীখনৰ ওপৰেদি গৈ জাহাজৰ পোহৰটো দুপাৰৰ গাঁৱৰ পথাৰ ঘাঁহ-বন, নদীৰ চৰ, বিৰিণা আৰু কুশবনৰ ওপৰত কিছু সময় উজ্জ্বল হৈ ৰৈ থাকে। এইবাৰ মেলাৰ পৰা আহিয়েই সোণৰ ভাব হৈছে সি যেন আজিকালি ডাঙৰ হ'ল। সি এইবাৰ মুড়াপাৰাৰ দুৰ্গাপূজা চাবলৈ যাব পাৰিব।

শশীভূষণ ৰাতিপুৱা তক্তাপোচত বহি থাকে। কিবাকিবি কিতাপ কিছুমান পঢ়ি থাকে। সোণে ভৰি লৰাই লৰাই চকী এখনত বহি থাকে। মনোযোগ দিলে তাৰ পঢ়া শিকাত বেছি সময় নালাগে। ইয়াত বাৰিষা আহিলেই নাৱত উঠি স্কুললৈ যাব লাগে। মাষ্টৰ মহাশয় নাৱৰ তক্তাত বহে, ঈছমে নাৱৰ লগী ধৰে। সিহঁত তিনিও ভায়েক-ককায়েক—গাঁৱৰ আৰু চাৰি-পাঁচটামান ল'ৰাই মাষ্টৰ মহাশয়ক লগত লৈ স্কুললৈ যায়।

বাৰিষা আহিলেই চাৰিওপিনে ভেট ফুল ফুলে। তেতিয়া এইবোৰ ঠাইলৈ আৰু হাতী ঘোঁৰা আহিব নোৱাৰে। কেৱল পানী আৰু পানী। ধানখেতি আৰু মৰাপাটৰ খেতি। গোটেই অঞ্চল পানীত ডুব গৈ থাকে। নানাবিধ মাছ—সৰু সৰু ৰূপালী মাছ পানীৰ তলত ঘূৰি ফুৰে। ফট্‌ফটীয়া পানী। ধাননি আৰু মৰাপাটগছৰ মাজত ৰাজ্যৰ পোকপৰুৱা। সৰু-ডাঙৰ নীলা সেউজীয়া হালধীয়া কত ৰকমৰ পোক! বেলি ওলোৱাৰ লগে লগে পাতৰ তলত পোকবোৰ লুকাই থাকে। নাৱত উঠিয়েই সোণে সোণ পোক ধৰি ধৰি টেমাত ভৰায়। এবাৰ সি এটা

অতি আচৰিত ধৰণৰ পোক পাইছিল। সোণালী ৰঙৰ পোক। কপালত টিপ লগাবলৈ ধুনীয়া পোক বুলি ধৰিবই নোৱাৰি। মাজতে মুক্তাৰ বিন্দুৰ দৰে উজ্জ্বল। তাৰ চাৰিওপিনে সোণালী ৰং। ক'লা বৰ্ডাৰৰ দৰে চাৰিওপিনে এটা ৰেখা। ঠেং কেইটা দেখাই নাপায়। যেন এটা জীৱন্ত টিপ্। সোণে ফতিমাৰ কাৰণে সোণপোকটো টেমাৰ ভিতৰত ভৰাই থলে। কিন্তু ফতিমা বা আহে কেতিয়া! আজিকালি ফতিমাক দেখা পোৱা নাযায়। বিশেষকৈ বাৰিষা এই গাঁৱলৈ ফতিমাহঁত ঘপহকৈ আহোঁ বুলি গুচি আহিব নোৱাৰে। সি স্কুলৰপৰা ঘূৰি আহি মনে মনে সোণপোকটো তাৰ চুটকেচৰ ভিতৰত সুমুৱাই থলে। বাৰিষা শেষ হৈ গলে সি ফতিমাৰ কপালত টিপৰ দৰে পিন্ধাই দিবগৈ।

এইদৰে কিছুদিন পাৰ হৈ যোৱাৰ পিছত সোণে দেখিলে, মাজু দেউতাই নাও পঠাইছে। মূড়াপাৰাৰ পৰা নাও আনিছে। সৰু খুৰাই সুধিলে, তয়ো যাবি দুৰ্গা গোসাঁনী চাবলৈ। কন্দা-কটা নকৰিবি। দুৰ্গা পূজালৈ এইবাৰ সোণো যাব। আকাশে বতাহে পূজাৰ বাজনা বাজিবলৈ ধৰিলে। মূড়াপাৰাৰ পৰা নাও আহিছে। অলিমদ্দিয়ে নাৱৰ পৰা এটা প্ৰকাণ্ড মাছ তুলি আনিলে। লাল্টু-পল্টু আৰু সোণে মাছটো আনি পাকঘৰত থৈছেহি। বেছ ডাঙৰ মাছ! সিহঁত তিনিওটাই কোনোমতেহে মাছটো লৰাব পাৰিছে। বৰ নবৌ আৰু ধন নবৌৱে মাছটো দেখি অবাক। পগলাঠাকুৰ আৰু মণীন্দ্ৰনাথে ইমান ডাঙৰ মাছটো দেখি চোতালতে নাচিবলৈ ধৰিলে। সোণে ক'লে, দাদা এইবাৰ ময়ো মূড়া-পাৰালৈ যাম।

—কোনে ক'লে, তই যাবি বুলি—

—সৰু খুৰাই কৈছে।

লালটুৱে ভাবিছিল—হয়তো মাকে কৈছিল। মাকে কিবা ক'লে এইখন ঘৰত একো গুৰুত্ব নাই। সিহঁতৰ মাকৰ কোনো কথা কোৱাৰ অধিকাৰ নাই। কিন্তু সৰু খুৰাই কৈছে যদি সোণ যাবলৈ পোৱাটো সঁচা। তেতিয়াহলে আনে বাধাও দিব নোৱাৰে। লাল্টু যেন অলপ বিৰক্ত

হ'ল। সি ক'লে, ভেঁকৈ কান্দি দিলে আৰু নিদিয়াকৈ থাকিবনে—বুলি লালটুৱে সোণক মুখ ভেঙুচাই দিলে। আৰু সোণৰ ওচৰৰপৰা গুচি গ'ল। লাল্টু আৰু পলটুৰ সদায় সেই অভ্যাস। সিহঁতে সোণক সহ্য কৰিব নোৱাৰে। ঘৰত সোণ সকলোতকৈ সৰু কাৰণে তাৰ প্ৰতি চেনেহ সকলোৰে অলপ বেছি। ইমানদিনে সি মূড়াপাৰালৈ যাবলৈ পোৱা নাছিল—সেইটো সিহঁতৰ সান্ত্বনাৰ বিষয় আছিল। এইবাৰ সেই সোণেই সিহঁতৰ লগত যাব!

অন্যদিনা হলে সোণেও মুখ ভেঙুচাই উত্তৰ দিলেহেঁতেন। কিন্তু দুৰ্গা গোসাঁনী চাবলৈ যোৱাৰ আনন্দত তাৰ মনত লাল্টুৰ ভেঙুচালিৰ প্ৰতিক্ৰিয়া নহ'ল। তাৰ প্ৰাণত কি যে আনন্দ! সি দূৰ ঠাইলৈ যাব। কিমান দূৰ ঠাই! পূৰা এদিন লাগিব যাওঁতে। বাটত কিমানবোৰ যে নৈ, বন, পথাৰ পৰিব। মনত ফূৰ্তি লাগি থাকিলে সি আজিকালি লাল্টুক দাদা বুলি মাতে আৰু পল্টুক বৰ দাদা। সি স্কুলৰ ভাল ছাত্ৰ। সি এতিয়া পথাৰেদি বহুত দূৰলৈ যাব পাৰে। য ধানৰ মাজে মাজে লুকাভাকু খেলিবলৈ তাৰ আজিকালি ভয় নালাগে।

ধন নবৌৱে সোণৰ মুখলৈ কিছু পৰ চাই ৰ'ল। চকুত বেছিকৈ কাজল লগাই দিছে। সুন্দৰ মুখখন সোণৰ। চকুত উজ্জ্বল লাৱণ্য। বয়সৰ হিচাপত বেছি ওখ হৈছে। গাত আৰু অলপ মঙহ হোৱা হ'লে শৰীৰৰ এই লাৱণ্য এক সেউজীয়া দ্বীপৰ দৰে ধুনীয়া হ'লহেঁতেন! সোণৰ চকু দুটা ডাঙৰ। কাজল লগাই দিয়া চকু দুটা আৰু ডাঙৰ হৈ পৰিছে। তাৰ কপালৰ একেবাৰে কাষলৈকে ধন নবৌৱে আঙুলিৰে দীঘলকৈ কাজল লগাই দিছে। বাঁও ভৰিৰ পৰা অকণমান ধূলি লৈ ধন নবৌৱে সোণৰ মূৰত দিলে আৰু তাৰ গোটেই গাতে অকণমান থুই ছটিয়াই দিলে। তাৰপিছত তেওঁ সোণক বুকুত সুমুৱাই ল'লে। কপালত চুমা খালে। সোণৰ কুট্‌কুটাই গৈছিল। সি খিল্‌খিলাই হাঁহি দিলে।

সোণৰ মুখখন দেখিবলৈ হুবহু পগলা ঠাকুৰৰ দৰে হৈছে। গঠন দেখিলে বুজা যায় সোণৰ চেহেৰাও অতি সুন্দৰ হ'ব—বয়সত বেছ ওখ-

পাখ হ'ব। ধনবৌৱে সোণক কোলাত লৈ মৰম কৰিব খুজিলে; কিন্তু সোণৰ সঙ্কোচ। তাৰ লাজ লাগিল। সি ক'লে, মোৰ লাজ লাগে মা, কোলাত উঠিবলৈ লাজ লাগে। ল'ৰা দূৰ ঠাইলৈ যাব। ধনবৌৱে অন্ততঃ সাত-আঠ দিনলৈ সোণক বুকুৰ কাষত লৈ শুবলৈ নাপাব। তেওঁৰ বুকুখন যেন টনটনাই যোৱাৰ নিচিনা লাগিল।—ব'লা সোণটো, তোমাক নাৱত তুলি থৈ আহোঁ।

সোণ কিন্তু কোনোমতেই কোলাত উঠিব নোখোজে। ধনবৌৱে ক'লে, মোৰ যে মন গৈছে—তোমাক অকণমান কোলাত তুলি ল'বলৈ! —এইবুলি কৈ তেওঁ আকৌ হাতদুখন আগবঢ়াই দি সোণক কোলাত তুলি ল'ব খুজিলে।

ধেৎ, তুমি যে কি কৰা মা! তুমি মোক এতিয়া কিয় কোলাত লবা! মই ডাঙৰ হোৱা নাই?

—অ' আই—আমাৰ সোণধন ডাঙৰ হৈছে! বাইদেউ শুনাচোন, সোণে কি কৈছে—সোণ বোলে ডাঙৰ হৈছে! কোলাত উঠিবলৈ লাজ!

ঘাটত নাও বন্ধা আছে। সিহঁত তিনিওটা মূড়াপাৰালৈ যাব। দুৰ্গা গোসাঁনী চাবলৈ যাব। এইখন গাঁৱত প্ৰতাপচন্দ্ৰই পূজা পাতে। বহুত দিনৰ আগৰেপৰা কিবা মকৰ্দমা লাগি, এইখন ঘৰৰ মানুহ প্ৰতাপচন্দ্ৰৰ ঘৰত পূজা চাবলৈ নাযায়। কিন্তু সৰু ল'ৰা সোণক মনাবলৈ টান। সেইকাৰণে পূজাৰ সময় হলেই ভূপেন্দ্ৰনাথে নাও পঠাই দিয়ে।

গতিকে সোণ, লাল্টু আৰু পল্টু মূড়াপাৰালৈ গৈছে। ঈছমে লৈ গৈছে। এইকেইদিন ইয়াৰ কাম অলিমদ্দিয়ে কৰিব। ঈছমৰো এই কেইদিন ছুটী। সি দলবল লৈ বেছ হৈ চৈ কৰি ঘূৰি আহিব। সি সকলোৰে আগতে গৈ নাৱত বহি আছেগৈ। আনৰ লগী, বঠা তাৰ পছন্দ নহয়। নাৱৰ পালৰ ৰছী-তছী ঠিক আছেনে নাই ভালকৈ চাই লৈছে। খুঁটি-নাটি বহুত কাম। দূৰ ঠাইলৈ যোৱাৰ কথা। যাওঁতে এদিন লাগিব। তাৰ হোকা চিলিম আদি সকলো বস্তু ঠিক কৰি ললে। প্ৰায়

দহক্ৰোশ দূৰ বাট। এতিয়া এই পুৱাভাগতে গলে ৰাতিহে পোৱাগৈ যাব। বহুত ঘূৰি যাব লাগিব। নদী আৰু বিলত যদি ঠিকমতে বতাহ পোৱা যায়—তেন্তে সোঁতৰ মুখত পেলাই দিব পাৰিলে হয়তো কিছু সোনকালে পাবগৈ পৰা যাব পাৰে।

সোণে ককাকক সেৱা কৰি ক'লে—ককা, আমি মুড়াপাৰাৰ পূজা চাবলৈ যাওঁ।

বুঢ়া ককাকে খেপিয়াই খেপিয়াই সোণৰ থুঁতৰিটোত ধৰি ক'লে—হয় নেকি ?

লালটুৱে সুধিলে,—বিজয়াৰ মেলাৰপৰা আপোনালৈ কি কিনি আনিম ককা ?

ককাই উত্তৰ দিয়াৰ আগতেই পলটুৱে ঠাট্টা কৰি ক'লে, ককালৈ জুনুকা বাঁহী এটা কিনি আনিম।

—দেখিছা ৰবোৱাৰী, তোমাৰ ল'ৰাই কি কয় ; মোক বোলে জুনুকা বাঁহী কিনি আনি দিব।

—ঠিকেই কৈছে। আপুনি কথাই কথাই সৰু ল'ৰাৰ দৰে কান্দে! আপোনাক কোনেও একো খাবলৈ নিদিয়ে বুলি কৈ থাকে।

—মই তেনেকৈ কওঁনেকি !

—নকয় নো কি ?

—জা-নো, মোৰ একো মনত নাই বোৱাৰী।

নাৱত উঠিবলৈ গৈ পলটুৱে দেখিলে, নাৱত এটা মূৰত পগলাঠাকুৰ বহি আছে। সি তেওঁক কেতিয়াও দেউতা বুলি নামাতে। তাৰ কাৰণে মানুহজন সদায় অপৰিচিত হৈ থাকিল। মানুহজনৰ পাগলামিবোৰ তাৰ কাৰণে অতি বিৰক্তিকৰ। সি ডাঙৰ হোৱাৰ লগে লগে পগলা মানুহ এটা তাৰ দেউতাক হোৱা কথাটো ভাবি সি আজিকালি কষ্ট পায়। সেয়ে সি প্ৰায়ে আঁতৰে আঁতৰে থাকে। মানুহজনৰ প্ৰতি সদায় তাৰ কিবা এটা শাসনৰ ভঙ্গী। মানুহজনৰ অসন্মানজনক কথাই তাক সদায় আমনি দিয়ে। নানাপ্ৰকাৰৰ অসন্মানৰপৰা মানুহজনক ৰক্ষা কৰাৰ

বাসনা এটা তাৰ মনত সদায় থাকে। কিন্তু তাৰদৰে সৰু ল'ৰা এটাৰ কাৰণে পগলা মানুহ এজনক ধৰি-বান্ধি ৰখা সম্ভৱ নহয়।

নাৱৰ আগটোত মৌনভাৱে তেওঁ বহি আছে। তক্তাখনৰ ওপৰত পদ্মাসন কৰি বহি আছে। পল্টুৱে নাৱত উঠিয়েই ক'লে, আপুনি নামক। ক'লৈ যাবলৈ ওলাইছে?

পগলা ঠাকুৰে পল্টুৰ কথাৰ কোনো উত্তৰ নিদিলে। মাত্র মিচিক-মাচাককৈ হাঁহি থাকিল। পল্টুৱে এইবাৰ খং কৰি ক'লে, আপুনি নামক, নামক বুলি কৈছোঁ আপোনাক।

মণীন্দ্রনাথে অকণো লৰচৰ নকৰিলে; একো কথাও নক'লে; বৰং গাৰ কাপোৰখিনি আৰু অলপ যতনাই ভাঁজ কৰি ললে। পোছাকত ক'ৰবাত যেন অশালীনতা আছে,—এনে ভাবেৰে গাৰ কাপোৰবোৰ ঠিক-ঠাক কৰি ললে। গাত হাত কটা চার্ট। চার্টটো টানি টুনি ঠিক কৰি ললে। মূৰৰ চুলিখিনি হাতেৰেই ভাঁজ কৰি ললে। চা—এয়া মোৰ চুলি ঠিক আছে, বসন-ভূষণ ঠিক আছে—এইবাৰ মই তহঁতৰ সৈতে যাব পাৰিম। ধ্যানৰত পুৰুষৰ দৰে তেওঁ পুনৰ পদ্মাসনত বহি পৰিল। কিন্তু পল্টুৱে তেওঁৰ হাতত ধৰি টানিবলৈ ধৰিলে আৰু ক'লে, নামক, ইয়াৰপৰা নামক আপুনি। মা—অ'মা—সি মাকক চিঞৰিবলৈ ধৰিলে—যেন বৰনবৌ আহিলেই সকলো ব্যৱস্থা হৈ যাব। কিন্তু বৰনবৌৱে তাৰ মাত শুনাই নাই।

ঈছমে একো কোৱা নাছিল। সি বেছ ফূর্তি পাইছে। ছৈৰ পাছফালে থিয় হৈ পাৰৰ বেতগছৰ জোপোহা এটাত থকা বৰলৰ বাহ এটা চাই থকাৰ ছলেৰে সি মনে মনে চাই আছিল। যেন পগলাঠাকুৰক সি দেখাই নাই।

পলটুৱে কৈয়েই আছে, নামক এতিয়া—নহলে নাও এৰি দিব।

কোনে কাৰ কথা শুনে! শৰতৰ পুৱা—ধাননিৰ ওপৰেদি ঠাণ্ডা বতাহ বলি আছে। নদীত এখন পালতৰা নাও। পাল তুলি দি, গ্রামোফোন বজাই বজাই যেন কোনোবা যাবলৈ ধৰিছে। ধাননিৰ মাজত, শেলাই

আৰু পোক পৰুৱা খাবলৈ সোণালী বালিৰ নদীৰ পৰা মাছ ওলাই আহিছে। মৰাপাট কাটি নিয়া পথাৰবোৰত তেতিয়াও দ পানী। সেই পানীৰ মাজত চাৰিওপিনে গাঁওবোৰ আৰু ধাননি পথাৰবোৰ দ্বীপৰ দৰে লাগিছে। বিশাল জলৰাশিৰ মাজত ঘৰবাৰী সকলো যেন ভাঁহি আছে। মণীন্দ্ৰনাথৰ বহুতদিনৰ পৰা ক'ৰবালৈ ওলাই যোৱাৰ এটা বাসনা আছিল। বাৰিষা আহিলেই তেওঁ বন্দী ৰাজপুত্ৰৰ দৰে মাত্ৰ অৰ্জুন গছজোপাৰ তলত বহি থাকে। মূড়াপাৰাৰ পৰা নাও আহিছে বুলি শুনিয়েই তেওঁ ভাবিলে, তেওঁও সেই নাৱতে ক'ৰবালৈ ওলাই যাব। গতিকে তেওঁ যি পালে পিন্ধি উৰি সকলোৰে আগতে নাৱত উঠি বহি আছেহি। সুন্দৰভাৱে চুলিৰ ভাঁজ দিছে! অতি ভদ্ৰ মানুহৰ দৰে গহীন! যেন এটি সৰল শিশু। পল্টুৱে যিমানেই মণীন্দ্ৰনাথৰ গহীন ভাবভঙ্গী দেখিলে সিমানে তাৰ খং উঠিবলৈ ধৰিলে। সি এইবাৰ তেওঁক ভয় দেখুৱাবৰ কাৰণে ক'লে, সৰু খুৰাক মাতিম?

মণীন্দ্ৰনাথে এইবাৰ পল্টুৰ পিনে চালে। চকুত যেন অনুনয়ৰ দৃষ্টি যেন ক'ব খুজিলে,—বাচা, নালাগে মাতিব। মই একো নকৰোঁ, তহঁতৰ কাষতে মনে মনে বহি থাকিম। এটি অবলা শিশুৰ দৰে মণীন্দ্ৰনাথৰ দুচকুত যেন এক অত্যন্ত অসহায়তা আৰু দুখ ভাঁহি উঠিল—মই যে পগলা মানুহ! কিমান দিনৰ পৰা খোজেই কাঢ়ি আছোঁ; কিন্তু সেই দুৰ্গ আৰু প্ৰাসাদৰ ওচৰ নাপালোঁগৈ। তেওঁ দুচকুৰ ভাষাৰে পুতেকক এইবোৰ কথাকে ক'ব খুজিলে।

লাল্টু আৰু পল্টু ঘৰৰ পৰা ওলাই আহিল। ঘাটলৈ আহি সৰু খুৰাকে আঁতৰৰ পৰাই মাত দিলে, নাৱত কোন বহি আছে?

লগে লগে ছৈৰ তলৰ পৰা মণীন্দ্ৰনাথে মূৰটো উলিয়াই দিলে আৰু একান্ত বাধ্য ল'ৰাৰ দৰে মূৰটো তললৈ কৰি ছৈৰপৰা ওলাই তক্তা-খনত থিয় দিলে। ধননবৌ আৰু বৰনবৌও ঘাটলৈ আহিছে; নাও এৰি দিয়ালৈকে ল'ৰাহঁতক চাবলৈ আহিছে। মণীন্দ্ৰনাথ নাৱৰপৰা পাৰলৈ উঠি আহিছে। তেওঁৰ চকুৱে-মুখে এক ভয়ঙ্কৰ উদাসীনতা।

নাৱৰ মূৰত পানী একাজলি দি ঈছমে ঘাটৰ পৰা নাৱৰ ৰছীডাল একৰাই দিয়াৰ লগে লগে মণীন্দ্ৰনাথ আকৌ দৌৰি নাৱৰ পিনে যাব খুজিলে; বৰনবৌ এতিয়া ঘাটত আছে। গতিকে কোনো ভয় নাই। বৰনবৌৱে সদায় যেনেকৈ দুহাতেৰে মণীন্দ্ৰনাথক আগছি ৰাখে আজিও তেনেকৈ ধৰি ৰাখিলে। তেওঁ ক'লে, ব'লা ঘৰলৈ ব'লা। বৰনবৌৰ মুখখনিও আত বিষণ্ণ। কিমাননো বয়স হৈছে বৰনবৌৰ! বত্ৰিছ বা তেত্ৰিছ। বৰনবৌৰ মুখখন চাই বয়স ধৰিব নোৱাৰি। বৰনবৌৰ মুখলৈ চাই পগলা ঠাকুৰ আৰু আগ নাবাঢ়িল। সোণে ছৈৰ তলৰপৰা মুখ উলিয়াই দেখিলে—বৰমাই বৰদেউতাক ধৰি লৈ গৈছে। তাৰ বৰ দুখ লাগিল। সি চিঞৰি মাতিলে—বৰদেউতা!

মণীন্দ্ৰনাথে হাত দুখন ওপৰলৈ তুলি দিলে। আশীৰ্বাদ কৰাৰ ভঙ্গীৰে দুহাত ওপৰলৈ তুলি তেওঁ থিয় হৈ থাকিল। সোণে আকৌ চিঞৰি সুধিলে, দশহৰা মেলাৰ পৰা কি আনিম তোমালৈ?

পাৰ যদি মোৰ কাৰণে কপিলা গাইৰ গাখীৰ আনিবি—পগলা ঠাকুৰে যেন ক'ব খুজিলে, আৰু যদি পাৰ, শীতলক্ষাৰ চাপৰিত এতিয়া কুশবনৰ ফুল ফুলিছে, মোৰ নামত তাৰ ফুল কিছুমান বতাহত উৰাই দিবি। আৰু পলীন নামৰ এজনী ছোৱালী আছে, পাৰ যদি তাইৰ নামতো কিছুমান কুশফুল পানীত উটাই দিবি।

সোণে দেখিলে, বৰদেউতাৰ মুখত কোনো মাতবোল নাই! বৰমাও মৌন। নাওখন ক্ৰমে ঘাটৰপৰা আঁতৰি আহিবলৈ ধৰিলে। ক্ৰমে ধাননি পথাৰ পাৰ হৈ বিল আৰু সোণালী বালিৰ নদী। নাও আহি আহি ক্ৰমে আৰু পাৰ নেদেখা হৈ পৰিল। ছৈৰ ভিতৰত সোণ মৌন হৈ বহি থাকিল। ঈছমে ক'লে, কি চাইছা সোণাবাবু?

ঈছমে সোঁতত নাও এৰি দিছিল। সোণক ইমান মনে মনে থকা দেখি ঈছমে মাত লগালে। সোণে অপলক নেত্ৰে মাথোঁ সমুখলৈ চাই আছিল। নৈ, বিল, পথাৰ সকলো পানীৰে এক হৈ আছে। এই যে অসীম জলৰাশি,—পাৰাপাৰহীন জলৰাশি—কিমান দূৰলৈকে গৈ আছে

এই জলৰাশি, হয়তো এইদৰে নাৱেৰে গৈ গৈও এই নদীৰ শেষ উলিয়াব নোৱাৰি—মাত্ৰ পানী আৰু পানী। বিস্ময়ত সোণ অভিভূত হৈ ৰ'ল। মুখত একো মাত নাই। এইখন বিলতে আবেদালিৰ বিবি ডুবি মৰিছিল। ময়ূৰপঙ্খী নাও আছে—সোণৰ নাও—বতাহৰ বঠা। সোণে যেন ঈছমক ক'ব খুজিছিল—এই পানীৰ তলত যে এখন নাও আছে, সোণৰ নাও বতাহৰ বঠা—তুমি তুলি আনিব নোৱাৰানে ঈছমকাই। তুমি, মই আৰু পগলা বৰদেউতা সেই নাৱত উঠি বিল পাৰ হৈ গুচি যাম; যেন এনে এখন নাৱত উঠিব পাৰিলেই পগলা বৰদেউতাই কোৱা সেই ৰেমপাৰ্টলৈ যাব পাৰি। নীলা চকু আৰু সোণালী চুলিৰ এজনী ছোৱালী—আ-হা বিলৰ তলত ডুব দি চাবলৈ মন যায়। ডুব মাৰি গৈ ময়ূৰপঙ্খী নাওখন তুলি আনিবলৈ মন গ'ল সোণৰ।

আনদিনাৰ দৰে আজিও মালতীয়ে পুৱাই শুই উঠি পাৰৰ বাহৰ পৰা পাৰ আৰু গড়ালৰ পৰা হাঁহবোৰ উলিয়াই দিলে। তাৰ পিছত অন্যান্য কামবোৰ কৰি আনদিনাৰ দৰে আজিও কিছু সময় মৌন ভাৱে চোতালতে থিয় হৈ থাকিল। পানীত সাঁতুৰি সাঁতুৰি হাঁহবোৰ গৈ আছে। আজি ৰাতিও মালতীৰ ভালদৰে টোপনি হোৱা নাই। ঘৰৰ বাহিৰত কোনোবাই যেন গোটেই ৰাতি ফুচ্ফুচাই কিবা কৈ আছিল। মেলাৰ সংঘৰ্ষৰ পিছৰ পৰাই মালতীৰ মনত সদায় অহেতুক ভয়। নৰেন দাসৰ ঘৈণীয়েকে কৈছে—তোৰ আৰু কথা! কোনে তোক ধৰি নিবলৈ আহিব?

গতিকে ৰাতিপুৱালে, ৰাতি শুনা সেই ফুচফুচনিৰ কথা তাই কাকো ক'ব নোৱাৰে। ভয়ত তাই আজিকালি দুৱাৰ খুলি বাহিৰলৈ নাযায়। আগেয়ে ৰাতি দুই এবাৰ বাহিৰলৈ যোৱাৰ অভ্যাস আছিল। এতিয়া সাৰ পাই কষ্টেৰেই, নোশোৱাকৈ গোটেই ৰাতি কটাই দিয়ে। আনকি ৰাতি কেতিয়াবা 'কোন' 'কোন' বুলি চিঞৰিও দিয়ে। খিৰিকীৰ কাষৰ গছজোপাৰ তলত কোনোবাই যেন কথা কৈ আছে। তাই জাপখন তুলি চাবলৈ চেষ্টা কৰে। কেতিয়াবা ভাব হয়, সংঘৰ্ষ লাগিছে, সংঘৰ্ষৰ জুই

চকুৰ আগতে যেন জিলিকি উঠে। ভয়তে তাই কেকোৰা লাগি যাব খোজে। অলপ পিছত ভাবে,—নহয়, সপোনহে দেখিছে তাই। মালতীয়ে জব্বৰক দুদিন সিহঁতৰ ঘাটত থিয় হৈ থকা দেখিছে। নৰেন দাসে তাক খেদি পঠাইছে, ঐ মিঞা, তোক ইয়াত কিয়? তোৰ বাপেৰ আহিলে যদি মই নকওঁ······জব্বৰে হাঁহি দিয়ে। হাঁহি হাঁহি দাড়িত হাত বুলায়। দাড়ি গোঁফ চাই জব্বৰকো এতিয়া চিনিবই নোৱাৰি—সিও যেন আজিকালি মাতব্বৰ মানুহ হৈ পৰিছে। মাক মৰাৰ পিছত সি বহুত দিন ইয়াত নাছিল। দূৰৰ কোনোবা এখন গাঁৱত তাঁতশাল এখন কিনি ব্যৱসায় কৰাৰ চেষ্টা কৰিছে। আজিকালি তাৰ আবেদালিৰ সৈতে কোনো সম্পৰ্ক নাই। আবেদালিয়ে ইতিমধ্যে আকৌ নিকাহ কৰি ভঙা ঘৰ নতুনকৈ পাতিছে। বিবিৰ কাৰণে চাৰিওপিনে ভালকৈ বেৰা-চেৰা দি নতুনকৈ ঘৰ সাজিছে। আবেদালিৰ নতুন বিবিয়ে এতিয়া ভৰিৰ মল বজাই ঘৰৰ ভিতৰতে শুই বহি কটায়। গতিকে সেই আবেদালিক জব্বৰে আৰু এতিয়া 'পৰোৱা' নকৰে। আনকি সিদিনা বাপেক-পুতেকৰ ডাঙৰ কাজিয়া। ভাল মৰামৰি। আবেদালিয়ে কৈছিল, তই বেটা মাৰৰ গাত হাত দিয়! গতিকে জব্বৰ আজিকালি নিজৰ গাঁৱলৈ আহিলে আৰু বাপেকৰ ঘৰত সুঠে। সি ফেলু চেখৰ ঘৰলৈ যায়। আৰু যি কেইদিন ইয়াত থাকে, ফেলুৰ বিবিক আতৰ কিনি দিয়ে, হাটৰ পৰা আহোঁতেই সুগন্ধি তেল কিনি আনে, ডাঙৰ ইলিচ মাছ কিনি আনে আৰু যি কেইদিন ফেলুৰ ঘৰত থাকেহি, পইচা-পাতি উৰায়—যেন এটা নবাবহে—তেনেদৰে থাকে। ফেলুৰ বিবিও জব্বৰ আহিলেই উল্লাসত ক'ব নোৱাৰা হৈ যায়। ফেলুৱে সকলো বুজি পায়। সি মাত্ৰ হাতৰ কব্জিটোৰ পিনে চায়। সোঁহাতখন অলপ ভাল হৈ উঠিছে। বাওঁহাতৰ কব্জি একেদৰেই ফুলি আছে। ক'লা গাৰ ছাল—কুম্ভীৰৰ দৰে খচ্‌খচীয়া। কেৱল মৰা ছাল উঠিছে। ক'লা তাঁৰত বগা কড়ি ওলোমাই লোৱা আছে আৰু আলকাতাৰাৰ দৰে তেল ঘঁহি ঘঁহি হাতখনৰ চেহেৰা একেবাৰে চিনিব নোৱৰা হৈ পৰিছে। জব্বৰ আহিলে তাৰ বিবিয়ে বেছ নাচ

গান কৰে, ফিৰ্‌ফিৰিয়া বতাহত যেন উৰি ফুৰে আৰু জব্বৰৰ সৈতে কত আলাপ আলোচনা! ফেলুৱে জাম গছজোপাৰ তলত ফটা ঠক এখনত শুই থাকে। অগত্যা আৰু যেতিয়া চকুৰে চাই থকা অসহ্য হৈ উঠে তেতিয়া এৰাল ডালেৰে সৈতে গৰু পোৱালিটো লৈ তলৰ পথাৰৰ পিনে ওলাই গুচি যায়। পথাৰলৈ গৈ চিঞৰি চিঞৰি কয়—হালাৰ কাউৰী এটায়ো মোক ভয় নকৰা হ'ল। কিন্তু কি হ'ল জানো! জব্বৰ আৰু আজিকালি আহিবলৈ এৰি দিলে। আৰু সি নাহিলেই ফেলুৰ ভাত মুঠিৰ হাঁহাকাৰ।

কেতিয়াবা কেতিয়াবা জব্বৰ একেবাৰে মালতীহঁতৰ চোতালত উঠেহি আৰু মালতীক মাতেহি, দিদি আছানে?

মালতী ওলাই আহিলে জব্বৰে সোধে, দিদি তোমাৰ শহুৰৰ ঘৰলৈ যাবলৈ মন নাযায়নে? শহুৰৰ ঘৰলৈ তুমি আৰু কেতিয়াও নোযোৱা নেকি?

—নাই অ', ক'লৈ যাম আৰু! মোৰনো আৰু কোন আছে! কোন আছে মোৰ!

—কি যে কয় দিদিয়ে; তোমাৰ কি নাই?

মালতীৰ দুচকুৱে তেতিয়া কিবা এটা পোৰণি অনুভৱ কৰে। জব্বৰ মালতীতকৈ সৰু। হয়তো অলপ সৰু হ'ব। কিমান সৰু হ'ব বাৰু? মালতীয়ে ভাবিলে; আৰু চকুৰ আগত যেন দেখা পালে এখন কদৰ্য মুখ। জব্বৰৰ সেই মুখখনত কি লালসা! সি যেন তাইৰ প্ৰেমত অস্থিৰ হৈ উঠিছে। সময় নাই অসময় নাই, সি মালতীহঁতৰ চোতালেদি অহা-যোৱা কৰি থাকে। এইবোৰ দেখি শুনি মালতীৰ ভয় দিনে দিনে বাঢ়ি যায়। তাইৰ কৈ দিবলৈ মন যায়—তোৰ ঠেং ভাঙি দিম—জনা নাই। নাইবা ৰঞ্জিতৰ ওচৰলৈ গৈ ক'বলৈ মন যায়, ঠাকুৰ মোক ডাঙৰ ছুৰী এখন দিবানে?

আজিও জব্বৰৰ কথা মনলৈ অহাৰ লগে লগে মালতীৰ গাটো টন্‌-টনাই উঠিল। তাই ঘৰৰপৰা ওলাই গ'ল। দীনবন্ধুহঁতৰ ডেকল গছ-

জোপাৰ তলত থিয় হ'লগৈ। আঁৰ লৈ থাকিব পৰা ঠাই এটুকুৰা উলিয়াই ল'লে। তাই ৰঞ্জিতক চালে, ওচৰত ক'ৰবাত আছেনেকি? নাই ওচৰত ক'তো নাই। তাই নেমুপাত ছিঙাৰ দৰে থিয় হৈ থাকিল, যেন ইয়ালৈ তাই পাত ছিঙিবলৈহে আহিছে। ৰঞ্জিতৰ সলনি তাই শশীভূষণক বৈঠকখানাত দেখা পালে। স্কুল বন্ধ হোৱাত শশীভূষণ এতিয়া ঘৰলৈ যাবলৈ ওলাইছে। কিন্তু ৰঞ্জিত ক'লৈ গ'ল। আনদিনা এই সময়ত তেওঁ খিৰিকীৰ কাষত বহি থাকে। সমুখত এদ'ম কিতাপ। কেৱল কিতাপৰ মাজতে মানুহটো ডুবি থাকে। ক'লৈ গ'ল মানুহটো! মালতী আৰু তাত বৈ নাথাকিল। কাষত কলহ এটা থকা হ'লে সিমান কথা নাছিল। এটা অছিলা হ'লহেঁতেন! কিন্তু কিবা ভাবি ভাবি তাই আহি ঠাকুৰহঁতৰ ঘৰৰ চোতাল পালেহি। এতিয়া আৰু তাৰপৰা এনেয়ে উভতি যাব নোৱাৰি। ঘৰৰ ভিতৰৰ পিনে গৈ তাই দেখা পালে বৰনবৌ আৰু ধননবৌ ঘাটৰপৰা উঠি আহিছে। মালতীয়ে এজন এজনকৈ ঘৰৰ সকলোকে দেখা পালে। কেৱল ৰঞ্জিত নাই ঘৰত। তাই তাক কিবা ক'বলৈ আহিছিল। এইজনেই পৃথিৱীত একমাত্র মানুহ যাক সকলো কথা ক'ব পাৰি। তাই সোণক বিচাৰিলে। তাক পালেও সুধিব পাৰি —তোৰ মামা ক'লৈ গৈছে অ'? কিন্তু সোণ লাল্টু পল্টু—কোনো নাই ঘৰত। বৰনবৌৱে মালতীক দেখিয়েই যেন তাইৰ মনৰ ভিতৰৰ ভয়টো ধৰি পেলালে। তেওঁ সুধিলে, তোৰ মুখখন ইমান ক'লা পৰি আহিছে কিয়? কিবা হৈছেনেকি? কোনোবাই কিবা কৈছে?

—কিনো হ'ব মোৰ?

—চকু দুটা এনেহে লাগে যেন ৰাতি তোৰ টোপনি নাই।

মালতীৰ লাজ লাগিল। তাই হয়তো ক'ব পাৰিলেহেঁতেন; বহুত কিবা ক'ব পাৰিলেহেঁতেন—তাই নোশোৱাকৈ কিয় থাকিব, তাই যে বিধবা মানুহ, তাই আৰু কাৰ কাৰণে নিশা উজাগৰে থাকিব! কিন্তু সেইবোৰ মিছা কথা তাই নক'লে; আৰু সঁচা কথাও তাই ক'ব নোৱাৰে।

তাই আনকি সুধিবও নোৱাৰিলে, ৰঞ্জিত ক'ত আছে ববনবৌ, তেওঁক দেখা নাই দেখোন !

মালতী চোতাল পাৰ হ'ল। গোসাঁইঘৰৰ কাষত থকা শেৱালি গছ-জোপাৰ তলত থিয় দিলেহি। গছজোপাৰ চাৰিওপিনে ফুলেৰে বগা হৈ আছে। ৰাতিপুৱাতে যিবিলাকে ফুল নিয়ে সিহঁতে ইতিমধ্যেই লৈ গৈছেহি। তাৰ পিছতো বহুত ফুল ফুলি তলত সৰি আছে। মালতীয়ে কিবা এটা ভাবি ফুল বুটলি কোচত ভৰাবলৈ ধৰিলে। ঘৰত গৈ একো কাম কৰিবলৈ নাছিল। আনহাতে ইয়াত আৰু কিছু সময় থাকিব পাৰিলে, ৰঞ্জিত যদি ক'ৰবালৈ গৈছে, হয়তো ঘূৰি আহিবও পাৰে ! তাই ফুল তুলি থাকে মানে তেওঁ হয়তো ঘূৰি আহিব। তাই গছৰ তলত ফুল তোলাৰ অভিনয় কৰিলে আৰু ৰঞ্জিত অহালৈ বৈ থাকিল। মালতীৰ খোপাটো খুলি আছে, ব্লাউজ পিন্ধা নাই, খালী গাত শাড়ী পিন্ধিছিল, উকা থান কাপোৰৰ শাড়ীৰে মালতীক সন্ন্যাসিনীৰ দৰে লাগিছিল। তাইৰ দুটা পৰিপুষ্ট বাহু। এনে পুষ্ট বাহু আৰু শৰীৰ লৈ তাই কি কৰিব ! ৰঞ্জিতক যেন তাই এনে এটা প্ৰশ্নকে কৰিব খুজিছে—মই কি কৰোঁ ! মই কি যে কৰোঁ ! তেনেতে চোতালত কাৰোবাৰ ভৰিৰ শব্দ হ'ল। ৰঞ্জিতনেকি ? তাই মূৰ তুলি চালে। সৰু কৰ্তা—পাছে পাছে অলিমদ্দি। অলিমদ্দিক লৈ তেওঁ হয়তো ক'ৰবালৈ যাবলৈ ওলাইছে। পূজাৰ সময়। দুৰ্গা পূজা। সপ্তমী, অষ্টমী, নবমী, দশমী,—দশমীৰ পিছত কিবা এটা শূন্য শূন্য ভাব আকৌ পূৰ্ণিমাত ভৰি উঠে। লক্ষ্মী পূৰ্ণিমা—জ্যোৎস্নাভৰা পৃথিৱী ! কি যে শুভ্ৰ জোনাক ! মালতীৰ তেতিয়া মন যায় এই জোনাকত নদীৰ চৰলৈ গৈ তৰমুজ খেতিৰ কাষত ৰঞ্জিতক কাষত লৈ যেন বহি থাকিব। দুহাত অঞ্জলি পাতি তাই ৰঞ্জিতক ক'ব, মই বৰ দুখিনী ঠাকুৰ ! তুমি মোক নদী পাৰ কৰি দিয়া ; নাইবা তাই হয়তো ক'ব, ঠাকুৰ নদীৰ বুকুত নাৱত উঠোঁগৈ। ব'লা, তুমি নাও চলাবা। জোনাকত মালতীৰ সদায় মন যায় যেন সোণালী

বালিৰ নদীৰ পানীত ৰঞ্জিতৰ সৈতে সাঁতুৰিবলৈ যাব, যেন নাৱত উঠি ক'ৰবালৈ গুচি যাব।

তাই ৰঞ্জিত অহালৈ বৈ থাকিল। কিন্তু ৰঞ্জিত নাহিল। বৰনবৌ সেইপিনে দুবাৰ আহিছিল। দুয়োবাৰেই তাই সুধিব খুজিলে, নবৌ, ৰঞ্জিতক দেখা নাই দেখোন! কিন্তু তাই সুধিব নোৱাৰিলে। সঙ্কোচ হ'ল।

······নবৌ, নবৌ, তাইৰ মনৰ ভিতৰত আকুলি উঠে—নবৌ, নবৌ, মই আচলতে ফুল বুটলিবলৈ অহা নাই, নবৌ—মই মানে······তাই মুখেৰে একো নক'লেও বৰনবৌৱে তাইৰ চকুলৈ চাই সুধিলে, কিবা কবিনেকি?

—নবৌ, ৰঞ্জিতক দেখা নাই দেখোন!

—সি ঢাকালৈ গৈছে।

—ঢাকালৈ গ'ল!—যেন আচৰিত হৈ তাই সুধিলে।

—ওঁ। কালি সন্ধ্যা মানুহ এজন আহি ওলালহি। বাউল ধৰণৰ মানুহ। এই ঘৰততো মানুহৰ শেষ নাই। বাউল বৰাগী আছেই, কোনোবা নহয় কোনোবা। খাব, শুব,—ৰাতিটো কটাব আৰু ৰাতি পুৱালেই যিপিনে চকু যায় সেইপিনেই গ'ল ওলাই। ভাবিলোঁ তেনেকুৱাই হয়তো কোনোবা এজন। পিছে, ৰাতি দেখোন কিবোৰ ফুচ্ ফুচ্ কথা! এবাৰ ৰঞ্জিতে দেখোন ক'লেহি—বাইদেউ, ঢাকালৈ যাম, এতিয়াই। কেতিয়া ঘূৰি আহোঁ ঠিক নাই। আৰু হয়তো ঘূৰি আহোঁনে নাহোঁ তাকো ক'ব নোৱাৰোঁ।

বৰনবৌৱে একে উশাহে কথাখিনি কৈ পেলালে।

মালতী আৰু বৰনবৌৰ কাষত বৈ থাকিব নোৱাৰিলে। তাই হয়তো ধৰা পৰি যাব। তাই তাৰপৰা প্ৰায় দৌৰি যোৱাৰ দৰে ওলাই গ'ল। তুমি এনেকুৱা মানুহ ঠাকুৰ! তাই যেন আৰু নোৱাৰে। ক'ৰবালৈ গৈ যেন জাঁপ দি দিব। তাই তেতেলী গছজোপা পাৰ হৈ গৈ পুখুৰীৰ পাৰত ৰ'লগৈ। প্ৰকাণ্ড জাম গছজোপাই পুখুৰীৰ পাৰটোৰ সেই ঠাইটুকুৰা ছাঁ কৰি ৰাখিছে। ইয়াতে তাই হয়তো হাওঁ হাওঁকৈ প্ৰাণ খুলি কান্দিব

পাৰিব—কোনেও দেখা নাপায়। তাই কোচৰ ফুলবোৰ পুখুৰীৰ পানীত পেলাই দিলে আৰু থিয় হৈ থাকিল। ফুলবোৰ পানীত ভাঁহি কিমান দূৰলৈ যাব পাৰে! নিশাৰ আন্ধাৰত ফুচ্‌ফুচাই কোনে কথা পাতে! মই এতিয়া ক'লৈ যাম ঠাকুৰ! মালতীয়ে যেন হঠাৎ বুকু ফালি চিঞৰি দিব খুজিলে। কিন্তু নোৱাৰিলে। অভিমানত মাত্ৰ তাইৰ দুচকু ভাঙি পানী বাগৰি আহিল।

ল'ৰাহঁত ভালকৈ বহিবা।—সোণালী বালিৰ নৈ, বিল পাৰ হৈ, খালেৰে কিছুদূৰ আহি শীতলক্ষা নদীৰ সোঁতত নাও নমাই দিয়াৰ আগে আগে ঈছমে হঠাৎ সোণহঁতক সাৱধান কৰি দিলে—সোঁতৰ মুখত পৰিছা—পানীত পৰি গলে আৰু উঠাব নোৱাৰি। আগত ডাঙৰ নদী। শীতলক্ষা নদী।

নদীৰ নাম শুনিয়েই সোণ ছৈৰ ভিতৰত মনে মনে বহি থাকিল। লাল্‌টু আৰু পল্‌টু ইমান পৰে ছৈৰ ওপৰত বহি আছিল। ডাঙৰ নদীত নাও পৰিছেহি বুলি শুনিয়েই সিহঁত জঁাপ মাৰি তলৰ তক্তাৰ ওপৰলৈ নামিল। সিহঁতে দেখিলে প্ৰকাণ্ড নদী—দুয়োপিনে দুটা পাৰ লৈ বৈ আছে। সোঁতৰ মুখত নাওখন পৰাৰ লগে লগে বেগেৰে চলিবলৈ ধৰিলে। নাওখন অতি কম সময়ৰ ভিতৰতে বহুত দূৰ আগুৱাই গ'ল। বতাহ আছে কাৰণে পাল তৰি দিয়া হৈছে। নাও বাবলগীয়া হোৱা নাই। আৰু কি আচৰিত, নদীত পৰাৰ লগে লগেই ঢাক-ঢোলৰ বাজনা শুনা গ'ল। পূজাৰ বাজনা বাজিছে। দুয়ো পাৰে গছ-গছনি চৰাই আৰু তাৰ মাজে মাজে সোণে ডাঙৰ অট্টালিকাবোৰ দেখিবলৈ পালে। শাৰী শাৰী অট্টালিকা। ইমানবোৰ অট্টালিকা, যেন—সিহঁতৰ গাঁৱৰ পথাৰ বিল সোণালী বালিৰ নৈৰ চৰ—এই অট্টালিকাবোৰে এটাইবোৰ জুৰি পেলাব। মাজে মাজে ৰাজপ্ৰাসাদৰ দৰে একোটা

অট্টালিকা। সি আৰু ছৈৰ তলত বহি থাকিব নোৱাৰিলে। মুৰ দোঁৱাই ছৈৰ তলৰ পৰা ওলাই আহোঁতেই দেখিলে পানীত সেই ঐশ্বৰ্য্যমণ্ডিত অট্টালিকাবোৰৰ প্ৰতিবিম্ব ভাঁহিছে। পানীৰ তলত যেন আৰু এক নগৰী। সি গাঁও এৰি ইমানদিনে মেলালৈহে গৈছিল। ক'তো সি এনে বিৰাট প্ৰাসাদ দেখা নাছিল। সি ভালকৈ থিয় হ'ল। নাৱৰ আগ এইবাৰ পাৰৰ পিনে ঘূৰিছে। সেইপিনে জাহাজঘাট। তাৰ কাষতে হয়তো নাও লাগিবগৈ।

পাৰত বহুত তাল গছ। বাটৰ দুয়োকাষে বহুত দূৰলৈকে তাল গছৰ শাৰী। বাটৰ সোঁ দাঁতিত নদীৰ চৰত কুশ আৰু বিৰিণা। উত্তৰৰ পিনে পিলখানাৰ পথাৰ। পথাৰ পাৰ হৈ হাট, আৰু আনন্দময়ী কালীবাৰী। সিহঁতক নিবলৈ ৰামসুন্দৰ আহিছিল। নাৱৰ পৰা সিহঁতক নমাই পাৰলৈ আগুৱাই লৈ যোৱাৰ সময়ত ৰামসুন্দৰে বাটপথৰ বৰ্ণনা দি গ'ল।

নাৱৰ পৰা অট্টালিকাবোৰ নদীৰ পাৰতেই যেন লাগিছিল যদিও পাৰত উঠি সোণে এতিয়া দেখিলে, ইমান ওচৰত নহয়। বাটৰ দাঁতিয়ে দাঁতিয়ে একাঁঠুমান ওখ দেৱাল। দেৱালৰ ওপৰত লোহাৰ ৰেলিং আৰু মাজে মাজে ওখ ডাঙৰ গম্বুজ। সেই গম্বুজৰ ওপৰত ৰঙা নীলা পাথৰৰ পৰীৰ মূৰ্তি। দুয়ো কাষে শাৰী শাৰী ঝাও বন। ঝাও বনৰ ফাঁকেৰে পুখুৰী এটা দেখা গৈছে। পুখুৰীৰ দুয়োপাৰে বিচিত্ৰবৰণৰ পাতাবাহাৰ গছ ; ফুলৰ গছ আৰু সেই গছবোৰত নানা তৰহৰ ফুল ফুলি আছে। এখন যেন কুঞ্জবন। পুখুৰীত বগা পদুম ফুলি আছে। কেউপাৰ বন্ধোৱা পুখুৰী। ক'ৰবাত নিজৰাৰ পানী পৰাৰ দৰে শব্দ শুনি চকু ঘূৰাই চাওঁতে সোণে দেখিলে এফালে এটুকুৰা সৰু ঠাই। তাত কোমল ঘাঁহ গজি আছে আৰু ঠাই টুকুৰা লোহাৰ জালেৰে বেৰা। আৰু সেই বেৰাৰ ভিতৰত কেইটামান হৰিণাই খেলি আছে।

লাল্ টু-পল্ টুহঁতৰ মুখত সোণে হৰিণা আৰু নাহৰ ফুটুকী বাঘৰ সাধু আগেয়ে শুনিছিল। তেতিয়া সি মনতে সেই হৰিণাক লৈ এখন বিস্ময়ৰ

আহিয়েই সি ভিতৰৰ পিনে চিঞৰি চিঞৰি ক'লে, ফটক খুলি দিব লাগে, ভূএগ্রা কৰ্তাৰ ঘৰৰ মানুহ আহিছে। লগে লগে কেঁ্যচ্ কেঁ্যচ্ শব্দ কৰি লোহাৰ ফটক খুলি গ'ল। সোণহঁতক সেই মল্লবীৰ মানুহটোৱে আদাব জনালে। লাল্টু-পল্টু ভীষণ গহীন; বয়সৰ চাপল্য যেন সিহঁতৰ গাত অলপো নাই।

সিহঁতে অলপ দূৰ গৈয়েই এটা পানীৰ ফোৱাৰা দেখা পালে। সোণে যিমান মনোযোগেৰে সেই পিনে চাই, সিমানে তাৰ চকু দুটা ডাঙৰ ডাঙৰকৈ মেল খাই যায়। মল্লবীৰ মানুহ দুটাই বন্দুক নমাই থৈ সোণক সাবটি ধৰি মৰম কৰিব খুজিলে; সোণে ৰামসুন্দৰৰ পাছফালে লুকাল-গৈ। মানুহ দুটাই কোনোমতেই সোণক কোলাত লব নোৱাৰিলে। ভূএগ্রাকৰ্তাৰ ঘৰৰ ল'ৰা সোণ। যাদুকৰৰ পালিত পুত্ৰৰ দৰে ল'ৰাটিৰ চকু মুখ। মানুহ দুটাই সোণক কোলাত তুলি লৈ ভূপেন্দ্ৰনাথৰ ওচৰলৈ লৈ যাব খুজিছিল। কোলাত তুলি লৈ গৈ ইনাম বিচাৰিব খুজিছিল, কিন্তু সোণে ৰামসুন্দৰৰ গাৰপৰা হাতকে এৰি নিদিলে। তাৰ কিবা এটা যেন ভয় ভয় ভাব। তাক আৰু বেছি জোৰ কৰিলে সি হয়তো কান্দিয়েই পেলাব।

গৈ গৈ সোণে যেন অট্টালিকাটো শেষ কৰিব পৰা নাই। সি ক'ত আহি সোমাইছেহি একোকে বুজিব পৰা নাই। মূৰৰ ওপৰত প্ৰকাণ্ড প্ৰকাণ্ড চিলিঙি। চিলিঙিত ধুনীয়া আইনাৰ ঝুলন লণ্ঠন আঁৰি থোৱা আছে। প্ৰকাণ্ড দীঘল বাৰান্দা, খিৰিকীৰ মূৰত জালালি কপৌ, জাফ্ৰী কটা ধুনীয়া পৰ্দা—চাৰিওকাষে কিমান যে দাস-দাসীৰ মাত—এইবোৰৰ যেন শেষেই নাই! ৰামসুন্দৰে তাক হাতত ধৰি ইটো মহলৰপৰা সিটো মহললৈ লৈ গৈ আছে। এই সময়ত তাৰ লগত পগলা বৰদেউতা থকা হ'লে অকণো ভয় নালাগিলহেঁতেন! বেৰত পূৰ্বপুৰুষসকলৰ প্ৰকাণ্ড প্ৰকাণ্ড তৈলচিত্ৰ। তাৰ পিছত দেখা গ'ল নাটমন্দিৰ। সোণে আকৌ আকাশ দেখিবলৈ পালে। তাৰ এতিয়াহে যেন মুখলৈ পানী আহিল।

ভূপেন্দ্ৰনাথ কাছাৰীঘৰত বহি আছিল। পূজাৰ যাবতীয় দ্ৰব্যাদি কিনাৰ হিচাপ কৰি আছিল। তেখেতে দূৰৈৰপৰা শুনিলে—ল'ৰাহঁত আহি আছে। তেওঁ মোটা ডাঙৰ গাদী এখনত বহি আছিল। ধপ্-ধপীয়া বগা চাদৰ পৰা গাদী। শকত গোল গাৰু। কেইজনমান কৰ্মচাৰী আৰু প্ৰজা তলত বহি আছে। তেওঁ সেইবিলাক সকলো এৰি বেগাই নামি আহিল। কাৰণ এইবাৰ সোণো পূজা চাবলৈ অহাৰ কথা। শচীয়েবা তাক অৱশেষত পঠালেনে নাই! সোণহঁত আহিব বুলি পুৱাৰেপৰা তেওঁৰ মনটো উন্মনা হৈ আছে। ৰামসুন্দৰক দুপৰীয়াৰপৰা ঘাটত ৰখাই থৈছে। কেতিয়া সিহঁত আহি পাবহি, এই ভাবতে তেওঁ অস্থিৰ হৈ আছে। সেয়ে তেওঁ সকলো পেলাই থৈ, বেগাই ওলাই গৈয়েই দেখিলে সোণে নাটমন্দিৰত দেৱীক সেৱা কৰিছে। সি পিন্ধিছে নীলা ৰঙৰ পেণ্ট, চিল্কৰ হাফ চাৰ্ট আৰু ভৰিত ৰবৰৰ বগা জোতা। মুখখন শুকাই আহিছে। সেই পুৱাতেই চাগৈ খাই আহিছে! ভূপেন্দ্ৰনাথে লৰালৰিকৈ গৈ সোণক কোলাত তুলি ললে। দেৱীৰ সমুখত থিয় হৈ সোণে কিমান কি খুজিব বুলি ভাবিছিল কিন্তু এতিয়া একো ক'ব নোৱাৰিলে। ডাঙৰ ডাঙৰ চকু দুটাৰে দেৱীয়ে সিহঁতৰ পিনেই চাই আছে। দেৱীৰ হাতত বৰাভয় মুদ্ৰা। ভূপেন্দ্ৰনাথে দেৱীৰ পিনে চাই 'মা' 'মা' বুলি ডাঙৰকৈ চিঞৰি মাতিলে। সোণে সেই মাতত হঠাৎ ভয় খাই গ'ল। ভূপেন্দ্ৰনাথৰ চকুত পানী।

দেৱীৰ প্ৰতি অচলা ভক্তি ভূপেন্দ্ৰনাথৰ। ই যেন পূজা নহয়, প্ৰাণৰ ভিতৰত এক অসীম বিশ্বাসৰ পখীয়ে অনবৰতে খেলা কৰি ফুৰে। সোণক বুকুৰ মাজত সুমুৱাই লৈ ভূপেন্দ্ৰনাথে আকৌ এবাৰ দেৱীৰ অপাৰ মহিমাৰ কথা সুঁৱৰিলে। এই অপাৰ মহিমা নহ'লে এইবিলাক সাধাৰণ মানুহ জীয়াই থাকিব কেনেকৈ; খাব কেনেকৈ, এই প্ৰাচুৰ্য্য আহিব কেনেকৈ! এই যে আজি সোণ আহিছে—সিও যেন দেৱীৰে মহিমা; নিৰ্বিঘ্নে আহি পাইছেহি! দেৱী আহিছে পৃথিৱীলৈ। এতিয়া শৰতকাল। কুশ আৰু বিৰিণা ফুলিছে। ঝুলন চাকিবোৰ জ্বলি

উঠিব। নদীৰ পাৰে পাৰে হাতী যাব। হাতীৰ ডিঙিত ঘণ্টা বন্ধা থাকিব। বগা আৰু ৰঙা চন্দনেৰে হাতী সজোৱা হ'ব। এই সকলো-বোৰ দেবী আহিলেহে হয়। দেবীৰ সমুখত ভূপেন্দ্ৰনাথ থিয় হৈ আছে। তেওঁ এই নাবালক কেইটিৰ কাৰণে দেবীৰ ওচৰত প্ৰাৰ্থনা কৰিলে। দেবীৰ ডাঙৰ ডাঙৰ চকু। নাকত দীঘল নোলক। হাতত শঙ্খ, পদ্ম, গদা। আনন্দময়ীৰ মন্দিৰৰ পাছফালৰ মাটিখিনিত মুচলমান খেতিয়ক-বিলাকে নামাজ পঢ়িব। তাত কোনো মচজিদ নাই। প্ৰাচীন ভঙা এটা দুৰ্গ। হয়তো ঈছাখাঁই সজাইছিল, নাইবা ছাঁদ ৰায় বা কেদাৰ ৰায়েও সজাব পাৰে। এতিয়া সেই ভঙা দুৰ্গত নামাজ পঢ়িবলৈ সাধাৰণ মুচলমান মানুহক প্ৰৰোচনা কৰা হৈছে। মুচলমানবিলাক বিশেষকৈ বজাৰ অঞ্চলৰ মৌলবী জমিদাৰ বাবুহঁতৰ পাছত বৰকৈ লাগিছে। মৌলবী ক্ষমতাশীল মানুহ ; তেওঁৰ দুঠাইত সূতাৰ ডাঙৰ ডাঙৰ কাৰবাৰ আছে, চাপৰিৰ বহুত মাটিত খেতি আছে, তাৰউপৰি ওখ মাটিত প্ৰায় এহেজাৰ বিঘামান খেতিৰ মাটি আছে। এওঁলোক বাবুহঁতৰ পাছত লাগিছে। আৰু আজি কাছাৰী ঘৰত থকা প্ৰজা কেইটাই সেইবোৰ খবৰকে দিবলৈ আহিছিল। কিন্তু হয়তো এই দেৱীৰ মহিমাত সকলো বিঘিনি উৰি যাব। দেবীৰ বিৰুদ্ধে থিয় দিবলৈ কাৰ সাধ্য আছে! যেন তেওঁৰ হাতৰ শানিত তৰোৱাল এতিয়া সেই মহিষাসুৰকে বধ কৰিবলৈ উদ্যত হৈ পৰিছে। ভূপেন্দ্ৰনাথৰ মনত দেবীৰ এনে এটি ৰূপেই ভাঁহি উঠিছিল। সেয়ে তেওঁ লগে লগে চিঞৰি দিলে—মা—মা! তোমাৰ ইমান মহিমা! কি সেই মহিমা তেওঁ খুলি নক'লে। মাত্ৰ সোণে তেওঁৰ দুচকুত পানী দেখি ভাবিলে, তেওঁ হয়তো সিহঁতক লগ পাই আনন্দতে কান্দিছে। মা মা বুলি কান্দিছে।

সোণে ইমান পৰে ভিতৰ মহলেদি আহি আছে—অথচ সেই সৰু ছোৱালীজনী—মানে কমলক ক'তো দেখা নাপালে। ক'ত আছে বাৰু কমল! সি ভাবিছিল অন্দৰমহল সোমালেই সি কমলক দেখা পাব। কিন্তু নাই, তাই এতিয়াও নোলাল। খাবলৈ বহিও সোণে চাৰিওপিনে

মনে মনে চাবলৈ ধৰিলে। কিমানবিলাক ল'ৰা-ছোৱালী দৌৰাদৌৰি কৰি খেলি ফুৰিছে কিন্তু সেই ছোৱালীজনী—ঘোঁৰাত উঠিবলৈ শিকা ছোৱালীজনীক সি দেখা পোৱা নাই। সোণ যিমান পৰ ঘৰটোৰ ভিতৰত থাকিল কমলক দেখা পোৱাৰ আগ্ৰহেৰে চাৰিওপিনে চকু ঘূৰাই চাই থাকিবলৈ ধৰিলে।

শচীন্দ্ৰনাথ পুৱাৰেপৰা বৰ ব্যস্ত। এটাইকেইটা ল'ৰা পূজা চাবলৈ গৈছে। দুপৰীয়া মনজুৰ চালিচি জনাবলৈ আহিছিল। মনজুৰ আৰু হাজি চাহাবৰ মাজৰ বিৰোধ ক্ৰমে বাঢ়ি গৈছে। হাজি চাহাবৰ ডাঙৰ পুতেক মনজুৰৰ যি অলপ মাটি আছে সেইখিনিও যোৱা গৰম কালিত কোৰ মাৰি আলি তুলি দিছে। তাৰউপৰি বাৰিষা মৰাপাট কটাৰ সময়ত কিছু মৰাপাট তাৰ বুলি জোৰকৈ কাটি লৈ গৈছে। মনজুৰ অকলশৰীয়া মানুহ। হাজি চাহাবৰ তিনিটা ল'ৰা। সংসাৰো বৰ ডাঙৰ। মৰাপাট আৰু কুঁহিয়াৰৰ তেওঁৰ ডাঙৰ খেতি। কিন্তু সামান্য অকণ মাটিৰ প্ৰলোভনত তেওঁ কটাকটি কৰি দিব পৰা মানুহ। গতিকে শচীন্দ্ৰনাথে গোটেই আবেলিটো হাজি চাহাবৰ ঘৰত বহি কিবা ফয়চলা কৰিবলৈ চেষ্টা কৰিছিল। ভাবিছিলে সোনকালে ফয়চলা হ'লেই গুচি যাব। চোতালতে পানীপীৰা এখনত তেওঁ বহিছিল। তামোল ধঁপাত আনি দিয়া হৈছিল, তেওঁ একো নাখায়। অলপ পিছতে ইচমৎ আলি আৰু প্ৰতাপ চন্দ আহিব পাৰে। বৰমিঞাৱো আহিব পাৰে। কিন্তু শচীন্দ্ৰনাথেইহে সকলো। তেওঁ এবাৰ হাজি চাহাবৰ মাজু পুতেকৰ বিচাৰ ললে,—

—আমিৰ ক'লৈ গৈছে?

—আমিৰে নাও লৈ বৰমিঞাক আনিবলৈ গৈছে।

বৰমিঞাই ঘাটৰপৰা উঠি আহি শচীন্দ্ৰনাথক আদাব জনালে। ক'লে, কৰ্তা ভালে আছে?

—আছোঁ, কোনোৰকম। পিছে তোমাৰ পলম হ'ল দেখোন!

—নক'ব আৰু, কোনোবাই ডাঙৰ নাও এখন নৈৰ কাষত বান্ধি ৰাখিছে।

—কাৰ নাও নাজানিলা?

—ধৰিব নোৱাৰিলোঁ। নাৱৰীয়া দুটা। ডাঙৰ বঠা এপাটো দেখিলোঁ। নাৱত পালো আছে। নাওখনকে চাবলৈ গৈছিলোঁ।

—নাৱৰীয়া কেইটাই কি কয়?

—একোকে নকয়, ক'লৈ যাব, ক'ৰপৰা আহিছে, একো নামাতে।

—একো নকয়?

—নাই—ৰাতি মাত্ৰ গান গোৱা শুনা যায়।

—কি গান?

—বোধকৰো গুনাইবিবিৰ গান। আৰু নৈৰ পাৰত গোটেই ৰাতি চম্ চম্ শব্দ হৈ থাকে।

—ৰাতি সেইপিনে গৈছানেকি?

—ভয় লাগে কৰ্তা। ৰাতি গৈছিলোঁ। কিন্তু যিমানেই গান শুনি শুনি আগুৱাই গৈ থাকোঁ সিমানেই নাওখন পানীৰ মাজলৈ ভাঁহি ভাঁহি গৈ থাকে। আজি এতিয়া দিনত চাবলৈ গলোঁ—দেখিলোঁ, নাৱৰীয়া দুটা বহি আছে। দুইটা বোবা—ইচাৰা দি কথা কয়।

—কাৰ নাও, কিহৰ কাৰণে আহিছে, একো নাজানিলা?

—নাই কৰ্তা—

—আচৰিত!

—হয় কৰ্তা, বৰ আচৰিত!

মনজুৰ আহিল, লগে লগেই শচীন্দ্ৰনাথে অন্য কথা উলিয়ালে। হাজি চাহাব কঠত বহি আছিল—প্ৰায় নামাজভঙ্গীত, হাতত লাঠী, লাঠীৰ মূৰত জোনৰ দৰে চিন দিয়া আছে। বুঢ়া হাজি চাহাবে চালিচি মানি

ললে। কথা ৰ'ল যে, যিখিনি মৰাপাট কটা হৈছে—গোটেইখিনি তেওঁলোকে ঘূৰাই দিব। আৰু পানী শুকাই গলে, পথাৰৰ য'ত আলি তুলি দিয়া হৈছিল, তাত সকলোৱে মিলি আকৌ ঠিকঠাক কৰি দিব।

শচীন্দ্ৰনাথে এইবাৰ মনজুৰক সুধিলে, হয়নে মনজুৰ, নৈৰ পাৰত বোলে ডাঙৰ নাও এখন লাগি আছেহি?

—শুনিছোঁ। বোলে আছেহি।

—কোনখিনি ঠাইত আছেহি?

—ইয়াৰপৰা ভালেখিনি দূৰ হ'ব কৰ্তা।

ভালেখিনি দূৰ বুলিলে সঁচাই বহুতখিনি দূৰ বুজায়। নদী-নলা-বিলৰ দেশ এইখন। বাৰিষা এটাইবোৰ ঠাই পানীৰ মাজত দ্বীপৰ দৰে থাকে। মাত্ৰ পানী আৰু পানী। নদী-নলা-বিল সকলো পাৰৰ সৈতে মিলি থাকে। ওখ ঠাইবোৰত ডাঙৰ ডাঙৰ বাৰী কিছুমান আছে। আনাৰস আৰু কিবাকিবি ফলমূলৰ বাৰী। চাৰিওপিনৰ হাবি জঙ্গলবোৰো যেন ডিঙিলৈকে ডুব গৈ আছে। দক্ষিণলৈ মাত্ৰ গজাৰি গছেৰে বাঘ সোমাই থাকিব পৰা হাবি। নৈ পাৰত আহি থকা নাওখন ইচ্ছা কৰিলে গজাৰি হাবিত সোমাই পলাই থাকিব পাৰে। কোনেও গম পাবৰ উপায় নাই। খাল-বিলৰ দুয়োপাৰে প্ৰকাণ্ড হাবি, প্ৰায় বিছ ক্ৰোশ জুৰি দীঘল। এই সময়ত সেই হাবিত নানাৰকমৰ দুৰ্ঘটনা ঘটা অতি স্বাভাৱিক।

ঘাটলৈ আহি শচীন্দ্ৰনাথে ক'লে, অলিমদ্দি, নাওখন লচোন এপাক ঘূৰি আহোঁ।

—কেনি যাব?

—ব'লচোন নৈৰ পিনে।

বৰ নাও আহিছে বোলে। অসময়ত বৰনাও! অলিমদ্দিয়ে লগী মাৰি মাৰি নাওখন আগুৱাই নিবলৈ ধৰিলে। পথাৰত পানী কম থকাৰ কাৰণে নাওখন লগীৰেই বহুদূৰ লৈ গ'ল। তাৰপিছত নৈত পৰাৰ লগে লগে নাৱৰ পালখন তুলি দিলে আৰু লগী এৰি বঠাপাট হাতত

ললে। তাৰপিছত চাৰিওফালে চকু ঘূৰাই অলিমদ্দিয়ে ক'লে, ক'তা কৰ্তা, নাওতো কেনিও দেখা নাই—

—এই পাৰত নাও নাই দেখোন!

—ক'তা, থাকিলে দেখা নগ'লহেঁতেন জানো!

শচীন্দ্ৰনাথ এবাৰ থিয় হ'ল। তক্তাৰ ওপৰত থিয় হৈ চালে, সঁচাকৈ ক'ৰবাত নাও দেখা যায়নে নাযায়। বৰনাওহে নালাগে হাটলৈ যোৱা গুটীয়া নাও এখনো চকুত নপৰিল। তেওঁ আচৰিত হৈ ক'লে, আচৰিত!

ঘৰে ঘৰে লেম চাকি জ্বলিছে। আহিনমহীয়া ৰাতি। অলপ অলপ ঠাণ্ডা পৰিব লাগে। কিন্তু এইবাৰ দেখোন গৰমটো নগলেই! ভাদমাহৰ দৰে গোমোথা গৰমত শচীন্দ্ৰনাথৰ গোটেই গা ঘামি আছিল। অলিমদ্দিয়ে গোহালিত জাগ দিছে। শচীন্দ্ৰনাথে বৰঘৰত সোমাই ক'লে, দেউতা, নৈৰ পাৰত বোলে বৰনাও এখন লাগি আছেহি।

—কাৰ নাও?

—ক'ব নোৱাৰিলোঁ কাৰ।

—চা-বি কাৰ নাও, লক্ষ্মীৰ নাও হ'ব পাৰে—অলক্ষ্মীৰ নাওও হ'ব পাৰে! খা-খবৰ কৰি চা, কাৰ নাও।

—ভাবিছোঁ পুৰা বৰমিঞাৰ নাও, হাজিহঁতৰ নাও আৰু চন্দহঁতৰ নাও এটাইকেইখন লৈ ওলাই যাম। চামগৈ ক'ত অদৃশ্য হৈ আছে।

বাৰিষা আহিলেই ডকাইতবিলাকৰো উপদ্ৰৱ বাঢ়ে। এইখন বৰনাও ক'ৰপৰা আহি ওলাইছেহি কোনেও ক'ব নোৱাৰে, দিনত অদৃশ্য হৈ থাকে। ৰাতি হ'লে সকলোৰে মনত এটা ভয়ৰ ভাব। এনেয়ে ৰাতি হাবি-বনে ভৰা এই গাঁও অঞ্চল অতি নিৰ্জন হৈ পৰে। এইবোৰ গাঁৱত ইঘৰৰপৰা সিঘৰৰ মাজত দূৰত্বও যথেষ্ট। মাত্ৰ নৰেনদাস, দীনবন্ধু আৰু ঠাকুৰৰ ঘৰ লগালগি। তাৰপিছত অলপ দূৰত পালহঁতৰ ঘৰ। হাৰাণ পালৰ দুটা ল'ৰা দুঘৰ হৈ থাকে; চোতাল এখন যদিও দুয়োঘৰৰ দুৱাৰ মুখ বিপৰীত মুখে। ৰাতি হ'লেই সকলোবোৰ যেন একেবাৰে নিমাও

মাও হৈ পৰে। মালতীৰ তেতিয়া টোপনি নাহে। ইমানদিনে ৰঞ্জিত আছিল কাৰণে ভয় ভয় ভাবটো কম হৈ আছিল। ৰঞ্জিত গুচি যোৱাৰ পিছত তাইৰ যেন আৰু একোৱেই নাই। যি হ'ব লগীয়া আছে হ'ব। তাই ভাবিলে, ৰাতি বেছি হোৱাৰ আগতেই শুবলৈ গৈ তাই জোৰকৈ টোপনি যাবলৈ চেষ্টা কৰিব।

আহিনৰ এই ৰাতিও যিহে গৰম পৰিছে, দুৱাৰ বন্ধ কৰিলেই উশাহ বন্ধ হৈ যাব যেন লাগে। নৰেনদাসো সাৰে আছে। তেওঁ তাঁতশালত কিবা কৰি আছে। আভাৰাণীয়ে ঘাটত বাচন ধুই আছে। লগত হাৰিকেন লেম লৈ আবু গৈছে। তাই পাৰত থিয় হৈ থাকিব। গতিকে অকণমান বতাহ লবলৈ বুলি দুৱাৰখন খুলি ৰাখিয়েই মালতীয়ে পাটী এখন পাৰি বাগৰ দিলে। গৰমত তাইৰ শৰীৰটো যেন গেলিব খুজিছে। এই গৰম, ৰাতিৰ এই ঘোপমৰা আন্ধাৰ সকলো মিলি মালতীৰ মনলৈ নানা ধৰণৰ নৈৰাশ্যবোধ আহিছে। তাইৰ যেন আৰু একোৱেই নাই। তাইৰ জীৱনৰপৰা সকলো যেন ক্ৰমে আঁতৰি গৈছে। গৰমৰ কাৰণে তাই গাৰপৰা পেটিকোট, চেমিজ আদি খুলি থ'লে। মানুহটো এতিয়া বাৰু ক'ত আছে! এইদৰে যে ছদ্মবেশ ধৰি পলাই পলাই নানা ঠাইত ঘূৰি ফুৰিব লাগে, মানুহটোৱে যে কি কাম কৰে জানো! মালতীয়ে ৰঞ্জিতৰ এখন ছবি দেখিছে; সেই ছবিত ৰঞ্জিতক চিনিবই নোৱাৰি। দীঘল দীঘল দাড়ি, মূৰত পাগুৰি, ডিঙিত ৰুদ্ৰাক্ষৰ মালা—যেন এজন আদবয়সীয়া সন্ন্যাসীহে! সেইটো ছদ্মবেশ বুলি মালতীয়ে ভাবিবই পৰা নাছিল। এদিন—তেতিয়া লাঠী আৰু ছুৰী খেল হৈ গৈছে। নিজৰ নিজৰ ঘৰলৈ সকলো উভতি গৈছে। মালতীক হঠাৎ পাছপিনৰ পৰা কোনোবাই আঁচলত টানি ধৰিলে! মালতীয়ে দেখিলে সেই সন্ন্যাসীজন। যেন ৰুদ্ৰমূৰ্ত্তি, মালতী ভয়তে মূৰ্চ্ছা যোৱাৰ উপক্ৰম হ'ল। ৰঞ্জিতে মাত দিলে, মই ৰঞ্জিত, মালতী, চিনিব পৰা নাই? বুকুৰ কাপোৰখিনি খুলি গোটাই থৈ মালতীয়ে সেই দৃশ্যটোৰ কথা মনত পেলাই উৎফুল্ল অনুভৱ কৰিলে। সেইদিনা ৰাতিয়েই মাত্ৰ ৰঞ্জিতে এবাৰ তাইক সাবটি ধ'

তাইৰ ভয় ভাঙি দি কৈছিল, মই ৰশ্মিত, চিনি পোৱা নাই ?—এতিয়াহে মালতীয়ে ভাবিছে—তাই বৰ আঁকৰী। সেইদিনা তাই ভাও ধৰি মূৰ্চ্ছা যাব লাগিছিল। তেতিয়াহ'লে ৰঞ্জিতে দাংকোলাকৈ তাইক তুলি ললে-হেঁতেন, ঘৰলৈ লৈ আহিলেহেঁতেন। ঘৰত, বিচনাত তাইক নমাই দিয়াৰ লগে লগে তাই খিল্‌খিল্‌কৈ হাঁহি দিব পাৰিলেহেঁতেন। আৰু তেতিয়া হ'লেই মানুহটোৱে নিজক কোনো ৰকমেই ধৰি ৰাখিব নোৱাৰিলে-হেঁতেন—তেনে এটা দৃশ্যৰ কল্পনা কৰি কৰিয়েই উত্তেজনাত তাই শিঁহৰিত হ'বলৈ ধৰিলে। তাই গাৰপৰা কাপোৰবোৰ একেবাৰে সোলোকাই পেলালে আৰু ঘাটৰ পিনে এক গভীৰ দৃষ্টিৰে চাবলৈ ধৰিলে। আন্ধাৰত ঘাটৰ একোকে দেখা নাযায়। কেন্দু গছজোপাৰ তললৈকে পানী উঠি আহিছে। হঠাৎ পানীত মাছ জঁপিয়ালে যেনেকুৱা শব্দ হয় তেনেকুৱা শব্দ এটা হ'ল। অমূল্য থকা হ'লে তাৰ বৰশীত মাছ লাগিছে বুলি ভাবি দৌৰ দিলেহেঁতেন! কিন্তু মালতীয়ে জানে নৰেনদাসে বৰশী পতা নাই। অকলশৰে গোটেই দিনটোৰ খাটনিৰ পিছত তেওঁৰ আৰু বৰশী পতাত মন নাই। এতিয়াও এই ৰাতি শুবলৈ নগৈ তাঁতশালৰ ঘৰত সূতাত মাৰ দিছে। অমূল্য কাইলৈ আহিব। তেতিয়া কামৰ হেঁচা কমিব।

শোভা সোনকালে শুইছে। গা ভাল নহয়; জ্বৰ জ্বৰ ভাব। আবু আহি কোঠাত সোমালেই দুৱাৰ বন্ধ কৰি দিব—মালতীয়ে ভাবিলে। খাটত লেমটোৰ পোহৰ দেখা গৈছে; কিন্তু আবুক দেখা নাই। হঠাৎ লেমৰ পোহৰটো নুমাই গ'ল আৰু লগে লগে বাচন কিছুমান পৰি যোৱাৰ শব্দ এটা হ'ল। মালতীয়ে ভাবিলে, ঘাটৰ ক'ৰবাত চাগে পিচল হৈছে; উঠি আহিবৰ সময়ত নবৌৱে ভৰি ঠিককৈ ৰাখিব নোৱাৰি পৰি গ'ল। লগে লগে কোনোবাই তাঁতশালৰ ঘৰত বাগৰা-বাগৰি কৰাৰ দৰে শব্দ। মালতী উঠি বহিল। এই সময়ত চোৰচাৰিৰ উপদ্ৰৱো বেছি হয়। তাই মাত লগালে—দাদা তোৰ ঘৰত সেইবোৰ কিহৰ শব্দ ? —কিন্তু আচৰিত, কোনো উত্তৰ নাহিল। কোনো চিঞৰ-বাখৰ নাইবা শব্দও আৰু নহ'ল। সকলো আকৌ নীৰৱ হৈ

পৰিল। তাই লৰালৰিকৈ চেমিজ পেটিকোট ভালকৈ পিন্ধি ললে। তাৰ পিছত লেমটো জ্বলাবলৈ ভিতৰৰপৰা আনিবলৈ যাব খোজোঁতেই হঠাৎ দেখা পালে তাইৰ কাষত দুটা ছায়ামূৰ্তি। তাই চিঞৰি দিব খোজোঁতেই ছায়ামূৰ্তি দুটাই আন্ধাৰতে তাইক সাবটি ধৰি মুখত কাপোৰৰ সোপা দিলে। এইবাৰ এইটো ঘৰত হুৰ হুৰ আৰু বাগৰা-বাগৰি শব্দ হ'ল। শোভা সাৰ পাই গ'ল। অন্ধকাৰত মাথোঁ কিবা ফোঁচ্ ফোঁচ্ শব্দ। যেন কোনোবাই কাৰোবাক, ভুকুৱাইছে, গোৰ মাৰিছে—এনেবোৰ শব্দ হ'ল। শোভাই ভয়ে ভয়ে মাতিবলৈ ধৰিলে—পেহীটি, পেহীটি— ! তাৰ পিছত আৰু কোনো শব্দ নাই। ভূতৰ দৰে আহি কোনোবাই এই ঘৰৰ এজনী যুৱতীক ধৰি লৈ গ'ল আৰু বাৰিষাৰ দুকূল ওপচা পানীৰ বুকুত বৈ থকা এখন নাৱত তুলিলেগৈ।

সোণে খাই বৈ উঠি নাটমন্দিৰৰ চিৰিয়েদি নামি আহিল। লাল্টু আৰু পল্টু বাবুহঁতৰ ল'ৰাবিলাকৰ সৈতে গৈছে। সোণে এইঘৰৰ কাকো চিনি নাপায়। এই খোলা ঠাইখিনিত মূৰৰ ওপৰত আকাশ দেখা যায়। প্ৰকাণ্ড দালানটোৰ ইকোঠা সিকোঠাকৈ ঘূৰি এইবাৰ সোণে আকাশ দেখা পালে। সকলোবোৰ নতুন আৰু অচিনাকি মুখ। বৰদেউতাক আগে আগে গৈ আছে। সি প্ৰায় অনবৰত বৰদেউতাকৰ লগে লগে আছে। তাৰ গাত বগা হাফ চাৰ্ট এটা, নীল ৰঙৰ পেণ্ট। সোণৰ চুলিবোৰ চুটিকৈ কটা। তাৰ মৰমলগা ডাঙৰ ডাঙৰ চকু দুটা দেখি সকলোৱে তাক আগুৰি তাৰ লগত, কথা পাতিব খুজিছে। নাম কি সুধিছে। বৰদেউতাকে হাঁহি এটা মাৰি তাক নাম ক'বলৈ কৈছে। সি যে চন্দ্ৰনাথ ভৌমিকৰ সৰু ল'ৰা সেই কথা অতি অলপ সময়ৰ ভিতৰতে সকলোৰে মাজত প্ৰচাৰ হৈ গ'ল। নাটমন্দিৰৰ পুৰোহিত দেউৱে সোণক দুটা চন্দেশ খাবলৈ দিলে। সি চন্দেশ দুটা নাখালে,

বৰদেউতাকক থৈ দিবলৈ ক'লে। বৰদেউতাকক এৰি বৰ বেছি দূৰলৈ যাবলৈ তাৰ এতিয়াও সাহস হোৱা নাই। লালটু আৰু পলটুৱে তাক লগত লৈ যাব খুজিছিল। পুখুৰীৰ পাৰত বেড্‌মিণ্টন খেলা হ'ব, সিহঁত চাবলৈ গৈছে। সোণ নগ'ল। আচলতে সোণে যাবলৈ ভয় কৰে। ঈছম আহিলে তাৰ লগত সি য'লৈ ত'লৈ যাব পাৰিব। ঈছম এতিয়াও নদীতে আছে। এই কেইদিন সি নাৱতেই থাকিব। নাৱৰ ছৈৰ তলত শুই বহি, বৰ শীবাই মাছ-পুথি ধৰি কটাই দিব। নিজেই নাৱতে ৰান্ধি-বাঢ়ি খাব।

মাজে মাজে সোণৰ ছোৱালীজনীলৈ মনত পৰি আছিল। দেউতাকৰ সৈতে ঘোঁৰাত উঠি অন্দৰমহললৈ সোমাই যোৱা ছোৱালীজনীৰ কথা ভাবি আছিল। সোণৰ সেই ছোৱালীজনীৰ ওচৰলৈ যাবলৈ মন গ'ল। সৰু সৰু ছোৱালী কেইজনীমানে লুকাভাকু খেলি আছে। সিহঁতৰ মূৰত জৰিৰ টুপী আৰু গাত চিল্কৰ ফ্রক। ভিতৰৰ সেই ডাঙৰ চোতালখনলৈ সোমাই যাবলৈ সোণৰ বৰ মন গ'ল। সৰু ছোৱালী কেইজনীক তাৰ ফুলি থকা ফুল কিছুমানৰ দৰে লাগিল। সি জানে, ছোৱালী কেইজনী তাতকৈ বহুত ডাঙৰ। গতিকে তাক সিহঁতৰ লগত খেলিবলৈ নলয়। ঠিক আছে, সি মাত্র কাষতে থিয় হৈ থাকিব। সি নেখেলে, খেলা চাই থাকিব। তাৰ মুখত তেতিয়া দুখী ৰাজকুমাৰ এটাৰ মুখৰ ছবি ভাঁহি উঠিব। তেনেতে হয়তো সিহঁতৰ মাজৰে সৰু ছোৱালী এজনীয়ে তাৰ হাতত ধৰি ক'ব, আহাঁ আমাৰ লগত খেলিবা; আমাৰ লগত লুকাভাকু খেলিবা। অন্দৰমহলৰ সেই জগতখনলৈ যাবলৈ সোণৰ বৰ মন গ'ল। পৰীৰ দৰে সৰু ছোৱালীজনী তাৰ আগেদিয়েই ঘোঁৰাত উঠি পাৰ হৈ গুচি গ'ল। সোণে আৰু এতিয়া তাইৰ বাহিৰে অন্য একো কথা ভাবিব পৰা নাই। কাছাৰী ঘৰত বহি তাৰ মাত্র সেই সৰু ছোৱালীজনীৰ মুখখনেই মনত ভাঁহি আছে। তেনেতে বৰদেউতাকে মাতিলে, সোণ আহ।

ক'লৈ যাব সোণে একো বুজি পোৱা নাই। বৰদেউতাকে চার্ট এটা পিন্ধি ললে। ধুতিখন ঠুৰিয়াই পিন্ধিলে। তাৰ পিছত সিহঁত যিপিনে

খাবলৈ গৈছিল, সেইপিনে নগৈ অকণমান বাঁওফালে বাৰান্দাইদি সযত্নে ৰখা ফুলনিখনৰ ভিতৰলৈ সোমাই গ'ল। যেন এই মহলাত সোমোৱাৰ আগতে প্ৰথমে কিছু ফুল চাই লব লাগে, তেনেকৈয়ে দুৱাৰমুখখন ৰখা হৈছে। নানা তৰহৰ ফুল আৰু ফলৰ গছ। ঘৰৰ ভিতৰতে যে এনে এটা বাট আছে সেইটো বাহিৰৰপৰা অনুমান কৰিব নোৱাৰি। আৰু এয়া কি অট্টালিকা যেন শেষেই নহয়! সোণেও এটা বাটেৰে গৈ গৈ আকৌ অন্য এটা বাট লৈছে। সিহঁতৰ গাঁৱলীয়া ঘৰ-দুৱাৰ। সিহঁতৰ গাঁৱৰ মাত্ৰ প্ৰতাপ চন্দৰ এটা দালানঘৰ আছে, বাকী ঘৰবোৰ টিঙৰ আৰু কাঠৰ। সিহঁতৰ ঘৰৰ মজিয়া আৰু বেৰবোৰ অৱশ্যে পকা কৰা। দক্ষিণৰ ঘৰ, পূবৰ ঘৰ ইত্যাদি—চোতালৰ চাৰিওপিনে থকা ঘৰবোৰৰ একোটা নাম থাকে। ইয়াত তেনে নাম নাই। ইয়াত প্ৰত্যেকটোৱে এটা হলঘৰৰ দৰে। গৈ থাকোঁতে বৰদেউতাই ঘৰবোৰৰ ইয়াত দিয়া নামবোৰ কৈ গৈছিল। বেৰত প্ৰকাণ্ড প্ৰকাণ্ড তৈলচিত্ৰ। সেই তৈল-চিত্ৰবোৰ কাৰ কাৰ, কাৰ কোন বছৰত মৃত্যু হৈছে, কাৰ জন্ম কোন মাহত, বাবুহঁতৰ কোনটো হাতী কেতিয়া কিনা হৈছে, হাতী কিনাৰ গল্প আদি নানান কথা সোণক বাটত যাওঁতে কৈ গ'ল। তাৰ পিছত এটা চিৰি পোৱা গ'ল। চিৰিটো দুমহলালৈ উঠি গৈছে। চিৰিত কাৰ্পেট পৰা। এইবোৰৰ কি নাম সোণে একো নাজানে। বৰদেউতাকে সোণক সকলো কৈ গৈছে। কাৰ্পেটখন কি সুন্দৰ আৰু কোমল! সি সুদা ভৰিৰে গৈছিল। বেগাই গলে কিজানি কাৰ্পেটত ভৰিৰ সাঁচ বহি যায়, সেইটো ভাবি সি বেগ নিদিয়াকৈ অতি লাহে লাহে চিৰিয়েদি উঠিবলৈ ধৰিলে। দুয়োকাষে ৰেলিং। ওপৰত তিৰোতা মানুহ কিছুমান অহা যোৱা কৰি আছে। কিন্তু ভূপেন্দ্ৰনাথৰ কাৰণে অন্দৰ-সদৰ, ভিতৰ-বাহিৰে একোতে বাধা নাই। এঠাইত তেওঁ পৰ্দা এখনৰ কাষত থিয় হৈ ক'লে, আইদেউহঁত মই আহিছোঁ। সোণ বৰদেউতাকৰ পাছতে মনে মনে থিয় হৈ ৰ'ল আৰু চাৰিওপিনৰ ঐশ্বৰ্য্য-বৈভৱৰ দৃশ্য চাই

অভিভূত হৈ পৰিল। তাৰ ভাব হ'ল, ইয়াত মানুহ নাথাকে, দেৱদেৱী সকল থাকে। সি যিমান পাৰে বৰদেউতাকৰ গাৰ কাপোৰবোৰৰ মাজত যেন লুকাই পৰিবলৈ চেষ্টা কৰিলে।

সোণে কাণ পাতি শুনি থাকিবলৈ চেষ্টা কৰিলে। সোণে মাত দিছে, কোনপিনৰ দুৱাৰ খুলি কোনোবা ওলাই আহিছে, সেই ছোৱালীজনী ক'ত? এনেকৈ ভাবি থাকোঁতেই সোণে মন কৰিলে এফালে পৰ্দা এখন লৰিছে। পৰ্দাৰ সিফালে কাৰোবাৰ ভৰিৰ শব্দ শুনা গ'ল। ভূপেন্দ্ৰনাথ যেন অধৈৰ্য্য হৈ পৰিছে। তেওঁ পৰ্দাৰ এই পিনৰপৰা আকৌ মাত লগালে, আইদেউ, আমাৰ সোণ আহিছে।

আইদেউৰ ওচৰত ৰঙা পাৰিৰ শাড়ী পিন্ধি সৰু ছোৱালী এজনী। ছোৱালীজনীয়ে কেতিয়াবাৰে পৰা লাগি আছে—শালিকা চৰাইৰ পোৱালি এটা লাগে। তাই পুতলা ঘৰ সাজিব। পূজাৰ সময় কাৰণে ৰঙা পাৰিৰ অকণমানি শাড়ী এখন পিন্ধিছে। ভৰিত আলতা, কপালত টিপ। চুলিখিনি বব্‌কটা। চকুত দীঘলীয়াকৈ কাজল। হাতত হাতী দাঁতৰ কাম কৰা বগা বালা। কমলে পূজা বুলি কিমানবোৰ যে গহনা পিন্ধিছে। তায়ো আইতাকৰ গাৰ কাষে কাষে বাহিৰলৈ ওলাই আহিল।

ভূপেন্দ্ৰনাথে আকৌ ক'লে—সোণ আহিছে, আইদেউ!

আইদেৱে চাৰিওপিনে চালে। ক'ত ল'ৰাটো! সোণ বৰদেউতাকৰ পাছফালে এনেকৈ গাত লাগি আছে যে সহজে দেখাই নাপায়। কমলে সুধিলে, ককা, সোণ ক'ত?

ভূপেন্দ্ৰনাথে জোৰ কৈ সোণক পাছ পিনৰ পৰা টানি আগলৈ আনিলে, এয়া আমাৰ সোণ!

কমলে ক'লে, চাওঁ সোণ, তোমাৰ মুখখন চাওঁ।

ডাঙৰ মানুহৰ দৰে কমলৰ কথাবোৰ। সেইজনী ছোৱালী! সোণে মূৰ দাঙি চাই দেখিলে। লাজত যেন সি আকৌ তললৈ মূৰ কৰি দিলে।

আইদেৱে অপলক দৃষ্টিৰে সোণলৈ চাই ৰ'ল। ভূপেনে মিছা কোৱা

নাছিল। দেখিলেই বুজিব পাৰি যে এইটো ল'ৰা ভূপেন্দ্ৰনাথৰ কাৰণে অতি আদৰৰ হ'বই। চন্দ্ৰনাথৰ সৰু ল'ৰা—সোণ।

চন্দ্ৰনাথ সদায় আবেলি কাছাৰীঘৰলৈ আহে। কেতিয়াবা ৰাতিপুৱাই দেখা কৰি যায়হি। পূজাৰ সময়ত কামৰ বেছি হেঁচা পৰা কাৰণে ৰাতিপুৱা দেখা দিবলৈ আহিব পৰা নাই। এইবাৰ শচীন্দ্ৰনাথে সোণক আহিবলৈ দিয়াত ভূপেন্দ্ৰনাথৰ মনত বৰ আনন্দ। পূজাৰ কেইদিন তেওঁ অতি ব্যস্ত থাকিব। তথাপিও নিজৰ ঘৰৰ ল'ৰা তিনিটা অহাত তেওঁ বৰ ভাল পাইছে। তেওঁৰ মুখ দেখিলেই তেওঁৰ মনত আনন্দ হোৱাৰ কথা ধৰিব পাৰি। গাঁৱৰ ঘৰৰ পৰা ঘূৰি আহিলেই সদায় তেওঁ আইদেউক কয়, বুজিছে আইদেউ, সোণে যে হাঁহি এটা মাৰে! তাৰ চকু দুটা যে বৰ ডাঙৰ ডাঙৰ হৈছে! কি সুন্দৰ হৈছে ল'ৰাটো! এদিন আনি আপোনাক দেখুৱাম। সেয়ে সোণ আজি আহি পোৱাৰ লগে লগেই টানি ইয়ালৈ লৈ আহিছে।—চাওক, আনিছোঁ ইয়াক। চাওক, ইয়াৰ মুখখন এবাৰ চাওক আইদেউ।

আইদেৱে সোণৰ মুখলৈ চাই চাই মাত্ৰ ভাবিলে, ভূপেনৰ কথাত অতিশয়োক্তি নাছিল। ল'ৰাকণৰ মুখখন একেবাৰে ৰাজকুমাৰৰ দৰে, কুষ্ঠি কৰিছানে নাই!

—সূৰ্য্যকান্তক দিছোঁ কুষ্ঠি কৰিবলৈ।

তাৰ পিছত সোণক ক'লে, সোণ প্ৰণাম কৰ—আইতা তোৰ।

সোণে মূৰ দোঁৱাই সেৱা কৰিব খোজোঁতে আইদেৱে তাক দুহাতেৰে তুলি ধৰি থুঁতৰিটো ছুই মৰম কৰিলে। তাৰ পিছত তাৰ হাতত ৰূপৰ টকা এটা গুজি দিলে। তাৰ হাতত এটা ৰূপৰ টকা, সি ল'বনে, ঘূৰাই দিব ভাবি চালে। বৰ দেউতাকৰ পিনে এবাৰ চালে। তেওঁ চকুৰে ইঙ্গিত দি তাক টকাটো লবলৈ অনুমতি দিলে। বৰ আইদেৱে সোণক এই প্ৰথম দেখা পালে। ইমানবোৰ ঐশ্বৰ্য্যপূৰ্ণ ঘৰ-দুৱাৰৰ ভিতৰত সোণ এই প্ৰথম সোমাল। আইদেৱে সোণক ৰূপৰ টকাটো দি যেন বৰণ কৰিলে। হাতৰ মুঠিতে টকা থাকে, গাৰ আঁচলতে টকা-পইচা বান্ধি

থোৱা থাকে! সোণৰ কাৰণে কি যে আচৰিত কথা! সোণ দুৱাৰ মুখত থিয় হৈ থাকিল। বৰ আইদেৱে টকাটো দি সোণক আশীৰ্বাদ কৰিলে।

মনে মনে কমলৰ অলপ অভিমান হৈছিল। ভূপেন্দ্ৰনাথ তাইৰ আপোন ককা নহয়। কিন্তু তাই ভূঞা ককা বুলি মাতে। ভূঞা ককাই আজি তাইক একোকে কোৱা নাই। সোণৰ ওচৰতো তাইক চিনাকি কৰি দিয়া নাই। কমল এইখন ঘৰৰ মাজুবাবুৰ ছোৱালী। সিহঁত দুজনী বাইভনী। শৰতকালি বুঢ়ীমাকৰ ওচৰলৈ গুচি আহে। এইবোৰ কৈ চিনাকি কৰাই দিব পাৰিলেহেঁতেন। আৰু তাইকে আনদিনাৰ দৰে সুধিব পাৰিলেহেঁতেন—মাজুবাবু ঘৰত আছেনে কমল? কিন্তু ককাই তাইক নামাতিলেই। মাজুবাবুৱে চৰকাৰী অফিচত ডাঙৰ চাকৰি কৰে। তেওঁ বহুতদিন বিদেশ-প্ৰবাসী জীৱন লৈ আছিল। মাকে মাজে মাজে তেওঁৰ দেশৰ কাহিনী কয়। সেই দেশত এখন নদী আছে। নাম টেম্‌চ নদী। সেই দেশত এখন গাঁও আছে, নাম লুজান, এটা গীৰ্জা আছে, সকলোৱে চেণ্টপ'লৰ গীৰ্জা বোলে। গীৰ্জাৰ দুয়োকাষে শাৰী শাৰী উইল' গছ। সন্ধ্যা হ'লে তাত স্কাইলাৰ্ক ফুল ফুলে। অমলা আৰু কমলাই সেইবোৰ গল্প শুনিবৰ সময়ত তন্ময় হৈ যায়। এয়া সমুখত এই ল'ৰাটো, নামটো! সোণ। তাক এইবোৰ গল্প ক'ব লাগিব। নহলে সি ইমান দূৰ নদী-বিল পাৰ হৈ অহা, ইমান ডাঙৰ অট্টালিকাত আহি থকা এইবোৰ এনেয়ে যাব; আৰু এইজনীয়ে কমল, তাইৰ মাক এজনী বিদেশিনী, এইবোৰ কথা—তাক লগত লৈ দৌৰাদৌৰি কৰি খেল-ধেমালি কৰিলেহে সোণক বুজাব পৰা যাব। তাইৰ নিজৰ ককাকে মাক আৰু দেউতাকক ভাল নাপায়। ককাকে দেউতাকৰ কাৰণে কলিকতাত এটা বেলেগে ঘৰ কৰি দিছে। হয়তো বিদেশিনী মাকক আনি এনে সম্ভ্ৰান্ত ঘৰত সোমাবলৈ দিয়াত বাধা আছে। নাই, সেইবিলাক সোণক ক'ব নোৱাৰি। বাইদেৱেকে এতিয়াৰ পৰাই তাইক কিছুমান কথা শিকাই দিছে। বাইদেৱেকে কৈছে, সকলো কথা সকলোকে কোৱা উচিত নহয়। মই কিন্তু সোণ তোমাক সকলো কথা নকওঁ। মোক আইতাই শালিকা

পোৱালি আনি দিব। মই পুতলা খেলিম। তোমাৰ মুখখন দেখিলেই মোৰ পুতলা খেলিবলৈ মন যায়।

সোণে হাতৰ টকাটো জেপত ভৰাই থলে। ভূএগ্রা ককা আৰু সোণ যাবলৈ ওলাল। কমলে আৰু সহ্য কৰিব নোৱাৰিলে। সোণে আইতাকক তাৰ ভাল নামটো কৈছিল। অতীশ দীপঙ্কৰ ভৌমিক। কি যে নাম অ' এইটো! ইমান ডাঙৰ নাম! সেই মাকৰ দেশৰ নামবোৰৰ দৰে। জন মেথুৱেল। মামাহঁতৰ ল'ৰাবোৰ যে কি! তাই মনতেই ৰাখিব নোৱাৰে। সোণৰ নামটোও প্ৰায় তেনেকুৱাই। তাই আৰু ধৈৰ্য্য ধৰিব নোৱাৰিলে। নিজেই মাত লগালে, আইতা, সোণে মোক কি বুলি মাতিব?

ভূপেন্দ্ৰনাথে হয়তো কমলৰ কথালৈ মন দিয়া নাছিল। আইদেউ আৰু ভূপেন্দ্ৰনাথে কিছুমান পাৰিবাৰিক কথা মন দি পাতি আছিল। দূৰ সম্পৰ্কীয় কোনোবা আত্মীয় এজন এইবাৰ পূজা চাবলৈ ইয়ালৈ আহিছে। তেওঁক ভালকৈ দেখাশুনা কৰিবলৈ যাতে বেলেগে মানুহ ৰখা হয়—আইদেৱে তাৰে দিহা কৰিছিল। কিয় জানো, তেতিয়া সোণে কমলৰ পিনে চাই মুখ টিপি টিপি হাঁহি আছিল। মই বাৰু তোমাক কি বুলি মাতিম, এইকণি ছোৱালী—কমল বুলিম! সি যেন সেই বুলি কমলৰ কথাষাৰৰ উত্তৰ দি দিব!

ককা, সোণে মোক পেহী বুলি মাতিব নহয়?—সেইবুলি কৈ তাই এটা গৰ্বৰ দৃষ্টিৰে সোণৰ পিনে চাই থাকিল।

সোণে মন কৰিলে, কমলৰ চকু দুটা ঠিক ক'লা নহয়; ঠিক নীলাও নহয়। ঘন নীল ৰঙৰ সৈতে নাইবা ক'লা ৰঙৰ সৈতে হালধীয়া ৰং হ'ব, নাইবা ঠিক কিযে ৰং—চকুৰে চাই বুজিব নোৱাৰি। তাৰ পিছত ভাব হ'ল যেন বেথুন ফলৰ দৰে ৰং। বেতগুটি পকিলে তাৰ কোঁহ একৰাই আনিলে এনেকুৱা ৰং হয়। সোণে দেখিলে কমলে তাৰ পিনে থল থলকৈ চাই আছে—আৰু মুখখন ওফোন্দাই আছে। কমলৰ মুখলৈ চাই গঙ্গাটোপ বুলি জোকাবলৈ সোণৰ মন গ'ল। কিন্তু চাৰিওপিনৰ

জাকজমক আৰু ঐশ্বৰ্য্যই তাক ভয় খুৱাই ৰাখিছে। সি একো ক'ব নোৱাৰিলে।

তেনেতে ভূপেন্দ্ৰনাথে ক'লে, তোমাক সোণে কমল পেহী বুলি মাতিব?—আইদেৱে কি কয়, কমল সোণতকৈ ডাঙৰ হ'বনেকি?

—হ'ব অলপ। আঠ-দহমাহ মানৰ ডাঙৰ হ'ব।

সোণ যেন অলপ কোঁচ খাই গ'ল। আইদেৱে ক'লে, মাকক এৰি থাকিব পাৰিবতো!

—পাৰিব।

—নোৱাৰিলে ইয়াৰ ভিতৰলৈ পঠাই দিবা।

—দিম বাৰু।

ভূপেন্দ্ৰনাথ এই সংসাৰত এজন অতি আত্মীয় মানুহ। গতিকে তেওঁৰ ঘৰৰ ল'ৰা তিনিওটাই আত্মীয়ৰ দৰে। লালটু আৰু পলটুৰ সমনীয় আইদেউৰ দুটা নাতি আছে। তেওঁৰ ডাঙৰ ল'ৰা অজিত চন্দ্ৰৰ পুতেক আৰু সৰুটো ল'ৰাৰ খুলশালীয়েক। লালটু পলটু আহিলে কাছাৰীঘৰৰ লনত বা পুখুৰীৰ পাৰত সিহঁতৰে সৈতে নানাৰকমৰ বেডমিণ্টন খেলে। বাবুহঁতৰ অন্যান্য আমোলা কৰ্মচাৰীৰ ল'ৰা ছোৱালীবিলাক সমনীয়া নহলেও এটাইবিলাকে একেলগে পূজাৰ দিন কেটা হৈ চৈ কৰি থাকে, যেন প্ৰাণত আনন্দ নধৰা হৈ পৰে। দিন-ৰাতি পূজাৰ বাজনা বাজি থাকে। কেবল বাদ্য বাজি থাকে। ঢাক-ঢোল বাজে, কাঁহ বাজে। অষ্টমীৰ দিনা বাবুহঁতৰ ঘৰে ঘৰে বলিৰ পাঠা। শীতলক্ষাৰ পাৰে পাৰে সেই সময়ত কি যে জাক-জমক! নবমীত ম'হ বলি পৰে। বলিশালত পাঠা আৰু ম'হৰ সমাৰোহ। পুৱাবে পৰা কমলে বৃন্দাবনীৰে সৈতে ফুল তুলিবলৈ গৈ ফুলনিত মৌ-মাখিৰ দৰে ফুলে ফুলে যেন উৰি ফুৰে। কলিকতাৰ কমল গাঁৱলৈ আহি পূজাৰ এই দিন কেইটা অকণমানি পখী এটিৰদৰে হৈ পৰে।

এসময়ত কমল আৰু সোণে হাতত ধৰাধৰি কৰি গোটেই প্ৰাসাদ ঘূৰি ফুৰিবলৈ ধৰিলে। দুয়ো হাঁ হাঁকৈ হাঁহিলে। হাঁহিবৰ সময়ত সোণে

তাৰ হাঁহিটো প্ৰকাণ্ড হল ঘৰত কি দৰে প্ৰতিধ্বনি হয় সি কাণ পাতি শুনিবলৈ চেষ্টা কৰিলে। কমলৰ হাতত ধৰি সি লৰ মাৰিলে। ডাঙৰ ডাঙৰ খিৰিকী আৰু দীঘল দীঘল বাৰান্দা। দৌৰিবৰ সময়ত সি পকেটটো ধৰি আছিল। পকেটত টকাটো আছে। দৌৰি দৌৰি সিহঁত অন্দৰ মহলৰ একেবাৰে পাছ ফালে আহিল। কি যেন এক নিৰ্জন, ঘৰৰ পাছফালে ডাঙৰ ডাঙৰ গছবোৰ। শাৰী শাৰী তামোলৰ বাৰী। কমলে সোণৰ হাতত ধৰি আকৌ ঘৰলৈ ঘূৰি আহিবৰ সময়ত ক'লে, সোণ, সৌৱা চা—মোৰ বাইদেউ। যাবি তালৈ ?

সোণে মাত্ৰ ডিঙিটো বেঁকা কৰি দিলে। সি এতিয়াও কমল বা কমল পেহী একো নামেৰেই তাইক মতা নাছিল। মাত্ৰ কমলৰ হাতত ধৰি গৈ আছিল।

কমলৰ বাইদেৱেক বাৰান্দাৰ ৰেলিঙত ধৰি থিয় হৈ আছিল। সোণে তাইৰ নাম ক'ব পাৰে।—নামটো অমলা, ৰেলিঙত ধৰি তললৈ মুৰ কৰি তালৈ চাই আছে। আঁঠুলৈকে দীঘল ফ্ৰক পিন্ধা। কান্ধলৈকে চুলি। একেবাৰে সোণালী ৰঙৰ চুলি। আৰু ওচৰ পোৱাৰ লগে লগে দেখিলে চকু দুটা একেবাৰে নীলা।

কমলে ক'লে, এইটো সোণ।

বাইদেৱেকে যেন হঠাৎ টোপনিৰ পৰা সাৰ পাই উঠিল, এনেভাৱে চালে। কমলে ক'লে, কি সুন্দৰ নাম নহয় !

অমলাই যেন কমলাৰ কথা শুনা নাছিল। তাই সুধিলে, কি নাম তোমাৰ ?

ছোৱালীজনীয়ে তাক সুধিছে—তাৰ ভাল লাগি গ'ল। সি ছোৱালী-কেইজনীৰ দৰে উচ্চাৰণ কৰিবলৈ চেষ্টা কৰি উত্তৰ দিলে, মোৰ নাম শ্ৰীঅতীশ দীপঙ্কৰ ভৌমিক।

—মোক তুমি কি বুলি মাতিবা ?—অমলাই সুধিলে।

কমলে মাত দিলে, সোণ, তোৰ পেহী হ'ব। অমলা পেহী।

কমলা ছোৱালীজনী যেন এটি পুতলা। সকলোৱে কমল বুলি মাতে।

সোণে অতি লাহে লাহে, মাত কথাবোৰ সিহঁতৰ দৰে উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিলে, তুমিও মোৰ কমল পেহী।

কমলাৰ ভীষণ ফূৰ্তি লাগিল। অমলাই আকৌ তললৈ মূৰ বেঁকা কৰি কিবা যেন চাবলৈ ধৰিলে।

সোণে সুধিলে, কমল, তুমি ঘোঁৰাত উঠিব পাৰা?

কমলে ক'লে, ঐ তই আকৌ মোৰ নাম কাঢ়িছ কিয়? মই কিন্তু ককাক লগাই দিম।

সোণৰ মনটো বিমৰ্ষ হৈ পৰিল। সি হঠাৎ ক'লে, মই বৰদেউতাৰ ওচৰলৈ যাম। সোণৰ খং উঠা যেন পাই কমলে আন কথা উলিয়ালে। ওঁ মই ঘোঁৰাত উঠিব পাৰোঁ।

তাৰ পিছত সোণক ওচৰলৈ টানি আনি তাই সোণৰ উচ্চাৰণৰ ভুল এটা শুধৰাই দিলে। সোণৰ মনৰপৰা যেন তেতিয়াও বিমৰ্ষ ভাবটো মাৰ যোৱা নাই। কমলক যেন তাৰ ক'বলৈ মন গ'ল, মোৰ এজন পগলা বৰদেউতা আছে। কিন্তু সি সেইটো কথাৰ সলনি অন্য কথা উলিয়ালে। ওপৰৰ ছাটত ইমান ডাঙৰ ডাঙৰ পুতলাবোৰ আছে। পুতলাবোৰ উৰি যাব খোজা যেন লাগে।

কমলে ক'লে, নদীৰ পাৰত কুশবনবোৰ ফুলিবলৈ ধৰিলে সিহঁত থিৰেৰে থাকিব নোৱাৰে। বাকী কথাখিনি নক'লে। অমলাই তাইক কৈছিলে, কুশ ফুল ফুলিলে সিহঁতৰ গাৰ কাপোৰ ঠিক নাথাকে, সকলোবোৰ খহাই নদীৰ পাৰলৈ উৰি যাব খোজে।

পৰীৰ কথা শুনি অমলা যেন আকৌ টোপনিৰপৰা সাৰ পোৱাৰ দৰে মূৰ দাঙি সোণৰ পিনে চালে। তাই যেন সোণক এই প্ৰথম দেখিলে, এনে লাগিল। তাই সোণৰ চুলিৰ মাজত হাত এখন সুমুৱাই দিলে। সকলো কথা যেন পাহৰি গৈছে, এনে ভাবে তাই সুধিলে, কাৰ ল'ৰা অ'?

উ আই, তুমি নাজানাই! তোমাক মই কোৱা নাই—আমাৰ সোণ—চন্দ্ৰনাথ ককাৰ ল'ৰা।

অ'মা! হয়নেকি? তেন্তেতো এইটো আমাৰ 'জিনিচ'—এনে ভাবেৰে তাই সোণক বুকুৰ মাজত সাবটি ধৰিলে। সোণ অকণমান আঁতৰ হৈ গ'ল। ছোৱালীজনীৰ শৰীৰত কি যেন এটা সুগন্ধি। বাৰীত বেল ফুল ফুলিলে সি এনেকুৱা গোন্ধ এটা পায়। অমলাৰ চকু দুটা ইমান নীলা যেন আকাশৰ ৰঙো হাৰ মানিব। চকু দুটা এবাৰ সোণৰ ছুই দিবলৈ মন গৈছিল। পাহি সৰি পৰিব খোজা বিষণ্ণ গোলাপৰ দৰে দুটি কাতৰ চকু। অমলাই উত্ৰাৱল হৈ চিঞৰি ক'লে,—তুমি সোণ, আহাঁ, আহাঁচোন, —সেইবুলি তাই হঠাৎ সোণক সাবটি ধৰি মৰম কৰিব খুজিলে।

সোণে আকৌ ক'লে,—মই ববদেউতাৰ ওচৰলৈ যাওঁ।

—কি হ'ল, বাইদেউলৈ তোৰ ভয় কিহৰ?

অমলাই ক'লে, শুনা, চাওঁ—অমলাৰ মনত হঠাৎ বৰ ফূৰ্তি লাগিল। সোণৰ হাঁহি থকা ধুনীয়া মুখখন, আকাশৰ দৰে উজ্জ্বল মুখখনলৈ চাই চাই অমলাৰ বৰ ভাল লাগিল। আহাঁ মোৰ কাষলৈ আহঁা—। আহঁানা—কিহৰ ভয়। কমলৰ দৰে ময়ো তোমাৰ পেহী। মোক তুমি অমলা পেহী বুলি মাতিবা।—আহঁা—আহঁানা।

কমলে ক'লে,—যা, একো ভয় নাই যা।

সিহঁত চিৰিয়েদি নামিবৰ সময়ত সৰুনবৌৱে দেখি সুধিলে। কাৰ ল'ৰা এইটো?

—সোণ, চন্দ্ৰককাৰ ল'ৰা।

চাকৰণীবোৰে দেখি সুধিলে, আঐ দেহি! এইটো কাৰ ল'ৰা?

কমলে গৰ্বেৰে সোণৰ চিনাকি দিলে, নাজান? চন্দ্ৰককাৰ ল'ৰা।

কথা নকয় অ' ল'ৰাটোৱে! অ' আই, কি ল'ৰা অ' এইটো! অমলাই হাঁহিবলৈ ধৰিলে।

সোণে আকৌ ক'লে, মই ববদেউতাৰ ওচৰলৈ যাওঁ।

কমলা যে সোণতকৈ ডাঙৰ—তাইৰ চকুৱে-মুখে তেনে এটা ভাব। সোণ আহ, তই মোৰ লগত আহ। বাইদেউ, তই সোণক কিয় জোকাই আছ?

অমলাই ক'লে, ক'ত জোকালোঁ মই? সোণ আহঁ।—

সিহঁত আইতাকৰ কোঠাত সোমালগৈ। আইতাকৰ কোঠাটোও যেন এটা প্ৰকাণ্ড হলঘৰ। ডাঙৰ ডাঙৰ পালেং পৰা আছে। বাৰান্দাত এটা মইনা চৰাই। অমলাই সজাটো এবাৰ ঘূৰাই দিলে। কমলে মইনাটোক ক'লে,—ইয়াৰ নাম সোণা বুজিছ, সোণা। চৰাইটোৱে সজাটোৰপৰা মাত লগালে—কমল, কমল, বোল। সোণা সোণা বোল। সোণে চৰাইৰ মাতত তাৰ নামটো শুনি আচৰিত হৈ গ'ল। সোণক দেখি চৰাইটোৱে যেন সজাৰ ভিতৰৰ পৰা ওলাই আহিব খুজিলে।

আইতাৰ প্ৰকাণ্ড কোঠাটোত সোমাই অমলাই পালেং এখনত জঁাপ মাৰি উঠিল। তাই আলমাৰিৰ ওপৰৰপৰা এটা ডাঙৰ চুটকেচ নমাই আনিলে। সোণক কিবা এটা হয়তো দিব খুজিছে। কমলেও তাইৰ চুটকেচটো খুলিলে। সিহঁতৰ কোনে আগতে বাকচৰ পৰা কিবা বস্তু উলিয়াই সোণক দেখুৱাব পাৰে তাৰ চেষ্টাত লৰালৰি লগালে। অমলাৰ বয়স হয়তো এঘাৰ বছৰমান হ'ব। আৰু কমলাৰ দহ বছৰমান হ'ব। অৱশ্যে সঠিককৈ ক'ব নোৱাৰি। সোণক 'খুচি' কৰিবলৈ দুয়োজনীৰ মাজত প্ৰতিযোগিতা হ'বলৈ ধৰিলে। সৰু সৰু মণি শামুক, ৰঙীণ পাথৰ আদি নানা ধৰণৰ বস্তু দুয়োজনীয়ে তাৰ সমুখত উলিয়াবলৈ ধৰিলে। কমলে ক'লে, তোক লাগে সোণ?

—সোণে ক'লে, নালাগে মই একো নলওঁ।

অমলাই ক'লে, এয়া চোৱাঁ, কি সুন্দৰ ছবি, লাগে এইখন ছবি?

—নাই নালাগে, মোক একো নালাগে।

অমলাই আকৌ ক'লে, এই চোৱাঁ কি সুন্দৰ ম'ৰাচৰাইৰ পাখি! এই পাখিৰ কলমেৰে তুমি লিখিব পাৰিবা।

—মই বৰ দেউতাৰ ওচৰলৈ যাওঁ কমল।

—দেখিছ আকৌ, বাইদেউ, সোণে মোক কমল বুলি মাতিছে। পেহী বুলি মতা নাই।

অমলাই হাঁহিলে, তাই এইবাৰ সোণক পুতলা বায়স্কোপ এটা দিব

খুজিলে। অমলা আৰু কমলাই যি যিমান পাৰে তূণৰ পৰা শেষ শৰ নিক্ষেপ কৰিলে। অমলাই সোণৰ চকুত বায়স্কোপটো লগাই দি ক'লে, ভালকৈ চকুত লগাই লোৱাঁ। ওঁ চোৱাঁ, কি সুন্দৰ সুন্দৰ ছবিবোৰ ওলাইছে। চোৱাঁ, ডালিমগছৰ তলত বহি কি সুন্দৰ ছোৱালী এজনী খোপাত ফুল পিন্ধি আছে, দেখিছা? তাৰ পিছত অমলাই আৰু এখন শ্লাইড্ লগাই ক'লে, এইবাৰ চোৱাঁ, দুটা চিপাহী, মূৰত টুপী, কাষত দুটা বান্দৰ। ডিঙিত ধৰাধৰি কৰি আছে। আৰু সোণক নাচ দেখুৱাইছে।

সোণে মিচিক্‌কৈ হাঁহি দিলে। বান্দৰৰ নাচ দেখি তাৰ মনটো পাতল হ'ল। সাহটো যেন অলপ বাঢ়িল।

অমলাই আকৌ ক'লে, এই চোৱাঁ, অমলাই ছবিখন লুটিয়াই দিয়াৰ লগে লগে সোণে দেখিলে, এটা নিজৰা, এটা পখিলা আৰু জোপোহা এটাৰ মাজত এটা প্ৰকাণ্ড বাঘ। সোণে চকু দুটা ডাঙৰ কৈ মেলি দি হঠাৎ উচ্ছ্বসিত হৈ ক'লে, অমলা, বাঘ!

—এয়া তুমি মোকো নাম কাঢ়ি মাতিছা। সেইবুলি কৈয়েই অমলাই আনন্দতে সোণৰ গাল এখনত নিজৰ গালেৰে হেঁচি ধৰিলে।

কিছুসময় পিছত সোণক লৈ কমলা আৰু অমলা দালানৰ ছাটৰ ওপৰত উঠিল। শীতলক্ষাৰ বুকুত ক্ৰমে সন্ধ্যা নামি আহিছে। দূৰৰপৰা ডায়নামোৰ শব্দ আহিছে। চাৰিওপিনে উজ্জ্বল পোহৰ। সোণৰ মনত ভাব হ'ল যেন ইয়ালৈ অহাৰ লগে লগে গোটেই পৃথিৱীখন আনন্দত জকমকাই উঠিছে। কিমান দূৰলৈকে পোহৰ বিয়পি পৰিছে। মাটি, গছ-ফুল, পশু-পক্ষী এটাইবোৰ পোহৰ হৈ পৰিছে! ছাটখন ইমান ওখ! সি ছাটখনৰ ওপৰত দৌৰিবলৈ ধৰিলে। কাষৰ জালিকটা চাপৰ বেৰৰ ওপৰেদি মূৰ ওলোমাই তললৈ চালে। তলৰ পুখুৰীৰ পানীবোৰ জিলমিলাই আছে। পানীত বিজুলী পোহৰৰ প্ৰতিফলন হৈছে। দূৰত শীতলক্ষা নদী, নদীৰ পাৰত বহল বালিচৰ; তাৰ পিছতেই পিলখানাৰ পথাৰ। সেই পাৰত হাতীটো বন্ধা থাকে। সোণে ছাটত উঠি সেইবোৰ চাবলৈ চেষ্টা কৰিলে। অমলা আৰু কমলাৰ সৈতে তাৰ এতিয়া সম্পূৰ্ণ

বন্ধুত্ব হৈ গৈছে। সিহঁতৰ লগে লগে সিও এতিয়া গোটেই ঘৰৰ ইমূৰ-সিমূৰ কৈ দৌৰি ফুৰিছে। অমলা আৰু কমলাৰ শৰীৰত কিবা যেন এটা মৃদু সৌৰভ! সেই সৌৰভে তাৰ মনৰ ভিতৰত এক অনুভূতিৰ সঞ্চাৰ কৰিছিল। সিহঁত দুজনীয়ে তাক মাজত সুমুৱাই লৈ চাৰিওপিনৰ বস্তু আৰু ঠাই দেখুৱাবলৈ, নানাৰকমৰ খা-খবৰ দিবলৈ ধৰিলে। কোন-পিনে গলে পিলখানাৰ পথাৰ ওলাব, পথাৰৰ চিৰিত যে এটা বগা পাথৰৰ ষাঁৰ গৰু আছে। গৰুটোৰ ডিঙিত মতি ফুলৰ মালা পিন্ধোৱা আছে;—ইত্যাদি নানান খবৰ তাক দিলে। ছাটৰ ওপৰত সোণক দুই বাই-ভনীয়ে মাজত থিয় কৰি লৈ বাৰে বাৰে ক'লে—সি যেন সোনকালে ডাঙৰ ল'ৰা হয়। মাকক এৰি থৈ সি এতিয়া ইমান দূৰলৈ অকলে আহিব পৰা হৈছে; সি যেন ইতিমধ্যেই বহুত ডাঙৰ হৈছে। এতিয়া আৰু তাৰ ভয় ভয় ভাবটো নাই। সিবাৰ মেলাত বৰাধানৰ আথৈ খাই খাই, ঘোঁৰাদৌৰৰ খেল পথাৰত ফেলু চেখৰ ঘোঁৰা চাই চাই—পৃথিৱীৰ এক অপূৰ্ব ৰূপ সেণেৰ চকুৰ আগত ভাঁহি উঠিছিল।—ঠিক সেইদৰেই আজিও এই ছাটত আকাশৰ গ্ৰহ নক্ষত্ৰ আৰু চাৰিওপিনৰ মাধুৰ্য্য উপভোগ কৰি সোণৰ মনত এক অপূৰ্ব অনুভূতিৰ সঞ্চাৰ হ'ল। তাৰ মাকৰ মুখখনলৈ মনত পৰিল। অমলা আৰু কমলাৰ সান্নিধ্যই যেন হঠাৎ তাক আৰু উৎসাহিত নকৰা হ'ল। সি ছাটৰ একোণত মনে মনে মাত-বোল নোহোৱাকৈ বহি থাকিল। তাক বৰ বিষণ্ণ হৈ পৰা যেন লাগিল। অমলা আৰু কমলাই তাৰ ওচৰলৈ আহি মৰম কৰিব খোজাত সি প্ৰায় কান্দি পেলাব খুজিছিল। এই দূৰ দেশলৈ আহি মাকৰ কাৰণে সোণৰ হঠাৎ মনটো ছটফটাবলৈ ধৰিলে।

ভীষণ অন্ধকাৰ। গছৰ পাত এখিলাও লৰচৰ কৰা নাই। গাঁওখন ক্ৰমে সেই অন্ধকাৰত ঢাক খাই আহিছে। কোনো ক'তো সাৰে থকা

নাই। সেই ৰহস্যপূর্ণ নাওখন কেনি যায় ক'ত থাকে, কোনেও ক'ব নোৱাৰে। ৰাতিৰ আন্ধাৰত আকৌ আহি নৈৰ দাঁতিত সেই নাও হাজিৰ। এখন প্ৰকাণ্ড নাও; আৰু এজনী গাভৰু ছোৱালী ধৰি বান্ধি সেই নাৱত তুলি লৈ আন্ধাৰৰ মাজতে অদৃশ্য হৈ গ'ল।

উত্তেজিত হৈ মহেন্দ্ৰনাথে মাতিলে—শচী, অ' শচী!

কোনো সা-শব্দ নাই। তেওঁ আকৌ মাতিলে, অলিমদ্দি, অ' অলিমদ্দি—

কাৰো মাত নাই। পূবৰ ঘৰত কিবা চিঞৰ-বাখৰ হৈছে। বেগাই উঠা, শোৱাৰ পৰা উঠা, কোন ক'ত আছা বেগাই আহঁা! দীনবন্ধুৰ ঘৈণীয়েক চিঞৰি চিঞৰি আহি আছিল। দীনবন্ধুৱেও বাহিৰলৈ ওলাই চিঞৰিবলৈ ধৰিলে—আপোনালোক সকলো উঠক—সৰ্বনাশ হৈছে, সৰ্বনাশ! শচীন্দ্ৰনাথে সাৰ পায়েই মূৰ শিতানৰ পিনে থকা যাঠি এপাট তুলি ললে আৰু বেগাই বাহিৰলৈ ওলাই আহিল। অলিমদ্দিয়ে ক'লে, ময়ো তামোলৰ যাঠি এডাল লৈছোঁ।

ভুজঙ্গ, কবিৰাজ, কালাপাহাৰ চন্দৰ দুই পুতেক আৰু গৌৰ চৰকাৰ সকলো সদলবলে আহি গোট খালেহি।—কি হৈছে?—সকলোৱে সুধিলে।

—আৰু কি হ'বলৈ আছে—আমাৰ সকলোৰে মান-সন্মান গৈছে।

আন্ধাৰৰ মাজে মাজে সকলো ওলাই গ'ল। আকাশ ডাৱৰীয়া। এটাও তৰা নেদেখি। নয়াপাৰাত খবৰ দিয়া হৈছে! টোডৰ বাগৰপৰা মনজুৰ, আবেদালি আৰু হাজি চাহাবৰ তিনি পুতেক আহি পালেহি। ক'লে, কোনপিনে যোৱা যায়?

শচীন্দ্ৰনাথে ক'লে, নৈৰ পাৰৰ পিনে ব'লাহঁক। ৰাতি ৰাতি যদি সেইখন নাও গৈ থাকে তেন্তে ধৰিবগৈ লাগিব।

জয়, জয় মা, মঙ্গলচণ্ডীৰ জয়! ৰাখে হৰি মাৰে কোনে! দুখিনী মালতীক তোমাৰ হাতত সপিলোঁ মা—তুমি যেন তাইক ৰক্ষা কৰা মা—

শচীন্দ্রনাথে নাৱত উঠি ইফালে সিফালে চাই হঠাৎ সুধিলে, জব্বৰ কত? সিতো গাঁৱতে আছিল এই কেইদিন! সি নাই কিয়?

আবেদালিয়ে হাওঁ হাওঁকৈ কান্দি দিলে, অ' কৰ্তা—মোৰ সকলো গ'ল; ল'ৰাৰ কচুৰ মই কেনেকৈ শোধ কৰিম দেউতা!—আবেদালিৰ আচৰণত সকলোৱে তবধ মানিলে।

এদল মানুহ থানালৈ গ'ল। থানাৰ চবিৰুদ্দিন চাহাবক খবৰ দিব লাগে।

শচীন্দ্রনাথে ক'লে, ঠিকেই, জব্বৰৰ কামেই হয়। ব'লা, নাও লোৱাঁ।

নাও নমাই দিয়াঁ, পানীত নাও চলাই দিয়াঁ। কিংবদন্তিৰ নাও। সোণৰ নাও, বতাহৰ বঠা। এৰা, নাও এৰি দিয়াঁ, নাও চলাই দিয়াঁ। ৰাতিৰ অন্ধকাৰত জয়, জয়মালা, মা গন্ধেশ্বৰী, মা পটেশ্বৰী, মা তোৰ দেশত জলে-থলে সকলোতে দুখ মা, কেতিয়াবা ভাল ফল কিবা হ'বনে নহয়—কোনে জানে! শচীন্দ্রনাথে চিঞৰি ক'লে, তিনি পিনে ওলাই যোৱাহঁক। এদল ফাওচাৰ বিলেদি, এদল সোণালী বালিৰ নদীয়েদি। যিটো দল পশ্চিমে যাবা নাৱত পাল তুলি যাবা।

নাও এতিয়াই এৰি নিদিলে ডকাইতক বিচাৰি লগ পোৱা টান হ'ব। শচীন্দ্রনাথে ক'লে, মই যাওঁ—যিপিনে চৰত ৰাতি চাকি জ্বলি থকা দেখিছিলোঁ, সেইপিনে। মোৰ লগত নৰেনদাস ব'লা—সকলোবিলাকে এইবাৰ মূৰৰ ওপৰত বঠা তুলি লৈ চিঞৰি উঠিল—অ' মা, তোৰ এই সুজলা সুফলা দেশ মা, তই আকৌ কিয় দেশখনত জুই জ্বলাব খুজিছ! পৃথিৱীত মানুহবিলাক মিলিজুলি নাথাকে কিয়? কি কাণ্ড হ'ল মা সিদ্ধেশ্বৰী! তই তাইক এইবাৰলৈ ৰক্ষা কৰিবি মা!

—মোৰ লগত আৰু কোন যাব! নৈৰ পাৰে পাৰে হাবি আৰু অন্ধকাৰ। তাত পোহৰ নোসোমায়, আনকি জোনাকী পৰুৱা এটাও নোলায়। নিজম নিশা, হাবিত সাপ বাঘ কত কি আছে! সেই হাবিৰ পিনে শচীন্দ্রনাথৰ বৰ নাও আগুৱাই যাবলৈ ধৰিলে। ইমানপাৰে গাঁৱৰ মাজত বেছ চিঞৰ-বাখৰ হুলস্থূল হৈ পৰিছে। ইঘৰৰপৰা সিঘৰ। ইখন

গাঁৱৰপৰা সিখন গাঁৱলৈ নাওবোৰ অহাযোৱা কৰিবলৈ ধৰিলে। টেবাৰ ভায়েক ককায়েক দুয়োটাই খবৰ পায়েই দৌৰি আহিছে। তিৰোতা মানুহৰ মাজত গুণগুণনি। সকলোৰে চকুৱে-মুখে ভীতিৰ চিন। দেশখনত যে কি হ'ল! এনে এখন দেশ উচন যাব! হায় হায়—আৰু সৰ্বনাশ হ'বলৈ কি বাকী থাকিল! গাঁৱৰ বাকীবোৰ মানুহ নোশোৱাকৈ বহি থাকিল। কোনেও আৰু সেই ৰাতি শুবলৈ উঠি যাব নোৱাৰিলে।

শচীন্দ্ৰনাথ, বৰমিঞা, মনজুৰ আৰু নৰেনদাস নাৱৰ গুৰিৰ পিনে বহিছে। অলিমদ্দি, গৌৰ চৰকাৰ আৰু প্ৰতাপ চন্দৰ পুতেক দুটা আগৰপিনে বহিছে। সকলোৰে হাতত বঠা। মূৰৰ ওপৰত আকাশ। মাজে মাজে একোছাটি বতাহ। সকলোৰে হাতৰ বঠা একেলগে উঠিছে আৰু নামিছে। এই কোবত তেওঁলোকে ঘণ্টাত প্ৰায় বিছ ক্ৰোশ পাৰ হৈ যাব পাৰে। গুৰি বঠা টানকৈ ধৰি আছে—মনজুৰে। এই অপমান মাত্ৰ নৰেনদাসৰে নহয়, গোটেইবিলাক মানুহৰে। উত্তেজনাত মনজুৰে চকুমুখ ৰঙা কৰি চিঞৰি উঠিল, জব্বৰ, তই সকলোৰে মুখত ছাই সানিলি!

ডকাইতৰ বৰ নাৱৰ সন্ধানত নৈৰ চৰৰ কাষত তেওঁলোকৰ নাও ৰখালেগৈ। কিন্তু ক'ত সেই নাও? কোনো চিনচাব নাই। চাৰিওপিনে কেৱল পানী। হাতত দাঁৰ বঠা লৈ মানুহবিলাক বৈ থাকিল। আদিগন্ত কেৱল পানী। মাজে মাজে অ'ত ত'ত দুই এটা মাছে জঁপিয়াই শব্দ কৰিছে। ধাননিৰ মাজত, ক'ৰবাৰ বালিহঁাহৰ শব্দ। শচীন্দ্ৰনাথে ক'লে, এইবাৰ নাও দক্ষিণৰ ফালে মুখ কৰি দিয়া।

সমুখত, নৈৰ কাষে কাষে প্ৰকাণ্ড গজাৰি গছৰ হাবি। সেই হাবিৰ মাজে মাজেও পানী। মূৰৰ ওপৰত অৰণ্যৰ অন্ধকাৰ। তলত পানী, ক'ৰবাত এবুকু, ক'ৰবাত একাঁঠু, ক'ৰবাত ক'ৰবাত পানীৰ তলতো হাবি-বন ডুব গৈ অৰণ্যৰ সৃষ্টি হৈছে। শচীন্দ্ৰনাথৰ নাও গছৰ মাজে মাজে পানীয়েদি অৰণ্যৰ ভিতৰলৈ সোমাই গ'ল। আন্ধাৰত তেওঁলোকে প্ৰথমে একো মনিব নোৱাৰিলে। হাবিৰ মাজত মাত্ৰ জোনাকী

পক্ষৱাবোৰে জিলমিল কৰি আছে। হাজাৰ হাজাৰ জোনাকীপক্ষৱা। সেই জোনাকীপক্ষৱাৰ পোহৰেও অৰণ্যৰ অন্ধকাৰ কমাব পৰা নাই। নৰেনদাসে ক'লে, এই আন্ধাৰত কাক বিচাৰি পাবা ?

ক'ৰবাত কিছুমান চৰায়ে মাতিলে। কাৰো মুখত মাত-বোল নাই। ওচৰত ক'তো গাঁও নাই। বহুতদূৰ নাও বাই যোৱাৰ পিছত সুন্দৰপুৰ গাঁও পোৱা যাব। তেওঁলোক যিমানেই অৰণ্যৰ ভিতৰলৈ সোমাই গৈছে সিমানেই আৰু বেছি নিৰ্জন হৈ পৰিছে। আনকি গছপাতৰো কোনো শব্দ নাই। গভীৰ অৰণ্য! ক'তো পাতল বনৰ সুৰুঙা নাই। চাৰিওপিনে ডাঠ বেতগছৰ জোপোহা। মূৰৰ ওপৰত হাজাৰবিধ লতাজাতীয় গছ। এই ভয়াবহ আন্ধাৰৰ মাজত ক'ৰবাত যদি কেনেবাকৈ পোহৰৰ চিন পোৱা যায়, কেনেবাকৈ যদি কোনোবা নাৱৰ শব্দ শুনা যায়! গম পালেই গৈ ধৰিব পৰা যাব, কাৰণ, ইয়াত সোনকালে যেনি তেনি পলাই ওলাই যোৱাৰ বাট নাই। ডকাইতৰ কাৰণে ইয়াতে লুকাই থাকি ৰাতিটো কটাই দিবলৈ অতি সুচল ঠাই। আন্ধাৰৰ মাজে মাজে এই হাবি পাৰ হৈ লব পাৰিলেই মেঘনা নদী।—আৰু মেঘনাত পাল তুলি দিব পাৰিলেই কোনো ভয় নাই। নদীত কাৰ নাও কেনি গৈছে কোনে খবৰ ৰাখে! গতিকে এই গজাৰি হাবিৰ মাজতে সিহঁতক ধৰিব লাগিব। শচীন্দ্ৰনাথহঁতে তন্ন তন্নকৈ চাৰিওপিনে চাবলৈ ধৰিলে, মালতীক বিচাৰিবলৈ ধৰিলে। মানুহবিলাকে ফুচ্‌ফুচাই কথা পাতিছে। গছৰপৰা দুই এখিলা পাত সৰি পৰিছে। পাত কেইখিলা পানীত উটি নদীৰ বুকুৰেদি গৈ থাকিল। পানীত পাত উটি যোৱাৰ শব্দ। অ'ত ত'ত চৰাইৰ শব্দ—সেইবোৰৰ মাজত যেন তেওঁলোকৰ নাৱৰ শব্দ মিলি থাকিল। সেইদৰেই তেওঁলোকে ডকাইতৰ বৰনাৱৰ সন্ধানত গৈ থাকিল।

কিন্তু সেই নাও দেখিবলৈ পোৱা নগ'ল। কিংবদন্তিৰ গুনাইবিবিৰ গীতো তেওঁলোকে শুনিবলৈ নাপালে। কি সাংঘাতিক ডকাইত! মালতীৰ নিচিনা এজনী জবৰদস্ত যুৱতীক সিহঁতে হাফিজ কৰি দিলে!

শচীন্দ্ৰনাথে যেন পৰাহত কণ্ঠে ক'লে নাও নলৈ উলিয়াই দিয়া-সিহঁতৰ বৰ নাও কিজানি নৈয়েদিয়েই বহুদূৰ গুচি গৈছে।

—জব্বৰ, ছোৱালীজনীয়ে কি ক'লে ?

—একো কোৱা নাই, মিঞা।

—একো নক'লে, মই কেনেকৈ মন জানিম ?

—অলপ ৰ'বলৈ দিয়কচোন !

—ৰাতি পুৱাবৰে হ'ল দেখোন, বেছি পৰ নাই আৰু জব্বৰ।

জব্বৰ এইবাৰ তক্তাৰ ওপৰত উঠিল। নাও গজাৰি হাবি পাৰ হৈ নদীত পৰিছেহি, উত্তাল মেঘনা নদী। ক্ৰমে নদীৰ ডাঙৰ ডাঙৰ ভাঁজ-বোৰ পাৰ হৈ নাও আগুৱাই যাবলৈ ধৰিলে। এতিয়া নাও যেনিয়ে তেনিয়ে চলাই যাব পাৰি, কোনো এটি নিৰ্দিষ্ট বাটেহে নিব লগাৰ সমস্যা নাই। সিহঁতে কিছুদূৰ গৈ ক'ৰবাত কাষৰ হাবিত লুকাই থকাৰ কথা ভাবিলে। ছোৱালীজনীক বশ কৰিব নোৱৰালৈকে তেনেকৈ ক'ৰবাত থাকিব লাগিব। হিন্দুৰ ঘৰৰ যুৱতী ছোৱালী মালতীক বশ কৰি চহৰৰ মিঞাই পলুৱাই নিব খুজিছে। আৰু পলম সহ্য নহয়। উপায় নাপালে মিঞাচাবে জবৰদস্তি কাম হাচিল কৰিব। কিন্তু ছৈৰ ভিতৰলৈ কাৰ সাধ্য যায়! মালতী বাঘিনী এজনীৰ দৰে হৈ আছে। ছৈৰ ভিতৰ সোমালেই যেন কামুৰিব খোজে। মাজে মাজে তাইৰ হিকতি উঠিছিল, মাজে মাজে পাগলীৰ দৰে চিঞৰিছিল। ভয়ত তাইৰ মুখৰ ভিতৰত থুই নোলোৱা হৈছিল। ডিঙি শুকাই গৈছিল। তাইৰ হাতভৰি বন্ধা। তথাপি ছোৱালীজনীয়ে ছৈৰ ভিতৰত দপ্‌দপাই আছে। কেতিয়াবা হয়তো মনে মনে বাগৰি পৰি আছে। চাৰিটা নাৱৰীয়া, মিঞাচাব, তেওঁৰ দুটা চাকৰ আৰু জব্বৰ। জব্বৰ মাজে মাজে ছৈৰ ভিতৰলৈ যায়। মালতীক কথা কৈ কৈ ফুচুলাই বশ কৰিবলৈ চেষ্টা

কৰে। পিছলৈ এই মিঞা মহাজনে তাইক বিবি কৰিব। দুই চাৰিদিন নাৱত ঘূৰি ফুৰি শৰীৰত মুকলি বতাহ লগাই ফূৰ্তি কৰিব। তাৰ পিছত মিঞাই বিবি কৰি ঘৰলৈ লৈ যাব। এনে বৰষুণৰ দিনত মনে আৰু একোকে মানিব নোখোজে। মনে যেন উখল মাখল কৰি নদীৰ চাপৰিলৈ দৌৰ দিব খোজে! আৰু এনে এটা যৌৱন লৈ শৰীৰ জ্বলি পুৰি মৰাৰ জানো কিবা মানে হয়। পইচাৰ লোভত অন্ধ হৈ জব্বৰে যেন মালতীৰ কাণৰ কাষত মোহিনী বাঁহী বজাব খুজিছে, মালতী দিদি, উঠা, কথা কোৱাঁ, জলপান খোৱাঁ, বাহিৰলৈ আহি আচমান চোৱাঁ, আৰু ওলাই চোৱাঁ কিমান ডাঙৰ নদীত আহি আমি নামিছোঁহি। দেহাত জুই একুৰা জ্বলাই বহি আছা, অলপ পানী ঢালি লোৱা দেহাৰ জুইত! জব্বৰে এইবোৰ কথা কৈ কৈ মালতীৰ গাৰপৰা ৰছীৰ গাঁঠিবোৰ খুলিবলৈ ধৰিলে। ৰছী খুলি দিলে কিজানি তাই শান্ত হৈ পৰে! এটা নতুন আশাত জব্বৰৰ চকু দুটা উজ্জ্বল হৈ উঠিল।

নাৱৰ গুৰিৰ পিনে তিনিটা নাৱৰীয়া আছে। গাত ক'লা গেঞ্জি আৰু আঁচ আঁচ পৰা লুঙী। জব্বৰে পইচাৰ লোভত মালতীক জোৰকৈ ধৰি বান্ধি পলুৱাই আনি কৰিমচেখৰ নাৱত তুলিছেহি! পইচাৰ অভাৱত তাৰ তাঁতৰ কাৰবাৰ নচলা হৈছে। কৰিম চেখে মালতীক মেলাত দেখা পাইছিল। মালতীৰ ৰূপ দেখি সি তবধ মানিছিল। মেলাৰ সংঘৰ্ষৰ সময়ত এটা ভাল সুযোগ ওলাইছিল। কৰিম চেখে দল-বল লৈ গোটেই মেলা চলাথ কৰিছিল—মালতী ক'ত? মালতীক সেইদিনা পিছত ক'তো বিচাৰি পোৱা নগ'ল। তেতিয়াৰপৰাই মালতীৰ পিছত সি ক্ৰমে অধৈৰ্য্য হৈ পৰিছিল। নাৰায়ণগঞ্জত থকা কৰিম চেখৰ দোকানলৈ সূতা আনিবলৈ গৈ গাদীত বহাৰ লগে লগে কৰিম চেখে জব্বৰক সোধে, কি অ' জব্বৰ তোৰ দিদিয়ে কি কৈছে?

—আপোনাৰ কথাকে কৈ থাকে। জব্বৰ আছিল কৰিম চেখৰপৰা পইচা সৰকোৱাৰ তালত।

—মোৰ কথা কিয় ক'ব অ'! মোক চিনে জানো?

—আপোনাক নিচিনিব! মালতী দিদিয়ে কয়, হেৰ জব্বৰ, মেলাত যে তোৰ লগত বৰ ধুনীয়া মানুহ এটা দেখিছিলোঁ, কোন অ' সেইটো?

—তই কি কলি?

কলোঁ, বোলোঁ অতি মেহেৰবান মানুহ। জবৰদস্ত মানুহ। নাম কৰিম চেখ। নাৰায়ণগঞ্জ চহৰত তেওঁক চিনি নাপায়, এনে মানুহ নাই।

—মোক ইমান ডাঙৰ কৰি দিলি?

—কিয় নিদিম? আপুনিতো কিমান ডাঙৰ মানুহ। নহয় জানো?

—আৰু কি কলি?

—কলোঁ, কৰিমচেখ বৰ ভাল মানুহ।

—শুনি কি ক'লে?

—ক'লে, 'ভাল মানুহৰ আন একো চখ নাইনেকি?'

—তই কি কলি?

—কলোঁ, চখ নাথাকিব কিয়? চখ কৰাৰ কামনা বাসনা সকলো আছে।

তাৰ পাছত এদিন ৰাতি গাদীত বহি কৰিমে জব্বৰক ক'লে, ৰাতি চকুত টোপনি নাহে অ' জব্বৰ। যেন সপোনৰ পৰী এজনী উৰি উৰি আহে।

—পৰী! জব্বৰে চকু দুটা ডাঙৰকৈ মেলি দিলে। কাৰণ মালতীক অকল পৰী বুলি ভাবিলে যেন অসম্মান কৰা হয়। পৰীকো বশ মনাব পাৰি, মাতিলৈ নমাই আনিব পাৰি। কিন্তু আমাৰ মালতী দিদি আচমানৰ তৰা। আচমানৰ তৰা নমাবলৈ ভাল জোৰ লাগিব। এই বুলি কৈ জব্বৰে কৰিম চেখক টকাৰ এটা মোটা অংকৰ আভাস দিব খুজিলে।

—কিমান জোৰ লাগিব?

জব্বৰে প্ৰথমে চাৰিখন তাঁতশাল কিনিবলৈ কিমানখিনি টকা লাগিব তাৰ মনতে এটা হিচাপ কৰি ভাবি ললে। তাৰ পিছত ক'লে, এহেজাৰ টকা।

—এহেজাৰ টকাত আকাশৰ তৰা আৰু পৰী এটাইবোৰ একেলগে কিনিব পাৰি মিঞা।

—অৱশ্যে দুটাৰ এটা কিনিবলৈ কম লাগিব।

—নিশ্চয় কম লাগিব।

জব্বৰে নিজৰ কথাতে ঘাটি খালে।

—হ'ব তেন্তে। যি মন যায় দিব।

জব্বৰে শেষত দাম দৰ কৰি পাঁচশ টকা আদায় কৰিলে। কথা থাকিল, বাকী খৰচ-পাতি সকলো কৰিমেই বহন কৰিব। নাও, মাঝি, ৰাতি বিৰতিৰ ফূৰ্তি তামাচাৰ খা-খৰচ সকলো কৰিম চেখে দিব। প্ৰথমে কৰিমে ভাবিছিল সি নিজে নাৱত নাযায়। কিন্তু পাছত তাৰ বিশ্বাস নহ'ল, অঘাইতং জব্বৰ, শেষত কোনফালে নাও ঘূৰাই দিয়ে একো ঠিক নাই, আচমানৰ তৰাও যাব, নগদ টকাও যাব। সেয়ে শেষত সিও নাৱত আহিল।

দুখন তাঁতৰ মালিক হৈ পৰা আৰু ডাঙৰ মহাজন হোৱাৰ আশাত সি নানান বুদ্ধি পাঙিলে। সেই অভিসন্ধিৰেই সি প্ৰায় তাৰ গাঁৱলৈ আহে। প্ৰথম বেছ দুহাতে খৰচ কৰে। ফেলুৰ সৈতে নানান আলোচনা-বিলোচনা কৰে। সি কৰিম চেখৰ দলৰ মিঞাকেটাক গাঁৱলৈ নাৱত তুলি আনি মালতীক দূৰৰপৰা দেখুৱাবলৈ চেষ্টা কৰে। তাৰ উপৰি নাৱত গৈ গৈ কিমান ডাঙৰ এই অঞ্চল সেইটোও সিহঁতক দেখুৱায়। সিহঁতে দিন ক্ষণ সুযোগলৈ বৈ থাকিল। এনেতে আন্ধাৰ ৰাতি আহিল। কাৰ নাও কোন পিনে গৈছে ৰাতি একো ধৰিব নোৱৰা হৈছে। এনে সময়তে কামটো হাচিল কৰিবলৈ ভাল হ'ব। খবৰ পোৱা গ'ল ৰঞ্জিতো গাঁৱত নাই। চামচুদ্দিনো নাই, ঢাকালৈ গৈছে। গতিকে এতিয়াই কাম হাচিল কৰা ভাল সময়—সেইবুলি পৰামৰ্শ দিলে ফেলুৱে। ফেলুৱে এইবোৰ দিহা দি বিনিময়ত দুকুৰি দহ টকা ললে। আৰু তাৰ বিবি আমুৱে এখন নতুন দুৰীয়া শাড়ী পালে। প্ৰথমে কথা আছিল, নাৱত

ফেলুৰ বিবি লগত যাব। কিন্তু শেষত ফেলু মান্তি নহ'ল। ধৰা পৰাৰ ভয়ত সি আৰু একো নকৰিলে।

এতিয়া ৰাতি পুৱাইছে। নাৱৰ পালত মৃদু বতাহে ঢৌ খেলিছে। পুৱাৰ সূৰ্য্য নদীৰ বুকু ফালি যেন ওলাই আহিছে। মেঘনা নদীৰ ডাঙৰ চাকনৈয়াৰ মাজত যাতে নাও নপৰেগৈ সেইবাবে নাৱৰীয়া কেটাই অতি সাৱধানেৰে নাও চলাইছে। নাৱৰ গুৰি ভালকৈ ধৰি আছে। ছৈৰ দুয়োপিনে কাঠৰ দুৱাৰ। ভিতৰখন এটা ভাল ঘৰৰ নিচিনা। পানচৈ নাৱৰ দৰে। ছৈৰ ভিতৰত কথা পাতিলে গুৰিত থকা মানুহে শুনিব পাৰে। মালতীয়ে ফোপাই আছে। আৰু আগৰ দৰেই মালতীৰ কাণৰ কাষত মোহিনী বাঁহী বজাইছে জব্বৰে। নাৱত ফেলুৰ বিবি থকা হলে সুবিধা হ'লহেঁতেন। আৰু দহ বা কুৰি টকা তাৰ খৰচ কৰাত আপত্তি নাছিল, কিন্তু ফেলুৱে বিবিজনীক আহিবলৈ নিদিলে। যদি এতিয়া মালতীক বশ কৰিব পৰা নাযায়, বনৰ বাঘিনী সজাত সোমাই যদি এতিয়া অনবৰত হাঁও-হাঁওকৈ গুজৰি থাকে তেতিয়াহলে হলে কি হ'ব! জব্বৰৰ মুখ দুশ্চিন্তাত লাহে লাহে শুকাই আহিছে। শেষত এবাৰ সি মালতীৰ ভৰিৰ কাষত বহি অতি কাওবাওকৈ ক'লে, দিদি উঠা, গৰম গাখীৰ আনি দিওঁ, গৰম গাখীৰ খালে গাত অলপ বল পাবা। কিন্তু কোনে তাৰ কথা শুনে! মালতী ছৈৰ তলৰ তক্তাখনত ধুমুহাত পৰা কাউৰীৰ দৰে বহি আছে। চকুৱে মুখে কলংকৰ চিন। একে ৰাতিতে চকুৰ তলত কি ভয়ংকৰ ক'লা চিন পৰিছে। হাত ভৰি এতিয়া বান্ধি থোৱা নাই। দুৱাৰৰ সুৰুঙাইদি পুৱাৰ পোহৰ তাইৰ ভৰিৰ কাষত আহি পৰিছেহি।

জব্বৰে কৈ থাকিল, মালতী দিদি উঠক, মুখ ধুই নাস্তা কৰক।

মালতী মূৰ গুজি বহি থাকিল, যেন আকৌ আমনি কৰিলে ডিঙিতে কামুৰি দিব। জব্বৰ ভয়ে ভয়ে ছৈৰ ভিতৰৰ পৰা ওলাই আহিল। মালতীৰ এতিয়াও তেজ কমা নাই। তাইৰ চকু-মুখ পাগলী এজনীৰ দৰে হৈ পৰিছে।

—কি ক'লে ? কৰিমচেখে নাৱৰ তক্তাত বহি হোকা টানি সুধিলে।

—ক'লে, চেখ দেখোন বুঢ়া মানুহ, চম্ভালিব পাৰিব জানো!

—কি যে কয়! মোৰ কিনো বয়স হৈছে। হৈছে যদি অতি বেছি দুকুৰি।

—আপুনি বলে পাৰিব যেতিয়া কি কথা আছে। সকলো ঠিক হৈ যাব।

—হোকা টানি টানিয়েই কৰিমে আকৌ ক'লে, তই যে কলি তোৰ বায়েৰে মোৰ কথা কৈ থাকে, এতিয়া দেখোন ওচৰলৈকে যাবলৈ নিদিয়ে।

—এ নহয় মিএগ্রা, বনৰ বাঘিনী গড়ালত আনি সুমালে অলপ এনেকুৱা কৰেই। বশ মানিবলৈ অলপ সময় লাগেই।

—ওঁ বশ মনাব নোৱাৰিলে এইদৰে আৰু কিমান ৰাতি নদী নলাত ঘূৰি ফুৰি কটাম। সেই কোনদিনাই গাদী এৰি থৈ ওলাই আহিছোঁ। বৰ বিবিয়ে সুধিছিল, মিএগ্রা কেনি যোৱানো ?

—কি ক'লে ?

—কলোঁ, মাছ মাৰিবলৈ যাওঁ ৰ। নদী-নলাত এতিয়া মাছবোৰ যেনিতেনি উটি ভাঁহি গৈছে, মেঘনাতো কিবা ডাঙৰ মাছ পাব পাৰেঁা। অলপ সময় ৰৈ চিলিমৰপৰা অঙঠাকেটা পানীত পেলাই দিয়াৰ লগে লগেই অঙঠা কেটা পানীত ফুচ্‌কৈ সুমাই থাকিল। তাৰ পিছত ক'লে, এতিয়া মাছটো বৰশীত লাগিছে, কিন্তু এনেহেন মাছ এটা এতিয়া পাৰত তুলিব পৰা নাই, এইটো কি কথা ?

—পাৰত তুলি পেলালে আৰু থাকিল কি ? দুই চাৰিটা জাঁপ মাৰিলে, তাৰ পিছত খতম। বনৰ বাঘ বশ মনাৰ পিছত আৰু চখ নাথাকে। তেতিয়া মিএগ্রা আকৌ চিকাৰত ওলাবলৈ মন যায়। ভাল নলগা হয়, একোতে সোৱাদ নলগা হয়। তেতিয়া আকৌ আপোনাৰ বাঘ চিকাৰ কৰিবলৈ ঘৰৰ পৰা ওলাই যাবলৈ মন যাব মিএগ্রা। গতিকে বশ মনাৰ আগতে অলপ খেলি থাকিলেহে ভাল লাগে। জব্বৰে সেইদৰে বজাই কলে, ধঁপাত এচিলিম সজাওঁ ?

—সজা, আগৰ চিলিম ভাল নালাগিল দেখোন!

কৰিম চেখে মুখখন গহীন কৰি বহি থাকিল। সিহঁতৰ নাও কোনো গাঁৱৰ কাষেৰে যোৱা নাছিল। ইতিমধ্যে নাৱত থকা খাদ্য দ্ৰব্যও প্ৰায় শেষ। ঘূৰি ফুৰি যেতিয়ালৈকে মালতীৰ মন সলনি কৰিব নোৱাৰিব তেতিয়ালৈকে এইদৰে খালে-বিলে আৰু নদীৰ মোহনাত কটাব লাগিব। এতিয়া আৰু জবৰদস্তিৰ কথা নাই। ভাল ব্যৱহাৰ দেখুৱাই বশ কৰাৰ চেষ্টা। একমাত্ৰ সৰল অকপট ব্যৱহাৰ দেখুৱাই মালতীক আপোন কৰি লব লাগিব। সেই ভাবি কৰিমচেখে ক'লে, মানুহৰ মনৰ ভিতৰত পখী একোটা থাকে বুজিছ জববৰ।

—হয় মিঞা থাকে।

—আৰু পখীটো সদায় উৰি যাব খোজে। কিযে বিচাৰে এই পখীয়ে! পখীঅ' তোক লাগে কি, কচোন জববৰ! নতুন বিবি এজনীৰ কাৰণে মোৰ মন হাহাকাৰ কৰি উঠিছে। পানীত মেকুৰী ভ'াহি যোৱাৰ অৱস্থা মোৰ জববৰ। এই যে মানুহৰ মন। অ' মন, তই এটা মাঝি! তোৰ মনত পৰেনে জববৰ, হালিমা বিবিক কিদৰে জববৰদস্ত কৰা হৈছিল, তাইক বশ মনাবলৈ কেইদিন লাগিছিল বাৰু? এহ তোকহে সুধিছোঁ। সেই কথা, তোৰ জনাৰ কথা নহয়। কি যে ভাবোঁ আৰু! কৰিমৰ মনলৈ এইদৰে নানান টুকুৰা ভাববোৰ আহিবলৈ ধৰিলে। এতিয়া সি যেন এক উদাৰ মোতাবেক মানুহ। চকুৱে মুখে কি সৰল ব্যৱহাৰৰ চিন! দেখিলে ক'বই নোৱাৰি কৰিমৰ ভিতৰৰ মানুহটো ইমান কুটিল, আৰু সৰ্পিল। দেখাত যেন ভিতৰে বাহিৰে একেটা মানুহহে। যি ইচ্ছা তাকে কৰিবলৈ দে। গঞ্জৰ ঘাটৰ পৰা ইলিচ কিনি আন, পদ্মাৰ ইলিচ, মেঘনাৰ ইলিচ মাছ! তাৰ পিছত পানীয়েদি গৈ থাক আৰু এঠাইত নাৱত বহি ইলিচ মাছৰ আঞ্জা আৰু গৰম ভাত। নদীৰ বুকুত ময়ূৰপংখী নাও ভ'াহি গৈ থাকিব। কৰিম:চেখৰ মনৰ বাসনা, এইজনী হিন্দুৰ ছোৱালী, যৌৱন বিফলে যাব খোজা এই যুৱতী ছোৱালীজনীৰ সৈতে সি নতুনকৈ ঘৰ পাতিব। তাৰ ক'বলৈ মন গ'ল—হেৰ গাভৰু ছোৱালী, তোৰ পৰাণত কি কষ্ট মই বুজোঁ! তই কান্দি কান্দি কেনেকৈ

যৌৱন মাৰিছ! তোক লৈ মই সাগৰলৈ নাও বাই বাই যাম। কৰিমে হোকা ঠেলিমতে, জব্বৰক দি ক'লে, টান মিঞা, পৰাণ ভৰি ধঁপাতকে হোপ। সেইবুলি কৈ হঠাৎ দেখোন কৰিমে মুৰ দোঁৱাই চৌকাঠ পাৰ হৈ ছৈৰ তলত সোমাবলৈ আগবাঢ়ি যাব খুজিলে। কিন্তু লগে লগে জব্বৰে কৰিমৰ ভৰি দুখনত থাপ মাৰি ধৰি ক'লে, আৰে, মিঞাচাব, কি কৰে?

—কি, কি কৰিব খুজিছোঁনো?

—সাপৰ সৈতে লাগিব খুজিছে?

—সাপৰ বিষদাঁত ভাঙি দিব খুজিছোঁ।

—বৰ সহজ বুলি ভাবিছেনেকি?

—সেইবুলি ভাব হৈছে।

—গাদীত বহি সূতা কিনা বেচা কৰাৰ দৰে ভাবিছে?

—ওঁ, সেইবুলি ভাবিছোঁ।

—মিঞা ইমান সহজ নহয়।

—চাওঁচোন সহজ হয়নে নহয়? সেইবুলি কৈ কৰিম তললৈ মুৰ কৰি বেঁকা হৈ দুৱাৰেদি ছৈৰ ভিতৰলৈ সোমাই গ'ল, আৰু নেজ পকাই শিয়াল যিদৰে তাৰ গাঁতৰ ভিতৰত নিৰিবিলি বহিব খোজে সেইদৰে মালতীৰ পৰা অলপ দূৰত লাহেকৈ বহিল। মালতীক এতিয়া স্পষ্ট দেখা গৈছে। তাই মুৰটো গুজি বহি আছে। নাৱত তুলিবৰ সময়ত জোৰ কৰি বান্ধি ধৰি আনিব লগা হোৱাত শৰীৰৰ বহু ঠাইত জখম হৈছে, যেন তাইৰ গোটেই শৰীটোত আঁচুৰি খামুচি দাগ বহুৱাই দিছে। কৰিমে যেন প্ৰেম নিবেদন কৰিবলৈ হাতটো আগবঢ়াব খুজিয়েই দেখিলে, নাৱৰ এমূৰৰ পৰা নাৱৰীয়া এটাই সেইপিনে চাই আছে। সি দুৱাৰৰ পাল্লাটো ঠেলি ভালকৈ বন্ধ কৰি দিলে। লালসাত মানুহটোৰ জিভাৰ পৰা যেন পানী পৰিবলৈ ধৰিলে। পদুম ফুলৰ দৰে জীয়া, গোলাপৰ দৰে কোমল, স্নিগ্ধ আৰু লাৱণ্যময় ছোৱালীজনীৰ শৰীৰত যৌৱনৰ যেন উজান উঠিছে। কৰিমচেখে দুই তিনিবাৰ মান মালতীৰ কপাল আৰু মুৰত হাতটো থৈ প্ৰেম জনাব খুজি উত্তপ্ত লোহাত হাত দিয়াৰ দৰে উভতি

উভতি আহিল। কিছুসময় তেনেদৰে থকাৰ পিছত মালতী হঠাত অতি শান্ত হৈ পৰিল। কৰিমক মুখেৰে একো নোকোৱা হ'ল। আকৌ সাহস পালে। সি এইবাৰ ৰজা বাদচাহৰ দৰে মাত দিলে, ঐ মিঞাহঁত, নাও চৰত লগা। ইলিচমাছৰ জোলেৰে ভাত খাই লহঁক। কৰিমে ভাবিলে, সকলো ঠিক হৈ গৈছে। ভাতকিটা খাই লৈয়েই নাৱৰ তক্তাত মালতীৰ সৈতে মৌজ কৰাত লাগি যাব। চকুৱে মুখে তেন এটা ভাব লৈ সি ছৈৰ বাহিৰলৈ ওলাই আহিল আৰু দেখিলে বিৰিণাৰ মাজে মাজে কুম্ভীৰ এটা আহি আছে। কুম্ভীৰটোৱে মুখখন হাঁ কৰি মেলি যেন কৰিমৰ পিনে চাই আছে।

নৈৰ চৰত নাও বান্ধি ইলিচ মাছৰ জোলেৰে ভাতৰ ব্যৱস্থা হ'ল। সেই ঠাইৰ পৰা গাঁও আৰু পথাৰ এতিয়া বহুত দূৰত এৰি থৈ অহা হৈছে। কাষতে এডৰা নল খাগৰিৰ হাবি। নদীৰ পানী ক্ৰমে কমি কমি সেই হাবি ডৰাত পাৰ বান্ধিছেগৈ। বেলি মূৰৰ ওপৰৰ পিনে উঠি আহিছে। সিহঁতে নাৱৰ তক্তাত বহি ভাত খাবলৈ আৰম্ভ কৰিলে। মালতীয়ে একো নাখালে। তাই নীৰৱে নদীৰ পানীৰ পিনে চাই থাকিল। কৰিমে নামাজ পঢ়িছে। সকলো অন্যমনস্ক।

মালতীয়ে ভাবিলে, তাই আৰু ঘূৰি যাব নোৱাৰে। ক'লৈ যাব ঘূৰি! জঘন্য মানুহ কেটামানে তাইক ধৰি আনিছে। তাই ৰঞ্জিত বা অন্যান্য আপোন মানুহবিলাকৰ কাৰো মুখ মনলৈ আনিব নোৱাৰিলে। মূৰৰ ভিতৰত এক ভীষণ যন্ত্ৰণা। বৈ বৈ অসহায় আৰ্তনাদ। কি কৰিব এতিয়া তাই? ইহঁত এতিয়া ক'লৈ গৈছে? তাইৰ মনত কি ইচ্ছা হয় এতিয়া? তাই কোন? কিয় তাই মনে মনে বহি আছে? তাইৰ কৰিব পৰা কোনো উপায় নাইনেকি? ইমান ডাঙৰ নদী, ইমান পানী নদীত, এই অতল পানীত তাইলৈ ঠাই নহ'বনে বাৰু? সকলো ভাত খোৱাত ব্যস্ত। কৰিম নিবিষ্টমনে নামাজত মগ্ন। মালতীয়ে পানীত জাঁপ মাৰি দিলে। জয় মা জাহ্নবী, জননী তোৰ বুকুতে ডুব দিলোঁ। মালতী তৎক্ষণাত গৈ নদীৰ সোঁতৰ মুখত পৰি উটি যাবলৈ ধৰিলে।

লগে লগেই ভাতৰ পাতৰপৰা মুৰ দাঙি নাৱৰীয়া কেটাই দৃশ্যটো দেখা পালে। সিহঁতে হৈ হৈ কৰি উঠিল। জববৰে প্ৰমাদ গণি লগে লগে পানীত জঁাপ মাৰি দিলে। নাৱৰীয়াকেটাই লগে লগেই নাও খুলি দিবলৈ চাই দেখিলে নাও বালিত লাগি গৈছে। মালতী ইতিমধ্যে পানীত ভঁাহি গৈ কোনোবাখিনি পাইছেগৈ। তাই মাজে মাজে তললৈ ডুবি গৈছে মাজে মাজে ওপৰলৈ উঠিছে। কৰিমে নাৱৰ তক্তাৰপৰা চিঞৰিবলৈ ধৰিলে, ডুবিল ডুবিল!! কৰিমৰ নাও পানীৰ সোঁতৰ মুখত পৰে মানে মালতী নদীৰ চৰৰ পিনে গৈ খাগৰি বনৰ হাবিৰ মাজত সোমাই পৰিছে।

নাও সোঁতৰ মুখেৰে বিৰাট কাছ এটাৰ দৰে ভাহি যাবলৈ ধৰিলে। সমুখত একো দেখা নগ'ল। মাত্ৰ পানীৰ ডকা। সোঁপিনে চৰ পৰিছে। চৰৰ বুকুত ধান খেতি। সিহঁতে ভাবিলে মালতী হয়তো পানীৰ তলত ডুব গৈছে। কিন্তু এই মালতীয়ে ভৰ বাৰিষা সোণালী বালিৰ নদী সাঁতুৰি পাৰ হৈ যায়, নদীৰ ডকাৰ মাজত তললৈ সোমাই গৈ বালি মাটি তুলি আনে। সেই মালতী পানীত ডুবিব, জববৰে বিশ্বাস কৰিব নোৱাৰিলে। সি নাৱৰ টিঙত উঠি চাৰিওপিনে চাবলৈ ধৰিলে। দাঁতিত শন খেৰ আৰু কঁহুৱা বন। হঠাত তাৰ চকুত পৰিল খেৰৰ মাজে মাজে পানীত যেন ডাঙৰ মাছ এটাৰ দৰে কিবা এটা সাঁতুৰি গৈ আছে।

জববৰে চিঞৰি উঠিল, সৌৱা গৈ আছে, নাৱৰীয়া কেটাই ক'লে, সেইজনী মানুহ নহয়, মাছহে। কৰিম ক'লে, ঠিকেই সেইটো মাছৰ নিচিনাহে লাগিছে। এতিয়া মাছৰ পাছ লোৱাৰ কথা নহয়। কৰিমে নদীৰ মাজৰ পিনেহে সতৰ্ক দৃষ্টি ৰাখিলে। কাৰণ তাৰ ভয় হৈছে, কেনেবাকৈ নদী পাৰ হৈ যদি সিপাৰত উঠেগৈ, তেন্তে পোনেই হাজোত আৰু জেল। পানীৰপৰা তুলি ঘৰলৈ নিব নোৱাৰিলে নদীৰ মাজত, খেৰণিত য'তেই থাকক তাইৰ মুৰত লগীৰ কোব ডুটামান পৰিব লাগিব, তাৰ পিছত তাই পানীৰ তলত ডুবিব লাগিব। কাৰণ খাল

বিল নদীত কোন কেতিয়া ডুবি উটি যায় কোনে জানে, কৰিমেও একো নাজানে। আৰু বাৰিষাৰ এই দুকূল ওপচা পানীত যুৱতী ছোৱালী ডুবি মৰিলে সি আত্মহত্যাও হ'ব পাৰে। ক'ত অ' মিএগ্রা, ছোৱালী-জনী ক'ত?

জব্বৰে কিন্তু সেই খেৰণিৰ পিনেই চাই ৰ'ল। খেৰণিখন গৈ গৈ ক্রমে পাৰত শেষ হৈছেগৈ। সেইপিনে ইমান ডাঙৰ নাও নিবও নোৱাৰি, ক'ৰবাত লাগি যাব। খেৰণিৰ মাজত এতিয়া পানী কম আৰু অতিপাত বোকা। সি এতিয়া কি কৰিব! এই দুর্যোগত আল্লাৰ বান্দা কোন আছে ছোৱালীজনীক ধৰি আনিবলৈ দিব পাৰে! জব্বৰে খণ্ডত মূৰৰ চুলিবোৰ খামুচিবলৈ ধৰিলে। খেৰবোৰ যিপিনে লৰি আছিল সি সেইপিনে চকু ৰাখি থিয় হৈ থাকিল। হঠাৎ সি দেখা পালে, খেৰণিখিনি পাৰ হৈ মালতী পাগলীৰ দৰে কবৰখানাৰ পিনে দৌৰি গৈছে। কৰিমেও মালতীক সেইপিনে যোৱা দেখা পালে। সি হাঁ হাঁ কৰি হাঁহি উঠিল আৰু ক'লে, ছোৱালীয়ে বাট হেৰুৱাইছে। ব'ল, ব'ল বেগাই, তাইক ধৰিব লাগিব। সি পানীত জঁাপ মাৰি দিলে। জঁাপ মাৰি দি লগে লগে সাঁতুৰিবলৈ ধৰিলে। কৰিমৰ চাকৰটোও লোভ আৰু লালসাত মতলীয়া হৈ পানীত জঁপিয়াই পৰিল আৰু সঁাতুৰিবলৈ ধৰিলে। যিমান দূৰ চকু যায়, কেৱল পানী আৰু পানী। জনপ্রাণীহীন এই হাবিৰ মাজে মাজে যেন এদল কুকুৰনেচীয়া বাঘে এজনী শহাৰ পাছে পাছে খেদি গৈছে। কিছুদূৰ গৈ এটুকুৰা ওখ ঠাই। তাতো হাবি। সেয়েই আস্তান চাবৰ দৰগা। তাৰ চাৰিওপিনেও পানী। দূৰ, কিমান দূৰ গৈ যে মানুহৰ বসতি আছে ধৰিব নোৱাৰি। দৰগাৰ হাবিত যদি মালতী সোমায়গৈ তেন্তে তাই তাতে পগলা হ'ব লাগিব। আৰু হাবি বনৰ মাজে মাজে পানীয়ে পানীয়ে সাত আঠ মাইলমান যদি উজনিৰ পিনে সঁাতুৰি যাব পাৰে তেতিয়া হ'লে তাই বাচিল। আৰু লগে লগে জেল হাজোতৰ দিহা হ'ল জব্বৰৰ। সেয়ে হ'লে জব্বৰ, তোৰ চাৰিখন নালাগে, দুখন তাঁতৰ ব্যৱসায়ৰেই মুদা মৰিছে।

লোভ লালসা সকলো শেষ। গতিকে মালতী যিমান বেগেৰে দৌৰিছে তিমান বেগেৰে জব্বৰ, কৰিম আৰু চাকৰটোও দৌৰিবলৈ ধৰিছে। শন খেৰৰ মাজে মাজে কেৱল দৌৰিছে, এটাইকেটাৰ খেৰে গা কাটি তেজ উলিয়াইছে, কিন্তু সেইপিনে লক্ষ্য নাই। মানুহৰ কোনো গুণ এতিয়া সিহঁতৰ গাত নাই। ভূত-প্ৰেতৰ দৰে যেন শ্মশানত নাচিবলৈ সিহঁত দৌৰ দিছে।

গোটেই অঞ্চলটোত কোনো মানুহজন দেখিবলৈ নাই। চাৰি মাইল-মানৰ ভিতৰত মাত্ৰ জনহীন অৰণ্য। মাত্ৰ খৰালি পৰবৰ দিনত দৰগাত মমবাতি জ্বলাবলৈ এইবাটেৰে মানুহ আহে। এই অৰণ্যৰ ভিতৰত এখন মৃত সংসাৰে যেন নীৰৱে প্ৰকৃতিৰ খেলা চাই থাকে। কেতিয়াবা বিছ ত্ৰিছ মাইল দূৰৰপৰা মৃতদেহ অনা হয় ইয়ালৈ। ইন্তেকালত আনি এই অৰণ্যৰ মাজত শেষ আশ্ৰয় দিয়া হয়। দৰগাৰ কবৰত সেই ইন্তেকালৰ সময়ত শুনা যায়—এক আল্লা, মহম্মদ তেওঁৰ একমাত্ৰ ৰচুল।

বেলি ক্ৰমে পশ্চিমৰ পিনে লহিয়াইছে। সিহঁত তিনিওটা নল-খাগৰিৰ মাজত সোমাই যেন দিশহাৰা হৈ পৰিল। কিছুদূৰ গৈ সিহঁতে বোকাপানীত দৌৰি গলে যিদৰে শব্দ হয় তেনে শব্দ শুনিলে। সিহঁত সেই শব্দৰ পাছে পাছে দৌৰিলে। কিন্তু এবাৰ সেই শব্দ নোহোৱা হৈ গ'ল। সিহঁতে আৰু কোনো শব্দ নোপোৱা হ'ল। মাত্ৰ বতাহত খেৰবোৰ লৰি আছিল। হাবিৰ মাজত কত ধৰণৰ কীট-পতঙ্গ আৰু পোক-পৰুৱা। এই বাৰিষা সাপৰ ভয়ো কম নহয়। এই টুকুৰা ঠাই অলপ ওখ কাৰণে চাৰিওপিনৰ বিষাক্ত জীৱবোৰ ইয়াত আশ্ৰয় লয়হি, নাইবা, নল খাগৰিৰ ওখ পাতৰ মাজত মেৰ খাই সোমাই থাকে। তাৰ উপৰি দল আৰু নানা জাতীয় জলজ ঘাঁহ, সেইবোৰৰ মাজত জোক আৰু এবিধ প্ৰকাণ্ড ফৰিঙৰ ভয়। এইবোৰৰ মাজত যেন এই মানুহ-কেইটাক মৃত্যুৰ সৈতে যুঁজত নমালে মালতীয়ে। এই এজনী যুৱতী ছোৱালীয়ে তিনিটা মানুহক এই অটব্য হাবিৰ মাজত বোকা পানীত

ঘূৰাই মাৰিব খুজিলে। যিমানেই হাবিৰ মাজত ঘূৰিবলৈ ধৰিলে তিমানেই জব্বৰৰ খং চৰি যাবলৈ ধৰিলে, কৰিমে চিঞৰি চিঞৰি নানান অশ্লীল কটুক্তি মাতিবলৈ ধৰিলে। ৰছী খুলি নিদিলেই ভাল আছিল। এতিয়া কি হ'ব সিহঁতৰ! হায়! এপাহ পদুম ফুলৰ দৰে এজনী ছোৱালী—তাই এতিয়া কেনি গ'ল! প্ৰায় ফাঁচীৰ আচামীৰ দৰে অৱস্থা একোটা লৈ সিহঁতে তাইক বিচাৰি থাকিল। কৰিমৰ আক্ষেপৰ সীমা নাই। সি তাইক ভালকৈ এবাৰ চুবলৈকে নাপালে। এবাৰ তাইক সাবটি ধৰিবলৈ নাপালে, সাবটি ধৰি সোহাগ জনাই কচু-পাতৰ দৰে কোমল তাইৰ চুলিখিনিৰ মাজত সি এবাৰ তাৰ হাতৰ আঙুলিকেটা সুমাই দিবলৈ নাপালে, সি একোকে কৰিবলৈ নাপালে। সকলো বিফলে গ'ল। কথাবোৰ ভাবি ভাবি কৰিমে যেন তাৰ আচল মূৰ্তিটো ধাৰণ কৰিলে। তাৰ মুখখন এটা জন্তুৰ দৰে হৈ পৰিল। সি জব্বৰক ক'লে, হালা, তই মোক গৰু, গাধ পাইছ! তোৰ কাৰণেই সকলো হ'ল। সেই বুলি কৈয়েই সি জব্বৰৰ পাছফালে এটা গোৰ মাৰি দিলে। জব্বৰে ভয় খাই লগে লগে ক'লে, মিঞা আহক, বেগাই আহক, সেয়া সেইপিনে বোকাত কোনোবা গৈ আছে। আহক।

সিহঁত দৌৰিবলৈ ধৰিলে। আৰু কথা নাই। জব্বৰে মনে মনে প্ৰতিজ্ঞা কৰিলে। পোৱাৰ লগে লগে সাবটি ধৰিব। আৰু ইজ্জতৰ কথা নাই। কৰিমেও ভাবিলে, নাই, আৰু নহ'ব। আৰু প্ৰেম ত্ৰেমৰ কথা নাই। পালেই পশুৰ দৰে জঁপিয়াই পৰিব। টানি আজুৰি লৈ যাব। হাবিৰ মাজত পেলাই লৈ—ভাবিয়েই কৰিমৰ চকু দুটা নিচাখোৰ মানুহৰ দৰে জ্বলি উঠিল। যি হয় হ'ব। এবাৰ কেনেবাকৈ যদি মাটিত গুটি গজাই দিব পাৰে তেন্তে সেই মাটি তাৰ, কাৰ হিম্মত আছে আৰু ক'ব পাৰে 'মাটি তোৰ নহয় মিঞা। মোৰহে।' কৰিম, জব্বৰ আৰু চাকৰ নাদিৰ—তিনিওটা মৰেঁা জীওঁ হৈ দৌৰ দিছিল, আৰু দৌৰি দৌৰি এসময়ত সিহঁতে ভাবিলে, সন্ধ্যা হোৱাৰ লগে লগে মালতী গৈ কবৰখানাৰ

টিপটোত গৈ কবৰখানাৰ দাঁতিত জোপোহা হাবিৰ মাজত চোপ লৈ বহি থাকিল। ভাবিলে মালতী অকলে অকলে জোনাকত বাট বিচাৰি ঘূৰি ফুৰোঁতে সিহঁতে থাপ মাৰি ধৰি লব।

মালতী অভুক্ত। বহুত সময় ধৰি হাবিৰ মাজে মাজে দৌৰি দৌৰি ঘূৰি ফুৰোঁতে শৰীৰ একেবাৰে অৱসন্ন হৈ পৰিছে। তাই অৰণ্যৰ মাজত গাটোলৈ চাই দেখিলে গাৰ বহুত ঠাইৰ পৰা দৰাদৰে তেজ ওলাইছে। গোটেই গাটোতে কাটিছে। গাত কাপোৰ নাই। চেমিজ, ব্লাউজ ফাটি টুকুৰা-টুকুৰ হৈ পৰিছে। ক'ত হাবিৰ মাজত গছৰ ফেৰেঙণিত সেই কাপোৰৰ টুকুৰা লাগি নিচান হৈ এতিয়া উৰি আছে কোনে জানে? তাইৰ একো হুচ নাছিল। চেমিজৰ এফাল গাত নাই। তাই তলং ভটং কৰি কোনো ৰকমে হাবিৰ নিৰ্জন ঠাই এডোখৰত সোমাল। আহত হৰিণে যিদৰে নিজৰ শৰীৰটো হাবিৰ জোপোহাৰ মাজত লুকাই ৰাখে সেইদৰে তাইও জোপোহা এটাৰ মাজত অদৃশ্য হৈ ৰ'ল। ওপৰত শুভ্ৰ জোনাক। জোনাক আকাশত বেছি পৰ নাথাকে। দ্বিতীয়া কি তৃতীয়াৰ জোনাক। তাৰ পিছত তাই ক্ৰমে যেন এটা শব্দ ওচৰ চাপি অহা শুনিবলৈ পালে। পানীৰ শব্দ। হাবিৰ মাজত অতৰ্কিত শব্দ শুনি তাই ভয়ত আকৌ শিহৰি উঠিল। তাই নিস্তেজ হৈ পৰিছিল। তাইৰ ভাব হৈছিল তাই যেন ক্ৰমে মৰিছে। সুদূৰ আকাশত এখন ভেলা নাৱৰ দৰে ৰঞ্জিতৰ মুখখন ভাঁহি উঠিছে, ৰঞ্জিতৰ মুখ, দুইচকু, ভাঁহি ভাঁহি গৈ আছে। তাই অনুভৱ কৰিলে তাই যেন ক্ৰমে সংজ্ঞা হেৰুৱাব ধৰিছে। আৰু ঠিক সেই মুহূৰ্তত তাই দেখা পালে তাইৰ ভৰিৰ কাষত তিনিটা যমদূত আহি থিয় দিছেহি। মানুহকেটাই তাইক আকৌ ধৰি নিবলৈ আহিছে। তাই এইবাৰ সঁচাই সংজ্ঞা হেৰুৱাই পেলালে। কিবা-কিবি খচ্‌মচ্‌ হোৱাৰ শব্দ, হাবিৰ মাজত হৰিণ হৰিণী দ্ৰুত পলোৱাৰ শব্দ, পানীত ঢৌ উঠাৰ শব্দ। সমস্ত ৰাতি সংজ্ঞাহীন মালতীৰ কোমল শৰীৰত পাশৱিকতাৰ চিন থৈ পশু তিনিটাই মালতীক মৰা বুলি ভাবি কবৰস্থলত পেলাই থৈ গুচি গ'ল। সিহঁতে ভাবিলে ৰাতিপুৱাৰ আগতেই

শিয়াল কুকুৰে মৰা শটো খাই পেলাব। কোনেও নাজানিব হাবিৰ মাজত এজনী যুৱতী ছোৱালী মৰি আছে।

সোণে গোটেই ৰাতি টোপনিত সপোন দেখিলে। এখন ডাঙৰ সমুদ্ৰ, সমুদ্ৰৰ পাৰলৈ কোনোবাই টানি টানি এটা প্ৰকাণ্ড কাঠৰ ঘোঁৰা টানি আনিছে। কিযে দীঘল আৰু ওখ ঘোঁৰা! মানুহবিলাক গুচি যোৱাৰ পিছতে সোণে দেখিবলৈ পালে, ঘোঁৰাটো কাঠৰ নহয়, জীয়া ঘোঁৰা, তাৰপিনে মুৰ ঘূৰাই চাই আছে। সি তেতিয়া অকলে থকা নাছিল। কমলা আৰু অমলাও লগত আছে। ঘোঁৰাটো আহি তাৰ ভৰিৰ কাষতে শুই পৰিল। যিদৰে মূড়াপাৰাৰ হাতীক চেলাম দিবলৈ ক'লে চেলাম দিয়ে আৰু বৈঠ্ বুলি ক'লে আঁঠু ভাঙি বহি পৰে ঠিক তেনেকৈ ঘোঁৰা-টোৱেও একান্ত বাধ্যৰ দৰে আঁঠু ভাঙি শুই দিলে। তাৰ পিছত সি, কমলা আৰু অমলা তাৰ পিঠিত উঠিল, লগে লগে ঘোঁৰাটো দৌৰিবলৈ ধৰিলে। সিহঁতক পিঠিত লৈ ঘোঁৰাটো সমুদ্ৰৰ পানীলৈ নামি গ'ল আৰু একাঁঠুমান পানী পোৱাৰ লগে লগে ঘোঁৰাটো আকৌ কাঠৰ হৈ পৰিল—লৰচৰ নকৰা হ'ল। সিহঁত তিনিটা ঘোঁৰাৰ পিঠিৰ পৰা নামিব নোৱৰা হ'ল। ঘোঁৰাটো ক্ৰমে আৰু ওখ হৈ গৈ এবাৰ আকাশ ছুলেগৈ। মেঘৰ মাজে মাজে ঘোঁৰাটো ইমান ওপৰলৈ উঠি আহিল যে সিহঁতে আৰু তলত একো নেদেখা হৈ পৰিল। সোণে হাতেৰে মেঘবোৰ ছিঙি ছিঙি খাবলৈ ধৰিলে। মেঘবোৰ যে ইমান মিঠা! মেলাত খোৱা চেনিৰ মিঠাইৰ দৰে লাগিল। সি মেঘবোৰ ছিঙি ছিঙি আনি হাতেৰে গোল কৰি কৰি কমলা আৰু অমলাকো খাবলৈ দিলে। অলপ পিছতে হঠাৎ তললৈ চাই দেখে, বহুত তলত অজস্ৰ মানুহ পিলপিলকৈ ঘোঁৰাৰ ভৰিয়েদি বগাই ওপৰলৈ উঠি আহিছে, যেন সিহঁতে স্বৰ্গ লৈ উঠা বাটটো পাই লৰালৰিকৈ ওপৰলৈ উঠিবলৈ ধৰিছে। সোণে এতিয়া কি কৰিব

ভাবি পোৱা নাই। হাতৰ কাষতে আকাশ। আৰু অকণমান গলেই আকাশখন ফালি মূৰ সুমাই দিব পাৰিব আৰু দেৱতাৰ ৰাজ্যত কাৰ্তিক গণেশ বা শিৱ কেনেকৈ খোজ কাঢ়ি ঘূৰি ফুৰিছে দেখিবলৈ পাব। কিন্তু কি আচৰিত, সেইদৰে ভবাৰ লগে লগে ঘোঁৰাটো হঠাৎ তৰ-তৰকৈ নামি একেবাৰে কাঠৰ পুতলা ঘোঁৰা এটাৰ দৰে সৰু হৈ গ'ল। সি, কমলা আৰু অমলাই এতিয়া পুতলা ঘোঁৰাটো বুকুৰ মাজত সুমাই লৈ সমুদ্ৰৰ বালিলৈ উভতি আহিছে। হঠাৎ দেখিলে সমুদ্ৰৰ পাৰ নহয়, সিহঁত নদীৰ পাৰত থিয় দিছেহি আৰু সিহঁতৰ সমুখত সেয়া পগলা বৰদেউতা আৰু সেই কুকুৰটো খোজ কাঢ়ি সিহঁতৰ পিনে আহি আছে। পগলা বৰদেউতাই তাক দেখাৰ লগে লগে ক'লে, গাৎচোৰেৎচালা! লগে লগে সোণৰ ইমান ধুনীয়া সপোনটো ভাঙি গ'ল। তাৰ মূৰৰ শিতানত খিৰিকীৰ মাজেৰে শৰতৰ সূৰ্য্যই যেন সোণালী পানী ছটিয়াই দিছেহি, তাৰ ভৰিলৈকে গাত ৰ'দ পৰিছে। সি হূৰমুৰকৈ শোৱাৰপৰা উঠি বহিল।

প্ৰথমে সি বুজিবই পৰা নাছিল সি ক'ত আছে। সি ভাবিছিল যেন সি ঘৰতেই আছে। আৰু ঘৰৰ বিচনাত শুই স্বপ্ন দেখিছিল। অলপ পিছতহে সি ধৰিব পাৰিলে যে জমিদাৰৰ কাছাৰী ঘৰৰ কোঠা এটাত আছে। এইখন মাজুদেউতাৰ বিছনা। সি ৰাতি মাজুদেউতাকৰ লগত শুইছিল। সি ভালকৈ চকু দুটা মচি ললে। অমলা আৰু কমলালৈ মনত পৰিল। সিহঁত এতিয়া ক'ত আছে? বাহিৰত ৰ'দ ওলাইছে। সি দুৱাৰেদি বাহিৰলৈ ওলাই আহিল। মাজুদেউতা ক'ত? ইমান ডাঙৰ দালানটোত কোনো মানুহ নাই দেখোন! এটাইবিলাক হয়তো নদীৰ পাৰলৈ গৈছে। দুৱাৰ পাৰ হৈ বাৰান্দা। বাৰান্দাৰ তলত সেউজীয়া মুকলি ঠাই। তাৰ পিছত প্ৰকাণ্ড পুখুৰী। পুখুৰীৰ দক্ষিণ পাৰত বিৰাট মন্দিৰ। সোণে আগদিনা মন্দিৰটো দেখা পোৱা নাছিল। সি কাছাৰীঘৰৰ এইটো দালানলৈ ৰাতিহে আহিছিল। অমলা আৰু কমলাই তাক ৰাতিলৈকে লগত ৰাখি পিছত ইয়াত থৈ গৈছেহি। উত্তৰপিনে

কমলাহঁতৰ অন্দৰমহলত থাকিলে ধৰিবই নোৱাৰি যে এইপিনে ইমান প্ৰকাণ্ড এটা মন্দিৰ আছে। মাত্ৰ ছাদৰ ওপৰত উঠিবৰ সময়ত কমলাহঁতে কৈছিল, মন্দিৰৰ ওপৰত বগা পাথৰৰ এটা ষাঁড় গৰুৰ মূৰ্তি আছে। ষাঁড়টোৰ ডিঙিত মিঠি ফুলৰ মালা। আগদিনা সন্ধ্যাৰ ছাদৰ ওপৰৰ সেই আন্ধাৰ পৰিবেশটোৱে এতিয়া তাৰ মনত যেন এক ৰহস্যৰ সঞ্চাৰ কৰিলে। কাষ পোৱাৰ লগে লগেই সি পূজাৰ বাদ্য বজা শুনিছিল। অৰ্জুন নায়েৰ নদীত গা ধুই উভতি আহিছে। ৰামসুন্দৰে কান্ধত লাঠী এডাল লৈ বোধহয় ক'ৰবালৈ যাবলৈ ওলাইছে। লালটু আৰু পলটু এতিয়া ক'ত আছে? ইয়ালৈ অহাৰপৰা সি বৰদাদা আৰু মাজুদাদাক দেখাই পোৱা নাই। সিহঁত আজি ক'ৰবাত চিকাৰলৈ যোৱাৰ কথা। ৰাতি-পুৱাই হয়তো নদীৰ পাৰত চৰাই চিকাৰলৈ ওলাই গৈছে। সি নদীৰ পাৰলৈ চাই পঠিয়ালে। হঠাৎ তাৰ ভাব হ'ল নদীৰ পাৰত যেন এজন বিশেষ মানুহ থিয় হৈ আছে। মানুহজনক সি চিনি পোৱাৰ দৰে লাগিল, কিন্তু বিশ্বাস কৰিব পৰা নাই। অস্পষ্ট। দীঘল চেহেৰা, ধীৰ স্থিৰ, যেন সমুদ্ৰৰ বালিত সেই ট্ৰয় নগৰীৰ কাঠৰ ঘোঁৰাটো! চহৰৰ পিনে মুখ কৰি থিয় হৈ আছে। সোণ আৰু থিয় হৈ নাথাকিল। ঠিক সপোনটোৰ দৰেই হুবহু মিলি গৈছে। সি পগলাৰ দৰে দৌৰিবলৈ ধৰিলে। অৰ্জুন নায়েৰে সুধিলে, সোণা, কেনি যোৱা? তোমাৰ বৰদেউতা নদীত গা ধুবলৈ গৈছে। সোণে একো উত্তৰ নিদিলে। সি মুকলি ঠাইডোখৰ পাৰ হ'ল। হৰিণ থকা ঘৰকেটা পাৰ হৈ গৈ, ম'ৰা চৰাই কেটাক সোঁফালে এৰি, ফুল আৰু ফলৰ বাৰীখন পাৰ হৈ ছাঁ পৰি থকা ঝাওবন কিছুমানৰ কাষত থিয় দিলেহি। তাৰপিছত আকৌ চাৰিওপিনে মূৰ ঘূৰাই চালে। ঠিক ঠাইখিনিলৈকে আহিছেনে নাই বিচাৰ কৰি চালে। কাৰণ সি এতিয়াও নিজৰ দৃষ্টিক বিশ্বাস কৰিব পৰা নাই। এইপিনে বহুত ৰকমৰ দেশী বিদেশী ফুলৰ জোপোহা জোপোহা গছ। সি গছবোৰৰ ডাল-পাতৰ মাজেৰে ফাঁক কৰি চালে। সকলো ঠিকেই আছে। পুখুৰীৰ পাৰৰপৰা যিটো স্পষ্ট কৰি দেখা পোৱা নাছিল, এতিয়া একেবাৰে স্পষ্ট হৈ

পৰিছে। সি আবেগত অধীৰ হৈ দৌৰি গ'ল আৰু চিঞৰি মাতিবলৈ ধৰিলে, ৰৰদেউতা—ৰৰদেউতা, মই সোণা, ৰৰদেউতা, ৰৰদেউতা! সি দৌৰি গ'ল। তাৰ সেই আপোনজনক সি লগ পাই গৈছে। সি দেখিলে, আনকি, কুকুৰটোৱেও তাক চিনি পাইছে আৰু আনন্দত নেজ লৰাইছে। কিন্তু ৰৰদেউতাই এবাৰো তাৰপিনে চকু তুলি চোৱা নাই। তেওঁৰ হাতে-ভৰিয়ে ধানৰ পাতে কটাৰ দাগ। বহুত সময় পানীত থকা কাৰণে তেওঁৰ হাত-ভৰিবোৰ শেঁতা বগা হৈ পৰিছে। বহুত বাট ঘূৰি ঘূৰি মাজে মাজে পানী ভাঙি ভাঙি সাঁতুৰি লগত কুকুৰটো লৈ অকলে অকলে আহি এইখিনি ওলাইছেহি।

সোণ ওচৰ চপাৰ লগে লগে কুকুৰটোৱে ঘেউ-ঘেউকৈ মাতিবলৈ ধৰিলে। সেই তাহানি ৰৰদেউতাকৰ লগত ঘৰত আহি উঠাৰপৰা কুকুৰটো এতিয়ালৈকে তাতে আছে। ঘৰৰ চাৰিওপিনে ঘূৰি ফুৰে, বৰ অৱহেলাত কুকুৰটো ডাঙৰ হৈছে। ঘৰৰ যি উচ্ছিষ্ট থাকে তাকে সি আনন্দমনে খায়, তাৰেই তাৰ হৈ যায়। ঘৰত যে কুকুৰটো আছে কোনেও গমকে নাপায়। কোনেও তাক বিশেষ আদৰ নকৰে। কিন্তু এতিয়া ইয়াত সেই কুকুৰটোকে সোণৰ ইমান আপোন যেন লাগিল! কিমান মূল্যবান যেন সি। তাৰ নিজৰ কিমানবিলাক আপোনজন আহি গোট খাইছেহি! সি আৰু এতিয়া কাকো ভয় নকৰে। ট্ৰয়নগৰীৰ ল'ৰাবিলাকে যিদৰে কাঠৰ ঘোঁৰা টানি টানি চহৰৰ ভিতৰলৈ লৈ গৈছিল সেইদৰে সিও এতিয়া এই মানুহজনক হাতত ধৰি ধৰি অট্টালিকাৰপিনে আগুৱাই লৈ যাবলৈ ধৰিলে। কিছুদূৰ গৈ হঠাৎ যেন পগলা ঠাকুৰৰ আৰু যাবলৈ লাজ লাগিল। তেওঁ ভিতৰৰ পিনে যাব নোখোজা হ'ল। ভিতৰৰ অট্টালিকা দেখি যেন তাৰ পলীনৰ দুৰ্গৰ কথা মনত পৰি গ'ল। এদিন তেওঁ এডাল ক'লা ৰঙৰ নেকটাই মাৰিছিল। পলীনে কৈছিল, তুমি নীলা ৰঙৰ টাই মাৰিবা মণি, নাইবা বগা বা কমলা ৰঙৰ টাই মাৰিলেও ভাল লাগিব, কিন্তু ক'লা ৰঙৰ টাই নামাৰিবা। ক'লা টাই মাৰিলে তোমাক বৰ নিষ্ঠুৰ যেন লাগে। পগলা ঠাকুৰৰ হঠাৎ ভাব হ'ল, তেওঁৰ এই বেশভূষা এনে

প্ৰাসাদৰ ভিতৰত খাপ নাখায়। তেওঁ থিয় হৈ চাৰিওপিনে চাবলৈ ধৰিলে। তেওঁৰ গাত পানীৰ শেলুৱৈবোৰ লাগি আছে। তেওঁ যেন মানুহ নহয়! জলদেৱতা, সেই দেৱতাৰ শৰীৰত শেলুৱৈ, পানীত গজা নানাবিধ গছলতা গজি উঠিছে। সোণে তেওঁক টানি টানি লৈ গৈ পুখুৰীৰ পাৰৰ চিৰিত বহুৱাই দিলে। তাৰপিছত পুখুৰীৰপৰা আজলি আজলিকৈ পানী আনি বৰদেউতাকৰ গাৰপৰা শেলুৱৈ আৰু দলঘাঁহ আদিৰ পাতবোৰ এৰুৱাই এৰুৱাই ধুই দিলে। পগলাঠাকুৰে পুখুৰীৰ চিৰিত এটা প্ৰস্তৰমূৰ্তিৰ দৰে বহি থাকিল আৰু ওপৰলৈ মূৰ দাঙি আকাশলৈ চাই ৰ'ল। চকু দুটা নেদেখিলে ক'বই নোৱাৰি যে মানুহজনৰ ভিতৰত প্ৰাণ আছে।

পুখুৰীৰ ইটো পাৰত কমলাই বৃন্দাবনৰ সৈতে পূজাৰ ফুল তুলিছিল। ফুল তুলি থাকোঁতে দেখিলে সোণে যেন পুখুৰীত কিবা এটা কৰি আছে। একোবাৰ পুখুৰীলৈ জঁপিয়াই জঁপিয়াই নামি যায় আৰু হাতত একাঁজলি পানী লৈ উঠি আহে। চিৰিৰ পাৰত এজন মানুহ। সোণে মানুহটোৰ গাত পানী ছটিয়াই দিছে। কাষতে এটা কুকুৰ। কুকুৰটোৱে বাৰে বাৰে সোণৰ সৈতে ঘাটলৈ নামি গৈছে, আকৌ সোণৰ সৈতে চিৰিয়েদি ওপৰলৈ উঠি আহিছে। একান্তমনে সোণে কিনো কৰি আছে! কমলে সেইপিনে দৌৰ দিলে। হৰিণ আৰু ম'ৰা চৰাইৰ ঘৰ পাৰ হৈ, সেউজীয়া ঘাঁহনিৰ ওপৰেদি তাই সোণৰ ওচৰলৈ দৌৰিলে। চিৰিৰ ওপৰত গৈ তাই দেখিলে সোণে অঁাঠুকাঢ়ি মানুহ এজনৰ গাৰপৰা কিবা-কিবি গুচাই দিছে। আৰু ওচৰ চাপি গৈ দেখা পালে, মানুহটোৰ গাত লাগি থকা শেলুৱৈ আৰু পাত কিছুমান সোণে গাৰপৰা এৰুৱাই চাফা কৰি দিছে। কোন মানুহ এইজন? কমলা আহি পাছফালে থিয় হৈ পাথৰৰ মূৰ্তিৰ দৰে মানুহজন আৰু কাষৰ কুকুৰটোক আচৰিত হৈ ডিঙি মেলি মেলি চাবলৈ ধৰিলে। সোণে কমলাক দেখিও একো মাত নিদিলে, নিজৰ কামত ব্যস্ত হৈ থাকিল। কমলে বাধ্য হৈ নিজেই সুধিলে, কোন অ' সোণ?

—মোৰ বৰদেউতা।

—তোৰ বৰদেউতা ?

—ওঁ, মোৰ বৰদেউতা।

—কথা নকয়নেকি ?

—নাই, নকয়।

—বোবা ?

—বোবা নহয়।

—তেন্তে কথা নকয় কিয় ?

—কথা কয়, মাত্র কয়, গাৎচোৰেৎচালা।

—আৰু একো নকয় ?

—নাই—নকয়।

—উ আই, কি কথা অ'! মুখেৰে নামাতে!

সোণে মনে মনে আৰু অলপ সময় পানী আনি বৰদেউতাকৰ গাৰ লতা-পাত, শেলুৱৈ আদি ধুই দিলে আৰু তাৰ পিছতে ক'লে, এতিয়া উঠক বৰদেউতা!

কমলে সুধিলে, পানীত এইদৰে কেনেকৈ তিতিল ? সোণে কথাখিনি কৈ দিব পাৰিলেহেঁতেন, বৰদেউতা গাঁৱৰপৰা সাঁতুৰি সাঁতুৰি গুচি আহিছে। সৰু খুৰাহঁতে নাৱত আহিবলৈ নিদিয়ে। গতিকে তেওঁ কুকুৰটো লৈ খোজকাঢ়ি গুচি আহিছে। কিন্তু সোণে সেইবোৰ একো নক'লে।

কমলাই ক'লে, তোৰ বৰদেউতাৰ পগলা নহয় ?

সোণৰ খং উঠি গ'ল। ক'লে, ইহ্ ক'লেই হ'ল। কোনে কৈছে পগলা!

—তেন্তে কথা নকয় কিয় ?

সোণৰ কিয় জানো বৰ খং উঠিল। বৰদেউতাকক পগলা বুলি ক'লে সি নিৰৱে থাকিব নোৱাৰে। সি লৰালৰিকৈ কমলাৰ ওচৰৰপৰা বৰদেউতাকক আঁতৰাই লৈ যাব খুজিলে। তেনেতে কমলে ক'লে, ককা আহক, মই সোণৰ পেহী হওঁ। সোণ, হয়নে নহয় মই তোৰ পেহী ?

বৰদেউতাকৰ প্ৰতি কমলাৰ ব্যৱহাৰত সোণৰ ভাল লাগিল। সি অতি আনন্দিত হৈ ক'লে, এয়া মোৰ কমলা পেহী বৰদেউতা!

মণীন্দ্ৰনাথে কমলাৰ পিনে চালে। ছোৱালীজনীৰ চকু দুটা কিয় নীলা! তেওঁ আঁঠুকাঢ়ি বহিল। যেন এটা দৈত্যই আঁঠুকাঢ়ি বহি পুতলাৰ দৰে সৰু ছোৱালী এজনীক দুহাতেৰে ওপৰলৈ চকুৰ ওচৰলৈ তুলি ধৰিলে। তেওঁৰ মনত যেন প্ৰশ্ন জাগিছে—তুমি ক'ৰ ছোৱালী! তোমাক যেন মই চিনি পাওঁ।

কমলাৰ দৰে এজনী তজবজীয়া ছোৱালীয়ে মণীন্দ্ৰনাথৰ চকু দুটালৈ চাই ভয় খাই গ'ল। কমলাৰ ভয় ভয় লগা যেন দেখি সোণে মনে মনে বৰ ফূৰ্তি পালে। সি প্ৰথমে একো কোৱা নাছিল, কিন্তু দেখিলে যেন কমলাই এতিয়া কান্দি পেলাব। সোণে সেই কাৰণে লৰালৰিকৈ ক'লে, একো ভয় নাই, কমল। সি বৰদেউতাকৰ পিনে কিবা এটা ইঙ্গিতেৰে চালে। সোণৰ চকুত যেন মন্ত্ৰ আছে। তাৰ যেন খং উঠিছে, সি বৰদেউতাকক তেনে এটা আভাস দিলে। ইমান অকণমান ল'ৰাটোৱেই যেন বৰদেউ-তাকক শাসন কৰিব পাৰে। মণীন্দ্ৰনাথে লৰালৰিকৈ কমলাক নমাই দিলে। কমলা দৌৰি গুচি যাব খুজি আকৌ বৈ গ'ল। তাই ভাবিলে, সোণৰ কিমান সাহস! তাৰ ওচৰত তাই নিজকে অতি সৰু হৈ পৰা যেন লাগিল। সোণে অলপো ভয় কৰা নাই। সি মানুহজনক হাতত ধৰি টানি টানি লৈ গৈছে। ইমান প্ৰকাণ্ড মানুহ এটা যেন একান্ত বাধ্য। লাহে লাহে কমলাৰো ভয় নোহোৱা হৈ আহিল। তাই এবাৰ লাহেকৈ মণীন্দ্ৰনাথৰ বাওঁহাতটোত ধৰিলে। সোণে সোঁহাতত ধৰি আছে। সিহঁত একেলগে আগুৱাই যাবলৈ ধৰিলে। কুকুৰটো আগে আগে গৈ আছে।

ট্ৰয় নগৰীৰ ঘোঁৰা লগত লৈ সোণহঁতে নাটমন্দিৰৰ কাষেদি যাব খোজোঁতেই এটা গণ্ডগোলৰ সূত্ৰপাত হ'ল। হঠাৎ মানুহ বিলাকৰ চকুত পৰিল পগলা ঠাকুৰ আহি এইখিনি ওলাইছেহি। নাটমন্দিৰৰ সমুখত থিয় হৈ তেওঁ দুৰ্গা গোসানী চাবলৈ ধৰিলে। আৰু জমিদাৰ ঘৰৰ বহুত

আমোলা কৰ্মচাৰী, কাষৰ সৰু-ডাঙৰ ল’ৰা-ছোৱালী আহি তেওঁৰ ওচৰত জমা হ’লহি। মাজু কৰ্তা আহি ওলালহি, তেওঁ ভূপেন্দ্ৰনাথক মাতি পঠালে, ভূএগ্ৰা খুৱাক কগৈ, তেওঁৰ দাদাক আহিছে। শান্ত শিষ্ট ল’ৰা এটাৰ দৰে মণীন্দ্ৰনাথে দুৰ্গা গোসাঁনী চাই আছে। মুৰৰ ওপৰত ওলোমা লণ্ঠন। মণীন্দ্ৰনাথে ইফালে সিফালে ঘূৰি ফুৰি সকলো চাবলৈ ধৰিলে।

সোণে বৰদেউতাকক ক’লে, দুৰ্গা গোসাঁনীক নমো কৰক।

মণীন্দ্ৰনাথে লগে লগে একেবাৰে মাটিত সাষ্টাঙ্গে পৰি সেৱা কৰিলে। দুই হাত সমুখলৈ মেলি দিলে। কাষৰ সৰু সৰু ল’ৰাবোৰে হাঁহিবলৈ ধৰিলে। সোণে এইবোৰ দেখি শুনি ভাল পোৱা নাছিল। সি পাৰিলে বৰদেউতাকক ইয়াৰপৰা আঁতৰাই নিব খোজে। মাজুকৰ্তা অৰ্থাৎ অমলা আৰু কমলাৰ দেউতাকে ল’ৰাবিলাকক ধমকি দিলে। তেওঁৰ সমুখত কেজনমান মানুহ থিয় হৈ আছিল। মাজুকৰ্তাই ইয়াৰ সকলোকে ভালকৈ চিনি নাপায়, পূজাৰ সময়ত জমিদাৰ কাছাৰীৰ সৈতে সম্পৰ্ক থকা ওচৰৰ দূৰৰ সকলো কৰ্মচাৰী নায়েব গোমস্তা ইয়ালৈ আহে। দেৱী পূজাৰ কাৰণে কল কুঁহিয়াৰ মাছ যি ঠাইত যি ভাল বস্তু পায় লগত লৈ পূজাৰ মণ্ডপ ওলায়হি। তেনে দুজন মানুহ গোসাঁনীৰ কাষত থিয় হৈ আছিল। মাজুকৰ্তাই তেওঁলোকৰ এজনক ক’লে, ভূএগ্ৰা খুৰা এতিয়াও নাহিল কিয় চোৰাঁচোন এজনে।

পগলা ঠাকুৰ সেইদৰে গোসাঁনীৰ কাষত দীঘল দি পৰিয়েই আছে। সোণে বুজিলে, বৰদেউতাকক কৈ নিদিলে তেওঁ আৰু উঠি নাহে। সি আঁঠু কাঢ়ি বৰদেউতাকৰ কাণৰ ওচৰত মুখখন লগাই ক’লে, বৰদেউতা উঠক, আৰু নমো কৰিব নালাগে। সেই বুলি কৈ সোণে মণীন্দ্ৰনাথৰ হাত এখনত ধৰিলে। লগে লগে তেওঁ মাটিত পৰি থকাৰপৰা থিয় হ’ল। গাৰ তিতা কাপোৰবোৰত মাটি লাগি গোটেই বোকা হৈ পৰিছে।

ভূপেন্দ্ৰনাথে আহি মণীন্দ্ৰনাথক দেখা পাই আচৰিত হৈ গ’ল। মণীন্দ্ৰনাথেও ভূপেন্দ্ৰনাথক দেখা পাই সোণৰ পিনে চাবলৈ ধৰিলে।

তেওঁৰ মনত ভাব যেন 'কি হ'ব এতিয়া সোণ?' ভূপেন্দ্ৰনাথ যে ইয়াত থাকে সেই কথাটো তেওঁৰ যেন মনতে নাছিল। ইয়ালৈ আহি তেওঁ ভূপেন্দ্ৰনাথৰ পাল্লাত পৰিব লাগিব সেইটো তেওঁৰ ভাবেই হোৱা নাছিল। মণীন্দ্ৰনাথে বিষণ্ণমনে সোণৰ পিনে চাবলৈ ধৰিলে আৰু লাহে লাহে তেওঁ খোজ ল'ব খুজিলে। ভূপেন্দ্ৰনাথে লৰালৰিকৈ তেওঁৰ হাত এখনত থাপ মাৰি ধৰিলে। ঠিকতো নাই, আকৌ কেনি গুচি যায়, ভূপেন্দ্ৰনাথে মণীন্দ্ৰনাথৰ হাতখনত টানি ধৰি থাকিল। ভূপেন্দ্ৰনাথে কাষৰ মানুহবিলাকক আঁতৰি যাবলৈ ক'লে। ভিৰ কৰি ধৰিবলৈ মানা কৰিলে। তেওঁ কাকো নুসুধিলে মানুহজন কেনেকৈ ইমান দূৰ আহিল! হয়তো খোজ কাঢ়ি, মাজে মাজে নদী বিল খাল সাঁতুৰি আহি এইখিনি ওলাইছেহি। এই মানুহটোৱে কি যে কৰিব নোৱাৰে! দাদায়েকৰ কথা ভাবি তেওঁৰ দুখ লাগিল। দুৰ্গা গোসাঁনীৰ পিনে চাই মনত যেন তেওঁ এবাৰ মাতিলে, মা, মা মোৰ! গোসাঁনীয়ে ডাঙৰ ডাঙৰ চকু দুটাৰে যেন দুই ভায়েক ককায়েকলৈ চাই চাই হাঁহিছিল। তেওঁ লৰালৰিকৈ তাৰপৰা মণীন্দ্ৰনাথক লৈ আঁতৰি যোৱাৰ কথা ভাবিলে! কাৰণ, তেওঁ জানে, নাটমন্দিৰৰ দুতলাৰ জালিকটা অন্দৰমহলৰপৰা পৰ্দাৰ ফাঁকেদি বহুতো চকুৱে এতিয়া খবৰ পোৱাৰ লগে লগে মণীন্দ্ৰনাথক চাবলৈ শাৰী পাতিছেহি। এনে এজন সুন্দৰ পুৰুষৰ এনে অৱস্থাত অন্দৰমহলৰ সেই মানুহবিলাকে নিশ্চয় হা-হুতাশ পেলাইছে। কি অনুপম চেহেৰা! উজ্জ্বল গৌৰবৰ্ণ! দীঘল চেহেৰা। মুখত শিশুৰ দৰে সৰল ভাব। নাবিক যেন সমুদ্ৰত বাট হেৰুৱাই বিষণ্ণমনে বৈ আছে। মণীন্দ্ৰনাথৰ পিনে চাই চাই ভূপেন্দ্ৰনাথৰ যেন দুচকুত পানী ভৰি উঠিল।

জোটনে পুৱাৰেপৰা মুখখন গোমোঠা কৰি বহি আছে। আকাশ নীলা হৈ পৰা দেখিলেই জোটনে বুজি পায় শৰতকাল আহিছে। এতিয়া

দুৰ্গাপূজাৰ সময়। এই দৰগাত বহিও সেইটো বুজিব পাৰি। এয়াতো দৰগা নহয়, যেন অগাধ হাবিত বনবাস। দুবছৰ কি তাৰো বেছি হ'ব, জোটনৰ ভায়েকহঁতৰ ঘৰৰ পিনে এপাক যোৱা হোৱা নাই। ফকীৰচাবে এবাৰো লৈ যাব নোখোজে। শৰতকাল আহিলেই আকাশত জোনটো ডাঙৰ হৈ দেখা দিয়ে। গোটেই ৰাতি এই হাবিৰ ভিতৰত জোনাক বিয়পি থাকে। আকাশৰ পিনে চালেই মনৰ ভিতৰখন কেনেবা কেনেবা লাগি যায়। প্ৰতাপচন্দৰ ঘৰলৈ দুৰ্গা গোসাঁনী আনে। গোসাঁনীৰ চকু মুখ নাক, নাকফুল সকলো তাই বহি বহি মনত পেলালে। সেইবোৰ কথা মনত পৰিলেই তাইৰ যেন কি হৈ যায়। কিমানবাৰ ফকীৰচাবক কৈছে, এবাৰ যেন তাইক ভায়েকহঁতৰ গাঁৱলৈ লৈ যায়। মানুহটোৰ মুখত তেতিয়া টু শব্দ এটাও নুফুটে। দিনে দিনে ফকীৰচাবৰ শৰীৰ ভাঙি আহিছে। আৰু হয়তো কোনোদিনেই তাই মাক-বাপেকৰ ভেটিত ভৰি দিবলৈ যাব নোৱাৰিব। এই মানুহটোৱে দৰগাৰ কাষত থকা ছৈ এখনৰ দৰে সৰু জুপুৰিটো এৰিবই নোৱাৰে, ছৈৰ তলত বহি ফকীৰচাবে কেৱল হোকা টানে আৰু কিবোৰ জানো বয়াত মাতি থাকে, জোটনে একো বুজি নাপায়। বাংলাত ভাঙনি কৰি দিলেও বুজি পোৱা টান, তাই মাত্ৰ হাঁহে।

—খেক খেক কৰি হাঁহি থাক কিয়?

—ক'তনো হাঁহিলোঁ?

—হঁহা নাই তই!

—ঠিক আছে বাৰু। হাঁহি উঠিলে আৰু নাহাঁহো। মুখখন গোমোঠা কৰি তাই বহি থাকিল। অলপ পিছতে ফকীৰচাবে সুধিলে, মনটো মাৰি আছ কিয়?

জোটনে একো উত্তৰ নিদিলে।

—কি অ', কথা নকৱ কিয়?

—কি কম কোৱা।

—যি মন যায়।

—মন গলেই হ'ব জানো। মন যায় এবাৰ দেশলৈ যাওঁ। কিন্তু হ'ব জানো!

—দেশলৈ গৈ থাকিবি ক'ত? তোৰ ভাইজানে দেখোন আকৌ চাদী কৰিলে। নতুন ভাই-বোৱাৰীয়ে তোক চিনিকে নাপাব!

—চিনি নাপাব কিয়? গলে ঠিকেই চিনি পাব।

—ইমান দূৰ! ইমান দূৰ নাও বাই যাব নোৱাৰি।

—ময়ো দেখোন লগী মাৰি দিব পাৰিম।

—মানুহে দেখিলে কি ক'ব? সেইবুলি কৈয়েই ফকীৰচাব যেন অন্যমনস্ক হৈ পৰিল। তেওঁৰ পেটটো পকাইছিল। শৰতকালত হাবি জংঘলত বহুতো কীট-পতঙ্গ ওলায়। এই সময়ত খাল-দোঙৰপৰা পচা গোন্ধ ওলায়। কাৰণ, খাল-বিলৰপৰা পানী শুকাই তললৈ নামি যোৱাৰ লগে লগে হাবি-বন, দল-পুনি এইবোৰ মৰি পচিবলৈ ধৰে। দৰগাৰ চাৰিওপিনে মাত্ৰ নল আৰু খাগৰি। সেই নল-খাগৰিৰ ডাঠ হাবিৰ মাজত এতিয়া কোনো বাট পথ নাই। বাহিৰৰ ক'ৰবাৰপৰা আহিবলৈ হ'লে নল-খাগৰিৰ হাবি ঠেলি ঠেলি নাও বাই আহিব লাগে। দৰগাৰ পূবপিনে প্ৰকাণ্ড মেঘনা নদী। মেঘনাৰ পাৰে পাৰে এই অটব্য নিৰ্জন হাবি প্ৰতি নিশা নীৰৱে শুই থাকে। চাৰিওপিনে ইমান গহীন পৰিবেশ যে কীট-পতঙ্গৰ মাত শুনিলেও ভয় যেন লাগে। দৰগাত চাৰিওপিনে কিছুমান নহৰুৰ গছ। আহঁত গছৰ তলত হাজাৰ বছৰৰ পুৰণি এই অঞ্চলৰ কবৰখানা। এফালে এটা ভঙা মচজিদ, ভঙা কুঁৱা আৰু এটা ভেটি। জীৰ্ণ অন্ধকূপৰ দৰে অ'ত ত'ত কিছুমান সৰু সৰু ইটাৰ খাপৰি। কিছুমান ইটাৰ টুকুৰা মাটিৰ সৈতে মিলি গৈছে। চাৰিওপিনে ইমান বেছি লতা আৰু জোপোহা হাবি যে এখোজো সহজে আগুৱাব নোৱাৰি, নানা জাতীয় লতাই হাত-ভৰি মেৰাই ধৰে। খৰালি দিনত এটা সৰু লুংলুঙীয়া বাট ওলায়। কিন্তু বাৰিষা কোনেও এই হাবিৰ ভিতৰলৈ আহিব নোখোজে। গাঁৱৰ কাষতে বিল বা নৈৰ পাৰত কবৰ দি থৈ গুচি যায়। কোনোবা মানুহৰ ইন্তেকালৰ সময়ত

দুজনমান মানুহ ওলায়হি। ইয়াৰপৰা চাৰিমাইল দূৰত মাত্ৰ কেইবমান মানুহ আছে। পৰাপক্ষত তাৰ মানুহো কোনো এইপিনে নাহে। দৰগাৰ ফকীৰচাবৰ ওচৰলৈ মাত্ৰ দুঃসময় হ'লে কোনোবা মানুহে দোৱা ভিক্ষা কৰিবলৈ আহে। দৰগাৰ কাষলৈ আহি মাত দিলে কোনোবা চুকৰপৰা হাবি ভাঙি ফকীৰচাবে ওলাই আহে আৰু মালা তাবিজ যাক যি প্ৰয়োজন সেইমতে দি আহে। মানুহবিলাকে পৰাপক্ষত কেতিয়াও হাবিৰ মাজেৰে দৰগালৈ নাযায়। কিবা এটা অলৌকিক ভয়। হাবিৰ এদাঁতিয়েদি এটা দীঘল খাল আছে। খৰালি দিনে-নিশাই পৰি থকা মৃত অজগৰ সাপ এটাৰ দৰে খালটো। বাৰিষা হ'লেই যেন খালটো সাৰ পাই উঠে। কিছুমান উজনিলৈ যোৱা নাও বাট চমু কৰিবৰ কাৰণে এই খালেদি আহে। খালেদি আহি এই কবৰখানা পোৱাৰ লগে লগেই আল্লা নাইবা ভগৱানৰ নাম লৈ লৈ ভয়ে ভয়ে পাৰ হৈ যায়।

মানুহ মৰিলে ফকীৰচাবৰ যেন একোটা পৰ্ব বা উৎসৱহে হৈ পৰে। তেওঁ তেতিয়া দুপইচা উপাৰ্জন কৰে। মুখত খিলিপাণ লৈ ৰঙীণ হৈ থাকে। আৰু মালা তাবিজ যিমান পাৰে ডিঙিত আঁৰি লৈ "আল্লা এক ৰহমানে ৰহিম" বুলি কৈ কৈ মৰা মানুহটোৰ দেহাৰ চাৰিওপিনে ঘূৰিবলৈ ধৰে। কেতিয়াবা হাবিৰ ভিতৰত সোমাই নানা ধৰণৰ খেল দেখুৱাবলৈ ভাল পায়। মুঠতে কবৰখানালৈ মৰাশ আহিলেই ফকীৰ-চাবৰ কেৰামতি বহুত বাঢ়ি যায়। ক'লা আলখাল্লাৰে ভৰিলৈকে ঢাকি নহৰু একোটাৰ সমান ডিঙিত ৰঙা নীলা হালধীয়া ৰঙৰ ডাঙৰ ডাঙৰ পাথৰ আঁৰি লৈ চকুত ক'লা চুৰ্মা সানি, আৰু মূৰত পাগ মাৰি ফকীৰ-চাবক দেখিবলৈ যেন এজন পীৰৰ দৰে লাগে। পাগুৰি নামাৰিলে মূৰৰ বগা কেকোৰা চুলিবোৰ ওলমি থাকে। বাহুদুটা তেওঁৰ প্ৰায়ে উৰ্দ্ধমুখী হৈ থাকে। দীঘল দাড়িত নহৰুতেল সানি চিকচিকাই ৰাখিছে। কবৰ দিবলৈ অহা মানুহে প্ৰথমেই দেখা পাব মুচকিলাচানৰ চাকি এটা লৈ ফকীৰচাব হাবিৰ ভিতৰত ঘূৰি ফুৰিছে। মানুহবিলাকৰ ভয়ত অণ্ঠকণ্ঠ শুকাই যায়। অলপ পিছত তেওঁ মুচকিলাচানৰ চাকি হাতত লৈয়ে

হাবিৰ মাজৰপৰা বাহিৰলৈ ওলাই আহে। এনে লাগে যেন তেওঁ তেতিয়া ক'ৰবাৰ পাতাল ফাটি ওলাই আহিছে। মানুহবিলাকৰ ইচ্ছা অনুসৰি দিয়া যি দুটা পইচা, আৰু ইন্তেকাল হোৱা মানুহে যি অলপ তেল নিমখ দিয়ে তাৰে সৈতেই মানুহটোৰ অন্নসংস্থান হৈ যায়। জোটনে তেতিয়া চৈৰ ভিতৰত বহি মানুহটোৰ সেই কেৰামতিবোৰ দেখি মুখ টিপি টিপি হাঁহি থাকে। জোটনে ফকীৰচাবৰ ক'লা আলখাল্লাৰ এশ এটা তালি মাৰি মাৰি বহি থাকোঁতেও মানুহটোৰ চালচলন জুমি চাই চাই মন কৰি থাকে। তেতিয়া দেখিলে কোনেও ক'ব নোৱাৰে মানুহটো আচলতে কিমান নিৰীহ, সৰল অকপট আৰু ভয়াতুৰ। অথচ অন্নমুঠিৰ কাৰণেই কবৰতলিলৈ মানুহ আহিলে ফকীৰচাব একেবাৰে এটা অন্য মানুহ হৈ পৰে। পীৰ হোৱাৰ আকাংখাত ফকীৰচাবে মানুহৰ আগত বিভিন্ন অলৌকিক ক্রিয়া প্রক্রিয়া দেখুৱাব খোজে। আৰু সেই অলৌকিক ক্রিয়াবোৰ দেখুৱাবৰ কাৰণে তেওঁ নানান উপায় উদ্ভাৱন কৰে। ইন্তেকালৰ সময়ত মানুহক নিজৰ নানান খেলা দেখুৱায়। দিনত এইবোৰ কৰি ৰাতি হলেই গছৰ মূৰত জুই লগাই বহি থাকে।

গতিকে ক'ৰবাত হোৱা দুৰ্গোৎসৱ চাবলৈ যাবলৈ নাপাই জোটনৰ মনত দুখ লাগিব পাৰে, সেই কথা বুজাৰ সময় ফকীৰচাবৰ নাই। গোটেই বছৰটো তেওঁ এই চৈৰ তলত শুই থাকিলেই হ'ল। প্রায়েই কোঁচ ভৰাই নহৰু গোটাই আনে। চাঙৰ তলত স্তূপীকৃত নহৰু। ডাঙৰ ডাঙৰ টৌৰ দৰে মাটিৰ পাত্রত নহৰুবোৰ তিয়াই থোৱা হয়। বাকলি গুচোৱা নহৰু পানীত পচালে একৰকমৰ ডাঠ তেল হয়। সেই তেলেৰে চাকি জ্বলাই চৈৰ তল পোহৰ কৰি ৰখা হয়, মুচকিলাচানৰ চাকি জ্বলোৱা হয়। আৰু কিছুমান থৈ দিয়ে। ইন্তেকালৰ সময়ত কবৰতলিলৈ মানুহ আহিলে ৰাতি সেই গছৰ মূৰত থোৱা তেলত জুই জ্বলাই অলৌকিক কিৰাবোৰ দেখুৱাবলৈ চেষ্টা কৰে। আৰু বহুত কিবাকিবি কৰি থাকে। প্রথমে জোটনৰ মনত সেইবোৰ দেখি অত্যন্ত হাঁহি উঠিছিল। ফকীৰচাবে সদায় লগত হাড় এডাল থৈ দিয়ে। কোনোবা বেমাৰী বা অসুখী মানুহে

নিৰাময়ৰ কিবা উপায় বিচাৰি দৰগাৰ ওচৰলৈ আহি যেতিয়া মাত দিয়েহি তেতিয়াই ফকীৰচাব যেন অন্য এটা মানুহ হৈ পৰে। পীৰ হোৱাৰ বাসনাৰে মানুহক মুহিবৰ কাৰণে ফকীৰচাবে কিছুমান বয়াত মুখস্থ কৰি থৈছে। সেই বয়াত মাতি মাতি তেওঁ ৰছী কিছুমান লৈ পথাৰলৈ নামি যায়। আৰু তেওঁ ওচৰলৈ অহা মানুহৰপৰা দৰগাৰ থানত চিন্নি দিবৰ কাৰণে পাঁচ-ছঅনামান পইচা বিচাৰে। এনে এটা জীৱন ফকীৰচাবৰ। জোটন আছিল হিন্দু গাঁৱৰ কাষত সৰুৰেপৰা বাস কৰা এজনী মানুহ। হিন্দুৰ ঘৰত পূজাই পাৰ্বণে তাই চিৰা খুন্দি দিয়ে, ধান বানি দিয়ে। দুৰ্গাপূজাৰ উৎসৱৰ আনন্দৰ কথা তাই যিদৰে বুজে, ফকীৰচাবে কেনেকৈ বুজিব। খৰি লুৰিবলৈ তাই যে এতিয়া বেজাৰ মনেৰে ওলাই গৈছে সেই কথা তেওঁ কেনেকৈ বুজিব!

বেলি মাত্ৰ ওলাবৰ হৈছেহে। গছ-গছনিৰে ইমান ডাঠ হাবি যে, বেলি ওলালেও বহুত পৰলৈকে চকুত নপৰে। সূৰ্য্যৰ পোহৰ ক্ৰমে গছৰ ডাল-পাতত পৰিছে। জোটনে দুহাতেৰে হাবি-বনবোৰ আৰু লতাবোৰ আঁতৰাই আঁতৰাই ভিতৰলৈ সোমাই গৈ আছে। তাই কবৰ কিছুমান পাৰ হৈ গৈ খালৰ পাৰ ওলাল। তাৰ পিছতেই গোটেইবোৰ নল-খাগৰি। এতিয়া আহিন-কাতিমহীয়া পানীৰপৰা কাছবোৰ ওপৰলৈ উঠি আহে আৰু পাৰত কণী পাৰে। এই অঞ্চলত গাঁও-ভূই একো নাই, ক'তো খেতিবাতিও নহয়। বহুত দূৰলৈকে হিন্দু গাঁও এখনো দেখিবলৈ নাই। ধাননিৰ মাজে মাজে গৈ থাকি মৰা শামুকৰ খোলাৰে এচিৰা দুচিৰা ধান কাটি কাপোৰৰ আঁৰত সুমাই লোৱাৰো সুবিধা নাই। কাছৰ কণী লৈ ঠাকুৰহঁতৰ ঘৰলৈ যাব, কণী দি তামোল পাণ চাউল খুজি লব, তাৰো সুবিধা নাই। ইয়াত মাত্ৰ গভীৰ নিৰ্জনতা, আৰু গছ বন হাবি। জোটনৰ ইচ্ছা হৈছিল যেন ফকীৰচাবক শুনাই চিয়ঁৰি চিয়ঁৰি কান্দিব! তেওঁ যেন ক্ৰমে অক্ষম হৈ আহিছে। বিলৰ পানীত ফান্দ পাতি তেওঁ কোৰা চৰাই ধৰিবলৈ চেষ্টা কৰিছিল। কোৰা চৰাইৰ কলিজা ৰান্ধি খালে বোলে গাত বল হয়। তেওঁৰ শক্তি ঘূৰি আহিলেই জোটন ৰাপেকৰ

ভেটিত এবাৰ ভৰি দিবলৈ যাব পাৰিব। কথাটো ভাবিয়েই জোটনৰ মনটো বৰ ভাল লাগি গ'ল। এবাৰ আগলৈ চোৱাৰ লগে লগে হঠাৎ জোটনে দুখন বগা ভৰি দেখা পালে। খাগৰি বনৰ মাজত দুখন বগা ভৰি, দুৰ্গা গোসাঁনীৰ সুন্দৰ ভৰি দুখনি যেন! তাইৰ বুকুখন কঁপি উঠিল। ভৰি দুখনৰ ওপৰত বেলিৰ পোহৰ আহি পৰি চিকমিকাই উঠিছে। ফৰিং এটা আহি বাৰে বাৰে ভৰি দুখনত পৰিছেহি। ওপৰৰ গছৰ পাত বতাহত লৰি ভৰি দুখনত ছাঁ পৰিলে ফৰিংটো ভয় খাই উৰি গুচি যায়। ৰ'দ আৰু মাজে মাজে গছৰ পাতৰ ছাঁ'ত থিয় হৈ জোটনৰ এনে লাগিল যেন ভৰিৰ নূপুৰধ্বনিৰ দৰে তাইৰ বুকুৰ ভিতৰৰ কঁপনি শব্দ কৰি কৰি ক্ৰমে কোনোবা অতল তলিত ডুব গৈছেগৈ। জোটনে দেখিলে ভৰি দুখন সঁচাকৈয়ে দুৰ্গা গোসাঁনীৰ ভৰিৰ দৰে হৈ পৰিছে। যেন গৌৰী, শিৱৰ কাৰণে অপেক্ষা কৰি বনবাসত নল-খাগৰিৰ মাজত লুকাই আছেহি। নাইবা চ'ত মাহৰ নীলপূজাত গৌৰীয়ে নাচিছে। নাচৰ মুদ্ৰাত ভৰি দুখনে যেন খেলা কৰি বৈ আছে। জোটনে ডাঙৰকৈ চকু দুটা মেলি দৃশ্যটো চাই চাই কি কৰা উচিত হ'ব ততালিকে থিৰ কৰিব পৰা নাই। তাই সমুখৰ পিনে আগ বাঢ়ি যাবলৈও সাহ পোৱা নাই। তাই ধৰিব পাৰিছে, ভৰি দুখন নিশ্চয় কোনোবা যুৱতী ছোৱালীৰ হ'ব। মাত্ৰ ভৰি দুখন দেখা গৈছে, শৰীৰৰ বাকী অংশ নলৰ মাজত সোমাই আছে। হয়তো খুন-চুন হ'ব। কিন্তু এই দৰগাত, পীৰৰ থানত কাৰ ইমান সাহ আছে খুন কৰিব পাৰে! জোটনে ভয়ত কঁপা হাত দুখনেৰে নলবোৰ ফাঁক কৰি ডিঙিটো মেলি দিয়াৰ লগে লগেই দেখিলে, নদীৰ পানীত বিসৰ্জনৰ পিছত যিদৰে গোসাঁনী চিৎ হৈ পৰি থাকে ঠিক তেনেকৈয়ে মালতী হাত-ভৰি মেলি বনৰ মাজত পৰি আছে। মালতী যেন গোসাঁনী, অসুৰ-নাশিনী গোসাঁনী। আই ঐ দেহি! মোৰ মাজনী মালতী অ', তই এইদৰে আহি কিয় পৰি আছহি? চুলি মেলি, চকু থিয় কৰি পৰি আছহি! তোক কোনে আনি ইয়াত এইদৰে এৰিছেহি, মোৰ মাজনী অ'! জোটনে মালতীৰ মুৰৰ কাষত বহি লৰালৰিকৈ মালতীৰ

মূৰটো কোলাত তুলি ললে। গাৰ বিভিন্ন ঠাইত হাত ফুৰাই চাই জোটনে দেখিলে যে মালতী এতিয়াও জীয়াই আছে। মাত্র জ্ঞান হেৰুৱাইছে। নাভিৰ তলৰ ফালে চাই তাই লক্ষ্য কৰিলে কোনোবাই যেন বথলাবথলকৈ খালে যি অৱস্থা হয় তেনেকুৱা হৈ আছে। মৃতপ্ৰায় ভাবি মালতীক কোনোবাই পেলাই থৈ গুচি গৈছে। গাটোৰ কিছুমান ঠাইত দাঁতেৰে কামোৰা চিন। তেজৰ দাগ। জোটন বহাৰপৰা উঠিল। হাবিৰ মাজেৰে তাই দৌৰিবলৈ ধৰিলে, যেন ঘোঁৰা এটাহে দৌৰিছে। তাই হাবিৰ মাজৰপৰাই চিঁয়ৰিবলৈ ধৰিলে, ফকীৰচাব, ফকীৰচাব, পীৰৰ থানত কোন আহি পৰি আছেহি চাওকচোন। ফকীৰচাব, নল-খাগৰিৰ মাজত কোনোবাই দুৰ্গা গোসাঁনী বিসৰ্জন দি থৈ গৈছে। জোটনে জঁপিয়াই জঁপিয়াই আহি ফকীৰচাবক খবৰ দিয়েই আৰু এটা জাঁপ মাৰি ছৈৰ তলত সোমাই ডুৰীয়া শাড়ী এখন উলিয়াই আনিলে।

তাই ফকীৰচাবক ক'লে, মোৰ পাছে পাছে আহি থাকক।

হাবিৰ মাজত সোমাই আগৰ ঠাইখিনিৰ ওচৰ পোৱাৰ লগে লগেই অলপ আঁতৰৰপৰা জোটনে সুধিলে,

—কি দেখিছে?

—দুখন ভৰি।

—কাৰ ভৰিৰ নিচিনা?

—দুৰ্গা গোসাঁনীৰ ভৰি যেন!

—আপুনি ৰব তেন্তে। সেইবুলি কৈ জোটনে প্ৰথমে অকলে নলবোৰৰ মাজেদি সোমাই গৈ হাতত থকা শাড়ীখনেৰে মালতীৰ গাটো ঢাকি দিলে। তাৰ পিছত বন ফাঁক কৰি ফকীৰচাবক হাত বাউল দি ওচৰলৈ মাতিলে। ফকীৰচাব ওচৰ চাপি যোৱাৰ লগে লগে জোটনে ক'লে, আপুনি মূৰৰ পিনে ধৰক, মই ভৰি দুখনত ধৰোঁ।

মালতীৰ শৰীৰটো তেনেকৈ তুলি লৈ হাবিৰ মাজে মাজে খোজ কাঢ়ি যোৱাত সিহঁতৰ বৰ অসুবিধা হৈছিল। অলপ দূৰ গৈয়েই গছ এজোপাৰ তলৰ ছাঁত ঘাঁহৰ ওপৰত সিহঁতে মালতীক শুৱাই দিলে। অলপ পিছত

আকৌ কেকোজেকোকৈ মালতীক দাঙি লৈ যাবলৈ ধৰিলে। ফকীৰচাবে এবাৰ ক'লে, তোমাৰ দুৰ্গা এইবাৰ নিজেই দৰগা ওলাইছেহি! তুমি আৰু গাঁৱলৈ যোৱাৰ কি কাম আছে!

মালতীক দাঙি লৈ, কঢ়িয়াই আনি থাকোঁতে জোটনৰ ফোঁপনি উঠিছিল। তাই উত্তৰ দিব পৰা নাছিল। তাইৰ হাতত মালতীৰ গাৰপৰা ওলোৱা তেজ আৰু এবিধ বিজল পদাৰ্থ লাগি কিবা লেতেৰা লেতেৰা লাগিছিল। গছৰ পাত কিছুমানেৰে তাই হাতখন মচি ল'লে। মাজে মাজে মালতীৰ গাৰপৰা কাপোৰখন গছ-লতাত লাগি খহি পৰিব খোজে। মালতীৰ নিটোল গাটোত এনেয়ে কাপোৰ থাকিব নোখোজে, বতাহ লাগিলেই উৰি যাব খোজে। জোটনে ফকীৰচাবৰ পিনে মুৰ দাঙি ক'লে, কথা ভাল দেখা নাই, আপুনি চকু ওপৰলৈ গছ-গছনিৰ পিনে দি যাব। এইপিনে ঘূৰি চোৱঁা, তলৰপিনে নহয়!

ফকীৰচাবে ক'লে, মই ফকীৰ মানুহ। মোৰ চকুৱে একো বেয়া নেদেখে।

জোটনে ক'লে, তথাপি পুৰুষ মানুহ, আপুনি আকাশৰ পিনে গছ, পক্ষী আদি চাই যোৱাহে যুগুত হ'ব।

—তোমাৰ যদি সেয়ে ইচ্ছা ঠিক আছে বাৰু। সেইবুলি ফকীৰচাব চকু মুদি থিয় হৈ থাকিল। জোটনে তাকে দেখি ক'লে, মই কলোঁ কি, কি আপুনি কৰিছে?

—কি কলানো!

—গছ-গছনি চৰাই সেইবোৰ চাই যাবলৈ কৈছোঁ।

—তাকেতো চাইছোঁ।

—চকুমুদি থাকিলে হ'বলা দেখা যায়?

—খুলি ৰাখিলে যিমান দেখি মুদি থাকিলে তাতকৈ বেছি দেখি।

—তেনেহলে খুলিয়েই ৰাখক।

জোটনে এইবাৰ মালতীক মাতিবলৈ ধৰিলে। মালতী, অ' মালতী!

চকু মেলি চাচোন ক'ত ওলাইছহি। আল্লাৰ বান্দাৰ ওচৰ পাইছহি মালতী। চকু মেলি এবাৰ চা। মালতী, অ' মালতী!

মালতীৰ গাত তেতিয়াও চেতনা নাই। জোটনে লৰালৰিকৈ পানী অলপ আনি মালতীৰ চকুৱে মুখে ছটিয়ালে। কিন্তু কোনো পৰিবৰ্তন নাই। ঠাইখিনিত ৰ'দ পৰা নাই। চাৰিওপিনৰ গছ-গছনি হাবি ইমান ডাঠ যে সামান্য নিয়ৰ এটোপালো হাবিৰ ভিতৰত পৰিব নোৱাৰে। আৰু অলপ দূৰ যাব পাৰিলেই সিহঁতৰ ছৈৰ তল ওলাবগৈ পাৰে। ছৈৰ তলত চাঙত শুৱাই লৈ হাত-ভৰি, কঁকাল-পিঠিত গৰম পানীৰে সেক দিব পাৰিলে শৰীৰৰ বেদনা বহুখিনি কমি যাব। তাৰপিছত বিশল্যকৰণীৰ দৰে সেই এবিধ বিশেষ ফুলৰ ৰস নহৰুৰ লগত মিহলাই শৰীৰৰ ক্ষত ঠাইবোৰ ধুই মচি তাত লগাই দিলেই মালতীয়ে ভাল পাই যাব, আৰু নিশ্চয় তেতিয়া তাই চকু মেলি চাব।

ফকীৰচাবৰ কিন্তু একোতেই কোনো ব্যস্ত ভাব নাই। কিবা এটা হ'ব আৰু, এই ভাব! এই নিৰ্জন কবৰখানালৈ দুৰ্গা গোসাঁনী আহিছে এনে ভাব। ফকীৰচাব যেন নিৰ্বিকাৰ, অলপো ব্যতিব্যস্ত হোৱা নাই। মালতীক চাঙত শুৱাই থৈয়েই তেওঁ তেওঁৰ হোকাটো বিচৰাত লাগিল।

—আপোনাৰ আকৌ এতিয়া ধঁপাত খাবৰ হ'ল!

—পানীখিনি গৰম কৰা মানে ধঁপাত এচিলিম খাই লওঁ। ধঁপাত খালেহে মূৰটো ঠাণ্ডা থাকে।

ধঁপাত খালে মূৰটো ঠাণ্ডা থকা কথাটো ফকীৰচাবে এনেয়ে কোৱা কথা। সেইটো মনৰ কথা নহয়। মানুহটো এনেকুৱাই। হেজাৰ বিপদতো মানুহটোৰ মূৰ অকণো গৰম নহয়। বেছ আৰামেৰে বহি লৈ ধঁপাত হুপি হুপি ফকীৰচাবে বাহিৰৰপৰা মাতিলে, ক'তাহে, তোমাৰ পানী গৰম হ'লনে?

জোটনৰ বাচন-বৰ্তন বুলিবলৈ মাটিৰ থালি চাৰিখন, পিতলৰ বদনা এটা, আৰু সামান্য ভঙা আৰ্চি এখন। আৰু এটা ডাঙৰ মাটিৰ চৰুত গোটা নহৰু তিয়াবৰ কাৰণে থৈ দিয়া আছে। নহলে তাৰে সৈতেই

ফকীৰচাবে অলপ সৰহকৈ পানী আনি দিব পাৰিলেহেঁতেন। জোটনে বদনাটোৰে এবদনা পানী আনিলেগৈ। বাৰিষা দিনত পানী আনিবলৈ বেছি দূৰলৈ যাব নালাগে। ছৈৰ তলত সোমাই জোটনে পানীখিনি লৰালৰিকৈ গৰম কৰি ল'লে। পানী গৰম হোৱাত তাই ডাঙৰকৈ ক'লে, আপুনি এইপিনে আৰু নাহিব।

—কিয়? ফকীৰচাবে হোকা টানি টানি সুধিলে।

—কিয়, আৰু ভাঙি ক'লেহে হ'বনে?

—দুৰ্গা গোসাঁনীক সুদা গাৰে তেনে তুমি অকলেই দৰ্শন কৰিবা!

জোটনে একো নামাতিলে। মানুহটোৰ স্বভাৱ তাই জানে। তেওঁ সকলো জানে, বুজে, বৰ ইমানদাৰ মানুহ। তথাপি কিয় যে এইবোৰ ধেমালি কৰে,—কি হ'ব দেখিলে, মইতো ফকীৰ মানুহ, মোৰ চকুত সকলো সমান।

জোটনে মালতীৰ গোটেই গাটো গৰম পানীৰে ধুৱাই দিলে। গাত লাগি থকা তেজ বোকা আৰু অন্যান্য মলিয়ন দাগবোৰ ধুই মচি সুন্দৰকৈ আকৌ আগৰ সেই বিধবা মালতীজনী কৰি দিবলৈ চেষ্টা কৰিলে। সংসাৰত সকলো বিচাৰিলেই নহয়। সকলো বিচাৰিলেই পোৱা নাযায়। কিয় জানো মালতীৰ কাৰণে এজন সুন্দৰ যুৱকৰ কথা বাৰে বাৰে জোটনৰ মনলৈ আহিবলৈ ধৰিলে। মালতীৰ এই হেন দেহাই এতিয়াও খোদাৰ মাচুল তুলিব নোৱাৰিলে। এইটো শৰীৰৰ ভিতৰত কিমান যে কষ্ট চাগৈ! কুহুমীয়া পানীৰে মালতীৰ গা ধুৱাই থকাৰ সময়ত জোটনে মনে মনে এনে ধৰণৰ কথাবোৰ ভাবিবলৈ ধৰিলে। কি নিটোল শৰীৰ। জোটনে মালতীৰ কঁকালটোত হেঁচি হেঁচি থপৰিয়াই থপৰিয়াই দিলে। গোটেই ৰাতি এই দেহাটোৰ ওপৰত কোনোবা অমানুহৰ পাশবিক অত্যাচাৰৰ চিনবোৰ জোটনে পানী ঢালি ঢালি হাতেৰে ঘঁহি ঘঁহি এৰুৱাবলৈ চেষ্টা কৰিলে।

এনেদৰে কিছুসময় পিছত লাহে লাহে মালতীৰ ভাব হ'ল তাইক যেন কোনোবাই এটা জলাশয়ত ওপোভাই ৰাখিছে। তাইৰ গাটোত যেন

কোনোবাই কিবা সানি দিছে। এখন যেন অতি আপোন মৰমৰ হাত। কিন্তু তাই চকু দুটা মেলিবলৈ সাহস নকৰিলে। হয়তো চকু মেলি দিলেই সেই নৰপিশাচকেটাৰ মুখ দেখা পাব। তথাপি এবাৰ তাই জঁাপ মাৰি উঠি পলাই যোৱাৰ ভাবেৰে হঠাৎ ধৰফৰ কৰি বহি পৰিল। লগে লগে জোটনে চিঁয়ৰি উঠিল—ফকীৰচাব, বেগাই সোমাই আহক, চাওকচোন মালতীৰ জ্ঞান আহিছে।

মালতীয়ে চকু দুটা মেলি দিলে। দেখিলে, জুটিয়ে তাইক ধৰি কাষতে বহি আছে। কিবা এটা তাই ক'ব খুজিলে। কিন্তু ক'ব নোৱাৰিলে। কাতৰ চকু দুটাৰে মাত্ৰ একেথৰে মালতীয়ে জোটনৰ পিনে চাই থাকিল। তাই চাওঁতে বহি অনুভৱ কৰিলে যেন বহুদিন ধৰি এক সুদীৰ্ঘ মৰুভূমি পাৰ হৈ এক মৰুদ্যানত উঠিছেহি। তাইৰ আকৌ মূৰটো ঘূৰাবলৈ ধৰা যেন লাগিল, যেন আকৌ সংজ্ঞাহীন হৈ পৰিব।

জোটনে ফকীৰচাবক ক'লে, পেটটো একেবাৰে খালী হৈ আছে।

—খাবলৈ কি দিবানো?

—অকণমান গাখীৰ লৈ আহাঁ। গৰম কৰি খুৱাই দিওঁ। খাই যদি ভাল পাব।

ফকীৰচাবে পলম নকৰিলে। ধঁপাত খাই থাকোঁতে তেওঁৰ মনলৈ নানা ৰকমৰ প্ৰশ্ন আহিছিল। প্ৰথম, কোনে এই যুৱতীক ইয়াত পেলাই থৈ গ'ল? কেতিয়া এৰি থৈ গ'ল? সিহঁত কিমানজন আছিল? তেওঁৰ মনত নানা ৰকমৰ সন্দেহৰ সৃষ্টি হৈছিল। মালতী আকৌ তাইৰ ঘৰলৈ এতিয়া ঘূৰি যাবনে নাযায়? থানা পুলিচ আৰু কত ৰকমৰ সমস্যা পিছত আছে। তেওঁ ফকীৰ মানুহ। ইয়াতেই কিমান দিন হ'ল আছে। এনে ঘটনা ইয়াত অতদিনে কেতিয়াও হোৱা নাছিল। অৱশ্যে এবাৰ এজন সাধু আহিছিল, লগত ভৈৰবী এগৰাকী আছিল! এই দৰগাতে একেবাৰে ভোজে-ভাতে খাই বেছ হৈ-হৈ কৰি ফুৰ্তিত আছিল দুদিনমান। কাৰণ, সেইসময়তে ইয়ালৈ আহিছিল—তিলকচাঁদ। পদ্মদীঘিৰ জমিদাৰ পৰিয়ালৰ সৰুজনা। ৰাতি ৰাতি ছোটবাবুৰ ওস্তাদী গানৰ মজলিচত

ভৈৰবীও মিলি গ'ল। আছিল ভৈৰবী, দুদিন পিছতে হ'ল পদ্মদীঘিৰ ছোটবাবুৰ বৌৰাণী। তাৰ পিছত সাধুবাবাই এদিন এই দৰগাতে এজোপা ওখ গছৰ আগত উঠি ফাঁচ লগালে। ছোটবাবু মূৰৰ ওপৰত আছিল কাৰণে সেই যাত্ৰাত ফকীৰচাব থানা পুলিচ সেইবিলাকৰ হাতৰ-পৰা ৰক্ষা পৰিল। কিন্তু এতিয়া এই ঘটনাই বা কি ৰূপ লয়! ফকীৰচাব মনে মনে কিছু চিন্তিত হ'ল। তথাপি তেওঁ মুখ ফুটাই একো নক'লে। পানী ভাঙি বাৰীৰ সিপিনে ওখ ঠাই এডোখৰত বান্ধি থোৱা ছাগলী দুজনী খীৰাই গাখীৰ আনিবলৈ ওলাই গ'ল।

জোটনে মালতীৰ মূৰটো কোলাত তুলি লৈ বহি থাকিল। হাবিৰ মাজত ক'ৰবাত ডাউকে মাতিছে। চাৰিওপিনে পানী, খেৰণি আৰু নল খাগৰিৰ হাবি। যিমান দূৰলৈকে চকু যায় তাই দেখিলে, বতাহত খেৰবোৰ হালি-জালি আছে। শৰত কালৰ ৰ'দ চৰাইৰ দৰে উৰি আহি যেন এই দৰগাৰ বনত নামিছেহি আৰু নাচি নাচি খেলিছে। পানীৰ ওপৰেদি পাতল বতাহ বাগৰি গৈছে। কত ৰকমৰ বিচিত্ৰ ৰঙা নীলা কীট-পতঙ্গৰ মাত কাণত পৰিছেহি। জোটনৰ হঠাত মনত পৰিল, কিমানদিন আগেয়ে তাইৰ ডাঙৰ সন্তানৰ ইন্তেকাল হৈছিল আৰু এই কবৰ তলিতে এতিয়া সেই সন্তান পাথৰ হৈ আছে। মাটি খান্দিলেই সেই সন্তান যেন আকৌ আহিব। জোটনে সকলো পাহৰি এজনী মাকৰদৰে মালতীৰ গায়ে মূৰে হাত ফুৰাবলৈ ধৰিলে। চুলিত আঙুলি বুলাই দিলে। সন্তানৰ প্ৰতি মনত ভৰি উঠা এক অবুজ স্নেহত জোটনৰ দুচকুৰেদি লোতক বাগৰি আহিল।

মণীন্দ্ৰনাথে প্ৰকাণ্ড ৰাজপ্ৰাসাদৰ দৰে ঘৰটোত সোমাই কিছু স্বাভাৱিক হৈ পৰিল। তেওঁ এতিয়া সোণক লগত লৈ কাছাৰী ঘৰৰ চোতালত খোজকাঢ়ি আছে। ভূপেন্দ্ৰনাথে ট্ৰাংকৰপৰা তেওঁৰ নিজৰ কাপোৰকে

উলিয়াই পিন্ধাই দিছে। ভাল পাঞ্জাবী চোলা এটাও পিন্ধাই দিছে। ভূপেন্দ্রনাথতকৈ ওখ আৰু শকত কাৰণে মণীন্দ্রনাথৰ গাত চোলাটো টান আৰু সৰু হৈছে। ৰামপ্রসাদক মণীন্দ্রনাথৰ দেখা-শুনাৰ ভাৰ দিয়া হৈছে। কেতিয়া কোনপিনে অকলে অকলে গুচি যায় ৰামপ্রসাদে লক্ষ্য ৰাখিছে। কিন্তু এই দায়িত্ব অনৰ্থক দিয়া হৈছে। কিয়নো, মণীন্দ্রনাথে কেৱল মুখেৰে কথা কোৱা নাই, এইমাত্র। নহলে দেখিলে এনে লাগে যেন তেওঁ আগৰদৰে প্রবাসী জীৱনৰপৰা ঘৰলৈ ঘূৰি আহিছে। এই মনোৰম ঠাইখনত সোণৰ হাতত ধৰি কেৱল তেওঁৰ ঘূৰি ফুৰাৰ ইচ্ছা।

ঘৰত উৎসৱ। আত্মীয় কুটুম আপোনজন সকলো আহিছে। নদীৰ ঘাটত কিমান নাও যে আহি গোট খাইছেহি! নদীৰ বুকুৰেদি ঢাক-ঢোলৰ শব্দ ভঁাহি গৈছে। সোণে ৰৰদেউতাকৰ হাতত ধৰি ধৰি টানি আনি নাটমন্দিৰ পাৰ হৈ আহিল। সি মনে মনে কমলক বিচাৰিলে। কমল ক'ত? ইমান ডাঙৰ অট্টালিকাত ইমানবোৰ ঘৰৰ মাজত কমলক বিচাৰি উলিওৱা সহজ নহয়। জমিদাৰ ঘৰৰ সৰু চিৰিয়াখানা। দুটা সৰু বাঘ, দুটামান হৰিণা, ম'ৰাচৰাই আৰু কাছ আছে। ৰৰদেউতাকক সেই বাঘ দেখুৱাবলৈ সোণে ধৰি নিছে। কমল লগত থকা হলে বৰ ভাল আছিল। কিয় জানো কমলক যেন সি অনবৰত কাষত পাবলৈ বিচাৰে!

সি চাৰিওপিনে চাবলৈ ধৰিলে। কমলক দেখা পায়নেকি? বাৰান্দা পাৰ হৈ গ'ল। ডাঙৰ ডাঙৰ হল ঘৰ পাৰ হ'ল। চিনাকি অচিনাকি মানুহবিলাকৰ মাজে মাজে সিহঁত গৈ থাকিল। ৰৰদেউতাকে মাত্র তাক অনুসৰণ কৰি গৈ আছে। মূৰৰ ওপৰত আইনাৰ ঝুলন লণ্ঠন। ঘৰচিৰিকা চৰাই এটা বাৰে বাৰে আহি ঝুলন লণ্ঠনৰ আইনাৰ ফাঁকত সোমাই আৰু আকৌ উৰি গুচি যায়। এতিয়া পুৱা দহমান বাজিবৰ হৈছে। ৰৰদাদা আৰু মাজুদাদা যে ক'ত আছেগৈ! সিহঁতে ৰৰবাবুৰ মাজুল'ৰাৰ সৈতে বন্দুক লৈ ক'ৰবাত বিলত হাঁহ চিকাৰ কৰিবলৈ

গৈছে। সোণে কমলক ক'তো নেদেখিলে। বৰদেউতাকক টানি টানি সি পুখুৰীৰ পাৰ পোৱালেহি। বৰদেউতাকক যেন সি ক'ব খুজিলে, আমি এখন নতুন ঠাইলৈ আহিছোঁ, ইয়াত প্ৰকাণ্ড শীতলক্ষা নদী আছে, পাৰত উলুবন আছে, পুখুৰীৰ পাৰত নাহৰফুটুকী বাঘ, হৰিণা আৰু ম'ৰাচৰাই আছে, দূৰত পিলখানাৰ চাপৰি, ঝাওবন, নদীৰ পাৰে পাৰে তাল গছৰ শাৰী, আৰু কিছুদূৰলৈ গলে বাবুহঁতৰ আৰু আন কিছুমান গাঁও আৰু তাত দুৰ্গাপূজা পতা হৈছে। সি বৰদেউতাকক হঠাৎ ক'লে, বৰদেউতা সেয়া ম'ৰা চৰাই, চাওক চাওক। সি বৰদেউতাকক নি ম'ৰা-চৰাইৰ সজাটোৰ কাষতে বহি ল'ব খোজোঁতেই দেখা পালে, পুখুৰীৰ সিপাৰেদি হন-হনকৈ চন্দ্ৰনাথ আহি আছে। সোণে তাৰ দেউতাকক দেখাৰ লগে লগে বৰদেউতাকৰ পাছপিনে লুকাবলৈ ধৰিলে। চন্দ্ৰনাথে মহলৰ খাজনা আদায়ৰ কাৰণে বাহিৰলৈ গৈছিল, ফলত যোৱা দুদিন কাছাৰী ঘৰৰ পিনে অহা নাই। আজি অলপ আগতে নাৱেৰে মহলৰ-পৰা ঘূৰি আহিছে। সোণে বৰদেউতাকক বাহিৰত ফুৰাবলৈ লৈ আহিছিল। সি যেন এক অভিজ্ঞ প্ৰবীণ ব্যক্তি আৰু বৰদেউতাকে সৰু ল'ৰাৰ দৰে তাৰ হাতত ধৰি ফুৰিবলৈ আহিছে—তেনে এটা ভাব। দূৰত পিলখানাৰ পথাৰ পাৰ হৈ আনন্দময়ীৰ কালীবাড়ি, বজাৰ, আৰু ৰাতি ৰাতি অদ্ভুত শব্দ কৰা ডায়নামো। তাৰ ইচ্ছা আছিল এইবোৰ এটা এটাকৈ দেখুৱাই সি বৰদেউতাকক লৈ সেই ডায়নামো ঘৰটোলৈ যাব। কিন্তু এতিয়া দেউতাকক দেখিয়েই আগুৱাই যাবলৈ তাৰ সাহ নহ'ল।

মহলৰপৰা ঘূৰি আহিয়েই ঘাটতে চন্দ্ৰনাথে শুনিছে যে এইবাৰ পূজা চাবলৈ সোণো আহিছে। চন্দ্ৰনাথ নদীৰ পাৰে পাৰে আহি আছিল। তেওঁ সোণৰ মুখখন চাবলৈ ব্যাকুল হৈ আছে। পুখুৰীৰ পাৰত থিয় হৈ হঠাৎ দেখিলে বৰদাদা মণীন্দ্ৰনাথ। তেওঁ অকলে ম'ৰা চৰাইৰ সজাৰ কাষত থিয় হৈ আছে। মণীন্দ্ৰনাথক দেখি চন্দ্ৰনাথ প্ৰথমে অতি আচৰিত হ'ল। পগলা মানুহজন অকলে আহি ইয়াত থিয় দি আছে! এওঁনো

আহিল কাৰ সৈতে? মাজুদাদাই খবৰ দিছিল, সোণ আহিব। গতিকে তেওঁ মণীন্দ্ৰনাথক দেখা পোৱাৰ অকণো আশা কৰা নাছিল। চন্দ্ৰনাথে লৰালৰিকৈ বৰদাদাৰ ওচৰলৈ খোজ ল'লে। কিন্তু ওচৰ পায়েই দেখিলে বৰদাদাৰ পাছপিনে গাত লিপিট খাই সোণ থিয় হৈ আছে।

—সোণ, তুমি ইয়াত?

—বৰদেউতাক ম'ৰাচৰাই দেখুৱাবলৈ আনিছিলোঁ।

—লালটু পলটু ক'ত?

—সিহঁত চৰাই মাৰিবলৈ গৈছে।

পূজাৰ ছুটীত বাবুহঁতৰ ল'ৰা-ছোৱালী নগৰৰপৰা ইয়ালৈ আহে। ল'ৰাহঁতে বন্দুক লৈ চৰাই চিকাৰ কৰিবলৈ যায়। চন্দ্ৰনাথে সোণক দেখি আকুল হৈ পৰিল। তেওঁৰ পুতেকে মাকৰ মুখৰ গঢ় লৈছে। সোণৰ মাকে, ডাঙৰ ডাঙৰ চকু দুটাৰে তেওঁৰ ধমজনীয়ে, সুদূৰ গাঁৱত দিনে নিশাই খাটি কাম কৰি দিন কটাইছে। দূৰৰ গাঁৱত থকা সোণৰ মাকৰ মুখখন তেওঁৰ চকুৰ আগত ভাঁহি উঠিল। চন্দ্ৰনাথে সোণক বুকুৰ মাজত সুমাই লৈ আদৰ কৰিব খুজিলে। ক'লে, সোণ, আহ কোলাত লওঁ।

সোণে বৰদেউতাকক আৰু জোৰে সাবটি ধৰিলে। কাৰণ, সোণৰ কাৰণে এই পগলা মানুহ চন্দ্ৰনাথতকৈও আপোন মানুহ। সি দেউতাকক কদা কাচিতহে দেখা পায়। তিনি চাৰিমাহৰ মূৰে মূৰে দেউতাক ঘৰলৈ যায়। প্ৰায়েই গৈ ৰাতি পায়গৈ। বহুত ৰাতি হয় প্ৰায়েই। সোণে গম নাপায়। ৰাতিপুৱা সাৰ পাই দেখে বিচনাত মাক নাই, দেউতাকে তাক বুকুৰ মাজত লৈ শুই আছে। সোণে প্ৰথমে তাৰ সৰু সৰু চকু দুটাৰে চাই, তাৰ পিছত লাহে লাহে চকুদুটা ডাঙৰকৈ মেলি সি বুজি পায় প্ৰবাসৰপৰা তাৰ দেউতাক ঘূৰি আহিছে। আৰু নিশ্চয় কুঁহিয়াৰ আনাৰস, যি দিনত যি হয়, সিহঁতলৈ লৈ আহিছে। সোণ তেতিয়া মনে মনে ভাল ল'ৰাৰ দৰে শুই থাকে! দেউতাকে তাক তেতিয়া আদৰ কৰি কৰি মাতে, উঠা সোণ, এতিয়া উঠিবৰ হ'ল, উঠি

চকু মুখ ধুই পঢ়িব লাগে, লেখা পঢ়া কৰে যেয়ে, হাতী ঘোঁৰা উঠে সেয়ে। এইবিলাক কোৱাৰ উপৰিও নানান সংস্কৃত শ্লোক, ধৰ্ম্মকথা, সূৰ্য্যস্তব মাতি শুনায়। কেতিয়াবা আকৌ কয়, এই যে সংসাৰ, গছ-ফুল, মাটি পানী, পথাৰ, গৰু বাট, আহঁত গছ, তাৰ পিছত সোণালী বালিৰ নদী, নদীৰ চৰ—এই সকলো মিলি আমাৰ জন্মভূমি। দেউতাকে সেইদৰে গছ-গছনি পশু-পক্ষীবিলাকৰ মাজেৰে জন্মভূমি, জননী আৰু গুৰুজনাৰ বিষয়ে আচাৰ ব্যৱহাৰ আৰু নীতিকথা শুনায়। সোণৰ মনত তেতিয়া ভাব হয়—তাৰ দেউতাকৰ হাতত আলাদীনৰ চাকি আছে, তেওঁ যিহকে ইচ্ছা সোণক আনি দিব পাৰে। এনে কাৰণতে সোণৰ ওচৰত চন্দ্ৰনাথে সদায় এটা যাদুৰ দেশৰ মানুহৰ ৰূপ লয়।

চন্দ্ৰনাথে কেৱল সোণৰ সৈতে কথা পাতিছে। মণীন্দ্ৰনাথক এষাৰো মাত দিয়া নাই। সেইবাবেই বোধকৰো মণীন্দ্ৰনাথৰ ভিতৰি ভিতৰি খং বা অভিমান এটা হৈছে। চন্দ্ৰনাথে কথাটো ধৰিব পাৰি সুধিলে, আপোনাৰ গা কেনে? বৰবৌ ভালে আছেনে? এইবোৰ সোধা আচলতে নিৰৰ্থক। তথাপি খা-খবৰ নল'লে, ইমান ডাঙৰ মানুহ এজন যে কাষতে আছে, তেওঁক সন্মান নজনোৱাটো উচিত নহয়। চন্দ্ৰনাথে তাৰ পিছত সোণক ক'লে, বৰদেউতাৰক ধৰি লৈ ব'লা সোণ। কোনোবা-পিনে দৌৰি গুচি গলে তেতিয়া অকলে ৰাখিব নোৱাৰিবা।

সোণে বৰদেউতাকৰ হাতত ধৰি কাছাৰী ঘৰৰ পিনে যাবলৈ ধৰিলে। গৈ থাকোঁতে চন্দ্ৰনাথে সুধিলে, সোণ তুমি যে পূজা চাবলৈ আহিলা, তোমাৰ মাৰ অকলে অকলে বেয়া নালাগিব? সোণে ক'লে, মায়েতো মোক আহিবলৈ ক'লে।

চন্দ্ৰনাথে পুতেকৰ মূৰত হাতখন দি ক'লে, ৰাতি কিন্তু নাকান্দিবা।

সোণ মনে মনে থাকিল। হঠাৎ বৰদেউতাক তাৰ কাষত গহীন হৈ থিয় হ'ল। তেওঁ এইবাৰ প্ৰাসাদৰ ভিতৰৰ পিনে যাবলৈ অনিচ্ছুক হ'ল। অথচ চন্দ্ৰনাথৰ ইচ্ছা, সোণ এইদৰে বাহিৰত ৰ'দত ঘূৰি ফুৰাতকৈ ঘৰৰ ভিতৰলৈ যাওক। ৰ'দ বৰ বেছিকৈ উঠিছে। ঘূৰি ফুৰিলে হয়তো সোণ

কেনেবাকৈ অসুস্থ হৈ যাব পাৰে। সোণৰ মুখলৈ চাই চন্দ্ৰনাথৰ আকৌ ধনবৌলৈ মনত পৰিল। প্ৰবাসত কিমানদিন অকলে অকলে আছে, এই পূজাৰ সময়ত যাব পৰা হ'লে বৰ ভাল লাগিলহেঁতেন! সোণৰ মুখখনলৈ চাই চাই চন্দ্ৰনাথৰ গাঁৱৰ ঘৰলৈ যাবলৈ যেন মনটো আকুল হৈ উঠিল। এতিয়া এই বাৰিষাৰ দিনত যেতিয়াই তেতিয়াই ঘৰলৈ যোৱা সহজো নহয়। গলেই নাও লৈ যাব লাগে। খৰালি দিনত মহলৰ কামত ওলাই তিনিদিনৰ কাম একেদিনাই কৰি বাকী দুদিন ঘৰত থাকি আহেগৈ। মহলত খাজানা আদায়ৰ নামত এইদৰে লুকাই চুৰকৈ ঘৰলৈ যোৱা যায়। ছুটীৰ কোনো নিয়ম নাই। বাবুহঁতৰ মৰ্জি। কেতিয়াবা এনেয়ে কৈ দিব, যা, দুদিন ছুটী। আকৌ হয়তো ছমাহলৈ কোনো ছুটীৰ সুবিধাই কৰিব নোৱাৰে। ভূপেন্দ্ৰনাথে সৰু ভায়েকৰ মুখ দেখি অৱস্থা বুজি পায়। তেতিয়া বাবুহঁতক কৈ মেলি চন্দ্ৰনাথক ছুটি দিয়ায়। তাৰ উপৰি মহললৈ যোৱা নাম কৰি যেতিয়া পলাই ঘৰ ওলায়গৈ তেতিয়া সদায়ে একেবাৰে মাজৰাতি হয়। দিনৰ ভিতৰত মহলৰ কাম শেষ কৰি ঘৰমুৱা হৈ খোজ লয়। প্ৰায় পোন্ধৰ-বিছমাইল বাট। হন্-হন্কৈ খোজ কাঢ়ি কাঢ়ি ঘৰ ওলায়গৈ। মাজৰাতি দুৱাৰত টোকৰ মাৰিলেই ধনবৌৱে সাৰ পাই ধৰিব পাৰে, মানুহটো আহি ওলাইছেহি। ধনবৌৱে নিজেও কত ৰাতি নোশোৱাকৈ কটায়, কিজানি আহি ওলায়হি। কোনদিনা আহিব নিৰ্দ্দিষ্টকৈ ধনবৌৱে নাজানে, গতিকে লগ পোৱাৰ অলপ দিন পাৰ হ'লেই আশা কৰিবলৈ আৰম্ভ কৰে। দুৱাৰৰ দাং লৰিলেই মনৰ আনন্দত তেওঁ জাঁপ মাৰি উঠে। অতি মনে মনে বিচনাৰপৰা নামি যায়, সোণে যাতে সাৰ নাপায়। সাৰ পালেই উঠি বহিব, আৰু গোটেই ৰাতি শোৱা বাদ দিব। দেউতাকে তালৈ কি আনিছে, তাৰ হিচাপ কৰাত লাগিব। লালটু পলটুক মাতিব। সিহঁত আহি চন্দ্ৰনাথৰ লগত শুবলৈ বিচাৰিব। এনেবোৰ কাৰণত ধনবৌৱে হাতত সাৰে, ভৰি সাৰে, উঠি গৈ কোঠাৰ দুৱাৰ খোলে। চন্দ্ৰনাথে পুখুৰীৰ পাৰে পাৰে খোজ-কঢ়াৰ সময়ত ভাবিলে, ধনবৌৱে ৰাতি ৰাতি ঘাটত কাঁহী-বাটি ধুবৰ

সময়ত অন্যমনস্ক হৈ কিবা ভাবি আছে। দূৰৰ অন্ধকাৰত কোনোবা নাৱৰ লগীৰ শব্দ কাণ পাতি শুনিছে। কিজানি তেওঁৰ মানুহটো নাও বাই বাই আহি আছে! চন্দ্ৰনাথৰ দৰে ধনবৌৱো আৰু যেন প্ৰতীক্ষা কৰি থকাৰ ধৈৰ্য্য হেৰাই গৈছে। ৰাতি ৰাতি খিৰিকীৰ পিনে চাই চাই নোশোৱাকৈ বহি থাকে। দুৱাৰৰ দাংডালত যি কোনো সময়ত শব্দ হ'ব পাৰে। মনে মনে গৈ দুৱাৰখন খুলি দিলেই দেখা পাব, চন্দ্ৰনাথ, সুঠাম দেহাৰে, মোটা গোফ কোচাৰে আৰু বহল বহল চকু দুটাৰে বাৰান্দাত থিয় হৈ আছে। তেওঁৰ স্বামীয়ে পলাই পলাই সহবাস কৰিবলৈ গুচি আহিছে। ধনবৌৱে লৰালৰিকৈ হাতভৰি ধুবলৈ পানী আৰু গামোচা আনি দিয়ে, আৰু অন্য একো কথা নকৈ মাত্ৰ সোধে, তেওঁ কি খাব! চন্দ্ৰনাথে একো উত্তৰ নিদিয়ে, মাত্ৰ ধনবৌৰ পিনে চাই থাকে। ধনবৌৰ মুখৰ ওচৰলৈ লেমটো তুলি ধৰি পোহৰত মুখখন চাই চাই তেওঁ যেন কিবা ক'ব খোজে। কিন্তু ভাষা বিচাৰি নাপায়। ধনবৌৱে কিন্তু তেতিয়া সকলো বুজি পায় আৰু মুখ টিপি টিপি হাঁহে।

কিবোৰ যে ভাবি আছে! চন্দ্ৰনাথে হঠাৎ এইবাৰ মণীন্দ্ৰনাথক ক'লে, সময়মতে গা ধোৱা, খোৱা এইবোৰ কৰিব। এনেয়ে দৌৰাদৌৰি কৰি নাথাকিব। কৰ্তাহঁতে বেয়া পাব।

মণীন্দ্ৰনাথে সোণৰ হাতখন এৰি দি উভতি খোজ দিলে। সোণে ক'লে, দেউতা, ময়ো যাওঁ? সেইবুলি সি উত্তৰলৈ বাট নাচাই দৌৰি গৈ বৰদেউতাকৰ হাতখনত আকৌ থাপ মাৰি ধৰিলে।

সোণে গৈ থাকোঁতে ক'লে, বৰদেউতা, মই কিন্তু আপোনাৰ সৈতে একেলগে গা ধুম। সি আৰু ক'ব খুজিলে, এই যে পুখুৰী দেখিছে, তাৰ সিপিনে বাঘ আৰু বাঘৰ পোৱালি আছে। সোণে বৰদেউতাকক আকৌ টানি টানি চিৰিয়াখানাৰ বাঘৰ গড়ালটোৰ পিনে লৈ গ'ল। নাহৰ-ফুটুকী বাঘৰ পোৱালি দুটাই মাকৰ গাখীৰ খাই আছে। কাণ থিয় কৰি পোৱালি দুটাই সোণ আৰু মণীন্দ্ৰনাথৰ পিনে চাবলৈ ধৰিলে। সেঁ'পিনে আগুৱাই গৈ এটুকুৰা সৰু জলাশয়, তাৰ চাৰিওপিনে লোহাৰ ৰেলিঙৰে

বেৰ দিয়া আছে। জলাশয়ত এটা কুম্ভীৰ আছে। এই কুম্ভীৰটো এদিন শীতলক্ষাইদি আহি আছিল। নদীৰ কাষতে সৰু পুখুৰী এটা কৰি তাত গছপাত হাবি পচিবলৈ দি মাছ জীয়াই ৰখা হৈছিল। কুম্ভীৰটো মাছ খাবলৈ খাল এটাইদি আহি এই সৰু পুখুৰীটোত সোমাই আটক হৈ গ'ল। আৰু তেতিয়াৰপৰা এই সৰু পুখুৰীটো কুম্ভীৰটো পুহিবৰ কাৰণে জলাশয় এটাৰ দৰে কৰি ৰখা হ'ল। লালটু পলটুহঁতে বাঘ, হৰিণা, আৰু ম'ৰাচৰাইৰ কথা কৈছিল কিন্তু কুম্ভীৰৰ কথা কোনো-দিনেই কোৱা নাছিল। কালি আহিয়েই সিহঁতে কুম্ভীৰটোক দেখিছে। সোণে তেতিয়া অমলা আৰু কমলাৰ সৈতে প্ৰাসাদৰ ছাদত উঠি আকাশৰ তৰা চাই আছিল। ৰাতি কাছাৰীঘৰত শুবলৈ যাওঁতে সি কুম্ভীৰটোৰ কথা শুনিছিল। চিৰিয়াখানালৈ এইবাৰ এটা কুম্ভীৰ আহিছে। সি বৰদেউতাকক চিৰিয়াখানাৰ গল্প ক'বলৈ ধৰিলে। বৰদেউতাক যেন এটা সৰু ল'ৰা আৰু সোণ যেন এজন ডাঙৰ মানুহ। দুয়ো গৈ থাকোঁতে সোণে গল্প কৈ কৈ গৈছে। বাঘে কি খায়, ম'ৰাচৰাই কেতিয়া পাখি মেলি চালি ধৰে, হৰিণা পহুৱে কি খাবলৈ ভাল পায়, বাবুহঁতে এইবিলাক হৰিণা ক'ৰপৰা ধৰি আনিছে—ইত্যাদি কথা, সি যিবোৰ আহি ইয়াত শুনিছিল, সেইবোৰ এজন অতি বিজ্ঞ মানুহৰ দৰে বৰদেউতাকক কৈ গৈছিল।

বাঘৰ গড়ালৰ কাষত মণীন্দ্ৰনাথ হঠাৎ ৰৈ গ'ল। আৰু গড়ালৰ লোহাত ধৰি জোকাৰিবলৈ ধৰিলে। সোণে লৰালৰিকৈ মণীন্দ্ৰনাথক গাত ধৰি পাছলৈ টানি ক'লে, বৰদেউতা, বাঘে কিন্তু মানুহ খায়, দুষ্টামি কৰিলে বাঘ গাত জঁপিয়াই পৰিব। মণীন্দ্ৰনাথে সোণৰ কথা শুনি হা হা কৰি হাঁহি উঠিল। তাৰ পিছত ঘূৰি প্ৰাসাদৰ ছাদৰ ওপৰলৈ চকু দি হঠাত তেওঁ থমকি গ'ল। সোণেও ঘূৰি চালে। সি ইমান দূৰৰ পৰাও চিনি পালে, ছাদত বহি অমলা আৰু কমলাই ৰ'দত মূৰৰ চুলি শুকাইছে।

মণীন্দ্ৰনাথে লৰালৰিকৈ সোণক কান্ধত তুলি লব খুজিলে। কিন্তু

সোণ কান্ধত উঠিব নুখুজিলে। সি ক'লে, আহক কোন আগেয়ে যাব পাৰে ? সেইবুলি কৈ সোণে দৌৰিবলৈ ধৰিলে, কিন্তু অলপ গৈয়ে দেখিলে বৰদেউতাক ৰৈ আছে আৰু ছাটৰ পিনে অপলক নেত্ৰে চাই আছে। অমলাৰ সোণালী ৰঙৰ চুলি, নীলা চকু। অমলাক দেখি বৰদেউতাক যেন স্থিৰ গম্ভীৰ হৈ পৰিছে। তাৰ পাছত হঠাৎ মানুহজন যেন সম্পূৰ্ণ স্বাভাৱিক হৈ পৰিল। সোণক গাত তেল সানি দিলে, একেলগে গা ধুৱাই দিলে, দুয়ো একেলগে নিয়মমতে খাবলৈ বহিল। সোণৰ কাঁহীত মাছ বাচি দিলে। আৰু আকৌ আবেলি সোণৰ হাতত ধৰি নদীৰ পাৰে পাৰে ফুৰিবলৈ ওলাই গ'ল। তেনেতে সোণে দেখিলে, দুটা বগা ঘোঁৰাই টানি অনা এখন টমটম ঘোঁৰাগাৰী আহিব ধৰিছে। অমলা আৰু কমলা সেই গাৰীত উঠি আবেলি ফুৰিবলৈ ওলাইছে। গাৰীখন আহি সিহঁতৰ ওচৰ পালেহি। কমলাই সোণক ক'লে, সোণ যাবি ?

—বৰদেউতাকো নিয়া যদি যাম।

সিহঁতে গাৰীখন ৰখাবলৈ ক'লে। সোণ আৰু বৰদেউতাক গাৰীত তুলি ল'লে। সোণে অমলাৰ সৈতে বৰদেউতাকৰ চিনাকি কৰি দিলে। সোণে লগতে আৰু ক'লে, আমাৰ বৰদেউতাইও কলিকতাত চাকৰি কৰিছিল।

অমলা আৰু কমলাই বগা চিল্কৰ ফ্ৰক, বগা মোজা আৰু কেদচু পিন্ধিছিলে। মণীন্দ্ৰনাথৰ গাত আছিল চিল্কৰ পাঞ্জাবী, থুৰিয়াই পিন্ধা ধুতী আৰু ভৰিত বগা জোতা। সোণৰ গাত আছিল সোণালী ৰঙৰ চিল্কৰ চাৰ্ট আৰু বগা পেন্ট। ভৰিত ৰবৰৰ জোতা। বগা ঘোঁৰা দুটাৰে গাৰীখন নদীৰ পাৰে পাৰে গৈ থাকিল। সোণে এবাৰ নদীৰ ঘাটৰ ওচৰত দেখিলে, ঈছমে নদীৰ পাৰত বহি মাছ ধৰি আছে। সি চিয়ঁৰি মাতিলে, ঈছমদা, যাবানেকি ? আমাৰ লগত ফুৰিবলৈ যাবানেকি ?

সোণৰ ওচৰত সৰু বৰ মানুহৰ একো ভেদ নাই। যেন ইচ্ছা কৰিলে

গাৰীখনত যাকে ইচ্ছা তুলিব পাৰি। সি বৰদেউতাকৰ পিনে চাই ক'লে, বৰদেউতা, পিলখানাৰ পিনে যাবনেকি ? হাতী দেখুৱাম আপোনাক। কমল, তুমি যাবা ?

অমলাই ক'লে, ময়ো যাম। কমল, তই, মই আৰু সোণ যাম। অমলাই তাৰ পিছত পগলা মানুহজনৰ পিনে চালে আৰু ক'লে, আপুনি যাব আমাৰ লগত ? কিন্তু মণীন্দ্ৰনাথে একো উত্তৰ নিদিয়া দেখি অমলাই অলপ ডাঙৰকৈ ক'লে, আমাৰ লগত হাতী চাবলৈ যাবনেকি ? আমি কাইলৈ টমটমত উঠি হাতী চাবলৈ যাম। কালীবাড়িলৈ আৰু নদীৰ চাপৰিলৈ যাম। আপুনি যাব ?

ইমানবিলাক কৈও অমলাই মণীন্দ্ৰনাথৰ মুখৰপৰা মাত উলিয়াব নোৱাৰিলে। আনকি তেওঁ আজি "গাতচোৰেতচালা" বুলি শব্দটো উচ্চাৰণ কৰা নাই। মাত্ৰ দূৰৰ পথাৰ, নদী, আৰু কঁহুৱা ফুল আৰু মাজে মাজে ঘূৰি ঘূৰি অমলালৈ চাই গ'ল। অমলাই তাইৰ মাকৰ চেহেৰা লৈছে। মণীন্দ্ৰনাথে অমলাৰ পিনে চাই গহীন হৈ বহি আছে। নদীৰ সিপাৰে আহিনৰ বেলি ডুব যাবলৈ ধৰিছে। গাৰীখন আগুৱাই গৈ আছে। ঘোঁৰাৰ খুৰাৰ ঠক্ ঠক্ শব্দ হৈছে। বেছ তাল দি দি ঘোঁৰা দুটা গৈ আছে। সোণে যেন কেতিয়াবা ক'ৰবাত আগেয়েও এনে দুটা বগা ঘোঁৰাই গাৰী টানি নিয়া দেখিছিল। ক'ৰবাত ভীষণ বৰফ পৰিছিল, গছবোৰৰপৰা পাত সৰি পৰিছিল, চাৰিওপিনে বৰফৰ পাহাৰ, মাজে মাজে দূৰৰ সেওঁতাৰ দৰে একোটা লুংলুঙীয়া বাট। তাৰ এতিয়া মনত পৰিছে কোনোবাই তাক এনেদৰে ক'ৰবাৰ ৰজা-ৰাণীৰ এটা সাধুকথা কৈছিল। গাৰীখনত সোণ আৰু মণীন্দ্ৰনাথ একালে বহিছে। নানা ৰকমৰ চৰাই নদী পাৰ হৈ গৈ আছে। নদীৰ সিপাৰত ৰিণিকি ৰিণিকিকৈ মানুহ গৈ থকা দেখা যায়। নদীৰ পানী এতিয়া ক্ৰমে শুকাই তললৈ নামি গৈছে। সিপাৰৰ ৰঙা ইটাৰ ঘৰবোৰ ছবিৰ দৰে লাগিছিল। সোণৰ নানান কথা কবলৈ মন গৈছে। বেলি ডুবাৰ লগে লগেই দীঘল পোছাক পিন্ধা ওখ মানুহ এটাই চাৰিওপিনে লাইট জ্বলাই দিবহি।

মানুহটোক সোণৰ বৰ ভাল লাগে। মানুহটোৱে মাজুদেউতাকক যমৰ দৰে ভয় কৰে। দেখা পালেই আদাব দিয়ে। মুৰ তলকৈ থিয় হৈ থাকে। ফটা চোলাটোৰ মাজেৰে মানুহটোৰ হাড় ওলোৱা পিঠিখন দেখা যায়। সন্ধ্যা হোৱাৰ লগে লগেই মানুহটোৱে কলটো চলাই দিয়ে। ভট্ ভট্ শব্দ কৰি মেজিকৰ দৰে গোটেই প্ৰাসাদত ৰঙা নীলা লাইটৰ পোহৰ হৈ যায়।

মানুহটোৱে সোণক কৈছিল, সি লাইট জ্বলোৱাৰ সময়ত মেজিক কলটো তাক দেখুৱাবলৈ লৈ যাব। মানুহটোৰ নাম ইব্ৰাহিম। ৰাতিপুৱা সোণ উঠি বাহিৰলৈ আহোঁতেই লগ পাই মানুহটোৱে সোণক আদাব দিছিল। তোচাখানাৰ চাকৰবিলাকেও সোণক দেখিলেই আদাব দিয়ে। বৰ আচৰিত এইখন ঠাই। বৰদেউতাকক দেখি মানুহবিলাকে দূৰৰ পৰাই আদাব দি যায়। বুঢ়া ইব্ৰাহিম কিছু কুজা হৈ পৰিছে। আদাবৰ সময়ত সি আৰু কুজা হৈ দিব নালাগে। সোণে এবাৰ যাত্ৰাগানত আওৰঙ্গজেবৰ অভিনয় দেখিছিল। এই মানুহটোও প্ৰায় সেই বাদচাহৰ নিচিনা লাগে। বগা দাড়ি একেবাৰে নাইৰ ওচৰলৈকে নামি গৈছে। মানুহটোৰ হাতত এডাল প্ৰকাণ্ড লাঠী। মাজে মাজে সোণৰ মনত মানুহটোক মহাভাৰতৰ কাহিনীত শুনা মানুহ যেন লাগে। কি তেজ মানুহটোৰ! হাতত যেন সেইডাল যাদুৰ কাঠি, যন্ত্ৰটো ছুই দিলেই যেন ফুচমন্ত্ৰৰ দৰে কাম কৰে। সি গাৰীত বহি এইবোৰ ভাবি ভাবি গৈ থাকোঁতে দেখিলে বেলি প্ৰায় ডুবি আহিছে। তাৰ ঘূৰা পলম হ'লে ইব্ৰাহিমে যদি তালৈ বৈ নাথাকি সেই যাদুৰ ঘৰলৈ গুচি যায়গৈ। সোণে কমলক ক'লে, গাৰীখন আৰু বেগাই চলাবলৈ কোৱাঁ।

কমলে ক'লে, গাৰী দেখোন গৈয়েই আছে।

—আমি ঘূৰি যাওঁ কমল। সোণে যিমান পাৰে শুদ্ধকৈ গাঁৱৰ চাপ নথকাকৈ কথাষাৰ উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিলে। বৰ বেছি টান নহয় কোৱা। মাত্ৰ কথাবোৰ কিতাপৰ ভাষাত ক'ব লাগে—সেইটোৱেই। তথাপিও কমলা অমলাহঁতৰ কাণত সোণৰ উচ্চাৰণ অখজা লাগিল।

সিহঁতে মুখ টিপি টিপি হাঁহিলে। সোণে কথাটো লক্ষ্য কৰিলে। সি মনতে ভাবিলে, এইবাৰৰ পৰা বৰমাই ঘৰত যিদৰে কথা কয় সেইদৰে মনত ৰাখিবলৈ চেষ্টা কৰিব।

সোণে ক'ব পাৰিলেহেঁতেন, সি যুৰি নগলে আজি লাইট নজ্বলিব, কাৰণ, ইব্ৰাহিমে কৈছে সি গলেহে লাইট জ্বলাব। কিন্তু সি মুখ ফুটাই ক'ব নোৱাৰিলে।

কমলে ক'লে, তোক আমি আজি আকৌ ছাদলৈ লৈ যাম। তাৰপৰা এটাইবিলাক ভালকৈ চাব পাৰিবি।

অমলাই ক'লে, আমি আজি ছাদত লুকাভাকু খেলিম। তয়ো ব'ল সোণ।

অমলাই সোণৰ পিনে চাই আছিল। কি সুন্দৰ ইয়াৰ চকু দুটা! কথাবোৰ ইমান মিঠা! ধুনীয়া পোছাকটোৱে সোণক মাকৰ মুখত বাইবেলৰ সাধুত শুনা দেৱশিশুৰ দৰে লাগিছে। সোণৰ অকণমান আনন্দ লাগিলেই উৎসাহত কি কৰিব ভাবি নোপোৱা হৈ যায়। সি অলপ দূৰত ঘোঁৰা এটা দৌৰি যোৱা দেখিলে। ঘোঁৰাটোৱে অলপ পিছত ঘাঁহ খাবলৈ ধৰিলে। গাৰীখন ৰখাত সিহঁত অলপ সময় নদীৰ পাৰত বহিল। এইপিনে যেন এখন গাঁৱৰ নিচিনা লাগিছে। মাজে মাজে কাষেদি মানুহ অহা-যোৱা কৰি আছে। অমলা কমলাক দেখি মানুহবিলাকে মূৰ দোঁৱাই সন্মান জনাইছে।

তাৰপিছত গাৰীখনত উঠি সিহঁত আৰু এখন পথাৰত ওলাল। মণীন্দ্ৰ-নাথে ইমানপৰ নীৰবে নদীৰ দুইপাৰলৈ চাই আছিল। এতিয়া পথাৰৰ চাৰিওপিনে চকু ঘূৰালে। তাৰপিছত মাজে মাজে আকৌ ঘূৰি ঘূৰি অমলালৈ চাবলৈ ধৰিলে। তেওঁৰ পলীনলৈ মনত পৰিল, শৈশবৰ পলীন। কি অনুপম চেহেৰা আছিল পলীনৰ। মণীন্দ্ৰনাথে এবাৰ লাহেকৈ অমলাৰ মূৰত হাত এখন থৈ আদৰ কৰাদি কৰিলে। অমলাৰ ভয় লাগিছিল। সোণে ক'লে, ভয় নাই অমলা! বৰদেউতাই কাকো একো নকৰে। কাৰো একো অনিষ্ট নকৰে। আচৰিত, সোণৰ কথাটো

শুনাৰ লগে লগে মণীন্দ্ৰনাথ আকৌ কুচিমুচি ভদ্ৰভাৱে বহিল। অমলাৰো ভয় আঁতৰিল। সিহঁত এটাইকেইটা যেন ক'ৰবাৰ তীৰ্থযাত্ৰালৈ ওলাই গৈছে—মণীন্দ্ৰনাথৰ মুখত এনে ভাব পৰিলক্ষিত হ'ল। অমলাই তাইৰ পুৰণিদিনৰ কথা ক'লে। সৰু থাকোঁতেই এদিন সিহঁত এইদৰে টমটমত উঠি এই পথাৰলৈ আহোঁতে সন্ধ্যা হৈ গৈছিল। ভীষণ কুঁৱলী পৰিছিল সেইদিনা। তেতিয়া ইব্ৰাহিমে ঘোঁৰাগাৰী চলাইছিল। ঘোঁৰা দুটাক ঘাঁহ খাবলৈ এৰি দি অমলা আৰু কমলাই পথাৰত দৌৰাদৌৰি খেলি আছিল! প্ৰায় ৰাতি হৈ গৈছিল। যাবৰ সময় হ'লত ইব্ৰাহিমে কুঁৱলীৰ মাজত ঘোঁৰা দুটা বিচাৰি নাপালে। অৱশেষত ইব্ৰাহিমে দুইজনী ছোৱালী দুই কান্ধত তুলি লৈ ঘৰলৈ খোজ ললে। অলপ দূৰ গৈ হঠাৎ দেখিলে ইব্ৰাহিমৰ সমুখত এজন বুঢ়া মানুহ। মানুহজনৰ হাতত এডাল প্ৰকাণ্ড লাঠী। মাজুকৰ্তাই ফ্লুট বজোৱা শুনিবলৈ মানুহজন গাঁৱৰপৰা ইয়ালৈ আহিছে। অমলাৰ দেউতাকে সুন্দৰ ক্লাৰিওনেট বজায়। তেওঁ ছুটীত ঘৰলৈ আহিছে, ৰাতি ফ্লুট বজাব। এই বুঢ়াজনেও ক্লাৰিওনেট বজায়। কিন্তু মাজুকৰ্তা তেওঁতকৈ বেছি ডাঙৰ ওস্তাদ বুলি জানি তেওঁ গাঁৱৰপৰা আহিছে। কিন্তু আহি ইয়াতে কুঁৱলীত বাট হেৰুৱালে। ইব্ৰাহিমে বুঢ়াক হাতত ধৰি ধৰি লৈ গৈছিল। পিছত জনা গ'ল, মাজুকৰ্তাই বুঢ়াজনক তলৰ মহলাত এটা কোঠাত থাকিবলৈ দিছিল। আৰু সেই বুঢ়াক ওস্তাদ মানি লৈ তেওঁৰপৰা সকলো সুৰ তান লয়—আৰু ফ্লুটৰ সকলো ৰহস্য শিকি লৈছিল। সেই বুঢ়া ওস্তাদে ইমান সুন্দৰকৈ ক্লাৰিওনেট বজাব পাৰে যে, তেওঁ বজাবলৈ আৰম্ভ কৰিলে অকালতে কঁহুৱা ফুল ফুলে, আকাশত চৰাই উৰিবলৈ ধৰে। মানুহজনে সকলো শেষ কৰি মাজুকৰ্তাক ক্লাৰিওনেটৰ সুৰবোৰ শিকাই দিলে। নিজলৈ আৰু কোনো সুৰ নাৰাখিলে। তেওঁ প্ৰথমে আহিছিল—মাজুকৰ্তাই বজোৱা শুনি তেওঁ কিছু নতুন সুৰ আৰু কিটিপ শিকিব। পিছত আহি দেখিলে মাজুকৰ্তাৰ হাত এতিয়াও কেঁচা হৈ আছে। ইমান ডাঙৰ সন্মানিত মানুহ এজন তেওঁৰ দৰে সামান্য মানুহৰ হাতত হাৰি

যাব, কথাটো ভাবি বুঢ়াই বৰ কষ্ট পাইছিল। তলৰ কোঠাটোত মাজুকৰ্তা দিনে-ৰাতিয়ে বুঢ়াৰ ওচৰত বহি থাকে। শোৱা-খোৱাৰ সময়ৰ ঠিক নাছিল। আৰু কি আচৰিত কথা, সেই বুঢ়াই বিনা প্ৰতিবাদে নিজৰ সকলো দি মেলি শেষ কৰি এদিন নদীত গৈ হাত মুখ ধুলেগৈ। মানুহটোৰ আৰু কেও কিছু নাছিল। গাঁৱে গাঁৱে হাটে বজাৰে ফ্লুট বজাই ঘূৰি ফুৰে। বুঢ়াকৰ্তাৰ মাজুল'ৰাই তাৰ সকলো লৈ ললে। বুঢ়াৰ গৰ্বৰ সম্পদ আৰু একো নাথাকিল। সি স্বৰ, সুৰ, লয়, সকলো হেৰুৱালে। সম্পূৰ্ণ নিঃস্ব হৈ এদিন অকলে অকলে নদীৰ পাৰে পাৰে ঘৰলৈ উভতি খোজ লব খুজিলে। মাজুকৰ্তাই মাতি আনি ক'লে, খালেক, তুমি এতিয়া বুঢ়া হৈছা, আৰুনো ক'লৈ যাবা। ইয়াতে থাকি যোৱা। তোমাৰ ফ্লুট আৰু কোনে শুনিব ! তুমিতো কৈছাই, তুমি মোক যিবোৰ সুৰ শিকালা, সেইবোৰ আৰু হাটে বজাৰে তুমি নবজোৱা। সেয়ে হ'লে তোমাৰ উপাৰ্জনটো ক'ৰপৰা হ'ব ? খাবা কি ? গতিকে ইয়াতে থাকি যোৱা।

খালেক মিঞাই প্ৰথমে একো উত্তৰ দিব নোৱাৰিলে, পিছত ক'লে, যি আজ্ঞা হজুৰ। তাৰ পিছত হজুৰৰ টম্‌টম্ ঘোঁৰাগাৰীত কচোৱান হৈ সেই যে ৰ'ল আৰু তাৰপৰা সেইদিন ধৰি লৰচৰ নহ'ল। পিছলৈ চকুৰে ভালকৈ নেদেখা হৈছিল, তথাপি গাৰীত বহি থাকিলে খালেক মিঞা অকলেই এজন।

সেই খালেক মিঞাই এতিয়া অমলাহঁতৰ টম্‌টম্ ঘোঁৰাগাৰী বতাহতকৈও অধিক বেগত উৰাই দিছে।

নদীৰ সিপাৰে বেলি ডুবিছে। কঁহুৱা ফুলৰ ওপৰেদি জোনাক বাগৰি যাব অলপ পিছতে। নদীত থকা নাওবোৰত এটা এটাকৈ লণ্ঠনবোৰ জ্বলিব। নদীৰ পাৰৰ ভাঁজ এটাইদি ঘোঁৰাগাৰীখন আগুৱাই গ'ল। সূৰ্য্যাস্ত হোৱা কাৰণে নদীৰ দুয়ো পাৰত, গাঁও আৰু পথাৰবোৰত, এটা ৰঙীণ আভা বিয়পি উঠিছে। ঘোঁৰাগাৰীৰ যাত্ৰীকেজনৰ মুখতো সেই ৰঙীণ আভা পৰিছে। সূৰ্য্যাস্তৰ পিছত চাৰিওপিনে আন্ধাৰ নামি আহিব। মূৰৰ ওপৰত তেতিয়া নীলা আকাশ থাকিব। শৰতৰ

আকাশত লাহে লাহে জোন উঠি আহে মানে সিহঁত গৈ ঝাওগছৰ ওচৰ পালেগৈ। তাতেই মণীন্দ্ৰনাথ আৰু সোণক সিহঁতে নমাই দিব।

সিহঁত ঝাওগছৰ তল পায়গৈ মানে বেছ আন্ধাৰ হৈ উঠিল। ঘোঁৰা-দুটাই এতিয়া কদমত আগবাঢ়িছে। দৌৰি যাব পৰা নাই। সিহঁত এতিয়া প্ৰাসাদৰ ওচৰৰ সেউজীয়া ঘাঁহনিৰ খোলা ঠাইখিনি পাইছেহি।

মণীন্দ্ৰনাথ তাতে নামি পৰিল। অমলাই সোণক ক'লে, সোণ তোৰ মনত আছে নহয় ?

সোণে মূৰ জোকাৰি তাৰ মনত থকাৰ সন্মতি জনালে। ছাদৰ ওপৰত জোনাকত সিহঁতে লুকাভাকু খেলিব। সন্ধ্যা ঢাক-ঢোলৰ শব্দৰ মাজত, উৎসৱ-মুখৰ পৰিবেশত সিহঁতে ছাদত নাইবা ৰান্ধনিঘৰ পাৰ হৈ অন্দৰ-মহলত দাসী-বান্দীবিলাক থকা ঘৰৰ ওচৰে-পাজৰে সিহঁতে লুকাভাকু খেলিব। কিন্তু মণীন্দ্ৰনাথ নমাৰ অলপ পিছত সেউজীয়া ঘাঁহনিখিনি দেখি সোণৰ হঠাৎ কিবা এটা মনত পৰি গ'ল। সি ক'লে, ময়ো নামিম অমলা ?

—ইয়াত কিয় নামিবি ? অমলাৰ মাতত যেন কিবা এটা বিহ্বল হৈ পৰাৰ দৰে লাগিছে।

সোণৰ তেতিয়া সেই যাদুৰ কথাটোৰ কথা মনত পৰিছে। কলটো চলাই দিলেই তাঁৰে তাঁৰে বিজুলী সোঁত বৈ যায়। বিজুলী চাকিবোৰ জ্বলি উঠে। ঘৰবোৰত নীলা ৰঙা লাইটবোৰ জ্বলি উঠে। পূজাৰ উৎসৱৰ কাৰণে চাৰিওপিনৰ গছবোৰত পাতৰ মাজে মাজে সৰু সৰু ফুলৰ দৰে আলোৰ মালা জিলিকি উঠে। সোণে এতিয়া সেই যাদুৰ কলটোৰ ওচৰলৈ যোৱাৰ কথা ভাবিলে। ইব্ৰাহিমে কৈছিল, তেওঁ সেই কলটোৰ কাষতে থিয় হৈ থাকিব। তেওঁৰ হাতৰ যাদুৰ লাঠীডালেৰে কলটো ছুই দিলেই নানাৰকম শব্দ হয়। বিচিত্ৰ শব্দ, যেন নদীৰ পানীত কোনোবাই বঠা মাৰিছে, নাইবা কাঠত বাৰিৰে খট্ খট্ শব্দ কৰিছে, ওঁহো শব্দটো ঠিক তেনেকুৱা নহয়, যেন ভট্ ভট্ এনেকুৱাহে শুনি। ইব্ৰাহিমে কৈছিল যে তাৰ দীঘল জোব্বাৰ ভিতৰৰপৰা আৰু

কিছুমান যাদুৰ কাঠি উলিয়াই সোণক দেখুৱাব। সোণে অমলাৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে, মাত্ৰ টমটমৰপৰা জঁাপ মাৰি নামি দিলে।

ইব্ৰাহিম এতিয়া ক'ত? সোণে চাৰিওপিনে চকু ঘূৰাই চালে। জাদুৰ কলটো থকা ঘৰটোৰ পিনে সি আগুৱাই গ'ল। অমলাহঁতৰ ঘেঁাৰা-গাৰীখন এতিয়া সদৰ দুৱাৰ পাৰ হৈ ভিতৰৰ পিনে গুচি গৈছে। ঘেঁাৰাৰ মাত দূৰৰপৰা সি শুনিবলৈ পালে। ওচৰতে ক'ৰবাত কিছুমান ল'ৰা-ছোৱালী চিঞৰ-বাখৰ কৰি আছে। ওচৰৰ গাঁৱৰ ল'ৰা-ছোৱালীৰ কাৰণে পূজাৰ দিনকেটা এই প্ৰাসাদত এক মায়াপুৰী হৈ পৰে। প্ৰাসাদৰ অগণন কোঠা-কুঠৰী, সেউজীয়া মুকলি ঘাঁহনি, হ্ৰদ একোটাৰ সমান ডাঙৰ পুখুৰী, আৰু নানা তৰহৰ ফুল আৰু গছ-গছনি মিলি গোটেই ঠাইখন এক মায়া-কাননত পৰিণত হয়। বহুত দূৰৰপৰা মানুহ খোজ কাঢ়ি কাঢ়ি ইয়ালৈ আহিবলৈ ধৰে। সোণে গৈ থাকোঁতে নদীৰ পাৰে পাৰে সেই মানুহবিলাক বহি থকা দেখিলে। অলপ দূৰ গৈ সি দেখিলে সৌপিনে সেই গোলাকাৰ ঘৰটো লোহাৰ জাল দি বেৰি থোৱা আছে। কিন্তু ইব্ৰাহিম ক'ত? ইব্ৰাহিমে কৈছিল, তাক লাইট জ্বলোৱা দেখুৱাব। এই লাইট জ্বলোৱা কথাটো সোণৰ কাৰণে এক অলৌকিক ঘটনাৰ দৰে লাগিল। সি আৰু ৰ'ব নোৱাৰিলে। সি দৌৰি গৈ ঘৰটোৰ জাল দিয়া বেৰাত মুখখন লগাই ভিতৰলৈ জুমি চাওঁতেই দেখিলে ইব্ৰাহিমে যন্ত্ৰটোৰ ওপৰত বেঁকা হৈ মূৰ দোঁৱাই কিবা এটা চাই আছে।

সি মাত লগালে, ইব্ৰাহিম!

ইব্ৰাহিমে একো উত্তৰ নিদিলে। সন্ধ্যা হোৱা কাৰণে ঘৰটোৰ ভিতৰখন কিছু আন্ধাৰ হৈ আছে। ইব্ৰাহিমৰ মুখখন স্পষ্ট দেখা নাযায়। তাৰ মুখত ঘামৰ চিন ফুটিছে। সি যেন যন্ত্ৰটোক বশ মনাব পৰা নাই। যাদুৰ কলটোৱে কিবা গোৱাৰামি আৰম্ভ কৰিছে। কল-টোৱে যিমানেই ওফোন্দ পাতিছে তিমানেই ইব্ৰাহিমে কিবা এডাল টানি টানি যেন খুলি দিছে। চাৰিওপিনে ঘূৰি ঘূৰি টানি টানি ইটোৰ

পিছত সিটোকৈ কিবাবোৰ খুলি পৰীক্ষা কৰিছে। ইব্ৰাহিমৰ চকু-মুখত উদ্বিগ্নতা, চাৰিওপিনে সৰু সৰু ল'ৰা-ছোৱালীবিলাক আহি জুম বান্ধিছেহি। সকলোৱে কলটো চলোৱাৰ কৌশল চাবলৈ আহিছে, ইব্ৰাহিম মিস্ত্ৰিৰ চাৰিওপিনে নাম, যশস্যা, সকলোৰে বৰ আদৰৰ। কিন্তু এতিয়া মানুহটো ইমান ব্যস্ত আৰু গহীন হৈ আছে যে সোণেও আৰু তুনাই মাতিবলৈ সাহ নকৰিলে। সি ইব্ৰাহিমক ক'ব খুজিছিল, ইব্ৰাহিম, তুমি মোক আহিবলৈ কৈছিলা, কিদৰে এক নিমিষতে তুমি গোটেইখন ঠাই যাদুৰ দেশ কৰি দিব পাৰা, মোক তাকে দেখুৱাবা বুলি কৈছিলা। কিন্তু এতিয়া তুমি দেখোন একো দেখুৱা নাই, তুমি মাতিলেও মাত নিদিয়া। সোণে কথাবোৰ ভাবিলে যদিও ক'বলৈ সাহ নকৰিলে।

সোণৰ মনত ভয় ভয় লাগিল। সি এতিয়া অকলে যাব কেনেকৈ! ইব্ৰাহিমে কৈছিল, কল চলাই দি লাইট জ্বলাই দিয়াৰ পিছত তেওঁ নি সোণক কাছাৰীঘৰত থৈ আহিবগৈ। এতিয়া ইব্ৰাহিম একেবাৰে মোল্লা মৌলবীৰ দৰে গহীন গম্ভীৰ হৈ পৰিল। যেন একেবাৰে ফকীৰ দৰবেশ। মুখত কোনো মাত নাই। যেন মুখেৰে বিৰ-বিৰকৈ কোৰানশ্চৰীফ পাঠ কৰিছে। সোণে ক'ব খুজিও ক'বলৈ সাহ নকৰিলে, ইব্ৰাহিম, তুমি তেন্তে মোক আহিবলৈ কিয় কৈছিলা, মই এতিয়া যাম কেনেকৈ ?

যদি পথাৰত দেখা সেই হাতীটো আহি ওলালহিহেঁতেন। অমলা কমলাও ঘোঁৰাগাৰীত উঠি গুচি গ'ল। বৰদাদা আৰু মাজুদাদা বাবুহঁতৰ ল'ৰাৰ লগত গৈছে। সিহঁত সেই হাতীত উঠি গৈছে। হাতীৰ ডিঙিৰ ঘন্টি বজা শুনিলেই সি বুজিব পাৰিব হাতী উভতি আহিছে। কিন্তু ঘন্টিৰ কোনো শব্দ শুনিবলৈ পোৱা নগ'ল। তাৰমানে বৰদাদা ঘূৰি অহা নাই। মাত্ৰ প্ৰতিমা চাবলৈ অহা অচিনাকি ল'ৰা-ছোৱালী আৰু গাঁৱৰ মানুহবিলাক লাইট জ্বলোৱা চাবলৈ আহি আছে। বাবুহঁত অন্যসময়ত চহৰত থাকে। পূজাৰ সময়ত যেতিয়া ইয়ালৈ আহে তেতিয়া কল চলাই বিজুলীবাতি জ্বলোৱা হয়। তেতিয়া প্ৰাসাদৰ চাৰিওপিনৰ আলোকমালা আৰু ধুনীয়া ধুনীয়া পাথৰৰ মূৰ্তিৰ প্ৰতিবিম্ব পৰি শীতলক্ষাৰ বুকুত যেন

এখন নগৰীৰ ছবি ভুঁাহি উঠে। সোণো আহি ইয়াত এইসময়ত যিপিনেই চকু ফুৰাইছে সেইপিনেই বিস্ময় মানিছে।

আন্ধাৰ ক্ৰমে নিবিড় হৈ আহিছে। ঘন গছ-গছনিৰ পাতৰ মাজেদি আকাশৰ পাতল জোনাক পাৰ হৈ আহিব পৰা নাই। এনেতে মানুহ কেটামানে মাত লগালে, কি হ'ল ইব্ৰাহিম, তোমাৰ কলে দেখোন মাতবোল নকৰা হ'ল!

—মাতিব, মাতিব। নামাতি ক'লৈ যাব!

সোণে সাহ পাই মাত দিলে, ইব্ৰাহিম, তুমি মোক আহিবলৈ কৈছিলা। ইব্ৰাহিমে এতিয়াহে গম পালে, সোণবাবু আহি থিয় দি আছে। সি লৰালৰিকৈ ক'লে, অ' কৰ্তা, পগলা মেশ্বিনটোৰ যে আজি কি হ'ল!

—কি হৈছেনো?

—কথা নোকোৱা হৈছে।

তেনেতে সোণে দেখিলে, মাজুদেউতা বেগাই এইপিনে আহি আছে। লগত অন্দৰ মহলৰ চাকৰ নকুল। মাজুদেউতাৰো চকুৱে মুখে উদ্বিগ্নতা। তেওঁ নিজে কল-ঘৰৰ ভিতৰ সোমাই টৰ্চ মাৰি কিবাকিবি চাবলৈ ধৰিলে। ইব্ৰাহিমক থিয় হৈ থকাৰপৰা আঁতৰি যাবলৈ ক'লে, তাৰ পিছত নিজে ভালকৈ চাবলৈ ধৰিলে। এবাৰ তেওঁ ক'লে, এইটো ইয়াত কিয়? সেই বুলি কিবা এটা কৰি দিয়াৰ লগে লগেই চাৰিওপিনে লাইট জ্বলিবলৈ ধৰিলে।

সোণে মাতিব খুজিছিলে, মাজুদেউতা, ময়ো ইয়াতে আছোঁ। কিন্তু হঠাৎ তাৰ সাহ নহ'ল। তেওঁ যিদৰে বেগাই গহীন হৈ আহিছিল, তেনেকৈয়ে গুচি গ'ল। সোণ বুৰ্বকৰ দৰে থিয় হৈ থাকিল। এতিয়া-ক'তো আন্ধাৰ নাই। মূৰৰ ওপৰৰ নিবাট আকাশত জোন, আৰু অনন্ত হাজাৰ নক্ষত্ৰক উপলুঙা কৰি এতিয়া জিলিকি উঠিছে এই মায়া-কানন, এই প্ৰাসাদ। চাৰিওপিনৰ পোহৰৰ মালা, ডাঙৰ ডাঙৰ মেগনলিয়া ফুলৰ গছ, তাৰ বিচিত্ৰ ৰঙৰ পাতবোৰ আৰু অনেক সৰু সৰু কীট-পতঙ্গৰ শব্দই সোণক যেন মুগ্ধ কৰি পেলাইছিল। সি অকলে অকলে প্ৰাসাদৰ

পিনে খোজ ললে। এতিয়া আৰু তাৰ ভয় সংশয় নাই। চাৰিওপিনে পোহৰ, গছৰ মাজে মাজে বিজুলী চাকিবোৰ জ্বলি আছে, অগণন মানুহ ব্যস্ত ভাবে অহা-যোৱা কৰি আছে, পূজাৰ বাজনা অনবৰত বাজি আছে, সোণৰ মনৰ সকলো ভয় আঁতৰি গ'ল। তাৰ মনত গোটেই ঠাইখন এক স্বপ্নৰ দেশৰ দৰে লাগিল, আৰু সেই স্বপ্নৰ দেশৰ সৈতে তুলনা বিচাৰি হঠাৎ তাৰ এখন মুখলৈ মনত পৰিল, এজনী ছোৱালীৰ মুখ। সেই ছোৱালী হৈছে অমলা, তাৰ অমলাপেহী। অমলাই তাক আজি সন্ধ্যা ছাদলৈ যাবলৈ কৈছে। সোণ, আহিবি কিন্তু, মই তোৰ কাৰণে ৰৈ থাকিম। টমটমত দেখা অমলাৰ সুন্দৰ মুখখনলৈ সোণৰ মনত পৰিল। কলিকতাৰ ছোৱালী অমলা। প্ৰকাণ্ড নগৰ কলিকতা, ট্ৰামগাৰী, হাওৰাৰ পুল; কিমানবোৰ আচৰিত আচৰিত বস্তু আছে এই কলিকতা মহানগৰত! অমলা সেই কলিকতাত থাকে। তাতেই সৰুৰেপৰা ডাঙৰ হৈছে অমলা। কি আচৰিত ধৰণে নীলা তাইৰ চকু দুটা! পোহৰৰ চাকি এটাৰ দৰে তাইৰ মুখখনত কথাৰ অন্ত নাই। পোহৰৰ এক স্বপ্ন ৰাজ্যৰ মাজে মাজে সোণক যেন কিবা এটি মায়াই টানি লৈ যাবলৈ ধৰিলে।

পুখুৰীৰ পাৰে পাৰে সোণে দৌৰ দিলে। সি গৈ কাছাৰীঘৰ পালেগৈ। চাৰিওপিনে কিমান মানুহ, কিমান চাকৰ-নাকৰ দাস-দাসী। সোণে সকলোকে পাছ পেলাই দৌৰ দিছে। হঠাৎ তাৰ খেয়াল হ'ল, মাজু-দেউতাকে তাক ইমান জোৰে দৌৰি যোৱা দেখিলে বকিব। সি চাৰিও-পিনে চকু ঘূৰাই চাই ললে। নাই, মাজুদেউতা ওচৰত ক'তো নাই। পূজা-মণ্ডপত নানাৰকমৰ প্ৰদীপ জ্বলোৱা হৈছে। দেবীৰ মূৰ্তিত গৰ্জন মালা পিন্ধোৱা হৈছে। ৰঙা-নীলা আৰু অনেক বিচিত্ৰ ৰঙৰ জিকমিকাই থকা কাগজ চাৰিওপিনে লগোৱা হৈছে। সোণে ভাবিলে, প্ৰতিমাৰ ওচৰত তাৰ মনৰ ভাববোৰ ধৰা পৰি যাব—তই এক আশ্চৰ্য মায়াৰ টানত দৌৰিছ, সোণ, মই সকলো গম পাইছোঁ। সোণে সেইকাৰণে মণ্ডপৰ ওচৰত দেবীৰ মুখলৈকে এবাৰো নোচোৱাকৈ পাৰ হৈ গ'ল।

কিন্তু চিৰিৰে ওপৰলৈ উঠি সোঁ ফালে বাৰান্দাত গৈ থিয় দিয়াৰ লগে লগে সোণে দেখিলে, ববদেউতা ইজিচেয়াৰ এখনত আঁউজি বহি আছে। মুখখন তললৈ গুজি আছে। গাত চিল্কৰ পাঞ্জাবী, দামী ধুতী আৰু ভৰিত দামী জোতা। সোণৰ মাজুদেউতাকে পূজাত পিন্ধিবলৈ গোটাই থোৱা পোচাকটো বৰদেউতাকক নিজেই পিন্ধাই এতিয়া ইয়াত বহুৱাই থৈছে। বৰদেউতাৰ কাষতে ৰামসুন্দৰে মাজুদেউতাকৰ কাৰণে সুগন্ধি মলা ধঁপাত তৈয়াৰ কৰি আছে। সোণে পগলা বৰদেউতাকক দেখা পায়ো এক মুহূৰ্ত ৰ'বলৈ সময় নাই। তাৰ পলম হৈ গৈছে। সেই তেতিয়াৰ পৰাই চাগৈ অমলাই তালৈ ছাদৰ ওপৰত বাট চাই ৰৈ আছে। অমলা, অমলা পেহী! কলিকতাৰ অমলা। কিমান ডাঙৰ নগৰী কলিকতা! মেমৰিয়েল হ'ল, তাৰ ৰূপালী ৰঙৰ বেৰা আৰু চৌকাষৰ অনেক সুৰম্য অট্টালিকা। সুদূৰ সেই কলিকতাৰ দৰে অমলাৰ শৰীৰতো যেন এক ৰহস্য ঘনীভূত হৈ আছে। সোণৰ বয়স এতিয়াও তেনেই কম। তথাপিও অমলাৰ মায়া-ভৰা শৰীৰটোৱে যেন তাক পাগলৰ দৰে দৌৰাই নিব খুজিছে। সি লৰালৰিকৈ পগলা বৰদেউতাকৰপৰা হাত সাৰিবলৈ বাৰান্দাৰ সোঁপিনে নগ'ল। ডাঙৰ ডাঙৰ খুটাবোৰৰ আঁৰত লুকাই লুকাই সি কোনো ৰকমে বাৰান্দাৰ বাঁওপিনে আগুৱাই গ'ল। তাৰ পিছত, চিৰিৰ ওচৰ পায়েই দৌৰি ওপৰলৈ উঠি গ'ল।

চিৰিয়েদি ওপৰলৈ উঠি যাওঁতেই সি ঘণ্টাধ্বনি শুনিবলৈ পালে। পুখুৰীৰ সিপিনে মঠ। মঠত কোনোবাই এতিয়া শিকলি টানি বৰঘণ্টা বজাইছে। আজি পুৱা সি ভাবিছিল, সন্ধ্যা জোন ওলোৱাৰ পিছত সি পগলা বৰদেউতাকক লৈ মঠলৈ যাব। সি বৰদেউতাকক চিৰিত বহুৱাই থব। আৰু য'ত বগা পাথৰৰ ষাঁড় গৰুটো আছে সি তালৈকে উঠি যাব। বগা পাথৰেৰে বন্ধা মঠৰ মজিয়া। তাত থিয় দিলে সি বৰ ঘণ্টাৰ শিকলিডাল ঢুকি পাব। সি শিকলি টানি টানি ঘণ্টা বজাব আৰু বৰ-দেউতাকে চিৰিত বহি বহি এক দুইকৈ গণি যাব। অলপ সময় বজাই সি নামি আহি বৰদেউতাকক সুধিব, কিমান হ'ল? বৰদেউতাকে ক'ব,

দহবাৰ। একমাত্ৰ এইদৰে ইটো সিটো নানা কামত মন আবদ্ধ কৰি, নাইবা বৰদেউতাকে যি ভাল পায় তাকে কৰিবলৈ দি হয়তো সোণেই বৰদেউতাকক এদিন নিৰাময় কৰি তুলিব। সেয়ে হঠাৎ এতিয়া ঘণ্টাধ্বনি শুনি সি যেন থমকি ৰ'ল। যেন পগলা বৰদেউতাকে তাক পাছ ফালৰপৰা কৈছে, সোণ, এতিয়া নাযাবি—মঠৰ চিৰিত উঠি ঘণ্টা নবজাবি। মই যেতিয়া এক দুইকৈ গণিব পাৰিম—তেতিয়া বজাবি। গণি গণি এশলৈকে ক'ব পৰা হম। সকলো ঠিকে-ঠাকে, এবাৰো ভুল নকৰাকৈ গণি সংখ্যা মাতি যাব পাৰিলে, চাবি সোণ, মই সম্পূৰ্ণ ভাল হৈ যাম।

সোণ চিৰিৰ মাজতে থমকি ৰ'ল। সি ওপৰলৈ যাব নে তললৈ গৈ পগলা বৰদেউতাকক লৈ মঠৰ চিৰিত বহিবগৈ! সোণ এনে এটা দোমোজাত পৰিল। বৰং এতিয়া তাৰ মঠলৈকে যেন যোৱাৰ অধিক ইচ্ছা হৈছে। ইমান ওখ মঠ সি আগেয়ে ক'তো দেখা নাই। মঠৰ ভিতৰত কেবাশও নীল ৰঙৰ টিয়া ভাটৌ আছে। চৰাইবোৰে মঠৰ ভিতৰতে বাহ লৈছে। জোনাক ৰাতি চৰাইবোৰে চক্ৰাকাৰে মঠৰ ওপৰত ঘূৰি ফুৰে। মঠৰ কথা ভাবিলেই সেই চৰাইবোৰৰ কথা মনত পৰে। চৰাইৰ কথা মনত পৰিলেই তাৰ গুল্‌টি ডালৰ কথা মনত পৰে। ৰঞ্জিতমামাই মেলাত তাক এডাল গুল্‌টি কিনি দিছিল। সি সেই গুল্‌টিৰে কাউৰী, শালিকা, ভাটৌ, কেৰ্কেটুৱা, যিহকে দেখে মাৰিবলৈ চেষ্টা কৰে। কিন্তু আজিলৈকে একোকে মাৰিব পৰা নাই। জামৰুলি গছজোপাৰ গুৰিত এটা খোৰোং আছে। খোৰোঙত এটা কেৰ্কেটুৱা থাকে। ৰাতি পুৱালেই সি জঁপিয়াই জঁপিয়াই খোৰোঙৰপৰা বাহিৰলৈ ওলাই আহে। সোণে পঢ়া এৰি কেৰ্কেটুৱাটোৰ পাছে পাছে দৌৰিবলৈ ধৰে। সৰু প্ৰাণীটো ইগছৰ-পৰা সিগছলৈ জপিয়াই থাকে। সোণালী ৰ'দত সি মুখেৰে কট-কট শব্দ কৰি ফুৰে। সোণে গুল্‌টি মাৰিবলৈ গলে কেৰ্কেটুৱাটোৱে হাত যোৰ কৰাদি কৰি বহি থাকে। কিন্তু সোণে ক্ষমা নকৰি গুল্‌টি মাৰিবলৈ উদ্যত হয়। তেতিয়াই খেলা আৰম্ভ হৈ যায়। সোণে পাছে পাছে খেদি এবোৰাৰ

ভাবে, এই এটা নগণ্য প্ৰাণী, ইয়াৰ কি বাহাদুৰি। অকণো ভয় নাই ইয়াৰ। গছৰ পাতে পাতে বগাই যাব পাৰে। সেই সৰু প্ৰাণীটোৱেই নহয়, পৃথিৱীত যিয়েই সুন্দৰ, সজীৱ, যেনে ৰ'দ, মাটি, শৰতৰ বৰষুণ, সেই সকলোৰে পাছে পাছে খেদি ফুৰিবলৈ সোণৰ ভাল লাগে। অমলাইও এতিয়া তালৈ অতি দূৰৰ এক ৰহস্য যেন কঢ়িয়াই আনিছে। সি সেই ৰহস্যৰ আকৰ্ষণৰপৰা আঁতৰি যাব নোৱৰা হৈ পৰিছে। কাৰ ওচৰলৈ যাব! পগলা বৰদেউতা, জোনাক ৰাতিৰ মুকলি ঘঁাহনি আৰু প্ৰকাণ্ড মঠ, নে ছাদৰ ওপৰৰ অমলা আৰু কমলা! সি একো ঠিক কৰিব নোৱাৰি চিৰিৰ অন্ধকাৰতে মনে মনে একেদৰেই থিয় হৈ থাকিল।

এজন পাইক বা বৰকান্দাজৰ নিচিনা মানুহ সোণৰ কাষেদি পাৰ হৈ গ'ল। তাক দেখা নাপালে। দেখা পালেই হয়তো সুধিলেহেঁতেন, কোন সেয়া আন্ধাৰত। হয়তো তাকো তেনেকৈ মনে মনে থিয় হৈ থকা দেখি খেদি গ'লহেঁতেন। আৰু আন্ধাৰৰপৰা গৈ পোহৰত ওলালেই মানুহটোৱে ক'লেহেঁতেন, এহে, এইটো দেখোন আমাৰ সোণাবাবু! আপুনি ইয়াত কি কৰিছে? সোণে এই মানুহবিলাকক দেখি আচৰিত হয়। কি প্ৰকাণ্ড আৰু ওখ। সকলো সময়তে কৰযোৰ কৰি থাকে। সোণক দেখিলেও হাতযোৰ কৰি কথা কয়। চিপাহীটোক অলপ ভয় খুৱাবলৈ তাৰ মন গ'ল। সেইবুলি ভাবি আন্ধাৰ চুকটোৰপৰা লাহেকৈ মূৰটো উলিয়াই চাব খোজোঁতেই দেখা পালে অমলা আৰু কমলা, লগত আৰু কেটামান সৰু সৰু ল'ৰা-ছোৱালী। সিহঁত এটাইকেটা দাসী-ৰান্ধনিহঁত থকা ঘৰৰ পাছ পিনে ক'ৰবাত খেলিবলৈ যায় বুলি হৈ চৈ কৰি চিৰিয়েদি নামি গৈছে।

সি আকৌ থমকি থিয় হৈ থাকিল।

কমলাই হঠাৎ লক্ষ্য কৰিলে, অলপ দূৰত খুটা এটাৰ আঁৰত কোনোবা এটা থিয় হৈ লুকাই আছে। তাই সুধিলে, কোন অ' সেইটো?

সোণ পোহৰলৈ ওলাই আহি ক'লে, মই।

—তোকে বিচাৰি যাবলৈ ওলাইছিলো। সেই তেতিয়াৰপৰা আমি তোৰ কাৰণে বহি আছোঁ।

সিহঁত আকৌ ওপৰলৈ উঠি যাবলৈ ওলাল। কিন্তু দুমহলাৰ চিৰিয়েদি গৈ সিহঁত ছাদৰ পিনে নগ'ল। সিহঁত এটুকুৰা সৰু খোলা ঠাইৰ পিনে আহিল। তাৰপৰা ৰান্ধনিঘৰৰ কোলাহল শুনা যায়। মাছ ভজাৰ গোন্ধ ভাঁহি আহিছে। সিহঁত এখন খোলা সৰু বেলকনিত উঠিলহি। তাৰপৰাই সিহঁতে দলে দলে ভাগ হৈ যাব, আৰু ৰান্ধনিঘৰৰ চাৰিওপিনে গুচি যাব।

সিহঁত আন্ধাৰৰ মাজত লুকাবলৈ ধৰিলে। অমলাই সোণক নিজৰ দলত ৰাখিলে! তাই প্ৰথমে ভাবিছিল সোণক লগত লৈ তাই ক'ৰবাত লুকাবগৈ। কিন্তু সোণ হঠাৎ ক'ত অদৃশ্য হৈ গ'ল। তাই লাহেকৈ সৰু কোঠা এটাৰ পিনে আগুৱাই গ'ল। তাত কোনেও তাইক বিচাৰি নাপায়।

সোণে এই প্ৰাসাদৰ প্ৰায় সকলো ঠাই চিনি পোৱা হৈ গৈছে। কোন পিনে তোচাখানা, কোনপিনে বালাখানা, ক'ত গোসাঁই ঘৰ, ক'ত সেই বৌৰাণীহঁতৰ মহল, আৰু কোনটো মহলৰ পাছত কোনটো মহললৈ যাবলৈ কিমান সময় লাগে, সি প্ৰায় সকলো জনা হৈ গৈছে। বাকী ল'ৰা-ছোৱালীবিলাকে ৰান্ধনিঘৰৰ চাৰিওপিনে গুচি গৈছে। কোনো বেছি দূৰলৈ নাযায়। আৰু যদি দূৰলৈ গুচি যায় তেন্তে সি বাদ পৰি যাব।

অকলে অকলে অলপ দূৰ আগুৱাই গৈ সোণৰ যেন হঠাৎ ভয় লাগি গ'ল। সেইপিনে একেবাৰে নিৰ্জন। তলৰ পিনে ভঙা ইটাৰ দেৱাল। দেৱালৰ সিপিনে আন সৰু জঙ্গল। সোণে আৰু সেইপিনে আগুৱাই নোযোৱাই ভাল হ'ব বুলি ভাবিলে। বহুত দূৰত দুটা ডাঙৰ লাইট জ্বলি আছে কাৰণে আৰু ৰান্ধনিঘৰত দাসী-বান্দীহঁতৰ মাজত কিবা কাজিয়া লাগি চিয়ঁৰ-বাখৰ হৈ আছে কাৰণে ভয়টো বৰ বেছি হৈ যোৱা নাই। তথাপি সি এনে এটুকুৰা ঠাই বিচাৰিবলৈ ধৰিলে, য'ত পলালে তাক কোনেও আহি উলিয়াব নোৱাৰিব। সি তেনে এটুকুৰা ঠাই বেগাই

বিচাৰি উলিয়াব নোৱাৰি যেন হতাশ হৈ যাব খুজিছিল। সি তাৰপৰা উভতি অন্যপিনে যাবনেকি ভাবোঁতেই হঠাৎ দেখিলে, অমলা আহি তাৰ কাষতে থিয় হৈছেহি। যেন অমলাই ইমান পৰে 'তাকেই বিচাৰি আছিল।

অমলাই ক'লে, সোণ তই মোৰ লগত আহ।

অমলাই সোণক পলাবলৈ সহায় কৰি দিব। সি অমলাৰ পাছে পাছে কুজা হৈ হৈ যাবলৈ ধৰিলে। মূৰ তুলি দিলেই ৰেলিঙৰ সিপাৰৰপৰা সিহঁতক দেখা পাই যাব।

সোণ আৰু অমলা তেনেকৈ পলাই পলাই প্ৰাসাদৰ একেবাৰে উত্তৰৰ কোঠাটো পালেগৈ। তাতেই ডাঙৰ দুৱাৰখন পাৰ হৈ যাব য'ত ইচ্ছা পলাব পাৰে। অমলাই "এইপিনে আহ—এইপিনে আহ" বুলি ফুচ্-ফুচাই সোণক মাতি থাকিল। সিহঁত এটা আন্ধাৰ বাৰান্দাত আহি উঠিলহি। ইয়াৰপৰা অতিথিশালালৈ এটা চিৰি নামি গৈছে। চিৰিটো ঘূৰি ঘূৰি তললৈ নামিছে। কাঠৰ চিৰি। সোণ আৰু অমলা ঘূৰি ঘূৰি নামি গৈছে। সিহঁত নামি নামি এটুকুৰা অতি নিৰ্জন অকলশৰীয়া ঠাইত ওলালগৈ। সামান্য নীলা পোহৰৰ আভাস মাত্ৰ তাত আছে। পুৰণি শেলুৱৈ ধৰা ভঙা দেৱালৰ সেমেকা গোন্ধ। কাষতে এটা পৰিত্যক্ত কোঠা। কোঠাটোৰ দুয়োপিনৰ দুৱাৰ খোলা। দুই এটা এন্দুৰ ঘূৰি ফুৰাৰ শব্দ। কাষতে এজোপা ডাঙৰ গছ। কি গছ, সেই সামান্য নীলা পোহৰত ধৰিব নোৱাৰি। সিহঁতৰ ভৰিৰ শব্দত দুই এটা বাদুলীৰ দৰে কিবা গছজোপাৰপৰা উৰি গ'ল। কোঠাটোৰ দুৱাৰ দুখন পাৰ হৈ সিহঁতে দেৱালখনৰ কাষত কিবা এটা ধ্বংসস্তূপৰ দৰে দেখিলে। এসময়ত বোধকৰো ইয়াত এটা কুঁৱা আছিল। কুঁৱাৰ ওপৰখন এতিয়া বন্ধ কৰি থোৱা হৈছে। সেই ঠাইত থিয় হৈ অমলাই ক'লে—মনে মনে, ইয়াত আমাক কোনেও বিচাৰি আহিবলৈ সাহ নকৰে। আমি ৰান্ধনিঘৰৰ একেবাৰে বহুত পাছলৈ গুচি আহিছোঁ।

সোণে ভয়তে একো নামাতিলে।

অলপ সময় দুয়োটা থিয় হৈ থাকিল।

কি হ'ল, একেবাৰে মনে মনে ৰলি দেখোন, সোণ লাহে লাহে কথা ক'ব পাৰিবি।

—মোৰ ভয় লাগিছে।

—কিহৰ ভয়? বৃন্দাবনীৰ সৈতে মই ইয়ালৈ সদায় আহোঁ। পুৱা ফুল তুলিবলৈ আহোঁ। তেনেতে সিহঁতৰ এনে লাগিল যেন কোনোবা কাঠৰ চিৰিয়েদি তললৈ নামি আহিছে। অমলাই আৰু কোনো কথা নক'লে। দুয়োটা একেবাৰে মৌন হৈ গ'ল। সোণ একেবাৰে অমলাৰ গাত লগালগিকৈ থিয় হৈ আছে, যেন সি এতিয়া বলিৰ পঠা। অমলাই যিহকে ক'ব সি তাকেই কৰিব। অমলাই সোণক কাগজৰ টোপোলা এটাৰপৰা দুটা সন্দেচ উলিয়াই খাবলৈ দিলে। তাৰপিছত সিহঁতে দেখিলে চিৰিয়েদি নামি অহা মানুহবিলাক এইপিনে নাহিল, হয়তো চিৰিৰপৰা নামি ৰান্ধনিঘৰৰ পিনে গুচি গ'ল। অলপ পৰ পিছত অমলাই সোণৰ হাতখনত ধৰি ক'লে, তই কিন্তু কমলাক বেছি মৰমৰ ভাব নেদেখুৱাবি দেই সোণ, বুজিছ? কাঠৰ চিৰিত আকৌ শব্দ হ'ল। বহুত ভৰিৰ শব্দ। হয়তো কমলাই তাইৰ দলবল লৈ চিৰিয়েদি নামি আহিছে। মলিনা, আলো, মধু আৰু গোটেই দলটো। যিয়েই হওক, চিৰিয়েদি নামি আৰু এইপিনে আন্ধাৰত আহিবলৈ সিহঁতৰ কোনেও সাহস নকৰে। সিহঁতৰ মূৰৰ ওপৰতে গছজোপাৰ এটা ডাঙৰ ডাল। দেৱালৰ সিপাৰৰ গছজোপাৰপৰা ডালটো এইপিনে সোমাই আহিছে। আৰু ডালটোৰ তলতে সেই ভূতৰ ঘৰটো। অমলাই এবাৰ লাহেকৈ সোণক ঘৰটোৰ ভিতৰলৈ হাতত ধৰি লৈ গ'ল আৰু ঘৰটোত সোমায়েই তাই সোণক সাবটি ধৰিলে। তাই মুখেৰে ক'লে, একো ভয় নাই, সোণ, একো ভয় নাই, এয়া চা—চাচোন সোণ, এইবুলি কৈ সোণৰ হাতখন লৈ কিবা খেল খেলিবলৈ ধৰিলে।

সোণে আকৌ ক'লে, অমলা ইয়াৰ পৰা যাওঁ ব'লা, ভাল লগা নাই। সোণে কথা কওঁতে গাঁৱলীয়া সুৰ নথকাকৈ, অমলাই কোৱাদি ক'বলৈ চেষ্টা কৰিলে। অমলাৰ দৰে কথা ক'বলৈ তাৰ ভাল লাগে।

সেই সময়ত কমলাৰ দলটো আকৌ চিৰিয়েদি ওপৰলৈ উঠি গ'ল। সোণে ক'লে, কমলাই মোক বায়োস্কোপৰ বাকচ দিব বুলি কৈছে।

অমলাই ক'লে, মই তোক দিনে একোটাকৈ স্থলপদ্ম দিম। বৃন্দাবনীয়ে সদায় গোলাপৰ তোড়া সাজে। ময়ো তোক ফুলৰ তোড়া দিম। তাই সোণক আৰু একো কথা ক'বলৈ নিদিলে। তাৰ চুলিত হাত বুলাই বুলাই তাই তাক মৰম কৰিবলৈ ধৰিলে। তাৰ মুৰটো তাইৰ নাকৰ কাষলৈ লাহেকৈ টানি আনিলে। ৰেচমৰ নিচিনা কোমল চুলি সোণৰ। সোণ যেন ভীত সন্ত্রস্ত হৈ পৰিছে। কলিকতাৰ ছোৱালী অমলাই কিমান কথা জানে। এই বয়সত সোণে কিনো জানিব বা ক'ব পাৰে! অমলাই বাৰু তাক লৈ কি কৰিব খুজিছে! তই কি যে সুন্দৰ সোণ! তোৰ চকু দুটা ইমান ডাঙৰ! তোক মই কলিকতালৈ লৈ যাম। কিমান ডাঙৰ মহানগৰ কলিকতা দেখিবি। কিমান ডাঙৰ চিৰিয়াখানা, যাদুঘৰ!

সোণে ক'লে, কিতাপত আছে, সেই যাদুঘৰত বোলে এটা প্রকাণ্ড তিমিমাছৰ জঁকা থৈ দিয়া আছে।

—তই গ'লে দেখিবি, কিমান ডাঙৰ জঁকা।

সোণে ক'লে, ইহ মোৰ ভয় লাগে।

অমলাই ক'লে, অলপ তললৈ। তই যে কি! ইমান ভয় কিয়?

সোণে ক'লে, ঈছমে এটা বৰ ডাঙৰ মাছ ধৰিছিল।

অমলাই যেন আৰু ৰ'ব নোৱৰা হৈ পৰিছে। সোণৰপৰা কিবা এটা তাই বিচাৰিছে। সোণৰ হাতখন তাই ধৰি ধৰি কোন এক অতল তলিলৈ টানি নিছে। সোণৰ মনত একো সাৰসুৰ নাই। সি একোকে নাজানে কিয়! অমলাই অধীৰ হৈ মুখেৰে মাত্র বিৰ-বিৰকৈ ক'লে, কিমান ডাঙৰ মাছ সোণ।

—খুব ডাঙৰ—

—দে দেচোন, তোৰ হাতখন—

সোণে ক'লে, নাই, নালাগে আৰু।

—তেন্তে তোক চুমা এটা খাওঁ—

—নালাগে—

—কিয়, কি হ'ব ?

—গালত থুই লাগিব।

—মচি পেলাবি। কিযে বুৰ্বক তই।

সোণৰ মুখত আকৌ সেই কথা। তাৰ ভয়। কিয় জানো তাৰ ভয় লাগিছে। ধৰা পৰি যায় যদি, সেই ভয়। তাৰ উপৰি, এইবোৰ যেন পাপ কাম। সোণৰ, নিজৰ ওচৰতে বৰ সৰু যেন লাগি গ'ল। অথচ তাৰ প্ৰবৃত্তিও জাগি উঠিছে, তাৰ ইচ্ছাও নোহোৱা নহয়, এক ৰহস্য লৈ জাগি উঠিছে, কলিকতাৰ ছোৱালী। কোনো এক সুদূৰ ৰহস্য, যিটো এতিয়াও সি ঠিক বুজি উঠা নাই। কেৱল নদীৰ পানীত ফুলি থকা ভেট ফুলৰ দৰে স্বভাৱ তাৰ, সি মাত্ৰ পানীৰ ওপৰতে ওপঙি আছে, লজ্জা ভয় সংকোচ সকলোবোৰে তাক পানীৰ ওপৰত ওপোঙাই ৰাখিছে। তাৰ হাত এখনত ধৰি সেই অতল তললৈ টানি লৈ গ'লেই সি পানীৰ তলত ডুবি যাব। পাপৰ ঢৌত হেৰাই যাব।

সি আকৌ ক'লে, নাই, অমলা, নালাগে নালাগে।

অমলাই ক'লে, লক্ষ্মী সোণ মোৰ—দে, দে না তোৰ হাতখন দে। তই আকৌ গাঁৱলীয়া সুৰত কথা কৈছ !

সোণৰ গাটো যেন কোঁচ খাই আহিছে। সি যেন ইমান দিনে পৃথিৱীত এক বিশুদ্ধভাৱে জীয়াই আছিল। অমলাই তাৰ সেই বিশুদ্ধ পৃথিৱীৰপৰা ক'লৈ টানি লৈ গৈছে ! সি যেন তাৰপৰা দৌৰি গুচি যাব। অথচ অমলাৰ মৰম লগা চকু দুটা, চকুৰ নীলা ৰংখিনি, সোণালী চুলি, সমস্ত শৰীৰৰ উজ্জ্বল সোণালী পোহৰ, অমলাৰ সেই চকু,চুলি আৰু শৰীৰটোৰ ওচৰৰপৰা তাৰ আঁতৰি যাবলৈ মন যোৱা নাই। সি যেন অনবৰত অমলাৰ কাষে কাষে থাকিব। কিন্তু অমলাই এতিয়া তাক যিবোৰ কৰিবলৈ কৈছে, সেইবোৰ যেন কিবা পাপ পাপ লাগিছে !

অমলাই আৰু সোণক একো ভাবিবলৈ নিদিলে। সোণৰ মুখখন টানি

আনি টুককৈ এটা চুমা খাই দিলে। তাৰ পিছত ক'লে, ভাল লাগিছেনে নাই ?

সোণে কি বুজিলে, তাই একো ধৰিব নোৱাৰিলে। কোঠাটোৰ ভঙা দুৱাৰখন বতাহত অলপকৈ মেল খাই গ'ল। পাতল নীলা পোহৰত সোণৰ মুখখন অস্পষ্ট হৈ দেখা গৈছে। অমলাই সোণৰ মুখখনলৈ চাই ক'লে, কি হ'ল, মনে মনে আছ যে। ভাল লগা নাই ?

ভাল লগা নাই বুলি ক'লে, অমলাৰ খং উঠিব। অমলাই তাক ভাল নোপোৱা হ'ব। সন্দেচ নিদিব, ফুল নিদিয়া হ'ব। সি সেইকাৰণে একো নামাতিলে। মূৰ তল কৰি সুবোধ বালকৰ দৰে সন্মতি জনালে।

অমলাৰ আৰু কোনো কথা নাই। যেন অমলাই এইবাৰ তাইৰ পাচপোৰ্ট পাই গ'ল। তাই তাক লৈ যি ইচ্ছা তাকে কৰিবলৈ ধৰিলে। সোণৰো যেন কিবা বৰ ভাল লাগিবলৈ ধৰিলে। তাৰ হাতখন তাইৰ গাৰ পিনে নি খেলা আৰম্ভ হ'ল। নতুন খেলা, জীৱনৰ এক অদ্ভুত ৰহস্যপূৰ্ণ খেলা আৰম্ভ হ'ল।

অমলাই জাঙিয়াৰ ৰছীডাল বন্ধাৰ লগে লগে ক'লে, কি, কেনে লাগিল তোৰ ? ভাল লগা নাই ?

সোণে মিচিক্কৈ হাঁহি এটা মাৰিলে।

—হাঁহিলি যে ?

সোণে একো নামাতি ঘৰটোৰ বাহিৰলৈ আহি ৰ'লহি। একো নুবুজাকৈয়ে সোণে বুৰ্বকৰ দৰে হাঁহিবলৈ ধৰিলে। বাহিৰত থিয় হৈও সি হাঁহি থাকিল।

—কি অ', তোৰ কি হ'ল সোণ ? ইমান হাঁহিছ কিয় ?

সোণে জোৰে জোৰে হাঁহিবলৈ ধৰিলে। কি যে কাণ্ডবোৰ হৈ গ'ল। অমলা পেহীয়ে এইবোৰ তাক কি শিকালে! বেছ খেলা কিন্তু। জীৱনত সি সম্পূৰ্ণ এটা নতুন খেলা শিকিলে। এতিয়া তাৰ এনে লাগিছে যেন অমলাক লৈ সি ছাদৰ ওপৰত নাইবা এখন ঘন সেউজীয়া বননিত দৌৰি ফুৰিব। ইয়াত এইদৰে থিয় হৈ থাকিবলৈ তাৰ মন যোৱা নাই।

অমলাক ইমান সুন্দৰ লাগিছে তাৰ। নিত্য নতুন কত যে বিচিত্ৰ অভিজ্ঞতাৰ সন্ধান দিছে এই অমলাই। কিন্তু হঠাৎ এবাৰ তাৰ মাকৰ মুখখন মনত পৰি গ'ল। লগে লগে তাৰ মনটো বিষণ্ণ হৈ পৰিল। তাৰ ভাব হ'ল, সি এটা ডাঙৰ পাপ কাম কৰি পেলাইছে। তাৰ হঠাৎ আৰু একো ভাল নলগা হৈ পৰিল। বৰ অকলশৰীয়া অনুভৱ কৰিলে সি। এই নিৰ্জন ভগা দেৱালৰ কাষত থিয় হৈ তাৰ নিজকে বৰ নিঃসঙ্গ, বিষণ্ণ যেন লাগিল। হঠাৎ সি অনুভৱ কৰিলে, যেন কাষত থিয় হৈ থকা অমলা নামৰ ছোৱালীজনীক সি চিনি নাপায়। সি আৰু তাত একমুহূৰ্ত্তও নৰ'ল। সেই ঠাইৰপৰা দৌৰি ওলাই আহিল।

অমলাই পাছফালৰপৰা মাতিলে, সোণ, দৌৰি নাযাবি। চিৰিৰপৰা পৰি যাবি সোণ! অমলাইও জ্ঁাপ মাৰি মাৰি চিৰিয়েদি ওপৰলৈ দৌৰ দিলে। তাই সোণতকৈও বেগাই দৌৰি ওপৰলৈ উঠি গৈ এঠাইত, তাক সাবটি ধৰিলে।······সোণ, তোৰ কি হৈছে, এনেকৈ মোক এৰি থৈ দৌৰি গুচি আহিছ কিয়? আন্ধাৰত চিৰিৰপৰা পৰিলে মৰি যাবি।

সোণে অমলাক দুহাতেৰে গাৰপৰা একৰাই ঠেলা মাৰি দিলে। অমলা প্ৰায় পৰি যাব খুজিছিল। আন সময়ত হোৱা হ'লে অমলাই দুখত অপমানত কান্দি পেলালেহেঁতেন। কিন্তু এতিয়া তাই সোণৰ চকু দুটালৈ চাই ভয় খালে, তাই অলপ সময় একো কথা ক'ব নোৱাৰিলে! লাহে লাহে তাৰ ওচৰলৈ তাই আগুৱাই আহিল। তাৰ কাষত থিয় হৈ তাই ক'লে, তোক এখন খুব ভাল সাধুকথাৰ কিতাপ দিম। এতিয়া, মোৰ লগত একেলগে ব'ল!

সোণে অমলাৰ কথাকেটাৰ একো সঁহাৰি নিদিলে। সি নীৰৱে আগলৈ খোজ ললে। অমলাই বাৰে বাৰে তাক মাতিলে। সি কোনো উত্তৰ নিদিলে। পুজা-মণ্ডপত ঢাক বাজিছে। সোণ এটা প্ৰকাণ্ড হল-ঘৰেদি গৈ আছে। ঘৰটোত বহুত ৰকমৰ ছবি অঁকা আছে। তাৰ উপৰি বহুতো হৰিণা আৰু বাঘৰ ছাল অঁাৰি থোৱা আছে। নানা ৰকমৰ ঢাল-তৰোৱাল সজাই থোৱা আছে। এই হলঘৰটোত সোমালেই সোণ

মনেৰে ৰাজপুত্ৰ হৈ যায়। মূৰত সোণৰ মুকুট, ভৰিত নূপুৰ, এটা প্ৰকাণ্ড ক'লা ঘোঁৰা আৰু কঁকালত ৰূপালী বেল্ট আৰু তৰবাৰি। এই হলঘৰত সোমালেই সোণৰ ইচ্ছা হয় যেন কোনো এক ৰাক্ষসৰ দেশৰ-পৰা বন্দিনী ৰাজকন্যাক উদ্ধাৰ কৰি আনিবলৈ যাব। কিন্তু কিয় জানো, আজি এই মুহূৰ্তত তাৰ মনত সেই বাসনা জাগি উঠা নাই। অমলা তাৰ পাছে পাছে হলঘৰলৈকে আহিল। তাৰ পিছত আৰু আগুৱাই আহিবলৈ সাহস নহ'ল। তাই দুৱাৰ-মুখলৈ আহি সোণ হলঘৰটোৰপৰা যোৱালৈকে চাই থাকিল।

দুৱাৰ-মুখ পাৰ হৈ সোণে এবাৰ পাছলৈ উভতি চালে। দেখিলে অমলাই এতিয়াও তাৰ পিনে চাই আছে। ঠিক যেন বন্দিনী ৰাজকন্যা। আৰু সি, নিজে ৰাজপুত্ৰ। কিন্তু এতিয়া সি কি কৰিব! ক'লৈ যাব এতিয়া সি!

তাৰ এনে লাগিল যেন সকলোৱে তাৰ পাপকৰ্মৰ কথা জানিছে। পগলা বৰদেউতা তাৰ ওচৰলৈ আহিলেই তাৰ গাৰ গোন্ধ লৈয়েই কৈ দিব, তই সোণ তৰমুজৰ পথাৰ দেখিলি আজি, তোৰ অন্তহীন ৰহস্যৰ পিপাসা! তই আৰু সোণ মোৰ কাষত বহিব নোৱাৰিবি। কথাবোৰ ভাবি ভাবি সোণৰ যেন কান্দোন ওলাই আহিব খুজিলে।

ডাঙৰ খুটা এটাৰ আঁৰত আহি থিয় হোৱাৰ লগে লগে সোণে দেখিলে, বৰদেউতাক ইজিচেয়াৰত শুই থকা নাই। চাৰিওপিনে চিনাকি অচিনাকি মানুহ মণ্ডপৰ পিনে অহা-যোৱা কৰি আছে। তাৰ সেই পিনে যাবৰ মন নগ'ল। তাৰ কিয় জানো, বাৰে বাৰে মাকৰ মুখখন মনত পৰিবলৈ ধৰিলে। ঠিক পগলা বৰদেউতাকৰ দৰে তাৰ মাকেও তাৰ মূৰৰ চুলিকোচা শুঙিলেই সকলো গম পাই যাব। সি যে এটা পাপ কাম কৰি পেলাইছে, সেইটো জানি যাব। এতিয়া কি কৰিলে সি তাৰ সকলো পাপ ধুই পেলাব পাৰিব! সি ক'ত গৈ থিয় হ'বগৈ? মাকে এদিন কৈছিল নদীৰ পাৰত থিয় হৈ সকলো দোষ স্বীকাৰ কৰিলে

পাপ খণ্ডন হৈ যায়। সি ঠিক কৰিলে নদীৰ কাষলৈ গৈ সি তাৰ সকলো পাপকাৰ্য্যৰ কথা কৈ দিব আৰু ক্ষমা বিচাৰিব।

সি নদীৰ পাৰলৈ গৈ নদীৰ পানী আৰু পানীৰ দেৱতাক উদ্দেশ্য কৰি ক'ব, হে জলদেৱতা……তাকে ভাবি মূৰ দণ্ডাৰ লগে লগে সি দেখিলে, সি কাছাৰীঘৰত সোমাইছেহি। ৰামসুন্দৰ এখন গোল টেবুলৰ ওপৰত বহি আছে। টেবুলৰ চাৰিওপিনে কাঠৰ চকী। বাবুহঁতৰ ল'ৰাবিলাক টেবুলৰ চাৰিওপিনে গোল হৈ বহিছে, আৰু ৰামসুন্দৰে গল্প কৈছে। সি বৰ ভাল ভাল গল্প ক'ব পাৰে। অলপ দূৰত পগলা বৰ-দেউতা বহি আছে। মূৰৰ ওপৰত আকাশ আৰু মৃদু জোনাক। সেই পাতল জোনাকত থিয় হৈ সোণে ভাবিলে, কাইলৈ পুৱাতে সি বৰ-দেউতাকক লগত লৈ নদীৰ পাৰলৈ যাব। তাৰ মাকে বেয়া সপোন দেখিলে সোণালী বালিৰ নদীৰ পাৰলৈ গৈ জলদেৱতাৰ আগত হুবহু সপোনৰ কথা কৈ দিয়ে, আৰু তেনেকৈ কৈ দিলেই সকলো দোষ খণ্ডন হৈ যায়। সোণে ঠিক কৰিলে, সিও মাকৰ দৰে নদীৰ পাৰত গৈ সকলো কথা কৈ দিব। আৰু কৈ দিলেই তাৰ সকলো দোষ খণ্ডন হ'ব।

পাপ কাম এটা কৰি উঠি সোণৰ মনটো অকণো ভাল লগা নাছিল। আনকি ৰামসুন্দৰে কৈ থকা গল্প শুনাৰ প্ৰতিও তাৰ আগ্ৰহ হোৱা নাই। সি কাছাৰীঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু মাজুদেউতাকৰ বিছনাত শুই পৰিল। সমস্ত দিনৰ ক্লান্তিত সোণৰ ততালিকে টোপনি আহি গ'ল।

টোপনিত সি এটা পঁজা ঘৰৰ সপোন দেখিলে। পঁজাটোৰ সমুখত এখন বিস্তীৰ্ণ পথাৰ। সেই পথাৰত কেতিয়াও কোনো শস্য নহয়। সৰু সৰু শিলগুটি দিয়া আলিবাট। বাটৰ কাষেদি এটা খাল। খালেদি পানী বাগৰি আহিছে। বগা, নীলা আৰু হালধীয়া ৰঙৰ শিলগুটি। খালৰ ফটফটীয়া নিৰ্মল পানীত শিলগুটিবোৰৰ ৰং বিচিত্ৰ হৈ ভাঁহি উঠিছে। পঁজাঘৰটোৰ পাছপিনেই এটা পাহাৰ। পাহাৰটোৰ ছাঁ পৰি সমস্ত পঁজাঘৰটো শান্ত স্নিগ্ধ হৈ আছে। সোণ পুৱাৰ ৰ'দত বহিবলৈ ওলাই

গৈছে। সি যেন কাৰোবাৰ হাত এখনত ধৰি অনবৰত দৌৰিবলৈ ধৰিছে। কাৰ হাতত ধৰিছে, সি চিনি পোৱা নাই। মাত্র এজনী ছোৱালী বুলি জানিছে। তাইৰ মুখখন সি দেখা পোৱা নাই। মূৰৰ পাছপিনৰ বেণীডুডাল মাত্র দেখা পাইছে। চুলিত ৰঙা ৰিবণ পিন্ধি আৰু গাত ৰূপালী ৰঙৰ ফ্রক পিন্ধি, ছোৱালীজনীয়ে তাক এই খালটোৰ পিনে দৌৰাই লৈ গৈছে।

খালটোৰ পাৰলৈ আহি সোণৰ যেন ভয় লাগি গ'ল। তাৰ ভাব হ'ল, ইমান সোঁত থকা দ খাল এটা পাৰ হৈ সিপাৰলৈ যাব নোৱাৰে। কিন্তু ছোৱালীজনীয়ে তাক ক'বলৈ ধৰিলে, ভয় কিহৰ ? আহ, আহি থাক, চাবি মই তোক কেনেকৈ পাৰ কৰি দিম।

খালৰ সিপাৰলৈ যাবৰ কাৰণে ছোৱালীজনীয়ে সোণৰ পিনে বাঁওহাতটো আগবঢ়াই দিলে। সিহঁত খালটোত নামিল। খালৰ পানীত বহুতো সৰু সৰু মাছে চাৰিওপিনে খেলি আছে। খালৰ চেঁচা নির্মল পানীখিনিয়ে যেন পুৱাৰ বতৰটোক মহিমময় কৰি তুলিছে। খালৰ পানীৰপৰা সোণৰ ওপৰলৈ উঠি যাবৰ মন নগ'ল।

—কি, বৰ ভাল লাগিছে নহয়, পানীত নামি। উঠি যাবলৈ মন যোৱা নাই নহয়। সোণে ছোৱালীজনীৰ মুখখন এতিয়াও দেখা পোৱা নাই। তাই অনবৰত তাৰপিনে মুখখন ঘূৰাই ৰাখিছে। সোণে ক'লে, বৰ ভাল লাগিছে।

সোণৰ পানীত নামি ইমান ভাল লাগিছে যে সি নিজেই যেন মাছ এটা হৈ পৰিল। কি আচৰিত, যেই সি ভাবিলে সি মাছ হৈ যাব পৰা হ'লে ভাল আছিল, লগে লগে সি এটা মাছ হৈ গ'ল। ছোৱালীজনীয়ে হাঁহিবলৈ ধৰিলে, আৰু ক'লে, কি অ' তই দেখোন মাছ হৈ গলি। সেই বুলি কৈয়েই ছোৱালীজনীয়েও টুপকৈ পানীৰ তলত ডুব মাৰিলে। কি আচৰিত ! তাৰ লগতে ছোৱালীজনীয়েও মাছ হৈ গ'ল। হালধীয়া আৰু নীলা ৰঙৰ চান্দা মাছ দুটা হৈ সিহঁত দুয়ো একেঁঠু দ খালৰ পানীত সাঁতুৰিবলৈ ধৰিলে। তাৰ পিছত এবাৰ দুয়ো গৈ ভীষণ সোঁতৰ মুখত

পৰি গ'ল। তাৰপৰা উজাই উঠি আহিবলৈ চেষ্টা কৰি জঁাপ মাৰি দিয়াৰ লগে লগে নীলা ৰঙৰ মাছটো পাৰত আহি পৰিল। নীলাৰঙৰ মাছটো আছিল সোণ। সি উশাহ লব নোৱৰা হৈ পৰিছে, খালৰ পাৰত সি মাত্র ধৰফৰাই জঁপিয়াবলৈ ধৰিলে। উশাহ বন্ধ হৈ যেন সি মৰি যাব, এনে লাগিছে। সোণে টোপনিতে ফোঁপাবলৈ ধৰিছিল। এবাৰত সি সাৰ পাই গ'ল। তাৰ গোটেই গাটো ঘামিবলৈ ধৰিলে। সি মন কৰিলে, কোনোবাই তাক পাঁজিকোলা কৰি পাকঘৰৰ পিনে লৈ গৈছে। সি ওপৰলৈ চকু দুটা মেলি দেখিলে, পগলা বৰদেউতাকে তাক তেনেকৈ কোলাত লৈ গৈছে। তাৰ মনত পৰিল, সি খোৱা-বোৱা নকৰাকৈয়ে শুই পৰিছিল।

সি সুধিলে, বৰদেউতা, সপোনত মাছ দেখিলে কি হয়?

মণীন্দ্রনাথে ক'লে, গাৎচোৰেৎচালা!

কিন্তু বৰদেউতাকে যেন তাক আচলতে ক'ব খুজিছিল, ৰজা হয়, সপোনত মাছ দেখিলে ৰজা হয়।

পিছদিনা বেলি ওলাওঁ ওলাওঁ হওঁতেই সোণে বৰদেউতাকক টানি টানি শীতলক্ষাৰ পাৰলৈ গৈ গ'ল। নদীৰ পাৰত এটুকুৰা বালিৰ চৰ। কাষতে কঁহুৱা বন। বাঁওপিনে ষ্টীমাৰ ঘাট। দহ বজাত ষ্টীমাৰ আহি পায়হি। নাৰায়ণগঞ্জৰপৰা ষ্টীমাৰ আহিব।

আহিনৰ পুৱা, ঘাঁহত নিয়ৰ পৰিছে। বৰদেউতা, সোণ, আৰু বৰ-দেউতাৰ লগত কুকুৰটো নদীৰ পাৰে পাৰে গৈ আছে। তিনিও বালিৰ চৰত ভৰি দিয়াৰ লগে লগেই দেখা পালে সেই হাতীটো—সেই হেমন্তৰ হাতীটো। নদীৰ চৰেদি ক'ৰবালৈ গৈ আছে। সোণে চিঞৰ মাৰিব খুজিছিল, জচীম! বৰদেউতা আৰু মোক লৈ যোৱা। মই মাৰ ওচৰলৈ যাওঁ। ইয়াত মোৰ ভাল লগা নাই। কিন্তু সি মুখ ফুটাই ক'ব নোৱাৰিলে। ক'বলৈ তাৰ সাহ নহ'ল। যদি বৰদেউতাক আকৌ হাতীত উঠি নিৰুদ্দেশ হৈ যায়।

আনহাতে, কালি ৰাতিৰ ঘটনাৰ পিছত তাৰ মাকৰ ওচৰলৈ যাবলৈও

সাহস হোৱা নাই। তাৰ এতিয়া এনে লাগিছে যেন খালেক মিঞাৰ দৰে সিও ইয়ালৈ আহি নিজকে হেৰুৱাই পেলাইছে। এখন কুঁৱলী ভৰা জগত, সেইখন জগতলৈ তাক লৈ যাবৰ কাৰণে অমলাই তাইৰ সুন্দৰ চকু দুটাৰে তালৈ চাই অপেক্ষা কৰি আছে। সোণে বৰদেউতাকৰ হাতত ধৰি নদীৰ ঘাটত থিয় হ'ল। কিন্তু তাৰ পাপৰ কথা এতিয়া মুখ ফুটাই ক'ব পৰা নাই। সি ক'ব কি? সমুখত নদীৰ পানীয়েদি কিছুমান কঁহুৱা ফুল উটি গৈছে। উটি যোৱা ফুলখিনিলৈ চাই চাই তাৰ মহাপাপৰ কথা সি পাহৰি গ'ল। সি মাত্র অনুভৱ কৰিলে, ইমানদিনে দূৰৰপৰা দেখি থকা সেই ৰহস্য সি যেন অলপ অলপ বুজি পাইছে। সি চাৰিওপিনে চকু ঘূৰাই দীঘলীয়া দৃষ্টিৰে চালে। তাৰ চৌদিশে ফুল-ফল-গছ, আকাশত উৰি থকা চৰাই, নদীৰ দুই পাৰত বালিৰ চৰ, নদীৰ অসীম জলৰাশি, পাৰে পাৰে গৈ থকা হাতী, তাৰ পাছফালে থিয় হৈ বৰদেউতাই সূৰ্য্য উঠা চাই আছে, কুকুৰটো পুৱাৰ ৰ'দত মনৰ আনন্দত ঘূৰি ফুৰিছে, ষ্টীমাৰ ঘাটত যাত্রীবিলাক বহি আছে, নদীৰ মাজত কিছুমান নাও অহা-যোৱা কৰি আছে, ঘাঁহ-খেৰ ইত্যাদি বোজাই কৰা নাও, নাৱৰপৰা কোনোবাই গান গাইছে, কোনপিনে ভাঁহি যায় নাও……। সোণেও যেন এতিয়া তাৰ নাও উটাই দিছে, অমলা, কমলা আৰু ফতিমাক তুলি লৈ সেই নাৱৰ মাঝি সোণ নিজে।

সোণে নদীক সাক্ষী ৰাখি, তাৰ কোনো পাপৰ কথা ক'ব নোৱাৰিলে। সি তলৰপৰা বৰদেউতাকৰ হাতত ধৰি উঠি আহিল। সোণৰ মুখত পুৱাৰ ৰ'দ পৰিছে। সূৰ্য্যৰ পোহৰত মুখখন উজ্জ্বল হৈ উঠিছে।

পগলা ঠাকুৰে সোণৰ মুখখনলৈ চাই যেন কিবা এটা গম পাইছে। তেওঁ আশীৰ্বাদ দিয়াৰ দৰে সোণৰ মূৰত হাত এখন থলে।……তোৰ ভিতৰত বীজৰ উন্মেষ হৈছে সোণ। এইদৰেই অলপদিন পিছত তই কিশোৰ হবি। তেতিয়া দেখিবি যিটো ৰহস্য তই এতিয়া ছুবও পৰা নাই সেইটোক তই হাতৰ মুঠিত ধৰি লব পাৰিবি। তাৰ পিছত যেতিয়া আৰু ডাঙৰ হবি তেতিয়া দুকুল বিচাৰি নোপোৱা হবি, হয়তো পানীত ডুব

দিবি। আৰু যদি পানীত ডুব দিব নোৱাৰ তেন্তে পাৰে পাৰে তাৰ সন্ধানত গৈ থাকিবি। আৰু সঁচাই যদি কেতিয়াবা বিচাৰি নাপাৱ তেন্তে তয়ো মোৰ দৰে পগলা হৈ যাবি।

গোটেই দিনটো এবাৰো সোণৰ অন্দৰ মহলৰ পিনে যাবলৈ মন নগ'ল। গছৰ পাতৰদৰে তাৰ মনটোত কিবা এট লাজ নাইবা সংকোচে আগুৰি আছিল। সি গোটেই দিনটো কাছাৰীঘৰৰ বাৰান্দাত বহি আছিল। মাজে মাজে চাৰিওকাষৰ মুকলি ঘাঁহনিত ঘূৰি ফুৰিছিল। অমলা আৰু কমলাক সি এবাৰো দেখা নিদিলে।

আজি নৱমী। গতিকে ম'হ বলি হ'ব। পুৱাৰেপৰা আজি প্ৰাসাদৰ উৎসৱে এক নতুন ৰূপ লৈছে। লাল্টু আৰু পল্টু কোনো কাষত নাই। সিহঁতে ঘূৰি ঘূৰি বেলেগ বেলেগ ঠাইত গোসাঁনী চাই ফুৰিছে। নদীৰ পাৰেদি ৰাজপথ আৰু এঠাইত সেই পুৰণি মঠ। মঠৰ কাষেদি পুৰণি দালানৰ পিনে আৰু এটা বাট আছে। সেই বাটেৰে সোণ কালি পগলা দেউতাকৰ লগত পুৰণি দালানৰ পিনে গৈছিল। লগত ৰামসুন্দৰ আছিল। অতি নিৰিবিলি এটা বাট। বাটৰ দুকাষেদি কৰ্মচাৰী বাবুহঁতৰ ইটাৰ একোটা একোটা ঘৰ আৰু অলপ দূৰ গৈ এটা পুৰণি পুখুৰী। পুখুৰীত ক'লা পানী। ক'লা পানীবোৰ দেখি সোণৰ একো ভাব নহ'ল। পুখুৰীৰ পাৰত এজোপা ডাঙৰ আহঁত গছ। গছৰ তলত আশ্ৰম। আশ্ৰমৰ কাষেদি বাটটো আৰু কিমান দূৰলৈকে গৈছে ধৰিব নোৱাৰি। তাৰ মাত্ৰ ধাৰণা হ'ল, এই বাটেৰে গলেই হয়তো বুলতাৰ বিল পোৱা যাব। সেইখন বিলৰ দুপাৰ নেদেখি। বিলত প্ৰকাণ্ড প্ৰকাণ্ড মাছ। মাছৰ কপালত সেন্দূৰৰ ফোঁট। নদীৰ সৈতে বিলৰ পানী লগ লাগিছে। বিলৰ কজলা পানী। সেই পানীত অজস্ৰ ৰূপালী মাছ। পানীৰ মাজত এটা ডাঙৰ টঙিঘৰ। পানীৰ তলত ডুব গৈ থকা এটা ডাঙৰ দ্বীপ আছে। ডাঙৰ

পুখুৰী দেখিলেই সোণৰ মনত পানীৰ তলৰ দ্বীপ এটাৰ কথা মনলৈ আহে। আৰু তাৰ এতিয়া বাৰে বাৰে মনত পৰি আছে অমলাৰ মুখখন। কি যে হৈ গ'ল এইবোৰ! সি বৰদেউতাকৰ সৈতেও বেছি কথা পাতিব পৰা নাই। তাৰ কেৱল পুখুৰীৰ পাৰত আহঁত জোপাৰ ছাঁত বহি থাকিবলৈ মন যায়। অমলাই যেন তাক ৰূপালী মাছৰ খেলা খেলিবলৈ পানীৰ তলৰ বিচিত্ৰ খেলাত সুন্দৰ ৰাজপুত্ৰ সাজি তাক নদীৰ পাৰত এৰি দিছেহি।

সোণহঁত পুৰণি প্ৰাসাদৰপিনে গৈ আছে। পুৰণি প্ৰাসাদ বুলিবলৈ এতিয়া আৰু একো নাই। মাত্ৰ ইঠা-কাঠ-দেৱাল আৰু চূণবালিৰে সজা নাটমন্দিৰ। দেবোত্তৰ সম্পত্তিৰপৰা মন্দিৰত এতিয়াও পূজা:হয়। এই প্ৰাসাদতে বাবুহঁতৰ প্ৰথম জমিদাৰী আৰম্ভ হৈছিল। সেই পূৰ্ব-পুৰুষৰ কি নাম আছিল জানো! সোণে শুনিছিল, এতিয়া পাহৰিলে। বাটে বাটে ৰামসুন্দৰে অন্য এটা হাতীৰ গল্প কৈ গৈছিল। সেই হাতী নদীয়েদি পাৰ হৈ যাওঁতে ভৰিৰ শিকলিত পৰশমণিৰ শব্দ হয়। সেই হাতীয়েই জমিদাৰ বাবুহঁতৰ নচীব সলনি কৰি দিছে। আহঁতৰ তলত বহি ৰামসুন্দৰে এনেবোৰ কিংবদন্তি অতি সুন্দৰকৈ কৈ যাব পাৰে।

সোণে কাছাৰীঘৰৰ বাৰান্দাত টুল এখনত বহি সুন্দৰকৈ দেখা পাই আছে, কাষৰ ঘাঁহনি এখনত নবমীৰ ম'হটোৱে আপোনমনে ঘাঁহ খাই আছে। বলি দিবলৈ ওলোৱা ম'হটোক ল'ৰা-ছোৱালীবিলাকে চাৰিও-ফালৰপৰা বেৰি চাই আছে। অলপ পিছতে ৰামসুন্দৰে ম'হটোক গা-ধুৱাবলৈ লৈ যাব। এবাৰ কটা ম'হ এটা মূৰটোৰ সৈতে বান্ধি কিছুমান মানুহে গাঁৱৰ পথাৰেদি লৈ যোৱা সোণে দেখা পাইছিল। সেইদিনাই হাবিত সি বাট হেৰুৱাইছিল। জীয়া ম'হ সোণে আগেয়ে দেখা নাছিল। ম'হটোৰ ওচৰলৈ যাবলৈ তাৰ ভাল লগা নাই। এবাৰ ভাবিছিল ম'হটোৰ ওচৰলৈ গৈ কাষতে বহি ঘাঁহ খোৱা চাই থাকিবগৈ। ম'হটোৰ পিঠিত এটা শালিকা বহি আছে। পিঠিৰ শালিকাটোলৈ চাই চাই ম'হটোক

ডুগছমান ঘাহ খুৱাই দিবলৈ সোণৰ মন গৈছিল। ম'হটোৱে নাজানে কিছুসময় পিছতে যে তাৰ মৰণ হ'ব।

অমলাই সোণৰ খবৰ লবলৈ দুবাৰ বৃন্দাবনীক পঠাইছিল। দুয়োবাৰেই সোণে কাছাৰীঘৰৰ ভিতৰত সোমাই ক'ৰবাত লুকাই আছিল। বৃন্দাবনীয়ে মাতোঁতে সি একো সহাঁৰি নিদিলে। বৃন্দাবনী হতাশ হৈ উভতি গৈছিল। সোণে শুনিছিল এই বৃন্দাবনীৰ হাততে অমলা আৰু কমলা ডাঙৰ-দীঘল হৈছে। তায়েই ইহঁতক মানুহ কৰিছে। অমলা-কমলাৰ মাক দেখাত অতি সুন্দৰ। তেওঁ সদায় কলিকতাৰ ঘৰত থাকে, তাতে নীৰৱে বহি বহি দিন কটায়। তেওঁ বহি থকা কোঠাটোৰ এখন ডাঙৰ খিৰিকী আছে। সেইপিনে দূৰৰ দুৰ্গৰ ৰেমপাৰ্ট দেখা যায়। ছোৱালী দুজনীৰ জন্মৰ পিছৰপৰা তেওঁ আৰু সেই ঘৰটোৰপৰা বাহিৰলৈ ওলোৱা নাই। দেওবাৰে মাত্ৰ গীৰ্জালৈ ওলাই যায়। কমলাৰ দেউতাকৰ মুখখন দেখিলেও সোণৰ যেন মনটোত কিবা এটা দুখ লাগে। কিবা যেন বিষণ্ণ উদাস! সোণে সেয়ে কমলা আৰু অমলাৰ সৈতে আৰু মিলামিচা নকৰিবলৈ ঠিক কৰিলেও ভিতৰি ভিতৰি সি মনতে এটা দুৰ্বলতা অনুভৱ কৰি আছে। তথাপি হৈ যোৱা ঘটনাটো মনত পৰিলেই তাৰ এতিয়াও ভয় লাগি যায়। অমলাই নিজেও এবাৰ কমলাক লগত লৈ কাছাৰীঘৰ ওলাইছিলহি। সি মনে মনে তাই কোৱা শুনি আছিল। "এই সোণ ক'ত অ', তহঁতে সোণক দেখা নাই। ক'ত আছে?" ৰামসুন্দৰক সোধাত সি কৈছিল, সোণবাবু ম'হৰ কাষত বহি আছিল। অমলাহঁত ম'হৰ ওচৰলৈকো গৈছিল। ম'হে ঘাঁহ খাই থকা ঠাইত এদল ল'ৰা-ছোৱালীয়ে ম'হৰ চাৰিওকাষে বেৰি বহি আছিল। অমলাই সোণক তাত নেদেখিলে।

সোণক সিহঁতে কেনেকৈ পাব? সি দুৱাৰৰ ফাঁকত লুকাই আছে। তাৰপৰাই মনে মনে সি অমলাক দেখি আছে। সি অমলাক মাতিব পৰা নাই। সেই ঘটনাৰ পিছৰপৰাই সি অকলে থাকিবলৈ ভাল পোৱা হৈছে। সি যিমান পাৰে অমলা আৰু কমলাৰপৰা আঁতৰত থাকিবলৈ চেষ্টা কৰিলে। পলাই পলাই পূজাৰ দিনকেটা পাৰ কৰিব পাৰিলেই

নাৱত উঠি গাঁৱলৈ গুচি যাব। তাৰ আৰু একো ভাল নৈলগা হছে। তাৰ মাকলৈ মনত পৰিবলৈ ধৰিলে। মাকৰ ওচৰলৈ সি কেতিয়া কিদৰে যাব, কেতিয়া সি গাঁৱৰ সৰু নদীখনৰ 'ওচৰ পাবগৈ সি নাজানে!

মাজুদেউতাকক সি ওচৰত লগেই নাপায়। তেওঁ কেতিয়া ক'ত থাকে কোনেও গমকে নাপায়। মাত্ৰ মাজে মাজে আহি গা ধোৱাৰ সময়ত নাইবা খোৱা বা শোৱাৰ সময়ত বাকচৰপৰা পেণ্ট-চোলা উলিয়াই দিয়েহি আৰু সোণক সোনকালে লাল্টু পল্টুহঁতৰ সৈতে গা ধোৱা বা আহাৰ খোৱাৰ কাম শেষ কৰিবলৈ নিৰ্দেশ দিয়ে। কাৰণ, উৎসৱৰ ঘৰ, কোনে কাৰ খবৰ ৰাখিব! মাত্ৰ পাত পাৰি বহি যোৱা কথা।

সোণে আনদিনা পুৱা বেলা অন্দৰ মহললৈ গৈ বাবুহঁতৰ ল'ৰা-ছোৱালীৰ সৈতে ঘিঁউ ঢালি সুগন্ধি জহা চাউলৰ ভাত, দালি আৰু আলু কোমোৰা আদি সিজোৱাৰে খাবলৈ বহি যায়। কালি পুৱাই সি পুৰণি প্ৰাসাদ চাবলৈ ওলাই গৈছিল, নহলে ভিতৰত ভাত খাবলৈ গলেই অমলাৰ সৈতে দেখা হৈ গ'লহেঁতেন। আজি ক'লৈকো যাব নোৱাৰি পুৱাৰপৰা পলাই ফুৰিছে। তাক ভাত খাবলৈ কোনোবাই নহয় কোনোবাই মাতিব। বৃন্দাবনী আহিছিল, অমলা আৰু কমলাও আহিছিল। তাৰ ভাত লৈ সৰু ৰাণী চাগৈ বৈ আছে। সোণ সৰু ৰাণীৰ বৰ প্ৰিয় হৈ পৰিছে। তেওঁও সোণৰ খবৰ ল'লে। সোণক:ক'তো বিচাৰি পোৱা নাই। সৰু ল'ৰা-ছোৱালীবিলাকৰ সৈতে ভিতৰত আহি বাল্যভোগ খাবলৈ সি কালিও অহা নাই। ৰাণীয়ে বাৰে বাৰে সোণক বিচাৰি কাছাৰীঘৰলৈ মানুহ পঠাই আছে।

ভূপেন্দ্ৰনাথ পূজামণ্ডপৰপৰা আহোঁতে এঠোঙা সন্দেচ লৈ আহিছিল। তাকে খাই নৱমীপূজা চাবলৈ যাব বুলি সোণে অতি সোনকালে পগলা বৰদেউতাকৰ লগত গৈ নদীত গা ধুই আহি বৈ আছে। পূজাৰ নতুন পেন্টচোলা পিন্ধি আছে। আজি ম'হ বলি হ'ব। ম'হটোৰ শিং দুটা সৰু। সোণে ভাবিলে ম'হটোৰ বয়স কম হ'ব। ম'হটোৱে এতিয়াও ঘাঁহ খাই আছে। ঘাঁহ খাওঁতে খচ্ খচ্ শব্দ হয়। সোণে শব্দটো

শুনি শুনি চাৰিওপিনে চালে। পোৱালি ম'হটোৰ চাৰিওপিনে কি সমাৰোহ! ঘাঁহৰ লগতে নানা ফলমূল ম'হটোক খাবলৈ দিয়া হৈছে। ডিঙিত এডাল ৰঙা জবাৰ মালা। মালা পিন্ধি ম'হটোৱে ঘাঁহনি ডৰাত ৰজাৰ দৰে থিয় হৈ আছে। সৰু সৰু ল'ৰাবোৰে ম'হটোৰ নীলা চকু দুটালৈ চাইছে। বলিৰ সময়ত এই চকু দুটা ৰঙা হৈ পৰিব। সোণে ম'হটোৰ ওচৰৰপৰা গুচি আহি কাছাৰীঘৰৰ চিৰিত উঠিলহি। দীঘলীয়া ঘৰটো পাৰ হৈ নাটমন্দিৰৰ চোতালত ভৰি দিলেই দেখা যাব ৰামসুন্দৰে দুখন দীঘল চিক্‌চিকীয়া বলি-কটা খৰ্গ লৈ বহি আছে। পাঠাছাগলী কিছুমান আৰু এটা ম'হ বলি হ'ব। ৰামসুন্দৰ একে ঠাইতে বহি আছে। নাটমন্দিৰৰ দুমহলাৰ বাৰান্দাত চিক পেলাই ৰখা হৈছে। মহলৰ ভিতৰত থকা বোৱাৰীহঁতে সেই বাৰান্দাৰপৰা বলি কটাৰ নৃশংস দৃশ্য চাব আৰু হে মা কল্যাণী, সুন্দৰী কল্যাণবতী, মহাকালৰ আদ্যাশক্তি ইত্যাদি উচ্চাৰণ কৰিব, হাতযোৰকৈ সেৱা কৰিব, কোনোৱে মাটিত দীঘল দি সেৱা কৰিব।

নৱমী পূজাৰ প্ৰসাদ হ'ব এই বলিকটা পাঠাৰ মাংস, মহাপ্ৰসাদ। পূজা শেষ হ'লেই এটাইবোৰ পাঠা ৰান্ধনি-শাললৈ লৈ যোৱা হ'ব। ডাঙৰ ডাঙৰ টৌ চৰিয়া ধুই মচি থোৱা আছে। ছাগলীৰ ছাল এৰুৱাবলৈ নকুলে তিনিটা মানুহ লগত লৈ ৰান্ধনি-শালৰ পাছফালে বাৰান্দাত ৰছী ওলোমাই ৰাখিছে। বলি শেষ হোৱাৰ লগে লগেই সকলো কাম ধুমধাম আৰম্ভ হয়। ততালিকে প্ৰকাণ্ড কেৰাহীত পাঠাৰ মাংস ৰন্ধা আৰম্ভ হ'ব। কটা ম'হটোক শীতলক্ষাৰ সিপাৰৰ মানুহে বাঁহত আঁৰি লৈ যাব। কটা ম'হ নিবলৈ অহা মানুহবিলাকৰ সৈতে মাজুদেউতাকে লবলগীয়া পইচাৰ হিচাপ কৰিছে।

সোণ ৰামসুন্দৰৰ কাষতে মনে মনে বহি থাকিল। ৰামসুন্দৰে বলি-কটা ৰাম-দাত ধাৰ দি আছে। দুখন ৰাম-দা। একান্তমনে ৰামসুন্দৰে দাৰ দুই পিঠি ধাৰ দিছে। সোণৰ বহুতদিনৰ আগৰ ঘটনা এটা মনত পৰিল। সি সেইদিনা সোণালী বালিৰ নদীৰ চৰত তৰমুজ খেতিৰ মাজত

হেৰাই গৈছিল। ঈছমে ছৈৰ ভিতৰত ধপাত খাই আছিল। সোণে নদীৰপৰা অকণমান মালিনীমাছ এটা ধৰি আনি প্ৰথমে তৰমুজৰ পাত্ৰ এটাত থৈছিল। তাৰপিছত লৰালৰিকৈ মাছটো মৰি যোৱাৰ আগতেই নদীৰ কিনাৰৰ বালিত এটা গাঁত খান্দিছিল আৰু তাত কোৰোকাৰে পানী আনি ঢালিছিল। গাঁতৰ পানীত মাছটো এৰি দি সি ভাবিছিল, মাছটো জীয়াই থাকিব। সি গাঁতটোৰ কাষতে বহি একান্তমনে মাছটো জী উঠেনে নুঠে চাই আছিল। এতিয়া ৰামসুন্দৰেও ঠিক তেনেকৈয়ে নিবিষ্ট মনে ৰাম-দাত ধাৰ ঠিকমতে উঠিছেনে নাই চাই আছে। সি দাখন ঘঁহি ঘঁহি মাজে মাজে আঙুলিত থুই লৈ দাখনত সানি চাই ধাৰ ঠিক হৈছেনে নাই চাইছে। ইমান প্ৰকাণ্ড জীৱ এটা একে ঘাপে কাটি দুটুকুৰা কৰা অতি টান কাম। যেন বিলৰ গভীৰ পানীত ডুব মৰাৰ নিচিনা। ডুব মাৰি আকৌ একে উশাহে উঠি আহিব পাৰিনে নোৱাৰি কোনেও সহজে কৈ দিব নোৱাৰে।

ঠিক দহবজাত বলি হ'ব। চাৰিওপিনে চিঞৰ-বাখৰ হৈছে, সকলো ব্যস্ত, কোনো মনে মনে বহি থকা নাই। মাজুদেউতাক ডুবাৰ ব্যস্তভাৱে সোণৰ কাষেদিয়েই বাৰান্দা পাৰ হৈ গৈছে। ৰামসুন্দৰে ডুবাৰমান মূৰ দাঙি তাৰ পিনে চাইছিল। তাৰ চকুৰ বিস্মিত দৃষ্টি ৰামসুন্দৰে লক্ষ্য কৰিছিল। বৰদাদা, মাজুদাদা আৰু বাবুহঁতৰ ল'ৰাবোৰে দৌৰি দৌৰি ক'ৰবালৈ যাবলৈ ধৰিছে। সিহঁত আহোঁতে যাওঁতে তাক কতবাৰ দেখা পাইছে, কিন্তু তাক এবাৰো মাত দিয়া নাই। নবমীৰ পূজা শেষ হ'লেহে যেন তাক চিনি পাব, তাৰ সৈতে কথা পাতিব। সোণো সেইকাৰণে মনে মনে আছে। তাৰ বৰ ভোক লাগিছে। কাকো কথাটো সি ক'ব পৰা নাই। বাকী সৰু ল'ৰা-ছোৱালীৰ সৈতে আজি পুৱা সি ভাত খাবলৈও নগ'ল। ঘৰত ৰাতিপুৱা তাৰ মাৰভাত খোৱা অভ্যাস। এদিন ফতিমাক ছুই দিয়া কাৰণে মাকে তাক ভাত খাবলৈ দিয়া নাছিল; সেইদিনা সি ভোকতে থাকিব লগা হৈছিল। আজিও ভোকতে তাৰ তেনে অৱস্থাই হৈছে। সোণে মনে মনে বহি বলিকটা ৰাম-দা দুখন চাই আছে! সোণৰ

এবাৰ ৰামদা দুখন চুই চাবৰ ইচ্ছা হৈছিল। কিন্তু ৰামসুন্দৰে দা দুখন একেবাৰে নিজৰ কাষতে সজাই থৈ দিছে। এখন দা পাঠা কাটিবৰ কাৰণে, আনখন ম'হ কাটিবলৈ। সি দা দুখনলৈ অপলক দৃষ্টিৰে চাই আছে। ৰামসুন্দৰৰ চকু-মুখৰ এনে ৰূপ সোণে আগেয়ে কেতিয়াও দেখা নাছিল। ৰামসুন্দৰলৈ চাই সোণৰ ভয় ভয় লাগিল।

দহবজাত বলি আৰম্ভ হ'ব। ঠিক ঘড়ীৰ কাঁটাই কাঁটাই। সকলোৱে ঘড়ীৰ পিনে চাই আছে। মণ্ডপত ডাঙৰ ডাঙৰকৈ মন্ত্ৰ পাঠ হৈছে। তন্ত্ৰধাৰ মন্ত্ৰ অতি খৰকৈ পঢ়ি যোৱা শুনা গৈছে। দহটা ঢাক বজাৰ লগে লগে দহটা বেগ পাইপো বাজিবলৈ আৰম্ভ কৰিব। ঢোলো দহটা বাজিব। সকলো, দহটা, পাঠাও দহটা, মাত্ৰ ম'হ এটা। ম'হটো বলি হ'ব, কি ৰূপ তাৰ! সোণে মনে মনে ভয়তে যেন বিবৰ্ণ হৈ পৰিছে। ম'হ বলিৰ কথা মনলৈ আহিলেই তাৰ বুকুখন কঁপি উঠে, ঠিক সেই নিশা বুকু কঁপাৰ দৰে—লুকাভাকু খেলিবলৈ গৈ, আধা ভঙা শেলুৱৈ ধৰা ইটাৰ দেৱালৰ কাষত এটা পুৰণি পৰিত্যক্ত ঘৰত সি আৰু অমলা সোমাইছিল, এটা কাউৰীয়ে তেতিয়া কা কা শব্দ কৰিছিল, ৰাতি কাউৰীয়ে মতা ভাল নহয়, অমঙ্গলৰ চিন, আৰু অমলাই গোটেই সময়খিনি তাক লৈ কিবোৰ কৰিছিল……! দাখনত বঢ়িয়াকৈ ধাৰ উঠিছে বুলি ভাবি নিশ্চিত হৈ ৰামসুন্দৰে গোফ কোচা মোহাৰি আছে।

এই ৰামসুন্দৰে আজি ম'হ বলি দিব। আজি পুৱাৰেপৰা সি এটা বেলেগ মানুহ হৈ পৰিছে। অতি পুৱাতেই সি নদীত গা ধুই আহিছে। মুৰৰ টিকনিত জবা ফুল বান্ধি লৈছে। ঘৰৰপৰা আহোঁতেই ভালকৈ এচিলিম ভাং খাই আহিছে। সি এতিয়া আসন এখনত পদ্মাসন কৰি বহি আছে। ৰাম দা দুখন কাষতে। সময় হোৱাৰ লগে লগেই সি দা দুখন কান্ধত তুলি লৈ মণ্ডপৰপিনে বেগাই আগুৱাই যাব। দাৰ মুৰত একোটা ৰঙা চকুৰ দৰে সেন্দুৰৰ ফোঁট দি লব। তাৰপিছত আৰু কাৰ সাধ্য ৰামসুন্দৰৰ ওচৰ চাপে!

সি সোণক তাৰ কাষত মনে মনে বহি থকা দেখি যেন সামান্য বিৰক্তিৰে

ক'লে, সোণকৰ্তা এতিয়া যাওক। মই দেৱীৰ ধ্যানত আছোঁ। তাৰপিছত আৰু কোনো কথা নাই। ৰামসুন্দৰ গুম মাৰি বহি ৰ'ল। ইমান ডাঙৰ প্ৰাণী এটা একে ঘাপে দুছেও কৰিব লাগিব। ইমান মোটা ডিঙি ম'হটোৰ! কিচ্ কিচ্‌কৈ ক'লা, শকত-আৱত ম'হ। দহ-পোন্ধৰটা মানুহেও কোনো ৰকমে ধৰি চম্ভালিব নোৱাৰে যিটো ম'হ, তাক একে ঘাপে কাটিব লাগিব! ম'হ ধৰা মানুহবিলাক এটা দুটাকৈ আহিবলৈ ধৰিলে। এটাইকেইটা মানুহ আহি গোট খাই বহিলহি; সকলোৱে ভালকৈ ভাং খাই ললে। তাৰপিছত এটা তীব্ৰ চিঞৰ মাৰি প্ৰত্যেকেই হাত ওপৰলৈ তুলি বহাৰপৰা থিয় হ'ল। সোণ তেতিয়াও তল মূৰকৈ বহি আছে। কোনো লৰচৰ নাই। কিয় জানো, মানুহবিলাকৰ আচৰণ দেখি পাছফালে দেৱালৰপিনে সি মুখখন ঘূৰাই দিলে। দেৱালখনত নানাৰকম যাঠি, জোং, ঢাল, তাৰোৱাল আঁৰি থোৱা আছে। নাটমন্দিৰৰ এই বাৰান্দাতে ৰামসুন্দৰ দিনে-নিশাই পৰি থাকে। তাৰ হাতত নানান চিকাৰৰ ছবি। তাৰ গাত সি কিছুমান বাঘ-ভালুকৰ ছবি আঁকি থৈছে। সি যিমানবাৰ বাবুহঁতৰ লগত ভাওৱালৰ গজাৰি হাবিত বাঘ চিকাৰলৈ গৈছে তিমানবাৰেই ঘূৰি আহোঁতে নাৰায়ণগঞ্জত বুকু, পিঠি বা বাহুত উল্কি লগাই আহিছে। সি এতিয়ালৈকে কেইটা বাঘ, কেইটা হৰিণ নাইবা ধনেশ চৰাই চিকাৰ কৰিছে তাৰ গালৈ চালেই বুজা যাব। সোণে মাজে মাজে ৰামসুন্দৰক অকলে দেখিলে জুখি জুখি সেইবোৰ গণি চায়। ৰামসুন্দৰে হাত ওপৰলৈ তুলি কাষলতি দেখুৱাই সোণক কয়, বাপু চাওক, ইয়াত এটা বাঘ আছে। বাঘটোক কাষলতিৰ তলত সুমাই ৰাখিছোঁ।

সোণে ক'লে, তাত কিয় লুকাই ৰাখিছে?

—বাঘটোৰ সৈতে মোৰ খুব প্ৰেম।

—প্ৰেম কি?

—আপোনাৰ বিয়া হলে বুজিব সোণকৰ্তা।

—যাওক! সোণে ৰামসুন্দৰৰ গাত ঠেলা মাৰি দিলে। তাৰপিছত

ক'লে, মোক এটা হৰিণাৰ পোৱালি আনি দিব ? সোণৰ ধাৰণা, বনলৈ গলেই হৰিণাৰ পোৱালি ধৰিব পাৰি। বাবুহঁতৰ চিৰিয়াখানা ৰামসুন্দৰেই গঢ়ি তোলা। চিৰিয়াখানাৰ বাঘ, কুম্ভীৰ আৰু হৰিণাযোৰা, সকলো এই মানুহটোৰ কাৰণেই হৈছে। ৰামসুন্দৰেই জন্তুবোৰ আনি পোহ মনাইছে। সোণে আকৌ ক'লে, বনলৈ গ'লে ধৰি আনিবতো ?

—আনিলে, ৰাখিব ক'ত ?

ঘৰলৈ লৈ যাম।

—কি খুৱাব ?

—ঘাঁহ খুৱাম।

ঘাঁহ খাব নোখোজে। বনৰ পৰা ধৰি অনাৰ পিছত সিহঁতৰ বৰ খং উঠি থাকে।

—খং কিয় কৰে ?

—হাবিৰ জীৱ, হাবিলৈ যাব খোজে।

—অমলা আৰু কমলাৰ, হৰিণা আছে। সিহঁতে খং নকৰে কিয় ?

—অমলা কমলা দিদিমণিহঁতৰ মুখ দুখন কিমান ধুনীয়া দেখা নাই ? কি সুন্দৰ চকু তেওঁলোকৰ ! গাৰ ৰং কি ? তেওঁলোকে মাত দিলে কাৰ খং উঠিব ! আপোনাৰ খং উঠিবনে ? তেওঁলোকে মাতিলে লগ লবৰ মন নাযায় ? মৰম লাগি নাযায় ?

—যাওক, আপুনি মাত্ৰ বেয়া কথা কৈ থাকে। সেইদৰে অনবৰত স্ফূৰ্তি কৰি থকা মানুহটো এতিয়া গুম্ মাৰি বহি আছে। মুখত কোনো কথা নাই। আনকি তাৰ ওচৰলৈ আহিবলৈ কাৰো সাহস হোৱা নাই। কপালত এটা প্ৰকাণ্ড ৰঙা চন্দনৰ ফোঁট। তাৰ কালৈকো ভ্ৰূক্ষেপ নাই। অমলাৰ দেউতাক মাজুকৰ্তা এবাৰ এইপিনে আহিছিল। আনকি তেওঁও ৰামসুন্দৰক এইদৰে ভৰি মেলি বহি থকা দেখি তাৰপৰা আঁতৰ হ'ল। তাৰ চকু দুটা জবা ফুলৰদৰে ৰঙা হৈ পৰিছে। পুৱাৰপৰা মাজে মাজে কাষৰ ঘৰটোত সোমাই মনে মনে কিবা এটা খাই আছে। উৎকট গোন্ধ সি খোৱা বস্তুবোৰৰ। সোণে দুবাৰ পলই পলাই ঘৰটোত সোমাই চাইছিল।

সি এতিয়া মণ্ডপৰ তলত থিয় হৈ আছে। বাঁওপিনে ফুলকটা ওলোমা লণ্ঠনৰ কাষত জ্বলালি পাৰ এটা পৰি কেতিয়াবাৰপৰা কোৰ কোৰ কৰি আছে। ওলোমা লণ্ঠনৰ আইনাত সি তাৰ মুখখন চাবলৈ চেষ্টা কৰিলে। বত্তাহত আইনাৰ মণিবোৰ আৰু পাথৰবোৰ লৰি আছে। ঠিক পখিলাৰ দৰে ফুলকটা আইনাৰ মণিবোৰ দুলি দুলি নাচি আছে আৰু জুন্ জুন্ শব্দ কৰিছে। সেই জুন্ জুন্ শব্দত চকিত হৈ সি ওপৰলৈ মুখ তুলি চাওঁতেই দেৱীৰ মুখখনত তাৰ চকু পৰিল। দেৱীয়ে যেন ডাঙৰ ডাঙৰ চকুদুটাৰে তাৰ পিনে চাই আছে। সি অতি ভয়ে ভয়ে আহি কাষৰ দেৱালত গা ঘঁহাই থিয় দিলেহি। তাৰপৰাই সি লাহেকৈ ক'লে, মা দুৰ্গা, মোৰ বৰদেউতাক ভাল কৰি দিয়াঁ। সি অমলা-কমলাৰ দৰে কথা কেইটা উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিলে। ভয় লাগিলেই সি কিতাপৰ ভাষাত নাইবা বৰমাকে কোৱা ভাষাত ক'বলৈ চেষ্টা কৰে।

ৰংচঙীয়া সজ্জাৰে গোসাঁনীৰ মুখখন জিকমিকাই আছে। ধূপৰ ধোঁৱাত গোসাঁনীৰ মুখ আৰু নাকৰ নোলক কঁপি কঁপি উঠা যেন লাগিছে। গোসাঁনীয়ে হাতৰ ত্ৰিশূল অতি জোৰে মুঠি মাৰি ধৰি আছে। মাজুদেউতাই গৰদৰ কাপোৰ পিন্ধি সুৰ লগাই চণ্ডীপাঠ কৰিছে। পুৰোহিতে চাৰিওপিনে ফুল-বেলপাত ছটিয়াইছে। ভাগে ভাগে সজাই থোৱা ভোগ-নৈবেদ্য আৰু ফলমূলৰ সুগন্ধি বিয়পি পৰিছে। বলিৰ সময় আসন্ন প্ৰায়। ঢাক দহোটা একেলগে বাজিবলৈ আৰম্ভ কৰিলে। ইতিমধ্যে মানুহকেইটামানে ম'হটো আনিবলৈ গৈছে। গোসাঁনীৰ চকু দুটা যেন ক্ৰমে আৰু বেছি ৰঙা হৈ উঠিছে। সোণে যেনেকৈ পাৰে ম'হ বলি চাবৰ কাৰণে ভাল ঠাই উলিয়াই লবলৈ চেষ্টা কৰিছে। সি দেৱালখনত পিঠিৰে জোৰে হেঁচা মাৰি থিয় দি আছে, অকণো লৰচৰ কৰিব পৰা নাই।

প্ৰথমেই ৰামসুন্দৰে দুঘাপত দুটা পাঠা পোৱালি কাটি পেলালে। সোণে চকু দুটা মুদি দিলে। অলপ পিছতে চকু মেলি দিয়াৰ লগে লগে সি দেখিলে ছাগলীপোৱালি দুটাৰ গা, ছাল আৰু ঠেংকেইখনে কঁপি কঁপি

আচাৰি আচাৰি আছে। সি মনতে এইবাৰ ক'লে, মা দুৰ্গা, মই আৰু তেনে কাম কেতিয়াও নকৰোঁ!

সোণে প্ৰকাণ্ড খুটা এটাৰ আঁৰত থিয় হ'লগৈ। ওপৰত দুমহলাৰ বাৰান্দাত চিক পেলোৱা আছে। বাবুহঁতৰ পৰিবাৰসকল আৰু দাসী-বিলাকে সেই চিকৰ আৰৰপৰা তললৈ চাই আছে। তেওঁলোকে বলি চাবলৈ তাত আহি জুম বান্ধিছেহি। সোণে ক'লৈ যাব একো ভাবি পোৱা নাই। ভয়তে সি লৰচৰ কৰিব নোৱৰা হৈছে। কেনিও যাব নোৱৰা হৈছে। দেৱীয়ে অনবৰত যেন তাৰপিনেই ৰক্তনেত্ৰে অপলক দৃষ্টিৰে চাই আছে।—দেৱীয়ে যেন তাক ক'ব খুজিছে, তই কি কৰিলি সোণ, এইটো তই কি কাম কৰিলি!

সি আকৌ মনতে ক'লে, মই একো কৰা নাই মা!

আগৰদৰেই বতাহ বলি আছে! ফুলাম কঁঠাৰ ফুলৰদৰে গোসাঁনীয়ে মূৰত পিন্ধি থকা বৰফিৰ আকাৰৰ আইনাৰ সৰু সৰু মণিবোৰ বতাহত দুলি দুলি জিলিকি আছে, জুন জুন কৰি বাজিছে। জালালি পাৰটোৱে ঝুলনলণ্ঠনটোৰ ওপৰত বহি নীৰৱে পাঠা বলি দিয়া চাই আছে। তলত মানুহবিলাকৰ কাৰণে থিয় দিবলৈকে ঠাই নাই। কিন্তু পাৰটোৱে সুন্দৰকৈ ঠাই কৰি লৈছে। গোটেই পূজামণ্ডপ, চাৰিওপিনে বাৰান্দাত সকলোতে মানুহৰ ভিৰ। ওপৰত দুমহলাৰ বাৰান্দাতো চিকৰ সিফালে তিৰোতামানুহ জমা হৈ আছে। এই ভিৰৰ মাজত অমলা আৰু কমলাই কিন্তু পাঠা বলি দিয়া চোৱা নাই। সিহঁতে চাৰিওপিনে সোণক বিচাৰিবলৈ ধৰিলে। ক'লৈ যে গ'ল ল'ৰাটো!

সোণে জানে, এতিয়া তাক সিহঁত দুজনীৰ কোনেও দেখা নাপায়। তাৰ সন্মুখৰ মানুহবিলাকে তাক ঢাকি ৰাখিছে। আনকি এতিয়া দুৰ্গাগোসাঁনীয়েও তাক দেখি থকা নাই। সি মনে মনে মানুহৰ মাজে মাজে ভিৰ ঠেলি ঠেলি তাৰপৰা ওলাই যাবলৈ চেষ্টা কৰি চিৰিটোৰ মুখত থিয় হোৱাৰ লগে লগেই কোনোবাই তাৰ হাত এখনত থাপ মাৰি

ধৰি পেলালে। "মইনাটো!" বুলি মানুহজনে তাক কান্ধত তুলি লৈ থিয় হৈ থাকিল।

সেই সময়তে ম'হটোক টানি টানি অনা হৈছে। চাৰিওপিনৰ ধূপ-ধূনাৰ গোন্ধ বিয়পি পৰিছে। দুৰ্গাগোসাঁনীৰ মুখখন ধোঁৱাৰ মাজত অস্পষ্ট হৈ পৰিছে। কিন্তু ম'হটোৱে যেন গোসাঁনীক ভালকৈ দেখা পাইছে। গোসাঁনীৰ নাকত ডাঙৰ নোলক দুলি আছে। কি অপাৰ মহিমা গোসাঁনীৰ দুচকুত! ম'হটোৱে যেন দেৱীক আৰাধনা কৰিছে,— সেই ভাবত মুৰ তুলি চালে। তেনেতে কুৰি-পঁচিছটা মানুহে ম'হটোক ঠেলি ঠেলি বলিকাঠৰ মাজলৈ লৈ গ'ল। ম'হটোৰ ভৰিকেইখনত ৰছী বন্ধা আছে। ডিঙিটোৰ ৰছীডাল টান মাৰি, জিভাখন উলিয়াই দি, চাৰিটা মানুহে ম'হৰ ঠেঙত বন্ধা ৰছীকেইডাল আজুৰি আজুৰি টান মাৰি দিলে, লগে লগে ম'হটো শোৱাৰদৰে পৰি গ'ল। তাৰ জিভাৰপৰা লেলাৱতি ওলাল। গোঁ গোঁ শব্দ এটা হ'বলৈ ধৰিলে। দুটামান মানুহে ম'হৰ ডিঙিটো হেঁচি ধৰিলে। শব্দটো বন্ধ হৈ গ'ল। ম'হৰ কোনো আৰ্তনাদ মানুহে শুনিবলৈ নাপালে।

ঢাকবোৰ অতি জোৰে বাজিবলৈ ধৰিছে। তাৰ শব্দ চৌকাষৰ দালানৰ ইটাৰ বেৰত গম্‌গমাই উঠিছে। সেই শব্দত ঘৰ-দুৱাৰ-প্ৰাসাদ, প্ৰবল ম'হটো আৰু সকলো যেন চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে। দুৰ্গা-গোসাঁনীৰ মুখমণ্ডল জ্বলমল কৰি উঠিছে। দেৱীৰ সমুখত অবিৰাম ৰক্তপাত হৈছে। এটাৰ পিছত এটাকৈ পশু বলি হৈ আছে। মাজু-দেউতাই বলিৰ ছাগলীৰ মুৰবোৰ নি নি পূজাৰ মণ্ডপত বেদীৰ কাষত সজাই থৈছেগৈ। ঘিউৰ চাকি জ্বলাই মূৰবোৰৰ ওপৰত থোৱা হৈছে। বাকী এটাইবোৰ বলি শেষ হোৱাৰ পিছত ম'হ বলি হোৱাৰ নিয়ম। বাদ্যবাদকসকলে নাচি নাচি বাদ্য বজাইছে। হাত তুলি সকলোৱে জয়ধ্বনি কৰিছে, দুৰ্গামাই কি জয়! শ্ৰীশ্ৰীচণ্ডী মাতা কি জয়! মা অন্নপূৰ্ণা কি জয়! আদ্যাশক্তি মহামায়া কি জয়! অসুৰবিনাশিনী, মধুকৈটবংশহাৰিণী কি জয়! ৰামসুন্দৰে খৰ্গখন হাতত লৈ ধীৰে ধীৰে আগুৱাই আহিল।

প্ৰতিমাৰ মুখখনি কঁপি উঠিল। যেন গোসাঁনী এতিয়া মহিষমৰ্দিনী, মহিষৰ ৰক্তপান কৰিবলৈ দেৱীয়ে যেন খৰ্গ হাতত লৈ নিজেই নামি আহিব!

ম'হটোক ঠেলি, ঠেঙত ৰছী বান্ধি টানি, বলিশালৰ মাজত পেলাই লৈ মানুহবিলাকৰ কিছুমানে তাৰ গাৰ ওপৰত হেঁচি বহি ললে। তম্বুৰ খুটিত ৰছী বন্ধাৰ দৰে চাৰিটা মানুহে চাৰিডাল ৰছীৰে ম'হটোক উঠিব নোৱৰাকৈ আঁতৰৰপৰা টানি ধৰি থাকিল। ওপৰত উঠা মানুহকেইটাৰ হেঁচাত ম'হটোৰ ডিঙিটো দীঘলীয়াকৈ মেল খাই গৈছে। ডিঙিৰ ক'লা ছামৰা প্ৰায় নীলা ৰঙৰ নিচিনা হৈ উঠিছে। সিৰাবোৰ যেন এতিয়া ফাটি যাব, এনে হৈছে। ডিঙিত আকৌ ঘিউ ঘঁহা আৰম্ভ হ'ল। সোণে উঁকি মাৰি চাই আছে। কোনে তাক কান্ধত তুলি লৈছে মানুহৰ ভিৰৰ মাজত সেইপিনে চাবলৈ অৱকাশ নাই। চিৰিৰ কাষত সিও এতিয়া চিকৰ আঁৰত পৰিছে। সি এতিয়া অপলকভাৱে দেৱীৰ মুখখন দেখি আছে। ৰামসুন্দৰ ধীৰে ধীৰে খৰ্গ হাতত লৈ আগুৱাই আহি গোসাঁনীৰ সমুখত সাষ্টাঙ্গে পৰি গ'ল। ৰামসুন্দৰে চিঞৰি মাতিবলৈ ধৰিলে, মা, মোৰ মা, তই মা অন্নপূৰ্ণা, তোৰ কিযে কৰুণা মা!—সেইবুলি কৈ ৰামসুন্দৰে হাওঁহাওঁ কৈ কান্দিবলৈ ধৰিলে। সোণে এইবোৰ দেখি অবাক হৈ গৈছে। জুমুঠি খেৰেৰে গঢ়া এই প্ৰতিমা চিকুটি দিলেই ৰঙ মাটি এৰাই আহিব। সেই প্ৰতিমাৰ এতিয়া কি মাহাত্ম্য, বাবুহঁতকে ধৰি আটাইবোৰ মানুহ প্ৰতিমাৰ সন্মুখত হাতযোৰকৈ বহি আছে। পুৰোহিতে ঘণ্টা বজাই ৰামসুন্দৰক ফুল-বেলপাত দিলে। ৰামসুন্দৰ ম'হটোৰ ওচৰত আহি থিয় হ'লহি। ম'হটোৱে তাৰ নেজডাল কোচাই আছে। মানুহ এটাই বেণীগথা চুলি একোচাৰ দৰে নেজডাল মোকোটাই ধৰিলে। নেজৰ আগটো কঁপি আছে।

ৰামসুন্দৰে আকৌ এবাৰ চিঞৰি উঠিল, মা, মা, তোৰ কি যে লীলা মা, মা! সেইবুলি কৈ থকাৰ লগে লগে সি এবাৰ তাৰ হাতৰ খৰ্গখন ওপৰলৈ তুলি ধৰিলে। বেছি ওপৰলৈ নহয়, মাত্ৰ এহাতমান ওপৰলৈ তুলি ঘাপটো বহুৱাই দিলে। সোণে দেখিলে, খৰ্গখন তাৰ চকুৰ আগত

তুলি উঠি হঠাৎ অদৃশ্য হৈ গ'ল।— কি যে হৈ গ'ল! ম'হৰ মূৰটো এপিনে আৰু গাটো আনপিনে বাগৰি পৰিল। কলহৰপৰা পানী ওলোৱাৰদৰে ম'হৰ কটা ডিঙিয়েদি সৰ সৰকৈ তেজ ওলাবলৈ ধৰিলে। মাজুদেউতাই ম'হৰ মূৰটো নিজৰ মূৰৰ ওপৰৰ তুলি ললে। তেওঁ যে কি শক্তিশালী মানুহ, দেৱীৰ ওচৰত কি মহাপাশত তেওঁ আবদ্ধ, সোণে যেন সেইকথা ভালদৰে এতিয়া উপলব্ধি কৰিলে। তেওঁ মূৰৰ ওপৰত ম'হৰ কটা মূৰ লৈ গোসাঁনীৰ ওচৰলৈ আগুৱাই গ'ল।

দৰাচলতে ৰামসুন্দৰে খৰ্গ ওপৰলৈ তোলোঁতেই সোণে চকু মুদি দিছিল। অলপ সময় পিছতে যেতিয়া চকু মেলিলে তেতিয়া ইতিমধ্যে মাজুদেউতাকে মূৰত ম'হৰ কটা মূৰ তুলি আগলৈ খোজ লৈছে। সোণক কান্ধত তুলি লোৱা মানুহটোৱে এতিয়া সোণক নমাই থৈ ম'হটোৰ তেজ ধৰিবলৈ সৰু বাটি এটা লৈ বেগাই বলিশালৰ ওচৰলৈ গ'ল। মানুহবিলাকে সেই বলিশালৰ ঠাইখিনিত জুমুৰি দি ধৰিছে। সকলোৱে কপালত ফোঁট ললে। মা ঈশ্বৰী করুণাময়ী! চিকুটি দিলে গাৰপৰা ৰং মাটি চপৰা-চপৰে এৰাই আহিব। খেৰ-বাঁহেৰে সজা প্ৰতিমা, তথাপি কিন্তু বেছ খেল দেখুৱালি! পগলাঠাকুৰে হঠাৎ মানুহবিলাকৰ এই উন্মত্ত অৱস্থা দেখি হাঁহি হাঁহি বাগৰি পৰিছে। সোণে মানুহৰ ভিৰৰ মাজত বৰদেউতাকক দেখা পোৱা নাই। সৰু বাটিত নাইবা যিবিলাকে বাটি অনা নাই তেওঁ-লোকে কচুপাত বা কলপাতত বলিকটা ম'হৰ তেজ গোটাই লবলৈ কাঢ়া-আজোৰা লাগিছে। তেজ লোৱা মানুহবিলাকৰপৰা সোণ অলপ দূৰত থাকিবলৈ চেষ্টা কৰিলে। মানুহবিলাকে বলিয়াৰদৰে হাতে-ভৰিয়ে তেজ সানি দৌৰাদৌৰি কৰিছে। সোণে ভয়ে ভয়ে ভিতৰলৈ যোৱা চিৰিটোৰ কাষত এটা খুটাৰ আঁৰত থিয় হৈ আছে। সি তাৰপৰা চাৰিওপিনৰ দৃশ্য চাবলৈ ধৰিলে। এইবোৰ দেখি দেখি সি পেটৰ ভোকৰ কথা একেবাৰে পাহৰি গ'ল। সি নিজেও বৰ অসহায় যেন অনুভৱ কৰিলে। তাৰ মাকলৈ মনত পৰিল। কিমানদিন সি মাৰ কাষত শোৱা নাই! মাকৰ কাষত নুশুলে তাৰ ভালকৈ টোপনিয়েই নাহে। মাকৰ

গাৰ ওপৰত ভৰি এখন তুলি দি কাষ বালিচবদৰে মাকৰ গাটো সাৱটি মুগুলে তাৰ ভালকৈ টোপনি নাহে। সি মনতে মাকক লগ পাবলৈ ভীষণ উৎকণ্ঠিত হৈ উঠিল। মাকলৈ মনত পৰিনে বৰকৈ ভোক লগাৰ কাৰণে, ক'ব নোৱাৰি, সোণে হঠাৎ খুটাটোৰ আঁৰত থিয় হৈ ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। পুৱাৰেপৰা সি প্ৰায় একো খোৱা নাই। মুখখন তেনেই শুকাই আছে। তাৰ চাৰিওপিনে ইমান মানুহ, কিন্তু কাকো সি একো ক'ব নোৱাৰে। সি আজি মাজু দেউতাককো একো ক'বলৈ সাহ কৰা নাই। বৰদাদাই আৰু মাজুদাদাই তাক অলপো লগ নিদিয়ে। ম'হ বলি হৈ যোৱাৰ পিছতে সিহঁত বাবুহঁতৰ ল'ৰাবিলাকৰ লগত আকৌ অদৃশ্য হ'ল। ৰান্ধনিশালত এতিয়া দহটা পাঠাৰ মাংস ৰন্ধাৰ কাম আৰম্ভ হৈছে। মহাপ্ৰসাদ প্ৰস্তুত হোৱাৰ লগে লগেই ডাঙৰ চোতালত পাত পৰা হ'ব। সকলোৱে একেলগে খাবলৈ বহিব। সোণেও তেতিয়া খাবলৈ যাব। সি খুটাৰ আঁৰতে থিয় হৈ কেতিয়া সেই খোৱাৰ সময় হয় তালৈ বাট চাই থাকিল। আৰু মাজে মাজে মাকলৈ মনত পৰি সি কান্দি থাকিবলৈ ধৰিলে।

তেনেতে সি চিৰিয়েদি বেগাই কোনোবা নামি অহা শব্দ শুনিলে। সি ঘূৰি চাই দেখিলে, অমলা আৰু কমলা। সিহঁত নামি আহি তাক দেখি থমকি ৰ'ল। সোণ, তই ফোঁট নললি? সিহঁতে সুধিলে।

—নাই নললোঁ। সি ক'লে।

—আহ, ফোঁট লবি আহ। সেইবুলি অমলাই ক'ৰবাৰপৰা তেজ জমাই থোৱা সৰু বাটি এটা আনি তাৰপৰা সোণৰ কপালত ফোঁট এটা দি দিলে। অমলাই ক'লে, এইটো দিনত ফোঁট নললে তই ডাঙৰ হবি কেনেকৈ? তোৰ পুণ্য কেনেকৈ হ'ব? কিন্তু সোণে মুখেৰে একো নামাতিলে। কিছু আন্ধাৰ হৈ থকা ঠাই এটুকুৰাত সি থিয় হৈ আছে। সি মাত্ৰ সিহঁত দুজনীলৈ চাই আছে। দুইজনীয়ে জৰিৰ কাম কৰা ফ্ৰক পিন্ধিছে। হাতত সৰু দামী ঘড়ী আৰু বালা। সৰু আঙলিত হীৰাৰ আঙঠি। গাত পদুম ফুলৰদৰে আতৰৰ সুবাস।

সেই অস্পষ্ট আন্ধাৰ ঠাইত থাকিলেও অমলাই সোণৰ চকুদুটালৈ চাই ধৰিব পাৰিলে, সি কান্দিছিল। তাই সুধিলে, কি অ', তোক আমি সেই পুৱাৰ পৰা বিচাৰি আছোঁ। তই ক'ত আছিলি?

সোণে কোনো উত্তৰ নিদি থিয় হৈ থাকিল। কমলাই ক'লে, ব'ল তোক সৰু খুৰীয়ে মাতিছে। সোণে ক'লে, মই ম'হ বলি দিয়া কেতিয়াও দেখা নাছিলোঁ। অমলাই ক'লে, তই কান্দিছিলি নহয়?

—যাহ্ মই কিয় কান্দিম!

—তই ঠিক কান্দিছিলি, মই দেখা পাইছোঁ। সোণে ধৰা পৰিছে বুলি ভাবি ক'লে, ফোঁট ললে মোৰ আৰু কোনো পাপ নাথাকে নহয়?

—নাথাকে। অমলাই সোণৰ কান্ধত তাইৰ হাত এখন থৈ ক'লে, সোণ এইপিনে আহচোন। সেইবুলি তাই সোণক অলপ ভিতৰৰ পিনে টানি লৈ গ'ল। তাই সুধিলে, কি অ' কাকো কোৱা নাইতো!

—নাই কোৱা।

—তই মোক পেহী বুলি মাতিবি বুজিছ। মইতো তোতকৈ বহুত ডাঙৰ।

—পেহী বুলি মাতিবলৈ মোৰ লাজ লাগে।

—তথাপি তই মোক পেহী বুলি মাতিবি। মান কৰি কথা কবি। বুজিছ। সোণে একো উত্তৰ নিদিলে।

—আজি সন্ধ্যা ছাদৰ ওপৰলৈ এবাৰ আহিবি!

ধেৎ!— সেইবুলি কৈয়েই সোণ তাৰপৰা দৌৰ মাৰি গুচি গ'ল।

নাটমন্দিৰত কটা ম'হটো তেতিয়াও পৰি আছে। মণ্ডপত দহটা পাঠাৰ মূৰ আৰু সেইকেইটা মূৰৰ মাজতে ম'হৰ মূৰটো। মূৰবোৰৰ ওপৰত জ্বলি থকা চাকিবোৰৰ দুই এটা নুমাই গৈছে। মূৰৰ চকুবোৰে যেন দেৱীৰ পিনে চাই আছে। এতিয়া মানুহৰ ভিৰ তেনেকৈ নাই। বলিশালত তেজৰ চিন নাই। ধুই মচি পৰিষ্কাৰ কৰি পেলোৱা হৈছে। সোণে পোনেই পুখুৰীৰ পাৰলৈ গুচি আহিল। ৰ'দ ভালকৈ উঠিছে। ৰাতিপুৱাতে এজাক বৰষুণ দিছিল, শৰতকালৰ বৰষুণ। বৰষুণ জাকত তিতি গছ-লতা, পাত,

চৰাই সকলো সজীৱ হৈ উঠিছে। তথাপি কিয় জানো, সোণৰ একো ভাল লগা নাই। সি তেনেতে দেখা পালে, পগলা বৰদেউতা ম'ৰা চৰাইৰ ঘৰটোত বহি আছে। উত্তৰৰ আকাশত এচপৰা ক'লা মেঘ। সেই মেঘ দেখি ম'ৰা চৰাই কেইটাই পেখম মেলিছে। পগলা বৰদেউতাই ম'ৰাই চালি ধৰা চাই তন্ময় হৈ আছে।

সোণে মাত দিলে, বৰদেউতা! মণীন্দ্ৰনাথে সচকিত ভাবে ঘূৰি চালে। তেওঁৰ মুখত যেন কিবা এটা দোষী দোষী ভাব। সোণে অৱশ্যে সেইবোৰ লক্ষ্য কৰা নাই। সি মনে মনে ক'লে, ব'লক, ঘৰলৈ যাওঁগৈ। তাৰ যে ভাল লগা নাই সেই কথাটো অৱশ্যে নক'লে।

কিন্তু মণীন্দ্ৰনাথে সোণৰ মুখলৈ চাই বুজি পালে, সি একো খোৱা-বোৱা কৰা নাই। ভোকত তাৰ চকু-মুখ সোমাই গৈছে। তেওঁ লৰা-লৰিকৈ বহাৰপৰা উঠিল আৰু সোণক লগত লৈ পোনে পোনেই ৰান্ধনি-ঘৰত সোমালগৈ। তেওঁ কোনো পিনে নাচালে! নিজে নিজেই দুখন কলপাত আনি পাৰি ললে। মাটিৰ গিলাচত দুগিলাচ পানী আনি ললে। তাৰপিছত বাৰান্দাইদি গৈ ঠাকুৰক হাতেৰে ইঙ্গিত দি মাতিলে।

নকুলে বুজিলে, পগলা ঠাকুৰে ভতিজাকক ভাত দিবলৈ কৈছে। মহাপ্ৰসাদ এতিয়াও চৰুৰপৰা নমাই নাই। চোতালত দীঘল দীঘল শাৰীকৈ পাত পৰা হৈছে। নকুলে সোণক তালৈ উঠি যাবলৈ ক'ব পাৰিলেহেঁতেন। কিন্তু মণীন্দ্ৰনাথ যেতিয়া নিজে আহিছে তেওঁক নিদিয়াকৈ থকাৰ কাৰ সাধ্য আছে। নকুলে নিজেই আনি পাতত ভাত বাঢ়ি দিলে। পগলাঠাকুৰে একান্তমনে ভাত সানি সানি ডাঙৰ গৰাৰে সোণক ভাত খুৱাই দিলে। মাজে মাজে পানী খুৱাই দিলে; নিমখ সানি দিলে। সোণৰ ভাতখিনি খাই ভাল লাগিবৰ কাৰণে তেওঁ যি কৰা উচিত সকলো কৰিলে।

কিন্তু সোণৰ অলপ খায়েই হঠাৎ আৰু খাবৰ মন নোযোৱা হ'ল। মণ্ডপৰ কাষত পৰি থকা ম'হটোৰ কথা হঠাৎ তাৰ মনত পৰি গ'ল। সেই কুৎসিৎ দৃশ্যৰ সৈতে এতিয়া খাবলৈ দিয়া পাঠাৰ মাংসৰ আঞ্জা দুয়োটা

মিলি তাৰ যেন কিবা ঘিণ ঘিণ লাগিল। তাৰ বমি বমি লাগি গ'ল। সি বহাৰপৰা উঠিল।

কিছুসময় পিছত মাজুদেউতাও ভাত খাই আহি বিচনাত বাগৰ দিলেহি। কিন্তু সোণে মাজুদেউতাকৰ লগত শুবলৈ নগ'ল। পগলা বৰদেউতাকে বাৰান্দাৰ ইজিচেয়াৰখনত দীঘল দি আছে। তেওঁৰ লগৰ কুকুৰটোৱে খাবৰ কাৰণে তেওঁ আহোঁতেই পাত এখনত বেলেগে ভাত লৈ আহিছিল। পেট ভৰাই খাই কুকুৰটোৱে তেওঁৰ ভৰিৰ কাষতে শুই আছে। পগলা বৰদেউতাক কিন্তু শোৱা নাই। মাজুদেউতাক পুৱাৰপৰা ঘূৰাঘূৰি কৰি এতিয়া ভাত খাই উঠিয়েই বিচনাত পৰাৰ লগে লগেই নাকে মাতিবলৈ ধৰিছে। সোণে ভাবিলে, এই সময়তে বাহিৰলৈ ওলাই যাব পাৰি। সি বৰদেউতাকক লৈ পিলখানাৰপিনে গুচি যাব। এইটোৱেই ভাল সময়। পিলখানাত থকা হাতীটোৰ কাষত বহিবগৈ পাৰিব। হাতীটোৰ কাষত বহি থাকিলে মূৰ কটা ম'হটোৰ দৃশ্যটোৰ কথা বাৰে বাৰে মনত পৰি তাৰ যে ভয় লাগি আছে সেইটো হয়তো নোহোৱা হৈ যাব। আৰু দেখাত মানুহে ভাবিব সি পগলা বৰদেউতাকক হাতী দেখুৱাবলৈ লৈ গৈছে। হাতী দেখুৱাই, গছ-গছনি, ফুল, চৰাই এইবোৰ দেখুৱাই সি পগলা বৰদেউতাকক নিৰাময় কৰিব খুজিছে।

ফুলনিৰ মাজেৰে সিহঁত ওলাই গ'ল। সমুখত শীতলক্ষা নদী। সিহঁত নদীৰ পাৰে পাৰে যাবলৈ ধৰিলে। মূৰৰ ওপৰত নিৰ্মল আকাশ। দুকাষত তালগছৰ শাৰী। নদীৰ পাৰে পাৰে কতৰকমৰ মানুহ অহা-যোৱা কৰি আছে। সিহঁত যেন পলাই পলাই হাতী চাবলৈ গৈছে, এনেদৰে আগবাঢ়িল। কোনেও নেদেখাকৈ সোণে বৰদেউতাকক হাতত ধৰি ধৰি লৈ গ'ল। মাত্ৰ কাছাৰীঘৰ পাৰ হোৱাৰ লগে লগে যাত্ৰাপাৰ্টিৰ অধিকাৰীয়ে সিহঁতক দেখা পালে। মানুহজনে ৰামায়ণ পাঠ কৰি আছিল। ফুলনিৰ মাজেৰে সোণ গৈছে, মূৰ তুলি চচ্‌মাৰ ফাঁকেৰে চাই পঠাওঁতেই তেওঁ দেখা পালে। সৰু ল'ৰাটিয়ে পগলামানুহজনক হাতত ধৰি ক'ৰবালৈ লৈ গৈছে। পগলা ঠাকুৰক দেখিলেই অধিকাৰীৰ ৰজা হৰিশ্চন্দ্ৰলৈ

মনত পৰে। ফুলনিৰ গছ-গছনিৰ মাজে মাজে মানুহজন গৈ আছে। মুখখন অস্পষ্ট। অধিকাৰীয়ে সদায় তেওঁৰ পালাখনৰ কাৰণে ঠিক এনে এজন উদাস মানুহৰ ভাব ফুটাই তুলিব পৰা মানুহ বিচাৰি আছিল। মানুহজনে মাত্র সমুখলৈ চাই চাই খোজ কাঢ়ে, আন কোনোপিনে নাচায়। পগলা মানুহজক দেখিয়েই তেওঁৰ যেন এটা হুমুনিয়াহ ওলাল।

সোণে কিন্তু বৰদেউতাকৰ সৈতে ওলাই অহাৰ লগে লগেই সকলো দুখ ক্রমে পাহৰিবলৈ ধৰিলে। সি আগৰ দৰে মনৰ স্ফূর্তিত জঁপিয়াই জঁপিয়াই যাবলৈ ধৰিলে। সি গৈ থাকোতে বাৰে বাৰে বৰদেউতাকক সাৱধান কৰি গ'ল, যাতে তেওঁ আৰু আজি আকৌ হাতীৰ সৈতে দুষ্টামি নকৰে। কিবা কৰিলেই সি দৌৰি গৈ, তাৰ দেউতাক বা মাজুদেউতাকক লগাই দিবগৈ—সেইবুলি ভয় দেখুৱালে। সিহঁতে আহি কালীবাড়িলৈ যোৱাৰ বাট পালেহি। বজাৰৰ মাজেদি কালীবাড়িলৈ যোৱা এটা বাট আছে। কিন্তু পিলখানালৈ যাবলৈ হ'লে ইমান দূৰেদি যাব নালাগে। সোঁপিনে উমেশবাবুৰ মঠ, মঠৰ উত্তৰত এখন তামোল বাৰী। তামোল-বাৰী পাৰ হৈয়েই এখন আম বাগিচা। সেই বাগিচাৰ ভিতৰতে হাতীটো বন্ধা থাকে। কিন্তু সোণে এতিয়া ঠাইখিনি বিচাৰি উলিয়াব পৰা নাই। সি বাটৰ পৰা হাতীৰ ডিঙিৰ ঘন্টি শুনিবলৈ পাইছে। সি ভাবিলে, বাগিচাৰ ভিতৰলৈ সোমাই গ'লেই সি হাতীটো উলিয়াব পাৰিব। কোনপিনে সেই হাতীটো আছে! তাৰপিছত তাৰ মনত পৰিল, হাতীটো পুৱা পিলখানাত থাকে, দুপৰীয়া জচীমে হাতীটো নদীত গা ধুৱাবলৈ লৈ যায়, আৰু তাৰপৰা আনি আমবাগিচাৰ মাজত কিছুসময় বান্ধি ৰাখে আৰু তাতেই তাক খোৱা দিয়ে। কলগছ আৰু মদাৰগছৰ ডাল। দশমীৰ দিনা ইয়াত হাতী নাথাকে। পুৱাতেই বাবুহঁতৰ আৰু জমিদাৰীৰ কর্মচাৰী সকলৰ ঘৰে ঘৰে জচীমে হাতী লৈ ফুৰাব। হাতীলৈ বুলি চাউল, চিৰা, মুড়ি, মিঠাই, চন্দেচ, খুজি আনিব। পুৱা শুই উঠিয়েই হাতীৰ কপালত চন্দনৰ ফোঁট পিন্ধাব। হাতীৰ মূৰত কুঁহিলাৰ ৰঙা নীলা, ৰং-বিৰঙৰ নানান জৰিৰ কাম কৰা মালা পিন্ধাই দিব। কমলাই

কৈছিল, সিহঁতে কাইলৈ হাতীৰ পিঠিত উঠি দশহাৰা চাবলৈ যাব। অমলাই কৈছিল, সোণা, তই আমাৰ লগত যাবি। সোণে একো উত্তৰ দিয়া নাছিল। কিন্তু হাতীটো এতিয়া কেনি আছে, বাগিচাৰ কোন পিনে আছে, সি ধৰিব পৰা নাই। মঠৰ কাষেদি যাব লাগিব, নে বাটৰ পোনে পোনেই যাব বুজা নাই। মাত্ৰ কুকুৰটো বাগিচাৰ মাজে মাজে গৈ আছে, আৰু দূৰৰপৰা ভেউ ভেউকৈ মাতিছে। সি বুজিলে, কুকুৰটোৱে হাতীটো দেখিছে।

সোণহঁতে বেগাই কুকুৰটো অনুসৰণ কৰি বাগিচাৰ মাজেৰে সোমাই গ'ল। বাগিচাখন বেছ হাবি হৈ আছে। সেই হাবিৰ মাজে মাজে গৈ সোণে এবাৰ দেখিলে হাতীটো অগা-পিছা কৰি দুলি দুলি আছে। এই হাবিৰ মাজত গছ-গছনি, চৰাই আদি লৈ হাতীটো বেছ আনন্দত আছে। হাতীৰ ভৰিত শিকলি বন্ধা। সেইকাৰণে সি বেছি অগা-পিছা কৰিব পৰা নাই। সোণ বৰদেউতাকৰ কাষতে থিয় হৈ আছে। যেন হাতীটোলৈ একান্তমনে চাই মুগ্ধ হৈ পৰিছে দুটি শিশু। এবাৰ হাতীটো অ'াঠুকাঢ়ি বহি পৰিল, আৰু সোণ আৰু পগলাঠাকুৰক চিনি পাই সি চেলাম দিলে। লগৰ কুকুৰটোৱেও সোণহঁতৰ কাষত হিজমাষ্টাৰচ ভয়েচৰ দৰে বহি ঘেউ ঘেউ কৰিলে। সি যেন ক'ব খুজিছে, মোক চিনি পোৱা নাই, মই সোণহঁতৰ ঘৰত থাকোঁ, তোমাৰ সৈতে এবাৰ নদী পাৰ হৈছিলোঁ মনত নাই ?

সোণে বৰদেউতাকৰ মুখৰ পিনে চালে। শিশুৰ দৰে হাতীৰ পিনে চাই তেওঁ হাঁহি আছে। সোণৰ ভাব হ'ল, বৰদেউতাক হয়তো ভাল হৈ আহিছে। চকুৱে মুখে সহজ অনাবিল হাঁহি। সোণে মাকৰ কথা, অমলা, কমলা আৰু ফতিমাৰ কথা পাহৰি আনন্দতে বৰদেউতাকৰ ডিঙিত দুহাতে সাৱটি ধৰি পিঠিত ওলমি দুলিবলৈ ধৰিলে। সোণে ক'লে, বৰদেউতা, কওকচোন, এক। পগলা বৰদেউতাকে ক'লে, এক। সোণে ক'লে দুই, তেওঁও ক'লে, দুই। হাতীটোৱে তেতিয়া শুৰ ঘূৰাই ঘূৰাই ডিঙিৰ ঘণ্টি বজাইছে। বৰদেউতাকে সোণৰ লগে লগে এক, দুই, তিনিকৈ ক্ৰমান্বয়ে

ভুল নোহোৱাকৈ গণি গৈছে। যেন দুটি বালকে হাবিৰ মাজত জীৱনত নতুনকৈ নেওতা পাঠ পুনৰ আৰম্ভ কৰিছে। সোণে সুৰ লগাই লগাই মাতি গৈছে, বৰদেউতাকে অবিকল সেই সুৰ মিলাই উচ্চাৰণ কৰি গৈছে।

সোণে হঠাৎ নিৰ্জন হাবিৰ মাজত আনন্দতে দুইহাত ওপৰলৈ তুলি চিঞৰি উঠিল, মা-দেউতা, বৰদা, মাজুদা, সৰুখুৰা, বৰমা—চোৱাঁ চোৱাঁ মোৰ বৰদেউতা ভাল হৈ গৈছে, ভাল হৈ গৈছে। সেইবুলি চিঞৰি চিঞৰি সি হাবিৰ মাজত চাৰিওপিনে জঁপিয়াই দৌৰি ফুৰিবলৈ ধৰিলে। তাৰ লগে লগে কুকুৰটোও দৌৰিছে। হাতীৰ ডিঙিত ঘন্টি বাজিছে। পগলাঠাকুৰে মনে মনে মাত্ৰ গণি গৈছে—এক, দুই, তিনি, চাৰি, পাঁচ, ছয়, সাত, আঠ, ন।

সেই যে মালতী আকৌ অচেতন হৈ পৰিল, আৰু তিনিদিন ধৰি সাৰ নাপালে। তিনিদিনৰ মূৰত জ্ঞান পাই মালতীয়ে চকু মেলি চালে। কিবা ক'ব খুজি তাইৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে। একো ক'ব নোৱাৰিলে। গাৰ আঁচলেৰে তাই মুখখন ঢাকি দিলে। জোটনে যিমানেই তাইৰ মুখৰপৰা আঁচলখন আঁতৰাই আনিবলৈ চেষ্টা কৰিলে, তিমানেই তাই আঁচলখন টানি ধৰি থাকিল।

এইজনী জোটন! শৰীৰত যৌৱন শেষ হোৱাৰ পিছতো নিকাহ হৈ পীৰৰ দৰগাত আহি আছেহি। এদিন দুটা তামোলৰ কাৰণে, নাইবা এমুঠি খুদ চাউলৰ কাৰণে ঘৰে ঘৰে ধান-চিৰা খুন্দি, ফুৰিছিল। সেই জোটনক এতিয়া ইয়াত দেখি মালতীয়ে যেন হাততে আকাশ ঢুকি পালে। কিন্তু তাৰপিছতে সকলো কথা মনত পৰাৰ লগে লগে নিজৰ ভৱিষ্যতৰ কথা ভাবি মালতী কঠোৰ হৈ পৰিল। জোটনকো এতিয়া ডাঙৰ শত্ৰু যেন ভাব হ'ল। এই হাবিজঙ্গলত তাই আহি ক'ত পৰি আছিল, তাৰপৰা কেনেকৈ এই জুপুৰি ছৈৰ তললৈ আহিল, তাইৰ

একো মনত পৰা নাই। মাত্ৰ তাইৰ মনত আছে, বিৰিণা বনৰ মাজত তাই লুকাই আছিল। তাতে হঠাৎ তিনি পশু—মানুহজাতিৰ লগত যাৰ কোনো সম্বন্ধ নাই সেই তিনিটা জঘন্য প্ৰাণীক দেখাৰ লগে লগে তাই সংজ্ঞা হেৰুৱাইছিল। তাৰপিছত এতিয়া ইয়াত। তাই বুজিলে, ইয়ালৈ তাইক অনাৰ মূলত নিশ্চয় জোটন। তাৰমানে তাই এতিয়া আস্তানা-চাবৰ দৰগাত আছে। সেই পশুকেটাই তাইক হাবিৰ মাজত এৰি থৈ গুচি গৈছিল। কিন্তু এই জোটনে এতিয়া তাইৰ ইমান ডাঙৰ শত্ৰুতা কিয় কৰিলে। হাবি-বনৰ মাজত পৰি থাকি এসময়ত মৰি যোৱা হ'লে অন্ততঃ তাইৰ এই পোৰামুখ আৰু কাকো দেখুৱাব নালাগিলেহেঁতেন! তাই সেয়ে অভিমানত জোটনৰ কথাৰ কোনো উত্তৰ নিদিলে।

ফকীৰচাবে গাখীৰ আনি বাহিৰত গছৰ তলত থিয় হৈ আছে। গাখীৰখিনি মালতীয়ে নিজে গৰম কৰিব লাগিব। মালতীয়ে গা ধুই লব লাগিব। হিন্দু বিধবা যুৱতী, মালতী। তিতা কাপোৰেৰে গাখীৰ গৰম কৰি খাব লাগিব। এই চাং, এই জুপুৰি ছৈ, মালতীৰ কাৰণে অপৱিত্ৰ ঠাই, তাই সাৰ পালেই সেই কথা গম পাব। জোটনে মাতিলে, মালতী মাই, উঠ! জোটনে খৰি, নতুন মাটিৰ চৌকা, গাখীৰ সকলো ঠিক কৰি থৈছে। মালতী উঠি গা ধুই আহিলেই হয়। জোটনে গাখীৰখিনি গৰম কৰি দিবলৈ সাহ কৰা নাই। কাৰণ, হিন্দু বিধবাৰ আচাৰ-নিয়ম বহুত। জোটনে সকলো ঠিক কৰি থৈছে। খৰি, জুই, নতুন পাতিল সকলো। জোটনে মনতে ভাবিলে, মালতী, তোৰ নিচিনা ছোৱালী এজনীয়ে ইমানদিনে এইযে যৌৱনখিনি বান্ধি ৰাখিছ সদায় মাথোন সপোন দেখি কটালি, সপোনত চোয়ামীৰ মুখ চাই চাই ঠগবাজি খেল খেলি কটালি, আৰু এতিয়া তোৰ কি হ'ল কি জানিছ! যি হৈছে হৈছে, এইটোতো আৰু মাটিৰ ভঙা বাচন, ভঙা পাতিল নহয়! এইটো তেজমঙহৰ সোণৰ শৰীৰ। ছুলেই জাত নাযায়। জোটনে মালতীক নানাৰকমে প্ৰবোধ দিবলৈ যত্ন কৰিলে।—উঠ মালতী, উঠি কিবা অকণ খা। গাখীৰ আনিছোঁ, গৰম কৰি খা।

মালতী মুঠিল। আগৰ দৰেই কঠোৰ হৈ পৰি থাকিল। জোটনে ফকীৰচাবক সুধিলে, কি কৰা যায়?

—কি কৰিবিনো?

—নৰেনদাসক খবৰ এটা দিব লাগিল।

—দে তেনেহলে।

—মই কেনেকৈ দিম? মই অকলে যাব পাৰোঁ নেকি? জোটনে অলপ দুখেৰে ক'লে।

—কিয়, কৈছিলি দেখোন, মই নাও মেলোঁ যদি তই লগী মাৰিবি। দুৰ্গাগোসাঁনী চাবলৈ যাবি বুলি কৈছিলি দেখোন!

—এতিয়া ধেমালি এৰক; কি কৰিব কওক।

—মই কি ক'ম!

—যি মন যায় কৰক। এইবুলি বিৰক্তি প্ৰকাশেৰে জোটন ছৈৰ তললৈ সোমাই গ'ল। তাই আকৌ মালতীক মাত দিলে, উঠ আইজনী মোৰ! গাখীৰকণ গৰম কৰি খা। তাৰপিছত ব'ল, তোক থৈ আহোঁগৈ।

মালতীয়ে এক বিস্মিত দৃষ্টিৰে জোটনৰ পিনে চালে।

—তোক আমি থৈ আহিমগৈ।

মালতী হুৰমূৰকৈ উঠি বহিল।

—মই আৰু ফকীৰচাব দুইটা তোৰ লগত যাম।

মালতীয়ে দুইখন হাতেৰে মুখ ঢাকি বহি থাকিল। এই ছাইসনা মুখখন লৈ তাই কেনেকৈ উভতি যাব। তাই ভিতৰি ভিতৰি হাহাকাৰ কৰি উঠিল। তাই মনে মনে ভাবিলে, নাই নাই, মই ক'লৈ যাম! কাৰ ওচৰলৈ যাম! মই অন্য ক'ৰবালৈ, যেনি চকু যায় সেইপিনেই গুচি যাম। মই পানীত ডুবি মৰিমগৈ।

—তোৰ কিনো হৈছে? একোৱেই হোৱা নাই তোৰ!

মই যাম ক'লৈ? এই প্ৰথম মালতীয়ে মাত দিলে! ফকীৰচাবে গছৰ তলৰপৰাই ছৈৰ ভিতৰত মালতীৰ কথা শুনি মাত দিলে,—ঘৰলৈ নগৈ ইয়াত থাবা কি? মই ফকীৰ মানুহ। হাবি-বনত যিহকে পাওঁ

তাকে খাই আমি থাকোঁ। তোমাক খুৱাবলৈ আমি ঘিউ গাখীৰ ক'ৰ-পৰা আনিম?

মালতীয়ে ছৈৰ দুৱাৰমুখেদি ফকীৰচাবৰ মুখখন দেখি আকৌ ভয়ত বিবৰ্ণ হৈ পৰিল। তেওঁৰ পকা দাড়িকোচাৰপৰা টপ্ টপ্কৈ পানী পৰি আছে। তিতা গামোচা এখন তেওঁ গাত পিন্ধি আছে। হাত ডিঙিত ডাঙৰ ডাঙৰ পাথৰৰ মালা। গোটা নহৰুৰ তেলেৰে কাজল তৈয়াৰ কৰি তাৰে চকুত চুৰ্মা আঁকিছে। জোটনে ছৈৰ ভিতৰত বহি ফকীৰ-চাবৰ কথাত হাঁহি আছিল। ফকীৰচাবে কোবেৰে আহি ছৈৰ তলৰ চাঙৰ কাষত ৰ'লহি আৰু অলপ টান সুৰত ক'লে, উঠা বহাৰপৰা, গা ধোৱা, আৰু গাখীৰ গৰম কৰি খোৱাঁ। মই বুঢ়া মানুহটোৱে পানী ভাঙি, সাঁতুৰি গাখীৰ বিচাৰি আনিছোঁ। তুমি নাখালেই হ'ব নেকি?

মালতীয়ে তথাপিও লৰচৰ নকৰিলে। ফকীৰচাবে এইবাৰ চকু পকাই ৰঙা কৰি মালতীক ভয় দেখুৱাই ক'লে, তুমি ঠিক নোখোৱা!—চৌধ গুষ্টিয়ে খাব জনা নাই! সেইবুলি ফকীৰচাবে এডাল ডাঙৰ কাঠ আনি ক'লে, উঠা ভালে ভালে। মই কিন্তু পগলা মানুহ। এতিয়াই গা ধুই গাখীৰ গৰম কৰি নাখালে এইবোৰ চবতে জুই লগাই দিম।

জোটনেও ফকীৰচাবৰ কথাত হয়ভৰ দিলে। মালতী উঠ বেগাই। বলিয়া মানুহৰ খং উঠিব লাগিলে ৰক্ষা নাই। তই যেনিবা নোখোৱাকৈ থাকিলিয়েই! আকৌ জানো কিবা হেৰোৱাটো ঘূৰাই পাবি! পোৱা হ'লে ময়েই তোক খাবলৈ নকলোহেঁতেন। উঠ—উঠ। ফকীৰচাবে ক'লে, এই হেন তোমাৰ দেহা, এই সোণৰ দেহাত কালিমা লাগিলে ধুই পেলালেই হ'ল। এনে সোণৰ দেহাত কালিমা কিমান সময় লাগি থাকিব পাৰে! গঙ্গাৰ পানীত কত কি ভাঁহি যায়, মা গঙ্গাৰ গাত জানো চিৰদিনীয়াকৈ কিবা লাগি থাকে?

তথাপি মালতী বহাৰপৰা নুঠিল। ছৈৰ তলৰপৰা ওলাই নাহিল। মূৰ গুজি একোণত বহি থাকিল।

জোটনে ফকীৰচাবক ক'লে, কি কৰে এতিয়া? ছোৱালীজনীৰ চকু

মুখ সোমাই নোহোৱা হৈছে। কেইদিন নোখোৱা-নোবোৱাকৈ আছে কোনে জানে। মুখেৰেতো একো নকয়েই।

ফকীৰচাবে ক'লে, যাওঁ ৰ, আকৌ পানী ভাঙি ভাঙি। বৰমিঞাৰ গুটীয়া নাওখন লব পাৰিনেকি চাওঁ? তাৰপিছত আল্লাৰ নাম লৈ তৰী এৰি দিয়া। দুমাইলমান বাট পানীৰ মাজে মাজে খোজ কাঢ়ি সাঁতুৰি পাৰ হৈ গৈ এঠাইত দুঘৰমান মানুহৰ এটুকুৰা বসতি পোৱা যায়। যাওঁতে বাটতে ফকীৰচাবে এবাৰ বমি কৰিলে। এই বাৰিষাৰ দিনকেটা ফকীৰচাবৰ বৰ অনাটনত যায়। ছাগলী দুজনীৰ গাখীৰ, শেলেকু আৰু ভেটগুটি। এতিয়া আৰু পানীত সাঁতুৰি গৈ মুচকিলাচান লৈ মানুহৰ ঘৰে ঘৰে ফুৰিব নোৱাৰে।

সময়ত মাথোন যি দুই এপদ বস্তু পায়। শেলেকু আৰু ভেটগুটি খাই তেওঁৰ পেটটো যেন কিবা গধুৰ হৈ আছে।

গুটীয়া নাওখন খুজি লৈ আহে মানে বেলি ভালেখিনি হ'ল। ফকীৰ-চাবে একো নাখালে। জোটনেও মাত্র পানী এবদনা ঢক্ ঢক্কৈ ডিঙিত ঢালি খাই ললে। গাখীৰখিনি লগত ললে। মাটিৰ মলা চৰু আৰু খৰিখিনিও নাৱত তুলি ললে। মাটিৰে সজা জুই ধৰা চুলা এটাও তুলি ললে। সকলো ঠিক ঠাক কৰি ফকীৰচাবে মাতিলে, ঠাকুৰাণী উঠা এতিয়া, নাৱত উঠাহি। মালতী ছৈৰ তলৰপৰা আহি বাহিৰত আকৌ বহিল। ফকীৰচাবে ছাগলীদুজনী খেদি খেদি আনি চাঙৰ তলত সুমাই দিলে। আৰু ছৈৰ দুৱাৰ বন্ধ কৰি দিলে।

জোটনে মালতীক বহাৰপৰা তুলি ধৰিবলৈ গৈ দেখিলে তাই সঁচাই উঠিব পৰা নাই। কঁকালত ভীষণ বিষ। তাই ৰচুনৰ তেল এচিচা লগত ললে। মালতীক ক'লে, তাই যেন ঘৰত গৈ সেই তেলটো মালিচ কৰে। জোটনে মালতীক টানকৈ ধৰি ললে। মালতীৰ মূৰ ঘূৰাই পৰি যাব পাৰে। কি যে চেহেৰা হৈছে ছোৱালীজনীৰ! চকুৱে মুখে ক'লা ৰেখা পৰিছে। এই সোণৰ দেহাটোত কোনে যে জুই লগাই থৈ গ'ল। জোটনে ভয়তে এতিয়া মালতীৰপিনে চকু তুলি চাব পৰা নাই। তাই

ভাবিলে মালতীয়ে হয়তো আত্মহত্যাৰ কথা ভাবি মৌন হৈ বহি আছে। সুযোগ সুবিধা পালেই আত্মহত্যাৰ কাৰণে জঁপিয়াই পৰিব।

ফকীৰচাবৰো কিবা এটা কষ্ট হৈছে। ফকীৰ মানুহৰ অসুখ বিসুখ হ'ব নালাগে। জোটন ইয়ালৈ অহা কিমানদিন হ'ল, কিন্তু মানুহটোক এদিনো অসুস্থ দেখা নাই। কিন্তু আজি ৰাতিপুৱাৰপৰা ফকীৰচাবৰ পেটটোৱে বৰ অসুবিধা দি আছে। কিন্তু কথাটো কাক কোৱা যায়। ভিতৰি ভিতৰি তেওঁ এটা তীব্ৰ যন্ত্ৰণা অনুভৱ কৰিছে। পেটৰ ভিতৰখনো বৰকৈ পুৰি আছে। তেওঁ হাবিৰ মাজলৈ গৈ দুহাতেৰে মোহাৰি কিবা দুবিধমান পাতৰ ৰস খালে। তেওঁ ভাবিছিল সেই ৰসখিনি খোৱাৰ লগে লগে শৰীৰৰ সকলো যন্ত্ৰণা নোহোৱা হ'ব। ধীৰে ধীৰে তেওঁ নিৰাময় হ'ব।

ফকীৰচাবে জোটনক ক'লে, তই দুটামান কিবা খাই ল, মই একো নাখাওঁ, ভোক লগা নাই। জোটনে ক'লে, কেনেকৈনো অকলে খাওঁ! মালতীয়ে একো নাখালে, আপুনিও নাখায়, মইনো কেনেকৈ খাওঁ!

ছৈৰ তলৰপৰা উলিয়াই অনাৰ পিছত খোলা ঠাইত ফকীৰচাবে এইবাৰ মালতীক ভালকৈ দেখা পালে। সঁচাই ছোৱালীজনীৰ অৱস্থা ভাল নহয়। তেওঁ জোটনৰ কাণৰ কাষত ফুচফুচাই সাৱধান কৰি দিলে, যাতে মালতীক ভালদৰে ধৰি থাকে। ছোৱালীজনীৰ এতিয়া মূৰৰ ঠিক নাই। বলিয়া হোৱাৰ চেহেৰা। যুৱতী সতী নাৰীৰ অঘটন হলে মনৰ যি প্ৰতিক্ৰিয়া হয় ঠিক সেয়ে হৈছে। ফকীৰচাবে সৰুকালত এগৰাকী সতী নাৰীৰ গল্প শুনিছিল। গল্পৰ সেই নাৰীৰ চেহেৰা এতিয়া মালতীৰ চকুৱে মুখে যেন ভাঁহি উঠিছে। ছোৱালীজনীয়ে অনবৰত যেন আত্মহত্যাৰ কথা ভাবি আছে।

জোটনে মালতীক ধৰি নি নাৱৰ মাজত বহুৱাই দিলে। ফকীৰচাবে মুচকিলাচানৰ লণ্ঠনটো লগত ললে। দৰগাৰপৰা বাহিৰ ওলাই আহিছে যেতিয়া দুই-চাৰি দিন কিয়, দুই-চাৰি সপ্তাহো হ'ব পাৰে! মুচকিলাচান লৈ দুই-চাৰিখন গাঁৱত ঘূৰি আহিব। নাও আনিবলৈ যাওঁতেই ফকীৰ-

চাবে কৈ আহিছে, বিবিক দুৰ্দিনমানৰ কাৰণে গাঁৱলৈ নিব লাগে। কিমান আৰু নদী-নলাৰ পানীৰ মাজত ভাঁহি থাকিম। মুচকিলাচান লৈ দুৰ্দিনমান গাঁও ফুৰি আহোঁ আৰু বিবিয়ে কৈছে কিবা বোলে, গাঁৱলৈ গৈ দুৰ্গা গোসাঁনী চাব খোজে। তাকে এবাৰ দেখুৱাই আনো। ফকীৰচাবে ইচ্ছা কৰিয়ে মালতীৰ কোনো কথা উল্লেখ নকৰিলে। কাৰণ সেই খবৰ শুনিলেই মানুহ আহি দৰগাত জমা হ'বহি। পুলিচ, থানা, যতমানে গণ্ডগোল ইয়াতে আৰম্ভ হৈ যাব। অৱশ্যে নহ'বও পাৰে। কাৰণ জাত-কুল লৈ কথা। মালতীৰ মুখত জাত-কুল ভ্ৰষ্ট হোৱাৰ কলঙ্কৰ ছাপ। তাই যেন এজনী এতিয়া কলঙ্কিনী, তাইৰ মান-সন্মান, জাত-কুল সকলো পানীত ভাঁহি গৈছে। ৰঞ্জিত, সৰু ঠাকুৰ, নৰেন দাস আৰু গাঁৱৰ আন আন মানুহ মালতীৰ চাৰিওপিনে ঘূৰণীয়াকৈ থিয় হৈ আছে। মালতী বনবাসলৈ যাব। তাইৰ জাত-কুল নাই। কলঙ্কিনী মালতীৰ মনত যেন তেনে এটা দৃশ্য ভাঁহি উঠিছিল।

হঠাৎ ফকীৰচাবে দেখিলে নাৱৰ তক্তাত বহি মালতীয়ে চিঞৰি চিঞৰি কান্দিছে। এইদৰে কন্দাটো ভাল হৈছে। কান্দি-কাটি ভাগি পৰিলে মনৰ গ্লানিভাব কিছু নোহোৱা হ'ব। হতাশা অৱসাদ আঁতৰিব, আৰু জীৱনটো কিছু ভাল লগা হ'ব।

মালতীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। যেন মনৰ ভিতৰতে তাই ৰঞ্জিতক উদ্দেশ্য কৰি ক'লে, ঠাকুৰ, মোৰ সকলো হৰণ কৰি নিলে, তোমাক আৰু মই কি দিম ঠাকুৰ!

গোটেই ৰাতি শগুনৰ দৰে পশুকেটাই তাইৰ দেহাটো লৈ কাঢ়া-আজোৰা কৰিছিল। বোধহয় সিহঁতৰ সকলো কামনা-বাসনাৰ বস্তু এটা পানীৰদৰে সহজে লাভ কৰি নিঃশেষকৈ ভোগ কৰিছিল। তাইৰ ৰক্তাক্ত পিছল দেহাৰ ওপৰত গোটেই ৰাতি সিহঁতে ভূতৰদৰে নৃত্য কৰিছিল। তিনিটা অমানুহ নৰকত ডুব দিবৰ কাৰণে পশুৰ দৰে হেতা-ওপৰা লগাইছিল। কিছুমান সৰীসৃপে গোটেই ৰাতি তাইৰ শৰীৰৰ ওপৰত অকাই-পকাই ঘূৰি ফুৰিছিল। সেই মেৰাই, পকাই ধৰি থকাৰ-

পৰা যেন তাইৰ নিস্তাৰ নাই। তাইৰ দেহত কামুৰি, আঁচুৰি ক'ৰপৰা ক'লৈ তাইক লৈ আহিল, মালতীয়ে এতিয়া একো মনত পেলাব পৰা নাই। মাত্র মনত পৰিছে, সেই কবৰভূমিৰ অন্ধকাৰত এদল শিয়ালে কবৰৰ মাটি খান্দি মৰাশ কামুৰি উলিওৱাৰদৰে সেই পশুকেইটাইও যেন তাইৰ শৰীৰটোৰ ভিতৰত সোমাই যাব খুজিছিল। তাইৰ দেহৰ বিশেষ বিশেষ অঙ্গত এতিয়াও ভীষণ যন্ত্ৰণা পাই আছে। হাত লগাবই নোৱাৰে। ভালকৈ বহিব নোৱাৰে। ঠাইবোৰ ফুলি আছে। সংজ্ঞাহীন অৱস্থাত তাইৰ শৰীৰৰ ওপৰত সেইবোৰ দৃশ্যৰ কথা ভাবিয়েই তাইৰ বমি বমি লাগি গ'ল।

ফকীৰচাবে দেখিলে, মালতীয়ে ওকালি আছে। জোটনে ক'লে, একো নাখালে বমি নহ'ব! মালতীয়ে কেৱল ওকালি আছে। এতিয়া আৰু চিঞৰি কান্দিব পৰা নাই। ফকীৰচাবে ধাননি পথাৰৰ মাজে মাজে নাৱৰ লগী মাৰি গৈ আছে। লগী মাৰি মাৰি নাও চাপৰি অঞ্চলত নমালেহি। সূৰ্য ক্ৰমে মূৰৰ ওপৰলৈ উঠি আহিছে। গাৰ জোব্বাটো খুলি লৈছে। ফকীৰচাবৰ গাত এতিয়া মাত্র লেঙুটি এডালহে আছে। ডিঙিত, হাতৰ কব্জীত, কঁকালত বিবিধ ৰকমৰ পাথৰ আৰু তাবিজৰ মালা। এনে লাগিছে যেন ফকীৰচাব এতিয়া কোনোবা এজন প্ৰাচীন পুৰুষ, তপোবনৰ কোনোবা মহৰ্ষি, যেন মহৰ্ষি কণ্ব, শকুন্তলাক লৈ ৰজাৰ ওচৰলৈ গৈছে। যি কোনো উপায়ে মালতীক গাঁৱত নি থৈ আহিব লাগিব! ইপিনে ফকীৰচাবৰ পেটৰ ভিতৰত, শৰীৰত কিবা এটাই জ্বলি-পুৰি উঠিছে। কিন্তু কথাটো তেওঁ জোটনক জনাব পৰা নাই। মূৰটো ঘূৰোৱা যেন লাগিছে, কিন্তু কোনোৰকমে লগী মাৰি গৈছে। জোটনে আকৌ ক'লে, মালতী, গাখীৰ অকণ খা, নাখালে আৰু দুৰ্বল হবি।

মালতীয়ে একো নামাতিলে। ওকালি ওকালি এবাৰ তাই নাৱৰ তক্তাখনত শুই পৰিল।

এই বয়সত ইমান দূৰ বাট লগী মাৰি মাৰি যোৱাটো যে সহজ নহ'ব,

ফকীৰচাবে সেইকথা এতিয়া ভালদৰে অনুভৱ কৰিলে। চমু বাটেৰে গ'লেও ৰাতি হ'বই। তাতে এতিয়া নদী-নলাৰ পানী কিছু নামিছে। ভাদ মাহৰ শেষৰপৰাই পানী অলপ অলপকৈ শুকাবলৈ আৰম্ভ কৰে। গতিকে পোন বাট পোৱা অসুবিধা আছে। সিপিনে মেঘনাত নামি পাল তৰি দিব পৰা যায়, কিন্তু বহুত দূৰ ঘূৰিব লাগিব। গতিকে চনকান্দাৰ দাঁতিয়েদি নাও লৈ যাব লাগিব। গড়িপৰদিৰ চাপৰিয়েদি ওলাই গৈ নদীত পৰিব পাৰিলে আৰু বিশেষ কষ্ট নহ'ব। ভটিয়নী সোঁতত নাও এৰি দিব পৰা যাব। কিন্তু তেওঁৰ দেহৰ ভিতৰত পোৰণি। বনপাতৰ ৰসে সেই পোৰণিৰ লাঘৱ নকৰিলে। ডিঙি জিভা যেন শুকাই আহিছে। জোটনে যেন ধৰিব পাৰিছে, মানুহটোৰ কিবা এটা কষ্ট হৈছে। তাই ধঁপাত এচিলিম সজালে। ধঁপাত চিলিম খালে কিজানি মানুহটোৱে গাত বল পাব। তাই ফকীৰচাবক ধঁপাত খাবলৈ দি নিজেই লগী মাৰিবলৈ ধৰিলে।

জোটনে ক'লে, মালতীয়ে গাখীৰখিনি নাখালে যেতিয়া আপুনিয়েই খাই পেলাওক, গাখীৰকণ খালে বল পাব। ইমান দূৰ বাট নহলে যাব কেনেকৈ!

—নালাগে বিবি! একো নালাগে, মই একো নাখাওঁ। সেইবুলি বদনা এটাৰে নাৱৰ কাষৰপৰা পানী তুলি আনি ঢক্ ঢক্কৈ ডিঙিত ঢালি দিলে।

ফকীৰচাব আৰু জোটনে মালতীৰ কাৰণে যিমান পাৰিছে কৰি গৈছে। কোনোবা অমানুহে মালতীক দৰগাত পেলাই থৈ গুচি গৈছে। কোনে পেলাই থৈ গৈছে জনাৰ উপায় নাই। মালতীয়ে একো কথা নকয়। কিবা সুধিলেই উচুপি উচুপি কান্দে। গোটেই শৰীৰত পাশৱিকতাৰ চিন প্ৰকট হৈ আছে। সেইবোৰৰ কষ্টত মালতীৰ মুৰ স্থিৰে নথকা হৈছে। দৰগাতে এনে এটা কাণ্ড ঘটিল, ফকীৰচাবে মনে মনে নিজকে অপৰাধী যেন অনুভৱ কৰিলে। তেওঁ দেখোন সদায় ৰাতি ৰাতি কবৰতলীত চাকি লৈ ঘূৰি ফুৰে। মানুহে সেই আলখোল্লা পিন্ধা মানুহ-

জনে কবৰতলীত মুচকিলাচান ল ঘূৰি ফুৰা দেখিলে ভয়তে পলায়। কিন্তু ক'ৰ দুৰ্দান্ত মানুহ এইকেইটা, এইদৰে আহি দৰগা অপবিত্ৰ কৰি গ'ল। সকলো দোষ যেন ফকীৰচাব আৰু জোটনৰ। মানুহ মৰিলে, ইন্তেকাল হলেহে ফকীৰচাবৰ দাম বাঢ়ে। অথচ ফকীৰচাবৰ দিনে দিনে অন্নাভাব বাঢ়ি গৈছে। জোটনে গাখীৰখিনি এতিয়াও ভালকৈ থৈ দিছে। ইমানকৈ কোৱা সত্বেও মালতীয়ে গাখীৰখিনি খাব খোজা নাই। এইকণ গাখীৰকে পাবলৈ কি কষ্ট! কি মহাৰ্ঘ! গাখীৰৰ অকণমান বাগৰি পৰিলেই ফকীৰচাব খঙত কঁপে।

ফকীৰচাবে প্ৰথমে ঘাট বিচাৰি উলিয়াওঁতেই ভুল কৰিলে। বহুত দিন তেওঁ এই ঠাইলৈ অহা নাই। নৱমীৰ জোন উঠি আকৌ ডুবিবলৈ ধৰিছে। চাৰিওপিনে নিৰ্জন! আন্ধাৰত ধাননিৰ মাজে মাজে কোঢ়া চৰায়ে মাতি আছে। দূৰত প্ৰতাপচন্দ্ৰৰ দুৰ্গাপূজাৰ মণ্ডপৰ দে' লাইটৰ পোহৰ দেখা গৈছে। এতিয়া নাও সোণালী বালিৰ নদীৰ চাপৰিত চাপৰিৰপৰা দূৰৰ গাঁৱৰ চাকিৰ পোহৰ লক্ষ্য কৰি কৰি আগুৱাই আহিছে। ফকীৰচাবৰ চকু-মুখ ঘোলা হৈ পৰিছে। হাত-ভৰি শিথিল হৈ আহিছে। এবাৰ হঠাৎ হল হলকৈ বমি ওলাই আহিল। আন্ধাৰতে সকলোৰে অলক্ষ্যে তেওঁ নাৱৰ মূৰৰপৰা বমি কৰি দিলে। তাৰপিছত তেওঁ মুখত পানী লৈ কুলি কুলি কৰিলে। জোটনে আন্ধাৰত সেই কুলি কুলি কৰা শব্দ শুনিলে। ধানগছৰ মাজৰপৰা ফৰিংবোৰ উৰি উৰি আহিছে। প্ৰতাপচন্দ্ৰৰ ঘাট পাৰ হৈ নৰেনদাসৰ ঘাটত নাও লগাই দি ফকীৰচাবে ক'লে, ইয়াতে নামিব লাগিব।

মালতী সেই নাৱত উঠাৰ কিছু পিছতেই তন্দ্ৰাত শুইছিল। তাৰপিছত আৰু এবাৰো উঠা নাই। নাও ক'লৈ গৈছে, কি কাৰণত ফকীৰচাবে নাও মাৰিছে আৰু জোটনে নাৱৰ গুৰি ধৰিছে, তাই একো বুজা নাই বা বুজিবলৈ তাইৰ মূৰেও যেন কাম কৰা নাই। কিন্তু ঘাটত আহি নাও লগাৰ লগে লগে তাই সম্বিত ঘূৰাই পালে। এৰা, এইটো দেখোন সিহঁতৰ ঘাট! তাই ইয়াতে হাঁহ এৰি দি পুৱাবেলা ঘাটৰ কাষত বহি

থাকে। মূৰৰ ওপৰত এজোপা কদম গছ। বাৰিষা এইজোপা গছত কিমান অজস্ৰ কদমফুল ফুলি থাকে। এতিয়া হঠাৎ এই কেইদিনৰ ভিতৰতে এই এটাইবোৰ যেন অচিনাকি হৈ পৰিছে, তাই যেন এখন সম্পূৰ্ণ নতুন দেশত আহি উঠিছেহি।

ৰাতি এই আন্ধাৰত মালতীক লৈ গৈ খবৰ দিয়াৰো এটা বিপদ আছে। মালতী কিমান দিনৰপৰা নিৰুদ্দেশ হৈ আছে কোনে জানে! হঠাৎ গৈ ওলাই নৰেনদাসক মাতিলে তেওঁ হয়তো হাওঁ হাওঁকৈ চিঞৰি কন্দা আৰম্ভ কৰিব। মালতীক দেখিলে গাঁৱৰ মানুহ গোট খাই প্ৰথমে ফকীৰচাবকে বান্ধি ৰাখিব পাৰে। তুমি তাইক পালা ক'ত? তোমাৰ মনত যে বেয়া অভিসন্ধি নাই কোনে জানে? মানুহ-বিলাকে নানা প্ৰশ্ন তুলিব পাৰে। এইদৰে উপকাৰ কৰিবলৈ গলেই নিজেই দোষত পৰাৰ ভয় আছে। গতিকে তেওঁ এটা ফন্দি পাতিলে, যাতে কোনো বিপদ নাথাকে। তেওঁ মুচকিলাচানৰ লেমৰপৰা ছাই লৈ তেলেৰে সৈতে মিহলাই গোটেই মুখখনত ঘঁহি মুখৰ চেহেৰা বীভৎস কৰি ললে। অলৌকিক কিবা দেখুৱাবলৈ হ'লে তেওঁ আগেয়ে যি কৰে, তাকে কৰিলে। যেন ফকীৰচাব হিচাপে তেওঁ মালতীক লৈ অহা নাই, আনিছে মুচকিলাচানৰ চাকিয়ে। গাত সহস্ৰ তাপলি মৰা। আলখোল্লা-পিন্ধি ল'লে। ক'লা তেল-ছাই সনা মুখমণ্ডলত ডাঙৰ ডাঙৰ চকুদুটা ৰঙা হৈ উঠিল। তেওঁ এতিয়া যথাৰ্থতে এই পৃথিৱীৰ মানুহ নহয়। পাথৰৰ মালা, তাবিজ, শতছিন্ন আলখোল্লা, সকলো পিন্ধি এক ভয়ঙ্কৰ চেহেৰা হৈ পৰিছে। হাতৰ জুইখিনিৰে যেন ইচ্ছা কৰিলে ঘৰ-দুৱাৰ, গছ-গছনি, হাবি-বন সকলো পুৰি ছাই কৰি দিব পাৰে। নাইবা, যেন তেওঁ সেই পুৰুষ যি হাতত জুইশিখা লৈ দূৰে দূৰে খোজ কাঢ়ি ঘূৰি ফুৰে। কিবা অজান উদ্দেশ্য লৈ তেওঁ ঘূৰি ফুৰে। আচমানক তেৱেঁই পোহৰ দিলে। তেওঁ ইচ্ছা কৰি দুজাপ মাৰিয়েই সমুদ্ৰত পৰিবগৈ পাৰে। এতিয়া সেই অলৌকিক পুৰুষৰ ৰূপ লৈ, হাতত মুচকিলাচানৰ জুইৰে তেওঁ টলংভটং কৰি নৰেনদাসৰ ঘৰৰ পিনে আগবাঢ়িল। চান্দসদাগৰৰ

পুত্ৰবধু নাইবা ঈছাখাঁৰ সোণাইবিবিৰদৰে কিংবদন্তিৰ চৰিত্ৰৰ ৰূপ লৈ তেওঁ যাবলৈ ধৰিলে। এনে কোন মানুহ আছে, যাৰ এই নিজম নিশা এইটো মানুহৰ চেহেৰা দেখি আৰু মাত শুনি বুকু কঁপি নুঠিব। এওঁ এতিয়া মানুহ নহয়। ৰচুলৰ দৰে আকাশ আৰু মাটিৰ মাজৰ অন্ধকাৰ ভেদ কৰি এওঁ এতিয়া ওলাই আহিছে। কিন্তু ফকীৰচাবৰ দেহাত আৰু শক্তি নোহোৱা হৈ আহিছে। চকুৰে একো মনিব নোৱৰা হৈ পৰিছে। গাত শক্তি নাই, হাত ভৰি নচলা হৈছে, পেটত অত্যন্ত যন্ত্ৰণা, তথাপি ৰাতিৰ অন্ধকাৰৰ মাজত গাঁৱৰ মানুহক ভয় খুৱাবৰ কাৰণে তেওঁ যেন একোকে ভ্ৰূক্ষেপ নকৰে, যেন তেওঁ এতিয়া মাটি ফুটি ওলাই আহিছে সেই ভাবত চিঞৰি উঠিল—মুচকিলা চা—ন—আচানক—হে। কিন্তু আনদিনাৰ দৰে ফকীৰচাবে যিমান জোৰে চিঞৰিব পাৰিব লাগিছিল, আজি তিমান জোৰে পৰা নাই। আৰু জোৰে, এই টল্লাতৰ সকলো মানুহৰে বুক কঁপাই অট্ট চিঞৰ মাৰিব লাগে। কাৰণ, মই সেই ফকীৰচাব, মই আস্তান চাবৰ দৰগাত থাকোঁ, মোৰ কাম হৈছে ইন্তেকালৰ সময়ত মম জ্বলোৱা আৰু গছৰ আগত জুই জ্বলাই অলৌকিক জীৱনৰ মায়া দেখুওৱা। জন্ম-মৃত্যুৰ দৰে জীয়াই থকাও এক অলৌকিক ঘটনা, তেওঁ তাকে মানুহৰ মাজতো বুজাব খোজে। কিন্তু নোৱাৰিলে। কিছুদূৰ গৈয়েই ফকীৰচাব প্ৰায় হামখুৰি খাই পৰি যাব খুজিছিল। মুৰ্চাকিলাচানৰ চাকিটো কোনোৰকমে লাঠীৰ মূৰত ধৰি থাকিল। আঁঠু দুটা অতি দুৰ্বল হৈ পৰাত লাঠী ডালত ভৰ দি দি যাবলৈ ধৰিলে। তেওঁ পৰি যোৱা হলে হয়তো ভাল আছিল, পেটৰ বমিখিনি তেতিয়া হৰহৰকৈ ওলাই আহিলহেঁতেন। কিন্তু হৰহৰকৈ বমি ওলাই আহিলেই তেওঁৰ বিবিয়ে দেখিব আৰু চিন্তা কৰিব, এওঁৰ আকৌ কি হ'ল! ফকীৰচাবে হাতৰ চাকিটো কিছু ওপৰলৈ তুলি ধৰি তলৰ ছাঁ-খিনিৰ সুযোগ লৈ জোটনে নেদেখাকৈ বমি কৰি ললে, আৰু আকৌ আগুৱাবলৈ ধৰিলে। শেলেকু আৰু বাটত খোৱা পানীবোৰ ওলাই আহিল। আহিনৰ পথাৰত পচা বন মিহলি পানীৰ দুৰ্গন্ধ বমিত ওলাই আহিছে।

নৰেনদাসে দুৱাৰ খুলিয়েই চোতালত দেখা পালে ফকীৰচাব! হাতত সেই মুচকিলাচান। প্ৰকাণ্ড ওখ মানুহ। মূৰত পাগুৰি। পকা বগা চুলি, বগা ডাড়ি, ক'লা মুখ, ৰঙা চকু। হাতৰ জুইখিনি মুখৰ কাষত গম্‌গম্‌কৈ জ্বলি আছে। চকুদুটাৰে ওপৰলৈ চাই আছে। স্থিৰ। বিৰবিৰকৈ মন্ত্ৰোচ্চাৰণৰ দৰে গৃহস্থৰ মঙ্গলৰ কাৰণে তেওঁ বিভিন্ন বয়াৎ মাতিলে। ৰঙা, নীলা, হালধীয়া ৰঙৰ পাথৰ ডিঙিৰপৰা ওলমি আছে। পাথৰবোৰ জিক্‌মিক্ কৰি আছে। শোভা আৰু আবু দুৱাৰৰ বাহিৰলৈ ওলাই আহিবলৈ ভয় কৰিছে। পেহীটি নিৰুদ্দেশ হোৱাৰ দিনৰপৰাই নিশা বাহিৰত সামান্য শব্দ হলেই সিহঁত সাৰ পাই বহে। নৰেনদাসৰ চকুত সদায় টোপনি নাই। কোনোবাই যেন ঘৰৰ চাৰিওপিনে ফুচ্‌ফুচকৈ কথা পাতি থাকে।

নৰেনদাস ফকীৰচাবৰ ওচৰ চাপি গ'ল। এডাল সৰু কাঠিৰে কাজল তুলি ফকীৰচাবে নৰেনদাসৰ কপালত টিপ দিলে। দাসে পইচা দুটামান চাকিটোৰ কাষৰ বাটি এটাত পেলাই দিলে। মাটিৰ চাকি। চাকিটোৰ এটা মুখেদি শলিতাডাল জ্বলি থাকে, আনটো মুখত কাজল থাকে, আৰু তৃতীয় এটা মুখত মানুহে পইচা দিয়াৰ কাৰণে টেমা এটাৰ দৰে কৰি লোৱা আছে। নৰেনদাসে আভাৰাণী, শোভা আৰু আবুকো ফোঁট লবলৈ মাতিলে। সিহঁতে ফোঁট লৈ ভিতৰ সোমাই যোৱাৰ লগে লগে ফকীৰচাবে থাপ মাৰি নৰেনদাসৰ হাতখন ধৰি ল'লে আৰু মনে মনে ক'লে,—দাস, আপোনাৰ ভনীয়েকৰ খবৰ আছে।

—মোৰ ভনীৰ খবৰ!

—এৰা, মাজনীক দৰগাত পৰি থকা পাইছোঁ।

—কি ক'লে আপুনি! নৰেনদাসে বিশ্বাস কৰিব নোৱাৰিলে।

হোঁ, দৰগাত সিদিনা হঠাৎ কোনোবা তিৰোতাৰ চিঞৰ শুনিলোঁ, যেন বনদেৱীৰ আৰ্তনাদ। বচোৱা বচোৱা, কোন আছা মোক বচোৱা।

—আপুনি কি কৰিলে?

—মই ঠিক সময়তে পালোঁগৈ। তাৰ পিছত তেওঁ আকাশলৈ চাই

চাই ক'লে, মোৰ দৰে এজন পীৰ, দৰবেশৰ ওচৰ পোৱাৰ লগে লগে তেওঁৰ সকলো বিপদ নোহোৱা হ'ল। এই চাওক, মন্ত্ৰৰ জোৰত মই এতিয়া মাজনীক আনি দিছোঁ। আমাৰ মাজনীক কোনেও অসতী কৰিব নোৱাৰিলে। ফকীৰচাবে মালতীৰ বিষয়ে মিছা কথা এটা কৈ দিলে। তাৰ পিছত লগে লগে তেওঁৰ আকৌ ওকালি আহিল। হাতৰ চাকিটো ওপৰলৈ তুলি তলখন আন্ধাৰ কৰি ললে। নৰেনদাসে দূৰৰপৰা ফকীৰচাবৰ ধেমালি চাই আছিল। মালতী কিন্তু নাই। ওচৰত দেখাত কোনো নাই। বলিয়া এজনৰ ওচৰত কিবা এটা আশা কৰি আছে, নৰেনদাসৰ মুখত তেনে ভাব দেখা গ'ল। পীৰচাহাবে মুখখন আলখোল্লাৰ ভিতৰত সুমাই ওকালি কৰি পেটৰপৰা আৰু কিছুমান উলিয়াই পেলালে। টেঙা দুৰ্গন্ধত তেওঁৰ ওচৰ চাপিব নোৱৰা হ'ল।

নৰেনদাসে এইবোৰ দেখি অবাক দৃষ্টিৰে ফকীৰচাবৰ পিনে চাই থাকিবলৈ ধৰিলে। ফকীৰচাবৰ বহুতো হিম্মতৰ গল্প তেওঁ শুনিছে। আজি এই নতুন কাহিনীটো শুনি তেওঁ আচৰিত নহৈ নোৱাৰিলে। মালতীক বিচাৰি পোৱা গৈছে, এই অবিশ্বাস্য কথাটো শুনি নৰেনদাস বিহ্বল হৈ পৰিল। তেওঁ বেগাই আবুৰ মাকক মাতিলে—শুনিছ আবুৰ মাক, মালতীক পোৱা গৈছে। মালতী ইয়াত ফকীৰচাবৰ কাষতে আছে, তুমি আৰু মই মাত্ৰ দেখা পোৱা নাই। নৰেনদাসৰ ভাবগতি আচৰণ দেখি ফকীৰচাবে বুজি পালে তেওঁৰ চিঞৰ-বাখৰে কাম কৰিছে। নৰেনদাসহঁতে ফকীৰচাবৰ মাজত ৰহস্যজনক কিবা আছে বুলি গম পাইছে। এনে লাগিছে, যেন মানুহটো এইমাত্ৰ আকাশৰপৰা নামি আহিছে। চোতালত থিয় হৈ তেওঁলোকক টোপনিৰপৰা মাতি জগাই কৈছে, এই লোৱা তোমালোকৰ মালতী। দি গলোঁ। মুচকিলাচানৰ চাকিৰ জুই ইমান উজ্জ্বল হৈ জ্বলিছে যেন এই মুহূৰ্ততে গোটেই ঘৰতে জুই লাগি যাব পাৰে। গোটেই চোতালখন লাহে লাহে পোহৰময় হৈ উঠিছে। পূবৰপিনে কলগছ কেজোপাৰ তলত আন্ধাৰ হৈ আছে।

ফকীৰচাবে পিঠি দি থিয় হৈ আছে। কলগছৰ তলত মালতীক লৈ জোটন বৈ আছে।

ফকীৰচাবে মালতীক পোৱা কথাটো বিশ্বাস কৰাবৰ কাৰণে লা—ইলাহা-ইল্-লালালাৰ দৰে নাইবা বিচ্‌মিল্লা ৰহমান ৰহিমৰ দৰে আকৌ কথা আৰম্ভ কৰিলে,—দাস, আমাৰ মাজনীয়ে হাবিৰ মাজে মাজে ভীষণ বেগাই দৌৰি গৈ আছিল। মাজনীৰ আৰ্তনাদ শুনি নদীত পানীৰ সোঁত স্তব্ধ হৈ গৈছিল, বনৰ চৰাইৰ কণ্ঠত কুজন মুশুনা হৈ গৈছিল, ময়নামতীৰ হাটত চাকিবোৰ নুমাই গৈছিল, বুজিছা দাস, আমাৰ মাজনীয়ে বিপদৰপৰা উদ্ধাৰ পাবলৈ দৌৰি দৌৰি গৈ থাকোঁতে গছ-গছনি, কবৰতলী সকলোবোৰে হায় হায় কৰিছিল। দাস, তেনেতে মই গৈ তেওঁক ধৰি লৈ আহিলোঁ।

মালতীয়ে কলগছৰ তলত আন্ধাৰত থিয় হৈ ফকীৰচাবৰ সকলো কথা শুনি আছিল। জোটনেও শুনিলে, অভাগী মালতীৰ কাৰণে ফকীৰচাবে নানান মিছা কথাবোৰ কৈ আছে।

আভাৰাণীয়ে ঘৰৰ দুৱাৰমুখৰপৰা মুৰটো উলিয়াই ক'লে, ফকীৰচাব, মালতী ক'ত আছে, আমি দেখোন দেখা নাপাওঁ!

—আছে,—যদি আপোনালোকে তেওঁৰ একো দোষ নধৰে তেহে মই হাজিৰ কৰিম। নৰেনদাসে ক'লে, মিছা নক'ব ফকীৰচাব। আমাৰ বিশ্বাস হোৱা নাই।

—বাৰু তেন্তে। সেইবুলি ফকীৰচাবে ডাঙৰকৈ মাত দিলে, মা—আমাৰ মাজনী ক'ত আছা? বেলৰ তলত, ফুলৰ তলত য'তে আছা ওলাই আহাঁ।

ফকীৰচাবে হাতৰ চাকিৰ শলিতাডাল অলপ উলিয়াই দিয়াৰ লগে আকৌ পেটত কামোৰ ধৰিলে। তেওঁৰ তলপেটটোত ভৰ কৰি ধৰিছে। তেওঁ কেঁকোৰা হৈ পৰিছে। কোনোপধ্যেই পোন হৈ থিয় দিব নোৱৰা হৈছে। এনে লাগিছে যেন সমস্ত জগত ধৰ্মাধৰ্ম এই মুহূৰ্তত ফকীৰচাবৰ পেটৰ ভিতৰত বিনষ্ট হৈ যাব খুজিছে। তথাপি

কোনোৰকমে চকু তুলি চাই আছে। ডাঙৰকৈ এবাৰ তেওঁ হাঁহিলেও। তাৰ পিছত হাত ওপৰলৈ তুলি ক'লে, আহাঁ—ওলাই আহাঁ, মা-জননী মোৰ, আহাঁ। আচমানত বতাহত ; য'তে আছা নামি আহাঁ! ফকীৰচাবে যেন ভোজবাজি দেখুৱাব খুজিলে। এই গভীৰ মাজৰাতি, কোনো ক'তো যেতিয়া সাৰে থকা নাই, সেইসময়ত, ফকীৰচাবে নৰেনদাসৰ ঘৰৰ চোতালত ভোজবাজি দেখুৱাইছে। ওচৰচুবুৰীয়াৰ ভিতৰত, দীনবন্ধু আৰু তেওঁৰ দুজনী ঘৈণীয়েকো আহিছে। তেওঁলোকেও ফকীৰচাবৰ ৰহস্যবোৰ বুজি পোৱা নাই। ফকীৰচাবে মুচকিলাচানৰ চাকি লৈ আহিছে, সেইটো মাত্ৰ ধৰিব পাৰিছে। ঠিক সেই সময়তে চোতালৰ পাতল আন্ধাৰত দেৱীৰ ৰূপত মালতীৰ আবিৰ্ভাব হ'ল। ফকীৰচাবে হাতৰ চাকিটো আগলৈ লৈ অহাৰ লগে লগেই নৰেনদাস আৰু আভাৰাণীয়ে দেখিলে, ক্লান্ত পৰিশ্ৰান্ত মালতী, ধীৰে ধীৰে আগুৱাই আহিছে। তাইৰ চকু দুটা যেন জাপ খাই আহিব খুজিছে, যেন তাই মাটিত পৰি যাব এতিয়া! নৰেনদাস আৰু আভাৰাণীয়ে দৌৰি গৈ মালতীক থাপ মাৰি ধৰিব খোজোঁতেই ফকীৰচাবে হাতৰ চাকিটো ফুৎকৈ নুমাই দিলে। আৰু তৎক্ষণাৎ তাৰপৰা মনে মনে বেগাই বাটলৈ আহিল। জোটনো ইতিমধ্যে কেন্দুগছজোপা পাৰ হৈ বাটলৈ গুচি আহিছে। তাই ফুচ্‌ফুচাই ক'লে, বেগাই নাও এৰক। পলম নকৰিব।

নাৱৰ ওপৰত তক্তাত ফকীৰচাবৰ কাপোৰ-কানি মলমূত্ৰেৰে ভাঁহি গৈছিল। ফকীৰচাবে জোটনক মুখেৰে একো জনোৱা নাছিল। পেট একেবাৰে সুদা হৈ গৈছে। কিছুসময় মলমূত্ৰ নোহোৱাকৈ আছিল। জোটন দুৰ্গন্ধত বহিব পৰা নাই। নদীৰ মুখত নাও তুলিবগৈ পাৰিলে কোবাল সোঁত পোৱা যাব। ফকীৰচাবে মাত্ৰ জোটনক বেগাই নাও নি নদীত পেলাবলৈ ক'লে। তাৰ বাহিৰে আৰু কোনো কথা তেওঁ ক'ব নোৱাৰিলে। হাইজাত প্ৰাণ যাওঁ যাওঁ হৈছে। শেহনিশা মানলৈ হয়তো আলিপুৰা গাঁও পাবগৈ পাৰে। বাকী দুমাইলমান বাট থাকিব, নিশ্চয় জোটনে ৰাতিপুৱাৰ আগে আগে দৰগা পোৱাবগৈ পাৰিব।

নাও আহি সোঁতৰ মুখত পৰাৰ লগে লগে ফকীৰচাবে জোটনক দুটামান কথা ক'লে, বিবি, মোৰ মৰণ ওচৰ চাপি আহিছে। যেনেতেনে ৰাতি থাকোঁতেই দৰগা পাবগৈ লাগিব। আৰু ৰাতিপুৱা হলেই হাওঁহাওঁকৈ নাকান্দিবি। আলিপুৰাত খবৰ দিবিহি, ফকীৰচাবৰ ৰাতিতেই ইন্তেকাল হ'ল। যদি সোধে ৰাতি কিমান পৰত? ফকীৰচাবে এইবোৰ কি কৈছে, জোটনে প্ৰথমে বুজা নাছিল। মানুহটো এতিয়া নাৱৰ তক্তাত দীঘল দি শুই আছে। তাই ওচৰলৈ আহি গাত হাত দিয়াৰ লগে লগেই গম পালে, আলখোল্লা, জোব্বা সকলো তিতি গৈছে। জোটনৰ ভিতৰখন হাহাকাৰ কৰি উঠিল। তাই বুকুত চপৰিয়াই সুধিলে—

—কওক, ৰাতি কিমান পৰ বুলি ক'ম?

—কবি, আগৰাতিতেই।

—তেতিয়া দেখোন আপুনি নবেন দাসৰ ঘৰত আছিল!

—তোৰ ইমান কথাৰ দৰকাৰ কি বিবি! সেইবুলি কৈয়েই মানুহটোৰ কথা যেন একেবাৰে বন্ধ হৈ গ'ল।

জোটনে হাওঁহাওঁকৈ কান্দিব খোজোঁতেই ফকীৰচাবে হাত তুলি ইঙ্গিতেৰে তাইক ওচৰলৈ মাতিলে। জোটনে ফকীৰচাবৰ মূৰটো কোলাত লৈ বহিল। নাও পানীৰ কোবাল সোঁতত দ্ৰুতগতিত গৈ আছে। জোটনে কোনো ৰকমে এহাতেৰে নাৱৰ গুৰিটো ধৰি গৈছে। আনহাতে লাহে লাহে ফকীৰচাবৰ গাৰপৰা কাপোৰ-কানিবোৰ গুচাই দিছে। সুদা গাৰে মানুহটোৱে তক্তাখনত দীগল দি শুই হাতদুখন বুকুত থৈ অপলকভাৱে অন্ধকাৰত কিবা যেন চাই আছে। জোটনক মুখৰ ওচৰলৈ টানি আনি তেওঁ ক'লে, নাকান্দিবি বিবি, ভাল নালাগিলে এই দৰগালৈ যাব নালাগে। সেইবুলি কোৱাৰ পিছত ফকীৰচাবৰ কণ্ঠ ক্ৰমে ৰুদ্ধ হৈ আহিল।

আন্ধাৰৰ বুকুত ধূসৰ নদীৰ পানী। দূৰ গাঁও আৰু পথাৰত জোনাকী পৰুৱাবোৰ জিলিকি আছে। জোটনৰ ইচ্ছা হ'ল, মানুহটোক বুকুৰ মাজত সাৱটি ধৰি থাকিব! আকাশত হেজাৰ নক্ষত্ৰ জিলিকিছে। এই

গভীৰ আন্ধাৰৰ মাজত আকাশৰ নক্ষত্ৰবোৰে ফকীৰচাবৰ ইন্তেকাল চাই আছে। কতদিন ধৰি এই মানুহে, দিন নাই, ৰাতি নাই, মাত্ৰ পথাৰে পথাৰে, হাবিয়ে বননিয়ে ঘূৰি ফুৰিছে। কতদিন অনাহাৰে অনিদ্ৰাই দিন কটাইছে। শুনা যায়, কিবা এটা হত্যাকাণ্ডত জড়িত হৈ মানুহটোৱে এদিন ঘৰ এৰি গুচি আহিছিল। বড়িশালৰ ভোলা অঞ্চলত মানুহটোৰ ঘৰ আছিল। ল'ৰা-ছোৱালী, বাৰী-ঘৰ, পুখুৰী, পুখুৰীৰ পাৰে পাৰে অৰ্জুনগছ, ধাননিপথাৰ, সকলো এৰি খুনৰ অপৰাধত মানুহটো তাৰপৰা গোপনে গুচি আহিছিল। তাৰপিছত অত ত'ত পলাই পলাই বহুতদিন পাৰ কৰাৰ পিছত এদিন ৰাতি আহি আস্তানচাবৰ দৰগাত উঠিলহি। দূৰৰপৰা কোনোবা মানুহ আহিছিল কবৰ দিবলৈ, তেওঁলোকে এৰি যোৱা মম দুটুকুৰামান জ্বলাই কবৰতলীৰ হাবিৰ মাজে মাজে তেওঁ ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ নিজকে ৰজা-বাদচাহৰ নিচিনা লাগিল। মানুহজন সেইদিনাৰপৰা তাতে থাকিবলৈ ললে। দিন যোৱাৰ লগে লগে সেইঠাইৰ হাবি বন, গছ-গছনি, পশু-পক্ষী এটাইবোৰ তেওঁৰ আপোন হৈ উঠিল। তেওঁ এটা জুপুৰিঘৰ সাজি ললে। বৰিশালৰ ঘৰৰ কথা লাহে লাহে তেওঁ সকলো পাহৰি গ'ল। এদিন এটা মাটিৰ তিনিমুখীয়া চাকি সংগ্ৰহ কৰি ললে। তাৰপিছত, হদিচ্ আৰু ধৰ্মসম্পৰ্কীয় কিছুমান কথা ঠিক কৰি ললে। কথাবোৰ অনৰ্গল কৈ যাব পৰা হ'ল। তেওঁ এজন নতুন মানুহ হৈ পৰিল। আগৰ খুনী মানুহটো আৰু নাই। তেওঁ এজন ফকীৰ হৈ পৰিল।

এই মানুহজনৰে এতিয়া ইন্তেকাল হৈছে। জোটনে সুধিলে, আপোনাৰ অকণো ভয় নাই ফকীৰ চাব? আপুনি মানুহ নাছিল, আপুনি আছিল পীৰ। এইবুলি কোৱাৰ লগে লগে জোটনৰ মনৰ পৰাও যেন সকলো ভয় আঁতৰি গ'ল। ৰাতিৰ ভিতৰতে যেনেতেনে মানুহজনক দৰগাত তুলিবগৈ লাগিব। ডাঙৰ নিমগছ এজোপাৰ তলত ভেটি এটাৰ দৰে ওখ মাটি এটুকুৰা আছে। তাতেই এওঁক শুৱাই দিব লাগিব। পুৱা আহুধান কাটিবলৈ নাও লৈ এইপিনে অহা মানুহে দেখিব, জোটনে

গছৰ তলত মৰামানুহ এজন লৈ বহি আছে। মানুহবিলাকে কোননো মৰিছে খবৰ লবলৈ আহি গম পাব, মানুহজন ফকীৰচাব। ফকীৰচাবৰ ৰাতিৰ ভিতৰতে ইন্তেকাল হৈছে। ৰাতি মানুহজনে দেহত্যাগ কৰিব বুলি নিজে ঠিক কৰিলে। এই বয়সলৈকে মানুহটোৰ কোনোদিনে কোনো ৰোগ শোক জড়াব্যাধি নাছিল। শেষ বয়সত বাৰ্ধক্য আহিব খুজিছিল। সেই বাৰ্ধক্যক প্ৰশ্ৰয় দিয়া উচিত নহয়! তেওঁৰ যেন একো বেমাৰ হোৱা নাছিল, তেনে বুজাবলৈ জোটনে ফকীৰচাবৰ গাটো ভালকৈ ধুৱাই দিলে। গাত মলমূত্ৰৰ কোনো গোন্ধ থাকিবলৈ নিদিলে। যেন এতিয়া জোটনৰ নিজৰে বিশ্বাস হ'ল, ফকীৰচাব, আপুনি সঁচাই পীৰ হৈ গ'ল!

খিড়িকীৰে আবেলিৰ ৰ'দ আহিছে। বৃন্দাবন য়ে ঘৰৰ সকলো দুৱাৰ-খিড়িকী খুলি দিছে। এইটো কোঠাত অমলা আৰু কমলাই সাজ-পোচাক কৰিব। সিহঁত দুজনী এতিয়াও বাৰান্দাতে থিয় হৈ আছে। দূৰত শীতলক্ষা নদী। নদীৰ পাৰে পাৰে এদল মানুহে বলিৰ ম'হটো লৈ গৈছে। অমলাই আৰু কমলাই তাকে চাই আছিল।

বৃন্দাবনীয়ে মাতিলে, বৰ আইজনী, আহাঁ। সিহঁতে দেখিলে, বৃন্দাবনীয়ে ডাঙৰ আলমাৰিটো খুলিছে। সিহঁতৰ ফ্ৰক উলিয়াইছে। তাই এতিয়া প্ৰথমে সিহঁতৰ মূৰ আঁচুৰি চুলি ঠিক কৰিব। বেলি পৰি আহিছে। তলত টম্‌টম্ ঘোঁৰাগাড়ী ৰৈ আছে। সিহঁতে আবেলি আন আন বাবুহঁতৰ ঘৰত গোসাঁনী চাবলৈ যোৱাৰ কথা। লগত ৰামসুন্দৰ যাব। বৃন্দাবনীয়ে মাতিলে সিহঁতে সহজে কেতিয়াও ওচৰ চাপি নাহে। সিহঁতৰ তেতিয়াহে খেলা আৰম্ভ হয়। মাৰ্বল পাথৰৰ মজিয়াত বেগাই দৌৰি যাবও নোৱাৰি। ছোৱালীদুজনীয়ে কিন্তু মসৃণ মজিয়াৰ ওপৰতো বেছ দৌৰ দিব পাৰে। বৃন্দাবনীয়ে মাতিলেই সিহঁত দুজনী দৌৰি পলায়।

বৃন্দাবনীয়ে সিহঁতৰ মূৰৰ চুলি ইমান জোৰে বান্ধি দিয়ে। সিহঁতে বৰ দুখ পায়। বৃন্দাবনীয়ে এবাৰ মাতিয়েই বাদ দিলে। কাৰণ, মাতিলেই সিহঁত পলাব। তাই মনে মনে সিহঁতৰ ওচৰলৈ গৈ দুইজনীক থাপ মাৰি ধৰি আনিব বুলি মনতে ভাবিলে। কিন্তু তাৰ আগতেই দুষ্ট ছোৱালীহঁতে গম পাই গৈছে। গতিকে সিহঁত খেলাত বেছি ব্যস্ত হৈ দেখুৱালে। দুজনী পৰীৰদৰে সিহঁতে ভৰিৰ আঙুলিত ভৰ দি পিছল মজিয়াত নাচি নাচি দৌৰিবলৈ ধৰিলে, যেন দুজনী বেলেৰীনা। হাত ওপৰলৈ তুলি বিচিত্ৰ ভঙ্গীৰে সিহঁতে যেন মসৃণ বৰফত পিছলি পিছলি নাচিবলৈ ধৰিলে। পাছে পাছে ঘূৰি ঘূৰি সিহঁতক ধৰিব নোৱাৰি বৃন্দাবনীৰ খং উঠে। তাইনো কেনেকৈ সিহঁতক দৌৰি গৈ ধৰিব পাৰিব! শেষত বৃন্দাবনীয়ে খঙত অভিমান কৰি এঠাইত থিয় হৈ থাকে। মুখৰ মাতবোল বন্ধ হৈ যায়। সিহঁতে বৃন্দাবনীৰ মুখ দেখি গম পায় যে তাইৰ খং উঠিছে। তেতিয়া আৰু দৌৰি থাকিবলৈ এৰি দুইজনীয়ে লাহেকৈ বৃন্দাবনীৰ ওচৰত ধৰা দিয়েহি। বৃন্দাবনীৰ প্ৰতি সিহঁতৰ ভয়ো কম নহয়। কেঁচুৱাৰেপৰা সিহঁত বৃন্দাবনীৰ ওচৰত ডাঙৰ-দীঘল হৈছে।

অমলাই ক'লে, বৃন্দা পেহী, আজি মোক চুলি বান্ধি দিব নালাগে।

বৃন্দাবনীয়ে সিহঁতৰ কাপোৰ ঠিক কৰি থকাৰপৰাই মূৰটো তুলি অমলাৰপিনে চালে। মুখেৰে একো নামাতিলে।

অমলাৰ চুলিখিনি মেলি ৰখাৰ ইচ্ছা। কান্ধলৈকে বব কৰা চুলি তাইৰ। বৃন্দাবনীয়ে ভাবে, চুলিখিনি পিঠিলৈ নামি আহিলেই কাটি পেলোৱা ঠিক নহয়।—এতিয়া ছোৱালীহঁত, তহঁতৰ বয়স হৈ আহিছে। এই বয়সত চুলিখিনি আৰু অলপ দীঘল হ'বলৈ দিব লাগে। মই সেইকাৰণে টানকৈ আঁটি বেণী গাঁঠি দিব খোজোঁ। তেতিয়াহে চুলিৰ গুৰিবোৰ টান হ'ব, আৰু ডাঙৰ হ'লে চুলি নসৰাকৈ থাকিব। কিন্তু ববকটা চুলিৰে সিহঁতৰ মুখদুখন বৰ সুন্দৰ দেখি। দেফ'দিল্‌চৰদৰে লাগে। কেবাদিনো ভাবিছে সিহঁতৰ দুইটা মূৰ খুৰাই দিয়াব। খুৰাই দিব বুলি শুনিলেই দুইজনীয়ে হাত-ভৰি আচাৰি কান্দিবলৈ ধৰে। বৃন্দাবনীৰ

তেতিয়া আকৌ দুখ লাগে। চুলি কটাৰ কথা লৈ মাজুকৰ্তাক তাই একো নকয়।

এই বৃন্দাবনীয়ে মাজুকৰ্তাকো সৰুৰেপৰা ডাঙৰ-দীঘল কৰিছিল। সেই একে সেৱা আৰু যত্নেৰে বৃন্দাবনীয়ে এই দুজনী ছোৱালীকো তুলিছে। অমলা আৰু কমলা আকৌ দৌৰি খেলিবলৈ ওলাই যাব খোজা দেখি বৃন্দাবনীয়ে এইবাৰ ধমকি দিলে। খণ্ডত ধম্ ধম্‌কৈ আলমাৰিৰ দুৱাৰ বন্ধ কৰিবলৈ ধৰিলে, সিহঁত দুজনীৰ এজনীও ওচৰ চাপি নাহে, কোঠাটোৰ চাৰিওপিনে 'স্কেটিং' কৰি ফুৰিছে।

কলিকতাৰ ঘৰত হলে বৃন্দাবনীয়ে আৰু জোৰে ধমকি দিলেহেঁতেন। কিন্তু ইয়াত নোৱাৰে। কলিকতাৰ ঘৰত তায়েই সকলো। তাই নথকা হ'লে, দুইজনী ছোৱালীৰ মাকৰদৰে আচাৰ ব্যৱহাৰ বহুতখিনি অন্য ধৰণৰ হ'লহেঁতেন। সিহঁতে সুন্দৰ বাংলা ভাষা ক'ব পাৰে; পূজা অৰ্চনাত অগাধ ভক্তি। কেতিয়া পূজা হ'ব, দেশলৈ কেতিয়া আহিব পাৰিব, মাজুকৰ্তাক তাকে সুধি থাকে। সন্ধি পূজাৰ সময়ত ঘৰত আন সকলো ছোৱালীৰদৰে সিহঁত দুজনীয়েও বাৰান্দাৰ চিকৰ আঁৰত কৰযোৰে থিয় হৈ থাকে। ম'হ বলিৰ পিছত কপালত তেজৰ ফোঁট লয়। সিহঁতেও ভাবে, বলিৰ ফোঁট ললে শৰীৰৰ সকলো পাপ নোহোৱা হয়, দেহ-মন জুৰি তেতিয়া মাত্ৰ এটা পৱিত্ৰ ভাব থাকে। বৃন্দাবনীয়ে সিহঁতৰ মুখ দেখিলেই সেই ভাব ধৰিব পাৰে।

মাজুকৰ্তাৰ পৰিবাৰে কিন্তু এইবোৰ ভাল নাপায়। দৰাচলতে তেওঁ ভাল পায় নে নাপায় নিজেও ঠিক নাজানে। তথাপি প্ৰতিবাৰেই অমলাহঁত পূজাৰ সময়ত দেশলৈ অহা লৈ স্বামী-স্ত্ৰীৰ মাজত সদায় মতানৈক্যৰ সৃষ্টি হয় আৰু শেষত তাৰপৰাই মনোমালিন্য বাঢ়ি গৈ এতিয়া পৰস্পৰ দুয়োজন বহুত দূৰলৈ আঁতৰি গৈছে। বৃন্দাবনীয়ে সকলো গম পাই থাকে। মাজুকৰ্তাই সিহঁতক লৈ ষ্টীমাৰ ঘাট পোৱাৰ লগে লগেই যেন সম্পূৰ্ণ এজন বেলেগ মানুহ। যেন অতি সৰল শান্ত ল'ৰা এজন, কিমানদিনৰ মূৰত যেন তেওঁ ঘৰলৈ ঘূৰিছে, ষ্টীমাৰৰপৰা নামিয়েই

তেওঁ জন্মঠাইখনক এবাৰ আঁঠুকাঢ়ি সেৱা কৰে। জীয়েকহঁতক কয়, এই তোমালোকৰ দেশ, বাংলাদেশ, এয়ে তোমালোকৰ পিতৃভূমি। তাৰপিছত তেওঁ নীৰৱে খোজ লয়। এই বাটটুকুৰা তেওঁ গাড়ীত উঠি নাযায়। নদীৰ পাৰৰ সেউজীয়া ঘাঁহনি, শাৰী শাৰী তালগছ, এই-বোৰৰ মাজত নিজৰ বাল্যকালৰ দিনবোৰৰ কথা মনত পৰি মাজুকৰ্তা যেন অভিভূত হৈ যায়। এই বাটেদি কৈশোৰৰ কতদিন তেওঁ ঘোঁৰাত উঠি কিমানদূৰলৈকে গুচি গৈছিল।

বৃন্দাবনীয়ে লক্ষ্য কৰিছে, অমলাহঁতক পূজাত ঘৰলৈ অনা লৈ আজিকালি আৰু কোনো তৰ্ক-বিতৰ্ক নহয়। মাত্ৰ পূজাৰ সময়ত কলিকতাৰপৰা জমিদাৰীলৈ ৰাওনা হোৱাৰ আগৰ কেদিনমান মাজুকৰ্তাই সদায় পুৱা মহাভাৰত পাঠ কৰে। সন্ধ্যা ক্লাবলৈ যোৱা বন্ধ ৰাখে। মাজুবোৱাৰী নিয়মিত গীৰ্জালৈ যায়। ঘৰলৈ ফাদাৰ আহে। দক্ষিণৰ পিনে ডুমহলীয়া বগা মোজেক কৰা হলঘৰটোত ফাদাৰ আহি বহিলেহি মাজুবোৱাৰী তেওঁৰ ভৰিৰ কাষতে বহি থাকে। আৰু অমলাই দেখে, পূজাৰ আগৰ কেদিনমান দেউতাকে মাকৰ কোঠাৰ পিনে একেবাৰে নাযায়। মাকৰ মুখখন অতি বিষণ্ণ, ক্লান্ত হৈ থাকে। ৰাতি দেউতাক নিজৰ কোঠাত অকলে শুই থাকে। কেতিয়াবা দুপৰ নিশা উঠি ফ্লুট বজায়। মাজুদেউতাকৰ মাজত এনে কিয় হৈছে অমলা কমলাই একো ধৰিব নোৱাৰে। ৰাতিপুৱাই দুই বাই-ভনী স্কুললৈ গুচি যায়। স্কুলৰ-পৰা আহি সেই পৰিবেশত ঘৰৰ ভিতৰত দৌৰাদৌৰি কৰি খেলিবলৈ সিহঁতৰ সাহস নহয়। মাকৰ মুখ বিষণ্ণ, গহীন, তেওঁ যেন ক্ৰমে শিলৰ দৰে নিস্পন্দ হৈ যাবলৈ ধৰিছে। কিহৰ অন্বেষণত সিহঁতৰ মাক সাত সমুদ্ৰ পাৰ হৈ দেউতাকৰ লগত এই দেশলৈ গুচি আহিছিল! এতিয়া তেওঁৰ চকুলৈ চাই এনে লাগে, বিদেশলৈ যোৱাৰ আগতে যেন এদিন তেওঁ ইয়াত কিবা এটা এৰি থৈ গৈছিল। বিদেশৰপৰা ঘূৰি আহি এতিয়া তেওঁৰ আকৌ সেই এৰি থৈ যোৱা কিবা এটালৈ মনত পৰিছে। তেওঁ অনবৰত খোলা খিড়িকীখনেদি সমুখৰ মুকলি ঠাইখিনিলৈ চাই

থাকে। মুকলি ঠাইখিনি পাৰ হলেই সেই দুৰ্গ, দুৰ্গৰ ওপৰত হাজাৰ হাজাৰ জালালি পাৰ উৰি থাকে। সেইপিনে চাই চাই মাক সদায় অন্যমনস্ক হৈ যায়। কিবা যেন মৌন হৈ বিচাৰি থাকে।

এনে সাংসাৰিক পৰিবেশৰ মাজত বৃন্দাবনীয়ে অমলা আৰু কমলাক বাংলাদেশৰ মাটিৰ কাহিনী শুনায়। শৰৎকালত শেৱালিফুল ফুলে, স্থলপদ্মফুলৰ গছ নিয়ৰত তিতি থাকে; আকাশ নিৰ্মল হৈ পৰে, ৰ'দত সোণালী ৰঙ বিয়পি পৰে, এই এখনি দেশ, যাৰ নাম বাংলাদেশ। তোমালোক দুজনী এই দেশৰ ছোৱালী। যেতিয়া দেখিবা পথাৰত সোণালী ৰ'দ ওলাইছে, আকাশত জাকে জাকে চৰাই উৰিছে, পথাৰ ভৰি ধানগছবোৰ হালি-জালি আছে, নদীৰ পানী তললৈ ক্ৰমে নামি গৈছে, নদীৰ দুপাৰত বালিৰ চৰ পৰিছে, নানান কাঁইটীয়া গছ গজি উঠিছে, নদীত আনাৰস আৰু তালৰ বোজাই লৈ নাও গৈ আছে, তেতিয়াই বুজিবা দেশত শৰতকাল নামিছে। এনে এখন দেশত, অমলা আৰু কমলা, তোমালোকে জন্ম লৈছা। অমলা, তোমাৰ নীলাচকু আৰু সোণালী চুলিৰে তুমি যদি হেমন্তৰ পথাৰত থিয় দিয়াগৈ, তোমাক লক্ষ্মী প্ৰতিমা যেন লাগিব। তোমালোক দুজনী তেনে ধুনীয়া ছোৱালী। এতিয়া আহাঁ, দুষ্টামি নকৰিবা, দুইজনীৰে চুলি বান্ধি দিওঁ। বৃন্দাবনীয়ে এইবাৰ সুন্দৰকৈ দুইজনীক সজাই দিলে। সিহঁত চিৰিয়েদি নামি গৈ নেদেখা নোহোৱালৈকে বৃন্দাবনীয়ে সিহঁতক চাই থাকিল। সিহঁতে যাওঁতে আইতাকৰ কোঠাইদি গ'ল। খুৰীয়েকহঁতকো দেখা কৰি গ'ল। মাজুকৰ্তাই অজাতি ছোৱালী বিয়া কৰোৱাৰ পিছৰপৰা পৰিয়ালত প্ৰায় সকলোৰে অৱহেলাৰ পাত্ৰ হৈ পৰিছিল। তেওঁ সম্পত্তিৰ অধিকাৰৰ-পৰাও বঞ্চিত হৈছে। এতিয়া জীয়েক দুগৰাকীয়েই হয়তো উত্তৰাধিকাৰী-সূত্ৰে সম্পত্তিৰ ডাঙৰ অংশ এটা পাব পাৰে, নাইবা হয়তো শেষ পৰ্যন্ত নাপাবও পাৰে। মানুহৰ মনত সেই বিষয়ে বিভিন্ন ধাৰণা। আৰু সেই কাৰণেই ছোৱালী দুজনীয়ে সকলোৰেপৰা বিশেষ এটা আগ্ৰহ আৰু আদৰ লাভ কৰে। অনবৰত ফুৰ্তিত হাঁহি-মাতি, চাবি দিয়া জাপানী

পুতলাৰ দৰে হাত-ভৰি নচুৱাই ছোৱালী দুজনী ঘূৰি ফুৰে, অথচ কথা-বতৰাতো অত্যন্ত অমায়িক। এইবোৰ কাৰণতে বিশেষকৈ সকলোৱেই সিহঁতক মৰম কৰে। সিহঁত দুজনী সেয়ে বাহিৰলৈ ওলাই গলেই ঘৰৰ ভিতৰখন একেবাৰে শূন্য হৈ পৰে। সিহঁত ওলাই যোৱাৰ লগে লগে চাৰিওপিনে চকু ফুৰাই চাই গ'ল। কিন্তু সোণক ক'তো দেখা নাপালে। এবাৰ দুপৰীয়া চিৰিৰ কাষত তাক লগ পাইছিল। কিন্তু কপালত ম'হবলিৰ ফেঁাট দিয়াৰ লগে লগেই সি আকৌ দৌৰি পলাল। সি ক'লৈ যে গ'ল! তলৈ নামি আহি দেখিলে, খালেক মিঞা গাড়ীত নাই। হাতীৰ মাউত জচীমে গাড়ী লৈ আহি বৈ আছে। গাড়ীৰ পাছফালে ৰামসুন্দৰে তকমা বান্ধি থিয় হৈ আছে।

অমলাই খালেকক নেদেখি অলপ আচৰিত হৈ সুধিলে, জচীম তুমি!

—এৰা, আইজনী, মইহে নিম আজি।

—খালেক ক'ত?

—তেওঁৰ গা অসুখ আইজনী।

—কি হৈছে?

—জ্বৰ, কাহ।

এতিয়াৰ এই ৰামসুন্দৰক দেখি পুৰা দেখা ৰামসুন্দৰ বুলি চিনিবই নোৱাৰি। আজিৰ দিনটোৰ কাৰণে সি এই ঘৰৰ ভৃত্য নহয়, সি মাত্ৰ দেৱীৰ ভৃত্য আজি। কিন্তু যেতিয়াই শুনিলে, বৰ আইজনী আৰু সৰু আইজনী আন বাবুহঁতৰ নাটমন্দিৰ আৰু ব্ৰাহ্মণপাৰাৰ পূজা চাবলৈ যাব, তেতিয়াই সি লৰালৰিকৈ উৰ্দি পিন্ধি দৌৰি ওলাই আহিল। এতিয়া দেখিলে ভাব হয়, ৰামসুন্দৰ দেৱীৰ লগতে এই দুজনী ছোৱালীৰো ভৃত্য।

ৰামসুন্দৰৰ ভৰিত জোতা, গাত বগা উৰ্দি আৰু কঁকালত বহল বেণ্ট। বেণ্টৰ মাজত পিতলত এই জমিদাৰীৰ প্ৰতীক চিন। তাৰ মূৰত নীলা ৰঙৰ পাগুৰি; জৰিৰ কাম কৰা পাগুৰিটো বুলবুল চৰাইৰ বাহ এটাৰ দৰে লাগিছে। পাগুৰিৰ মাজটো ওখ আৰু জোঙা হৈ টুপি

এটাৰ নিচিনা লাগিছে। সোণে এতিয়া তাক দেখা হলে সুধিলেহেঁতেন, ৰামসুন্দৰ, তুমি কোন দেশৰ ৰজা ?

অমলা আৰু কমলাই সেইবোৰ একোকে মন কৰা নাই। গহীনভাৱে গাড়ীত উঠি বহিল। ঘৰৰ দাস-দাসীৰ ওচৰত, নাইবা বাহিৰ ওলাই আহেঁাতে অন্য মানুহৰ ওচৰত সিহঁতে অকণো চঞ্চলতা প্ৰকাশ নকৰে। কোনো মাতবোল নকৰাকৈ গহীনভাৱে ওচৰাওচৰিকৈ দুইজনী গাড়ীত উঠি বহিল, দুইজনীয়েই আকৌ এবাৰ চাৰিওপিনে চকুঘূৰাই চালে। সোণটো বা ক'ত আছে ; সি বাৰু এই অসময়তো শুই আছে নেকি ? যাওঁতে কাছাৰীঘৰৰ কাষেদি গাড়ীখন লৈ যাবলৈ ইচ্ছা হৈছিল যদিও অমলাৰ ক'বলৈ সাহ নহ'ল। ইয়ালৈ আহিলেই কিছুমান নিয়ম-কানুন মানি চলিব লাগে। য'লৈকে ত'লৈকে অকলে অকলে গলে আইতাই খং কৰে। আনকি দেউতাকেও সিহঁতক অন্দৰ মহলৰপৰা ওলাই অহা দেখিলে ধমকিৰ সুৰত কয়, তোমালোক ইয়াত কিয় ; ভিতৰলৈ যোৱাঁ। অথচ কলিকতাৰ ঘৰত সিহঁতৰ ফুৰাত কোনো বিশেষ নিয়ম নাই। মালীহঁতৰ ল'ৰাকেটাই সিহঁতৰ হৈ কিমান কাম কৰি দিয়ে। কলিকতাৰ ঘৰটোও তো কম প্ৰকাণ্ড প্ৰাসাদ নহয়। দৌৰি দৌৰি ইমূৰৰ পৰা সিমূৰ শেষ কৰিব নোৱাৰি। তিমান প্ৰকাণ্ড ঘৰত মুকলি মনেৰে সিহঁতে সৰুৰেপৰা ডাঙৰ হোৱা কাৰণে ইয়াত এই নিয়মবোৰৰ কাৰণে সিহঁতে মাজে মাজে অসুবিধা পায়। সিহঁতক যেন ইয়াত বন্দিনী দুখী ৰাজকুমাৰী কৰি ৰাখে। অমলাৰ সোণকো লগত লৈ পূজা চাবলৈ বৰ ইচ্ছা আছিল। দুই বাই-ভনীৰ মাজত সোণ বহি থাকিব, কি যে ভাল লাগিব ! সোণৰ গাত চন্দনৰ গোন্ধ লাগি থাকে। এনে এটা গোন্ধ সি যে ক'ত পায় ! তাইৰ আৰু মনত পৰিল, যোৱা নিশা দাতা কৰ্ণৰ পালা হৈছিল। তাত তাই বৃষকেতুক দেখিছিল। সুন্দৰ উজ্জ্বল এখনি মুখ, টনা টনা ডাঙৰ দুটা চকু, সৰু ল'ৰা এটা, তাৰ কি অসীম পিতৃভক্তি ! সোণকো তাইৰ বৃষকেতুৰ দৰে লাগিল। কালি তাই চিকৰ আঁৰৰপৰা দেখিছিল, সোণে পগলা বৰদেউতাকৰ কাষত বহি আচৰ চাই আছিল।

যাত্ৰা চাই চাই সি পগলা [illegible] আঁঠুতে এবাৰ বাগৰ দি শুই পৰিছিল।

আৰু কি আচৰিত এই পগলাঠাকুৰ! গোটেই সময়খিনি মেৰুদণ্ড পোনকৈ একেথৰে বহি আছিল। ভৰি বা গা লৰালেই কিজানি সোণে সাৰ পাই যায়! অমলাই আৰু লক্ষ্য কৰিছিল, সিহঁতৰ পেহীয়েক আৰু খুৰীয়েকহঁতে মনে মনে পগলা ঠাকুৰৰ পিনে চাই চাই যেন অন্যমনস্ক হৈ পৰিছিল। ওলোমা লণ্ঠনত তেতিয়া ৰঙা নীলা নানা ৰকমৰ পোহৰ জিলিকি আছিল।

গাড়ীখন ক্ৰমে গছৰ ছাঁৰ মাজে মাজে মিহি শিলগুটি দিয়া বাটেদি বাহিৰলৈ গৈ আছিল। ঘোঁৰাৰ খুৰাৰ কটপ্ কটপ্ শব্দ হৈছে। পুখুৰীৰ শান্ত পানীত পদুমফুল কিছুমান ফুলি আছে। শৰতৰ বেলি ক্ৰমে পৰি আহিছে। কাষৰ গছবোৰৰ মাজে মাজে ওপৰৰ নীলা আকাশ, আৰু নদীৰ পাৰে পাৰে অজস্ৰ মানুহ অহা-যোৱা কৰা দেখা গৈছে। সকলো-বিলাক গোসাঁনী চাবলৈ ওলাইছে।

অমলাই যেন বিৰক্তিৰে ক'লে, সোণটো যে কি নহয়!

—কিয়, কি হৈছে!

—তাক ক'তো দেখিবলৈ নাই!

অমলাই পুখুৰীৰ ইপাৰৰপৰা সিপাৰৰ কাছাৰী ঘৰলৈ চাই পঠিয়ালে। মঠৰ চিৰিত যদি সি বহি থাকে, নাইবা ম'ৰা, হৰিণা আৰু কুম্ভীৰ চাই ঘূৰি ফুৰে তেন্তে হয়তো তাক দেখা যাব পাৰে। ফুল গছৰ আঁৰত, নাইবা গছবোৰৰ পাতৰ জালিকটা সুৰুঙাইদি তাই দূৰৰপৰা অতি ভালকৈ নিৰীক্ষণ কৰিলে; কিন্তু অমলাই সোণক ক'তো আবিষ্কাৰ কৰিব নোৱাৰিলে। কমলাই এবাৰ ক'লে, সোণ আৰু কেতিয়াও আমাৰ ওচৰলৈ নাহে।

কথাবাৰত অমলাৰ বুকুখন চিৰিঙকৈ মাৰিলে।

—নাহিব কিয়?

—তাৰ কিবা খং, আমাৰ ওপৰত।

—আমিতো তাক একো কোৱা নাই!

—খং নকৰিলে এনেকুৱা নহয়। আমাক দেখিলেই সি আঁতৰি যাব খোজে।

অমলাৰ গাত জ্বৰঘাম উঠিল। সোণে আকৌ কমলাক কৈ দিয়া নাইতো!

গাড়ীখন এতিয়া নদীৰ পাৰত উঠিছেহি। দুটা বগা ঘোঁৰাই গাড়ী টানি লৈ গৈ আছে। ঘোঁৰাৰ খুড়াৰ কটপ্ কটপ্ শব্দ শুনা গৈছে। শীতলক্ষাৰ বুকুত যেন লাহে লাহে সূৰ্য্য অস্ত যাবলৈ ধৰিছে। বাটৰ মানুহবিলাকে গাড়ীৰ দুই দাঁতিত থিয় হৈ দুই প্ৰতিমাৰ দৰে সুন্দৰী বালিকা দুজনীক মূৰ দোঁৱাই নমস্কাৰ জনাইছে। বাটটো মুকলি হৈ আছে। ঘোঁৰা দুটাই বিনা বাধাই দুলি দুলি কদম দিছে।

অমলাই ক'লে, সোণক ক'ৰবাত দেখিলে, এইবাৰ হেঁচা মাৰি ধৰিম বুজিছ, আৰু জোৰ কৰি ধৰি আনিম। দেখা যাব তাৰ পিছত ক'লৈ যায়!

কমলাই ক'লে, তই তাৰ হাত দুখনত ধৰিবি, মই ভৰি দুটাত ধৰিম, চাংদোলা কৰি ছাদৰ ওপৰলৈ লৈ আহিম। তাৰপিছত চিৰিৰ দুৱাৰ বন্ধ কৰি দিলে দেখা যাব সি কেনি ওলাই যায়! অমলাই ভাবিলে, সোণৰ খং তুলিলে ঠিক নহ'ব। তাক ফুচুলাই ৰাখিব লাগিব। তাই যে সোণৰ সৈতে সেইদিনা কি কৰি পেলালে! কমলাৰ সৈতেও তাই কতবাৰ তেনেকুৱা ধেমালি কৰিছে। কিন্তু সোণৰ সৈতে, সেই অভিজ্ঞতা একেবাৰে বেলেগ। তাইৰ ভয়, কমলাই যদি লোভ দেখুৱাই সোণক হাত কৰি পেলায়! তাই সেয়ে বহুত কথা ভাবি কমলাক ক'লে, নহয় কমলা, সোণক জোৰকৈ ছাদলৈ আনিব নোৱাৰি। সি বৰ ভাল ল'ৰা। তাক মই ভাল পাওঁ।

কমলাই বায়েকৰ পিনে চাই ক'লে, ময়ো তেন্তে তাক ভাল পাওঁ।

অমলাই মনতে ক্ষুণ্ণ হ'ল। তাই সামান্য অভিমানৰ সুৰত ক'লে,

তোৰ সেইটোৱে স্বভাৱ কমলা, মোৰ যিটো ভাল লাগে তোকো সেইটো লাগিবই।

—মোৰ নে তোৰ ?

অমলাই আৰু একো নামাতিলে। পাছফালে ৰামসুন্দৰ থিয় হৈ আছে প্ৰায় কাঠৰ পুতলা এটাৰ দৰে। সোণ আৰু তাৰ বৰদেউতাকক লগ ধৰিব পাৰিব আৰু সোণক ঘোঁৰাগাড়ীত তুলি লব। অৱশ্যে পগলা বৰদেউতাকো লগত থাকিব। সিহঁত চাৰিজন, ঠিক চাৰিজন নহয়, ৰামসুন্দৰ, জচীম, আৰু কুকুৰটোৰে সাতজন। সিহঁত সাতোটাই একেলগে ঘৰে ঘৰে দুৰ্গাপূজা চাব। সকলোৰে শেষত পুৰণি প্ৰাসাদলৈ যাব আৰু তাৰ গোসাঁনী চোৱা শেষ হলেই সিহঁত নদীৰ পাৰত এটুকুৰা বহল মুকলি ঠাইত বহিবগৈ। আহিনৰ শেষ বতৰ, সন্ধ্যা হোৱাৰ লগে লগে হিম পৰিবলৈ ধৰিব। আকাশত ৰূপালী জোনাক থাকিব। সিহঁতে অলপ ৰাতিকৈ ঘৰলৈ ঘূৰিব। লগত ৰামসুন্দৰ আছে যেতিয়া কিহৰ ভয়! সি উৰ্দি পিন্ধি বীৰবেশে, কাঠৰ পুতলাৰ দৰে অনবৰত থিয় হৈ থাকিব।

সোণেও দেখিলে, নদীৰ পাৰৰ বাটেদি দুটা ঘোঁৰাৰে টম্‌টম্ গাড়ীখন বেগাই গৈ আছে। গাড়ীৰ পাছত যাত্ৰাপাৰ্টিৰ ভাৱৰীয়াৰ দৰে কোনোবা এজন থিয় হৈ আছে। সোণে দূৰৰ পৰা, ৰামসুন্দৰ যে এনে এটা ৰজাৰ বেশত থিয় হৈ থাকিব পাৰে সেইটো ভাবিবই পৰা নাই। অমলা আৰু কমলাই হাত তুলি ইঙ্গিতেৰে সোণক মাতিবলৈ ধৰিলে।

সোণে লৰালৰিকৈ বৰদেউতাকৰ হাত এখনত টানি ধৰিলে। অমলাহঁতে পুৰণি মঠৰ ওচৰত ঘোঁৰাগাড়ী ৰখাই সোণহঁতলৈ চাই থাকিল। সোণক গাড়ীত তুলি লবলৈ সিহঁত ৰৈ আছে বুলি সোণে বুজি পালে। লগে লগে সোণে তাৰ বাটৰ মোৰ ঘূৰাই দিলে। সি ঠিক কৰিলে, সিহঁত আকৌ পিলখানাৰ পথাৰৰ পিনে ঘূৰি যাব। সি বৰদেউতাকৰ হাতত ধৰি ওলোটা পিনে খোজ ললে। অমলাই ৰামসুন্দৰক ক'লে, ৰাম,

তুমি যোৰঁাচোন সোণক লৈ আহাঁ। কমলাই ক'লে, দেখিলি বাইদেউ, সোণে আমাক দেখিয়েই পলাব খুজিছে।

ৰামসুন্দৰ গাড়ীৰপৰা জঁাপ মাৰি নামিল। সি শাৰী শাৰী তালগছ-বোৰৰ অঁাৰে অঁাৰে গৈ পোনেই নদীৰ চৰত নামিলগৈ। জমিদাৰীৰ-পৰা নদীৰ এই অংশত পাৰ বান্ধি দিয়া হৈছে। সি চিৰিৰে নামি কহুঁৱাবনৰ কাষেদি দৌৰ দিলে।

সোণে দেখিলে, সেই ৰজাৰ বেশৰ মানুহটোৱে নদীৰ পাৰৰ বালিচৰেদি দৌৰি সিহঁতৰ পিনে আহিছে। কহুঁৱা বনৰ মাজত সোমাই লুকাব নেকি সি এবাৰ ভাবিলে। সি বুজিলে, অমলা আৰু কমলাই তাক ধৰি নিবৰ কাৰণে মানুহটোক পঠাই দিছে। কিন্তু পলাব খুজিয়েই সি দেখিলে, কুকুৰটোৱে নেজ লৰাই লৰাই ভুক্ ভুক্ কৰিছে। আচলতে কুকুৰটোৱে ৰামসুন্দৰক চিনি পাইছে।

সোণে কঁহুৱা বনৰ মাজত পলাব নোৱাৰিলে। সি বালিচৰৰ ওপৰেদি দৌৰিবলৈ ধৰিলে। সি ভাবিলে, দৌৰি গৈ সি কাছাৰীঘৰত উঠিবগৈ আৰু মাজুদেউতাকৰ গাদীৰ কাষত মনে মনে বহি থাকিবগৈ। সি অমলা আৰু কমলাৰ সৈতে ক'লৈকো নাযায়। সিহঁতৰ সৈতে লুকাভাকু খেলিবলৈ সি নাযায়।

কুকুৰটোৰ বৰ ফুৰ্তি আৰম্ভ হ'ল। পগলা বৰদেউতা অকলে অকলে নদীৰ পাৰত থিয় হৈ আছে। তাল আৰু আনাৰসৰ নাও দুখনমান গৈ আছে। হাড়ি-কলহ পাতিলৰ নাও দুখনমানো পাল তুলি দি গৈ আছে। উজানমুখী নাও, গুণ টানি টানি নিছে। পগলা ঠাকুৰৰ সোণৰ পিনে কোনো লক্ষ্য নাই। তেওঁ যেন নদীৰ বুকুত নাও গণি থকাত ব্যস্ত। ইপিনে সোণক লৈ সকলোৰে দৌৰাদৌৰি আৰম্ভ হৈছে। এফালে সোণ দৌৰিছে। তাক খেদি খেদি দৌৰিছে ৰামসুন্দৰ আৰু সিপিনে ঘোঁৰাগাড়ীৰপৰা অমলা আৰু কমলাও নামি দৌৰি সোণৰ পিনে আগুৱাই আহিছে, ফুৰ্তি পাইছে কুকুৰটোৱে। বেলি ডুবিবৰ সময়ত বৰ মজাৰ খেলা হৈছে এইটো। সি অলপ সময় পাৰত থিয় হৈ ভৌ ভৌ

কৰিলে। সোণ এবাৰ ইফালে, এবাৰ সিফালে দৌৰি পলাবলৈ চেষ্টা কৰিছে। কুকুৰটো এবাৰ পাৰৰপৰা নামি আহি সোণৰ লগে লগে দৌৰিবলৈ আৰম্ভ কৰিলে। ৰামসুন্দৰে অমলাহঁতলৈ চাই ক'লে, তোমালোক কিয় নামি আহিলা? অমলাই ৰামসুন্দৰৰ কথালৈ মন নিদিলে। তাই চিঞৰি ক'লে, এই সোণ, শুনচোন!

সোণে ক'লে, মই নাযাওঁ।

—আমি গোসাঁনী চাবলৈ আহিছোঁ।

—যোৱাঁ। মই নাযাওঁ। সি ইতিমধ্যে তিনিফালৰপৰা অমলা, কমলা আৰু ৰামসুন্দৰ, এই তিনিজনৰ মাজত পৰি গৈছে, তাৰ আৰু কেনিও পলাবৰ উপায় নাই!

ৰামসুন্দৰে ক'লে, সোণবাবু, তুমি নগলে এওঁলোকে বৰ দুখ পাব।

—মই নাযাওঁ। গোঁৱাৰ জেদী ল'ৰা এটাৰ দৰে সি একে কথাকে বাৰে বাৰে কৈ থাকিল।

তেনেতে অমলাই এবাৰ দৌৰি আহি তাক থাপ মাৰি সাৱটি ধৰিলে আৰু ক'লে, ক'লৈ যাবি! আচৰিত, সোণে আৰু অকণো লৰচৰ কৰিব নোৱাৰিলে। কি যে কোমল সুগন্ধ শৰীৰ অমলাৰ, কি আচৰিত উজ্জ্বলতা চকুৱে মুখে, সেই সকলোবোৰেৰে অমলাই সোণক সাৱটি ধৰিলে। এনেদৰে সাৱটি ধৰিলে কোনেও কেতিয়াও আৰু দৌৰি গুচি যাব নোৱাৰে।

—ব'ল, আমাৰ লগত গোসাঁনী চাবলৈ যাবি। ঘূৰি আহোঁতে নদীৰ পাৰৰ মুকলি বালিচৰত নামিম। বালিচৰত বগা জোনাক থাকিব। তোক তেতিয়া এবিধ চৰাই দেখুৱাম। চৰাইবোৰ অনবৰত উৰি থাকে! কি যে বগা ৰঙ চৰাইবোৰৰ! তই দেখিলে আৰু তাৰপৰা লৰচৰ কৰিব নোৱাৰিবি।

সোণে ক'লে, কিন্তু তুমি মোক······বুলি কথাষাৰ সম্পূৰ্ণ নকৰাকৈয়ে সি অমলাৰ মুখৰ পিনে চাই স্তব্ধ হৈ গ'ল। ছোৱালীজনীৰ দুচকুত যেন কি মিনতি! কি কৰুণ হৈ উঠিছে অমলাৰ চকু-মুখ! সোণে যথাৰ্থতে

আৰু একো ক'ব নোৱাৰিলে। সি ততালিকে বৰদেউতাকক মাতি ক'লে, ব'লক, আমিও গোসাঁনী চাই আহোঁ। ঘোঁৰাগাড়ীত যাম আৰু ঘুচি আহিম।

পগলা বৰদেউতাই এইবাৰ মুখ ঘূৰালে। সোণ মাজুবাবুৰ ছোৱালী-দুজনীৰ সৈতে ঘোঁৰাগাড়ীত উঠিবলৈ গৈছে। তেওঁ বেগাই নদীৰ নাও গণিবলৈ এৰি সোণৰ লগে লগে খোজ ললে।

অমলাই সুধিলে, তোৰ বৰদেউতাক লগত লবিনেকি? সোণে পাছলৈ ঘূৰি চাই দেখিলে, বৰদেউতাক সুবোধ বালকৰ দৰে মৌনভাৱে থিয় হৈ আছে। সি সুধিলে, যাব নেকি? তেওঁ কোনো উত্তৰ নিদি জঁাপ মাৰি গাড়ীৰ ওপৰত বহিল।

কমলাই ক'লে, সোণ তই মোৰ ওচৰত বহিবি। অমলাই ক'লে, নহ'ব। সোণ—সোণে অমলাৰ বাক্যটো শেষ হোৱাৰ আগতেই ক'লে,—মই বৰদেউতাৰ কাষত বহিম।

কমলাই সোণৰ উচ্চাৰণত কিবা এটা গ্ৰাম্য ভুল ধৰি শুধৰাই দিলে। জচীমে দ্ৰুতগতিত ঘোঁৰা দৌৰাবলৈ ধৰিলে। সোণে এবাৰ সুধিলে, জচীম, বৰদেউতা আৰু মোক চিনি পাইছানে নাই?

—আপোনাৰ মা কেনে আছে?

সোণে নাজানে, তাৰ মাক এতিয়া কেনে আছে। এই কেদিনতে তাৰ এনে লাগিছে যেন সি বহুত দিন আগতেই মাকক এৰি থৈ আহিছে। আৰু মাজে মাজে, কিয় জানো, তাৰ এনে ভাব হয়, সি যেন ঘৰলৈ গৈ আৰু মাকক দেখা নাপাব। সি গৈয়েই দেখিব তাৰ বৰমাক অকলে বাটত থিয় হৈ আছে আৰু কোনো নাই। কিয় জানো, অমলাৰ সৈতে সেই ঘটনাতো হৈ যোৱাৰ পিছৰেপৰা তাৰ মনত তেনে এটা ভাব সোমাইছে। সি জচীমৰ প্ৰশ্নৰ উত্তৰত একো ক'ব নোৱাৰিলে। সি জোৰ দি ক'ব নোৱাৰিলে, মা ভালেই আছে। সি মাজুদেউতাকক সুধিব খুজিও সুধিব পৰা নাই, সিহঁত ঘৰলৈ কেতিয়া ঘূৰিব! বৰদাদা আৰু মাজুদাদাই বাৰে বাৰে তাক শাসন কৰি আনিছিল যাতে আহি পায়েই সি

ভেওঁ ভেওঁ কৰি কান্দি ঘৰলৈ যাওঁ ঘৰলৈ যাওঁ নকৰে। ঘাটৰপৰা যেতিয়াই নাও এৰিব তেতিয়াই সি যাব পাৰিব! সি আজি কেবাবাৰো ঈছমৰ নাৱত গৈ বহিব খুজিছিল। নাৱত গৈ বহি থাকিলেও সি তাৰ গাঁৱৰ কাষত থকা যেন লাগিব।

সোণে একো উত্তৰ নিদিয়া দেখি জচীমে ক'লে, মাৰ কাৰণে আপোনাৰ মনটো কেনেবা লাগি আছে নহয়? জচীমে ঠিকেই কৈছে। মাকৰ কাৰণে তাৰ মনটো বৰ গধুৰ হৈ আছে। জচীমে ক'লে, আকৌ এদিন যাম, আপোনালোকৰ গাঁৱলৈ। জাৰকালি আহিলেই হাতী লৈ ওলামগৈ। আপোনাৰ মাৰ হাতৰ পিঠা পায়স খাই আহিম।

সোণে জচীমৰ কথাত মন দিয়া নাছিল। সি ঘোঁৰাৰ পিনে মুখ কৰি বহি আছে। তুটা বগা ঘোঁৰাৰ ভৰিৰ কটপ্ কটপ্ শব্দ, গাড়ীৰ পাছপিনে ৰজাৰ বেশত ৰামসুন্দৰ, মূৰৰ ওপৰত শাৰী শাৰী সেউজীয়া গছৰ পাত, পাতৰ মাজে মাজে চৰাই, ইয়াৰ মাজে মাজে যেন অনন্তকাল ধৰি ঘোঁৰা তুটাই তাক কোনোবা দূৰ দেশলৈ লৈ গৈ আছে। সি মন কৰিছে, অমলাই মনে মনে অপলক দৃষ্টিৰে তালৈ চাই আছে। অমলাৰ চকুৱে চকুৱে পৰাত সেইদিনাৰ ৰাতিৰ কথা মনত পৰি সোণে মিচিক্‌কৈ হাঁহি দিলে। অমলাইও হাঁহিলে।—মোৰ কাষত বহিবি আহ। সোণে বৰদেউতাকৰ মুখলৈ চালে। তেওঁৰ মুখত কোনো সঁহাৰি নেদেখিলে। সি সেয়ে ক'লে, মই নাযাওঁ। অমলাই ক'লে, কাইলৈ দশমী। দেউতাই আবেলি ফ্লুট বজাব। তই আৰু মই আমাৰ বেলকনিত বহি দেউতাই ফ্লুট বজোৱা শুনিম। সোণে একান্তমনে নিৰ্মল আকাশলৈ চাই আছিল। সি অমলাৰ কথা একো শুনা নাছিল।

অমলাই আকৌ ক'লে, দেউতাই ফ্লুট বজাব। নদীৰ পাৰলৈ কিমান হাজাৰ হাজাৰ মানুহ আহিব,—দেউতাৰ ফ্লুট বজোৱা শুনিবলৈ।...তই, মই আৰু কমলাই বেলকনিত বহি সেই ফ্লুট শুনিম। কি, আহিবিতো? সোণে সুধিলে, পেহী, পুৰণি প্ৰাসাদলৈ আৰু কিমান দূৰ?

কমলাই মাত লগালে, বাইদেউ, শুনিছনে, সোণে তোক পেহী বুলি

মাত্তিছে। অমলা সোণৰ ব্যৱহাৰত হঠাৎ গহীন হৈ গ'ল। তাই অতি সংক্ষেপে উত্তৰ দিলে, বহুত দূৰ।

সোণে অমলাৰ অভিমানটো বুজি পালে। সি ক'লে, মই আবেলি যাম। কমলাই আকৌ সোণৰ গ্ৰাম্য উচ্চাৰণ এটা শুধৰাই দি ক'লে, তই আমাৰ লগত কলিকতালৈ গলে কেনেকৈ কথা কবি? সোণে মনে মনে থকা দেখি তাই আকৌ ক'লে, তই এনেকৈ কথা ক'লে সকলোৱে তোক বাঙাল বুলি ক'ব।

কলিকতাৰ কথা ওলালেই সোণৰ মনত সাধুকথাৰ কোনোবা ৰজাৰ দেশৰ কথা মনত পৰে। কিমান প্ৰকাণ্ড প্ৰকাণ্ড প্ৰাসাদৰ দৰে হাজাৰ হাজাৰ মানুহৰ ঘৰ, গাড়ী, ঘোঁৰা, দুৰ্গ, ৰেমপাৰ্ট, যাদুঘৰ, হাওৰাৰ ব্ৰীজ, এইবোৰ ভাবি ভাবি সোণৰ মনত এখন সাম্ৰাজ্যৰ ছবি ভাঁহি উঠে। ৰজা পৃথ্বীৰাজৰ কথা তাৰ মনত পৰে। ৰজা জয়চন্দ্ৰৰ কথা মনত পৰে। স্বয়ম্বৰ সভাৰ কথা মনত পৰে। সিও যেন কোনোবা বন উপবনত তাৰ ঘোঁৰা লুকাই থৈছে। ৰাজকন্যাই দুৱাৰমুখৰ মূৰ্তিত মাল্যদান কৰাৰ লগে লগেই ঘোঁৰাৰ পিঠিত তেওঁক তুলি দ্ৰুতবেগত ওলাই গুচি যাব। আৰু কিয় জানো, তাৰ কল্পনাৰ দৃশ্যটোত সি দেখা পালে এটা বগা ঘোঁৰা, আৰু ঘোঁৰাৰ পিঠিত সি আৰু তাৰ কাষতে সমুখত অমলা বহি আছে। সি যেন নদী, বিল, হাবি-বন, পথাৰ পাৰ হৈ তাৰ পগলা বৰ-দেউতাকৰ নীলকণ্ঠ পখী বিচাৰি আনিছে। সোণে এবাৰ তাৰ কাষত বহি থকা মানুহজনৰ পিনে চালে। তেওঁ মৌনভাবে, নিৰীহ শান্ত মানুহৰদৰে বহি আছে। সোণে সুধিলে, অমলা তুমি ঘোঁৰাত অকলে উঠিব পাৰা নহয়?

কমলাই ক'লে, এই যে ভাল কথা ওলাইছে দেখোন মুখত! সোণে ক'লে, মোৰ বৰমাই কলিকতাৰ ভাষাত কথা কয়।

—তেনেহলে তই ইমানদিনে সেইদৰে কোৱা নাছিলি কিয়?

—মোৰ লাজ লাগে।

কমলাই ক'লে, বাইদেৱে বৰ ভাল ঘোঁৰা চলাব পাৰে। খিদিৰপুৰৰ ফিল্ডত ৰাতি পুৱালেই বাইদেৱে ঘোঁৰা লৈ ওলাই যায়।

সোণ আকৌ মনে মনে থাকিল। ঘৰে ঘৰে গোসাঁনী চাই পুনৰ নদীৰ পাৰৰ বহল বালিচৰলৈ সিহঁত নামি গ'ল। গোটেই বালিচৰ খনত জোনাক, কাষেদি নদী বৈ গৈছে, অলপ আঁতৰত কঁহুৱা বন ফুলি আছে। আকাশত সহস্ৰ নক্ষত্ৰ। তাৰ প্ৰতিবিম্ব আহি নদীৰ পানীত পৰিছে। সেই বগা জোনাকৰ মাজে মাজে বগা ঘোঁৰাকেইটাই গাড়ী টানি গৈ আছে। সিহঁতৰ ডিঙিৰ ঘন্টি বাজিছে। লগৰ কুকুৰটো সেই ঘন্টিৰ ছন্দে ছন্দে নাচি আছিল। সিহঁত চৰত নামি যোৱাৰ লগে লগে নদীৰ সিপাৰৰ বাঁহ কিছুমানৰ মাজৰ পৰা চৰাই কিছুমান উৰি আহিল। সিহঁত তেতিয়াও গাড়ীতে বহি আছে। ডাঙৰ ডাঙৰ চৰাইবোৰ বগা জোনাকত উৰি উৰি আকৌ অদৃশ্য হৈ যায়। মাজে মাজে কক্-কৃক্ ককৈ মাতে। কিবা এটা যেন ভয় লাগি যায়। অজস্ৰ চৰাইবোৰে চৌদিশে উৰি উৰি কিহবাৰ কাৰণে যেন শোক জ্ঞাপন কৰিছে।

এনেতে ভাব হ'ল যেন ঘূৰ্ণিবতাহ এজাক আহি আছে। কহুঁৱাফুলবোৰ আকাশ ভৰি উৰিবলৈ ধৰিছে, চৰাইবোৰ সেই হাবিৰ মাজত যেন হেৰাই গৈছে। সিহঁতৰ আৰু কোনো শব্দ নাই। মাত্ৰ কহুঁৱাফুলৰ ৰেণু, অজস্ৰ ৰেণু প্ৰায় তুষাৰপাতৰদৰে উৰি উৰি হাবিৰ মাজত চৰাইবোৰকো ঢাকি পেলাইছে।

কমলাই লৰালৰিকৈ ক'লে, সোণ, চকু দুটা মুদি থাক। কহুঁৱাফুলৰ ৰেণু চকুত সোমালে কণা হৈ যাবি। সোণে চকু মুদি দিলে। আন-বিলাকেও চকু মুদি বহি থাকিল। যিমানপৰলৈকে তুষাৰপাতৰ দৰে এই কহুঁৱাফুল উৰি অহা বন্ধ নহয়, তেতিয়ালৈকে সিহঁতে চকু মুদি থাকিব লাগিব। অমলাই নোকোৱালৈকে সিহঁতৰ গাড়ী উভতি নাযায়। অমলাই সোণক আচৰিত কিবা এটা দেখুৱাবলৈ ইয়ালৈ লৈ আহিছে। জোনৰ পোহৰত তাই হাতৰ ঘড়ীটো চালে। ষ্টীমাৰ অহাৰ সময় হৈছে। ষ্টীমাৰৰ চাৰ্চলাইটৰ পোহৰ যেতিয়া নদীৰ ইপাৰৰপৰা সিপাৰলৈ পৰিব, নদীৰ

বালিচৰত পৰিবহি, তেতিয়া সেই পোহৰত চৰাইবোৰো জিলিকি উঠিব। এক অদ্ভুত মায়াভৰা দৃশ্য ভ'াহি উঠিব। চাৰ্চলাইটৰ উজ্জ্বল পোহৰত চৰাইবোৰ, সিহঁতৰ নীলা নীলা চকু, বগা বগা পাখিৰ ডেউকা আৰু হালধীয়া ৰঙৰ ভৰিবোৰ এনে লাগে যেন গভীৰ নীলা পানীত অজস্ৰ ৰূপালী মাছ ভ'াহি আছে। এটা পকোৱা সোঁতত পানী তললৈ ঘূৰি ঘূৰি নামি গৈছে, অদৃশ্য হৈ গৈছে আকৌ ঘূৰি ঘূৰি ওপৰলৈ উঠি আহিছে। সিহঁত যেন কিবা এটা নিচাত মত্ত হৈ উঠে। থিয় হৈ ছায়া-ছবিৰ দৰে দৃশ্যটো চাই থাকিবলৈ মন যায়। অমলাই সোণক সেই দৃশ্যকে দেখুৱাবলৈ আনিছে। ষ্টীমাৰৰ পোহৰ দূৰত দেখা পালেই চৰাইবোৰ নদীৰ পাৰত চক্ৰাকাৰে ঘূৰিবলৈ ধৰে।

অমলাই চকু মুদি থকাৰেপৰা ক'লে, সোণ, আজি আমি তোক ইমান বিচাৰি আছোঁ!

সোণে একো নক'লে। সি মাত্ৰ এবাৰ চকু মেলি চালে। দেখিলে, সকলোৰে মুখবোৰ যেন বগা হৈ পৰিছে। কাকো চিনি নোপোৱা হৈ পৰিছে। সিহঁত যেন এটাইবোৰ উপকথাৰ দেশৰ মানুহ হৈ পৰিছে। সি এবাৰ এখন ছবিৰ কিতাপ দেখিছিল, ইংৰাজীত লিখা সৰু ল'ৰা-ছোৱালীৰ কিতাপ। ছবিত দেখিছিলে, কিছুমান পাইন গছ, গছবোৰত বৰফ পৰিছে। এজন বুঢ়া মানুহ গছৰ তলত থিয় হৈ আছে। বুঢ়াই সৰু ল'ৰা এটা এহাতে ধৰি আছে, সিহঁতৰ পোচাকৰ ওপৰত, মূৰৰ ওপৰত বৰফৰ গুড়ি পৰি গোটেইবোৰ বগা হৈ পৰিছে। এতিয়া এইটো দৃশ্যও তেনেকুৱা হৈছে। ৰবদেউতাকেও চকু মুদি আছে। সোণে ক'লেই অৱশ্যে তেওঁ চকু মেলি দিব। তেওঁ যেন সেই সাধুকথাৰ বুঢ়ামানুহজন হৈ পৰিছে। ইমানপৰে মাত্ৰ ঘোঁৰা দুটাই বগা আছিল। এতিয়া ঘোঁৰাৰ লগতে গাড়ী, ৰামসুন্দৰ, জচীম আৰু আন সকলো সেই গল্পৰ মানুহ হৈ পৰিছে। কাষৰ কুকুৰটোও বগা হৈ গৈছে। তেনেতে সোণে দেখিলে, এক অদ্ভুত পোহৰ চাৰিওপিনৰ আকাশ, নদী, নদীৰ চৰ, কহুঁৱাবন, পথাৰ আৰু পাৰৰ গছ-গছনি, সকলো আলোকিত কৰি

ওপৰলৈ উঠি গৈছে। সোণে চিঞৰি উঠিল, সৌৱা পোহৰ, ইষ্টিমাৰৰ পোহৰ।

সকলোৱে চকু মেলি সেই পোহৰলৈ চালে। সিহঁতৰ গাড়ীখনত আহি পোহৰটো পৰিছেহি। এহেজাৰমান ডে'লাইট যেন একেলগে কোনোবাই জ্বলাই দিছে। সেই পোহৰত বনৰ মাজৰপৰা চৰাইবোৰ উৰি আহিছে। সিহঁতৰ গাবোৰ বগা হৈ গৈছে, বালিৰ চৰত বগা জোনাক, বগা চৰাই, আৰু সিহঁতৰ নীলা নীলা চকু, সোণে অপলক দৃষ্টিৰে সেইবোৰ চাবলৈ ধৰিলে ; সি তন্ময় হৈ গ'ল। পগলাঠাকুৰে এবাৰ নিজৰপিনে চালে। তেওঁৰ ভাব হ'ল যেন তেওঁ হঠাৎ পলীনৰ দেশত আহি ওলাইছেহি। তুষাৰপাতৰ দৰে কঁহুৱাফুল, চাৰিওপিনে বগা, বগা আৰু বগা—আৰু চৰাইবোৰৰ নীলা নীলা চকু। পগলা বৰদেউতাই সেই চৰাইবোৰ ধৰিবলৈ যেন গাড়ীৰপৰা জঁপিয়াই নামিব খুজিলে। জচীমে এনেতে ক'লে, আইটিহঁত, গাড়ী ঘূৰামনেকি ? ৰামসুন্দৰে ক'লে, হয়, ঘূৰি যোৱা ভাল হ'ব। কিন্তু অমলাই একো নামাতিলে। ঘূৰ্ণিবতাহ আহি সিহঁত এটাইবোৰকে এনেকৈ সাধুৰ দেশৰ মানুহ কৰি থৈ যাব, অমলাই নিজেও ভবা নাছিল। তাই ক'লে, সোণা, কি চাইছ ?

—চৰাই।

—পোহৰবোৰ দেখিছনে নাই ?

—দেখিছোঁ।

—আৰু কি দেখিছ ?

—সোণে ক'লে, ইষ্টিমাৰ।

কিন্তু অমলাই পগলাঠাকুৰৰ সৈতে একো কথা পতা নাই কাৰণে তেওঁৰ যেন মনে মনে খং উঠিছিল। তেওঁ যেন কিবা এটা ক'ব খুজিছিল, ঠিক তেনেতে এনে লাগিল এটা অতিকায় জীৱ যেন নদীৰ চৰৰ সিফালৰপৰা ওপৰলৈ উঠি আহিছে। প্ৰথমে সিহঁতে কোনেও একো ধৰিব নোৱাৰিলে। বগা ৰঙৰ কিবা এটা প্ৰাণী, প্ৰায় হাতী এটাৰ সমান ওখ, এইপিনেই আহি আছে। সোণ আৰু আন সকলোৱে অবাক

দৃষ্টিৰে সেইপিনে চাবলৈ ধৰিলে। অমলাই সুধিলে, সেইটো কি জচীম! কি উঠি আহিছে সেইটো? ষ্টীমাৰৰ পোহৰখিনি 'এতিয়া আঁতৰি অন্যফালে পৰি আছে। কিন্তু জচীমে কোৱাৰ আগতেই বা আন-কোনোবাই চিনি পোৱাৰ আগতেই পগলাঠাকুৰে প্ৰাণীটো চিনি পাই গাড়ীৰপৰা জাঁপ মাৰি দিলে। প্ৰাণীটো আন একো নহয়, সেই হাতীটো। হাতীটোও কহুঁৱাফুলেৰে ৰগা হৈ পৰিছে। ঘূৰ্ণিবতাহত সি ভৰিৰ শিকলি ছিঙি গুচি আহিছে। নাইবা আজি জচীম তাৰ ওচৰলৈ যোৱা নাই কাৰণে সি নিজেই জচীমৰ ওচৰলৈ শিকলি ছিঙি গুচি আহিছে।

সোণে লৰালৰিকৈ গাড়ীৰপৰা জঁাপ মাৰি বৰদেউতাকৰ হাত এখনত থাপ মাৰি ধৰিলে। সি তেনেকৈ ধৰি থাকিলে তেওঁ ক'লৈকো গুচি যাব নোৱাৰে। কিন্তু পগলাঠাকুৰৰ চকুত এক কৰুণ মিনতি ফুটি উঠে। তহঁতে মোক এৰি দেচোন! হাতীত উঠি মই আকৌ এবাৰ কোনোবা-ফালে গুচি যাওঁ। সোণে পগলাঠাকুৰক হাতৰ মুঠিৰপৰা এৰি নিদিলে। জচীমে ৰামসুন্দৰক ক'লে, মই আহিছোঁ ভাই, মোৰ লক্ষ্মীজনী খং কৰি গুচি আহিছে। জচীমে সেই বুলি কৈ গাড়ীৰপৰা জঁাপ মাৰি নামিল, আৰু সেই হাতীটোৰপিনে দৌৰিবলৈ ধৰিলে। সি হাতীটোক চিঞৰি চিঞৰি মাতিলে। জচীমৰ মাত শুনিয়েই এক পলকতে হাতীটো থমকি ৰ'ল, আৰু মূৰটোৰ সৈতে শুৰডাল ল'ৰাবলৈ ধৰিলে।

সোণে ক'লে, বৰদেউতা, মই ডাঙৰ হ'লে আপোনাক লৈ কলিকতালৈ যাম। আপুনি এতিয়া ঘোঁৰাগাড়ীত উঠক। কলিকতালৈ যোৱাৰ কথা শুনি মণীন্দ্ৰনাথ যেন শান্ত হৈ গ'ল। নীৰৱে হাতীটোলৈ চাই মনৰ ভিতৰত নিৰন্তৰ ভাঁহি থকা ছবিখনৰ কথা মনত পেলালে। তেওঁৰ চকুৰ সমুখত ভাঁহি উঠা দেখিলে, নদীৰ বুকুত ময়ূৰপঙ্খী নাও ভাঁহি গৈ আছে। দুৰ্গৰ গম্বুজত চৰাই উৰি আছে। হুগলী নদীৰ দুপাৰত মৰা-পাট কলৰ ছাইৰেন বাজিছে আৰু সেইসময়ত ইডেন গাৰ্ডেনৰ নীলাৰঙৰ পেগোদাৰ তলত পলীনে তাক কাষত লৈ বহি আছে। তেওঁৰ হাতত

নিজৰ হাতখন থৈ পলীনে ক'লে, মণি, তুমি বহুত ডাঙৰ মানুহ হবা! মোৰ দেউতা তোমাৰ কামত ভীষণ খুচী। দেউতাক কৈ তোমাৰ বিলাত-যাত্ৰাৰ ব্যৱস্থা মই কৰিম। বিলাতৰপৰা এবাৰ ঘূৰি আহিলেই তুমি ডাঙৰ মানুহ হৈ যাবা, আৰু ডাঙৰ কাম পাবা। কাৰ্ডিফত আমাৰ ঘৰ আছে। ক্যাচ্‌লৰ পাৰ কাষেৰেই সৰু এখন ব্ৰীজ, তাৰপিছত ৰাউদ ইঞ্জিনিয়াৰিং ডক্; তাৰপৰা দূৰত এখন পাহাৰ আছে, পাহাৰৰ ওপৰত লাইট হাউচ্। গৰমকালিৰ আবেলি তুমি আৰু মই দুয়ো লাইটহাউচৰ তলত বহি থাকিম। তাৰপৰা সমুদ্ৰ চাম। মাই প্ৰিঞ্চ, মাত্ৰ তুমি মান্তি হলেই সকলো হৈ যাব। আৰু ঠিক সেই সময়তে অমলা আহি সোণৰ কাষত বহিলহি। সোণৰ গাৰপৰা কহুঁৱাফুলৰ ৰেণু গুচাই তাই এবাৰ তাক সাৱটি ধৰিলে। আৰু ফুচফুচাই কিবা ক'লে।

অমলাৰ মুখখন দেখিলেই পলীনৰ স্মৃতিবোৰ পগলাঠাকুৰৰ মূৰলৈ ঘূৰি ঘূৰি আহে। এজনী যেন সৰু পলীন এয়া। তেওঁ যে কি কৰিব, ভাবি নাপায়! কাৰণ, পলীনে তেওঁক ভাল মানুহ হৈ থাকিবলৈ কৈছিল। সেইদিনা ৰাতি পলীয়ে পিয়ানো বজাই আছিল। উজ্বল বগা চিল্কৰ গাউন পিন্ধিছিল পলীনে। তাইৰ চম্পাফুলৰদৰে কোমল আঙুলিকেটা পিয়ানোৰ ৰীডৰ ওপৰেদি অতি দ্ৰুতগতিত অহা যোৱা কৰিছিল। অধীৰ উন্মত্ত এক বাসনা। সেই ৰাতি পলীন শুব পৰা নাছিল।—মই ঘৰলৈ যাব লাগিব পলীন, দেউতাৰ টেলিগ্ৰাম আহিছে, তেওঁ বৰ অসুস্থ। তোমাৰ সৈতে এই বিলাত যাত্ৰা বোধকৰো মোৰ এইবাৰ নহ'ল। তাৰপিছত—তাৰপিছত আৰু একো ভাবিব নোৱাৰি। সকলো আকৌ ধূসৰ, অস্পষ্ট। তেওঁ আৰু একো মনত পেলাব নোৱাৰিলে।

অমলাই নিজৰ মুখখন সোণৰ মুখৰ ওচৰলৈ আৰু চপাই নি সুধিলে, কাকো কোৱা নাইতো! সোণে কিবা মূৰ্খকৰদৰে ফেল ফেল কৰি অমলাৰপিনে চাই থাকিল। জচীমে পাছপিনে হাতী লৈ ঘূৰি আহিছে। ৰামসুন্দৰে ঘৰৰপিনে মুখ কৰি ঘোঁৰা দুটা ঘূৰাই দিছে। সিহঁত হাতী

লৈ, ঘোঁৰা লৈ ৰজাৰদৰে শোভাযাত্ৰা কৰি ঘৰলৈ ঘুৰিল।

তই নহয় সোণ, একো বুজি নাপাব। অমলাই ক'লে।

ঠিক সেই সময়তে পগলা ঠাকুৰে এক ৰহস্যভৰা কবিতাৰ দুটামান শাৰী আবৃত্তি কৰিলে,--

Still, still to hear her tender taken breath,
And to live ever—or else swoon to death.
Death—Death—Death—.

ডেথ্ শব্দটো বাৰে বাৰে উচ্চাৰিত হ'ল, তাৰ লগে লগে শুনা গ'ল ঘোঁৰাৰ খুৰাৰ কটপ্ কটপ্ শব্দ। হাতীটো সকলোৰে পাছে পাছে আহি আছে আৰু কুকুৰটো গৈছে সকলোৰে আগত। মাজত দুই বগা ঘোঁৰা, আৰু গাড়ী, ৰজা ৰাজপ্ৰাসাদলৈ উভতিছে। সোণৰ নিজকে আকৌ ৰূপকথাৰ নায়কৰদৰে লাগিল।

পুৱাৰেপৰা বিসৰ্জনৰ বাদ্য সঙ্গীত আৰম্ভ হৈছে। দেৱীৰ চকুৱে মুখে এক বিষণ্ণতাৰ ভাব। তেওঁ আকৌ সুদূৰ হিমালয়লৈ উভতি যাবলৈ ওলাইছে। এইকেদিন আগমনিৰ বন্দনা গান যিমান পাৰিলে গালে। আজি আগমনিৰ গান শেষ হ'ল।

আজিৰ দিনটোত সকলোপিনেই যেন এটা দুখৰ ছাপ। আকাশত জিকমিকাই ইমান ৰ'দ ওলাইছে, ইমান উজ্জ্বল দিন আজি, ক'তো অকণো মলিনতা নাই, তথাপি এটা বিপদৰ ছাঁ, সকলোৱে যেন কিবা এটা এৰুৱাব খুজিছে। মণ্ডপৰ কাষত সকলোবিলাক আহি থিৰ ভাবে থিয় হৈছে। বৰকৰ্তা পুৱাতেই আহি নাটমন্দিৰত এখন বাঘৰ ছালৰ ওপৰত বহি ধ্যানমগ্ন হৈ আছেহি। পৰিধানত ৰক্তাম্বৰ। কপালত ৰক্ত-চন্দনৰ তিলক।—হে মা ভুবনময়ী ভুবনমোহিনী, হে মা জগদীশ্বৰী, এবাৰ চকু মেলি নয়নভৰি চোৱা মা! এনে প্ৰাৰ্থনা যেন মানুহজনৰ মনত।

মাজুকৰ্তাই এইবাৰো আনবাৰৰ দৰে ফ্লুট বজাব। নগেন ঢুলীয়াও আহিছে। সি আগদিনাই গাঁৱে গাঁৱে হাটে-বজাৰে গৈ ঢোল পিটি কথাটো শুনাই আহিছে। খবৰটো শুনাৰ লগে লগে দূৰদূৰণিৰ গাঁৱলৈকে আলোড়ন হৈ যায়, খেতিয়ক ৰমণীহঁতৰ মুখৰ ৰঙেই সলনি হৈ পৰে। পুৱাতে সোনকালে খাই-বৈ ওলাব লাগিব। দূৰ বাট। সেই শীতলক্ষাৰ পাৰত জমিদাৰৰ গাঁও। নদীৰ পাৰে পাৰে প্ৰকাণ্ড প্ৰাসাদ আৰু বাবুহঁতৰ ঘৰ। আঁচলত সিকি একোটা বান্ধি, খিলিপাণেৰে ওঁঠ ৰঙা কৰি মূৰত দীঘলীয়া ওৰণি টানি, এই খেতিয়ক ৰমণীহঁত জমিদাৰপাৰাৰ দশহাৰালৈ যাব, আৰু পুখুৰীৰ পাৰত বহি মাজুবাবুৰ ফ্লুট বজোৱা শুনিব। সোনকালে গৈ নাপালে, বহিবলৈ ভাল ঠাই পোৱা নাযায়। নদীৰ পাৰে পাৰে থকা গছবোৰৰ তলত ৰাতিৰেপৰা আহি মানুহ জমা হৈছেহি। গাঁৱৰ খেতিয়ক আৰু তিৰোতাবিলাক চামিয়ানাৰ তললৈ যাব নোৱাৰে। সকলোৱে, বিশেষকৈ খেতিয়ক ৰমণীহঁতে মাজুবাবুক ওচৰৰপৰা চাবলৈ বিচাৰে। কিন্তু চিপাহীবিলাকে লাঠী লৈ লৈ এনেকৈ মানুহবিলাকক খেদি ফুৰে যে চামিয়ানাৰ তললৈ যোৱাৰ কাৰো সাধ্য নাই। খেতিয়ক ৰমণীহঁতৰ ইচ্ছা, কোনোবাপিনে চুৰকৈ পলাই গৈ চামিয়ানাৰ তলত বহিব, মাজুবাবুক ওচৰৰপৰা চাব, তেওঁৰ ফ্লুট বজোৱা শুনিব, কিন্তু গিৰিয়েকহঁত যিহে ভীৰু, ঘৈণীয়েকহঁতক কোনোপধ্যেই চামিয়ানাৰপিনে যাবলৈ নিদিয়ে। ঝাও গছবোৰৰ তলত বহি বহি মানুহবিলাকে মাজুবাবুৰ ফ্লুট শুনিব। যেতিয়ালৈকে নদীত জমিদাৰপাৰাৰ বাবুহঁতৰ এটাইবোৰ প্ৰতিমা বিসৰ্জন দিয়া শেষ নহয়, তেতিয়ালৈকে মাজুবাবুৱে অবিৰাম ফ্লুট বজাই থাকিব। এটাৰ পিছত এটাকৈ নতুন নতুন সুৰ বজাই যাব। করুণ সুৰটোৱে নিৰিবিল এই সংসাৰত মানুহৰ মনত কি যে এটা ভাবৰ সৃষ্টি কৰে, প্ৰাণৰ ভিতৰত কেনেকৈ যে সুৰবোৰ বাজি উঠে! সেই সুৰ শুনি শুনি সকলো মানুহৰে মন বিষাদেৰে ভৰি উঠে। এইদৰেই, এইবাৰো পুৱাৰ পৰাই ভাল ঠাই লবৰ কাৰণে দূৰদূৰণিৰপৰা মানুহ অহা আৰম্ভ হৈছে।

আমোলা কৰ্মচাৰীবিলাকৰ কামৰ অন্ত নাই। মঞ্চ সজা হৈছে। পুখুৰীৰ পাৰৰ মঞ্চত ফ্লুট বজোৱা হ'ব। শীতলক্ষাৰ বুকুত সূৰ্য নামি আহিলেই মাজুবাবু মঞ্চলৈ উঠি যাব। কলিকতাৰপৰা তেওঁৰ দুজন শিষ্যও আহিছে। তেওঁলোকেও তেওঁৰ লগত বজাব। আজি সকলোৱে খালেকলৈ মনত পৰিছ! খালেক অসুস্থ। কাছাৰীঘৰ পাৰ হৈ এটা অশ্বশালা আছে, তাত কেটামান ঘোঁৰা আছে, ক'লা আৰু বগা ঘোঁৰা। সেই ঘোঁৰাশালৰ কাষতে খালেকৰ সৰু ঘৰটো। ঘৰটোৰ ভিতৰত পোহৰ বিশেষ নাই, বতাহো নোসোমায়। কেনিও এখনো খিড়িকী নাই, ভিতৰৰপৰা বাহিৰৰ ৰ'দ দেখা নাপায়। খালেক ঘৰটোৰ ভিতৰত পৰি আছে। শীৰ্ণকায়, অনাহাৰী চেহেৰা, চকুৱে মুখে অত্যন্ত কষ্টৰ এটা চিন। শৰীৰটো জঠৰ কৰি খালেকমিঞা পৰি আছে। আজি সন্ধ্যালৈকে সি বাচি থাকেনে নাথাকে সন্দেহ। সি চকুৰে একো নেদেখা হৈ পৰিছে। উশাহ লোৱাত কষ্ট হৈছে। হাত-ভৰিবোৰ স্থবিৰ হৈ গৈছে। গাটো শিল এডোখৰৰ দৰে গধুৰ গধুৰ লাগিছে। আনবাৰ দশমীৰ দিনা সিও ফ্লুট বজায়। সিও মাজুবাবুৰ কাষতে বহি থাকে। সি আজি পুৱাৰেপৰা তাৰ আঙুলিবোৰ লৰাবলৈ চেষ্টা কৰিছে, কিন্তু পৰা নাই। শিলৰ দৰে আঙুলিবোৰো গধুৰ গধুৰ লাগিছে, ইব্ৰাহিমে এবাৰ আহি চাই গৈছেহি। ভূপেন্দ্ৰনাথো দুবাৰমান আহি চাই গৈছে। ঔষধ-পথ্য খালেকে একো খাবলৈ মান্তি নহয়। সি যেন গম পাইছে, আজি আবেলি সূৰ্যাস্তৰ লগে লগে যেতিয়া ফ্লুট বাজিবলৈ আৰম্ভ হ'ব, সেই ফ্লুটৰ অদ্ভুত সুৰলহৰীত লাহে লাহে ডুবি গৈ গৈ সি পৃথিৱীৰ সকলো দুখ চিৰদিনলৈ পাহৰি যাব। খালেকে ভালকৈ ধৰিব পৰা নাই, এইটো তাৰ দুঃসময়, নে সুসময়। তথাপি সি মনে মনে ভাবিছে, এইটো তাৰ সুসময়। সি এতিয়া যিজনৰ পদতলত বহি অনন্তকাল ফ্লুট বজাবলৈ ওলাইছে তেওঁৰ কাৰণে নিজকে যেন প্ৰস্তুত কৰিব খুজিলে।

অশ্বশালাৰ কাষত এটা আন্ধাৰ খুপৰিত মৰিবলৈ সাজু হৈ থকা এটা মানুহ যেতিয়া চিৎ হৈ পৰি আছে, সেই সময়ত এখন পুৰণি তাল পাতৰ

পুথি আগত মেলি লৈ আন এজন মানুহে পাঠ কৰিছে—জয়ং দেহি, যশো দেহি······ ।······এই মানুহজনে মহালয়াৰ দিনা চণ্ডীপাঠ নকৰে, কৰে এই বিসর্জনৰ দিনা। মানুহজন হৈছে জমিদাৰ ঘৰৰ বুঢ়া কর্তা। এনে ওলোটা কথা ক'তো দেখা নাযায়। কিন্তু এওঁৰ কাৰণে এইটোৱেই নিয়ম। বাঘৰ ছালৰ ওপৰত তেওঁ পদ্মাসন কৰি বহি আছে! সমুখত দেৱী প্ৰতিমা। বিসর্জনৰ বাজনা বাজি আছে। তেওঁ সুৰ ধৰি ধৰি উচ্চ স্বৰে মাতি গ'ল, হে জগদম্বে, হে মা ঈশ্বৰী, অপৰাধ ক্ষমা কৰিবৰ কাৰণে আজ্ঞা দিয়া মা! তুমি আজি গুচি যাবা মা, এয়েই তোমাৰ ইচ্ছা আছিল মা। সেইবুলি তেওঁ হুকুহুকাই কান্দিবলৈ ধৰিলে। কান্দি কান্দি এবাৰ তেওঁ আকৌ চণ্ডীৰ শুম্ভ নিশুম্ভ বধ কাহিনী আৰম্ভ কৰিলে। তাৰপৰা তেওঁ মধুকৈটভ বধলৈ গ'ল। দেৱীৰ দেহৰপৰা কি তেজ নির্গত হৈছে! ক'ৰবাত খোঁচ খালেনেকি! কি মা, তুমি ভয় খাইছা নেকি? চণ্ডীপাঠৰ মাজে মাজে তেওঁ এনে ধৰণৰ উক্তি কিছুমান কৰি যাবলৈ ধৰিলে। মা ভগৱতী, তুমি মধু পান কৰা। সেই মধু পানৰ কাৰণে তুমি অপাৰ শক্তি সঞ্চয় কৰিছা—যা দেবী সর্ব্ব ভূতেষু, দেৱী, তোমাৰ সৃষ্ট হাজাৰ হাজাৰ দেৱ সৈন্য যে মুহূর্ততে বিনাশ হৈ গ'ল মা!

মহিষাসুৰে নিমিষতে ধ্বংস সাধন কৰিলে। "মা, তোমাৰ কপালত এয়েই আছিল, তুমি মায়াপাশত শত্ৰুক আবদ্ধ কৰিব নোৱাৰিলা।" সেই বুলি তেওঁ কাষত বহি থকা শ্ৰোতাসকলক চণ্ডীৰ ব্যাখ্যা শুনাবলৈ ধৰিলে। তেনেতে এবাৰ তেওঁৰ চকুত পৰিল নাটমন্দিৰৰ পশ্চিমপিনে এটা ডাঙৰ খুটাৰ আঁৰত এটা সৰু ল'ৰাই সাধুকথা শুনাৰ দৰে অতি মনোযোগে চণ্ডীপাঠ শুনি আছে। গর্জে গর্জে, কোনে গর্জন কৰে, দেৱীৰ গর্জন নে অসুৰৰ! তেওঁ প্ৰশ্ন কৰে।

এই বৃহৎ জমিদাৰীৰ সংসাৰত এই বৃদ্ধই সর্বেসর্বা। অমলা আৰু কমলাৰ ককাদেউতাক এজন অতি প্ৰতাপশালী মানুহ। একমাত্ৰ দেৱীৰ সমুখত তেওঁ শিশুৰদৰে শান্ত হৈ থাকে। শিশুৰদৰে কান্দি দিয়ে। তেতিয়া তেওঁৰ অনবৰত ক্ষমা ভিক্ষাৰ ভঙ্গী। তেওঁৰ মুখত

“গৰ্জে গৰ্জে” শব্দৰ নাটকীয় উচ্চাৰণ শুনি সোণে ডাঙৰকৈ হাঁহি দিলে। হাঁহি শুনি বৃদ্ধই চিঞৰি উঠিল, কোনে হাঁহে? তেওঁৰ চিঞৰত গোটেই নাটমন্দিৰ যেন কঁপি উঠিল। মানুহবিলাক দৌৰি আহিল। সোণে প্ৰথমে দৌৰি পলাই যাবনেকি ভাবিলে, কিন্তু ইতিমধ্যে বৃদ্ধই তাক দেখি পেলাইছে। তীব্ৰ ৰঙা দুটা চকু, ঈগল চৰাইৰদৰে দীঘল জোঙা নাক, কপালত ৰক্তচন্দনৰ ফোঁট, যেন এজন কাপালিকৰ চেহেৰা, প্ৰতি ক্ষণত মুখৰ ভাবৰ পৰিৱৰ্তন। সোণ আঁতৰি পলাই যাব নোৱাৰিলে। বৃদ্ধই তাৰ চকুৱে চকুৱে চালে, তেওঁ ক'লে, অহ্ তই? দেৱী মহিমা শুনি তোৰ ভাল লাগিছে নহয়! সোণে মূৰটো নমাই দিলে।

—তেন্তে থিয় হৈ শুন।

সোণে খুটা এটাৰ দৰে থিয় হৈ ৰ'ল! কিছুসময়ৰ পিছত সি এবাৰ গম পালে, কমলাই তাক পাছপিনৰপৰা মনে মনে মাতিছে—সোণ, তই ইয়াত কি কৰিছ?

সি চণ্ডীপাঠ শুনি আছে বুলি কমলাক জানিবলৈ নিদিলে। মুনিসকলে সাঁচিপাতৰ পুথিত নানাৰকম কিংবদন্তি লিখি থৈ গৈছে। এতিয়া সেই সকলোবোৰ দেৱীমহিমা হৈ পৰিছে। তাৰ কাৰণে কিন্তু এইসকলোবোৰ ঈছমে তাক কোৱা সাধুবোৰৰ নিচিনা লাগিছে। ঈছমে কোৱা সেই সাধুৰ কথা তাৰ মনত পৰিল। বিলৰ পানীৰ তলত এটা ৰূপালী মাছ আছে; এতিয়া সেই মাছটোৱেই জালালি, মাছটোৱে মুখত সূৰ্যটো লৈ পানীত ডুব দিয়ে, তাৰ পিছত বিলৰপৰা নদী আৰু নদীৰপৰা সাগৰত পৰেগৈ। পুৱা হলেই সূৰ্যটো পূবপিনে আকাশত আঁৰি দি আকৌ পানীত ডুব দিয়ে। মাছটো এইদৰে নদী বিল সাগৰ মহাসাগৰৰ তলে তলে ঘূৰি ফুৰে।

সোণে কমলাক ক'ব পাৰিলেহেঁতেন, ঋষিমুনি সকলে সাঁচিপাতৰ পুথিত কিংবদন্তিবোৰ লিখি থৈ গৈছে, তাকে পাঠ কৰা শুনিছোঁ। নাইবা হয়তো সি আৰু ক'ব পাৰিলেহেঁতেন, আমাৰ ঈছমে সেই বুঢ়াতকৈ আৰু বেছি ভাল কাহিনী শুনাব পাৰে। সোণে ভাবিলে, ডাঙৰ হলে সাঁচিপাতৰ পুথিত

সি ঈছমে কোৱা গল্পবোৰ লিখি থব। মুঠতে, সি এতিয়া চণ্ডীপাঠ শুনিছে, নে গল্প-কাহিনী শুনিছে, কমলাক ঠিৰাংকৈ একো ক'ব নোৱাৰিলে।

সোণৰ মুখৰপৰা একো উত্তৰ নাপাই কমলায়েই আকৌ ক'লে, পাঁচ বজাত হাতী আহিব। হাতীত উঠি আমি দশহাৰা চাবলৈ যাম। তয়ো আমাৰ লগত ওলাবি।

সোণে কিন্তু এতিয়াও সেই ঈছমে কোৱা কালৰাতি বা মহাৰাতিৰ কথা ভাবি আছে। সেই ৰাতিয়েই জ্বালালিক পানীৰ তলৰপৰা তুলি অনা হৈছিল। সোণে যেন এতিয়া বিলৰ পাৰত থিয় হৈ সেই দৃশ্য দেখা পাইছে। জোনাক ৰাতি, ঠাণ্ডাত পগলা বৰদেউতাৰ মুখ শেঁতা হৈ পৰিছে, ঢেলা জোনাকবদৰে ৰং। সেইবোৰ ভাবত বিভোৰ হৈ থাকি সোণে কমলাৰ একো কথাই শুনা নাছিল।

—এই শুনিছ, মই কি কৈছোঁ?

—কি?

—আমাৰ লগত হাতীত উঠি দশহাৰা যাবলৈ যাবি নে নাযাৱ?

—যাম

—অলপ সোনকাল হৈ থাকোঁতেই ভিতৰলৈ গুচি আহিবি। আমি তোক ভালকৈ উলিয়াই দিম। মুখত পাউদাৰ ঘঁহি দিম।

সোণে সেই ঠাই এৰি যাবলৈ ওলাল।

—কি, মনত থাকিবতো?

সোণে মূৰটো জোকাৰি জনালে, মনত থাকিব। তাৰপিছত সি কমলাক সুধিলে, আৰু কোন যাব?

—মই, বাইদেউ, ৰমা আৰু বাচ্চু।

—আৰু কোনো নাযায়?

—আৰু কোন যাব নাজানো। তই কিন্তু সোনকালে আমাৰ তালৈ আহিবি। তোৰ মুখত পাউদাৰ সানি দিম।

সোণে তাৰ এই বয়সলৈকে মুখত পাউদাৰ সনা নাই। সি ল'ৰা মানুহ, গতিকে সি পাউদাৰ ঘঁহাৰ প্ৰয়োজন নাই—সিহঁতৰ ঘৰত তেনে এটা

কথা চলি আহিছে। তাৰ মাক বা বৰমাকেও কেতিয়াবাহে মুখত পাউদাৰ ঘঁহে। দূৰৰ আত্মীয়-স্বজনৰ তাত ফুৰিবলৈ গলে মাকে হেজলীন 'স্ন' ঘঁহে। তাকো তেতিয়া অকণমান ঘঁহি দিয়ে। ঠাণ্ডা দিনতো তাৰ মুখত মাকে মাজে মাজে স্নো ঘঁহি দিয়ে। কিন্তু পাউদাৰ কেতিয়াও ঘঁহা হোৱা নাই। এতিয়া এই গৰমৰ সময়ত মুখত পাউদাৰ ঘঁহিব আৰু দেখিবলৈ ধুনীয়া হৈ পৰিব, কথাটো ভাবি তাৰ লাজ লাগি গ'ল। সি অন্য কথা উলিয়াই ক'লে, বৰদেউতা আমাৰ লগত যাবনেকি?

—নাই, নাযায়।

—বৰদেউতা নগলে মেয়ো নাযাওঁ। তই যে কি সোণ! সৰু বিলাকেহে হাতীত যাব! ডাঙৰ মানুহ সব খোজ কাঢ়ি যাব। আইতাই তোক লৈ যাবলৈ কৈছে। সেইবুলি কৈ তাই যিদৰে আহিছিল তেনেকৈয়ে বেগাই চিৰিয়েদি ওপৰলৈ উঠি গ'ল।

চিৰিৰ মুখত অমলা থিয় হৈ আছিল। তাই সুধিলে, পালি সোণক?

—ওঁ।

—কি ক'লে?

—যাম বুলি কৈছে।

—সোনকালে আহিবলৈ কৈছতো? পাউদাৰ ঘঁহি দিম বুলি কৈছ নহয়?

সব কৈছোঁ! তই যে বাইদেউ!—কিবা এটা ক'ব খুজি তাই বৈ গ'ল। দেউতাক আহি আছে। দেউতাক এইকেদিন ধুতী-চাদৰ পিন্ধি একেবাৰে বাংলাদেশৰ মানুহ হৈ থাকে। আকৌ কলিকতালৈ যাবৰ দিনা চাহাব হৈ লয়। তেতিয়া আনকি কথা-বতৰাও বঙালীত ক'বলৈ এৰে। অমলাহঁতৰ কাৰণে দেউতাকক তেতিয়াহে বেছি চিনাকি যেন লাগে। সিহঁতে তেতিয়া দেউতাকৰ সৈতে বেছি সহজে কথা পাতিব পাৰে।

দেউতাকক দেখাৰ লগে লগে সিহঁত পলাব খুজিলে! কিয়নো, এই অসময়ত নাট-মন্দিৰৰ ওচৰ পোৱাটো ঠিক হোৱা নাই। দেউতাকে দেখিলেই ধমকি দিব। সিহঁতে সোণক বিচাৰি কাছাৰী ঘৰলৈ মনে মনে

ওলাই আহিছিল। আনকি ভিতৰৰ দাসী চাকৰণীবোৰেও আনে নেদেখাকৈহে ওলাই আহিব পাৰে। সিহঁতে যেন লুকাভাকু খেলি— ওলাই আহিছে তেনে ভাও ধৰিলে।

দেউতাক বাৰান্দাটো পাৰ হৈ সেইপিনেই গুচি গ'ল। তেওঁ গৈ নিজৰ কোঠাত সোমাই কোঠাৰ দুৱাৰ বন্ধ কৰি দিব। দেউতাক ভিতৰত নথকা সময়ত তেওঁৰ কোঠাটো তলা মৰা থাকে। ডাঙৰ ডাঙৰ আলমাৰিত কিতাপ-পত্ৰেৰে ভৰি আছে। আলমাৰি বোৰৰ আইনাৰ দুৱাৰত নানান কাৰুকাৰ্য খটোৱা। পুৰণি আমোলৰ দামী দামী কাঠৰ প্ৰকাণ্ড পালেং। বহুত দিন ধৰি এই পালেং খালী হৈ পৰি আছে। দেউতাক আহিলে কাষত সৰু খাট এখনত শোৱে। সোঁপিনৰ ডাঙৰ কোঠাটোত বিলিয়াৰ্ড টেবুল। আহৰি সময়ত দেউতাকে অকলেই টেবুলত ৰঙা নীলা ৰঙৰ বল লৈ খেলি থাকে। বেৰত দেউতাক কোৰ্টলৈ যোৱা ছবি, গৱৰ্ণৰৰ সৈতে তেওঁ ভোজ খোৱা ছবি, বিলাতত লিঙ্কন হলত পঢ়ি থকাৰ ছবি, ইত্যাদি ছবিবোৰ আঁৰি থোৱা আছে। আৰু এখন অমলাৰ মাকৰ সৈতে তোলা ফটো আছে। ঠাইটুকুৰা বোধকৰো ওৱেল্‌চৰ কোনোবা এখন গাঁও হ'ব। অমলাৰ মামাকহঁতৰ ঘৰলৈ যাওঁতে বাটত এটা ক্যাচল্ আছে। সেই ক্যাচল্‌ৰ ছবি এখনো এটা কোঠাত আছে। দুই বাই-ভনীয়ে বহুত দিন দুৱাৰ খোলা অৱস্থাত চুৰকৈ কোঠাটোৰ ভিতৰত সোমাই চাইছে। দেউতাক আহিলেই দৌৰি পলায়। সোণেও কোঠাটো এদিন চাব খুজিছিল। অমলাইও তাক দেখুৱাব বুলি কৈ থৈছিল। কিন্তু কেনেকৈ যে দেখুৱাব, ঠিক কৰিব পৰা নাই। সোণৰ নিজৰো বুদ্ধি নাই। মাত্ৰ কথাই কথাই হাঁহিব জানে। মনে মনে ছেগ বুজি নিজেই এপাকত চাই যাব পাৰে। এইটো কি, সেইটো কি, এই ৰঙা নীলা বলবোৰেৰে কি হয়, মই দুটা বল লৈ যাব পৰিম নে—ইত্যাদি তাৰ প্ৰশ্নৰ অন্ত নাই।

দেউতাকৰ কোঠাত সোমাই সি বস্তু চোৱাত ইমান নিমগ্ন হৈ যাব যে শেষত গৈ লাগে যদি ধৰা পৰি যাব। সোণটো এনে প্ৰকৃতিৰ ল'ৰা যে তাক লৈ একো এটা সহজে নহয়।

সোণে ভূপেন্দ্ৰনাথক ক'লে, মাজুদেউতা,ময়ো দশহৰালৈ যাম। কমলাই লৈ যাব মোক। হাতীত উঠি যাম বুলি কৈছে।

দশমীৰ দিনা আবেলি হাতী আহি প্ৰাসাদৰ সমুখত থিয় হয়হি। জচীমে জৰীৰ পোচাক পিন্ধি লয়। তাৰ মূৰত জৰীৰ টুপি। ল'ৰা-ছোৱালী সকলোবোৰ লগ হৈ দশহৰা চাবলৈ যায়। হাতীৰ শুৰত বগাচন্দনেৰে ফুল ফল পাত আদি আঁকি দিয়া হয়। কপালত পাণ আৰু গাত কল্কা, ধানৰ থোক, নাইবা লক্ষ্মীৰ ভৰিৰ ছাপ আদি নানাৰকমৰ ছবি অঁকা থাকে। ডিঙিত এডাল কদম ফুলৰ মালা। মাজু কৰ্তাই ফ্লুট বজোৱা আৰম্ভ কৰাৰ লগে লগে জচীম হাতী লৈ পিল খানাৰ পথাৰৰপৰা ৰাওনা হ'ব। তাৰপৰা পোনে পোনে অন্দৰমহলৰ দুৱাৰমুখত থিয় হ'বগৈ। সেই সময়ত ঘৰৰ বোৱাৰীহঁতে প্ৰতিমাৰ ভৰিত সেন্দূৰ ঢালি নিজৰ নিজৰ কৌটাত ভৰাই থ'ব। গোটেই বছৰ কপালত সেই সেন্দূৰেৰে ফেঁাট ল'ব। এটা সোণৰ কৌটাত মাজু বোৱাৰীৰ কাৰণেও সেন্দূৰ পঠিওৱা হয়। সেইটো মাজুকৰ্তা কলিকতালৈ যাবৰ সময়ত লগত লৈ যায়। মাজু বোৱাৰীয়ে অৱশ্যে কপালত সেন্দূৰৰ ফেঁাট নলয়। তেওঁ দীঘল গাউন পিন্ধে, গীৰ্জালৈ যায়। তথাপিও মাজুবাবুৰ মাকৰ মনে নামানে। বাকী বোৱাৰীহঁতে দেৱীৰ ভৰিৰ পৰা সেন্দূৰ গোটাই থোৱাৰ দৰে মাজুবাবুৰ মাকে মাজু বোৱাৰীৰ কাৰণেও সেন্দূৰ তুলি আনি টেমাত ভৰাই থয় আৰু মাজুবাবু যাবৰ সময়ত তেওঁৰ হাতত দি কয়, মাজু বোৰাণীয়ে যেন এবাৰ অন্ততঃ সেন্দূৰ অকণ কপালত লগাই লয়। মাজুবাবুৱে মাকৰ কথা শুনি সামান্য হাঁহে। দেৱীৰ ভৰিৰপৰা প্ৰথম এই সেন্দূৰ সংগ্ৰহ কৰা হয় হাতীক দিবৰ কাৰণে। এই হাতী হৈছে এই পৰিয়ালৰ কাৰণে সাক্ষাৎ মা-লক্ষ্মী। দশমীৰ দিনা প্ৰথম ঘৰৰ মূল গৃহস্থনী, মাজুবাবুহঁতৰ মাকে, হাতীৰ কপালত সেন্দূৰ সানি দিয়ে। ডিঙিত মালা পিন্ধাই দিয়ে। তাৰপিছতে বিসৰ্জনৰ বাজনা আৰম্ভ হয়। ঢাক বাজিবলৈ ধৰে। পৰিয়ালৰ ল'ৰা-ছোৱালী এটাইয়ে সাজি-কাচি হাতীত উঠি বহে। প্ৰতিমা ফুৰোৱা মানুহবিলাকে, জয়জগদীশ্বৰী, জয়

মা জগদম্বা, জয় বৰ হজুৰ ইত্যাদি জয়ধ্বনি দি মণ্ডপৰপৰা প্ৰতিমা উলিয়াই আনে। এই জয়ধ্বনি আৰু ঢাক-ঢোলৰ শব্দৰ মাজে মাজে লাহে লাহে শুনা যায় মঞ্চৰ ওপৰত বহি মাজুবাবুৱে ফ্লুট বজাবলৈ ধৰিছে। প্ৰাসাদৰ চৌহদৰ দক্ষিণ দুৱাৰেদি প্ৰতিমা আৰু উত্তৰ দুৱাৰেদি হাতী একেলগে বাহিৰলৈ ওলাই আহে। মাজত প্ৰকাণ্ড ঘাঁহনি চোতাল। মুকলি ঘাঁহনি অঞ্চল পাৰ হৈয়েই পুখুৰী। পুখুৰী পাৰত মঞ্চ। মঞ্চৰ-পৰা একে সুৰত ফ্লুট বাজি থাকে। নদীত এখন এখনকৈ প্ৰতিমা নামিবলৈ ধৰে। ক্ৰমে নদীৰ বুকুত কহুঁৱাফুলৰ মাজত সন্ধ্যা নামি আহে। আকাশত দশমীৰ জোন। ঢাক-ঢোল অবিৰাম বাজিব ধৰে।

নদীত শাৰী শাৰী নাৱৰ ওপৰত এখন এখনকৈ দেৱী প্ৰতিমা, ঢোল বাদ্য বিসৰ্জনৰ বাজনা, হৈ চৈ, আলো-আন্ধাৰৰ খেলা, ফুলজাৰি আৰু কতৰকমৰ হাৱৈ উৰি থাকে। বৈ বৈ মাজুবাবুৰ ফ্লুট বাজি উঠে, এটি কৰুণ সুৰ যেন এই বিশ্বচৰাচৰৰ অপাৰ মহিমা লৈ ভাঁহি উঠে। মাজুবাবুৱে যেন সেই সুৰৰ মাজেৰে কান্দিব খুজিছে, কোনোবা আপোনজনৰ কাৰণে, হয়তোবা প্ৰিয়তমা পত্নীৰ প্ৰেমৰ কাৰণে।

আজি আকৌ দশমীৰ সেই দিনটো! আনদিনাৰ দৰে ভূপেন্দ্ৰনাথে অতি পুৱাতেই নদীত গা ধুই আহিল। একেদৰেই ম'ৰা চৰাই, বাঘ আৰু হৰিণৰ সজাবোৰ এবাৰ পৰীক্ষা কৰি আহিল। এইবোৰ তেওঁৰ নিজৰ কাম নহয় যদিও, সকলোবোৰ চাফচিকুণ হৈ আছেনে নাই, প্ৰতিজন মানুহৰ দৰে প্ৰাসাদৰ প্ৰতিপালিত প্ৰতিটো জীৱ-জন্তুৰ সুখ-দুখ বুজা আৰু বিধিমতে দেখাশুনা কৰাৰ ব্যৱস্থা তেওঁ নিজে লয়। তাৰ উপৰি আজি দেৱীৰ প্ৰত্যাৱৰ্তনৰ দিন। কিবা এটা বিষাদৰ ভাৱে তেওঁক পুৱাৰেপৰাই বিষণ্নমনা কৰি ৰাখিছে। তথাপি আনদিনাৰ দৰে আজিও পুৱা মঠৰ চিৰিয়েদি তেওঁ ভিতৰলৈ নামি গ'ল, শিৱৰ মূৰত আৰু বৃষৰ ভৰিত পানী ঢালিলে। আৰু শিকলি টানি টানি এক, দুইকৈ এশবাৰ ঘণ্টাধ্বনি তুলিলে।

খালেকৰ অসুখ অকণো কমা নাই। কুলীনপাৰাৰপৰা ডাক্তৰ আহি

চাই গৈছেহি। পূজাৰ কেদিনৰ বাবে বিশেষকৈ নিয়োগ কৰা পুৰোহিত, ৰান্ধনি আদি মানুহবিলাক বিদায় লৈ যাবলৈ কাছাৰীঘৰত ভূপেন্দ্ৰনাথৰ কাৰণে বৈ আছে। আগদিনা সন্ধ্যা কটা ম'হ নিয়া মানুহকেটাও আহিব, সিহঁতক নতুন কাপোৰ একোখন দিয়া হ'ব। তাৰ উপৰি কিছুমান প্ৰজাক মাটি দিবৰ সময়ত বন্দবস্ত আছিল, পূজাৰ সময়ত কোনোবাই পাঠা দিব, কোনোবাই গাখীৰ, কল, আনাৰস ইত্যাদি দিব। মানুহবিলাকে বন্দবস্তমতে বস্তুবোৰ দিলেনে নাই, নিদিলে সিহঁতক মতাই আনি কৈফিয়ৎ লোৱা ইত্যাদি কামবোৰো ভূপেন্দ্ৰনাথে খবৰ কৰিব লাগিব। ইটো-সিটো নানা কামৰ মাজেদি ভূপেন্দ্ৰনাথৰ দুপৰীয়া হৈ গ'ল। কামবোৰ তেওঁ কৰি গৈছে যদিও তেওঁৰ আজি একোতে মন ভাল লগা নাই। এবাৰ গৈ বিষাদ-বিষণ্ণ প্ৰতিমাৰ ভৰিৰ কাষত বহুত সময় নীৰৱে থিয় হৈ আছিল। তেওঁ গাঁৱৰ ঘৰৰ বৰবৌ আৰু ধনবৌৰ কাৰণে দেৱীৰ ভৰিৰ পৰা সেন্দূৰ তুলি থলে। আজি দশমী! দুদিন পিছতে আকৌ সেই এক গহীন নিৰ্জনতাই এই প্ৰাসাদ আগুৰি ধৰিব। এই কেদিন কি ব্যস্ততা! কি সমাৰোহ! গোটেই প্ৰাসাদ দিনেৰাতিয়ে গমগমাই আছিল। আজি আৰু সেই ব্যস্ততা নাই। পুখুৰীৰ চাৰিওকাষে মানুহ আহি জমা হৈছেহি।

জচীমে আবেলিতে পিলখানাৰ পথাৰত হাতীৰ পিঠিত উঠি বহিল। মাজুবাবুৱে আজি গৰদৰ কাপোৰ পিন্ধিছে। গৰদৰ পাঞ্জাৱী। হাতত হীৰাৰ আঙঠি। ভৰিত ক'লা পাম্পচু। মাজুবাবু তেওঁৰ ঘৰৰপৰা ওলাই আহিছে আৰু ধীৰে ধীৰে খোজ লৈছে। তেওঁৰ আগে পাছে আমোলা-কৰ্মচাৰীসকল সকলোৰে গাত আতৰৰ গোন্ধ। সমুখত ভূপেন্দ্ৰ-নাথ। তেওঁৰ পাছতে ৰক্ষিতমশাই আৰু গোটেই দলৰ শেষত বাবুহঁতৰ খাচ খানচামা হৰিপদ। যেন এটা শোভাযাত্ৰা প্ৰাসাদৰ দক্ষিণ তোৰণেদি ওলাই আহিছে। তেওঁলোক আহি নাটমন্দিৰত সোমালহি। মাজুবাবু আৰু অন্য সকলোৱে প্ৰতিমাৰ সমুখত আঁঠু কাঢ়ি ৰ'ল, প্ৰতিমাৰ ভৰিৰ

কাষৰপৰা বেলপাত তুলি অঞ্জলি দিলে। তাৰপিছত তেওঁলোক আকৌ তাৰপৰা ওলাই পুখুৰীৰ পাৰৰপিনে খোজ ললে।

সোণে দূৰৰ পৰা দৃশ্যটো চাই আছিল। নাটমন্দিৰৰ প্ৰকাণ্ড প্ৰকাণ্ড খুটাৰ আঁৰেদি গৈ গৈ এসময়ত গোটেই দলটো অদৃশ্য হৈ গ'ল। সোণে মন কৰিলে দেৱীয়ে এতিয়া তাৰপিনে চাই থকা নাই, সেই দলটোৰ পিনে চাই আছে। তেওঁৰ যেন চকু-মুখবোৰ কঁপি আছে। ঘামৰ টোপালৰ দৰে দেৱীৰ মুখখনত কিছুমান বিন্দু জিক্‌মিকাই উঠিছে। সি দেৱীৰ ওচৰলৈ আগুৱাই গ'ল। দুখত দুৰ্গাগোসাঁনীৰ চকুৰপৰা চকুপানী ওলাইছে নে নাই চাবৰ কাৰণে সি মণ্ডপৰ ভিতৰলৈ সোমাই গ'ল।

সোণে প্ৰথমে সিংহটোক এবাৰ চুই চালে। মানুহবিলাকে পুখুৰীৰ পাৰলৈ গৈ নিজ নিজ ঠাইত বহিছেগৈ বা থিয় হৈ আছে। মণ্ডপত এতিয়া কোনো মানুহ নাই। এই সুযোগতে দেৱীক, অসুৰটোক নাইবা পোৱালি এন্দুৰটোক হাতেৰে চুই চাবলৈ সুবিধা হৈছে। এন্দুৰটো গণেশৰ ভৰিৰ কাষত কাঁইট থকা লতা এডালৰ মাজত বহি আছে। সোণে সিংহৰ মুখত হাতখন এবাৰ ভৰাই দিলে। অসুৰৰ বুকুৰপৰা এইকেদিন বৈ থকা তেজবোৰত সি হাত দি চালে, তেজবোৰ শুকাই গৈছে। সিংহটোৱে অসুৰৰ গাৰপৰা বখলা বখল কৰি মঙহ এৰুৱাই পেলাইছে। অসুৰটোৰ কাৰণে সোণৰ কিয় জানো হঠাৎ বৰ মায়া উপজিল। সি অসুৰৰ মূৰত হাত এখন থৈ অসুৰৰ কেকোৰা চুলিবোৰত আদৰ কৰিবলৈ ধৰিলে। মজা দিওঁ ৰ! সেইবুলি মনতে ভাবি সি সিংহটোৰ চকু এটাত চিকুটি দিলে। তাৰ নখত ৰং অলপ এৰাই আহিল। দেৱীৰ মহিমাৰ আশ্ৰয়ত থকা সিংহটোৱে সোণক যেন অকণো ভয় কৰা নাই। সি এবাৰ মূৰ দাঙি, বেঙা মেলি, দেৱীৰ চকুদুটালৈ চালে, যেন দেৱীৰ চকুৰপৰা চকুপানী বাগৰি আহিছে। সি আকৌ ভাবিলে, তোমাৰ যদি ইমান দুখেই লাগিছে, তেন্তে থাকি গলেই হয় দেখোন! দেৱীৰ সৈতে দুআষাৰ কথা পতাৰ ইচ্ছা হৈছিল তাৰ। তাৰ ভয় আছিল, কিজানি ওচৰলৈ গলে দেৱীয়ে খং কৰিব। কিন্তু কি যে মৰম সনা

তেওঁৰ চকু দুটা! সি মনতে দেৱীক সুধিলে, তোমাৰ বাৰু দেৱী, বাহন ৰূপে এই সিংহটো কিয় লৈছা? মই তোমাৰ সিংহক কুটকুটাই দিওঁ ৰ'বা। সেইবুলি সি সৰু কাঠি এডাল লৈ সিংহৰ নাকৰ ওচৰলৈ লৈ যোৱাৰ লগে লগে এটা ডাঙৰকৈ হাঁচি মৰাৰ শব্দ হ'ল। তাৰ ওচৰত দেখোন কোনো নাই। কোনে মাৰিলে হাঁচিটো। সিংহটোৱেই হাঁচি মাৰিলে তেনে! সি থতমত খাই ঘূৰি পলাব খোজোঁতেই দেখা পালে পগলা বৰদেউতা মণ্ডপৰ চিৰিত থিয় হৈ আছে। তেৱেঁই হাঁচিটো মাৰিছিল। পগলামানুহৰ বোলে পানী নালাগে। সোণে এই প্ৰথম দেখিলে, বৰদেউতাকৰ পানী লাগিছে। সি ভাবিলে বৰদেউতাকৰ তেন্তে ভাল হৈ আহিছে। সি বৰদেউতাকৰ হাত এখনত ধৰি ক'লে, মই হাতীত উঠি নদীৰ পাৰলৈ যাম।

পুখুৰীৰ পাৰত তেতিয়া মাজুবাবুৱে ফ্লুট বজাইছিল। সোণে ভাবিলে, তাৰ পলম হৈছে। সি পগলা বৰদেউতাকক এৰি কাছাৰীঘৰৰ পিনে দৌৰ দিলে। সোনকালে চাৰ্ট পেণ্ট সলাই কমলাহঁতৰ ওচৰলৈ যাব লাগিব!

গোসাঁনী ফুৰাবৰ কাৰণে অহা মানুহবিলাক নাটমন্দিৰত গোট খাই প্ৰত্যেকেই কঁকালত গামোচা বান্ধি ললে। কান্ধত গোসাঁনী তুলি লৈ মানুহবিলাক বাহিৰলৈ ওলাই আহিল। আগত ৰামসুন্দৰ, মূৰত ঘটটো লৈ গৈছে। গোসাঁনী প্ৰথমে নদীৰ চৰত নমোৱা হ'ব। তাত গোসাঁনীৰ ওচৰত আৰতি হ'ব, ধূপ-ধূনা জ্বলোৱা হ'ব। লালটু পলটুহঁত গোসাঁনীৰ লগত নাচি নাচি গুচি গৈছে। সোণ ন'গল, তাৰ কাৰণে অমলা আৰু কমলা ৰৈ আছে, সি হাতীত যাব।

ভূপেন্দ্ৰনাথে সোণক পেণ্টচাৰ্ট দিলে। মূৰ ফণিয়াই দিলে। সোণৰ আৰু ৰৈ থাকিবৰ সময় নাই। কোনোৰকমে দৌৰি ওলাই যাব পাৰিলেই হয়। অমলাহঁতো সকলোবোৰ গুচি গৈছে। তাৰ কাৰণে আৰু কিমান ৰৈ থাকিব!

বেলি পৰি আহিছে। হাজাৰ হাজাৰ মানুহে নদীৰ পাৰত তালগছ

নাইবা ঝাঁওগছৰ ছাঁত বহি নিবিষ্ট মনে ফ্লুট বজোৱা শুনি আছে, মুৰ গণি হিচাপেই উলিয়াব নোৱাৰি কিমান মানুহ, অগণন মানুহ! মাজুবাবুৰ ফ্লুট শুনিবৰ কাৰণে যি য'ত পাৰিছে ঠাই কৰি লৈ বহি গৈছে।

অশ্বশালাৰ কাষৰ ঘৰটোত খালেকৰ অৱস্থা সংকটজনক। ইন্তেকালৰ সময় হয়তো ওচৰ চাপি আহিছে। সিও বুকুৰ ওপৰত হাত দুখন থৈ আন মানুহৰ দৰে একান্তমনে ফ্লুট শুনি আছে। আগেয়ে এসময়ত গাঁৱে-ভূঞে ঘূৰি ঘূৰি ফ্লুট বজাওঁতে যিদৰে ফ্লুটৰ ওপৰত আঙুলি বুলাইছিল, ঠিক সেইদৰে এতিয়াও ওপৰ মুখকৈ চিৎ হৈ শুই বুকুৰ ওপৰত তাৰ আঙুলিবোৰ লৰাবলৈ ধৰিলে। সিও যেন মাজুবাবুৰ সৈতে শেষবাৰৰ কাৰণে মনৰ ভিতৰতে ফ্লুট বজাবলৈ ধৰিছে। আহিনৰ এনে এটা আবেলি সি ফ্লুট নবজোৱাকৈ কেনেকৈ থাকিব পাৰে! সি অতি কষ্টেৰে ওপৰলৈ হাতদুখন তুলি ধৰিলে। সি সঁচাকৈয়ে ফ্লুট বজোৱাৰ-দৰে কৰিলে। লাহে লাহে তাৰ হাতদুখন অসাৰ হৈ আহিল। আকৌ বুকুৰ ওপৰত হাতদুখন পেলাই দিলে, চকুদুটা তাৰ মুদ খাই আছে। পৃথিৱীত মানুহটোৰ কোনো আত্মীয় পৰিজন নাই। থকাৰ ভিতৰত আপোন বুলিবলৈ আছে দুটা ঘোঁৰা, এখন টম্‌টম্ গাড়ী আৰু এটা পুৰণি ফ্লুট। মাজুবাবু নথকা দিনত সি মনে মনে মাজনিশা নদীৰ পাৰত গৈ অকলে অকলে ফ্লুট বজায়গৈ। বিবিধ সুৰৰ মাজত সি তন্ময় হৈ ডুব গৈ থাকে। আজিও এতিয়া একেদৰেই সি যেন তন্ময় হৈ আছে। পুখুৰীৰ পাৰ, শীতলক্ষাৰ বালিচৰ, পিলখানাৰ পথাৰ, চাৰিওপিনে সুৰৰ তৰঙ্গ যেন হাহাকাৰ কৰি উঠিছে। মাজুবাবুৰ ফ্লুট শুনি শুনি খালেকে চকুদুটা মুদি দিছে, এক আল্লা—তেওঁৰ কোনো শ্বৰীফ নাই,……শ্বৰীফ নাই……নাই……নাই……সি যেন ক্ৰমে উশাহ লব নোৱৰা হৈ পৰিছে। বুকুৰ ভিতৰত সি এক অসহ্য যন্ত্ৰণা অনুভৱ কৰিছে। হাতদুখন আকৌ ওপৰলৈ তুলিব খুজি সি তুলিব নোৱাৰিলে। সমস্ত দেহা অৱশ হৈ আহিছে। সেইপিনে লক্ষ্য কৰিবলৈ কাৰো আহৰি নাই।

সোণ তেতিয়া কাছাৰীঘৰৰপৰা অন্দৰমহললৈ দৌৰ দিছে। হাতী কেতিয়াবাই আহি পাইছেহি। জচীম হাতীৰ পিঠিত উঠি হয়তো বৈ আছেহি! তাৰকাৰণেই চাগৈ আনবিলাকো হাতীৰ পিঠিত উঠি এতিয়াও নদীৰ পাৰলৈ যাব পৰা নাই! হাতীয়ে চাগৈ তাক মাতি আছে! ফ্লুট বাজি আছে। পুখুৰীৰ পাৰত হেজাৰ মানুহ। বাৰেবৰণীয়া মেলা। ইব্ৰাহিম লাইটৰ কলঘৰটোত বহি আছে। সময় হোৱাৰ লগে লগেই লাইট জ্বলাই দিব।

সোণে তাৰ পগলা বৰদেউতাকক বিচাৰি যাওঁতে পলম হৈ গৈছে। সি তেওঁক ক'বলৈ গৈছিল, বৰদেউতাক যেন মেলালৈ অকলেই যায়। মেলাত গৈ সি লগ ধৰিবগৈ আৰু দুয়ো একেলগে মেলা চাব। মেলাত গৈ সি আৰু হাতীৰ পিঠিত উঠি নাথাকে। ঘূৰি আহিবৰ সময়ত দুয়ো লাড়ু খাই খাই আহি থাকিব। কিন্তু কথাখিনি ক'বলৈ পগলাবৰদেউতাকক বহুত সময় ধৰি বিচাৰি পোৱা নাই। পুখুৰী পাৰত; মানুহৰ মাজে মাজে সকলোতে সি বিচাৰিলে। ইপিনে বেলি ডুবিবৰ হৈছে। হাতীটোৱে অন্দৰমহলত বৈ বৈ শুৰ পকাই আছে। কাণ দুখন লৰাই আছে। অমলা আৰু কমলা বিৰক্ত হৈ উঠিছে; তথাপিও চাগৈ জচীমক হাতী উলিয়াই নিবলৈ বাৰণ কৰি আছে। সি উধাতু খাই দৌৰি কাছাৰীঘৰৰ ঘাঁহনিডৰা পাৰ হৈ গ'ল। দাৰোৱানবিলাকৰ ঘৰটো পাৰ হৈ নাটমন্দিৰৰ চোতাল। সি তাত আহি এবাৰ থমকি উশাহ ল'লে। জেপত ভৰাই থোৱা পইচাকিটা দৌৰি আহোঁতে ঠিকেই আছেনে হাত দি চালে। সি চৈধ্যটা চক্‌চকীয়া তামৰ পইচা পাইছে। দশেৰা চাবৰ কাৰণে জমিদাৰ পৰিয়ালৰ গৃহিণী-বোৱাৰীহঁতৰ প্ৰত্যেকেই ল'ৰা-ছোৱালীবিলাকক একোটাকৈ তামৰ পইচা দিছে। সোণকো সেইদৰে এটা পইচা দিছিল। কিন্তু সি কৈছিল, সি অকলে এজন নহয়, সিহঁত দুজন। সি আৰু পগলা বৰদেউতাক। সি বৰদেউতাকৰ কাৰণেও একোটাকৈ পইচা বেলেগে ইটো জেপত ভৰাই থৈছে। মেলা চোৱা হ'লেই বৰদেউতাকৰ হাতত পইচাকেটা দি দিব। কিন্তু এতিয়া যে বৰদেউতাকক ক'তো বিচাৰি

পোৱা নগ'ল। তেওঁক বিচাৰি ফুৰোঁতেই তাৰ ইপিনে ইমান পলম হৈ গৈছে! সি চিৰি বগাই দৌৰিবলৈ ধৰিলে, ৰান্ধনিঘৰৰ দীঘল বাৰান্দাটো সি পাৰ হ'ল। সেইপিনে গলে সি সোনকালে প্ৰাসাদৰ উত্তৰফালে পাবগৈ পাৰিব। অমলাহঁতে তাৰ মুখত পাউদাৰ সানি দিয়াৰ কথা আছিল। তাৰ পগলা বৰদেউতাকৰ ওপৰত মনে মনে বৰ খং উঠিল। তাৰ মুখত পাউদাৰ ঘঁহা নহ'ল। মনৰ দুখত সি কান্দো কান্দো হ'ল। সকলোৰে চাগৈ তালৈ বৈ আছে। সি ভাবিলে, এতিয়া আৰু কমলা আৰু অমলাক ঘৰৰ ভিতৰত গৈ নাপায়গৈ, সি প্ৰাণটাকি দৌৰিবলৈ ধৰিলে। শেষত যেতিয়া সি ঠাইটুকুৰা পালেগৈ, তেতিয়া দেখিলে হাতী ইতিমধ্যে গুচি গৈছে। হাতী, জচীম, অমলা কমলা, কোনো নাই। প্ৰাসাদত বিজুলী চাকি জ্বলি উঠিল। তাক এৰি থৈ সকলো গুচি গৈছে। সি অকলে অকলে পাছ পৰি থাকিল। সি এতিয়া কি কৰিব! তথাপি ভাবিলে, এবাৰ অমলাহঁতৰ কোঠাত চাই আহিবগৈনেকি! ঘৰৰ ভিতৰত দাসীচাকৰণীবিলাকো কোনো নাই, কিবা খবৰ দিবলৈ। সি তথাপি এবাৰ দৌৰি দৌৰি চিৰিয়েদি ওপৰলৈ উঠি গ'ল। গোটেই প্ৰাসাদ যেন প্ৰায় জনশূন্য হৈ আছে। দুই এখন মুখ দেখিলেও, অপৰিচিত, কোনেও তাক একো কথা নকয়। তাৰ ভয় লাগিল। কোনোৰকমে অমলাহঁতৰ কোঠাটোত সোমাব পাৰিলেই হয়। ভাবিলে অমলা আৰু কমলাই তাক এৰি থৈ হয়তো নাযায়। এনেতে হঠাৎ প্ৰাসাদৰ গোটেইবোৰ লাইট নুমাই গ'ল। পোহৰৰ সকলোবোৰ জাকজমকতা সাজ-সজ্জা নিমিষতে আন্ধাৰত অদৃশ্য হৈ গ'ল। পুখুৰীৰ পাৰত ফ্লুটৰ সুৰো হঠাৎ বন্ধ হৈ গ'ল। বাৰান্দাৰ মইনা চৰাইটোৰে মাত্ৰ আন্ধাৰতে কৈ আছে, সোণ তুমি ক'লৈ যোৱা, ইয়াত কোনো নাই। আন্ধাৰ আন্ধাৰ।

সোণে এনে অন্ধকাৰ জীৱনত আগেয়ে কোনো দিনে দেখা নাই। এহাত দূৰৰ মানুহটোকে দেখা নাযায়। কিছুমান ছাঁৰদৰে মানুহ দৌৰা-দৌৰি কৰিছে। তাৰ কাষেদিয়েই কোনোবা এজন বেগাই পাৰ হৈ গ'ল।

সি যেন কোনো এক অদৃশ্যলোকত আহি সোমাইছেহি। সি অতি ভয়ে ভয়ে মাতিলে, অমলা!

লগে লগে এখন কঠিন হাত আন্ধাৰৰ মাজৰপৰা ওলাই আহিল আৰু তাৰ হাত এখনত খামুচি ধৰিলে।

—কাক লাগে?

—অমলাক।

—তুমি কোন?

—মই সোণ।

—ক'লৈ যাব খুজিছা?

—অমলাৰ ওচৰলৈ। তেওঁলোকে মোক লৈ দশহাৰালৈ যোৱাৰ কথা আছিল। অমলাই মোৰ মুখত পাউদাৰ ঘঁহি দিয়াৰ কথা আছিল।

—সিহঁতৰ কোঠাত তুমি সোমাব নোৱাৰা। মানা আছে। কোনো সোমাব নোৱাৰে।

সোণে জোৰ দি ক'লে—মই যাম।

—নোৱাৰা। তাক ধৰি থকা সেই টান হাতখন কাৰ, সোণে ধৰিব পৰা নাই। তথাপি হাতখন যে কোনোবা তিৰোতা মানুহৰ, সেইটো সি বুজিব পাৰিলে। হয়তো মানুহজনী বৃন্দাবনীও হ'ব পাৰে। সোণ ভয়তে বিমোৰ হৈ পৰিল। সি আঁতৰি আহি বাৰান্দাৰ ৰেলিঙত ধৰি থিয় হ'ল। কোনোবা চিনাকি মানুহে যদি তাক দেখা পাই কাছাৰীঘৰত থৈ আহিলগৈহেঁতেন। চিৰিৰ তলত লেম এটা লৈ কোনোবা অহা দেখিলে। সি ভালকৈ চাই দেখিলে, মাজুবাবু উঠি আহিছে। কাষত তেওঁৰ নিজৰ খানচামা হৰিপদ। সি দৌৰি তাৰপৰা পলাবনেকি ভাবিলে। মাজুবাবুক ধৰি ধৰি অনা হৈছে। তেওঁৰ মুখখন শোকাচ্ছন্ন। সোণে অবাক হৈ চাই থাকিল। অলপ আগতে এইজন মানুহে মঞ্চৰ ওপৰত একান্ত মনে ফ্লুট বজোৱা সি দেখি আহিছিল। তেওঁ যেন এতিয়া প্ৰায় অৰ্দ্ধ মূৰ্চ্ছিত। সোণৰ বুকুখন কঁপি উঠিল। অমলা কমলাহঁতৰ একো হোৱা নাইতো!

সিহঁতৰ কোঠাটো ভিতৰৰপৰা বন্ধ কৰা আছে। তাৰ ধাৰণা হ'ল, সিহঁত দুজনীয়ে যেন কোঠাৰ ভিতৰত উচুপি উচুপি কান্দি আছে।

হাতীটো প্ৰাসাদৰ বাহিৰৰপৰা অকলে অকলে উভতি গ'ল। দশহাৰালৈ কাৰো যোৱা নহ'ল। প্ৰাসাদত কিবা দুঃসংবাদ আহি পৰিছে। কিন্তু কি দুঃসংবাদ কোনেও যেন ক'ব পৰা নাই। পৰিয়ালৰ বিশেষ দুই-এজনে মাত্ৰ খবৰটো জানে। আৰু সেইকেজনৰে এজন হৈছে ভূপেন্দ্ৰনাথ। তেওঁ বেগাই খোজ কাঢ়ি আহিছে।

সোণে জেদ ধৰি ক'লে, মই অমলাৰ ওচৰলৈ যাম!

বৃন্দাবনীয়েও টানি ক'লে, নাই নোৱাৰা সোণাবাবু। সোণ অগত্যা বাহিৰলৈ ওলাই আহিল। অন্ধকাৰ প্ৰাসাদৰ সকলো এৰি থৈ সোণ এতিয়া নিৰ্জন ঘাঁহনিডৰাৰ ওপৰেদি খোজ কাঢ়ি আহি এঠাইত বহিলহি, আৰু অমলাহঁতৰ কোঠাটোৰ খিড়িকীৰ পিনে চাই ৰ'ল। সি আশা কৰিলে, আকৌ পোহৰ হ'লেই অমলাহঁতে খিড়িকীৰে হয়তো তাক দেখা পাব। সিহঁতক চাবৰ কাৰণে সি তাত আঁঠু কাঢ়ি বহি আছে। ছোৱালী দুজনীৰ কাৰণে কিযে এটা টান গঢ়ি উঠিছে সোণৰ! সি মনে মনে ভাবিলে, সিহঁতৰ কিবা এটা নিশ্চয় হৈছে। কিন্তু সি ভাবিলে, কি হৈছে নজনাকৈ সি এই ঠাইৰপৰা এখোজো আঁতৰি নাযায়।

হাতীটো অকলে অকলে তেতিয়াও গৈ আছে। আন্ধাৰত গছৰ মাজে-মাজে হাতীটো গৈ আছে। ইব্ৰাহিমে বিজুলী কলঘৰত টৰ্চ এটা লৈ বহি আছে। ক'ত যে কি হ'ল, সি কলঘৰটো আন্ধাৰ কৰি বহি আছে। মাত্ৰ কলঘৰৰ কাষেদি পাৰ হৈ যোৱা হাতীটোৰ কাণ দুখন কোবাই যোৱাৰ শব্দ শুনা গৈছে। হাতীটো নীৰৱে গৈ আছে।

নদীৰ কোনোবা এঠাইত তেতিয়া কোনোবা দলৰ প্ৰতিমা বিসৰ্জন হৈছে। পগলা বৰদেউতা এতিয়া ক'ত আছে কোনে জানে! সোণৰ জেপৰ পইচা কেটাৰে একো কিনা নহ'ল। দুইটা জেপৰ তামৰ পইচাকেটা চিকমিকাই আছে। প্ৰাসাদৰ ওপৰমহলাৰ খিড়িকী বন্ধ হৈ আছে। নদীত শেষ প্ৰতিমাখন হয়তো সেয়া বিসৰ্জন কৰা হ'ল। দূৰত

নদীৰ পাৰে পাৰে মেণ্টল লাইটৰ পোহৰ, ধূপ-ধূনাৰ গোন্ধ আৰু ঢাক-ঢোলৰ বাদ্য—সকলো লাহে লাহে শেষ হৈ আহিল। চাৰিওপিনে ক্ৰমে নিঃশব্দ আৰু অন্ধকাৰ। মূৰৰ ওপৰত নিৰ্মল আকাশত অন্তহীন হাজাৰ হাজাৰ নক্ষত্ৰ জিলিকিছে। সেই নক্ষত্ৰৰ পোহৰত মাত্ৰ পৃথিৱীত শুভবোধ এতিয়াও যেন বাঁচি আছে। সোণে ভাবিলে, ওপৰৰ খিড়িকী-খন খুলিলেই সি অমলাহঁতৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিব। সিহঁতক চাবলৈ ঘাঁহনিৰ ওপৰত আঁঠুত মুখ গুজি সোণ বহি থাকিল।

প্ৰতিমা বিসৰ্জনৰ পিছত ভূপেন্দ্ৰনাথৰ সোণলৈ এবাৰ মনত পৰিল। সোণ ক'ত আছে! তাক দেখোন দেখা নাই। তেওঁ চাৰিওপিনে খবৰ কৰালে। ৰামসুন্দৰে বিচাৰি বিচাৰি শেষত সোণক মাজুবাবুৰ দালানৰ পাছপিনে ঘাঁহনিত শুই থকা পালেগৈ। সোণ তাতে টোপনি গৈছে।

ৰাতিপুৱা সোণে অন্দৰমহলৰপৰা এটুকুৰা চিঠি পালে—আমি খুব পুৱাই ষ্টীমাৰত গুচি যামগৈ। তোৰ সৈতে আৰু আমাৰ দেখা নহ'ল।

কাছাৰীঘৰৰ চিৰিত গোটেই পুৱা বেলাটো সোণে অকলে অকলে মৌন হৈ বহি থাকিল। তাৰ একোতে মন বহা নাই। তাৰ মনত ভাব হ'ল, নদীৰ চাপৰিত কহুঁৱা বনৰ মাজে মাজে কোনে যেন পলাই পলাই ফ্লুট বজাই আছে।

এইবাৰ সোণহঁতৰ ঘৰলৈ ঘূৰাৰ সময়। ঈছমে ৰাতিপুৱাই এমুঠি ৰান্ধি-বাঢ়ি খাই লৈছে। সি পুৱা শুই উঠিয়েই নাৱৰ ওপৰত গোটেই তক্তাবোৰ ধুলে। নাৱৰ ভিতৰত পানী জমা হৈ আছিল; সেইবোৰ ছটিয়াই উলিয়াই পেলাই চাফা কৰি ৰাখিছে। নাৱৰ পালখনৰ য'ত য'ত ফাটি আছিল, কালি গোটেই দিনটো বহি বহি বেজী-সূতা লৈ চিলাই পেলাইছে। নাও নিয়াত যাতে একো অসুবিধা নহয়, তাৰ সকলো বন্দৱস্ত কৰিলে। যাবৰ কাৰণে সকলো প্ৰস্তুত কৰি গুণৰ বছীডাল ঠিক

কৰি থকাৰ সময়ত সি দেখা পালে সিহঁতৰ মাজুকৰ্তা সকলোৰে আগে আগে আহি আছে। তেওঁৰ পাছে পাছে সোণ, লালটু পলটু, পাগলকৰ্তা, আৰু সকলোৰে পাছত কুকুৰ।

ষ্টীমাৰ ঘাটত মানুহৰ ভিৰ হৈছে। কলিকতা, ঢাকা আদিত চাকৰি বা ব্যৱসায় কৰি থকা বহুত মানুহৰ ঘৰ এই অঞ্চলত। পূজাৰ ছুটীৰ দিনকেটা ইয়াত কটাই আকৌ এতিয়া নিজ নিজ কামলৈ উভতি যাবলৈ ওলাইছে। গাঁও যদিও এই অঞ্চল চহৰৰ নিচিনাই। ইয়াত হাইস্কুল আছে, পোষ্ট অফিচ আছে, বজাৰ-হাট, আনন্দময়ীৰ কালীবাড়ী আৰু জমিদাৰৰ ডাঙৰ ডাঙৰ প্ৰাসাদ, সকলো মিলি এই অঞ্চল বেছ নামকৰা ঠাই। পূজাৰ সময়ত এই অঞ্চল জাকজমকপূৰ্ণ হৈ পৰে আৰু যথেষ্ট জন-সমাগম হয়। তাৰ পিছত পূজা শেষ হোৱাৰ দিনাই বাবুবিলাকৰ সকলো কলিকতা, ঢাকা আদি নিজ নিজ কৰ্মস্থানলৈ উভতি যায়, সেইকেদিনৰ হুলস্থূলৰ পিছত ইয়াত থকা মানুহবিলাকৰ কাৰণে প্ৰাসাদ বৰ শূন্য শূন্য লাগে।

ভূপেন্দ্ৰনাথৰ মনটোও বৰ শূন্য শূন্য লাগিছিল। সোণহঁত গুচি যাবলৈ ওলাইছে। পুৱাই পুৱাই সিহঁতক খিচিৰি ভাত খুৱাই দিয়া হৈছে। নদীৰ পাৰত থিয় হৈ ভূপেন্দ্ৰনাথে সোণহঁতক বিদায় দিলে। নদীৰ বুকুত নাওখন নেদেখা হোৱালৈকে তেওঁ পাৰত থিয় হৈ থাকিল। লগে লগে কাছাৰী ঘৰলৈ ঘূৰি যাবলৈ তেওঁৰ মন নগ'ল। তেওঁ ধীৰে ধীৰে কালীবাড়িৰ পিনে খোজ ললে। ভাবিলে, বাৰান্দাত থিয় হৈ 'মাক' এবাৰ নীৰৱে দৰ্শন কৰি যাব। পুৰোহিত কালু চক্ৰবৰ্তীয়ে আহি মাজে মাজে নানা কথা উলিয়ালে ; তেওঁ হোঁ হোঁ কৰি থাকিল ; কাৰণ, তেওঁৰ কাৰো সৈতে এতিয়া কথা পাতিবৰ মন যোৱা নাই। কালীবাড়িৰ বাৰান্দাত বহিলেই তেওঁ সদায়, ভঙা প্ৰাচীন শেলুৱৈ ধৰা ডুৰ্গৰদৰে এই ঘৰটোৰ সৈতে কোনো মন্দিৰৰ সাদৃশ্য আছেনে নাই বিচাৰি চাবলৈ চেষ্টা কৰে। মৌলবী চাহাবে বোলে ইয়াত হাজাৰ হাজাৰ মুচলমান আনি নামাজ পঢ়াব ! কোৰবাণি কৰিব ! কি সাহস ! সেইবোৰ কৰিলে

জুই জ্বলি উঠিব। তেওঁ ক'লে, মা তুমি শক্তিদায়িনী। তুমিয়েই শক্তি দিয়া মা! তেওঁ মনতে যেন এখন ধৰ্মযুদ্ধৰ স্বপ্ন দেখিলে। মা আনন্দময়ী শক্তিদায়িনী, তেওঁৰ দেহৰপৰা হাজাৰ হাজাৰ দেৱসৈন্য সৃষ্টি হ'ব। আৰু মহিষাসুৰ বধৰদৰে সকলো শত্ৰুক বধ কৰিবলৈ উদ্যত হ'ব। তুমি মা যুগে যুগে মুণ্ডমালা ধাৰিণী!

ভূপেন্দ্ৰনাথে নিজে নিজেই হাঁহিলে। ঘৃণাত তেওঁৰ মুখখন কোঁচ খাই উঠিল। থানাৰ দাৰোগা, সদৰ পুলিচ চাহাব, আনকি মেজিষ্ট্ৰেট পৰ্যন্ত সকলো বাবুহঁতৰ হাতত। এখন তাঁৰ পঠালেই ষ্টীমাৰ ভৰ্তি হৈ সৈন্য-সামন্ত হাজিৰ হ'বহি! তেওঁৰ মুখত আকৌ এবাৰ এটা অবজ্ঞাৰ হাঁহি ওলাল। ভিতৰি ভিতৰি তেওঁ বৰ উত্তেজিত হৈ উঠিল। খোজ কাঢ়ি গৈ থাকোঁতে তেওঁ নিজৰ সৈতেই যেন কথা পাতি গ'ল। তেওঁ যেন এখন ৰণক্ষেত্ৰৰ মাজেৰে খোজ কাঢ়ি গৈছে, তেনে অনুভৱ কৰিলে।

ঈছমে নাৱৰ গুৰি ধৰি থকাৰপৰা সোণলৈ চাই ক'লে, কি সোণাবাবু, মুখখন দেখোন ক'লা কৰি আছা?

সোণে মুখ ঘূৰাই বহি থাকিল। যেন ঈছমে তাৰ মুখ দেখিবলৈ নাপায়।

—আৰু কিমান সময়, অলপ পিছতে নাও ঘাটত লগাই দিমগৈয়ে আৰু! দেখিবা তোমাৰ মা ঠিক ঘাটতে ৰৈ আছে। গৈ পালেই তোমাক তুলি ল'ব।

পগলাঠাকুৰ মণীন্দ্ৰনাথ নাৱৰ ঠিক আগত বহি আছে। মূৰৰ ওপৰত ৰ'দ। ঈছমে বাৰে বাৰে তেওঁক ছৈৰ ভিতৰত আহি বহিবলৈ অনুৰোধ কৰি আছে। তেওঁ নবহে। কোনো লৰচৰ নাই। একেবাৰে পদ্মাসন কৰি বহি আছে। ৰ'দত মুখ ৰঙা হৈ পৰিছে। সোণৰ এইবোৰ একো ভাল লগা নাই। সি এতিয়া ঘৰলৈ উভতিছে। অমলা আৰু কমলা এতিয়া বাৰু কিমান দূৰত আছে! সি ঘৰলৈ গৈ মাকক কেনে অৱস্থাত দেখিব ভাবি পোৱা নাই। কিবা এটা পাপবোধে তাক অহৰহ কষ্ট দি আছে। সেই ৰাতিৰ ঘটনা, আৰু আগদিনা সন্ধ্যা অমলা আৰু কমলাৰ

কান্দোনৰ কথা ভাবি তাৰ মনটো তোলপাৰ লাগি আছে। কোনোবাই যেন তাক কৈ আছে, সোণ, তোৰ এইবোৰ ভাল হোৱা নাই। এনেবোৰ কাৰণত সোণ নাৱৰ একোণত নীৰৱে, কাৰো সৈতে মাতবোল নকৰাকৈ বহি আছিল।

গাঁৱৰ ঘাটত নাও ৰোৱাৰ শব্দ হোৱাৰ লগে লগেই ধনবৌ দৌৰি আহিছিল। বৰবৌও পাছে পাছে আহিল।

বৰবৌৱে খবৰ পাইছে, নদী-বিল সাঁতুৰি গাঁও-ভুঁইৰ পথকৰা বাটেদি গৈ মণীন্দ্ৰনাথ মূড়াপাৰা পাইছেগৈ। তেওঁ বুজিছিল, সোণ যিদিনা ঘূৰি আহিব, মণীন্দ্ৰনাথো লগে লগেই আহিব।

সোণে নাৱৰপৰা জঁাপ মাৰি নামিয়েই মাকক সাৱটি ধৰিলে। ইমান পৰে গধুৰ হৈ থকা মনটো তাৰ নিমিষতে যেন পাতল হৈ গ'ল। বৰবৌৱে ক'লে, সোণ, মাৰ নোহোৱাত কান্দিছিলিনে নাই?

সোণে মূৰ জোকাৰি নকন্দা বুলি জনালে।

—ওহোঁ, কান্দিবই লাগিব। তোৰ চকু দেখিলেই বুজি পায়। কি অ' লালটু, সোণে সঁচাই কন্দা নাইনে?

—নাই কন্দা, বৰমা।

—তেতিয়াহলে আৰু কি! এতিয়াৰপৰা বৰদেউতাৰৰদৰে হৈ গলি। য'লৈকে ইচ্ছা গুচি যাব পাৰিবি। কাৰো কাৰণে মায়া নাই আৰু!

বৰবৌৱে কথাষাৰ কৈ যেন পগলাস্বামীক সামান্য খোচা এটা মাৰিলে। আৰু পগলা মণীন্দ্ৰনাথেও সেই বক্ৰোক্তি ধৰিব পাৰি বৰবৌৰ পিনে মূৰ দাঙি চালে।

বৰবৌৱে মণীন্দ্ৰনাথৰপিনে চাই ক'লে, আহাঁ। তেওঁ মনতে আৰু ক'লে, ক'ৰবালৈ গুচি গ'লে মোৰ কি ভীষণ কষ্ট হয়! কিমান যে ভয় লাগি থাকে! তোমাৰ বাহিৰে মোৰ কোন আছে!

সোণে যেন প্ৰায় বিশ্বজয় কৰি আহিছে। তাৰ কত নতুন অভিজ্ঞতা, হৰিণা পহু, ম'ৰাচৰাই, এইবোৰৰ বিষয়ে কোৱা, বায়স্কোপৰ বাকচ খুলি দেখুওৱা এইবোৰ সোনকালে কৰিবলৈ নাপালে তাৰ মনত শান্তি নাই।

সি ভাবিলে, প্ৰথমেই মালতীপেহীক তাৰ বস্ত্ৰবোৰ দেখুৱাব। গৰুবাটত ফতিমাক লগ পালে তাইকো দেখুৱাব।

সোণৰ এনে লাগিল যেন কিমান দিনৰ মূৰত সি ঘূৰি আহিছে! সি যেন বহুত দিন ধৰি ইয়াত থকা নাই। সি সকলোকে দেখা নকৰালৈকে স্বস্তি পোৱা নাই। সি প্ৰথমেই বৰঘৰত সোমাই ককা আৰু বুঢ়ীমাকক সেৱা কৰিলে। তাৰপিছত চোতালত থিয় হোৱাৰ লগে লগে বৰমাকে ক'লে, সোণ, কাপোৰ-কানি সলাই খাই ল।

সোণে সেইবোৰ শুনাত নাই। অথচ সেই কোন কেতিয়াই খাই নাৱত উঠিছিল, এতিয়া নিশ্চয় ভোক লগাৰ কথা। হাতভৰি ধুই আহিলেই বৰবোৱে খাবলৈ দিবলৈ বৈ আছে। কিন্তু সিহঁতৰ কোনো নাহে। সোণ দৌৰি পুখুৰী পাৰলৈ গ'ল। অৰ্জুনগছজোপাৰ তলত থিয় দিলেগৈ। দক্ষিণৰ ঘৰত আবেদালি বহি আছে। সৰু খুড়া ঘৰত নাই। পালৰ ঘৰত সুভাষৰ দেউতাক নাই। হাৰাণ পালৰ ঘৰত কোনো নাই। সোণে অৰ্জুন গছৰ তলত থিয় হৈ সেই সকলোবোৰ লক্ষ্য কৰিলে।

মাত্ৰ দেখিলে, অলপ দূৰত মালতী পেহীৰ হাঁহকেইটা সাঁতুৰি আছে। সি পুখুৰীৰ পাৰে পাৰে কটুবেলগছজোপাৰ তললৈ আগুৱাই গ'ল। তাৰপৰা শোভা আৰু আবুৰ ঘৰ দেখা পায়। সি আঁঠুৱনীয়া পানীত পথাৰেদি গৈ আবুহঁতৰ ঘৰত উঠিলগৈ আৰু দেখিলে, আনদিনাৰদৰে নৰেনদাস বাহিৰত নাই। ঘৰখনত কিবা এটা শূন্য শূন্য ভাব। ঘৰৰ ভিতৰতো কোনো নাই। শোভা, আবু, সিহঁতৰ মাক, আনকি, মালতী-পেহী—সি কাকো দেখা নাপালে। কিন্তু যেন কোনোবাই তাঁতঘৰত চাদাধঁপাত কাটি আছে।

সোণৰ মনটোত কিবা এটা ভয় ভয় লাগিল। ক'তো কোনো নাই। সন্ধ্যা হ'বৰ হৈছে। কিন্তু এটাৰ পিছত এটাকৈ এটাইকেইটা ঘৰ আৰু কোঠা সোমাই চালে, সব খালী হৈ আছে। তাৰ সঁচাই ভয় লাগি গ'ল। সি চোতালৰপৰা নামি আহি ঘৰৰপিনে দৌৰি যাব খোজোঁতেই দেখিলে, দূৰত মালতীপেহী গছ এজোপাৰ তলত অকলে অকলে থিয় হৈ আছে।

সি ওচৰ চাপি গ'ল। আনদিনা হোৱা হ'লে মালতী পেহীয়ে তাক দেখাৰ লগে লগে দৌৰি আহি সাৱটি ধৰিলেহিহেঁতেন, আদৰ কৰিলে-হেঁতেন; কিন্তু আজি মালতীপেহী এজনী সম্পূৰ্ণ বেলেগ মানুহ। চকুত এক কঠোৰ চাৱনি। মূৰৰ চুলি মেলা। কিবা যেন এটা ৰুক্ষ ভাব। মাজে মাজে থু থু কৰি থুৱাই আছে। যেন শৰীৰত কিবা এটা অশুচি ভাব, থুই পেলাই পেলাই যেন পৱিত্ৰ কৰি ৰাখিব খুজিছে। আৰু কাৰোবাৰ সৈতে যেন বিৰ বিৰকৈ কথা পাতিছে। সোণক দেখাৰ লগে লগে মালতীৰ কথা বন্ধ হ'ল। একেবাৰে জঠৰভাৱে তাই থিয় হৈ আছে। তাই যেন সোণক চিনিয়েই নাপায়, এনে ভাব দেখুৱালে। সোণ লাহে লাহে গৈ গছজোপাৰ তলত থিয় দিলেগৈ। সোণে মালতীপেহীক বায়স্কোপৰ বাকচটো দেখুৱাবলৈ আহিছিল। কিন্তু এতিয়া মালতীৰ এনে এটা চেহেৰা দেখি সি কথা ক'বলৈকে সাহ নকৰিলে। মালতীপেহীৰ কিবা অসুখ হৈছে হ'বলা! অসুখ হলে মানুহৰ চকু-মুখ, চেহেৰা এনেকুৱা হৈ যায়। সোণ আৰু থিয় হৈ থাকিব নোৱাৰিলে। সি দৌৰি ঘৰলৈ গুচি আহিল আৰু বৰমাকক সুধিলে, "মালতীপেহী গছৰ তলত......" সি কথাটো শেষ কৰাৰ আগতেই বৰমাকে ক'লে, সোণ, মালতীৰ ওচৰলৈ নাযাবি, তাইক বিৰক্ত নকৰিবি।

সি বৰমাকক সুধিলে, সৰু খুড়া ক'ত? শোভা, আবু নৰেনদাস, পালৰ ঘৰৰ, সুভাষৰ দেউতাক এইবিলাক কোনো মানুহ নাই দেখোন!

কোনোবা ফকীৰৰ দৰগাত মেলা বহিছে। গাঁৱৰ মানুহবিলাক সকলো তালৈকে গৈছে। বৰবোৱে সেইবুলি সোণক কৈ থলে। বৰমাৰ কথা শুনি সোণৰ ভাব হ'ল, কিবা এটা নতুন ঘটনাৰ স্থষ্টি হৈছে!

এইটো এটা অলৌকিক ঘটনা। কাৰণ, একেৰাতিতে, একেসময়তে একেজনক লৈ দুঠাইত দুটা ঘটনা কেনেকৈ হ'ব পাৰে! স্বভাৱতে নঘটে, ঘটিব নোৱাৰে। মাজৰাতি নৰেনদাসৰ ঘৰত ফকীৰচাবৰ অলৌকিক আৱিৰ্ভাব। ফকীৰচাবে, সাক্ষাৎ মা-লক্ষ্মী, জননী বুলি

আখ্যা দি মালতীক থৈ গ'লহি। কিন্তু আশ্চর্য, দৰগাৰ কাষতে মানুহে নাইবা যিবিলাকে ইন্তেকালৰ পিছত কবৰ দিবলৈ আহিছিল, তেওঁলোকে দেখিছিল, ফকীৰচাবৰ বিবিয়ে সেইৰাতি চাকি জ্বলাই ফকীৰচাবৰ কাষত বহি আছিল। বিবিৰ কাষত কফিনৰ ভিতৰত ফকীৰচাবৰ মৃতদেহ। অলৌকিক ঘটনা নহলে এনে কেতিয়াও হ'ব নোৱাৰে। দুইখন ঠাইৰ মাজত কুৰি মাইল দূৰত্বৰ ব্যৱধান। নদী-নলা খাল-বিলৰ দেশ। জোৱাৰৰ পানী কোন সময়ত উঠি আহে, কোন সময়ত নামি যায় কোনেও গম নাপায়। তথাপি এদিনৰ বাট ফকীৰচাবৰ বিবিয়ে এক মূহূৰ্ততে অতিক্রম কৰিব পাৰিছিল। মানুহে সেই কথা বিশ্বাস নকৰাকৈ থাকিব নোৱাৰিলে। খবৰটো গাঁওবোৰৰ মাজত বিয়পি পৰিবলৈ বেছি সময় নালাগিল। নৰেনদাসে ফকীৰচাবৰ অলৌকিক আবিৰ্ভাবৰ কথা সকলোকে কওঁতে, কথা বাঢ়ি বাঢ়ি গৈ এটা বিশেষ ৰূপ লৈছিলগৈ। মাজৰাতি আল্লা ৰহমান ৰহিম বুলি কৈ সেই ওখ, দীঘল মানুহজনৰ তাৰ চোতালত আগমন। হতভাগী মালতীক তেওঁ আলখাল্লাৰ ভিতৰৰ-পৰা সৰু পুতলা এটাৰদৰে উলিয়াই আগ বঢ়াই দি নিমিষতে বতাহত লীন হৈ গৈছিল। অথচ, নৰেনদাসে শুনিলে, সেই নিশাই ফকীৰচাবৰ দৰগাত মৃত্যু হ'ল। এই ঘটনাৰ পিছতে একে ৰাতিৰ ভিতৰতে ফকীৰচাব পীৰ হৈ গ'ল। আকৌ এটা কিংবদন্তি। ধৰ্মকথাৰ দৰে আৰু এটা কিংবদন্তিৰ সৃষ্টি হ'ল।

আৰু ধৰ্মবিশ্বাসক লৈ নিৰন্তৰ বিবদমান দুই সাম্রাজ্য। এপিনে সি, আৰু আনপিনে এখন পথাৰৰ মাজেৰে যোৱা এটা গৰু বাট পাৰ হলেই ফতিমা।

ফতিমাক লগ পোৱাৰ লগে লগেই সোণে বায়স্কোপৰ বাকচটো তাইক দি দিলে।

—কোনে দিলে সোণাবাবু ?

—অমলাই।

—কিয় দিলে ?

—মোক খুউব ভাল পায় তাই।

ফতিমাই অৰ্জুন গছজোপাৰ তলত থিয় হৈ সোণৰ মুখখনলৈ গভীৰ-ভাৱে চালে। তাৰপিছত ক'লে, মোক বায়স্কোপৰ বাকচ নালাগে।

সোণে সুধিলে—কিয়? কিয় নালাগে?

—নালাগে। মই নলওঁ।

সোণে সুধিলে, কিয় নলবি?

ফতিমাই একো নক'লে। তাই সোণাবাবু মুড়াপাৰাৰপৰা উভতি আহিছে বুলি শুনিয়েই পানী ভাঙি দৌৰি দৌৰি আহি এইখিনি ওলাইছেহি। এতিয়া অৱশ্যে গৰুবাটত বেছি পানী নাই। ভৰিৰ পতা মাত্ৰ ডুবে। ফতিমাই সোণাবাবুৰ সৈতে আৰু কথা নাপাতি শাড়ীখন ওপৰলৈ তুলি লৈ উভতি পানীত নামিব খোজোঁতেই সোণে ক'লে, অমলা মোৰ পেহী হয়।

ফতিমাই মুৰ ঘূৰাই সোণলৈ চালে, আৰু ওপৰলৈ উঠি আহি বায়স্কোপৰ বাকচটোৰ কাৰণে হাত মেলিলে।

সোণে বাকচটো দি দিয়াৰ আগতে ফতিমাক তাৰ আইনাত চকুটো দি চাবলৈ ক'লে। সি ছবিবোৰ লুটিয়াই লুটিয়াই দেখুৱালে। ফতিমাই ছবিবোৰৰ ভিতৰত আৰব্য ৰজনীৰ ৰহস্যময় ঘটনাবোৰ দেখি যেন অবাক বিমোৰ হৈ পৰিল। তাৰ পিছত ফতিমাই সোণলৈ চাই থাকিল। তাইৰ দৃষ্টিত যেন এটি প্ৰশ্ন, সোণাবাবু, তুমি ইমান দিন ক'ত আছিলা?

আবেলি হ'লেই তাই সিহঁতৰ পুখুৰীৰ পাৰলৈ আহি মধুৰিআমগছ-জোপাৰ তলত থিয় হৈ থাকে। সেই গছৰ তলৰপৰা পথাৰ পাৰ হৈ এইপিনৰ অৰ্জুনগছজোপা স্পষ্ট দেখা পোৱা যায়। অৰ্জুনগছৰ তলত কোনোবা থিয় হ'লেও ভালকৈ দেখা যায়। মাত্ৰ জেঠ-আহাৰমহীয়া মৰাপাটৰ গছবোৰ দীঘল হৈ থাকে কাৰণে গছদুজোপাৰ তল দুখন ইপাৰ সিপাৰৰপৰা ঢাক খাই থাকে। কোনেও কাকো নেদেখে। মধুৰিআম গছৰ তলৰপৰা ইপিনে অৰ্জুনগছৰ তলত কোনোবা থিয় হলে ধৰিব নোৱাৰি। মৰাপাট কটা হোৱাৰ পিছত আকৌ দুইফালে শূন্য হৈ পৰে।

ফতিমা আবেলি আহি মধুৰিআমৰ তলত থিয় দিলেই সোণাবাবু ক'ত আছে গম পাই যায়। এইকেদিন তাই সদায় আবেলি গছৰ তলত আহি থিয় দি এবাৰো সোণাবাবুক দেখা নাই। তাইৰ মনে মনে এটা অভিমানেই হৈছিল। বায়স্কোপৰ বাকচটো পোৱাৰ লগে লগেই তাইৰ অভিমান পানী হৈ গ'ল।

ফতিমাই ক'লে, নানীয়ে এবাৰ যাবলৈ কৈছে। সোণে ফতিমাৰ কথাত গ্ৰাম্য উচ্চাৰণ শুধৰাই দিলে।

—সেইবোৰ কিতাপৰ ভাষাহে। ফতিমাই ক'লে।

—কিতাপৰ ভাষাই ক'ব লাগে।

—ইহ্, মোৰ লাজ লাগে।

—মোৰো আচলতে লাজ লাগে। সেইবুলি সি হো হো কৰি হাঁহি দিলে। অমলা পেহীয়ে বৰমাৰ দৰে কথা কয়। আৰু মোকো তেনেকৈ ক'বলৈ কয়।

—তুমি কি ক'লা?

—কলোঁ, লাজ লাগে।

—কিতাপৰ দৰে কথা ক'বলৈ মোৰো লাজ লাগে।

ফতিমা গোবাটৰ পানীয়েদি খোজ ললে। বাটত পানী ছটিয়াই ছটিয়াই গৈ পথাৰখন পাৰ হৈ তাই মধুৰিআমগছজোপাৰ তলত থিয় হ'ল আৰু তাৰপৰা ওপৰলৈ হাতটো তুলি জোকাৰিলে। সোণেও হাত তুলি জোকাৰিলে। দুয়ো যেন পৰস্পৰৰ চিগনেল লৈ নিজ নিজ ঘৰৰ-পিনে ৰাওনা হ'ল।

সোণে দক্ষিণৰ ঘৰটোত সোমাই চালে, অলিমদ্দিও নাই। আবেদালি মাত্ৰ আহি বহি আছে। অলিমদ্দি আৰু সৰুখুড়া অহাত পলম আছে। তেওঁলোক ফকীৰৰ দৰগালৈ গৈছে। গতিকে ইমান ডাঙৰ ঘৰখনত ৰাতি মতামানুহ নাথাকিলে, এই চোৰচাৰিৰ উপদ্ৰৱৰ দিনত, ঠিক নহয়। সেইকাৰণে শচীন্দ্ৰনাথে আবেদালিক ঘৰ পহৰা দিবলৈ থৈ গৈছে।

আবেদালিয়ে খাই বৈ ৰাতি পহৰা দিব। সোণে নিজে হাৰিকেন লেম এটা আনি বৈঠকখানাৰ পিৰালিত থলে। সি আবেদালিক সুধিলে,

—তুমি নগলা ?

—ক'লৈ ?

—ফকীৰচাবৰ দৰগালৈ।

—কাইলৈ যাম।

এনেয়েও, ঈছম আহিছে যেতিয়া, সি আৰু ইয়াত থাকিব নালাগে। সকলো দৰগালৈ এবাৰ যাব। সিও সময় পালেই যাব।

ক'ৰবালৈ যোৱাৰ কথা শুনিলেই সোণৰো যোৱাৰ ইচ্ছা হয়। মেলাৰ কথা মনলৈ আহিলেই তাৰ চাৰ্কাচৰ কথা মনত পৰে, চাৰ্কাচৰ বাঘদুটাৰ কথা মনত পৰে। সি কিবা এটা ভাবি হাৰিকেন লেমটোৰ কাষতে বহি ললে। সিহঁতৰ আজিও পঢ়াৰপৰা ছুটী। লক্ষ্মী-পূৰ্ণিমা পাৰ হ'লেই দিনে-ৰাতিয়ে পঢ়া আৰম্ভ হ'ব। কাৰণ স্কুল খুলিলেই পৰীক্ষা হ'ব। গতিকে সি অলপ সময় পাই আবেদালিৰ মুখখনলৈ চাই বহিল।

আবেদালিৰ চেহেৰাটো কিবা নিস্তেজ ৰুক্ষ হৈ পৰিছে। জব্বৰ এতিয়াও নিৰুদ্দেশ। আবেদালিৰ শৰীৰ ক্ৰমে ভাঙি আহিছে।

জালালী মৰাৰ পিছত সি আনি থোৱা দ্বিতীয় পক্ষৰ বিবিয়ে তাৰ অভাৱ-অনাটনৰ কথা বুজিবলৈ চেষ্টা নকৰে। মাত্ৰ খাওঁ খাওঁ মূৰ্তি। তাই ৰান্ধি-বাঢ়ি অকলেই পেট ভৰাই খাব, আবেদালিয়ে খালে বা নাখালে সেইফালে চকু নাৰাখে। আবেদালিয়ে আজি ঠাকুৰহঁতৰ ঘৰত পেট ভৰাই এসাঁজ খাবলৈ পাব! সেই আশাত এক আনন্দৰ চিন যেন তাৰ আধাপকা দাড়িৰ মাজতো মুখখনত ভালদৰে প্ৰকাশ পাইছে। তাৰ চকু দুটা চালে যেন দেখা যায়, জব্বৰে তাক মানুহৰ সমুখত বৰ সৰু কৰি দি থৈ গ'ল। থানা-পুলিচ আদিৰ লেঠাত পৰিব লাগিলহেঁতেন; কিন্তু ফকীৰচাবৰ অলৌকিক ক্ৰিয়াত সকলোৱে আন কথা পাহৰি দৰগাৰ মেলা লৈ ব্যস্ত হৈ পৰিছে। আৰু সকলোতকৈ আচৰিত কথা হৈছে মালতীক লৈ। সেই ৰাতি মালতী আহি ওলালহি। চিঞৰ-বাখৰ

কৰি নৰেনদাসে মানুহ গোটাই আনিলে। উত্তেজনাত চিঞৰি চিঞৰি কি কৈছিল প্ৰথমে একো বুজিবই নোৱাৰি। কিন্তু তাৰ কথাৰপৰা ইয়াকে বুজা গ'ল যে, ফকীৰচাব সাধাৰণ মানুহ নাছিল। ফু-মন্ত্ৰৰ বলত একুৰা জুই জ্বলি উঠিছিল। ফকীৰচাবে কৈছিল, আমাৰ মা জননীক কোনেও অসতী কৰা নাই নৰেনদাস! তাইক তুমি ঘূৰাই লোৱা। নৰেনদাসৰ কাৰণে গোটেই ঘটনাটো যেন সীতাৰ বনবাসৰদৰে লাগিছিল।

মালতী অন্ধকাৰত মৌন হৈ থিয় হৈ আছিল। এটা কথাও তাই কোৱা নাছিল। পাষাণ প্ৰতিমাৰদৰে তাইৰ কঠিন মুখমণ্ডল। চকু দুটা মাত্ৰ টল্‌টল্‌কৈ জ্বলিছিল। তাইক কিবা সুধিলে, তাই একো উত্তৰ নিদিয়ে। তাই ক্ৰমে আৰু বেছি কঠোৰ হৈ পৰিছিল। মৌনভাৱে, অৰ্থহীন দৃষ্টিৰে, চিৰিয়াখানাৰ জন্তুৰদৰে উদাসীনভাৱে তাই বাৰান্দাটোত বহি থাকিল। ওচৰচুবুৰীয়াই আহি তাইলৈ চাই নানান মন্তব্য দিলে আৰু সকলোৱে মাত্ৰ ক'লে, ফকীৰচাবৰদৰে পুৰুষ আৰু নাই। তেওঁৱেই আল্লাৰ প্ৰকৃত বান্দা।

এইদৰে এদিন গ'ল, দুদিন গ'ল, কেবাদিনো পাৰ হ'ল। নৰেনদাসে কিন্তু তেওঁৰ ভনীয়েকক আৰু একেটা চৰুতে সামৰি লব নোৱাৰিলে। সিহঁত যবন, মানুহ নহয়—সেই যবনে জোৰকৈ মালতীক ধৰি নিছিল। গতিকে জাতিভ্ৰষ্ট। নৰেনদাসে মালতীৰ কাৰণে ঢেঁকীঘৰৰ বাৰান্দাত খুপৰী এটা কৰি দিলে। এদিন পুৱা সেই খুপৰীত মালতী পাতিহাঁহ এজনীৰ দৰে সোমাই ললে।

আচৰিত, সেই খুপৰীটোতে এজনী সুন্দৰী যুৱতী বিধৱা এই মালতীয়ে অকলে অকলে থাকিবলৈ অকণো ভয় নকৰিলে। তাই ভাবিলে, মানুহে জোৰকৈ কাঢ়ি নিব পৰা বস্তু তাইৰ শৰীৰত আৰু আছে নো কি! তাই ইমানদিনে অতি আদৰ কৰি, অতি যতনেৰে দেহৰ সকলোখিনি লালন পালন কৰি ৰাখিছিল। কিন্তু আকাশৰ হাজাৰ নক্ষত্ৰ দেখিলে যাৰ কথা মনত পৰে, সেই ৰঞ্জিত, সেই যুৱকে তাইক

নোকোৱাকৈয়ে এদিন মনে মনে এই ঠাই এৰি গুচি গ'ল। তাই তাক একো দিব নোৱাৰিলে। এতিয়া থাকিল তাইৰ এই উচ্ছিষ্ট শৰীৰ। তাইৰ এতিয়াৰ এই শৰীৰটোৰ কথা ভাবিলেই মুখত থুই ওলাই আহে। তাই যেন গোটেই দিনটো পানীত ডুবি গা ধুই থাকিব। পানীত সোমাই থাকিলেহে তাইৰ ভাব হয় যেন শৰীৰটো কিছু পৱিত্ৰ হৈছে, মা-জাহ্নবীৰ কোলাত ডুব গৈ থাকিলেহে যেন তাই শান্তি পায়। জাৰ-জহ সকলো সময়তে তাইৰ চুলি, গাৰ কাপোৰ ভালদৰে পানীত তিতিলেনে নাই, সেইবোৰহে তাইৰ মনত খেলাই থাকে।

ওচৰচুবুৰীয়া ল'ৰা-ছোৱালীবিলাকৰ মালতীক লৈ নিতৌ ধেমালি আৰম্ভ হ'ল। মালতীপেহীয়ে অনবৰত উদ্ এটাৰ দৰে ফোঁচ ফোঁচ কৰি পানীত ডুব দিয়ে আৰু ওপৰলৈ ওলাই আহে, আকৌ ডুব দিয়ে, আকৌ ওলাই আহে। ল'ৰাবিলাকে পাৰত থিয় হৈ মালতীপেহীক চিঞৰি চিঞৰি কৈ থাকে—নাইবা হয়তো ঠাট্টা কৰে—পেহীটি, তোমাৰ আঁচলখন ডুব যোৱা নাই, তোমাৰ চুলি ওলাই আছে, সেইটো তোমাৰ ভৰিৰ আঙুলি, নহয় নহয়, হাতৰ আঙুলি, সেয়া তোমাৰ কাপোৰত বতাহ সোমাই পালৰ দৰে ফুলি উঠিছে, পেহী, তোমাৰ গোটেই গাটো ডুব যোৱা নাই, তুমি পানীৰ ওপৰতহে ভাঁহি আছা—ইত্যাদি কথাবোৰ কৈ কৈ ল'ৰাবোৰে মালতীক জোকাই থাকে। মালতীৰ মুখখন তেতিয়া আৰু করুণ হৈ উঠে। তাই ভাবে, মোৰ শৰীৰৰ এটাইবোৰ পানীত ডুব নাযায়, কিবা নহয় কিবা ওপঙি থাকে! চাচোন চা সোণ, গোটেই-বোৰ ডুব গৈছেনে—চাচোন!

সোণে পাৰৰপৰা উত্তৰ দিয়ে, পেহী তুমি একদম ডুবি গৈছা।

মালতীয়ে তেতিয়া ঘাটৰ ওপৰলৈ পানী ছটিয়াই ছটিয়াই উঠি আহে। চাৰিওপিনে মাত্ৰ এটা অপৱিত্ৰ ভাব। উঠি আহোঁতে এহাতে এটা বাল্টিঙত পানী লৈ আহে আৰু ঘৰলৈকে গোটেই বাটটো পানী ছটিয়াই আহে। শুচিবাইগ্ৰস্ত মালতী এইদৰে অনবৰত পানীত নামি নামি গা ধুই থকাৰ ফলত শ্ৰীহীন, ৰুক্ষ আৰু প্ৰায় বলিয়াৰদৰে হৈ পৰিল।

ৰাতি ৰাতি সদায় এক তীব্ৰ অভিমানত চকু ফুলাই ফুলাই মালতীয়ে কান্দি থাকে। কোনো দিনেই টোপনি নাহে। সোণে যেতিয়াই মালতী পেহীৰ ওচৰলৈ আহে, তেতিয়াই সি তাইক পানীত সাঁতুৰি থকা দেখা পায়। পানীৰপৰা কোনো ৰকম উঠি আহিব নোখোজে। অনবৰত মুখখন ভীষণ করুণ হৈ থাকে। তাইৰ দেহ আৰু মনৰপৰা জীয়াই থকাৰ সকলো বাসনা যেন নোহোৱা হৈ গৈছে। নৰেনদাসে বকি বকি তাইক সদায় পানীৰপৰা তুলি আনিব লাগে।

সোণৰ এইদৰেই শৰৎকালটো পাৰ হ'ল। পূজাৰ ছুটীৰ পিছত শশীভূষণ আকৌ আহিব। তেতিয়া পঢ়াত জোৰ পৰিব। তেতিয়া শশীভূষণে সোণক পুৱা গধূলি বহুত সময় ধৰি কাষত বহুৱাই পঢ়াব। কিছুদিন হ'ল, পগলা বৰদেউতা আজিকালি বাহিৰলৈ ওলাই গুচি নোযোৱা হৈছে। সোণৰ ধাৰণা, সি বৰদেউতাকক কিছু শান্ত আৰু ধীৰ স্থিৰ কৰিব পাৰিছে। সেই হাতীত উঠাৰ পিছৰপৰা বৰদেউতাক যেন ক্ৰমে ভাল হৈ আহিছে। সোণে মাজে মাজে বৰদেউতাকক ধঁপাত সজাই আনি দিয়ে। তেওঁ বহি বহি ধঁপাত খায়। মাজে মাজে আপোনমনে কবিতা আবৃত্তি কৰে। গা ধোৱা, ভাত খোৱা, সকলো কাম ঠিক নিয়মমতে কৰে। ৰাতি সোণহঁতে পঢ়াৰ সময়ত কাষত এটা সৰু পৰুৱাৰদৰে বহি সৰল বাংলা ব্যাকৰণখনকে লৈ পঢ়ি থাকে। যেন পঢ়াশুনাত একান্ত আগ্ৰহ। কেতিয়াবা সোণৰ শ্লেটপেঞ্চিল লৈ পখিলা, নৈ, সাঁকো, পথাৰ আদিৰ নানান ছবি আঁকি থাকে। তেওঁ আজিকালি কাকো বিব্ৰত নকৰে, অসুবিধাত নেপেলায়। এদিন সোণে লক্ষ্মী-পূজাৰ কাৰণে টুনিফুল আনিবলৈ গৈছিল। বৰদেউতাকে নাও বাইছিল। আৰু য'তেই দুৰ্লভ টুনিফুল পোৱা যায় ঠিক তাতেই সি নাও ৰখাইছিলগৈ। সোণে লক্ষ্য কৰিলে, বৰদেউতাকক এইদৰে ব্যস্ত ৰাখিলে বৰমাকে বৰ ভাল পায়। বৰমাকে নিজেও গোটেইদিন নানা ব্যস্ততা আৰু পৰিশ্ৰমৰ মাজেৰে অতিবাহিত কৰে। কিন্তু বৰদেউতাক ঘৰত থাকিলে বৰমাকৰ মনত যেন কোনো দুখ নাথাকে, বৰমাৰ কপালত আৰু শিৰত ডাঙৰ

ডাঙৰকৈ উজ্বল সেন্দূৰৰ ফোঁট আৰু ৰেখা, গাত ৰঙা পাৰিৰ, ধপধপীয়া বগা বা নীলা ৰঙৰ শাড়ী, এইবিলাক দেখি সোণৰ তেতিয়া বৰমাকক ৰামায়ণত থকা কোনোবা নাৰী চৰিত্ৰৰ সৈতে তুলনা কৰিবলৈ মন যায়।

এইদৰে কাৰ্তিক পূজাৰ সময় আহিল। ফতিমাই অৰ্জুনগছৰ তলত আহি সোণক এদিন কৈ- গৈছে, তাইৰ কাৰণে যেন সি এইবাৰ দুটা পূজাৰ ঘট থৈ দিয়ে। সি মাক আৰু বৰমাকক কথাটো কৈ থৈছে। সি তেওঁলোকৰপৰা এটাইকেটা ঘট নি থৈ দিব। আৰু কাৰ্তিকপূজাৰ পিছদিনা সি দুটা কি, একেবাৰে চাৰিটা ঘট-নি ফতিমাক দি দিব। যিদৰে অমলা আৰু কমলাই তাক নানাবিধ বস্তু দি সুখী কৰিব খোজে, সেইদৰে সিও ফতিমাক কিবা এটা দিব পাৰিলেই যেন মহৎ কিবা এটা কৰিছে, তাৰ মনত তেনে ভাব হয়। আৰু কি যে এই ছোৱালীজনী! ভৰিত মল, নাকত নোলোক, আৰু আঁচটনা সৰু শাড়ী এখন পিন্ধি তাৰ কাৰণে সদায় আহি ৰৈ থাকেহি।

আৰু সেই ঘটনাটো ঘটিল কাৰ্তিকপূজাৰ দিনাই। সোণহঁত আবেলিতে পথাৰলৈ গৈছে। সন্ধ্যা পথাৰৰ চাৰিওপিনে চাকি আৰু জুই জ্বলোৱা হয়। সংসাৰৰ সকলো পাপ দূৰ কৰি প্ৰত্যেক পৰিয়ালৰ সকলো মানুহ হেমন্তৰ পথাৰলৈ ওলাই গৈছে, পথাৰৰপৰা পুণ্য বুটলি আনিবলৈ; অলক্ষ্মী আঁতৰাই সকলোৱে লক্ষ্মী চপাই আনিবলৈ গৈছে। সোণ, লালটু আৰু পলটুৱে পথাৰৰ মূৰত জুই ধৰি চাকি জ্বলাই থৈ দৌৰি দৌৰি যাবলৈ ধৰিলে। জোৰ একোটা জ্বলাই জ্বলাই ভাল ধান হোৱা পথাৰ-বোৰত সিহঁতে গোজবোৰ পুতি পুতি দিলেগৈ! তাৰপিছত সিহঁত প্ৰত্যেকেই কাৰ্তিকপূজাৰ কাৰণে খুব ভাল ধানৰ একোটাকৈ থোক বিচাৰি গ'ল। ভাল পূৰঠ ধানৰ থোক বিচাৰি বিচাৰি সিহঁত ক্ৰমে সোণালী বালিৰ নদীৰ চৰ পালেগৈ। কাৰণ, যিয়েই এটাইতকৈ বেছি পূৰঠ আৰু ভাল ধানৰ থোক আনিব পাৰিব, সিয়েই ঘৰলৈ এটাইতকৈ বেছি পুণ্য আনিব পাৰিব। সোণে যদি ডাঙৰ এচিৰা ধান ছিঙি দেখুৱাই কয়, "দাদা, চোৱাঁ, কিমান ডাঙৰ," তেতিয়া পলটুৱে "চাওঁ, ইহ্ হৈছে

দে, এই চিৰা চা," বুলি আন এচিৰা ছিঙি আনে। এইদৰেই সিহঁতকেটাৰ মাজত প্ৰতিযোগিতা চলিবলৈ ধৰে আৰু ধানৰ থোকৰ কাৰণে বহুত দূৰলৈ গুচি যায়। সিহঁতৰ ক'তো পচন্দৰ ধান বিচাৰি পোৱা নাই। এবাৰ ভাবিলে এইখন পথাৰ পাৰ হৈ বৰমিঞাৰ পথাৰলৈ গলে তাত ডাঙৰ থোক পোৱা যাব। মা-লক্ষ্মীয়ে কোনোবাপিনে নিশ্চয় ভাল পূৰঠ ধানৰ থোক লুকাই থৈ দিছে। সিহঁতে মা-লক্ষ্মীৰ সেই ধানৰ থোক বিচাৰি পথাৰে পথাৰে ঘূৰি ফুৰিলে। সিহঁতে তিনিওটা সেইদৰে বহুতদূৰ পালেগৈ। পূৰঠ আৰু ডাঙৰ ধানৰ থোক বিচাৰি আনিব নোৱাৰিলে সিহঁতে একো গৌৰৱ কৰিব নোৱাৰিব। ঠিকমতে আনিব পাৰিলে বৰমাকেই প্ৰথম ক'ব, ধন, চোৱাঁ, তোমাৰ ল'ৰাই কিমান ডাঙৰ থোক আনিছে। সিহঁতে ইখন পথাৰৰপৰা সিখন পথাৰলৈ যাবলৈ ধৰিলে। পাতল আন্ধাৰ নামি আহিছে। হেমন্তৰ বতৰ কাৰণে সামান্য কুঁৱলী হৈছে। আকাশত অস্পষ্ট জোনাক। সিহঁতে মুৰ দোৱাঁই দোৱাঁই ধানৰ থোক হাতত লৈ লৈ চালে, আঙুলিৰে জুখি জুখি চালে। ওহোঁ, বৰ সৰু! থোকটো প্ৰায় এহাতমান দীঘল নহলে কাৰ্তিক মূৰ্তিৰ ডিঙিত আঁৰি দিবলৈ অসুবিধা হ'ব।

তেনেতে হাতত লেম এটা লৈ কোনোবা এজন যেন নদীৰ পাৰে পাৰে খোজ কাঢ়ি এইপিনে আহি আছে। লেমৰ পোহৰলৈ চাই সিহঁতৰ ধাৰণা হ'ল, সিহঁত যেন বহুত দূৰলৈ গুচি আহিছে। সিহঁতৰ ভাবেই হোৱা নাছিল যে নদীৰ চৰ পাৰ হৈ সিহঁত হাইজাদিৰ পথাৰত আহি সোমাইছেহি। সিহঁতৰ এতিয়াহে ঘৰলৈ উভতি যোৱাৰ কথা মনত পৰিল।

ওচৰলৈ আহি সোণে দেখা পালে, সেইটো ফেলু গৈছে। মুৰত এটা ডাঙৰ ট্ৰাঙ্ক। সি এটা হাতেৰেই ধৰি মুৰত ট্ৰাঙ্কটো লৈ গৈ আছে। তাৰ পাছে পাছে চামচুদ্দিন আৰু তেওঁৰ পাছত ফতিমা। ফতিমাই আজি চেলোৱাৰ পিন্ধিছে। গাত সোণালী ৰঙৰ দীঘল হাতৰ ফ্ৰক। কাইলৈ ফতিমা অৰ্জুনগছৰ তললৈ অহাৰ কথা আছিল। সি ফতিমাৰ

কাৰণে চাৰিটা ঘট থৈ দিব। কিন্তু এই সময়ত ফতিমা এইপিনে ক'লৈ গৈছে। সি ফতিমাক দেখিও একো ক'ব নোৱাৰিলে।

চামচুদ্দিনে এই পথাৰৰ মাজত সোণহঁতৰ তিনিওটাক দেখি অলপ আচৰিত হ'ল! তেওঁ সুধিলে, তোমালোক সোণহঁত!

—ধানৰ থোক বিচাৰি আহিছোঁ।

চামচুদ্দিনৰ মনত পৰিল, আজি কাৰ্তিকপূজা। পূৰঠ ধানৰ থোক বিচাৰি সকলো পথাৰলৈ ওলাইছে। তেওঁ সুধিলে, পাইছানে নাই?

সিহঁতে গোটাই অনা থোকবোৰ দেখুৱালে। চামচুদ্দিনে ক'লে,—মা লক্ষ্মীৰ কাৰণে ইমান সৰু থোক হ'লে কেনেকৈ হ'ব। আহঁা মই দিছোঁ ডাঙৰ থোক।

সিহঁত আকৌ চামচুদ্দিনৰ লগে লগে খোজ ললে। সোণে একো মাতবোল কৰা নাছিল। সি ফতিমাৰ কাষে কাষে গৈ আছে, কিন্তু একো কোৱা নাই। ফতিমায়ো একো মাতবোল কৰা নাই। সোণ আৰু বেছি পৰ মনে মনে থাকিব নোৱাৰিলে; সুধিলে, তই কাইলৈ ঘট নিবলৈ নাহনেকি?

—থৈ দিবা, ঢাকাৰপৰা ঘূৰি আহি লম।

—তই ঢাকালৈ যাবি নেকি?

—আমি আটাইবিলাক ঢাকালৈ যাম। মই তাত স্কুলত পঢ়িম। ঘৰত মাত্ৰ নানী অকলে থাকিব। সোণে ক'লে, ক'তা, তই দেখোন আগতে কোৱা নাছিলি!

—কেনেকৈ কম! বা-জীয়ে আজি পুৱাহে কৈছে। সোণে জানে, ফতিমাৰ বাপেক ঘৰলৈ আহিলে তাই ঘৰৰপৰা ক'লৈকো ওলাই নাযায়।

সোণ আকৌ মনে মনে থাকিল। ফতিমাও আৰু কিছুসময় মনে মনে থাকিল। তাৰপিছত এবাৰ ক'লে, সোণাবাবু, তুমি মোলৈ চিঠি দিবা।

—যাহ্! কি চিঠি দিম!

—তুমি কেনে আছা জনাবা।

—সৰু খুড়াই চিঠি লিখিলে খং কৰিব। ফতিমাই ক'লে, আবেলি মই কান্দি আছিলোঁ। বা-জীয়ে ক'লে, তই কিয় কান্দিছ ?

—তোৰ আকৌ কান্দিবলৈ কি হ'ল !

—একো হোৱা নাই কান্দিবৰ ?

তেনেতে চামচুদ্দিনে ক'লে, এই চোৱা পূৰঠ ধানৰ থোক। তেওঁ গামোচা এখন পিন্ধি বিলৰ মাজলৈ নামি গ'ল—ইমান ডাঙৰ থোক ক'তো বিচাৰি নোপোৱা। এইবুলি তেওঁ তিনিওটাৰ হাতত তিনিটা ডাঙৰ ডাঙৰ থোক আনি দিলে। পানীত নানামিলে সাঁতোৰ শিকিবা কেনেকৈ ? কি কোৱা কৰ্তাহঁত! লক্ষ্মী আনিবলৈ কষ্ট কৰিব লাগে। এইবুলি চামচুদ্দিনে গামোচাৰে গা মচিবলৈ ধৰিলে, আৰু ফেলুলৈ চাই ক'লে, তহঁত গৈ থাক। মই এওঁলোকক আগুৱাই দি থৈ আহোঁ। নহলে এওঁলোকে বাট উলিয়াই ঘৰ ওলাবগৈ নোৱাৰিব।

চামচুদ্দিনে অৰ্জুন গছজোপাৰ গুৰিলৈকে সোণহঁতক আগুৱাই থলেহি। গছজোপাৰ অলপ দূৰতে পূবৰ ঘৰত মালতী থাকে। মালতীক কোনোবাই জোৰকৈ পলুৱাই লৈ যোৱাৰ পিছত ফকীৰচাবে ইয়াত আনি থৈ গৈছে। জববৰ ইয়াত লীগৰ দলৰ পাণ্ডা আছিল। কিন্তু জববৰ আগৰেপৰা মালতীক ধৰি নিয়াৰ তালত আছিল। জববৰক দেখিলে ভাব হয়, মালতীক পলুৱাই নিয়া অপৰাধত সিয়েই মূলতে দায়ী। চামচুদ্দিনে ভিতৰি ভিতৰি এই অসন্মানৰ কাৰণে মনত দুখ পাইছে। সি যেন নিজকে বৰ অসহায় অনুভৱ কৰিলে। সি নানাপ্ৰকাৰে মুচলমান মানুহবিলাকৰ মাজত আত্মপ্ৰত্যয় ঘূৰাই আনিবলৈ চেষ্টা কৰিছে। যিবিলাক মানুহে সকলো কথাকে নচীব বুলি আহিছিল, সি সিহঁতক আঙুলি তুলি দেখুৱাই দিব খুজিছে যে—সেইবোৰ কাৰো নচীব নহয়। সমস্ত মুচলমান জাতিৰ প্ৰতি অসন্মান কৰি অহা হৈছে। তেওঁলোকে ইমানদিনে সেই অসন্মানৰ কথা অনুভৱ কৰা নাছিল। জাতিৰ আত্মপ্ৰত্যয় ঘূৰাই আনিবলৈ হ'লে, চামচুদ্দিনে মাজে মাজে কিছু কবিতা উক্তি কৰিব লগা হয়। কিন্তু তাৰ বিনিময়ত জববৰে এইদৰে ইতৰ প্ৰাণীৰ কাম কৰি পেলালে। চামচুদ্দিন

জব্বৰৰ কাৰণে খণ্ডত মনে মনে জ্বলি পুৰি আছিল। চামচুদ্দিনে হঠাৎ গাঁও এৰি যোৱা কথালৈও নানাজনে নানাকথা আলোচনা কৰিব। কিন্তু সি যাবই। যাব, কাৰণ ইয়াত থাকিলেই তাৰ মালতীৰ সৈতে কেতিয়াবা দেখাদেখি হ'ব, আৰু তেতিয়া তাইৰ সমুখত সি কেনেকৈ থিয় হ'ব ! সি তাইক একোকে ক'ব নোৱাৰিব। সি মুৰ দোৱাঁই মাত্ৰ অসন্মানৰ দায়-খিনি কান্ধত তুলি লব। মালতীৰ সৈতে দেখাদেখি হোৱাৰ ভয়তেই হয়তো মূলতে সি গাঁও এৰি গুচি যাবলৈ ওলাইছে। অৱশ্যে সি হাজি চাহাবৰ সৰু পুতেক আকালুক এতিয়া দলৰ পাণ্ডা কৰি থৈ গৈছে। চহৰত এতিয়া চামচুদ্দিনৰ কামৰ হেঁচা বেছি হৈছে। গতিকে এতিয়াৰপৰা সি চহৰতে নিগাজীকৈ থাকিব।

চামচুদ্দিন আৰু অলপ ওপৰলৈ উঠি আহিল। নৰেনদাসৰ ঘৰত লেম চাকি একো জ্বলা নাই। সোণহঁত একেবাৰে ঘৰৰ পদুলি পোৱালৈকে অৰ্জুন গছজোপাৰ তলতে থিয় হৈ সি ৰৈ থাকিল। গোটেই সময়খিনি সি বাৰে বাৰে নৰেনদাসৰ ঘৰত লেমচাকি জ্বলেনে নাই, চাই থাকিবলৈ ধৰিলে। লেমৰ পোহৰত কিজানি মালতীৰ মুখখন সি এবাৰ দেখা পায়েই ! মালতীক লগ পালে তাৰ এবাৰ ক'বৰ মন গৈছে, মালতী, তই মোক ক্ষমা কৰ। সি আকৌ পথাৰৰ গৰুবাটটোৱেদি তললৈ নামি গ'ল। অৰ্জুন গছজোপাৰ তলৰ ঠাইটুকুৰা যেন খালী হৈ পৰিল।

সোণ ঘৰত সোমায়েই দক্ষিণৰ ঘৰৰ বাৰান্দাত শশীভূষণ মাষ্টৰক থিয় হৈ থকা দেখা পালে। তেওঁ ঘৰৰপৰা উভতি আহিছে। সিহঁতক দেখা পায়েই তেওঁ ক'লে, কি অ' চাওঁ, তহঁতে লক্ষ্মীয়েই আনিছনে অলক্ষ্মী আনিছ, কি আনিছ চাওঁ।

সিহঁতে ধানৰ থোকবোৰ লেমৰ পোহৰত ওপৰলৈ তুলি দেখুৱালে।

বেছ ডাঙৰ ডাঙৰ থোক দেখিছোঁ। ক'ত পালি ? সোণে তাৰ থোকটো সকলোতকৈ ডাঙৰ হয়নে নহয়, মাষ্টৰ মহাশয়ৰপৰা জানিবলৈ খুজিলে। শশীভূষণেও সোণৰ মনৰ ইচ্ছাটো বুজিব পাৰি ক'লে, সোণৰ থোকটো কিন্তু এটাইতকৈ ডাঙৰ। সোণে সেইবুলি শুনাৰ লগে লগে ভিতৰলৈ

লৰ ধৰিলে। মাক আৰু বৰমাকে কাৰ্তিক পূজাৰ কাষত বিভিন্ন ধৰণৰ আল্পনা আঁকি আছিল। হেজাক লাইট জ্বলি আছে। ওখ গোসাঁই পীৰাত কাৰ্তিকৰ মূৰ্তি, কাষত শাৰী শাৰীকৈ শ্ৰীঘট। ঘটত আৰৈ চাউল। চাউলৰ ওপৰত জলফাই। সোণে তাৰ ধানৰ থোকটো নি মাকৰ হাতত দিলে। মাকে ধানৰ থোকটো সভক্তিৰে দুহাত পাতি ললে।

কিন্তু শশীভূষণক দেখাৰ পিছৰপৰা সোণৰ বুকুখন কঁপি আছিল। সি পূজাৰ কামত বৰ বিশেষ উৎসাহ নোপোৱা হ'ল। মাষ্টৰ মহাশয় বৰ চোকা প্ৰকৃতিৰ মানুহ। খুব পুৱাই তেওঁ শোৱাৰপৰা উঠিব আৰু সোণহঁতৰ দুৱাৰত ঢকিয়াই ঢকিয়াই মাতিবগৈ, সোণ উঠ,— লালটু পলটু—উঠ। তেওঁ তিনিওটাকে শোৱাৰপৰা তুলি বাহিৰৰ মুকলি ঠাইলৈ লৈ যাব আৰু সোৰা গছৰ ঠাৰি ছিঙি দাঁত ঘঁহিবলৈ দিব। তেওঁ নিজেও কাষতে থিয় হৈ দাঁত ঘঁহি ঘঁহি এবাৰত তিনিওটাকে লগত লৈ ঘাটত মুখ ধুবলৈ যায়।

শশীভূষণ থকা ঘৰটোত এখন তক্তাপোচ দিয়া হৈছে। ডাঙৰ তক্তাপোচ। তেওঁ তাতে নানাবিধ গছপাত, গছৰ শিপা আদি গোটাই থৈছে। পেটৰ বিষ, দাঁতৰ বিষ, বাতবিষ, মূৰৰ কামোৰণি আদি নানান বেমাৰৰ ঔষধ তেওঁৰ জনা আছে। মুখ ধুই অহাৰ লগে লগেই তেওঁ সিহঁত তিনিওটাকে খালী পেটত, তিয়াই থোৱা বুটমাহ হিচাপ কৰি কৰি খাবলৈ দিব। তাৰপিছত হিচাপ কৰি কৰি ফ্ৰীহেণ্ড এক্সাৰচাইজ কৰাব। তাৰপিছত পঢ়া। পঢ়া শেষ কৰি গা ধোৱা। সোণৰ গাত আৰু মূৰত তেওঁ নিজেই তেল ঘঁহি দিব। এটাইকেটাকে পুখুৰীলৈ লৈ গৈ সাঁতুৰি গা ধুৱাব। তাৰপিছত গৰম ভাত, ডালি, বেঙেনা ভজা খাই খোজ কাঢ়ি স্কুললৈ যাব। শশীভূষণ থাকিলেই সিহঁত কিছুমান নিৰ্দিষ্ট নিয়মৰ মাজত থাকিব লাগে।

এই নিয়ম পালন কৰোঁতা কামত তেওঁৰ সদায় খং উঠিব লগা হয় লালটুক লৈ। লালটুৰ ডনবৈঠক এশদহবাৰ। সোণৰ পঞ্চাছবাৰ আৰু পলটুৰ এশবিছবাৰ। পলটুৰ ঠিকমতেই উঠাবহা কৰা হৈ যায়। সোণৰো

হয়। কিন্তু লালটুৰ উঠাবহা সদায় দেখি। সদায় কিবা এটা নহয় কিবা এটা হ'বই। যেনে, এদিন তেনেকৈ উঠাবহা কৰি থাকোঁতে তাৰ পেণ্ট তৰ তৰকৈ সুলকি তললৈ নামি গ'ল। সি বহি আৰু মুঠা হ'ল। শশীভূষণে তাৰ কাণত ধৰি ওপৰলৈ তুলি দিয়েই চিঞৰিবলৈ ধৰিলে, ধনবৌ, ধনবৌ!

চিঞৰ শুনি ধনবৌ দৌৰি আহি দেখিলে, লালটু উলঙ্গ হৈ থিয় দি আছে। উঠাবহা কৰোঁতে তাৰ পেণ্ট খুলি বৈ আছে। কঁকালত পেণ্টৰ ৰছী নাই। শশীভূষণে ক'লে, এইপিনে চাওক!

—মইনো কি কৰিম কওক! তাৰ পেণ্টত সদায় বুটাম ছিগে।

—বাৰু, মই দিছোঁ ৰ'ব ঠিক কৰি। সেইবুলি তেওঁ মৰাপাটেৰে এডাল মোটা ৰছী পকাই লালটুৰ কঁকালত বান্ধি দিলে। লালটুৱে ভয়তে আৰু কঁকালৰপৰা ৰছী নুখুলিলে। মাষ্টৰ মহাশয়ৰ ওচৰত এইবাৰ সি ভালকৈয়ে জব্দ হ'ল।

সোণৰ সেইবিলাক কথা মনত পৰিল।

সোণৰ আৰু এটা কথা মনত পৰিল। সি প্ৰথম উৰাজাহাজ দেখা দিনটোৰ কথা। সেইদিনা প্ৰথম এই অঞ্চলৰ ওপৰেদি উৰাজাহাজ উৰি গৈছিল। ঢাকাৰ ওচৰত কৰ্মিটোলাত যুদ্ধৰ ঘাঁটি তৈয়াৰ কৰা হৈছে। মাজুদেউতাই ঘৰলৈ আহিলেই যুদ্ধৰ নানান গল্প কয়। পথাৰৰপৰা উৰা-জাহাজ চাই সোণ যেতিয়া ঘৰলৈ আহি আছিল, তেতিয়া বাটত এজন মানুহে তাক মাতিলে, হেৰা ল'ৰা, শুনাচোন,—

সোণে মানুহজনৰ মুখত নগৰীয়া ভাষাৰ উচ্চাৰণ শুনি থমকি ৰ'ল।

—ঠাকুৰৰ ঘৰ কোনটোহে?

সোণে আঙুলিৰে সিহঁতৰ ঘৰৰপিনে দেখুৱাই দিলে। চুটিকৈ চুলিকটা মানুহজন। সোণে জানিব পাৰিলে, মানুহজন নবদ্বীপৰপৰা আহিছে। ইয়ালৈ তেওঁ হাইস্কুলৰ হেডমাষ্টৰ হৈ আহিছে। তেওঁ বাৰদিৰপৰা খোজ কাঢ়ি আহিব লগা হৈছে। ভৰিত বহুত ধূলি। সোণে মানুহজনক ঘৰটো দেখুৱাই হাৰাণ পালৰ ঘৰৰ পাছফালেদি পোনাই দৌৰি গৈ

ঘৰত খুড়াকক খবৰটো দিলেগৈ, আৰু তাৰপিছত আগফালে গৈ থিয় হৈ বৈ থাকিল—কেতিয়ানো মানুহজন আহি পায়হি।

মানুহজন সোমাই আহিয়েই সোণক দেখি সুধিলে, এইটোৱেই তোমালোকৰ ঘৰনেকি ?

সোণে মূৰ জোকাৰি হয় বুলি জনালে।

—শচীন্দ্ৰনাথ তোমাৰ কি হয় ?

—খুড়া।

—বাৰু, তোমাৰ খুড়াক এবাৰ মাতাচোন। ইতিমধ্যে শচীন্দ্ৰনাথ আহি পাইছেহি। তেওঁক দেখিয়েই শশীভূষণে নমস্কাৰ জনালে আৰু ক'লে, মই আহিলোঁ।

—আহক। শচীন্দ্ৰনাথে তেওঁক বৈঠকখানাত আনি বহুৱালে। তাৰ-পিছত কাষৰ কোঠা এটালৈ লৈ গৈ ক'লে,—আপুনি এইটো ঘৰতে থাকিব, এইখন বিচনা—তক্তাপোচ—আৰু এই তিনিটা ল'ৰা গতালোঁ।

সোণে বুজিলে, এইজনেই সিহঁতৰ স্কুলৰ হেডমাষ্টৰ। বহুতদিনৰপৰা আহিব বুলি সি শুনি আছিল। বৰিশালৰ কোনোবা অঞ্চলত তেওঁ চেকেণ্ড মাষ্টৰৰ শিক্ষকতা কৰি আছিল। এতিয়া ইয়াত হেডমাষ্টৰৰ চাকৰি পাই আহিছে। শচীন্দ্ৰনাথেই তেওঁক অনা সম্পৰ্কত যথেষ্ট চেষ্টা কৰিছিল। তেওঁ আহিলে শচীন্দ্ৰনাথহঁতৰ ঘৰতেই থকা আৰু খোৱাৰ বন্দৱস্ত হ'ব আৰু সোণ, পলটু আৰু লালটুৰ পঢ়াশুনাৰ প্ৰতি তেওঁ মনোযোগ দিব, এই ব্যৱস্থা আছিল।

শচীন্দ্ৰনাথে সোণহঁতক ক'লে, মাষ্টৰ মহাশয়ক প্ৰণাম কৰহঁত ?

সিহঁতে সেইদিনা, কোনে আগতে মাষ্টৰ মহাশয়ক প্ৰণাম কৰিব পাৰে, তাৰ চেষ্টাত ঠেলিঠুলি জঁপিয়াই পৰিছিল। মাষ্টৰ মহাশয়ে প্ৰথমেই সিহঁতক সুধিছিল, তোমালোকৰ দাঁত চাওঁ।

সোণে দাঁত দেখুৱালে।

—ভালকৈ দাঁত মজা হোৱা নাই। তেওঁ হাতমুখ ধুই আহোঁতেই এমুঠি সোৰা ঠাৰি কাটি লৈ আহিল। তাৰপিছত সিহঁত তিনিওটাকে

এৰোডালকৈ ঠাৰি দি, দাঁত কেনেকৈ তলৰপৰা ওপৰলৈ ঘঁহি ঘঁহি চাফা কৰিব লাগে, কেনেকৈ দাঁতৰপৰাই সকলো ৰোগৰ উৎপত্তি হয়, আমি প্রায়েই দাঁত ঘঁহিব নাজানো, ইত্যাদি কথা কৈ কৈ তেওঁ ভালকৈ ডেমনষ্ট্ৰেচন্ দিবলৈ ধৰিছিল। সোণ, লালটু আৰু পলটুৱে সেইদিনা মাষ্টৰ মহাশয়ৰ কথা শুনি বাহিৰলৈ আহি হাঁহি হাঁহি বাগৰি পৰিছিল।

পূজাৰ ছুটীৰ পিছত আজি আকৌ সেই মাষ্টৰ মহাশয় আহি পাইছেহি। সোণে আৰু এতিয়া যেতিয়াই তেতিয়াই পঢ়া এৰি অর্জুন গছৰ তললৈ গুচি যাব নোৱাৰিব। সি হাৰিকেনটো লৈ হাতভৰি ধুবলৈ ঘাটৰপিনে গ'ল। তাৰ মনটো বিমৰ্ষ হৈ আছে। ফতিমা গুচি গৈছে। সি অন্যমনস্ক হৈ আছে। আৰু অন্যমনস্ক নহলে সি অকলে অকলে হাৰিকেন লৈ ৰাতি ঘাটত হাতভৰি ধুবলৈ যাবলৈ সাহ নকৰে।

সি ঘাটলৈ নামি গ'ল। লেমটো তেতেলীগছজোপাৰ গুৰিত থৈ আগুৱাই গৈ ভৰিদুখন পানীত নমাই দিব খোজোঁতেই হঠাৎ অলপ দূৰত পানীত কিবা এটা দেখি তাৰ ভয় লাগি গ'ল। কাৰোবাৰ দুখন ৰঙা ভৰিৰ পতা যেন পানীত ভাঁহি আছে। কোনোবাই যেন লক্ষ্মী গোসাঁনীৰ ভৰিৰ পতাত গোলা সেন্দূৰ সানি পানীত উটাই দিছে। সোণে অলপপৰ তীক্ষ্ণ দৃষ্টিৰে সেইপিনে চাই জাঁপ মাৰি ওপৰলৈ উঠি আহিল। তাৰ ভৰিত লাগি লেমটো পৰি গ'ল। সি ফোঁপাই ফোঁপাই দৌৰি দৌৰি গৈ ঘৰত খবৰটো দিলেগৈ।

লগে লগে শশীভূষণ বেগাই ওলাই আহিল। শচীন্দ্ৰনাথ আৰু নৰেনদাসো দৌৰি আহিল। শশীভূষণে পানীত জাঁপ মাৰি দিলে। ডুব মাৰি যোৱাৰ লগে লগে তেওঁ মূৰৰ কাষত কিবা গোটা বস্তু এটা যেন অনুভৱ কৰিলে, যেন মানুহৰ শৰীৰ। তেওঁ বস্তুটো লাহেকৈ ধৰি ধৰি ওপৰলৈ টানি আনিলে। দেখা গ'ল, মালতী। ডিঙিত কলহ এটা বান্ধি পানীত ডুবি মৰিবলৈ চেষ্টা কৰিছে। ভৰিত আলতা, কপালত সেন্দূৰৰ ফোঁট, আৰু হাত আৰু ডিঙিত তাইৰ যিথিনি অলঙ্কাৰ

আছিল গোটেইখিনি পিন্ধি লৈ তাই পানীৰ তলত নোহোৱা হৈ যোৱাৰ চেষ্টা।

শচীন্দ্রনাথে নাড়ী পিটিকি চাই দেখিলে এতিয়াও প্ৰাণ যোৱা নাই। কিন্তু সম্পূর্ণ অজ্ঞান হৈ গৈছে, আৰু ডিঙিয়েদি হলহলকৈ পানী ওলাই আহিছে। মুখখন একেবাৰে শেঁতা পৰি গৈছে। তাইৰ শিৰত দীঘলীয়া সেন্দূৰ, ভৰিত আলতা। চাৰিওপিনে মানুহে ভিৰ কৰি ধৰিছে। শচীন্দ্রনাথে কেনিও লক্ষ্য নকৰাকৈ একেৰাহে হতভাগী ছোৱালীজনীলৈ চাই থাকিল। মানুহবিলাকে মালতীৰ গোটেই গাটো নিমখেৰে ঢাকি দিবলৈ ধৰিলে। নিমখৰ দ'মৰ তলত চকু মুদি যেন মালতী নিভৃতে নীৰৱে শুই আছে। ৰাতিপুৱালেই শুই উঠিব। আৰু তেনে এটা আশা লৈয়েই মালতীৰ চাৰিওপিনে মানুহবিলাক জুম বান্ধি বহি থাকিল। সোণে সেই নিশা শুব নোৱাৰিলে। সি বিচনাতে বহুত সময় বহি থাকিল। তাৰ আজি বাৰে বাৰে ৰঞ্জিতমামালৈ মনত পৰিছে। কিয় জানো ৰঞ্জিতমামাৰ ওপৰত তাৰ ভীষণ খং উঠিল।

মূৰৰ ওপৰত হেমন্তৰ আকাশ আৰু অগণন উজ্জ্বল নক্ষত্ৰ। তলত ধাননি পথাৰ। মানুহবিলাকে তেতিয়াও ভিৰ কৰি আছে। মালতীৰ গোটেই গাটো নিমখেৰে ঢাকি থোৱা আছে। তাই যেন গভীৰ টোপনিত নিমগ্ন। সোণৰ টোপনি অহা নাই। নিজৰ বিচনাৰপৰা নামি গৈ সি দক্ষিণৰ ঘৰটোত খাট এখনত পাৰি থোৱা সতৰঞ্চিৰ ওপৰত শুইছিলহি। কিন্তু ৰাতি যিমানেই বেছি হৈ গৈছে তিমানেই তাৰ চকুৰপৰা টোপনি আঁতৰি গৈছে। সি আকৌ বাহিৰলৈ ওলাই গ'ল। বাহিৰত সি হঠাৎ দেখা পাই আচৰিত হ'ল, হাতত লাঠী এডাল লৈ ৰঞ্জিত মামা মানুহৰ জুমটোৰ মাজত থিয় হৈ আছে। সৰু খুড়ায়েকে মামাকক কিবা কৈ আছে।

ৰঞ্জিত মালতীৰ ভৰি দুখনৰ কাষত আহি বহিলহি। সোণে ৰঞ্জিতৰ এটাচি চুটকেচটো দাঙি নি বৰমাকৰ হাতত দিলেগৈ। ৰঞ্জিতৰ মুখ-খন দাঢ়িৰে ভৰি পৰিছে। কেবাদিনৰ বাট ৰাতি ৰাতি খোজ কাঢ়ি খোজ কাঢ়ি আহি সি আজি এইখিনি ওলাইছেহি। সি ভাবিছিলে, আজি ৰাতিটো সি ভালকৈ শুব। কিন্তু ঘৰ পোৱাৰ অলপ দূৰৰপৰাই হেজাক লাইটৰ পোহৰত মানুহ কিছুমান জুম বান্ধি থকা দেখি সি কিছু আচৰিত হৈ পৰিছিল। কিন্তু ঘৰৰ ওচৰ পোৱাৰ পিছত যি ঘটনা সি দেখা পালে, সেই ঘটনাৰ বিস্ময়ে তাক ভালকৈয়ে জোকাৰি দিলে। *ৰঞ্জিতে মনতে ভাবিলে, নৰেন দাসেই মালতীৰ আত্মহত্যাৰ বাবে দায়ী।* খুপৰী এটাত সেই অৱস্থাত নৰেনদাসে মালতীক থাকিবলৈ দিছে। ৰঞ্জিতে তাৰ পিছত জব্বৰৰ কথা ভাবিলে। মূলতে সিয়েই দায়ী। সি বা এতিয়া ক'ত আছে! ৰঞ্জিতে বেছি সময় সেইবোৰ ভাবি নাথাকিল। সি মালতীৰ সোঁ হাতখন নিমখৰ মাজৰপৰা উলিয়াই আনিলে। নাড়ী পৰীক্ষা কৰি চালে; অৱস্থা বহুতখিনি ভালৰপিনে আহিছে। নিমখৰ মাজৰপৰা ভৰি দুখন উলিয়াই কিমান গৰম হৈ আছে হাত দি চালে। ভৰিৰ পতাত আলতা লগোৱা আছে। ৰঞ্জিতৰ বুকুৰ ভিতৰখন কঁপি উঠিল। মালতীৰ মুখখন এবাৰ চাবলৈ মন গ'ল তাৰ। সি তাইৰ মুখৰপৰা নিমখবোৰ গুচাই দিলে।

প্ৰায় শেষৰাতি হৈ আহিল। ৰঞ্জিতে এতিয়া অকলে মালতী কাষত ৰখি আছে। সি লাহে লাহে মালতীৰ গাৰপৰা নিমখবোৰ গুচাই দিলে। মালতীয়ে যেন দীঘল দীঘলকৈ উশাহ টানিছে, এনে ভাব হ'ল তাৰ। তাইৰ কপাল আৰু শিৰত সেন্দূৰ। কোনে ক'ব পাৰে, মালতী বিধবা। মালতীৰ সুন্দৰ মুখখন আৰু শৰীৰটোলৈ চাই চাই ৰঞ্জিত বিমোৰ ভাৱে বহি থাকিল। সি তাইৰ কপাল, মুখ, ওঁঠ আৰু থুতৰিত হাত ফুৰাই ছুই চালে। কাষৰ মানুহবিলাকক বুজাই মেলি সি ইতিমধ্যে শুবলৈ পঠাই দিছিল। এটাইবিলাক কিয় সাৰে থাকিব লাগে! সি মনে মনে মালতীৰ কপালে মুখে হাত ফুৰাই যেন মৰম কৰি দিব

খুজিলে। এবাৰ আকাশৰপিনে সি মুৰ তুলি চালে। ৰাতি পুৱাবৰ হৈছে। ৰঞ্জিতে মালতীৰ গোটেই গাৰপৰা নিমখবোৰ গুচাই দিলে আৰু দক্ষিণৰ ঘৰটোলৈ লাহেকৈ দাঙি নি সতৰঞ্চি পাৰি থোৱা খাটখনত শুৱাই দিলে। সি এবাৰ লাহেকৈ মাতিলে, মালতী, মই আহিছোঁ।

এইখন জলাহ পানীৰ দেশ। ইয়াৰ সকলোৰে যেন পানীৰ তলত আশ্রয় লবলৈ বিচাৰে। মালতীৰ জীয়াই থকাৰ সকলো আগ্রহ যেন নিঃশেষ হৈ গৈছে। তাই পানীৰ তলত তাইৰ সেই হেৰোৱা হাঁহটো বিচাৰি যেন ডুব দিছিল। মই আৰু এইবাৰ মাত্র ভাঁহি নাথাকোঁ, পানীৰ একেবাৰে তলত ডুবি যাম—তাইৰ সেই আশা আছিল। ইতিমধ্যে থানাত কথাটো গম পালে পুলিচ দাৰোগা আহি কিজানিবা জুলুম কৰেহি, সেই ভয়তে ৰঞ্জিতে শচীন্দ্রনাথক পুৱাই এবাৰ থানালৈ যাবলৈ ক'লে। বাৰ মাইল দূৰ বাট, তাৰে কিছুদূৰ খোজ কাঢ়ি যাব লাগিব।

শচীন্দ্রনাথক থানালৈ পঠিয়াই ৰঞ্জিত নৰেনদাসৰ ঘৰলৈ গ'ল। নৰেনদাসক সি সুধিলে, মালতীক খুপৰীটোত ৰাখিছা কিয় ?

নৰেনদাসে তাঁত বাটি কৰি আছিল। মালতী এতিয়া তেওঁৰ গলগ্রহ হৈ উঠিছে। তেওঁ ৰঞ্জিতক একো উত্তৰ নিদিলে।

ৰঞ্জিতে বুজিলে, মালতীক বৰঘৰৰ ভিতৰত সোমাবলৈ দিয়াটো নৰেনদাসৰ ইচ্ছা নহয়। ঘৰৰ ভিতৰত লক্ষ্মী গোসাঁনী আছে। ধর্মস্থান আছে। নৰেনদাসে যেন এতিয়া মালতীৰ বিষয়ে আৰু মুৰ ঘমাব নোখোজে। ৰঞ্জিতে আৰু একো ক'বলৈ সাহ নকৰিলে। সি মালতীৰ কোন! সামান্য খুপৰী ঘৰতেই মালতীৰ আকৌ থকাৰ ব্যবস্থা হ'ব। বৰঘৰৰ ভিতৰত এতিয়াও সোমাবলৈ দিয়া নহ'ব। মালতীৰ জীৱনত মুকলি বতাহত আৰু মুকলি পথাৰত, উদং গাৰে বাৰিষাৰ বৰষুণত তিতি তিতি ঘূৰি ফুৰাৰ দিনবোৰ আৰু ঘূৰি নাহে। তাইৰ জীৱনৰ সর্বস্ব হেৰাই গৈছে।

বিশাল মেঘনা নদীৰ বুকুত এখন ষ্টীমাৰত আৰু এটা মানুহ বৰ অন্যমনস্কভাৱে থিয় হৈ আছে। ৰেলিঙত ধৰি নদীৰ পানীলৈ চাই চাই সি মাত্ৰ মালতীৰ কথাই ভাবি আছে। নদীৰ দুপাৰে কতৰকমৰ গছ-গছনি। জাহাজখন গৈ থকাৰ লগে লগে এজনী কিশোৰী ছোৱালীও যেন দৌৰি দৌৰি গৈ আছে। তাইৰ চুলিবোৰ বতাহত উৰি আছে, খালী গা। কঁকালত পকাই পিন্ধা শাড়ী। তাই অনবৰত দৌৰি গৈ আছে। দামোদৰদিৰ মঠ পাছফালে এৰি থৈ দৌৰি আছে। সমুখত উদ্ধবগঞ্জ। কিন্তু মানুহটোৱে একো দেখা নাই। মাত্ৰ দেখিছে এজনী বালিকা নিৰন্তৰ পথাৰে পথাৰে দৌৰি গৈ আছে। তাই যেন কিবা এটা ধৰিব খুজিছে, পৰা নাই।

মালতী নিৰুদ্দেশ হোৱাৰ পিছৰপৰাই চামচুদ্দিন যেন ভাঙি পৰিছিল। জব্বৰ তাৰ জাতি ভাই, লীগৰ পাণ্ডা। সামান্য অৰ্থৰ লোভত সি এই কাণ্ড কৰিছে। এপাহ ফুলৰদৰে জীৱন সি মোহাৰি নষ্ট কৰিছে। কৈশোৰৰ দিনবোৰত যিজনী ছোৱালীয়ে কেৱল ফুল ফুলাই আছিল, তাইৰ আজি এজনী পাগলিনীৰ অৱস্থা। কিবা এটা দুৰ্ঘটনা যেন ক্ৰমে ওচৰ চাপি আহিছে।—চামচুদ্দিনৰ মন এক শঙ্কা আৰু ভয়েৰে ভৰি উঠিল। সি নদীৰ পানীৰপৰা দৃষ্টি ঘূৰাই আনিলে।

ফেলুৱে সেই সময়ত দমৰা পোৱালিটো লৈ পথাৰলৈ নামি গৈছে। হেমন্তৰ পুৱা। চাৰিওপিনে মাত্ৰ ধাননিপথাৰ চকুত পৰে। ধানৰ কাৰণে ফেলুৱে দমৰা পোৱালিটো এৰাল খুলি এৰি দিব পৰা নাই। এৰি দিলেই ধান বা কলামাহ খাবলৈ গুচি যাব। এই মাহতে গৌৰ চৰকাৰৰ আব্দুল নামৰ চাকৰটোৱে দমৰাটোক ভুবাৰ খোৱাৰত দিছে। এতিয়া সি পঙ্গু কাৰণে কোনেও তাক ভয় নকৰা হৈছে। মানুহবিলাকেও ভাবে, জীৱনত সি বহুতো গুণাহ কৰিছে, আল্লাই তাৰ ফল হাতে হাতে দিছে। মানুহবিলাকৰ তেনে মনোভাবৰ কথা ভাবি সি উত্তেজিত হৈ যায়। এই দুনিয়াত যিমানবোৰ মোল্লা পালোৱান আছে, সকলোকে ঘুচিয়াই সি যেন তেজ উলিয়াই দিব! কিন্তু হায়!—সি আৰু নোৱাৰে!

তাৰ হাতত আৰু শক্তি নাই। এখন হাতত তাঁৰেৰে ক'লা কড়ি বান্ধি থোৱা আছে। মৰা হাতখন শৰীৰৰ এফালে ওলমি আছে। একোবাৰ তাৰ ইচ্ছা হয় হাতখন ঘপিয়াই ছিঙি দিবনেকি! কিন্তু তাকো কৰিব নোৱাৰে। মৰা হাতখনৰ কাৰণে বৰ মায়া ওপজে তাৰ। ৰ'দত হাতখন কোলাত পেলাই বহি থাকোঁতে হাতখন তাৰ এটা সন্তানৰ দৰে লাগে।

ফেলু দমৰাটোৰ পাছে পাছে ৰছীডাল ধৰি ধৰি যাবলৈ ধৰিলে। দমৰাটো আগুৱাই যাব নোখোজে। হাড়ছাল ওলোৱা দমৰাটোক সি কোনোপধ্যেই পেট ভৰোৱাব নোৱাৰে। তাৰ পঙ্গু হাতখন আৰু এই ভাগী দমৰাটো মিলি তাক যেন পগলা কৰি দিব খুজিছে। আৰু তাক পগলা কৰিছে আম্নুৰে। সি আজি আৰু আগৰ সেই হাই-ডু-ডু খেলা পালোৱান ফেলু হৈ থকা নাই। গতিকে তাক এতিয়া তাৰ বিবিয়েও ভয় নকৰে। তাই অন্য মানুহৰ ঘৰত গৈ কাৰ সৈতে বা কি কৰেগৈ! ৰাতি বিবি কাষত শুই থাকিলে তাৰ চকুত টোপনি নাহে। বিবি আজিকালি কাৰোবাৰ প্ৰেমত ডুবি আছে। হাজিচাহাবৰ সৰু পুতেক আকালু বাঁহনিৰ মাজত লুকাই থাকে। কেতিয়াবা আকৌ সি যেতিয়া পথাৰত দমৰাটো চৰাবলৈ যায় নাইবা ক'ৰবাৰপৰা ধান বা শস্য চুৰ কৰি আনিবলৈ ওলাই যায়, নাইবা মনৰ দুখত হাবিৰ মাজে মাজে ক'ৰবাৰ দূৰ ঠাইলৈ ওলাই গুচি যায়, তেতিয়া তাৰ যুৱতী বিবি ঘৰৰ ভিতৰত আকালুৰ সৈতে প্ৰেম বিনিময়ত ডুব গৈ থাকে।

দুটা পেটৰ সংসাৰখন ফেলুৰ কিদৰে যে চলিছে! মনৰ দুখত সি নদীৰ পাৰে পাৰে প্ৰায়েই ঘূৰি ফুৰে। দমৰাটো লগত লৈ চৰাই ফুৰাৰ ছলেৰে সি ধানৰ থোক কাটি কাটি কোচত ভৰাই লয়। ৰাতি ৰাতি কলামাহৰ গছ তুলি আনে। যব আৰু গম ধানৰ দিনত ৰাতি ৰাতি তাকো পথাৰৰপৰা চুৰকৈ আনে। কেতিয়াবা অকলে অকলে নোৱাৰিলে বিবিকো লগত লৈ যায়। বিবি লগত থাকিলে, জোনাক ৰাতি সি আলিত থিয় হৈ পহৰা দি থাকে আৰু বিবিয়ে শস্য চুৰ

কৰে। মাজে মাজে কোনোবাই দূৰৰপৰা ডাঙৰকৈ মাতি সোধে, কোন সেয়া? আম্নুৱে মিহি মাতেৰে উত্তৰ দিয়ে, মইহে।

—লগত কোন?

—মিঞা চাব। আম্নুৰ মন ভালে থাকিলে তাই ফেলুক মিঞাচাব বুলি মাতে। ফেলুৰ ভাব হয়, সেই সময়ত আম্নু যেন সঁচাই তাৰ নিজৰ আম্নু, তাই যে কাৰোবাৰ সৈতে পীৰিতি কৰে, সেইকথা তাৰ তেতিয়া মনত নাথাকে। আম্নুক লগত লৈ শস্য চুৰি কৰিবলৈ গলে সি অন্ততঃ জানে যে আম্নু তাৰ লগত আছে। কিন্তু অকলে পথাৰলৈ ওলাই আহিলেই তাৰ মন সন্দেহেৰে ভৰি উঠে। বিবি হয়তো কাৰোবাৰ ঘৰত আছেগৈ। মনৰ দুখত তাৰ অক্ষমতাৰ কাৰণে অসহায় ভাবত সি দমৰাটোৰ তপিনাতে এক কোব মাৰি দিয়ে। হালাৰ কাউৰী এটাইও এতিয়া ভয় নকৰা হৈছে। চাৰিওপিনে পথাৰ। সি দেখা পালে, দূৰেদি এজন মানুহ দীঘল দীঘল খোজ পেলাই গৈ আছে। মূৰৰ ওপৰেদি নানাবিধ চৰাই উৰি গৈছে। সি তেতিয়া অতি কৰ্কশ মাত এটাৰে চিঞৰি কয়, ঠাকুৰ, তুমি মোক কণা কৰি দিলা, পঙ্গু কৰি দিলা!

মাত্ৰা সোঁহাতখনেৰেই ৰছীডাল ধৰি সি দমৰাটো টানি লৈ গৈ আছে। কেন্দুগছজোপাৰ তলত আহি দমৰাটো বৈ গ'ল। ফেলুৱে টানিমুনি অতি চেষ্টা কৰিও দমৰাটোক লৰচৰ কৰিব নোৱাৰিলে। ইমান সৰু জীৱ এটাক সি লৰাব পৰা নাই। তাৰ ক্ৰমে খংটো বাঢ়ি গ'ল। পথাৰত কিবা এটা দেখি দমৰাটোৱে ভয় খাইছে। ফেলুৱে ভালকৈ চাৰিওপিনে চালে। হালাৰ হালা,—অলপ দূৰত এটা ষাঁড়! হাজি চাহাবৰ ষাঁড় গৰুটোৱে দুখোজ আগুৱাই, দুখোজ পিছুৱাই নেজডাল ওপৰলৈ তুলি শিঙেৰে মাটি খান্দি আছে। ফেলুৰ দমৰাটোক ভয় খুৱাইছে। ভীষণ শক্তিৰে সি অহাযোৱা কৰে, পথাৰত শস্য খায়, কোনেও একো কৰিবলৈ সাহ নকৰে। শিঙেৰে মাটি তুলি তুলি ষাঁড়টোৱে যেন তাৰ সেই শক্তিকে পৰীক্ষা কৰি চাইছে। জোঙা ধাৰ থকা দুটা শিং চোকা ছুৰীৰদৰে চক্‌চক্ কৰি আছে। ষাঁড়টো অনবৰত

মুকলি হৈ চৰি ফুৰে। ধৰ্ম কামত এৰি দিয়া কাৰণে কোনেও একো নকয়। শিং দুটা ধৰাই লৈ গলধন পোন কৰি সি এতিয়া ৰজা বাদচাহৰ-দৰে থিয় হৈ আছে। ধাননি পথাৰৰ মাজত এই 'জবৰদস্ত্' জীৱটো দেখা পালেই ফেলুৰ প্ৰাণ শুকাই আহে। কাৰণ ষাঁড়টোৱে যেতিয়াই দমৰাটোক দেখা পায়, তেতিয়াই চোঁচা লৈ অহা তাৰ স্বভাৱ। কোনোবা-দিনা দমৰাটোৰ পেট ফালি দিব। তথাপি সি ফেলু। মানুহে জানে, তাৰ একোলৈকে ভয় সংশয় নাই। সি এটা মানুহ হৈ ষাঁড়গৰুৰ দৰে সামান্য জীৱ এটাক অকণো ভয় নকৰে। তাৰ যে অকণো ভয় লগা নাই, তেনে এটা ভাব দেখুৱাবলৈ খোদা-উচ্চৰ্গিত ষাঁড়টোক ক'লে—হালাৰ পো হালা!

ধৰ্মকামত আগ বঢ়োৱা ষাঁড়টোক সি হালাৰ পো হালা বুলি ক'লে! কিন্তু ফেলুৰ ইচ্ছা হয়, কোৰবাণিৰ ছুৰীখন পালে, বিচমিল্লা ৰহমানে ৰহিম বুলি একে ঘাপে ষাঁড়টোক জবাই কৰি পেলাব। আচলতে তাৰ মনৰ এই আক্ৰোশ কাৰ বাবে, সঠিককৈ ক'ব নোৱাৰি। আচলতে কোনটো ষাঁড় বেছি বেইমান,—এই সমুখত থিয় হৈ থকাটো নে আকালু!—তাৰ কাৰণে কোন বেছি দুচ্‌মন্! সি মনতে ক'লে, হালাৰ কাওয়া, হালাৰ আকালু! পাৰি দিয়া লুঙী পিন্ধি, দাড়িত আতৰ সানি সি মোৰ চোতালত ভৰি দিয়েছি! মুৰত ফে'জ টুপি, ৰঙা ফে'জ-টুপিৰ কাষত ক'লা গুচ্ছ ওলমি থাকে। তই মিঞা মোৰ বিবিৰ গাত হাত দিয়! হালাৰ পো! মোৰ চোতালেদি কেনেকৈ তই পাৰ হৈ যাৱ দেখিম নহয়! ফেলুৱে চোতালৰ চাৰিওপিনে মদাৰগছৰ ডাল কিছুমান পেলাই থলে। মিঞা, তই এইটো সদৰ আলিবাট পাইছ, যেতিয়াই তেতিয়াই এইপিনে অহা যোৱা কৰিবি!

কিন্তু পুৱা শুই উঠি ফেলুৱে দেখিলে কোনোবাই মদাৰৰ ডালবোৰ আঁতৰাই থৈছে। সি তাৰ বিবিক সেই বিষয়ে সোধাতো দূৰৰ কথা, তাইৰ চকুলৈকে চাবলৈ সাহ নকৰিলে; সুধিলেই হয়তো মুখৰ ওপৰতে

কৈ দিব, মই কেনেকৈ কম, কোনে মদাৰৰ ডাল আঁতৰাই থৈছে; মই সেইবোৰ কি জানো!

—হালিৰ হালি! তই নাজান বুলি ক'লেই হ'লনে? ফেলুৱে হয়তো তেতিয়া চিঞৰি ক'ব পাৰিলেহেঁতেন। কিন্তু এতিয়া আৰু তাৰ সেইদৰে চিঞৰি কথা কোৱাৰ শক্তি নাই। পঙ্গু হাতখনেৰে তাৰ নিজৰ বিবিলৈকে এতিয়া ভয়। প্ৰথম সেই কেতিয়াবাই জববৰে সেউজীয়া ৰঙৰ ডুৰীয়া-শাড়ী আৰু সুগন্ধি তেল দিছিল, বিনিময়ত জববৰে আন্নুৰপৰা কি আদায় কৰি লৈ গৈছে কোনে জানে! তথাপি পঙ্গু হাত বুলি সি সকলো হজম কৰি আহিছিল। এতিয়া কিন্তু বিবিৰ ফটা শাড়ী আৰু গামোচা এখনেই যি সম্বল। পথাৰত ধান চুৰ কৰিবলৈ যাওঁতে তাই শাড়ীখন পিন্ধি যায়। কেতিয়াবা বৰষুণত গাৰ ফটা শাড়ীখন তিতিলে ঘৰত আহি আতলাচ বেৰাত শুকাবলৈ মেলি দিয়ে। আন্নু তেতিয়া প্ৰায় নগ্ন অৱস্থাত থাকে। প্ৰায় কিয়, গোটেই শৰীৰেই নগ্ন। আতলচ বেৰাৰ আঁৰত তাই থিয় হৈ থাকে। বেৰাৰ জোপোহা হাবি। ফেলুৰ ঘৰৰ কাষেদি কোনোবা পাৰ হৈ গলে কোনেও গম নাপায় যে ঘৰৰ পাছফালে ফেলুৰ বিবি উলঙ্গ হৈ বহি আছে। ধান সিজাইছে, গোমধান ভাজিছে, নাইবা পানীত কণিধান তিয়াই আছে। পথাৰত যি সময়ত যি শস্য হৈছে তাকে চুৰ কৰি আনি ঘৰত জমাইছেহি। গোটেই বছৰটো তাকে খাই থাকিব,—ফেলুৰ বিবিয়ে সেইটোকে ঠিক কৰি লৈছে।

বিবিয়ে উলঙ্গ হৈ যিমান সময় ঘৰৰ পাছফালে ঘুৰাঘুৰি কৰি থাকে, তিমান সময় ফেলুৱেও চোতালতে বহি বহি ধঁপাত হুপি থাকে আৰু সমুখৰ মনোহৰ দৃশ্য উপভোগ কৰি থাকে। আতলচ বেৰাৰ কাষত থিয় হৈ থকা বিবিৰ যৌৱন যেন এতিয়াও কোমল কলাপাতৰ দৰে। অথচ তাৰ অত্যাচাৰত পৰি সেই যৌৱন যেন সকলো নষ্ট হৈ গৈছে। বিবিৰ চুলিত তেল নাই। এতিয়াও উচব-পাৰ্বণৰ দিনত বিবিয়ে কাৰবাৰ-পৰা খুজি আনি মুৰত, মুখত তেল ঘঁহি ওলালে পঙ্গু ফেলুৰো আন্নুক লগত লৈ নাও চলাই যাবলৈ মন যায়।

ফেলু যিমান সময় ঘৰত থাকে, সি ঘৰৰ বাৰান্দাতে বহি থাকে। পহৰা দি থাকে। কোনোবা আহিলেই হাতেৰে টিলিকি মাৰি দিয়ে। দুবাৰ টিলিকি শুনিলেই আমুৰে য'ৰে কাম ত'তে এৰি আঁচ টনা শাড়ীখন টান মাৰি আনি পিন্ধি লয়। আৰু চুব কৰি অনা ধান, মাহ ইত্যাদি লৰালৰিকৈ ডলা-খৰাহিৰে ঢাকি থয়, যাতে কোনেও জানিব নোৱাৰে,—সিহঁতে ৰাতি ৰাতি পথাৰৰ শস্য চুৰি কৰি আনি জমা কৰি থৈছেহি। বিবিৰ শৰীৰৰ দৃশ্য মনে মনে জুমি জুমি চাই ফেলুৱে আৰু বেছি উপভোগ কৰে। বিবিৰ গাত জেলজেলীয়া এখন গামোচা মাত্ৰ। গাৰ প্ৰায় সকলোখিনি ওলাই থাকে। হাজি চাহাবৰ ঘাটৰ সিপাৰে জোপোহাৰ মাজত সোমাই মাজিলা বিবিৰ কাৰণে সি যিদৰে ফণা তুলি থকা সাপৰদৰে চোপ লৈ আছিল, তেনেকৈয়ে সি ঘৰৰ ভিতৰতো লুকাই লুকাই বহি থাকে। নিজৰ বিবিৰ উলঙ্গ শৰীৰ চুৰ কৰি চাই ফেলুৱে বৰ তৃপ্তি পায়।

ইমান অভাৱ-অনাটনতো বিবিজনীয়ে যে কিদৰে শৰীৰৰ ইমান লাৱণ্য জীয়াই ৰাখিছে! ফেলুৰ মনত আকালুৰ ছবিখন মৰীচিকাৰদৰে ভাঁহি উঠে। আকালুৰ দীঘল দেহা, বহল আটিল বুকু, মূৰত ৰঙা ফে'জ টুপি। তাৰ দাড়িত সুগন্ধি আতৰ। আকালুৱে বুদ্ধি কৰি আতৰ ঘঁহে। সি দাড়িত আতৰ ঘঁহি ফেলুৰ ঘৰৰ কাষেদি পাৰ হৈ যায়। আমুৰে সেই আতৰৰ গোন্ধ পাই আতলাচ বেৰাৰ ইপাৰে নাচি উঠে। তাইৰ মনৰ মানুহ আহি গৈছে। তাই তেতিয়া বুজি পায়, আতৰৰ গোন্ধ ছটিয়াই মানুহটোৱে তাইক জনাই গৈছে যে সি বাঁহনিডৰাৰপিনে গৈ আছে। আমুৰে তেতিয়া লৰালৰিকৈ জৱৰে দিয়া শাড়ীখন পিন্ধি ঘৰৰ-পৰা লাহেকৈ বাহিৰ ওলায়। ফেলুৱে সোধে, ক'লৈ যাৱ?

—মতিউৰহঁতৰ ঘৰলৈ। চিৰাৰ ধান তিয়াইছে, চিৰা ভাজি দিলে দুখোলামান চিৰা দিব।

—আৰু একো নিদিয়েনে?

—আৰু কি দিব?

—কিয়, চুমা? চুমা দুটামান নিদিব তোক? বিবিয়ে জানে ফেলুৰে তাইক সন্দেহ কৰে। আতৰৰ গোন্ধৰ কথা সি বুজি পাইছে ইতিমধ্যে। আল্লাই মানুহটোৰ শৰীৰৰ শক্তি নোহোৱা কৰিছে। নাকৰ ঘ্ৰাণ শক্তিটোও নোহোৱা কৰা হ'লে! ঘ্ৰাণ কিয়, তাৰ জানটো নিলেও ভাল আছিল,—আম্নু কেতিয়াবা আকালুৰ প্ৰেমত প্ৰায় বলিয়া হৈ উঠে।

ফেলুৰে জানে, এইদৰেই আকালুৰে তাৰ বিবিৰ প্ৰেম হৰণ কৰিছে। সি কোৰবাণিৰ চাকুখন বিচৰাত লাগে। কেতিয়াবা দুপৰীয়া ৰ'দত ফেলুৰে দেখা পায়, পথাৰৰ মাজে মাজে মূৰৰ ৰঙা ফে'জ টুপি, জোকাৰি জোকাৰি, গাত ক'লা ৰঙৰ ফিৰফিৰীয়া আদ্দি আৰু কঁকালত আঁচ আঁচ লুঙী পিন্ধি আকালু আহি আছে। তেতিয়া তাক দেখি ফেলুৰ ভাব হয়, যেন ইও এটা এৰি দিয়া ধৰ্মৰ ষাঁড়। যেন তিনিফালৰ তিনিটা ষাঁড়ে তাক প্ৰায় পাগল কৰি দিছে। এক হ'ল এই আকালু, দুই—হাজি চাহাবৰ খোদাৰ নামত এৰি দিয়া আচল ষাঁড়টো আৰু তিনি—পগলাঠাকুৰ।

ফেলুৰে দমৰাটোক এৰালডালেৰে আকৌ টানিবলৈ ধৰিলে। মাজে-মাজে ফেলুৰে কোৰবাণিৰ চাকুখন আৰু মৰাপাট কটা কাচিখন ঘৰৰ চালত এবাৰ ইফালে, এবাৰ সিফালে কৰি লুকাই ৰাখে। ঠিক নাই, আম্নুৰেই তাৰ ডিঙি কাটি থৈ পলাই যাব পাৰে। সি দিনে নিশাই ঘৰৰ ভিতৰত অনবৰত এটা অবিশ্বাসৰ মাজত কটায়। মাৰলীত, চালৰ খেৰৰ মাজত সি মাজে মাজে উঁকি মাৰি ছুৰীখন ঠিকে আছেনে নাই চায়। ক'বতো নোৱাৰি, আকালুৰে হয়তো আম্নুৰ হতুৱাই ছুৰীখনো সৰকাব পাৰে।

ফেলুৰে জোৰ কৰিও দমৰাটোক লৰচৰ কৰাব পৰা নাই। খোদাৰ নামত দিয়া ষাঁড়টোও একেদৰেই চাৰিওটা ভৰিৰ ওপৰত ভৰ দি গহীন-ভাব এটাৰে থিয় হৈ আছে। যেন এক মহান জীৱ সি। কোনো পিনে দৃকপাত নাই। মাজে মাজে ফেলুৰ সমুখত ষাঁড়টো যেন মিঞা

আকালুদ্দিন হৈ উঠে। এবাৰ ষাঁড়টোৱে তাৰ নেজডাল ওপৰলৈ তুলি দিলে।

ষাঁড়টো যি কোনো মুহূর্ততে শিং তুলি এইপিনে আগুৱাই আহিব পাৰে। ষাঁড়টো আহিলেই দমৰাটো দৌৰ দিব ; হয়তো সি ঘৰৰপিনে দৌৰ দিব। সি এৰালডালত ধৰি থাকিলে তাকো টানি টানি লৈ যাব। চকু ৰঙা কৰি ষাঁড়টো এনেদৰে থিয় হৈ আছে যেন তাৰ চাৰিওপিনৰ পথাৰৰ সকলো শস্য আৰু কোমল ঘাঁহ সি অকলে খাবৰ কাৰণেহে ৰাখি থোৱা হৈছে। এই পৃথিৱীত আৰু কোন আছে যে তাৰ খাদ্যৰ ভাগ লবলৈ আহিব পাৰে! কাৰ সাধ্য আছে তাৰ কাষেদি পাৰ হৈ যাব পাৰে! ফেলুৱে অকলে অকলে চিঞৰি ক'লে, হালাৰ গৰু, ইয়াৰ কাষেদি এতিয়া দমৰা এটাও পাৰ হৈ যাব নোৱৰা হ'ল। যাবলৈ ভয় কৰা হ'ল!

দমৰাগৰুৰ কথা নালাগে, ফেলুৰ নিজৰো যথেষ্ট ভয়। সি কাষৰ গছ এজোপাৰপৰা ডাল এটা ভাঙি লৈ এহাতেৰেই পাতবোৰ এৰুৱাই লাঠী এডাল কৰি ললে। সি লাঠীডাল ওপৰলৈ তুলি ঘূৰাবলৈ ধৰিলে, ষাঁড়টোৱে দেখক, ফেলুৰ কি সাহস আৰু শক্তি! সি লাঠী ঘূৰাই ঘূৰাই ষাঁড়টোক ভয় খুৱাবলৈ ধৰিলে। আৰু দমৰাটোৰ কাষত বৈ এখন হাত নাথাকিলেও তাৰ কিমান প্রতিপত্তি ফেলুৱে যেন বুজাই দিব খুজিলে। ষাঁড়টো ওচৰ চাপি আহিলেই সি তাৰ মুখ থেতাঁলি ভোটা কৰি দিব।

এদিনৰ কথা, ষাঁড়টোৱে দমৰাটোক খেদি আহিছে। ফেলুৱে তাৰ পঙ্গু হাতখনেৰে একো কৰিব পৰা নাই। দমৰাটোৱে তাক টানি নি নি ঘৰ পোৱালেগৈ। ষাঁড়টোও লগে লগে দুর্দাম শক্তিৰে পাছে পাছে খেদি আহি ফেলুৰ ঘৰৰ চোতাল উঠিলহি। ষাঁড়টোৰ খং, ফেলুৱে দমৰাটোক মনে মনে ঘাঁহ খুৱাইছিলগৈ। ষাঁড়টোৰ কি প্রতাপ! চোতাল উঠাৰ লগে লগেই সকলোৱে হাঁয় হাঁয়, খালে খালে, গ'ল গ'ল বুলি চিঞৰি উঠিল। দমৰাটো একেবাৰে ঘৰৰ ভিতৰত সোমালগৈ।

ষাঁড়টোৱে এতিয়া লাগে যদি খুন্দা মাৰি ফেলুৰ ঘৰ উৰাই দিব। তেনেতে আন্নুৱে চৰিয়া এটাত ভাতৰ উতলা মাৰ লৈ ওলাই আহিছিল। ক্ৰোধমূৰ্তিৰে ৰৈ থকা যাঁড়টোক দেখি ভয়ত তাই হাতত লৈ থকা ভাতৰ মাৰখিনি ষাঁড়টোৰ মুখলৈ মাৰি দিলে। লগে লগে ষাঁড়টোৱে হেম্বা হেম্বা বুলি চিঞৰি নেজ তুলি পথাৰলৈ দৌৰ দিলে। সেইদিন ধৰি ষাঁড় সদায় তাৰ নিজৰ সীমাৰ ভিতৰত থাকে, আৰু ফেলুৱেও নিজৰ সীমাৰ বাহিৰলৈ দমৰাক ঘাঁহ খুৱাবলৈ নিনিয়ে। ফেলু আৰু ষাঁড়—দুটা প্ৰাণী। ষাঁড়ৰ মুখ পোৰা আৰু চকু এটাও পুৰি কণা হৈ পৰিল। ফেলুৰ মুখত বসন্তৰ দাগ, আৰু বসন্ততে এটা চকু কণা হৈছে। দুইটা প্ৰাণীয়েই এতিয়া সময় পালেই এটা এটা চকুৰেই ৰণং দেহি মূৰ্ত্তি লয়।

কিন্তু ফেলুৰ কি ভয়! তথাপি হাতত লাঠী এডাল থকা কাৰণে ভয় কিছু কম হৈ আছে। সি দমৰাটোক লৈ ভাল ঘাঁহ বিচাৰি আগুৱাই গ'ল। মাণিহঁতৰ পথাৰত আলিত কোমল ঘাঁহ গজিছে। সি দমৰা-টোৰ এৰালডাল ধৰি বহি থাকিল। চাৰিওপিনে ধাননি। সি পথাৰৰ আলিয়ে আলিয়ে দৰমাটোক ঘাঁহ খাবলৈ এৰি দিলে। দমৰাটোৱে চপ্‌চপ্‌ ফুৎফাৎ, শব্দ কৰি ঘাঁহ খাবলৈ ধৰিলে। নেজ জোকাৰি জোকাৰি নিশ্চিন্তমনে সি ঘাঁহ খাই আছে। সি ঘাঁহ খোৱা চাই চাই ফেলুৰ মন যেন নিবিষ্ট হৈ পৰিছে। আৰু কিয় জানো তাৰ বাৰে বাৰে যোৱা ৰাতিৰ কথা মনত পৰিছে। সি গোটেই আগৰাতি ভয়ত শুব নোৱাৰিলে। সন্ধ্যাৰ পিছৰ পৰাই আন্নু ঘৰত নাছিল। ফটা আঁচ আঁচ শাড়ীখন পিন্ধি তাৰ বিবি যে ক'লৈ ওলাই গৈছিল! বহুত দেৰিৰ পিছতো তাই ঘুৰি নহাত সি ওলাই গৈ ইঘৰ সিঘৰকৈ বিচাৰিলে, সি কিন্তু হাজি চাহাবৰ ঘৰলৈ যাব নোৱাৰিলে। গলেই, মাজুবিবিয়ে যদি তাক সেই বিশেষ গানটো গাই শুনায়! আৰু সি যোৱা গম পাই হাজি চাহাবেও যাঠিপাট লৈ ওলাই আহিব পাৰে। গতিকে সেইপিনে নগৈ সি ঘূৰি আহিছিল। নাই, বিবিক ক'তো বিচাৰি পোৱা নগ'ল। আন্নু যেতিয়া বহুত ৰাতিকৈ ঘূৰি আহিল, তাইৰ মূৰত এবোজা কলামাহ।

হাজি চাহাবৰ পথাৰৰপৰাই তাই কলামাহবোৰ চুৰ কৰি আনিছে। কিন্তু তাই চুৰ কৰিয়েই আনিছে নে দোষ ঢাকিবলৈ আকালুৱেই এবোজা ছিঙি তাইৰ মূৰত তুলি দিছে, সেইটো সি ভালকৈ ধৰিব নোৱাৰিলে।

আম্নুৰে নোকোৱা নেমেলাকৈ গলেই ফেলুৱে ভাবে, তাৰ বিবিয়ে হয়তো তাক জোকাবৰ কাৰণে ওলাই গৈছে। নাইবা হয়তো আকালুৰ সৈতে হাবিয়ে-বনে পীৰিতি কৰিবলৈ গৈছে। যোৱাৰাতিও তাক নোকোৱাকৈয়ে তাই ওলাই গৈছিল। তাইৰ মনত লালসা ভৰি আছে। আন্ধাৰ নিশা মূৰত ফে'জ টুপি পিন্ধি দাঢ়িত খুচবো সানি আকালু নিৰ্দিষ্ট ঠাইলৈ ওলাই গৈছে। আঁচটনা লুঙী পিন্ধি আকালু আন্ধাৰত ক'ত লুকাই থাকে তাৰ বিবিয়ে নাকেৰে শুঙিয়েই গম পায়। ফেলু গধূলিতে গৌড়চন্দৰ ঘৰলৈ গৈছিল। সি ঘূৰি আহোঁতে ৰাতি হোৱাৰ কথা আছিল। সেই ফাঁকতে তাৰ বিবি বাহিৰলৈ ওলাই গৈছিল।

সি ঘূৰি আহি বিবিক নাপাই ভাবিলে, হয়তো তাই ঘৰৰ কামকাজ শেষ কৰি, দমৰাৰ কাৰণে ঘাঁহ আনিবলৈ বুলি পথাৰলৈ ওলাই গৈছে। আৰু পিছত ঘাঁহৰ ঠাইত কলামাহকে চুৰকৈ তুলি আনিছে! জানো, কি হৈছে এইবোৰ! গাঁৱৰ মানুহৰ সকলোৱে জানে, দুৰ্দান্ত ফেলুৰ বিবিয়ে আজিকালি পীৰিতি কৰিছে। দুৰ্দান্ত ফেলুৰ আজিকালি কি অৱস্থা! বিবিয়ে অন্যলোকৰ সৈতে পীৰিতি কৰে! সি ভিতৰি ভিতৰি জুই একুৰাৰ দৰে জ্বলি আছে। বিবিয়ে পথাৰৰপৰা অহা মূৰৰ বোজাটো নমাবলৈ নাপালেই, লগে লগে কঁকালত এটা থিয় গোৰ; তাৰ ভৰি দুখনতো আৰু পঙ্গু নহয়! বৰং হাতৰ শক্তিখিনি এতিয়া ভৰিলৈ আহিছে। আম্নুৰে ফেলুৰ গোৰটো চম্ভালিব নোৱাৰি মুখ ঠেকেছা খাই পৰি গ'ল। আনদিনা তাই মাৰ খায়েই পিৰালিত বহি ইনাই-বিনাই কন্দা আৰম্ভ কৰি দিয়ে। যেন ঘৰত কোনোবা মানুহহে মৰিছে! কন্দাৰ লগে লগে তাই চিঞৰি চিঞৰি নানাৰকমৰ অশ্লীল শব্দ সুৰ লগাই লগাই মাতিবলৈ ধৰে। কাষৰ পথাৰেদি মানুহ পাৰ হৈ গলেই বুজি পায়,

বেটা ফেলুৰ আকৌ জঁক্ উঠিছে। সদায় ঘটা ঘটনা, কোনো ওচৰ চাপি নাহে। অলপ পিছতে আকৌ দেখিবা দুইটাৰে কি পীৰিতি!

কিন্তু কিছুদিনৰপৰা মানুহে গম পাইছে, আন্নুৱে আজিকালি মতিহাৰ চাদা পাত ঘঁহি দাঁতে ওঁঠে ৰং লগাই ৰখাত বৰ মনযোগ দিয়ে। কালি সেই থিয় গোৰটো খায়ো তাই নাকান্দিলে। তাই ক'ৰবাত ভৰি থবলৈ কঠিন মাটি এটুকুৰা পাইছে। আন্নুৱে কান্দিকাটি গালিগালাজ কৰিলে ফেলুৰ মনত ভয় নাথাকে। কিন্তু আজি তাইৰ মুখত মাতবোল নাই। সি ভাবিলে, এইবাৰ আন্নুৱে সঁচাই তাক এৰি যোৱাৰ কথা ভাবিছে। কিন্তু ফেলুৱে জানে, সি তালাক নিদিলে বিবি ক'লৈকো গুচি যাব নোৱাৰে। আকালুৱে বিচাৰে, ফেলুৱে আন্নুক তালাক দিয়ক। আকালুৱে লোভো দেখুৱাইছে, তালাক দিয়ে যদি ফেলুৱে কিছু পা-পইচাও লাভ কৰিব। এই যে কথাই কথাই আজিকালি মাৰধৰ কৰা, সেইবোৰ ফেলুৰ দাম বঢ়োৱাৰ মতলব। মিঞা, কিমান দাম দিবি? কিন্তু ফেলুৰ অন্তৰে জানে, সি আন্নুক আঁতৰ কৰি পঠাব নোৱাৰে। আন্নু নাথাকিলে সি মৰি যাব।

তথাপি ফেলুৱে আন্নুৰ দামদৰ কৰাত লাগি যায়। তাৰ এটা চকু কণা, আনটো চকুৰেই মিচিকিয়াই হাঁহি এটা মাৰি বসন্তৰ দাগ আৰু এসোপা দাড়িৰে মুখখনৰ এটা বীভৎস ৰূপ কৰি সি দামদৰ কৰে—তেন্তে মিঞা, হিচাপ নিকাচ হৈ যাওক। যুৱতী বিবিৰ বিনিময়ত টকা। বিবি আছে কাৰণেই অভাৱে অনাটনে সি টকা ধাৰ কৰিব পাৰিছে। আন্নু নথকা-হেঁতেন ফেলুৱে ইমানদিনে ভেটি মাটিও এৰি দিব লাগিলহেঁতেন। মাত্ৰ মাজে মাজে আকালু তাৰ চোতালেদি পাৰ হৈ যোৱাটো সহ্য কৰি থাকিব লাগে। সি ভাঙি থকা মৰা ঠাৰিতে কোব এটা মাৰে—চালা জানোৱাৰৰ বাচ্চাৰ পীৰিতি ছুটাই দিম জনা নাই! লগে লগে তাৰ মনত পৰে, তাৰ হাত দুখনৰ এখন নাই, মাত্ৰ আনখন হাতহে এতিয়া সম্বল। কেনেবাকৈ বেটাৰ খং উঠি গলে হয়তো হাৰামৰ বাচ্চাই তাৰ ডিঙিত এনেদৰে মুচৰি ধৰিবহি, সি তাৰ পঙ্গু হাতখনেৰে পগলা কুকুৰৰদৰে চিৎকাৰ কৰি

থকাৰ বাহিৰে উপায় নাথাকিব। সেইবোৰ ভাবিয়েই, আকালু পাৰ হৈ গলেই সি হাঁহি মুখেৰে মাত লগায়—কোনপিনে যায় ভাইচাব ? এইবাৰ খেতি কেনে হৈছে ? ভাল চাউলৰ ভাত এসাঁজ বহুতদিন খোৱা হোৱা নাই। ধান কাটিবৰ হৈছে নহয় ? আন্নুক এদিন পঠাই দিম। কাতিশালি ধান হৈছে চাগৈ, দুদোনমান দিব।

আকালুৰ চকুত যেন সৰিয়হ ফুলৰদৰে ধুনীয়া ৰঙীণ স্বপ্ন ফুলি উঠে। ফেলু ধান পোৱাৰ আশাত মুখ মেলি আছে। সি আন্নুক কি বুলি ক'ব ভাবি পোৱা নাই। তাই আছে ক'ত। আতলচবেৰাৰ ফাঁকেৰে সি চাই পঠিয়ায়। তাই তাৰ দাড়িৰ আতৰৰ গোন্ধ পোৱা নাইনেকি ? সি বাধ্য হৈ আন্নুক দেখা পোৱাৰ আশাৰে বেৰা পাৰ হৈ চোতাললৈ নামি গ'ল, তাইক দুটামান কথা ক'ব লাগে। সি ইফালে সিফালে চকু ঘূৰাই ফেলুক ক'লে, তোমাৰ বিবিক পঠিয়াই দিবা মিঞা, ধান যি লাগে দিম। তামোল-পাণ আৰু কিবাকিবি লাগিলেও দিম। তাৰপিছত, সি যে আন্নুক চুৰ কৰি চোৱাৰ তালত আছে, সেইটো ফেলুৰ ওচৰত ধৰা পৰিলেই ফেলুৰ মুখত থুই পেলাই দিয়াৰ ইচ্ছা হয় তাৰ। এই মানুহটোক লৈ আন্নুৰ কি বিড়ম্বনা। মানুহটোক তাই এৰি থৈ যাবও নোৱাৰে। ক'ৰপৰা কেনেকৈ যে এনে এজনী ধুনীয়া বিবি মানুহটোৱে ধৰি আনিছে! কথাটো যে কোনেও নাজানে সেইটো নহয়, জানিও যেন নজনা হৈ আছে। ইমান দিনে এতিয়া আৰু আন্নু ফেলুৰ বিবি, সেইটোকে মানুহে মনত ৰাখিছে। ফেলুৱে এতিয়া নিয়মমতে তালাক নিদিলে, আকালুৱে আন্নুক নি ঘৰত সুমাব নোৱাৰে। অৱশ্যে কোনোবা দূৰ ঠাইলৈ গুচি যাব পাৰে, আন্নুক লৈ কোনোবা গঞ্জলৈ গুচি গলে কোনেও গম নাপাব।

ফেলুৱে যেন গম পাই আহিছে তাৰ বিবি এইবাৰ সঁচাকৈ কোনোবা-দিনা পলাব। আৰু মাত্ৰ পলোৱাই নহয়, সি যিদৰে একেঘাপে মিঞা চাহাবৰ ডিঙি দুছেও কৰিছিল সেইদৰে তাৰ বিবিয়েও কোনোবা দিনা তাৰ ডিঙি দুছেও কৰি থৈ যাব। এইবোৰ ভাবি ভাবি সি বিবিৰ মুখলৈ চাই বহি থাকিল। তাৰ গোৰ খাই আজি বিবিয়ে অকণো নাকান্দিলে!

কঠোৰ ভাব এটা লৈ তললৈ মুখ কৰি তাই গুম মাৰি বহি থাকিল। আগৰাতি ভয়তে ফেলুৰ টোপনি নাহিল। বৰটানি খেৰ পাতি বিচনা কৰি লৈ তাতে শুই শুই সি মনে মনে বিবিৰ মুখখনলৈ চাই আছিল। তাইৰ মুখখন তেতিয়াও কঠিন হৈ আছিল। তাইৰ বিবৰ্ণ চকু দুটা যেন জ্বলি আছিল। বাহিৰত তেতিয়া কিবা চৰাই এটাই মাতি আছিল। হেমন্তৰ পথাৰত নিয়ৰ পৰিছিল। অলপদিন আগেয়ে কোঢ়া চৰাইবোৰে কণী পাৰিছিল ; এতিয়ামানে কণীবোৰৰপৰা নিশ্চয় পোৱালি ওলাইছে। ফেলুৱে এবাৰ এটা দীৰ্ঘনিশ্বাস পেলালে। তাৰ ভাব হ'ল, বিবিয়ে যেন এবাৰ গাটো লৰাইছে। তাৰ যেন হঠাৎ অকণমান মায়া উপজিল। সি বৰ জোৰে মাৰধৰ কৰিলে—সি এবাৰ সুধিলে—

—ক'লৈ গৈছিলি ?

—মৰিবলৈ গৈছিলোঁ।

—মৰিবলৈকেনো ক'লৈ গৈছিলি ?

—পথাৰলৈ।

—কিয়, পথাৰত কি কাম তোৰ ?

—পথাৰৰপৰা ঘাঁহ নানিলে তোমাৰ দেহলাও দমৰাটোৱে খাব কি ? গোটেই দিনটো তাক বান্ধি ৰাখি কি খাবলৈ দিছা ?

ফেলুৱে ভাবিলে, বিবিৰ খংটো কমি আহিছে। সি উঠি বহিল।— দে, দুটামান খাবলৈ দে।

—নোৱাৰোঁ দিব।

—কিয় নোৱাৰিবি ? তোক কোনে ভাত দিব ? সেইবুলি কৈয়েই সি জাঙৰ খাই উঠিব খুজিছিল। কিন্তু আম্নু যিদৰে গহীন হৈ বহি আছে, তাৰ উঠি যাবলৈ সাহস নহ'ল। সি তাৰপৰাই চালিখনৰ যি ঠাইত কোৰবাণিৰ ছুৰীখন আৰু মৰাপাট কটা কাচিখন লুকাই থৈছিল, তালৈ চালে, আগৰ ঠাইতে আছেনে নাই ! কিন্তু ছুৰী আৰু কাচিখন দেখোন তাত নাই। সি উদ্বিগ্ন হৈ উঠিল। খুব ভালকৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। এটা চকুৰে চাব লাগে কাৰণে গোটেই ডিঙিটো মুঘূৰালে

দেখা নাপায়। এবাৰ তাৰ ভাব হ'ল, ছুৰীখন সি তাৰপৰা নি আৰু ক'ৰবাত থৈছেগৈনেকি? যদি সেয়ে হয়, তেন্তে সি অযথা বিবিৰ ওপৰত খং কৰা হ'ব। সি বিচাৰি চালেই হ'ব। বিবিলৈ তাৰ আকৌ মৰম উপজিল। সিনো বিবিক কি সুখটো দিলে। ক্ষণে ক্ষণে তাৰ তাইলৈ মায়া ওপজে, আকৌ ক্ষণে ক্ষণে অবিশ্বাস। সি এবাৰ মৰমতে আন্নুৰ ওচৰত গৈ বহিলগৈ। তাইৰ পিঠিখনত হাত দি আদৰ কৰিব খুজিলে। সাৱটি ধৰি মৰম কৰিব খুজিলে। আন্নুৱে যেন এইবাৰ তাৰ ডিঙিটোত কামোৰ মাৰি দিব। তাই সাপৰদৰে ফোঁচ কৰি উঠিল। মিএগ্ৰা, তুমি মোক নুছুবা। তুমি ইব্লিশ! তুমি চয়তান।

কি কলি? মই ইব্লিশ্, চয়তান! ফেলু জঁাপ মাৰি উঠিল। বিবিয়ে যেন ইমান দিনৰ মূৰত তাক জনাই দিছে সি আচলতে কি! সি ইব্লিশ, চয়তান। তাৰ ধৰ্মাধৰ্ম জ্ঞান নাই।

ফেলুৰ ভৰিৰ আগৰপৰা তেজ উঠি গৈ মূৰ পালেগৈ। সি হয়তো এতিয়া সাংঘাতিক কিবা এটা কৰি পেলাব! সি বাহিৰলৈ ওলাই আহিল। বাহিৰত আন্ধাৰ। ঘৰৰ ভিতৰত থাকিলে হত্যাকাণ্ডটো ঘটি যাবলৈ বেছিপৰ নালাগিব। সি বাৰান্দাৰ চালিখনৰ কাথিৰ মাজত ছুৰীখন বিচাৰিলে। নাই,—তাত নাই। মই, মই ইব্লিশ! সি চালৰ মাজত ছুৰীখন বিচাৰি বিচাৰি মুখেৰে ভোৰভোৰাই কৈ থাকিল। মই নামাজ নপঢ়োঁ! আল্লাৰ নাম মুখত নলওঁ! মোৰ গুণাহৰ শেষ নাই! তই মোক এনেকৈ ক'বলৈ সাহ পালি! সেই বুলি কৈয়েই সি জঁাপ-মাৰি আকৌ ঘৰৰ ভিতৰত সোমাই বিবিৰ সমুখত ধুপুচকৈ বহি পৰিল। তাৰপিছত বাঁওহাতখন সোঁহাতৰ ওপৰত থৈ মৰা সাপ এডালৰদৰে হাতখন দোলাবলৈ ধৰিলে।

—বিবি, তোৰ সাহসৰ তাৰিফ্ কৰিছোঁ। মোৰ এইখন মৰা হাত। এই মৰা হাতৰ কাৰণেই তোৰ আজি এই সাহস। তই মোক ইব্লিশ বুলি কলি! তই নহৈ যদি আজি আন কোনোবা হ'লহেঁতেন!—কাৰ

হিম্মত আছে মোক সেইবুলি ক'বলৈ। হোঁহ্, তইতো এজনী মাইকী মানুহ! ছুৰীখন ক'ত থৈছ ক। কোৰবাণিৰ চাকুখন?

—কিয়, মোৰ ডিঙি কাটিবলৈনেকি?

—দিলে চালোহেঁতেন তোৰ ডিঙি কাটেনে নাকাটে!

আম্নু যেন আৰু কঠোৰ হৈ উঠিল। তোমাৰ মনত এনেবোৰ ভাবো হ'ব পাৰে! সেইবুলি কৈ চালৰ খেৰৰ মাজৰপৰা কাচিখন আৰু কোৰবাণিৰ ছুৰীখন ফচ্‌কৈ উলিয়াই আনিলে।

—এয়া আনি দিছোঁ, এইবাৰ চাওঁ চলোৱা ছুৰী। বুজিম, সঁচাই এটা মানুহ! সেইবুলি কৈ তাই যেন বিস্ফাৰিত দুই চকুৰে ৰণৰঙ্গিণী; গাৰ আঁচটনা শাড়ীখন খুলি পেলাই প্ৰায় উলঙ্গ অৱস্থাৰে আম্নুৱে আগলৈ ডিঙিটো আগবঢ়াই দিলে।

—মিএগ, তোমাৰ হিম্মত হলেহে! পাৰিবা মোৰ ডিঙি কাটিব? সেইবুলি তাই যেন আৰু কঠোৰ এটা ৰূপ ললে। তাই ভাবিলে, ফেলুৰ যিহে মেজাজ, একো ঠিক নাই, সি হয়তো এতিয়াই তাইৰ ডিঙিটো চেপি ধৰি নেলু কাটি দিব পাৰে। সি হয়তো এতিয়াই কিবা এটা কৰি দিব পাৰে! কিন্তু আম্নুৱে অকণো ভয় পোৱা নাই। কাৰণ, ফেলুৰ চকুলৈ চাই তাই ধৰিব পাৰিছে, সি কিবা ভয় খাইছে। আম্নুৱে তাইৰ দুয়োটা চকু ডাঙৰ ডাঙৰকৈ মেলি ধৰিলে, যেন তাইৰ চকুত জুই জ্বলিছে। পথাৰত তাইৰ পূৰ্বৰ স্বামীৰ হত্যাৰ খবৰ শুনি তাই যিদৰে সেইদিনা হাঃ হাঃ কৰি হাঁহি উঠিছিল, আজি আকৌ ঠিক তেনেকৈ এবাৰ তাই হাঁহিবলৈ ধৰিলে।

তাইৰ হাঁহি শুনাৰ লগে লগে ফেলু তাৰ মৰা হাতখনৰদৰে একেবাৰে নিস্তেজ হৈ পৰিল। সি লৰালৰিকৈ ছুৰী আৰু পাট কটা কাচিখন গাৰ পাছফালে লুকাই ৰাখিলে। তাৰপিছত সি তাৰপৰা ওলাই গৈ আন্ধাৰতে খেৰৰ দ'ম এটাৰ মাজত সেইদুখন লুকাই থলে। আম্নুৱে লক্ষ্য কৰিলে, এই জবৰদস্ত মানুহটো ক্ৰমে সামান্য ৰাতিৰ পোক এটাৰদৰে হৈ

পৰিছে। তাই টান সুৰত মাত লগালে, নোৱাৰিলা মিঞা! বুকুত আৰু সাহ নাই।

—নাই বিবি, নাই।

—গতিকে মানুহক আৰু পোৰা মুখ দেখুৱাবলৈ নোযোৱাই ভাল।

ফেলুৰ এনে লাগিল, তাৰ জীয়াই থকাৰ সঁচাই আৰু কোনো অৰ্থ নাই। তাৰ নিজৰ মূৰটো নিজে কাটি দুহাতত লৈ নাচিব পাৰিলেহে যেন বিবিৰ কথাৰ উত্তৰ দিয়া হ'ব। কিন্তু আন্ধাৰত সিকাষে থকা গোহালিৰ দমৰা পোৱালিটোলৈ চকু পৰাত নাইবা, লোকৰ পথাৰৰ হলেও, ধান আৰু অন্যান্য শস্যবোৰ দেখি তাৰ আকৌ সকলোলৈকে মোহ উপজিল। সি আৰু কোনোপধ্যেই কটা মূৰ হাতত লৈ নচাটো সম্ভৱ নহয়। সি মনে মনে খেৰৰ দ'মৰ মাজত ছুৰীখন লুকাই থৈ আহি আকৌ বিৰিণাৰ বিচনাত দীঘল দি শুই পৰিলহি। গোটেই ৰাতি তাৰ চকু এবাৰো মুদ নাখালে। তাৰ ভাব হ'ল, কিজানিবা সি টোপনি গলেই বিবিয়ে ঘৰত জুই লগাই দি পলাই গুচি যায়। জুইৰ মাজত তাৰ পোৰা শৰীৰটো কেকোৰা লাগি পৰি থাকিব। জুই, হত্যাকাণ্ড !!—ভাবি ভাবি ফেলু যেন বলিয়া হৈ যাব খুজিছিল; কিন্তু হঠাৎ সি দেখা পালে, কোনোবা সময়ত তাৰ বিবিজনী আহি গাৰ আঁচলখন পাৰি লৈ তাৰ কাষতে শুই আছেহি। সি সন্তৰ্পণে উঠি তাইৰ ওচৰ চাপিল। সি ভালকৈ চালে, আম্নু যথাৰ্থতে শুইছেনে নাই। নে টোপনিৰ ভাও জুৰি মোটোকা মাৰি পৰি আছে। টিপ্‌চাকিৰ পোহৰত সি দেখিলে, আম্নু সঁচাই টোপনি গৈছে। তাৰ মনটো হঠাৎ অদ্ভুতধৰণে বিষণ্ণ হৈ পৰিল। তাৰ বিবিক আদৰ কৰিবলৈ ইচ্ছা হ'ল। সি মুখখন ওচৰ চপাই নি আকৌ আঁতৰাই আনিলে। ভয়, বৰ ভয়! যেন নাগিনী। আদৰ কৰিলেই ডিঙিত কামুৰি দিব। সি লাহেকৈ বিবিৰ কাষতে গামোচাখন পাৰি শুই পৰিল। আৰু কেতিয়া টোপনি গ'ল—সি ক'ব নোৱাৰিলে। ৰাতিপুৱা আম্নুৱেই তাক জগাই কৈছিল, দমৰাটোক পথাৰত এৰাল দি আহাঁ।

পথাৰলৈ দমৰাটো লৈ অহাৰ পিছতে এই কাণ্ড। ষাঁড়টো তাৰ চাৰিটা ঠেঙৰ ওপৰত খোপনি পুতি থিয় হৈ তাৰপিনে পোন্দোৱাকৈ চাই আছে। বিশাল পথাৰ, ধানখেতি, সোণালীবালিৰ নদীৰ চৰ—সকলো উপেক্ষা কৰি ষাঁড়টোৱে মাত্র ফেলুক ভয় দেখুৱাই আছে।

সিপিনে হাজিচাহাবৰ সৰুপুতেক—সি যিমান দীঘল, তাতোকৈও বেছি দীঘল হোৱাৰ চখ। সেয়ে মূৰত ৰঙা ৰঙৰ টুপি আৰু কঁকালত আঁচপৰা লুঙী পিন্ধি চোকা ৰ'দত থিয় হৈ আছে। দাড়িতো খুচবো, আতৰৰ গোন্ধ। আৰু আমুৱে যোৱা ৰাতি তপিনাত থিয় গোৰ খায়ো এতিয়া সকলো পাহৰি বেমালুম বাঁহনিডৰাৰপিনে গৈ আছে।

এফালে ফেলু, আৰু আনফালে তাৰ প্রতিপক্ষ ষাঁড়, আকালুদ্দিন আৰু পগলাঠাকুৰ। অদূৰত পগলাঠাকুৰ শুই আছে; হেমন্তৰ পুৱা সোণালীবালিৰ নদীৰ চৰত এক মহিমামণ্ডিত ৰূপ লৈ তেওঁ শুই আছে। মাত্র তেওঁৰেই লক্ষ্য কৰি আছে, ষাঁড়টো কিমান বেগত দৌৰি আগুৱাই গলেই সি ফেলুৰ পেটটো খোচ মাৰি ভুঁৰু উলিয়াই দিব পাৰিব! যেন এইবাৰ সঁচাই ষাঁড়টোৱে ফেলুক দেখি তাৰ চাৰিওঠেঙৰ ওপৰত ভৰ দি মৰণ নাচোন নাচিবলৈ সাজু হৈছে! এইবাৰ হয়তো ষাঁড়টো দৌৰি আগুৱাই যাব!

মালতীয়ে তেতিয়া হাঁহি আছিল। ৰঞ্জিতৰ কথা শুনি হাঁহিছিল। হাঁহিৰ মাজতো ইমান দুখ লুকাই থাকে,—মালতীৰ মুখখনলৈ চাই ৰঞ্জিতে যেন এই প্রথম গম পালে। মালতীৰ মুখখনি কি কৰুণ আৰু অসহায়! কি কঠিন এই হাঁহি!

খুপৰী ঘৰটোৰ ভিতৰত মালতী পাতিহাঁহ এজনীৰ দৰে বহি আছিল। খুপৰীৰ দুৱাৰমুখৰ জাপখনত হেমন্তৰ শেষ ৰ'দ নামিছে। হেমন্তৰ শেষ কাৰণে অলপ অলপ ঠাণ্ডাও পৰিছে। এখন সৰু কম্বল পাৰি, গাত

পুৰণি পাতল কঁঠা এখন মেৰিয়াই মালতী বহি আছে। এক অবজ্ঞাৰ পৰিবেশ। নৰেনদাসে ৰ'দত দি থোৱা খেৰ কিছুমান তুলি আনি আন এঠাইত জমা কৰিছেহি। আভাৰাণীয়ে ধান মাৰিছে। শোভা আৰু আবু ঘৰত নাই।

মালতীয়ে সহজে আজিকালি ঘৰৰপৰা ক'লৈকো ওলাই নাযায়। বাৰীৰ পাছফালে থকা কেন্দুগছজোপাৰ তলত মাত্ৰ মাজে মাজে গৈ বহেগৈ।

ৰঞ্জিত অহাৰ লগে লগেই মালতীয়ে জাপখন খুলি দিছিল। জাপখন দিয়া থাকিলে ভিতৰত ঘিট্মিটীয়া অন্ধকাৰ। সেই অন্ধকাৰেই এতিয়া মালতীৰ ভাল লগা হৈ আহিছে। কিন্তু এইদৰে চিৰিয়াখানাৰ জীৱৰ-দৰে আৰু তাই যেন বাচি থাকিব নোৱৰা হৈছে। তাই যে এতিয়া কি কৰিব! ভিতৰি ভিতৰি তাইৰ কি যে হৈছে! অনবৰত এটা ভয় ভয় ভাব। শৰীৰটোৰ ভিতৰত যেন এটা ৰিম্‌ৰিমণি। বুকুখন মাত্ৰ কঁপি থাকে। তাইৰ হাঁহি উঠা দেখিলে নৰেনদাসৰ ভয় লাগে। ৰঞ্জিতক দেখা পালেই তেওঁ কয়, যোৱাচোন দেখিবা, মাত্ৰ পাগলৰদৰে হাঁহি আছে!

আজিও ৰঞ্জিত অহাৰ লগে লগে নৰেনদাসে সেইবুলিয়েই কৈছিল। কিন্তু ৰঞ্জিত ওচৰ চাপি অহাৰ লগে লগেই মালতী একান্ত বাধ্য ছোৱালী এজনী হৈ পৰে। তাই ৰঞ্জিতৰপিনে ডাঙৰ পানীপীৰাখন আগুৱাই দিলে আৰু তলমূৰকৈ ৰঞ্জিতক তাতে বহিবলৈ ইঙ্গিত দিলে। ৰঞ্জিত বহিলেই যেন মালতীয়ে শৰীৰত কিবা এটা বল পায়। তাইৰ এইটোৱেই একমাত্ৰ মানুহ, যাক তাই কথাটো ক'ব বুলি থিৰ কৰিছে। তাই যে এতিয়া কি কৰিব একো ভাবি পোৱা নাই। কি কৰিব পাৰি, একো উপায় নোপোৱা কাৰণেই তাইৰ চকুমুখ সোমাই এই চেহেৰা হৈছে। তাই কোনোপধ্যেই কথাটো কৈ দিব নোৱাৰে। তাই ৰঞ্জিতৰ মুখখনলৈ চালেই যেন মুহ্যমান হৈ পৰে।

ৰঞ্জিতে ক'লে, তই এইদৰে বলিয়ালি কৰিলে আৰু কেনেকৈ চলিবি!

—কি বলিয়ালি ঠাকুৰ?

—এই যে অনবৰত কেন্দুগছৰ গুৰিত বহি থাক, কাকো মাতবোল নকৰ—, একো খোৱাবোৱা নকৰ—

—একো খাবৰে মন নাযায় ঠাকুৰ।

—ভাল নালাগিলে কেনেকৈ হ'ব। খাব লাগিব, বাচিব লাগিব।

—তোমাক ঠাকুৰ, ছুৰী এখন দিবলৈ কলোঁ। তুমি কিন্তু দি থৈ নগলা।

—আকৌ তোৰ একেটাই কথা!

—মোৰ আৰু অন্য কোনো কথা নাই।

—তই এনেকৈ থাকিলে নৰেনদাদাই তোক লৈ কি কৰিব ক।

—মোক লৈ কোনেও একো চিন্তা কৰিব নালাগে।

—তেনেকৈ ক'ব নাপায় মালতী! অসুস্থ মালতীক ৰঞ্জিতে বুজাবলৈ চেষ্টা কৰিলে।

—তুমি মোক ভূতে ধৰিছে বুলি ভাবিছানেকি ঠাকুৰ?

—তইতো জান মালতী, মই সেইবোৰ বিশ্বাস নকৰোঁ।

—তেন্তে তুমি দাদাৰ কথা বিশ্বাস কৰিছা কিয়?

—কাৰণ, তোৰ মুখখন দেখিলে মোৰ ভয় লাগে।

—কিহৰ ভয়?

—তোৰ চকুৱে মুখে কিবা এটা অস্বাভাৱিকতা। তইতো এনেকুৱা নাছিলি। ভগৱানৰ ওচৰত মনে মনে প্ৰাৰ্থনা কৰ মালতী। তেওঁ তোৰ সকলো ভাল কৰি দিব।

—ঠাকুৰ, তুমি ভগৱানক বিশ্বাস কৰা?

—তোক মই আৰু কি কৰিবলৈ ক'ব পাৰোঁ! মোৰ ভয় হয়, তই যদি আকৌ কেতিয়াবা মৰাৰ কথা ভাব!

—মই আৰু মৰিব নোখোজোঁ ঠাকুৰ। বিশ্বাস কৰা, মই মৰিবলৈ নাযাওঁ। তুমি ওচৰত থাকিলে মোৰ মৰাৰ সাহ নাথাকে।

মালতী কিছুসময় নীৰৱে থাকিল। তাৰ পিছত তাই আকৌ ক'লে, —ছুৰীখন যদি তেতিয়া দিলাহেঁতেন! এতিয়া মই কি যে কৰিম!

ৰঞ্জিতৰ মুখৰ ওপৰত তেতিয়া হেমন্তৰ ৰ'দ। ওচৰতে সদায় মাতি থকা পৰিচিত দুটামান চৰাইৰ মাত শুনা গৈছে। ঘৰৰ ভিতৰত, আন্ধাৰত মালতী বহি আছে, যুৱতী মালতী! তাই ৰঞ্জিতক কিবা এটা কথা কোৱাৰ বিষয়ে সদায় ভাবি আছে; বহুদিন ধৰি তাইৰ চকুত টোপনি নাই। চকুৰ গুৰি দুটা ক'লা পৰি গৈছে! হাতভৰি শীৰ্ণ, মুখত ক্লান্তি। চাৰিওপিনে এক অদ্ভুত নিৰ্জনতা। আৰু বাৰে বাৰে তাই ছুৰীখনৰ প্ৰসঙ্গলৈ উভতি আহিছে।

ৰঞ্জিতে ক'লে, মালতী তই সেইদিনা সেন্দুৰ লৈছিলি, ভৰিত আলতা সানিছিলি। তোক দেখিবলৈ কি যে সুন্দৰ হৈছিল!

মালতীয়ে একো উত্তৰ নিদিলে।

—তোৰ চকুদুটা ইমান ধুনীয়া মালতী! কিন্তু মই তোৰ কাৰণে একো কৰিব পৰা নাই। মই আৰু কি কম!

মালতী তলমুৰকৈ থাকিল। তাই যেন কিবা এটা ভাবিছে। ৰঞ্জিতে ক'লে, মই আকৌ যামগৈ মালতী। তোৰ সৈতে আৰু দেখা হয়নে নহয় ক'ব নোৱাৰোঁ। মোৰ অজ্ঞাতবাস শেষ হৈছে। যোৱাৰ আগতে তোক শেষবাৰলৈ চাই যাবলৈ আহিলোঁ।

মালতীৰ চকুদুটা যেন আকৌ ডাঙৰ ডাঙৰ হৈ উঠিল। তাই ক'লে, মই জোৰে জোৰে বলিয়াৰদৰে কিয় হাঁহোঁ সুধিছিলা নহয়?

—কি সুধিম তোক! মই একো কৰিব পৰা নাই। সুধি লাভ কি!

মালতীয়ে ক'লে, তোমাৰ অজ্ঞাতবাস শেষ! মালতীয়ে কথাষাৰ কৈয়েই হঠাৎ অনুভৱ কৰিলে, যেন তাইৰ বুকুখনত কিবা এটা কঁপনি উঠিছে!

—শেষ। মই এই অঞ্চলতে আছোঁ বুলি পুলিচে খবৰ পাইছে। আজিকালিতে পুলিচৰ সৈতে এন্‌কাউন্টাৰ হৈ যাব পাৰে বুলি ভাবি আকৌ পলাব খুজিছোঁ। মালতীয়ে এন্‌কাউণ্টাৰ শব্দটো নুবুজিলে। তাই হঠাৎ তাইৰ নিজৰ যে কিবা দুখ আছে, সেই কথা পাহৰি গ'ল। তাই কেৱল তাইৰ প্ৰিয়জনৰ মুখখনলৈ চাই ৰ'ল। এই মানুহজন

তাইৰ ওচৰত থাকিলে তাইৰ একোতে ভয় বা সন্দেহৰ কাৰণ নাথাকে। ৰঞ্জিতে তাইক কতদিন লাঠী খেলা ছুৰী খেলা শিকাইছে। ৰঞ্জিত এক মহান আদৰ্শৰ ব্ৰতী হৈছে। তাৰ ওচৰত সামান্য এজনী বিধবা যুৱতীৰ একো গুৰুত্ব নাই। কিন্তু সি আহিলেই মালতীৰ কঠিন জটিল চকুমুখ সহজসৰল হৈ যায়। অথচ নৰেনদাসৰ আৰু অন্যান্য সকলোৰে ধাৰণা মালতীয়ে ৰঞ্জিতক ভয় কৰে। এই যুৱক আকৌ নিৰুদ্দেশ যাত্ৰাত গুচি যাবলৈ ওলাইছে। কিন্তু ৰঞ্জিত যদি আকৌ নিৰুদ্দেশ হয়, তেন্তে তাইৰ আৰু কি থাকিল! তাই সকলো কথা তাক কৈ দিবনেকি ভাবিলে। কিন্তু ক'ব কি দৰে! নৰেনদাসেও জানে সেই কথা, অথচ তেওঁ মনে মনে আছে।

মালতীয়ে কন্দা কন্দা সুৰে ক'লে, ঠাকুৰ, মই মৰিব নোখোজোঁ, কিন্তু তুমি মোক ইয়াৰপৰা ক'ৰবালৈ লৈ ব'লা।

ৰঞ্জিতে দেখিলে মালতীৰ দুচকুৰেদি লোতক বাগৰি আহিছে।

ক্ৰমে গধূলি হৈ আহিছে, পথাৰৰপৰা ধানৰ গোন্ধ ভাঁহি আহিছে। চাৰিওপিনে পথাৰ, পথাৰত নানান শস্য, কলামাহৰ নীলাৰঙৰ ফুল, দুই-এঠাইত ধান চপাবলৈ আৰম্ভ কৰিছে, দূৰৰপৰা ধান কটাৰ গীত ভাঁহি আহিছে, কিন্তু এই সকলোবোৰ মালতীৰ কাৰণে অৰ্থহীন যেন লাগিছে। মালতীয়ে ৰঞ্জিতৰ মুখলৈ চাই তেওঁ কি কয় শুনিবৰ কাৰণে অধীৰ ভাবে অপেক্ষা কৰিলে।

ইমানদিনে ৰঞ্জিতে সমিতিৰ নিৰ্দেশত কিমান ডাঙৰ ডাঙৰ কাম অতি সহজেই সমাধান কৰি আহিছিল। কুমিল্লাত হডচন চাহাবক হত্যা কৰি উধাও হৈছে। পুলিচৰ মানুহে খবৰ পাইছে, হত্যাকাৰী আগৰতলাইদি শিলচৰ হৈ অসমত সোমাইছে, আৰু তাতে ক'ৰবাত পলাই আছে। কিন্তু ইমানদিনে তেওঁ নিখোঁজ। পুলিচে বহুতদিন চেষ্টা কৰিও ৰঞ্জিতৰ শৈশৱৰ পৰিচয় সংগ্ৰহ কৰিব পৰা নাই। ক'ৰবাত সি সুখময় দাস, কেতিয়াবা চৰণ মণ্ডল, আৰু এবাৰ নদী পাৰ হৈ গোপাল সামন্ত নামে নীল পূজাত ঢোল বজাইছিল। পুলিচে সেইবোৰ সকলো খবৰ

পাইছে। কিন্তু ৰঞ্জিত নামে এটি কিশোৰ বালক এদিন ইয়াৰপৰা ঘৰ এৰি পলাই গুচি গৈছিল, সেই খবৰ পোৱা নাছিল। এই অঞ্চলত মানুহে জানে, ৰঞ্জিতে দেশৰ কাম কৰি ফুৰে,—ইমানেই।

এই ৰঞ্জিতে হঠাৎ সমুখত তলমূৰকৈ বহি থকা মালতীলৈ চাই চাই অনুভৱ কৰিলে যেন তাৰ জীৱনপাত কৰা সকলো আদৰ্শ অৰ্থহীন। এইদৰে মালতী নীৰৱ হৈ বহি থকাটো সি একেবাৰে সহ্য কৰিব নোৱৰা হৈছে। সি বৰ দুৰ্বল অনুভৱ কৰিবলৈ ধৰিলে।

কিন্তু সি ভাবিলে, তাৰ সমুখত বিশাল পথাৰ,—অনন্ত শস্যক্ষেত্ৰ; সামান্য এডোখৰ খেতিমাটি চপাই লৈ জীৱনত সি কি কৰিব! মালতীৰ সমস্যাটোক সি এতিয়া কেনেকৈ সমাধান কৰিব! মালতীৰ এয়েই ভাগ্য। সি মালতীৰ কথাৰ একো উত্তৰ নিদিলে।

ৰঞ্জিতে লাহে লাহে তললৈ মূৰ কৰি সেই ঠাইৰপৰা আঁতৰি গ'ল, গছ-গছনিৰ মাজে মাজে সি ক্ৰমে নেদেখা হৈ গ'ল।

মালতী যিদৰে হাঁহজনীৰ নিচিনাকৈ খুপৰীটোৰপৰা ওলাই আহিছিল, তেনেকৈয়ে আকৌ তাই ধীৰে ধীৰে ধীৰে ভিতৰ সোমাই গ'ল। অলপ পিছতে শোভা আহিল। তাইৰ বাঁওহাতত এটা লেম আৰু সোঁহাতত এখন পুৰণি থালত আখৈ আৰু গুৰ,—মালতীৰ ৰাতিৰ আহাৰ। খোৱাখিনি দিয়াৰ পিছতেই মালতীয়ে তাইৰ খুপৰীৰ জাপ বন্ধ কৰি দিয়ে। তাৰপিছত আন্ধাৰৰ মাজত শুই শুই তাইৰ কোটৰাগত চকু-দুটালৈ টোপনি আনিবলৈ চেষ্টা কৰে। কিন্তু তাইৰ চকুলৈ টোপনি নাহে। তাইৰ কেৱল ভাব হয়, কোনো এক শুকান মৰুপ্ৰান্তৰৰপৰা এজোপা পত্ৰ-পুষ্পহীন গছে তাইক হাত বাউল দি মাতি আছে।

ৰঞ্জিত গৈ গৈ পুখুৰীৰ পাৰত উঠিলগৈ। সেইজোপা অৰ্জুন গছ, গছজোপাই ডালপাত মেলি বিৰাট হৈ উঠিছে। চাৰিওপিনে ক্ৰমে আন্ধাৰ নামি আহিছে। দক্ষিণৰ ঘৰত শশীমাষ্টৰে ল'ৰাহঁতক পঢ়াইছে। সোণে বৰ ডাঙৰ ডাঙৰকৈ মাতি মাতি পঢ়ে। ৰঞ্জিত ঘৰত থাকিলেই সি টান টান শব্দবোৰ শুনাই শুনাই চিঞৰি চিঞৰি পঢ়ে; সি যে

কিমান ডাঙৰ হৈছে আৰু এই বয়সতে কিমানবোৰ কঠিন শব্দ সি জানি পেলাইছে, তাকে সি ৰঞ্জিত মামাক জনাব খোজে। সোণৰ কথাটো ভাবি মনৰ বিষণ্ণ অৱস্থাতো ৰঞ্জিতৰ হাঁহি উঠিল। ৰঞ্জিত ইয়াৰপৰা আকৌ গুচি যাবলৈ ওলাইছে। এইবিলাক এৰি থৈ যাবলৈ তাৰ সদায় কি যেন মনত কষ্ট হয়। সৰুৰেপৰা ৰঞ্জিত বাইদেৱেকৰ লগত ডাঙৰ দীঘল হৈছে। সেয়ে বাইদেৱেকৰ প্ৰতি তাৰ টান আটাইতকৈ বেছি। ভিনিহিয়েকজন পগলা হোৱাৰ কাৰণেও তাৰ মনত সদায় নানাৰকমৰ চিন্তা, মানুহজন গোটেই জীৱন হয়তো এইদৰেই থাকিব। এইদৰে কবিতা আবৃত্তি কৰিয়েই কটাই দিব। বাইদেৱেকৰ জীৱনটো অতি দুখেৰে পাৰ হ'ল। ৰঞ্জিত এইখন ঘৰলৈ আহিলে সি নিজৰ ঘৰলৈ ঘূৰি অহা যেন পায়। সকলো পথাৰ-ঘাট তাৰ চিনাকি। সেয়ে সি আকৌ এই ঠাই এৰি যোৱাৰ আগেয়ে সকলোবোৰ এবাৰ ঘূৰি ঘূৰি চাবলৈ ধৰিলে। পুখুৰীৰ পাৰৰপৰাই সি দক্ষিণৰ ঘৰত পোহৰ দেখা পালে। শশীমাষ্টৰে ঢুলি ঢুলি পঢ়ায়। বুৰঞ্জী পঢ়াওঁতে, জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী— বুলি ল'ৰাহঁতক ক'বৰ সময়ত তেওঁ যেন আবেগত গদ্‌গদ্ হৈ উঠে। শশীমাষ্টৰে এই ল'ৰা তিনিটাক নিজৰ সন্তানৰদৰে স্নেহ কৰে।

সি এইবাৰ পুখুৰীৰ আন্ধাৰৰ মাজৰপৰা ওপৰলৈ উঠি আহিল। সংসাৰত আপোন বুলিবলৈ তাৰ মাত্ৰ বাইদেৱেকজনীয়েই, আৰু কোনো নাই। বাইদেৱেকৰ স্বামী পগলা মানুহ। সি পোনে পোনে ঘৰলৈ উঠি আহিল। নিজৰ কোঠাত সোমাই গাৰ কাপোৰ সলালে। তাৰ চুটকেচৰ ভিতৰত যি যি বস্তু থাকিব লাগে ঠিক আছেনে নাই চাই ললে।

মহেন্দ্ৰনাথ নিজৰ কোঠাত বহি আছে। এই সময়ত তেওঁ অকণমান গৰম গাখীৰ খায়। বাইদেৱেক নিশ্চয় মহেন্দ্ৰনাথৰ কোঠাত বহি আছে।

সি বাইদেৱেকক মাতি আনি ভাতদুটামান খাই ললে। মহেন্দ্ৰনাথৰ কোঠাৰ ভিতৰত সোমাই তেওঁক সেৱা এটা কৰি ক'লে, মই আজিয়েই যামগৈ। ৰঞ্জিতৰ এইদৰে হঠাৎ গুচি যোৱা কথাত ডাঙৰ বৌ আজিকালি

আচৰিত নহয়। সি কেতিয়া ক'ত থাকিব, নাইবা ক'লৈ যাব কোনোবাই জানিব খুজিলে মৌন হৈ থাকে। প্ৰথমে ডাঙৰবৌৱে ৰঞ্জিতৰ এনে আচৰণত অশান্তি কৰিছিল। আজিকালি আৰু একো নামাতে। অসময়ত হঠাৎ গুচি যাবলৈ ওলালে আচৰিতো নহয়। বৰং তেওৱেঁই সকলো ঠিকঠাক কৰি দিয়ে। তেওঁ মুখেৰে বেছি কথা নকয়। ৰঞ্জিতে অৱশ্যে বুজি পায় যে সি এইদৰে গুচি যোৱাত বাইদেৱেকে ভিতৰি ভিতৰি মনত বৰ কষ্ট পায়। বাইদেৱেক মনে মনে থাকিলেও সি বুজি পায়, সি যোৱাৰ পিছতে নিশ্চয় তেওঁ কান্দিব। আগৰদৰেই এইবাৰো যোৱাৰ আগতে সি বাইদেৱেকক এটা সেৱা কৰিলে। তাৰপিছত তেওঁৰ বিষণ্ণ মুখখনলৈ চাই ক'লে, ক'তা তুমি নাহাঁহিলাযে! মই যাবলৈ ওলাইছোঁ, অথচ তুমি হাঁহি এটাৰে যাবলৈ দিয়া নাই। নাহাঁহিলে মই কেনেকৈ যাম বাইদেউ ?

ডাঙৰবৌৱে তেতিয়া জোৰকৈ হাঁহি এটা মাৰিবল চেষ্টা কৰে। আৰু হ'াহিৰে সৰু ভায়েকক বিদায় দিয়ে।—এইজনীহে মোৰ বাইদেউ! সেই-বুলি কৈ ৰঞ্জিত বাইদেৱেকৰ কোঠাৰপৰা ওলাই ঘৰৰ অন্য মানুহবিলাকৰ ওচৰত বিদায় লবলৈ যায়। সি প্ৰথমেই দক্ষিণৰ ঘৰটোত সোমাল। শশীমাষ্টৰক ক'লে, যাবলৈ ওলালোঁ। সোণৰ মূৰত কি যে ঘন চুলি হৈছে! সি চুলিবোৰৰ মাজত হাত সুমাই আদৰ কৰিবলৈ ধৰিলে! ক'লে, মই যাওঁ। তহঁত ভাল হৈ থাকিবি। মাহঁতৰ কথা শুনিবি আৰু বৰদেউতাক চাই থাকিবি।

শশীমাষ্টৰে ক'লে, আকৌ নিৰুদ্দেশত ওলালা নেকি ?

—এৰা, যাবলগা হৈছে।

—কেতিয়া ঘূৰিবা ?

—বোধকৰো আৰু এইপিনে ঘূৰিব নোৱাৰিম।

—কিয় ?

—অসুবিধা আছে।

—তুমি হ'লা স্বদেশী আন্দোলনৰ মানুহ ; তোমাৰ সকলো কথা জনাৰ

সৌভাগ্য আমাৰ নাই। কিন্তু মাজে মাজে তোমাৰদৰে মোৰো নিৰুদ্দেশ হৈ ওলাই যাবলৈ ইচ্ছা হয়। জাতিৰ সেৱা কৰাৰ ইচ্ছা হয়।

—জাতিৰ সেৱাতো আপুনি কৰি আছে। আপুনি যি কৰি আছে তাতোকৈ ডাঙৰ সেৱা আৰু কি হ'ব পাৰে!

—কিন্তু কি জানা, সেইবুলি কৈ শশীমাষ্টৰ থিয় হ'ল; দেশ যে কেতিয়া স্বাধীন হ'ব!

—হৈ যাব স্বাধীন।

—হোৱাতো হ'বই। কিন্তু পলম হৈ গৈছে বহুত! হয়তো আমি সকলো জঁপিয়াই পৰিব পৰা নাই কাৰণেই পলম হৈছে।

ৰঞ্জিতে শশীমাষ্টৰৰ কথাৰ কোনো উত্তৰ দিব নোৱাৰিলে।

—তোমাৰ বাৰু কি ভাব হয়?

—কিহৰ কথা কৈছে?

—এই দেশৰ স্বাধীনতাৰ কথাটো।

—সকলো জঁপিয়াই পৰিলে সংসাৰ কিদৰে চলিব?

—সেইটো অৱশ্যে হয়। কিন্তু লীগ যিদৰে উঠিপৰি লাগিছে, শেষ পৰ্যন্ত কি হয়গৈ!

ৰঞ্জিতে মাষ্টৰৰ কথাৰ উত্তৰ দিবলৈ ইচ্ছা নকৰি অন্য কথালৈ আঁতৰি গ'ল।—ইহঁত কিন্তু আপোনাৰ বৰ ভক্ত। আজিকালি বেছ যত্নেৰে ইহঁতে দাঁত চাফা কৰে।

শশীমাষ্টৰে ক'লে, দাঁতেই সকলো। চাওঁ তোমাৰ দাঁতকিটা।

অন্য সময়ত হ'লে ৰঞ্জিতে কি কৰিলেহেঁতেন ক'ব নোৱাৰি; কিন্তু আজি গুচি যাবলৈ ওলাইছে কাৰণে অতি শান্ত আৰু সৰলভাৱে থাকিল। আৰু একো কুণ্ঠাবোধ প্ৰকাশ নকৰাকৈ শশীমাষ্টৰক দাঁত দেখুৱালে। শশীমাষ্টৰে লেমটো তুলি লৈ ৰঞ্জিতৰ দাঁত পৰীক্ষা কৰিলে। যেন এজন কুশলী ডাক্তৰেহে দাঁত চাবলৈ ধৰিছে। তাৰপিছত পলটুক পানী এবাটি আনিবলৈ কৈ ৰঞ্জিতৰ মুখলৈ চাই ক'লে, তোমাৰ তলৰ পাৰিৰ দাঁত কিন্তু বৰ ভাল নহয়।

ৰঞ্জিতে হাঁহি হাঁহি ক'লে, কি কৰিলে ভাল হ'ব?

—সদায় ৰাতি এটাকৈ হৰিতকি খাবা। সেইবুলি কৈ তেওঁ বাহিৰলৈ ওলাই গ'ল, আৰু হাত ধুলে। তাৰপিছত আকৌ ভিতৰলৈ সোমাই আহি ক'লে, হৰিতকিৰে দাঁত টান হয়। লিভাৰৰ কাম ভাল হয়। টোপনি হয়। আৰু পৰিপাকত ইমান বেছি সময় কৰে, বুলি কথাটো শেষ নকৰাকৈয়ে তেওঁ অলপ বৈ গ'ল। আৰু এখন পুৰণি বহী বিচাৰি আনি তাৰ পাত লুটিয়াবলৈ ধৰিলে। 'হ'—এই আখৰৰ পাতটোৰপৰা হৰিতকি কিমান নম্বৰ পৃষ্ঠাত আছে বিচাৰি উলিয়াই হৰিতকিৰ গুণাগুণ ব্যাখ্যা কৰি শুনাবলৈ ধৰিলে।

ৰঞ্জিতে দেখিলে, দীঘলীয়া বহীখনত নানাৰকম আয়ুৰ্বেদীয় ফল আৰু ফুলৰ নাম লিখা আছে—সেই ফুল আৰু ফলবিলাকৰ উপকাৰিতা সম্পৰ্কে বিশদ বিবৰণো তাত দিয়া আছে। ৰঞ্জিতে ক'লে, ইহঁতক এইবোৰ কথা বুজাওক, এই দেশৰ মাটিত যি হয় পৃথিৱীৰ ক'তো তাক পোৱা নাযায়।

শশীমাষ্টৰে ক'লে, লালটু পলটু, মামাৰে কি কৈছে শুনিছ? তেওঁ যাবলৈ ওলাইছে—তহঁতে তেওঁক সেৱা জনা।

ল'ৰাহঁতৰ তিনিওটাই দুপ্‌দুপাই উঠি দৌৰি গৈ ৰঞ্জিতক সেৱা জনালে, আৰু আকৌ উভতি গৈ নিজৰ পঢ়া ঠাইত বহিলগৈ। যেন কোনে আগেয়ে কামটো কৰি উভতি যাব পাৰে, তাৰ প্ৰতিযোগিতাহে হ'ল। ৰঞ্জিতে ক'লে, পৰীক্ষা পাচ কৰিবৰ সময়তহে এনে প্ৰতিযোগিতা হ'ব লাগে। সকলোতে জিকিব লাগিব। তেনেতে ৰঞ্জিতে দেখা পালে বাহিৰৰ বাৰান্দাত আন্ধাৰত মনে মনে পগলাঠাকুৰ বহি আছে। ৰঞ্জিত ওলাই গৈ তেওঁৰ ওচৰত থিয় হৈ ক'লে, ভিনদেউ, মই আজি যামগৈ। সেইবুলি সি প্ৰায় মাটিত মূৰ লগাই পগলাঠাকুৰক সেৱা জনালে। আৰু ক'লে, আশীৰ্বাদ কৰক যেন কিবা এটা ভাল কাম কৰিব পাৰোঁ।

পগলাঠাকুৰ বহি আছিল! তেতিয়াও বহি থাকিল। মুখত কোনো মাতবোল নাই। আন্ধাৰত তেওঁৰ চকুদুটা দেখা পোৱা নাযায়। তথাপি যেন বুজিব পাৰি, গোটেই জীৱন মানুহজনে এটি সোণৰ হৰিণাৰ পাছে

পাছে দৌৰি ফুৰিলে। মানুহজনৰপিনে চকু দিলেই ৰঞ্জিতৰ দুচকু ছল্‌ছলীয়া হৈ উঠে।

সি এইবাৰ লৰালৰিকৈ পশ্চিমৰ কোঠাটোত সোমাল। ধনবৌক সেৱা কৰি ক'লে, ধনবৌ, যাবলৈ ওলালোঁ। ধনবৌৱে ক'লে, সাৱধানে থাকিবা কিন্তু।

তাৰপিছত ৰঞ্জিতে শচীন্দ্রনাথক দেখা কৰিলে আৰু লাহে লাহে ঘৰৰপৰা ওলাই আন্ধাৰৰ মাজত সোমাই পৰিল। শশীমাষ্টৰ, সোণ, লালটু আৰু পলটুহঁতে লেম লৈ পুখুৰীৰ পাৰলৈকে আগবঢ়াই থলেগৈ।

পুখুৰীৰ পাৰৰপৰা সিহঁত আগুৱাই নগ'ল; কিয়নো ৰঞ্জিতে নিজেই ক'লে, আপোনালোক যাওকগৈ মাষ্টৰদাদা, মই অন্ধকাৰতহে ভালকৈ বাট দেখা পাওঁ, পোহৰত চকু জলকটবক লাগে।

আন্ধাৰৰ মাজে মাজে আকৌ সেই পথাৰ, সোণালী বালিৰ নদী, তৰমুজ খেতি, আৰু সিপাৰে দূৰত নীলিম আকাশ, তাত চিত্র-বিচিত্র নক্ষত্র, আৰু এই মুকলি পথাৰৰ চাৰিওপিনে থকা এক নির্জনতা—এই সকলোবোৰ মিলি ৰঞ্জিতক শৈশৱৰ কথা মনত পেলাবলৈ ধৰিলে। শৈশৱত সি আৰু চামচুদ্দিনে মালতীক লগত লৈ এই নদীত সাঁতুৰিছিল। সাঁতুৰি সিপাৰলৈ পাৰ হৈ গৈছিল। গয়না নাৱৰ তলত কেতিয়াবা ৰঞ্জিত লুকাই থাকে। মালতীক ভয় খুৱায়। তাই মাতে, ঠা-কু-ৰ! সি অনুভৱ কৰিলে, কোনোবাই যেন এতিয়াও তাক সেইদৰে পাছৰ পৰা মাতিছে। ঠাকুৰ তুমি মোক কাৰ ওচৰত থৈ গলা! তুমি মোক কাৰ ওচৰত থৈ গলা! তুমি দেশৰ কাম কৰি ঘূৰি ফুৰা, কিন্তু ময়ো জানো তোমাৰ দেশ নহয়! তোমাৰ এই মাটি পানী খালডোঙৰ মাজতে জানো মই ডাঙৰ হোৱা নাই! মোৰ সুখ-দুখ জানো তোমাৰো সুখ-দুখ নহয়! ঠাকুৰ—ঠাকুৰ, তুমি কথা নোকোৱা কিয়?

ৰঞ্জিতে যেন তাৰ নিয়মিত দ্রুত খোজত আগ বাঢ়ি যাব পৰা নাই। কোনে যেন তাক নিৰন্তৰ মাতি আছে, মই কি কৰোঁ ঠাকুৰ! সি হঠাৎ মন কৰিলে, সি গৈ গৈ এজোপা গছৰ তলত অন্যমনস্ক ভাবে থিয় হৈ ৰৈ

গৈছে। সি যিমান সোনকালে, পাৰে এই অঞ্চলৰপৰা ওলাই গুচি যোৱাৰ কথা ভাবিছিল ; কিন্তু সি এতিয়া তিমান সোনকালে গুচি যাব পৰা নাই। আচলতে তাৰ ভৰি দুখন যেন নচলা হৈ যাব খুজিছে। তাৰ মূৰৰ ওপৰত —বিশাল আকাশৰ পৱিত্ৰতাখিনি লৈ যেন মালতী জাগি আছে। সি আৰু এখোজো আগ বাঢ়িব নোৱৰা হ'ল।

সি অনুভৱ কৰিবলৈ ধৰিলে, জীৱনত যিটো কথা সি ভবা নাছিল, যিটো হয়তো মাজে মাজে এটা স্বপ্নৰদৰে মাত্ৰ দেখা দিছিল, অতীতৰ সেই সকলো মিছা প্ৰতিপন্ন কৰি সি যেন আজি এটা অন্য জীৱনত জঁপিয়াই পৰিব খুজিছে। কিয় জানো, কামটো দেশ উদ্ধাৰতকৈ কোনো ৰকমেই কম মহৎ বুলি সি ভাবিব পৰা নাই।

ৰঞ্জিত সেই অশ্বত্থ গছজোপাৰ তলত থিয় হৈ ৰ'ল। চাৰিওপিনে কি ঘন অন্ধকাৰ! আৰু কিমান পুৰণি চৌদিশৰ এই তৰুলতা! সেই আন্ধাৰত থিয় হৈ ৰঞ্জিতে কিবা এটা চাবলৈ চেষ্টা কৰিলে। গাঁৱৰ মাজত অ'ত ত'ত মাজে মাজে অকণি অকণি ক্ষীণ পোহৰ দেখা গৈছে। ৰাতি এতিয়াও বিশেষ গভীৰ হোৱা নাই।

ভূজঙ্গ আৰু কবিৰাজক দিয়া লাঠী আৰ ছুৰী চালনাৰ সকলো নিৰ্দেশ, আৰু ইয়াৰ পিছত কি কি নতুন অনুশীলন লব লাগিব, সি গুচি যোৱাৰ পিছত কাৰ সৈতে সিহঁতে যোগাযোগ ৰাখিব লাগিব, এই সকলোবোৰ কথা ঠিকমতে কৈ অহা হৈছেনে নাই, গছৰ তলত থিয় হৈ ৰঞ্জিতে আকৌ এবাৰ ভাবি ললে। ক'ৰবাত কুকুৰ এটাই তেতিয়া আৰ্তনাদ কৰি আছে। শিয়ালবোৰেও হোৱা দি আছে। জালালীৰ কবৰৰ ওপৰত ইমানদিনে কিছুমান কহুঁৱাবন গজি উঠিছে। কহুঁৱা ফুলবোৰ আন্ধাৰৰ মাজত এচমকা জোনাকৰদৰে চকুৰ আগত কঁপিবলৈ ধৰিছে। বাচি থাকিবৰ কাৰণে আপ্ৰাণ জীৱন সংগ্ৰাম কৰিছিল জালালীয়ে। মৃত্যুৰ পিছত নিৰিবিলি এটুকুৰা মাটি পাই তাই যেন এটি মনোৰম হাঁহি মাৰিছে। অন্ধকাৰত কহুঁৱা ফুল, জোনাক এইবোৰৰ ভাব আঁতৰি ৰঞ্জিতৰ মনত ভাব হ'ল, জালালীয়ে যেন জীৱনত অকণমান মাটিহে বিচাৰিছিল। আৰু

এতিয়া তাকে পাই সৰু শিশু এটিৰদৰে তাই হাঁহি আছে। কহুঁৱা ফুলৰদৰে পৱিত্ৰ হাঁহিটি জালালীৰ মুখত যেন লাগি আছে।

অন্ধকাৰত থিয় হৈ ৰঞ্জিতৰ আকৌ ভাব হ'ল—এইখণ্ড মাটি সকলো মানুহৰে প্ৰাপ্য। সকলোকে এইকণ মাটি দিব লাগিব। অনাহাৰী ভূমিহীন মানুহেও, এই অকণমান মাটিও তেওঁৰ ভৰিৰ তলত নাই, সেই কথা ভাবিব নোৱাৰে। কিন্তু সেয়েই নহয়, তাৰ ঘৰ থাকিব লাগিব, খেতি-বাতিৰ মাটি থাকিব লাগিব, সি খাবলৈ পাব লাগিব, পিন্ধিবলৈ পাব লাগিব। এইখিনি নাপালে মানুহৰ স্বাধীনতাৰ কোনো অৰ্থ হ'ব নোৱাৰে। মানুহৰ স্বাধীনতা বুলিলে সি তাকে বুজে। তাৰ কিয় জানো, এইবাৰ ভাব হ'ল, মালতীকো এটুকুৰা মাটি দিব।

এই অন্ধকাৰত, ঘন অন্ধকাৰত থিয় হ'লেই সি যেন অতি সাহসী পুৰুষ হৈ পৰে। তাৰ মৃত্যুভয় নোহোৱা হয়। নিশাৰ পিছত নিশাকৈ এইবোৰ পথাৰ, হাবিবন, জঙ্গল নদীনলা, অতিক্ৰম কৰি যদি ক'ৰবাত পাহাৰ আছে, সিংহৰ দৰে সেই পাহাৰ বগাই, এটা গ্ৰহৰপৰা যেন অন্য এটা গ্ৰহলৈ তাৰ অভিযান। এনে দুঃসহ অভিযানবোৰে তাক যেন জীয়াই থকাৰ দুৰ্দম প্ৰেৰণা দিয়ে। আৰু একো নকৰাকৈ থাকিবলগা হলেই সি ভাবে, সি মৃত। জীৱনটো একঘেঁয়া হৈ পৰে। জীয়াই থকাৰ কোনো প্ৰেৰণা নাথাকে। উৎসাহবিহীন মানুহৰদৰে সি যেন অধাৰ্মিক হৈ উঠে। হাডচন চাহাবক হত্যা কৰাৰ পিছত সি আকৌ নতুন কিবা এটা কৰিবলৈ মন কৰিছে। প্ৰায় এটা গ্ৰহৰপৰা অন্য এটা গ্ৰহলৈ যাত্ৰাৰ নিচিনা এই ঘটনা।

আন্ধাৰৰ মাজতো নৰেনদাসৰ ঘৰ স্পষ্ট দেখা গৈছে। তাৰপৰা বিন্দুটুটামানৰ দৰে চাকিৰ পোহৰ দেখা গৈছে। বোধহয় নৰেনদাসে গোহালিত গৰু চাবলৈ আহিছে। সি ভাবিলে, আভাৰাণীয়ে ঘাটত কাঁহীবাটি ধুই উঠি গলেই সি আগ বাঢ়ি যাব পাৰিব। সিহঁতৰ হয়তো কাম সকলো হৈ গৈছে, মাত্ৰ শুবলৈ গ'লেই হ'ল। মালতীক লৈ আৰু সিহঁতৰ ভয়-সংশয় নোহোৱা হৈছে। কাৰণ মালতীৰ শৰীৰত

আৰু এতিয়া সেই তেজ নাই! ৰুগ্ন শীৰ্ণ, অবসন্ন তাইৰ দেহ। তাৰ উপৰি তাইৰ শৰীৰ এতিয়া ধৰ্মভ্ৰষ্টা। নৰেনদাসে মালতীক ঘৰত ঠাই নিদিয়া হৈছে। মালতী ইয়াত থাকিলে সঁচাই পাগল হৈ যাব।

ৰাতি ক্ৰমে বেছি হৈ গৈছে। দোকমোকালি পুৱাৰ সময়ত ঠাকুৰ-ইংতৰ ঘৰত আহি পুলিচে ঘেৰাও কৰিব। সি তেনে এটা খবৰেই পাইছে। সন্তোষ দাৰোগা নাৰায়ণগঞ্জৰপৰা আৰ্মড্ ফোৰ্চ আনিবলৈ গৈছে। সামান্য এটা মানুহক ধৰিবলৈ সন্তোষ দাৰোগাই গোপনে গোপনে মহোৎসৱৰ আয়োজন কৰি পেলাইছে। দাৰোগাৰ ইমান বেছি ভয় দেখি তাৰ মনে মনে হাঁহি উঠিল।

কোনে বাৰু তাক ধৰাই দিছে; সি ভাবি পোৱা নাই। ইয়াত তাৰ কাৰ সৈতে শত্ৰুতা হ'ব পাৰে। থানা কেবামাইলমান দূৰত। আহোঁতে যাওঁতে সময় লাগিব। জলাহ ঠাই কাৰণে কোনো সাধাৰণতে এইপিনে আহিব নোখোজে। সি ইয়াত বেছ সুন্দৰভাৱে তাৰ অজ্ঞাতবাস পাৰ কৰিছিল। কিন্তু সদায় মনে মনে বহি থকাও সম্ভৱ নহয়। সি সমিতিৰ-পৰা নিৰ্দেশ বিচাৰি খবৰ পঠালে। সমিতিৰ নিৰ্দেশ অনুসৰিয়েই সি গাঁৱে গাঁৱে লাঠী আৰু ছুৰী চালনাৰ অনুশীলন দি ফুৰিছিল। তাৰ-পিছত এই খবৰ; এজন মানুহে বাউল ৰূপত আহি তাক চিঠি এখন দি গ'লহি, পুলিচে তাৰ সূত্ৰ আবিষ্কাৰ কৰাত ব্যস্ত হৈছে, সি পলোৱা উচিত।

এইবাৰ সি মন কৰিলে, নৰেনদাসৰ ঘৰৰ চাকিৰ ক্ষীণ পোহৰ একেবাৰে নোহোৱা হৈছে। তাৰ গাত গেৰুৱা ৰঙৰ এটা পাঞ্জাবীচোলা, তাৰ ওপৰত জহৰ কোট। কোটৰ তলত হাত দি চালে,—আছে, ঠিকেই আছে। সি এইবাৰ সাৱধানে আগবাঢ়িল। তাৰ আৰু কোনো ভয় নাই। হঠাৎ তাৰ সমুখত কিবা এটাই যেন ঘোঁট ঘোঁট শব্দ কৰিলে। ৰিভলভাৰটোত হাত দিয়েই তাৰ মনত পৰিল সেইটো কুকুৰ। লক্ষ্য কৰি দেখিলে, পগলাঠাকুৰৰ কুকুৰটো। হয়তো সি যাবলৈ ওলোৱাত ৰটেকুকুৰে বিদায় দিবলৈ আহি এইখিনি পাইছেহি।

ৰঞ্জিতে ক'লে, ঘৰলৈ যা। ইয়াত কি কৰিছ? কুকুৰটো তাৰ পাছে পাছে গৈ থাকিল। ৰঞ্জিতে ক'লে, তই ঘৰলৈ যাগৈ বাচা। অতদিনৰ মূৰত মই এটা নতুন কাম কৰিবলৈ আগবাঢ়িছোঁ।

কিন্তু কুকুৰটো কাষে কাষে খোজ লৈয়েই থাকিল।

—মই তোক কি কৈছোঁ শুনা নাই। কুকুৰটো এইবাৰ ৰঞ্জিতৰ ভৰিত আহি লেটি ললেহি।

—বেছ, হৈছে হৈছে, বহুত হৈছে, এইবাৰ যাগৈ।

কুকুৰটো এইবাৰ সঁচাকৈ দৌৰি পুখুৰীৰ পাৰৰপিনে উঠি গ'ল। আৰু অৰ্জুন গছ জোপাৰ তলত থিয় হৈ ৰঞ্জিত কোনপিনে যায় চাবলৈ ধৰিলে।

ৰঞ্জিত গৈ মালতীৰ খুপৰীৰ দুৱাৰৰ সমুখত সন্তৰ্পণে থিয় হ'লগৈ। দুৱাৰ মানে জাপ এখন। টৰ্চটো জ্বলাই সি জাপখনৰ কাষেদি ফাঁক আছেনে নাই চালে। সি কেনিও ফাঁক দেখা নাপালে। গতিকে বাহিৰৰপৰাই লাহে লাহে মাতিলে, মালতী! ভিতৰত মানুহৰূপী প্ৰাণীটো যেন সাৰ পায়েই আছিল। সামান্য মাততে তাইৰ সহাঁৰি পোৱা গ'ল। তাই উঠি বহিল। ৰঞ্জিতৰ মাত বুলি তাই এবাৰতে ধৰিব পাৰিলে। তাইৰ বুকুখন কঁপি উঠিল। কঁপা হাতেৰেই তাই জাপখন খুলি দিলে।

—মই!

—মালতীয়ে মুখেৰে একো নামাতিলে।

—আমি এতিয়া যাম।

মালতীয়ে বুজিব পৰা নাই, কি হৈছে। 'আমি যাম', বুলি ৰঞ্জিতে কি বুজাব খুজিছে! তাই একেদৰেই তলমূৰকৈ থিয় হৈ থাকিল।

—তই এতিয়া মোৰ লগত যাবি।

—ক'লৈ? হঠাৎ মালতীয়ে ৰঞ্জিতৰ সুৰতে প্ৰশ্ন কৰিলে।

—যি পিনেই দুচকুৱে লৈ যায়।

—কিন্তু মই যে তোমাক এটা কথা ক'বলৈ আছিল!

এতিয়া আৰু কোনো কথা শুনাৰ সময় নাই। পলম কৰিলে মই ধৰা পৰি যাম।

—কিন্তু মোৰ যে ভয় লাগিছে! তোমাক সকলো কথা ক'ব নোৱাৰালৈকে—

বাটত শুনি যাম। তই সোনকালে ওলাই আহ।

মালতীয়ে খুপৰীৰ ভিতৰৰপৰা থানকাপোৰৰ শাড়ী দুখন, চেমিজ আৰু শিলৰ থাল এখন লৈ ওলাই আহিল।

—ইমানবোৰ লৈ খোজ কাঢ়িবলৈ অসুবিধা হ'ব।

তাই শিলৰ থালখন থৈ দিলে।

ৰঞ্জিতে ক'লে, আমি ৰাতি ৰাতিয়েই গৈ গজাৰিৰ হাবিত সোমাবগৈ লাগিব।

সিহঁতে নদীৰ চৰলৈ নামি যোৱাৰ পিছতেই দেখিলে, টোঙৰবাগৰ ফালৰপৰা কোনোবাই টৰ্চ মাৰি মাৰি আহি আছে। অলপ ওচৰ চাপি অহাৰ লগে লগেই সিহঁতে লাহে লাহে ঘোঁৰাৰ খুড়াৰ শব্দ শুনিবলৈ পালে। ৰঞ্জিতে বুজিলে, ৰাতিৰ ভিতৰতে সন্তোষ দাৰোগাই গাঁও বেৰি ধৰিছেহি। সি মালতীক ক'লে, বেগাই পানীত জঁপিয়াই পৰ। পুলিচৰ মানুহে টৰ্চ জ্বলোৱা বন্ধ কৰি দিলে। সিহঁত হয়তো সিপিনে গুচি গৈছে। ৰঞ্জিতে ক'লে, পানীত ডুব দি গাটো ঢাকি ৰাখ।

সিহঁতে পানীত জঁপিয়াই পৰাৰ লগে লগেই এনে লাগিল যেন কোনোবাই কথাটো গম পাইছে। ৰঞ্জিতে ক'লে, মালতী, সাঁতুৰি যাব লাগিব। যিমান বেগাই পাৰ সাঁতোৰ দে। সিহঁতে সাঁতুৰি নদী পাৰ হৈ ইপাৰত উঠি দেখিলে, টৰ্চৰ পোহৰ আহি ইপাৰতো পৰিছেহি। ৰঞ্জিত হয়তো এতিয়া ধৰা পৰি যাব। টৰ্চৰ পোহৰত তাক বিচাৰি ফুৰা হৈছে।

কিন্তু ইমান সংকটপূৰ্ণ অৱস্থাতো ৰঞ্জিতৰ নিজক লৈ একো ভ্ৰূক্ষেপ হোৱা নাই। মালতীক লৈ মাত্ৰ অলপ অসুবিধা হৈছে। সি মালতীক ক'লে, মই কেনি আহিছোঁ সিহঁতে গম পাই গৈছে। সিহঁত মোতকৈ আগতেই আহি পালেহি।

মালতীয়ে একো বুজিব পৰা নাই। তাই বহি বহি মাত্ৰ ওকালিবলৈ ধৰিছে। ৰঞ্জিতে সদায় যিদৰে এটা স্বভাৱসুলভ হাঁহি মাৰে ঠিক তেনেকৈয়ে হাঁহি এটা মাৰি ক'লে, মালতী, তই এইটো পিন্ধি ল। এই-টোৱে মোক বহুতবাৰ বিপদৰপৰা ৰক্ষা কৰিছে।

মালতীয়ে দেখিলে, ক'লা ৰঙৰ বোৰখা এটা। সিহঁতে হাবিৰ মাজত সোমাই গাৰ সাজ সলাই পেলালে। সি তাৰ চুটকেচৰপৰা এটা এটাকৈ বস্তুবোৰ উলিয়ালে। ক'লে, এইটো এইখিনিতে টিপা মাৰি দিলে গুলী ওলায়, এয়া চা। ইয়াকে ট্ৰিগাৰ বুলি কয়। বেছ ভাল হোল্ডিং হ'ব লাগিব। আৰু এমিং তীক্ষ্ণ হ'ব লাগিব। কিন্তু ই কি মালতী, তই ওকালি আছ কিয়?

মালতীয়ে ওকালি ওকালি কথা ক'ব পৰা নাই। ৰঞ্জিতে ক'লে, তোৰ হৈছে কি মালতী, ভালকৈ কচোন, মই একো ধৰিব পৰা নাই। মালতীয়ে যিটো কথা আজি অতদিনে ক'ব খুজি আছিল, অথচ কিবা এক ঘৃণাত ক'ব পৰা নাছিল, এতিয়া এই দুঃসময়ত তাই মৰি যোৱাৰ দৰে হৈ ৰঞ্জিতক কৈ পেলালে।—ঠাকুৰ, মই মা হৈছোঁ। তিনিটা অমানুহে মোক জননী কৰিছে। তাই আৰু ক'ব নোৱাৰিলে। বাৰে বাৰে মাত্ৰ তাই ওকালিবলৈ ধৰিলে।

আন্ধাৰত ৰঞ্জিতে ভালদৈ একো দেখা পোৱা নাই। মালতীয়ে তাৰ ভৰিৰ কাষত বহি মাত্ৰ ওকালি আছে। নদীৰ সিপাৰত বহুতো টৰ্চ একেলগে জ্বলিবলৈ ধৰিছে। কিন্তু ইপাৰৰ হাবিৰ ভিতৰলৈ সেই পোহৰ সোমাই আহিব পৰা নাই। গছবনৰ পাতৰ মাজে মাজে বৰষুণৰ কণিকাৰ-দৰে মাত্ৰ সেই পোহৰৰ দুই এটা ৰেখা সোমাই আহিছে। ৰঞ্জিতে মালতীৰ মুৰত হাত এখন থলে। ক'লে, বহুত দূৰ খোজ কাঢ়িব লাগিব মালতী। আমি ক'লৈ যাম ক'ব নোৱাৰোঁ, উঠ।

নদীৰ পাৰৰ বন,—এই বন এদিন সোণে পগলা বৰদেউতাৰ সৈতে হাতীত উঠি পাৰ হৈছিল,—সেই বনৰ মাজত ৰঞ্জিত আৰু মালতীয়ে গোটেই নিশা পুৱা হোৱালৈ অপেক্ষা কৰি দুয়ো ওচৰাওচৰিকৈ শুলে।

ৰঞ্জিতে মুখেৰে এটা কথাও ক'ব পৰা নাছিল। মালতীয়ে এক অজান ভয়ত ঘাঁহৰ ভিতৰত মুখখন লুকাই ৰাখিছিল। দুয়ো গোটেই ৰাতি সাৰে কটালে। মালতীৰ মুখত কথাটো শুনাৰ পিছত কি কথা কৈ যে স্বাভাৱিক হ'ব পাৰি, ৰঞ্জিতে ভাবি পোৱা নাছিল। ক'লৈ যাব,—কাৰ ওচৰলৈ লৈ যাব, আৰু মালতী এনে এজনী ছোৱালী তাইক এতিয়া কেনেকৈ যে নিয়া যায়! গছৰ ডালপাতবোৰ বতাহত লৰি আছে। গছৰ পাতবোৰত শেষ ৰাতিৰ জোনাক পৰিছে। সেই যে সোণহঁতে পঘ্য মাতে,—পাতে পাতে পৰে নিশাৰ নিয়ৰ। নাইবা কোনে যেন চিঞৰি চিঞৰি পঢ়িছে,—এট লাষ্ট দি চেলফিচ জায়েণ্ট কেম।

আকাশ মুকলি হোৱাৰ আগতেই মালতীয়ে প্ৰথম মাত দিলে। শেষ নিশা ৰঞ্জিতৰ চকুত অলপ টোপনি আহিছিল। সি জাঁপ মাৰি উঠিল। নিজে এখন লুঙী পিন্ধি ল'লে। চুটকেচৰপৰা অলপ আঠা আৰু দুই এটা বস্তু উলিয়াই একেবাৰে অন্য এটা মানুহ সাজি ললে। বোৰখাৰ তলত মালতী বিবি, আৰু ৰঞ্জিত মিঞাচাব। ৰঞ্জিতৰ কাষলতিৰ তলত এটা ভঙা ছাতি। মিঞা-বিবি ক'ৰবাত আলহী খাবলৈ গৈছে—এই ৰূপত ৰঞ্জিতে অলপ বয়সীয়া মানুহ এটাৰ দৰে খুপি খুপি খোজ দিলে।

গৈ থাকোঁতে মালতীয়ে এবাৰ ক'লে, ঠাকুৰ, তুমি মোক জোটনৰ কাষত থৈ গুচি যোৱাঁ।

ৰঞ্জিতে একো নামাতিলে। এই অৱস্থাত তাইক সঁচাই ক'লৈ লৈ যোৱা যায়! সি দৰগাৰপিনেই বাট ললে! দিনটো খোজ কাঢ়ি গৈ সিহঁত হয়তো জোটনৰ দৰগা পাবগৈ পাৰে। সি ভাবিলে, মালতীক সন্ধহতে সি জোটনৰ কাষতে থৈ যাব।

তাকে ভাবি ভাবি গৈ থাকোঁতে হাবিৰ মাজত হঠাৎ ৰঞ্জিতে এবাৰ প্ৰবল আক্ৰোশত চিঞৰি উঠিল, বন্দেমাতৰম্! সেই আক্ৰোশ কাৰ বিৰুদ্ধে,—হয়তো জব্বৰ, হয়তো সন্তোষ দাৰোগা,—ৰঞ্জিতৰ মুখলৈ চাই ধৰিব পৰা নগ'ল।